

**শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত**
**মাহেকীয়া কাকত**

**তৃতীয় বছৰৰ পৰা ষষ্ঠ বছৰলৈ**
**একত্ৰ সংকলন**

শক ১৮৩৩ আঘোণৰ পৰা ১৮৩৭অৰ কাতিলৈকে
খৃষ্টাব্দ ১৯১১ নৱেম্বৰৰ পৰা ১৯১৫ অক্টোবৰলৈকে

সংকলন ঃ সম্পাদনা
**লক্ষ্মীনাথ তামুলী**




**অসম প্ৰকাশন পৰিষদ**

গুৱাহাটী ৭৮১ ০২১

**BANHI :** A collection of the Assamese monthly literary magazine from the 3rd to 6th year (vol. III to VI), edited by **Lakshminath Bezbaroa**, compiled, published and edited by **Laxmi Nath Tamuly,** IAS, Secretary, Publication Board Assam.
March 2005. **Price : Rs. 800.00**



প্ৰকাশক
**লক্ষ্মীনাথ তামুলী** আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
বামুনীমৈদাম, গুৱাহাটী-৭৮১ ০২১

প্ৰথম প্ৰকাশ ঃ মাৰ্চ ২০০৫

**মূল্য ঃ ৮০০.০০ টকা**

বেটুপাতৰ পৰিকল্পনা ঃ **লক্ষ্মীনাথ তামুলী**

মুদ্ৰক ঃ
ভবানী গ্ৰাফিকছ্
*ৰাজগড় ৰোড, গুৱাহাটী* ৭৮১ ০০৭
ফোন নং ঃ ০৩৬১-২৪৫৩৮২৪

# ‘বাঁহী’ৰ আগকথা

পৰিস্থিতি আৰু পৰিণামৰ ফালৰপৰা ‘জোনাকী’ৰ উল্লেখ পৰিহাৰ কৰি যিদৰে ‘বিজুলী’ৰ জন্মকথা বৰ্ণাব নোৱাৰি, ঠিক তেনেদৰেই ‘উষা’ৰ উল্লেখ পৰিহাৰ কৰি ‘বাঁহী’ৰ জন্মকথাৰ আঁত উলিয়াব নোৱাৰি। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ নেতৃত্বত চলা ‘জোনাকী’ৰ লগত সম্পৰ্কৰ ছেদ কৰি পদ্মনাথ গোহাঞিবৰুৱা, বেণুধৰ ৰাজখোৱা আৰু কৃষ্ণপ্ৰসাদ দুৱৰাৰ নেতৃত্বত ১৮৯০ চনত ‘বিজুলী’ৰ জন্ম দিয়া হৈছিল। কৃপাবৰ বৰুৱাৰ বিৰুদ্ধে পদ্মনাথ গোহাঞিবৰুৱাই ‘উষা’ত ‘অমত’ প্ৰকাশ কৰাৰ ক্ষোভত অনুগামী অনুজ এদলৰ হেঁচাত লক্ষ্মীনাথ বেজবৰুৱাই ‘বাঁহী’ৰ জন্ম দিছিল। গোহাঞিবৰুৱাইঁত ‘জোনাকী’ৰ পৰা নিজে আঁতৰি আহিছিল, কিন্তু ‘উষা’ৰপৰা বেজবৰুৱাক আঁতৰাই পঠোৱা হৈছিল। পাৰ্থক্য সিমানেই।

বাস্তৱ পৰিস্থিতি এনে সঙ্গিন আছিল যে ‘অমত’ লেখাৰ কাৰণে গোহাঞিবৰুৱাক দোষী অভিযুক্ত কৰা সহজ নহয় অথচ বেজবৰুৱাই ‘উষা’ লগত সম্পৰ্ক ছেদ কৰাৰ কাৰণে তেওঁকো জগৰীয়া কৰিব নোৱাৰি। বাস্তৱ পৰিস্থিতিৰ দৃষ্টিকোণৰপৰা দুয়োৰে দুয়োটা সিদ্ধান্তই সঠিক আছিল।

পদ্মনাথ আৰু লক্ষ্মীনাথৰ বৈৰিতা আৰু বিচ্ছেদৰ ঘটনাটো এনে ধৰণৰ আছিল ঃ দ্বিতীয় ভাগৰ তৃতীয় সংখ্যাৰ ‘উষা’ত ‘কৃপাবৰ বৰুৱাৰ নতুন টোপোলা’ শীৰ্ষক নিয়মীয়া শিতানটোত ‘এংলোইণ্ডিয়ান’ শিৰোনামাৰে লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰবন্ধ এটা প্ৰকাশ হৈছিল। প্ৰবন্ধটোক বৃটিছ প্ৰশাসনৰ বিৰোধিতা আৰু সমালোচনা বুলি গণ্য কৰি চৰকাৰে প্ৰচলিত আইন অনুসাৰে ‘উষা’ৰ প্ৰকাশক আৰু সম্পাদকৰ বিৰুদ্ধে আদালতত গোচৰ তৰিলে। পদ্মনাথ গোহাঞিবৰুৱাক গুৱাহাটীত নজৰ-বন্দী কৰি ৰখা হৈছিল আৰু কৈফিয়ৎ তলব কৰিছিল। দণ্ডিনাথ কলিতাই ‘গোহাঞিবৰুৱা’ৰ জীৱনীত লেখা মতে গোচৰটোৰ মীমাংসা নোহোৱালৈকে প্ৰায় ৯ মাহ ‘উষাৰ’ প্ৰকাশ বন্ধ হৈ আছিল। এফালেদি ‘উষা’ বন্ধ হৈ যোৱাৰ উপক্ৰম আৰু আনফালে বেজবৰুৱাকো অসন্তুষ্ট কৰাত আহুকাল —এই উভয় সংকটত পৰা গোহাঞিবৰুৱাই ‘উষা’কে মৃত্যু মুখৰ পৰা ৰক্ষা কৰাৰ সিদ্ধান্ত ল’লে। মাণিক চন্দ্ৰ বৰুৱা আৰু গৰ্ডন চাহাবৰ হস্তক্ষেপত ‘উষা’ উদ্ধাৰৰ এটা উপায় উলিওৱা হৈছিল। ভ্ৰমবশত ঃ ‘উষা’ত বেজবৰুৱাৰ প্ৰবন্ধটো প্ৰকাশ হবলৈ পাইছিল আৰু তাৰ বাবে চৰকাৰৰ ওচৰত সম্পাদকে ক্ষমা প্ৰাৰ্থনা কৰিব আৰু ‘উষা’ৰ পৰা প্ৰবন্ধটো প্ৰত্যাহাৰ কৰা বুলি ঘোষণা কৰিব। পৰামৰ্শ অনুসাৰেই সম্পাদক গোহাঞিবৰুৱাই ‘উষা’ৰ তৃতীয় ভাগৰ অষ্টম সংখ্যাত ‘কৃপাবৰ বৰুৱাৰ লগত অমত’ শিৰোনামাৰে স্পষ্টীকৰণ এটা দি লেখিছিল যে ‘কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন’ শিতানত প্ৰকাশিত ‘এংলোইণ্ডিয়ান’ প্ৰবন্ধটো “সেই নামৰ আগৰ ৰহস্যমূলক প্ৰবন্ধৰ অংশ বুলি ভাবিহে তাক উষাত ঠাই দিয়া হৈছিল ; গতিকে ছপা হোৱাৰ আগেয়ে তাৰ ভিতৰুৱা কথা লৈদকৈ মন কৰিবৰ নহ’ল। কিন্তু পিছত দেখা গ’ল যে সেই প্ৰবন্ধৰ মত আৰু কথাৰ লগত আমাৰ মত আৰু কথা একেবাৰেই নিমিলে। আৰু আমাৰ দৃঢ় বিশ্বাস হৈছে যে সেই প্ৰবন্ধই ৰাজভক্ত অসমীয়া প্ৰজাৰ

মনত নিশ্চয় অত্যন্ত বিৰক্তি জন্মাইছে। ভ্ৰমবশতঃ প্ৰৱন্ধটো ছপোৱাৰ আগেযে তাক ভালকৈ পৰীক্ষা কৰি চাবলৈ নহ'ল কাৰণে এতিয়া আমাৰ মনত সেইবাবে ঘোৰ অনুতাপ হৈছে। আশা কৰো, যেন আমাৰ ৰজা আৰু ৰাইজে অনুগ্ৰহকৈ আমাৰ সেহ ত্ৰুটি মাৰ্জনা কৰিব। ইযাৰ লগতে আমি সকলোকে জনাওঁ যে এতিয়াৰ পৰা এনে বিধৰ প্ৰৱন্ধই 'উষা'তকেতিয়াও ঠাই নাপাব। লগতে আমি ইযাকো জনাও যে ইযাৰ দ্বাৰাই আমি 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' প্ৰৱন্ধ—'উষা'ৰ পৰা উঠাই লৈছো। আমাৰ গ্ৰাহক-পাঠকসকলেও যেন সেই প্ৰবন্ধ বাদ দি 'উষা' পঢ়িব আৰু সেই প্ৰবন্ধৰ লগত 'উষা'ৰ সম্বন্ধ নাই বুলি জানিব।"

বেজবৰুবাৰ 'এংলোইণ্ডিয়ান' প্ৰৱন্ধটোত কিন্তু বৃটিছ বিৰোধিতাৰ উমঘাম নাছিল। বৃটিছ সাম্ৰাজ্যবাদী শাসনৰ বিৰোধিতা কৰাৰ পৰিবৰ্তে প্ৰৱন্ধটোত বেজবৰুবাই ভাৰতবৰ্ষত বৃটিছ শাসনৰ চিৰস্থায়িত্বহে মনে-প্ৰাণে কামনা কৰিছিল। উপযাচি কাকো উপদেশ দিব নালাগে বুলি 'পঞ্চতন্ত্ৰ'ই দিয়া সতৰ্কবাণীৰ পিছৰটো বাক্যতেই পৰামৰ্শ দি কৈছিল যে যাৰ বিনাশ তুমি চাবলৈ নিবিচাৰা বা যাৰ বিনাশৰ দৃশ্য তুমি সহ্য কৰিব নোবাৰা, তাক উপযাচিযেই উপদেশ দিব লাগে। বেজবৰুবাই ভাৰতৰ বৃটিছ প্ৰশাসনৰ বহুবোৰ দোষ ত্ৰুটিৰ ভিতৰত এটা কিন্তু সঠিকভাবেই চিনাক্ত কৰিছিল। সেইটো হৈছে এংলোইণ্ডিয়ান সকলৰ জাতি বিদ্বেষ। দেশৰ শাসক হিছাপে ভাৰতস্থ ইংৰাজসকলে ভাৰতীয় মানুহৰ লগত প্ৰভু-ভৃত্যৰ (Master-Slave) সম্পৰ্ক মানি চলিছিল আৰু ভাৰতীয়ক ইতৰ প্ৰজাতিৰ মানুহ বুলি গণ্য কৰিছিল। বেজবৰুবাই সেযে ভাৰতৰ ঔপনিবেশিক প্ৰশাসনৰ স্বযম্ভু 'হিতাকাঙ্খী কুটুম' হিচাপে ভাৰতস্থ বৃটিছ সকলক জাতিদ্বেষ পৰিহাৰ কৰি চলিবলৈ উপদেশ দিছিল। কৃপাবৰী চঙত লেখা উপদেশখিনি ব্যঙ্গাত্মক ৰূপত প্ৰকাশ পাইছিল আৰু সেই ব্যঙ্গ সঁচাকৈযে ক্ষুৰধাৰ আছিল। উপদেশমূলক সতৰ্কবাণীৰে বেজবৰুবাই লেখিছিল যে "যদি তেওঁলোক ইমানতে সাবধান নহয় আৰু নিজৰ গাৰ ঘাবোৰ ধুই তাত দৰব নিদিযে, তেন্তে সেই ঘাযেই তেওঁলোকৰ কাল হ'ব।" বেজবৰুবাই ভাৰতত বৃটিছ সাম্ৰাজ্যবাদী শাসনৰ 'কাল হ'ব' গৈ পৰা উচ্চাত্মিকাবোধ আৰু জাতি-বিদ্বেষৰ অবসান বা সংশোধন কামনা কৰিছিল। নিজৰ ৰাজভক্তি আৰু আনুগত্যৰ খোলোচা প্ৰকাশেৰে তেওৰ সেই বিতৰ্কমূলক প্ৰবন্ধটোৰ সামৰণিত বেজবৰুবাই লেখিছিল যে "ইংৰাজে ভাৰতৰ অনেক উপকাৰ কৰিছে আৰু ভাৰতবৰ্ষ ইংৰাজৰ অনেক প্ৰকাৰে ধৰুবা। ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকে এনে আশা ভাৰতে সদায কৰে। বৰবৰুবাৰ বেজাৰ লাগে এইবাবে যে ইংৰাজ যেনেকৈ আমাৰ উপকাৰী বন্ধু, আমিও তেনেকৈ তেওঁলোকৰ হিতাকাঙ্খী কুটুম , তেওঁলোকৰ অৰ্থাৎ আমাৰ বান্ধ-কুটুমৰ অধোগতিত আৰু অমঙ্গলত আমি বৰ বেজাই পাওঁ।"

বেজবৰুবাৰ ভাষাতে "গৰ্ব্বৰ ৰাগীত মতলীযা হৈ থাকি" স্থানীয় বৃটিছ প্ৰশাসনৰ প্ৰশাসকে প্ৰৱন্ধটোৰ মূল উদ্দেশ্য গমি চাবলৈ প্ৰযোজনবোধেই নকৰিলে। আঙুলিযাই দিয়া দোষ-ত্ৰুটিখিনিৰ ব্যঙ্গাত্মক বৰ্ণনা পঢ়ি তেওঁলোকৰ কাণ-মূৰ গোট মাৰিছিল। 'উষা'ৰ সম্পাদকৰ 'অমত' পঢ়ি বেজবৰুবা স্বাভাৱিকতেই ক্ষুব্ধ হৈছিল।

গোহাঞিবৰুবাই 'অমত'ত লেখা 'এতিযাৰ পৰা এনে বিধৰ প্ৰবন্ধই 'উষা'ত কেতিযাও ঠাই নেপাব' বাক্যটো পঢ়ি যিকোনো আত্মসন্মান থকা ব্যক্তিযেই ক্ষুণ্ণ হ'ব। অৰ্থাৎ 'উষা'ত ভৱিষ্যতে কৃপাবৰৰ প্ৰৱেশ নিষিদ্ধ কৰা হ'ল। বেজবৰুৱাৰ খং আৰু ক্ষোভৰ যুক্তিযুক্ততাও আওকাণ কৰিব পৰা বিধৰ নাছিল। 'উষা'ত বেজবৰুৱাৰ প্ৰবেশ নিষিদ্ধ কৰণত কেবল বেজবৰুৱাযেই নহয়, বেজবৰুৱাৰ অনুগামী লেখকবৃন্দৰ লগতে গুণগ্ৰাহী আৰু ৰসজ্ঞ পাঠকো ক্ষুণ্ণ হ'ল আৰু 'অমত'ৰ অমতেই গ'ল। অনুগামী দলটোৰ হেঁচাত অৱশেষত বেজবৰুৱাই ১৯০৯ চনৰ ডিছেম্বৰ মাহত (আঘোণ মাহত) কলিকতাৰ পৰা 'বাঁহী' প্ৰকাশ আৰু সম্পাদনা কৰি উলিযায়। 'উষা' অকালতে অস্ত গৈছিল।

'উষাৰ কথামুখ'ত আমি উল্লেখ কৰিছিলো যে জোনাকী-বিজুলীয়েই হওক বা ঊষা-বাঁহীয়েই হওক, তেওঁলোকৰ মাজৰ বিৰোধ আৰু বিবাদবোৰৰ এটা ঐতিহাসিক পটভূমি আছিল। উনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধ আৰু কুৰি শতিকাৰ প্ৰথম দশককেইটাত অসমৰ সমাজ-ব্যৱস্থাত সত্ৰ-সমাজৰ প্ৰভাৱ অপৰিসীম আছিল। শংকৰদেৱৰ মৃত্যুৰ এক শতিকাৰ পিছৰে পৰা অসমৰ সত্ৰ-সমাজ চাৰিটা সংহতিত বিভক্ত হৈ পৰিছিল। চাৰি সংহতিৰ সত্ৰসমূহৰ মাজত পাৰস্পৰিক সহিষ্ণুতা আৰু সংহতিৰ পৰিবৰ্তে মাজে-সময়ে ঘোষিত অথবা অঘোষিত বৈৰিতাই গা কৰি উঠিছিল। জোনাকীৰ পৰা বাঁহীলৈকে, অথবা তাৰো কিছু আগৰে পৰা আৰু বাঁহীৰো কিছু পাছলৈকে কলিকতাৰ শিক্ষানুষ্ঠানত পঢ়িবলৈ যোৱা সকলৰে সৰহখিনি ছাত্ৰ হয় প্ৰত্যক্ষভাৱে সত্ৰাধিকাৰৰ সন্তান আছিল, নহয় বিভিন্ন সত্ৰৰ সম্ভ্ৰান্ত, বিত্তশালী আৰু প্ৰতিপত্তিশালী শিষ্য-পৰিয়ালৰ সতি-সন্তান আছিল। তেওঁলোকে পাশ্চাত্যৰ শিক্ষা-সভ্যতাৰ প্ৰভাৱ আৰু অনুকৰণেৰে কলেজীয়া জীৱন আৰম্ভ কৰিছিল যদিয়ো অসমৰ সত্ৰ ব্যৱস্থাই গৰকা মানসিকতাৰ সংস্কাৰ সোলোকাই পেলাব নোৱাৰিছিল। সুযোগ আৰু সুৰুঙা পাৰস্পৰিক তিক্ততা আৰু পালেই মায়ামৰীয়া বিদ্ৰোহৰ সময়ৰ ক্ষোভ আৰু বৈৰিতাৰ বহিপ্ৰকাশ ঘটিছিল। তাহানিৰ দা-যাঠি-ধনুকাঁড়ৰ ঠাইত তেওঁলোকে পৰস্পৰৰ বিৰুদ্ধে কলম, পেঞ্চিলকে অস্ত্ৰ-শস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল।

দ্বিতীয়তে, ১৮২৬ চনৰ পাছত বৃটিছে অসমৰ সাতামপুৰুষীয়া সামাজিক কাঠামোটো ইমানেই বেছি ভাৰসাম্যহীন কৰি পেলাইছিল যে সিয়ে পুৰণিটোক প্ৰায় বিলোপ কৰিছিল আৰু বাকী থকাখিনি সম্পূৰ্ণ ওলোটাই পেলাইছিল। ৰাজবংশ আৰু সৰ্বোচ্চ স্তৰৰ ৰাজবিষয়াৰ ঠাইত সাধাৰণশ্ৰেণীৰ পাইক-চমুৱাৰ সতি-সন্তানবোৰ নতুন আৰ্থ-সামাজিক আৰু প্ৰশাসনিক ব্যৱস্থাটোত প্ৰভুত পৰিণত হৈছিল। অৰ্থাৎ আহোম যুগৰ প্ৰভু-ভৃত্যৰ সামাজিক আৰু প্ৰশাসনিক ব্যৱস্থাটো ওলোটাই দিয়া হৈছিল (upside down)। এহাতেদি পুৰণি প্ৰশাসক আৰু সম্ভ্ৰান্ত শ্ৰেণীটোৰ অৱক্ষয় আৰু অৱলুপ্তি, আৰু আনহাতেদি আহোম প্ৰশাসনীয় ব্যৱস্থাৰ চতুৰ্থ-পঞ্চম শ্ৰেণীৰ তলতীয়া পালি-বিষয়াবৰ্গৰ লগতে সাধাৰণ পাইকৰ পৰা বিদ্যা-শিক্ষাৰ জোৰত নতুন প্ৰশাসনত ন-কৈ সম্ভ্ৰান্ত হোৱা শ্ৰেণীটোৰ সতি-সন্ততিসকলৰ মাজত পাই-হেৰুৱাৰ বেদনা আৰু ন-কৈ প্ৰভুত্ব পোৱাৰ গৌৰৱৰ অঘোষিত সংঘাতে অসমীয়া সমাজৰ তেতিয়া অগ্ৰনী অংশটোক ভিতৰি ভিতৰি অস্থিৰ কৰি ৰাখিছিল। সুবিধা আৰু সুৰুঙা পালেই সেই অৱদমিত অস্থিৰতাই ক্ষোভ আৰু আক্ৰোশৰ ৰূপত আত্মপ্ৰকাশ কৰিছিল। তেনে এটা পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততে পদ্মনাথ গগৈ পদ্মনাথ বৰুৱা হৈছিল আৰু পদ্মনাথ বৰুৱা পদ্মনাথ গোহাঞিবৰুৱা হৈছিল। গগৈৰ পৰা গোহাঞিবৰুৱা হোৱা পদ্মনাথৰ সেই পৰিক্ৰমাটো উল্লিখিত কাৰকে নিৰ্ধাৰিত কৰিছিল। অনা-আহোম লেখকসকলৰ নামৰ পাছৰ দীঘলীয়া উপাধি বোৰেও সেই একেটা পৰিক্ৰমাকে প্ৰমাণ কৰে।

জোনাকী-বিজুলী আৰু ঊষা-বাঁহীৰ লেখকবৃন্দ যিহেতু আমি উল্লেখ কৰা সামাজিক দল দুটাৰ সন্তানসকলৰ দ্বাৰাই গঠিত হৈছিল, সেয়ে উল্লিখিত কাৰক দুটাই সেই লেখকবৃন্দৰ মাজত শিবিৰ বিভাজনত ক্ৰিয়া কৰিছিল। আসাম বিলাসিনী চন্দ্ৰোদয়, আসাম দীপিকা, আসাম নিউচ, মৌ, আসাম বন্ধু, জোনাকী, বিজুলী, বন্তি, ঊষা, বাঁহী, প্ৰদীপিকা আদি আলোচনীবোৰত প্ৰকাশ পোৱা ধৰ্ম, সমাজ, নৃ-তত্ত্ব, ইতিহাস, আচাৰ-ৰীতি সম্পৰ্কীয় নিবন্ধবোৰৰ ওপৰিও সৃষ্টিশীল সাহিত্যৰো বহুবোৰ উল্লিখিত প্ৰেক্ষাপটৰপৰা চালেহে কিছু সঠিক মূল্যায়ন কৰিব পৰা হ'ব। নৱকান্ত বৰুৱাই সেয়ে লেখিছিল যে "বাঁহী-ঊষাৰ যুদ্ধখন লক্ষ্মীনাথ-পদ্মনাথৰ ব্যক্তিগত যুদ্ধ বুলি ভবা অনুচিত" (লক্ষ্মীনাথ বেজবৰুৱা, পৃঃ ১৭)।

হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ ভাষা-সাহিত্যৰ সুকীয়া সুকীয়া মতবাদৰ অজুহাতত আপাততঃ

শিবিৰ বিভাজনটো হৈছিল। গোহাঞিবৰুৱাই 'মোৰ সোঁৱৰণী'ত উল্লেখ কৰিছিল যে "সেইকালত আমাৰ আধুনিক সাহিত্যৰ আৰ্জা বা আদৰ্শ পথাৰৰ মাজৰ (গছ) জোপাৰ দৰে আছিল; যেয়ে যি ফালৰপৰা পোনায় তাঁলৈকে সেইফালেই পোন হয়। সেই উমৈহতীয়া আৰ্জাটোৰ এটা সদৌ সাহিত্যিকৰ অনুমোদিত ধাৰা অনতিপলমে ধৰিবৰ উদ্দেশ্যে আমি সেইকালৰ অনুৱৰ্তী লেখক বিলাকে নিজ নিজ ৰুচি অনুসৰি সেই সাময়িক দুটা পন্থীয়া স্কুলত নাম লগাই লৈছিলোহঁক, যিসকলে এতিয়া নাই লোৱা বুলি ক'ব খোজে, সিবিলাকেও তেতিয়া কাৰ্যতঃ অনাভুৱাকৈ নাম লগাই চলিছিল। সেই স্কুল দুটা আছিল,—এটা 'হেমচন্দ্ৰ স্কুল' আৰু আনটো 'গুণাভিৰাম স্কুল'। (পৃঃ ৩১)।

জোনাকী-বিজুলী, ঊষা-বাঁহী আৰু বাঁহী-প্ৰদীপিকাৰ বিতৰ্ক আৰু বিৰোধৰ বীজ সেই শিবিৰ বিভাজনেই নিৰ্ধাৰিত কৰি দিছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ আধাৰত ভাৱাদৰ্শগত শিবিৰ বিভাজন নোহোৱালৈকে উল্লিখিত শিবিৰ দুটা জীয়াই আছিল।

জোনাকী হেৰোৱা (১৮৯৫) আৰু বিজুলী লুকুৱাৰ (১৮৯২) পৰবৰ্তী এযুগ কাল অসমত আলোচনীৰ পথাৰখন ছন পৰি ৰৈছিল। জোনাকী-বিজুলীক কেন্দ্ৰ কৰি একালত গোট খোৱা কলেজৰ চেঙেলীয়াসকল ইতিমধ্যে প্ৰাপ্তবয়স্ক হোৱাই নহয়, তেওঁলোকৰে বহুকেইজন সমাজ আৰু সাহিত্যত শ্ৰদ্ধেয় নেতাত পৰিণত হৈছিল। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত জোনাকী-বিজুলীৰ দিনৰ দুয়োটা শিবিৰৰ স্বনামধন্যসকলৰ সমৰ্থন আৰু সহযোগিতাত পদ্মনাথ গোহাঞিবৰুৱাই ১৯০৬ চনৰ বহাগত 'ঊষা' প্ৰকাশ কৰিছিল। গোহাঞিবৰুৱাৰ 'ঊষা' ৰক্ষাৰ লগতে আত্মৰক্ষাৰ তাড়না আৰু বেজবৰুৱাৰ আত্মসন্মান পুনৰুদ্ধাৰৰ তাড়নাৰ ফলত ১৯০৯ চনৰ ডিচেম্বৰত 'বাঁহী'ৰ জন্ম হৈছিল আৰু 'ঊষাৰ' মৃত্যু হৈছিল। বেণুধৰ শৰ্মাৰ কথাত "পদ্ম বৰুৱাৰ 'ঊষা'ৰ নিৰ্গমন হোৱাৰ লগে লগেই লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ৰ আগমন" (অৰ্ঘ্যাৱলী পৃঃ ৪৫)।

বেজবৰুৱাৰ বৃটিছৰ প্ৰতি আনুগত্যৰ মূল কাৰণ আছিল এয়ে যে বৃটিছৰ শাসনৰ মাৰফৎ তেওঁ অসম আৰু অসমীয়াৰ মঙ্গল আৰু উন্নতি হ'ব বুলি বিশ্বাস কৰিছিল। সেয়ে কুৰি শতিকাৰ প্ৰথম দশকটোত বঙ্গদেশত সন্ত্ৰাসবাদীৰ বোমাক তেওঁ 'ঘোঁৰাৰ কণী' বুলি তাচ্ছিল্য কৰিছিল। 'ঊষা'তে প্ৰকাশিত 'বম্' নামৰ প্ৰবন্ধত তেওঁ লেখিছিল যে "বোলোঁ বাঘতেল খোৱাহঁত! দেশ উদ্ধাৰৰ বাটটো আমাৰ ৰংপুৰৰ ধাই আলি নাইবা ধোদৰ আলি পাইছহঁক নেকি যে, দুপৰীয়া মাছে-শাকে ভাত এগাল খাই মূৰত পানী গামোচা এখন মাৰি লৈ খোজ কাঢ়িলেই হ'ল? পৃথিবীৰ ভিতৰত প্ৰৱল প্ৰতাপী ইংৰাজ গৱৰ্ণমেণ্টক তহঁতে হুই মাৰি ধাননিৰপৰা বটা চৰাই খেদোৱাদি খেদাই স্বৰাজ ল'বলৈ আহিছ নেকি" (তৃতীয় ভাগ তৃতীয় সংখ্যা)। মন কৰিবলগীয়া গুৰুত্বপূৰ্ণ কথাটো এয়েই আছিল যে সেই ব্যঙ্গাত্মক তাচ্ছিল্যখিনি নিয়োজিত হৈছিল অসমীয়াৰ জাতীয় চৈতন্য জগাই তুলিবলৈ। যাচি দিয়া চৰকাৰী চাকৰি প্ৰত্যাখান কৰি বেজবৰুৱাই ব্যৱসায়ত ধৰিছিল। উল্লিখিত একেটা প্ৰবন্ধতে তেওঁ লেখিছিল যে "ল'ৰাহঁতৰ মতে যদি দেশ উদ্ধাৰ নকৰিলে নচলা হৈছে, তেন্তে সিহঁতে জনা আৱশ্যক হৈছে যে দেশ উদ্ধাৰ বৰ টান কাম। সেই কামলৈ কঠোৰ সংযম, দীঘলীয়া তপস্যা, দুৰ্ঘোৰ সাধনা, ভয়ঙ্কৰ স্বাৰ্থত্যাগ লাগে। ভাৰতৰ মানুহে ইমান দিন মূৰ্খামি কৰি বেহা বেপাৰ আদি স্বাধীন জীৱিকাৰ বাটবোৰ বিদেশীক এৰি দি, আনকি ভাৰতবাসীয়ে নিজৰ কঁকালৰ কাছুটিখনো বিদেশীয়ে সিহঁতক পিন্ধাবলৈ এৰি দি ৰসাতললৈ গৈ আছিল, গৈ আছিল। এতিয়া ভাৰতবাসীৰ নেতা হৈছে, ভাল হৈছে। কেৰাণীৰ গোলামী কাম এৰি ভাৰতবাসীয়ে তাঁত-সূতাত ধৰিব খুজিছে, সজ হৈছে।

কাপুৰুষত্বক এৰি মনুষ্যত্ব লইক যিমান পাৰ। গোলামীক চালাম কৰিবলৈ এৰি আত্মসন্মান গুৰি স্বাধীন ব্যৱসায় ধৰইক যিমান শকতি আছে। দেশৰ বেহা-বেপাৰ শিক্ষা আদিৰ যিমান পাৰ উন্নতি কৰইক, তাত তইঁতক কোনেও হাত নধৰে”।

চৰকাৰী চাকৰিৰ পৰিবৰ্তে ব্যৱসায়ত ধৰা লক্ষ্মীনাথ বেজবৰুৱা চৰকাৰী চাকৰি কৰি অৱসৰ লোৱা আৰু চৰকাৰৰ সাহিত্যিক পেঞ্চন ভোগ কৰা পদ্মনাথ গোহাঞিবৰুৱাতকৈ ৰাজনৈতিক চিন্তাত কিছু ‘উগ্ৰ’ আছিল। ‘এংলোইণ্ডিয়ান’ সেই উগ্ৰতাৰে সৃষ্টি। গোহাঞিবৰুৱাই তেনে উগ্ৰতাৰ কথা ভাবিবই নোৱাৰে। কিন্তু মন কৰিবলগীয়া কথা ইয়ো যে ‘এংলোইণ্ডিয়ান’ আৰু ‘বম্‌’ক লৈ ‘উষা’ৰ যি লটিঘটি হৈছিল, সেই অভিজ্ঞতাৰ তিক্ততাৰ কাৰণে বেজবৰুৱাই নিজৰ ‘বাঁহী’ত তেনে প্ৰবন্ধৰ পুনৰাবৃত্তি পৰিহাৰ কৰি চলিছিল।

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই এই সংকলনটোত লেখা ‘বেজবৰুৱাৰ বাঁহী’ত ‘বাঁহী’ৰ জন্মৰ কাহিনীটো উল্লেখ কৰিছে কাৰণে পুনৰাবৃত্তি পৰিহাৰ কৰা হ’ল। কিন্তু ‘বাঁহী’ সম্পৰ্কে বেণুধৰ শৰ্মাই তাহানি ‘দুণৰি’ত যি চুম্বকত্বৰে লেখিছিল, সেইখিনি উদ্ধৃত কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। “১৯০৯ চনৰ ডিছেম্বৰ মাহত ‘বাঁহী’ৰ জন্ম হয় আৰু কতীয়া বছৰেৰে ডেৰকুৰি বছৰ জীয়াই থাকে। লক্ষ্মীনাথ বেজবৰুৱায়েই ‘বাঁহী’ৰ জন্মদাতা। জন্মৰ পৰা বাৰ বছৰলৈকে বেজবৰুৱা স্বয়ং নামে-গাঁৱে সম্পাদক আছিল। তাৰ পাছত ক্ৰমান্বয়ে আঁৰে আঁৰে চন্দ্ৰকুমাৰ আগৰৱালা, দেখনিয়াৰকৈ ডিম্বেশ্বৰ নেওগ, জ্যোতিপ্ৰসাদ আগৰৱালা, পদ্মধৰ চলিহা, অমিয়কুমাৰ দাসেই ‘বাঁহী’ৰ সম্পাদনা কৰিছিল। হাত বাগৰিছিল যদিও, ১৯৩৮ চনলৈকে বেজবৰুৱাৰ আৰু বেজবৰুৱায়েই ‘বাঁহী’ হৈ আছিল। সেই চনৰ ২৬ মাৰ্চ তাৰিখে বেজবৰুৱাৰ স্বৰ্গপ্ৰয়াণ হয়। তাৰ পাছত মাধৱচন্দ্ৰ বেজবৰুৱাই নতুন উদ্দীপনাৰে ‘বাঁহী’ চলাবলৈ লয়। কিন্তু নিষ্ঠুৰ কালে মাধৱক লৈ যোৱাৰ পাছত ‘বাঁহী’ সুৰো লয় পালে। তথাপি মাধৱৰ ‘বাঁহী’য়েই আন্দোলন কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভেটিটো প্ৰতিষ্ঠা কৰি গ’ল। নৱম ভাগলৈকে ‘বাঁহী’ কলিকতাৰ পৰা ছপা হৈ ওলায়। সেইছোৱা কালত শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাই আৰ্হি-কাকত চোৱাৰ পৰা ডাকত পঠিৱালৈকে সকলো কাম অকলেই কৰিবলগীয়া হৈছিল। বেজবৰুৱা আছিল বহি সম্পাদক আৰু যতীন দুৱৰা আছিল উঠি সম্পাদক। এই কেইবছৰ ঘাইকৈ কলিকতাত থকা ছাত্ৰবিলাকেই ‘বাঁহী’ৰ লেখক, সহায়ক, প্ৰচাৰক আৰু বুদ্ধি পৰামৰ্শদাতা আছিল।” (পৃঃ ১৪-১৫)।

‘জোনাকী’ত আৰম্ভ হোৱা বেজবৰুৱাৰ সাহিত্যৰ ধাৰাটো ‘উষা’ত বিকাশিত হৈ ‘বাঁহী’ত পূৰ্ণতা পাইছিল। কৃপাবৰী সাহিত্যৰ ক্ষেত্ৰতো সেই ‘জোনাকী’ত অসম্পূৰ্ণ হৈ ৰোৱাখিনি ‘উষা’ৰ মাজেদি গৈ ‘বাঁহী’ত সম্পূৰ্ণ হৈছিল। পাশ্চাত্যৰ তুলনাত শিক্ষা-সভ্যতাত অন্ধকাৰাচ্ছন্ন অসমলৈ অলপ জোনাক সুমুৱাৰ উদ্দেশ্যেৰেই বেজবৰুৱাইঁতে ‘জোনাকী’ প্ৰকাশ কৰিছিল। জোনাকী-বিজুলীৰ অকাল মৃত্যুত সেই প্ৰচেষ্টাত যতি পৰিছিল। অসমীয়াৰ জাতীয় চৈতন্য জাগ্ৰত কৰিবলৈকে বেজবৰুৱা সমন্বিতে ‘জোনাকী’ৰে জোনাক সুমুৱাৰ চেষ্টাত ব্ৰতী হোৱাসকলৰ ব্ৰত আছিল। উষা আৰু বাঁহীত বেজবৰুৱাই সেই আদৰ্শৰ ধাৰাটো অব্যাহত ৰখাই নহয় শক্তিশালী কৰি তুলিছিল। ড° বাণীকান্ত কাকতিয়ে সেয়ে লক্ষ্য কৰিছিল যে ‘জোনাকী’ৰ অন্তৰ্নিহিত আদৰ্শ বেজবৰুৱাৰ সাহিত্যত বাদে আন কাৰো সাহিত্যত ফট্‌ফটীয়াকৈ ফুটি ওলাব পৰা নাই’ (লক্ষ্মীনাথ বেজবৰুৱা, পৃঃ ২৮২)। বেজবৰুৱাৰ সাহিত্যৰ ভাবাদৰ্শলৈ আঙুলিয়াই দি ড° কাকতিয়ে আৰু মুকলিকৈ লেখিছিল যে “সুগভীৰ স্বদেশানুৰাগ, স্বদেশ প্ৰীতি বেজবৰুৱাৰ সাহিত্যৰ প্ৰত্যেকটো শব্দৰ ভিতৰেদি প্ৰকাশ পাইছে। তেওঁৰ সকলো ৰচনাৱলী এই স্বদেশানুৰাগৰ বোলেৰে বোলোৱা। তেওঁৰ হাঁহি-ধেমেলীয়া ৰচনাৰ পৰা আৰম্ভ কৰি শেহৰ ডোখৰৰ আধ্যাত্মিক ৰচনাৱলীলৈকে সকলোৰে ঐক্যসূত্ৰ এই স্বদেশানুৰাগ, এই স্বদেশ প্ৰীতিয়েই। তেওঁৰ ভাব-ভাষা সকলো এই

অনুৰাগৰেই অনুৱৰ্তী। স্বদেশ প্ৰীতিয়েই বেজবৰুৱাৰ সাহিত্যৰ মূলমন্ত্ৰ। জাতীয় ভাৱমণ্ডল সৃষ্টি কৰাত বেজবৰুৱাৰ শ্ৰেষ্ঠ দান, স্বদেশ-হিতৈষিতা আৰু স্বদেশৰ গৰিমা শৰীৰৰ প্ৰত্যেক টোপা তেজৰ সঞ্চাৰৰ লগতেই অনুভৱ কৰা” (পৃঃ ২৮৩)। বেজবৰুৱা ভাৰতৰ স্বাধীনতা সংগ্ৰামত বোমা ফুটোৱা বা অসহযোগ কৰি কাৰাবাস খটা জাতীয়তাবাদী সংগ্ৰামী নাছিল সঁচা, কিন্তু দেশৰ বাবে আত্মাহুতি পৰ্যন্ত দিব পৰা সংগ্ৰামী সৃষ্টি কৰাৰ সাহিত্য তেওঁ অসমীয়াক দি থৈ গৈছে।

‘বাঁহী’য়ে ‘ঊষা’ৰ লগত ভাষা আৰু বানান-বিভ্ৰাটৰ বিৰুদ্ধে যুঁজিছিল। গোহাঞিবৰুৱাও সমানেই মহান হৃদয়ৰ ব্যক্তিত্ব আছিল। দুয়োজনেই নিজৰ ভুল শুধৰাই লোৱাত কিন্তু ভুল কৰা নাছিল। ‘প্ৰদীপিকা’ৰ লগত ‘বাঁহী’ৰ যুদ্ধখন শংকৰদেৱ আৰু শংকৰদেৱৰ ধৰ্মীয় দৰ্শনক কেন্দ্ৰ কৰি চলিছিল। বেজবৰুৱাৰ পক্ষত ড° বাণীকান্ত কাকতি ভবানন্দ পাঠক ছদ্মনামেৰে থিয় হৈছিল। ড° মহেশ্বৰ নেওগৰ ভাষাত ‘এজনে বাক্যবাণ, এজনে যুক্তিবাণ ওপৰা-ওপৰিকৈ নিক্ষেপ কৰি বিপক্ষক পৃষ্ঠভংগ দিয়ালে। তেতিয়াৰে পৰা সিপক্ষ ৰণলৈ আগ নবঢ়া হ’ল আৰু বিপক্ষৰ ঘাই সেনাপতিয়েও হেলাৰঙে বেজবৰুৱাৰ পক্ষত যোগ দিলে” (লক্ষ্মীনাথ বেজবৰুৱা, পৃঃ ২৬৩)। অসমীয়া ভাষা-সাহিত্যত বেজবৰুৱাৰ স্থান নিৰ্ণয় কৰি ড° মহেশ্বৰ নেওগে ১৮৮৯ চনৰ পৰা ১৯৪০ চনলৈকে আধা শতিকাৰ কালছোৱাক ‘বেজবৰুৱাৰ যুগ’ বুলি নামকৰণ কৰাৰ বাস্তৱতা উল্লেখ কৰি লিখিছিল যে “তেওঁৰ সাহিত্যিক ব্যক্তিত্বই আধুনিক অসমীয়া সাহিত্যক ঐক্য প্ৰদান কৰিছিল আৰু নিজৰ মনোৰম লেখাবোৰৰ যোগে সেই সাহিত্যক এটা পেটাৰ্ণ দিছিল। তেওঁ এফালে যেনেকৈ ধৰ্ম, দৰ্শন, থলুৱা ৰাজনীতি আদিৰ চৰ্চাৰ যোগেদি আমাৰ চিন্তা-নেতা হৈছিল, আনফালে সেইদৰে অসমীয়া ভাষা-সাহিত্যৰ শত্ৰু দমন কৰাৰ বেলিকা সকলোৱে তেওঁকে নেতা ৰূপে পাইছিল। ভাষা বা আন সিদ্ধান্তৰ বিষয়ত তেওঁলৈকে সকলো সাহিত্যিকে অনুপ্ৰেৰণা আৰু অনুশাসনৰ বাবে মূৰ তুলি চাইছিল” (পৃঃ ২৬১)। এনে মহৎ ভূমিকা পালনৰ কাৰণেই নৰকান্ত বৰুৱাই লেখিছিল যে ১৯৩১ চনত শিৱসাগৰত বহা অসম সাহিত্য সভাই বেজবৰুৱাক ‘ৰসৰাজ’ উপাধিৰে বিভূষিত কৰিছিল, কিন্তু “তেওঁৰ ‘সাহিত্যৰথী’ আখ্যা মানুহৰ মাজৰ পৰা আপুনি গঢ়ি উঠা। এই উপাধি সদৰিকৈ পোন প্ৰথমে ব্যৱহাৰ কৰে সম্ভৱতঃ ৰত্নকান্ত বৰকাকতিয়ে” (পৃঃ ১৮)।

১৯০৯ চনৰ ডিচেম্বৰৰ পৰা ১৯৩৮ চনৰ ২৬ মাৰ্চত মৃত্যু হোৱালৈকে বেজবৰুৱা আৰু বাঁহী সমাৰ্থক আছিল, ঠিক যিদৰে বেজবৰুৱা আৰু কৃপাবৰ একাকাৰ হৈ গৈছিল। ‘বাঁহী’ক বেজবৰুৱাই ‘কলিজাৰ আগ মঙহ’ বুলি অভিহিত কৰিছিল। শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই তেওঁৰ লেখাটোত সেইটো উল্লেখ কৰিছে। এইখিনিতে বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ মাজৰ বিচ্ছেদ আৰু সেই বিচ্ছেদৰ স্মৃতি গলাই-পমাই দিয়াৰ কাহিনী নক’লে দুয়োজন মহান সাহিত্যিকৰ মহানতাৰ এটা দিশ অকথিত হৈয়ে ৰৈ যাব।

বহুতেই জানে যে ‘ঊষা’ পঞ্চম বছৰলৈকে প্ৰকাশ হৈ চিৰদিনৰ বাবে বন্ধ হৈ গৈছিল। গোহাঞিবৰুৱাৰ আত্মজীৱনী ‘মোৰ সোঁৱৰণী’তো সেই কথাৰ উল্লেখ নহ’ল, কিয়নো ঘটনাটো আত্মজীৱনীখন লেখাৰ পৰৱৰ্তী সময়ৰ। দণ্ডিনাথ কলিতাই লেখা জীৱনী ‘গোহাঞিবৰুৱা’তো সেই কথাৰ উল্লেখ নাই। বেণুধৰ শৰ্মাৰ চকুতো নপৰিল। এইটোও উল্লেখযোগ্য যে বেজবৰুৱাৰ ‘মোৰ জীৱন সোঁৱৰণ’ ১৯৩৬ চনত আৰু গোহাঞিবৰুৱাৰ ‘মোৰ সোঁৱৰণী’ ১৯৩২ চনত লেখাৰ প্ৰমাণ আছে। কোনোজনেই তেওঁলোকৰ আত্মজীৱনীৰ ক’তো— ১৯০৯ চনৰ সেই বিচ্ছেদৰ তিক্ততাৰ কথা উল্লেখ কৰি যোৱা নাই। বৰং গোহাঞিবৰুৱাই সেই ঘটনাৰ সন্দৰ্ভত বেজবৰুৱাক শ্ৰদ্ধাৰেহে সুঁৱৰি থৈ গৈছে।

১৯৪০ চনৰ ভাদ মাহৰ শ্ৰীকৃষ্ণাষ্টমীৰ দিনা পদ্মনাথ গোহাঞিবৰুৱাই লক্ষ্মীনাথ বেজবৰুৱাৰ ভতিজাক আৰু সেই সময়ত 'বাঁহী'ৰ প্ৰকাশক-সম্পাদক মাধৱচন্দ্ৰ বেজবৰুৱালৈ তিনিটা বাক্যৰ তেনেই এধানমান চিঠি এখন লেখিছিলঃ

'মৰমৰ শ্ৰীমান মাধৱ মইনা!

সম্প্ৰতি মেঘৰ আঁৰত থকা মোৰ সাদৰী জীয়াৰী 'উষা'ৰ পোহৰ পুনঃ প্ৰচাৰ কৰিবলৈ মনস্থ কৰা শুনি বৰ ৰং পাইছো। তোমাৰ প্ৰস্তাৱ মতে, মোক প্ৰতিষ্ঠাতা স্বৰূপে ৰাখি কাকতখন ষষ্ঠ ভাগৰ পৰা প্ৰচাৰ কৰিবলৈ তোমাক সৰ্বস্বত্ব দান কৰিলো। আশা কৰোঁ, তোমাৰ হাতত 'উষা'ৰ আগৰ আদৰ সুখ্যাতিৰে ডেউতি চৰিব। ইতি, তোমাৰ মৰমৰ, শ্ৰীপদ্মনাথ গোহাঞিবৰুৱা"।

মাধৱ চন্দ্ৰ বেজবৰুৱাই সম্পাদনা কৰা 'বাঁহী'ৰ বুকুতেই 'উষা'ৰ ষষ্ঠ ভাগৰ প্ৰকাশ আৰম্ভ হ'ল। ছয়টা সংখ্যা ওলোৱাৰ পাছত মাধৱচন্দ্ৰ বৰুৱাৰ অকাল বিয়োগৰ লগে লগে 'বাঁহী' আৰু 'বাঁহী'ৰ বুকুৰ উমেৰে জী উঠা 'উষা' একেলগে মৃত্যুমুখত পৰে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যক মাধৱচন্দ্ৰ বেজবৰুৱাই 'বাঁহী'ত 'সাংবাদিকতাৰ ক, খ' শিকাইছিল বুলি মাধৱ বেজবৰুৱাৰ স্মৃতিচাৰণ লেখা এটাত ভট্টাচাৰ্যই নিজেই লেখিছিল। একেটা লেখাতে ভট্টাচাৰ্যই আৰু লেখিছিল যে মাধৱ বেজবৰুৱাই "কলিকতাত ইঞ্জিনিয়াৰিং শিক্ষা বিসৰ্জন দি তেওঁ এই ক্ষেত্ৰত হঠাতে নামি পৰিল দদায়েক লক্ষ্মীনাথৰ আশীৰ্বাদ লৈ আৰু মৰণৰ শেষ সময়লৈকে তেওঁ সেই আশীৰ্বাদৰ মৰ্যাদা ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল।" (মাধৱচন্দ্ৰ বেজবৰুৱা ঃ এম্ ইব্ৰাহিম আলী, পৃঃ ১০২)। উদ্ধৃত অংশৰ পৰা অনুমান কৰা বোধকৰো অসংগত নহ'ব যে লক্ষ্মীনাথ বেজবৰুৱাৰ শেষ জীৱনৰ সঞ্চিত আকাংক্ষা এটাক মাধৱ বেজবৰুৱাই বাস্তৱায়িতহে কৰিছিল। গোহাঞিবৰুৱাৰ উদ্ধৃত চিঠিখনৰ পৰাও জনা যায় যে 'বাঁহী'ৰ বুকুৰ মাজতেই 'উষা' প্ৰকাশ কৰাৰ সিদ্ধান্ত আৰু প্ৰস্তাৱ মাধৱ বেজবৰুৱাইহে দিছিল। গোহাঞিবৰুৱাই সাদৰেৰে সন্মতি দিয়াই নহয়, সৰ্বস্বত্ব 'বাঁহী'ৰ প্ৰকাশক-সম্পাদকক অৰ্পণ কৰিছিল। মহান মহানুভৱতাৰ হৃদয়-মন নাথাকিলে তেনে আকাংক্ষা আৰু সিদ্ধান্ত লোৱা সম্ভৱ নহয়। অন্তিমৰ এই ঘটনাটোৱে বেজবৰুৱা আৰু গোহাঞিবৰুৱা দুয়োজনৰেই তেনে দুখন বিশাল মহানুভৱতাৰ থকাৰ প্ৰমাণ দিয়ে। মানুহৰ ব্যতিক্ৰমী ব্যক্তিত্ব আৰু মহত্ত্ব এনেবোৰ কামতেই প্ৰস্ফুটিত হয়। তেনেদৰেই 'বাঁহী'ৰ বুকুত 'উষা' আৰু কালৰ বুকুত 'বাঁহী' একেলগে একে সময়তে নিতাল মাৰিছিল।

আমাৰ সম্পাদকীয়ত 'বাঁহী'ত প্ৰকাশিত লেখাসমূহ আৰু লেখকবৃন্দৰ বিস্তৃত আলোচনা অথবা উল্লেখ পৰিহাৰ কৰিছো। প্ৰকাশিত গ্ৰন্থখনতে পাঠকে বিচৰা আলোচনীখনৰ সমুদায় লেখা বিচাৰি পাব। সৰ্বসাধাৰণে বিচাৰি নোপোৱা অৱস্থাতহে মূল পাঠৰ উদ্ধৃতি আৰু ব্যাখ্যা-বিশ্লেষণৰ আৱশ্যক। আমি দেখা প্ৰায়বোৰ সম্পাদকীয়ই সুকীয়া সাহিত্য-আলোচনামূলক প্ৰবন্ধৰ নিচিনা। কিছুমান সম্পাদকীয়ৰ বিস্তৃতিয়ে মূল পাঠ মেলি চোৱাৰ আগতে বুকু কঁপাই দিয়ে। এজন লেখকৰ ৰচনাৱলী প্ৰকাশৰ সম্পাদকীয় আৰু আলোচনীৰ একত্ৰ সংকলন প্ৰকাশৰ সম্পাদকীয় একে নহয়। 'বাঁহী'ৰ প্ৰকাশিত পৃষ্ঠাত বিচাৰি পাবলৈ নোহোৱা অথচ আমি সংগ্ৰহ কৰা তথ্যৰে পাঠকক 'বাঁহী'ৰ পুনৰ্মুদ্ৰণৰ দুৱাৰডলিত থিয় কৰাই আমি বিদায় লোৱাই আমাৰ সম্পাদনাৰ নীতি আৰু সম্পাদকীয়ৰ সীমিত বিস্তৃতি। লেখাবোৰৰ গুণাগুণ বিচাৰ পাঠকৰ বাবে এৰিলো। অসম সাহিত্য সভাই 'বাঁহী'ৰ প্ৰথম আৰু দ্বিতীয় বছৰ ইতিমধ্যে গ্ৰন্থাকাৰে প্ৰকাশ কৰি উলিয়াইছিল কাৰণে আমি তৃতীয় বছৰৰ পৰাহে প্ৰকাশ কৰিবলৈ লৈছো। এইটো খণ্ডত তৃতীয়ৰ পৰা ষষ্ঠ বছৰলৈ চাৰি বছৰৰ বাঁহী সামৰা হৈছে। আমি বাঁহীৰ কপিবোৰৰ পৰা অফছেট পদ্ধতিত ছপা কৰি উলিয়াব

নোৱাৰিলো। সেয়ে ডি টি পি কৰোৱা হৈছে। কিন্তু তাকে কৰোতে বাক্য-বিন্যাস, শব্দ-বিন্যাস আদিত কোনো সংশোধন নকৰাকৈ যথাসম্ভৱ ফটোষ্টেটিক কম্পোজ কৰা হৈছে।

বেজবৰুৱাৰ ভতিজা নাতি শিৱসাগৰৰ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱা 'বাঁহী'ৰ এই প্ৰকাশিত ৰূপৰ উদ্যোক্তা। আমি একো কষ্ট নকৰাকৈয়ে তেখেতৰ আপুৰুগীয়া ব্যক্তিগত পুথিভঁৰালত সযত্নে সঞ্চিত অৱস্থাৰ পৰা 'বাঁহী'ৰ সংখ্যাবোৰ সংগ্ৰহ কৰিছো। বেজবৰুৱাই তেওঁৰ একমাত্ৰ কন্যাক বিয়া দি উলিয়াই দিওঁতে ব্যথাতুৰ হৈছিল নে নাই নেদেখিলো, কিন্তু পুৰণি আলোচনীৰ সংগ্ৰহেই হওক বা পুৰণি দুষ্প্ৰাপ্য গ্ৰন্থ এখনেই হওক, আমাক উলিয়াই দিয়াৰ সময়ত তেওঁ হাজাৰবাৰ ব্যথাতুৰ হোৱা কৰা দেখিছো। এটাই সান্ত্বনা ঃ উৱলি যাব ধৰা অসমীয়া সাহিত্যৰ মহামূল্যবান আলোচনীখিনি গ্ৰন্থাকাৰে প্ৰকাশ হৈ গ'লে বিলুপ্ত হোৱাৰ পৰা ৰক্ষা পৰিব। নিজকে অসমীয়া জাতীয় সম্পদবোৰৰ কেৱল ৰখীয়া বুলি গণ্য কৰা শ্ৰীবেজবৰুৱাৰ সহায় আৰু নিঃচৰ্ত সহযোগিতা অবিহনে 'বাঁহী'ৰ মূল্যবান সংকলন পাঠকৰ ওচৰত পৌচাই দিয়া সম্ভৱ নহ'লহেঁতেন। তাৰ বাবে শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱা অসম প্ৰকাশন পৰিষদৰে নহয়, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি আগ্ৰহী আৰু শ্ৰদ্ধাশীল প্ৰতিজন ব্যক্তিৰে কৃতজ্ঞতাৰ পাত্ৰ। 'বাঁহী' বাকী থকা সংখ্যাবোৰো একাদিক্ৰমে প্ৰকাশ কৰিবলৈ অসম প্ৰকাশন পৰিষদে সিদ্ধান্ত গ্ৰহণ কৰিছে।

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাৰ লেখাটোত লক্ষ্মীনাথ বেজবৰুৱাৰ অন্তিম দিনবোৰৰ দাৰিদ্ৰ্য আৰু ক্লেশৰ উল্লেখ আছে। আমি জনাত বেজবৰুৱাৰ জীৱনত সেই কৰুণ অধ্যায় এতিয়ালৈকে অকথিত হৈয়ে ৰৈছিল। শ্ৰীবেজবৰুৱাই সদৰী নকৰাহেঁতেন, সেই অধ্যায় বোধকৰো অকথিত হৈয়ে ৰ'লহেঁতেন। যিজন বেজবৰুৱাই তেওঁৰ আঢ়ৈকুৰি বছৰীয়া সাহিত্যিক জীৱনত অসমীয়া মানুহক হঁহুৱাই হঁহুৱাই কন্দুৱাই দিছিল, 'হাঁহি সুধি হাঁহি তোলাব' পাৰিছিল, সেইজন ৰসৰাজ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই চৰম আৰ্থিক অনাটনৰ মাজত জীৱন সামৰিব লগাত পৰিছিল। অসমীয়াই সেইজন বেজবৰুৱাৰ নামত আজিলৈকে এটা স্মৰণীয় স্মাৰক সাজি তেওঁৰ নাম যুগমীয়া কৰাৰ কথা ভবা নাই।

গুৱহাটী
মাৰ্চ, ২০০৫

লক্ষ্মীনাথ তামুলী আই.এ.এছ.
সচিব
অসম প্ৰকাশন পৰিষদ

# বেজবৰুৱাৰ 'বাঁহী'

সেয়া ১৯০৯ চনৰ আগষ্ট মাহৰ কোনোবা এটা শুভ দিন। বেজবৰুৱা তেতিয়া কলিকতাৰ 'হেয়াৰ ষ্ট্ৰীট'ৰ বাসিন্দা। সন্ধিয়াবেলা আঠজন প্ৰবাসী অসমীয়া ছাত্ৰই বেজবৰুৱা ডাঙৰীয়াক হেঁচা মাৰি ধৰিলে আৰু জনালে যে 'জোনাকী'ৰ পাছত তেনে এখন অসমীয়া আলোচনীৰ আৱশ্যক। তাকেই ১৯৪৪ চনৰ ২৬ মাৰ্চত বেজবৰুৱাৰ অতি মৰমৰ যতীন্দ্ৰনাথ দুৱৰাই ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱাৰ কলিকতাত 'বাঁহী প্ৰেছ' মুকলি উৎসৱত সুঁৱৰিছে এনেদৰে— "আজি মোৰ মনত পৰিছে ১৯০৯ চনৰ আগষ্ট মাহৰ এটা দিনৰ বিয়লি বেলা, কলিকতীয়া কিন্‌কিনীয়া বৰষুণত অলপ অলপ তিতি কলিকতাৰ প্ৰবসুৱা ছাত্ৰসকল আৰু দুই-চাৰিজন অসমীয়া ভদ্ৰলোক সেই সময়ৰ মিৰ্জাপুৰ ষ্ট্ৰীটত থকা 'লায়েক জুবিলি ইনষ্টিটিউছন'ৰ এটা কোঠালিত একেলগে গোট খোৱা— উদ্দেশ্য কেইবাবছৰো নিজান হৈ পৰি থকা এ এছ এল ক্লাবক কলিকতাৰ ছাতৰৰ মাজত পুনৰ সংস্থাপন কৰা। সভাপতি আছিল যোৰহাটৰ স্বৰ্গীয় বি চি ফুকন। যথা সময়ত সভাৰ কাম আৰম্ভ কৰা হ'ল। আৰম্ভণী গীত, কবিতা, প্ৰবন্ধ ইত্যাদি পাঠ হোৱাৰ পাছত কাৰ্যনিৰ্বাহক সমিতি গঠন হ'ল। স্থায়ী সভাপতি হ'ল স্বৰ্গীয় বেজবৰুৱা ডাঙৰীয়া (যদিও তেখেত সেই সভাত উপস্থিত নাছিল)। সহকাৰী সভাপতি শ্ৰীযুত ভোলানাথ কাকতি আৰু সম্পাদক শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰী নিৰ্বাচিত হ'ল। সভাপতিয়ে তেখেতৰ বক্তৃতাত সেইদিনা এটা কথা উনুকিয়াইছিল যে আগৰ কলিকতীয়া ছাত্ৰসকলে 'জোনাকী' কাকতখন চলাইছিল আৰু এতিয়াও এই সভাৰ জৰিয়তে সেই কাকতখন উলিয়াবলৈ গাত লয় তেন্তে তেখেতে যথাসাধ্য সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। আমি আনন্দত উৰুলিকৃত হৈ পৰিলো। পাঁচ-ছয়দিনমানৰ পাছত আমি পাঁচজন— শ্ৰীযুত ভোলানাথ কাকতি, শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰী, শ্ৰীযুত পূৰ্ণানন্দ পাঠকৰ লগতে ময়ো 'হেয়াৰ ষ্ট্ৰীটৰ' অফিচত বেজবৰুৱাদেৱক দেখা কৰি সকলো কথা বিৱৰি ক'লোহক। তেখেতে সকলো কথা শুনি হাঁহি মাৰি ক'লে, 'তোমালোকে প্ৰবন্ধ গোটাবা, সম্পাদন কৰিবা, তাৰ পাছত যোৰহাটলৈ পঠাবা। তাত ছপা হৈ আকৌ কলিকতা পাবহি। তাৰ পাছত আকৌ তোমালোকে ইয়াৰ পৰা বিলাবা, যোৱাহে তোমালোকৰ এইবিলাক তিনি ফেৰেঙণীয়া কথা। কাকত উলিয়াব খুজিছা, বাৰু দিয়া মোক তিনি মাহৰ কাৰণে ছটা ছটাকৈ ১৮ টা প্ৰবন্ধ। মই উলিয়াই দিম কাকত'। আমি গাত লৈ তেখেতে দিয়া চাহ আৰু মিঠাইৰ সৎব্যৱহাৰ কৰি ঘৰমুৱা হ'লো। আহিবৰ সময়ত তেখেতে হাঁহি হাঁহি 'ফ্ৰাইট-ফ্ৰেট-ফ্ৰোৰইট' মাতেৰে আমাক বিদায় দিলে। তাৰ এমাহমানৰ পাছত যেতিয়া আমি ১৮ টাৰ ঠাইত ২২ টা মান প্ৰবন্ধ তেখেতৰ হাতত দিলো তেতিয়া তেখেতে ক'লে 'তোমালোক বৰ দুষ্ট ল'ৰা, বৰ দুষ্ট ল'ৰা। মই তেতিয়া ফোৰোহণি মাৰি তোমালোকক উৰুৱাই দিছিলো। পাছে তোমালোকে মোক ভাল ফান্দত পেলালা।' মই তেতিয়া ক'লো, 'আমাৰ ফালে হ'লে হাতীৰ দাঁত এবাৰ ওলালে আৰু নোসোমাই। আপোনালোকৰ কলিকতীয়া হাতীৰ দাঁত কেনে বিধৰ ক'ব নোৱাৰো।' তেখেতে তেতিয়া ক'লে, 'তোমালোকৰ বিধৰ দৰেই। বাৰু প্ৰবন্ধকেইটা থৈ যোৱা, মই আকৌ পৰহিলৈ ঝাড়চোগোড়ালৈ যাব লাগিব। দেখা যাওক কি কৰিব পৰা যায়।' আমি হাঁহি বিদাই লৈ আহিলো। পাছত শুনিবলৈ পালো যে আমি দিয়া প্ৰবন্ধ বিলাক বাচি, সালসলনি কৰি শুধৰাই দিবলৈ সময় নোহোৱাত

তেখেতৰ নিজৰ লিখা প্ৰবন্ধ বিলাককে সজাই পিছদিনাখন ছপাশালত দি উলিওৱা মেলা সকলো বন্দোবস্ত কৰিলে। তাৰ পিছদিনাখন ঝাড়চোগোড়ালৈ গুচি গ'ল। তেখেতৰ নিজৰ প্ৰবন্ধবিলাক বাছোতেও হেনো ৰাতি দুই বাজি গৈছিল। এই কাৰণেই প্ৰথম বছৰ প্ৰথম সংখ্যা 'বাঁহী'ত কেৱল তেখেতৰেই সকলো প্ৰবন্ধ থকাৰ কাৰণ। 'বাঁহী' যিদিনা ২ নং লালবজাৰ ষ্ট্ৰীটৰ 'আসাম-বেংগল ষ্টোৰ্ছ'ৰ পৰা ওলাইছিল, সেইদিনা কলিকতীয়া অসমীয়া ছাত্ৰসকলৰ মাজত যে কি আনন্দ তাক মুখেৰে বৰ্ণাব নোৱাৰি। তাৰ পাছত দ্বিতীয় সংখ্যাৰ পৰাহে আন লেখকসকলৰ বাছকবণীয়া প্ৰবন্ধ 'বাঁহী'ত ওলাবলৈ ধৰিলে। 'বাঁহী' প্ৰথমতে ইংৰাজী মাহৰ শেষত ওলাইছিল। মাৰ্চ মাহৰ শেষ পষেকত 'বাঁহী'খন ওলাওতেই তেখেতৰ মনত খেলালে যে অসমীয়া মাহিলি কাকতখন কিয় অসমৰ জাতীয় পৰ্ব ব'হাগৰ বিহুৰ দিনা নোলাব। সেই কাৰণেই তেখেতে পাছৰ 'বাঁহী'খন ১৫ দিনৰ ভিতৰতে সকলো কাম শেষ কৰি ব'হাগৰ বিহুৰ দিনাখনেই উলিয়াই দিলে। তাৰ পাছৰ পৰা এইদৰেই কেইবাবছৰো নিয়মিতৰূপে 'বাঁহী' চলি আছিল।"

সেয়া এক নতুন যুগৰ সূচনা। আনহাতে, সেই সময়ত এখন অসমীয়া আলোচনী প্ৰকাশৰ বাবে বেজবৰুৱাই মনতে গভীৰভাৱে চিন্তা কৰি আছিল। এই কাৰণেই— যাৰ আৰম্ভণি হৈছিল অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ এক অবিস্মৰণীয় অধ্যায় 'বাঁহী-ঊষা বিবাদ'। কাৰণ সেই সময়ত অসমীয়া ভাষা-সাহিত্যৰ অন্য এজন কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাদেৱে সম্পাদনা কৰি তেজপুৰৰ পৰা প্ৰকাশ কৰা 'ঊষা' কাকতৰ তৃতীয় বৰ্ষ ১৮৩০ শকৰ ভাদ মাহত 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' শীৰ্ষক শিতানত 'এংল ইণ্ডিয়ান' নামৰ এটা প্ৰবন্ধ প্ৰকাশ পাইছিল আৰু সেই বছৰতেই কৃপাবৰ বৰুৱাৰ বম নামৰ অন্য এটা প্ৰবন্ধও প্ৰকাশ পাইছিল। এই দুয়োটা প্ৰবন্ধত বেজবৰুৱা ডাঙৰীয়াই ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসকসকলৰ স্বৰূপটো উদঙাই দি ভেৰাকুটি কৰিছিল। গোহাঞিবৰুৱা আছিল একান্ত ৰাজভক্ত কিন্তু বেজবৰুৱাই আৱশ্যক হ'লে সেই সময়ৰ ব্ৰিটিছ শাসকমণ্ডলীৰ কুটিল সাম্ৰাজ্যবাদী স্বৰূপ উদঙাবলৈ কুণ্ঠাবোধ নকৰিছিল। ফলস্বৰূপে ওপৰোক্ত প্ৰবন্ধ দুটা প্ৰকাশ কৰাৰ কাৰণে গোহাঞিবৰুৱা ডাঙৰীয়া ব্ৰিটিছ শাসকমণ্ডলীৰ ওচৰত জবাবদিহি হৈছিল আৰু 'ঊষা'ৰ পাততেই গোহাঞিবৰুৱা ডাঙৰীয়াই সেই প্ৰবন্ধ দুটা প্ৰকাশ কৰাৰ বাবে অকপটভাৱে ৰজাঘৰৰ ওচৰত ক্ষমা বিচাৰিছিল।-এয়ে বেজবৰুৱাৰ মুকলি মনত এক চৰম আঘাত হানিলে। যাৰ কাৰণে বেজবৰুৱাই এখন নতুন আলোচনী প্ৰকাশৰ কথা ভাবিবলৈ বাধ্য হৈছিল। এনেতে ওপৰত উল্লেখ কৰা দুৰ্গা ডাঙৰীয়াৰ দৰে অসমীয়া ছাত্ৰৰ দলে বেজবৰুৱাৰ মনত শকতি জগালে আৰু ১৯০৯ চনত বেজবৰুৱাই নিজৰ প্ৰবন্ধেৰে আঠ দিনৰ ভিতৰত ওচৰতে থকা 'সালকিয়া প্ৰিণ্টিং ৱৰ্কছ'ত ছপা কৰি ২ নং লালবজাৰ ষ্ট্ৰীটৰ 'আসাম-বেংগল ষ্টোৰ্ছ'ৰ পৰা 'বাঁহী' প্ৰকাশ কৰে। এই 'বাঁহী'ৰ পাততে বেজবৰুৱা ডাঙৰীয়াই নিজকে অসমীয়া সাহিত্যৰ অপ্ৰতিদ্বন্দ্বী সাহিত্য-সেৱক হিচাপে প্ৰতিষ্ঠা কৰে। বেজবৰুৱাদেৱৰ ভাষাত ক'বলৈ গ'লে 'বাঁহী' আছিল তেখেতৰ 'কলিজাৰ আগমণ্ডহ'। 'বাঁহী'য়ে নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে তেখেতৰ জীৱনকালত ২৫ টা বছৰ পূৰ্ণ কৰে। 'বাঁহী' প্ৰথম ৯ বছৰ কলিকতাৰ পৰা প্ৰকাশ পাইছিল আৰু মাজভাগত কৰ্ম উপলক্ষে বেজবৰুৱাই সম্বলপুৰ প্ৰবাসী হোৱাত বেজবৰুৱা আৰু মাজিউৰে গুৱাহাটীৰ খাৰঘুলিত থকা মাজিউৰ 'নিউ প্ৰেছ'ত ছপা কৰি 'বাঁহী' প্ৰকাশ কৰিছিল। সেয়া এক বেলেগ কাহিনী।

'জোনাকী'ৰ দ্বিতীয় বছৰ তৃতীয় সংখ্যাত ভুমুকি মৰা বেজবৰুৱাৰ মানসপুত্ৰ 'কৃপাবৰ বৰুৱা'ৰ পূৰ্ণবিকাশ হ'ল এই 'বাঁহী'ৰ পাততে। সেয়েহে বেজবৰুৱাৰ গাৰ লগত ছাঁৰ দৰে থাকি স্বপ্ৰতিষ্ঠিত হোৱা কৃপাবৰ আছিল বেজবৰুৱাৰ সৈতে একেটা মুদ্ৰাৰ দুপিঠি। বেজবৰুৱাই নিজেই ৰগৰ তুলি বিংশ বৰ্ষৰ দশম সংখ্যা 'বাঁহী'ত 'বৰবৰুৱা লম্বাই সংবাদ'ত নিজেই লিখিছে—

'বৰবৰুৱা— 'লম্বাই বাপু মোৰ 'মেজাজ' ভালেই আছে তুমি ভয় নকৰিবা। বাৰু, মোক কোৱাচোন, তুমি সাহিত্য সভালৈ গৈছিলানে?'

লম্বাই— 'অ' আই মই নেযাম কিয়? গৈছিলোতো, সেইটো কিবা লুকঢাক কৰিবৰ কথানে ডাঙৰীয়া।

বৰবৰুৱা— 'তাত মোক নেদেখিলানে?'

লম্বাই— 'নেদেখিলো। মই মিছা কথা কবলৈ কি হৈছে।'

বৰবৰুৱা— 'মিছা কথা নকবপাৰা, কিন্তু তোমাৰ ইন্দ্ৰিয়বৰ্গত দোষ প্ৰবেশ কৰিছে- বিশেষকৈ কাণ আৰু চকুত।'

লম্বাই— 'কেনেকৈ?'

বৰবৰুৱা— 'এনেকৈ- 'বাহীৰ সম্পাদক সভালৈ যাওতে ৰভাঘৰৰ দুৱাৰমুখত 'কৃপাবৰ বৰুৱাৰ জয়' বুলি ভলণ্টিয়াৰে চিঞৰা শুনিছিলানে নাই।'

লম্বাই— 'শুনিছিলো। কিন্তু কৃপাবৰক তাত নেদেখিলো। গান্ধী মহাত্মাৰ জয়ো শুনিছিলো অথচ মহাত্মা তাত নাছিল।'

বৰুৱা— 'শুনা তেন্তে, চৰ্ম-চক্ষুৰে দেখাসকলে আমাক নেদেখে। ভলণ্টিয়াৰ অৰ্থাৎ বলণ্টিয়াৰৰ চকুত চামনি নাই, সেইদেখি তেওঁলোকে আমাক নেদেখিছিল আৰু আমাৰ নামত জয়ধ্বনি কৰিছিল। যাওঁতে 'বাঁহী'ৰ সম্পাদক মাজত, তেওঁলোকৰ আগত মহাত্মা আৰু পাছত বৰবৰুৱা, বোলো লম্বাই শৰ্মা তুমি তোমাৰ চকুৰ চামনি শীঘ্ৰেই কটাই লোৱা তেতিয়া দিনে-ৰাতিয়ে সমানে ফৰকাল দেখিবা।'

এয়াই আছিল বেজবৰুৱাৰ কৃপাবৰ।

সেই সময়ত বেজবৰুৱা ডাঙৰীয়াই বি এ পাছ কৰি চৰকাৰৰ ঘৰৰ পৰা দুবাৰ মুঞ্চিপৰ পদ পাই সেই পদ প্ৰত্যাখ্যান কৰিছিল আৰু তাৰ পৰিৱৰ্তে স্বাধীনচিতিয়া বেজবৰুৱা সদাগৰ ভোলানাথ বৰুৱাৰ সৈতে কাঠৰ ব্যৱসায় কৰিবলৈ গৈ হাতত কুঠাৰ লৈ অসম আৰু সম্বলপুৰৰ হাবিত সোমাইছিলগৈ আৰু লগতে সাহিত্য-চৰ্চাত আত্মনিয়োগ কৰিছিল। সেয়াই হৈছিল অসমৰ ভাষা-সাহিত্যৰ প্ৰতি ভগৱানৰ আশীৰ্বাদ। নহ'লে হয়তো ৰাজবিষয়া হোৱা বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ আকাশত সাতৰঙৰ ৰামধেনুৰে চমক তুলিব নোৱাৰিলেহেঁতেন। ১৯০৪ চনত বেজবৰুৱা আৰু ভোলানাথ বৰুৱাৰ মাজত মতান্তৰ হয় আৰু দুয়ো ভাগি পৰিছিল। বেজবৰুৱাৰ ভাষাত ক'বলৈ হ'লে— '১৯০৩ খ্ৰীষ্টাব্দটো এনেদৰেই কাম কৰি আছিলো আৰু আমাৰ ব্যৱসায় আৰু ডাঙৰ হৈছিল আৰু সেই বছৰৰ শেষৰ ফালে বি. বৰুৱা আৰু মোৰ ভিতৰত কলী প্ৰবেশ কৰিলে। ভুঁইকঁপৰ গুণগুণনি এই ১৯০৩ চনৰ শেষৰ ডোখৰত শুনিলো আৰু ১৯০৪ খ্ৰীষ্টাব্দত তাৰ জোকাৰত ইমানদিনৰে পৰা মই মনেপতা ঘৰটো ভাগি পৰিল। অৱশ্যে তেতিয়াও মই কাম এইদৰেই শেষলৈকে কৰি আছিলো। ১৯০৪ খ্ৰীষ্টাব্দত লেখা মোৰ ডায়েৰিৰ পাত ইংৰাজীত ক'বৰ দৰে 'dismal reading' অৰ্থাৎ শোকাবহ।'

সহৃদয়ক হেৰুৱাই বেজবৰুৱা মানসিকভাৱে ভাগি পৰিছিল। কিন্তু থমকি নৰ'ল। নিজাববীয়াকৈ কাঠৰ ব্যৱসায় আৰম্ভ কৰিলে। কিন্তু ১৯১৪ চনত প্ৰথম বিশ্বযুদ্ধই বেজবৰুৱাৰ কাঠৰ ব্যৱসায়ৰ যতি পেলাইছিল। উপায়ন্তৰ হৈ বেজবৰুৱাই 'ৱাৰ্ড কোম্পানী'ত যোগদান কৰিছিল আৰু কোম্পানীৰ হৈ সম্বলপুৰত কাঠৰ ব্যৱসায় কৰিছিল। এই সময়ছোৱাতে বেজবৰুৱাই অসমীয়া সাহিত্য ক্ষেত্ৰত পূৰ্ণতা লাভ কৰিছিল। শেষত ১৯২৮ চনত বেজবৰুৱাই 'ৱাৰ্ড কোম্পানী'ৰ চাকৰি এৰি নিজাববীয়াকৈ কাঠৰ ব্যৱসায় কৰিছিল।

বছৰ আগুৱাই গৈছিল। বেজবৰুৱাৰ শৰীৰতো বাৰ্দ্ধক্যই দেখা দিছিল। এবাৰ ব্যৱসায় সংক্ৰান্তীয় কামত অসমলৈ আহি গাৰো পাহাৰত কাঠৰ যা-যোগাৰ কৰিবলৈ যাওঁতে ভাগৰি পৰি অৰণ্যৰ মাজৰ ৰাস্তাত বেজবৰুৱা অজ্ঞান হৈ পৰি আছিল। দুজন গাৰো লোকে পাই বেজবৰুৱাক বাঁহৰ চুঙাত চাহ কৰি খুৱাই সুস্থ কৰি ভৈয়ামলৈ নমাই আনিছিল। কিন্তু বেজবৰুৱাৰ মন ভাঙি পৰা নাছিল। 'বাঁহী' প্ৰকাশ কৰিয়েই আছিল। 'কলিজাৰ আগমঙহ' 'বাঁহী' প্ৰকাশত বাধা পৰা নাছিল। তথাপি এবাৰ সম্পূৰ্ণকৈ ভাগৰি পৰি ১৩/৩/৩১ তাৰিখে বৰ জীয়েক অৰুণালৈ লিখিছিল—: "এবার আমার business একেবারেই খারাপ। ডিপোতে কাঠের প্রকাণ্ড গাদা, অথচ বিক্রি নেই। খরচে খরচান্ত। ভাবছি তোমার কাছে গিয়ে শুয়ে শুয়ে বাকী দিনকয়টা কাটিয়ে দেব। একমুঠো ভাত খেতে দিও আৰ সব ছেড়ে দেব। একটা ছোটখাট রকম নীচের তলায় ঘর রেখে দিও— একটা দড়ির খাটিয়া হলেই হবে। কিন্তু তোমরা যখন আমার খোকা-খোকীকে টিপুনি দিবে তখন কিন্তু দেখে থাকতে পারবনা। চটে গিয়ে পোঁটলা পোঁটলি বেঁটে সেখান থেকে বৃন্দাবন হেঁটে চলে যাব কারণ হাতেতো পয়সা থাকবেনা।"

এই আৰ্থিক অনাটনৰ মাজত বেজবৰুৱাই ১৯৩০ চনত অসম ভ্ৰমণ কৰোতে কোনেও ভাবিব পৰা নাছিল যে সংসাৰৰ ঘাত-প্ৰতিঘাতৰ মাজত বেজবৰুৱা ডাঙৰীয়াই কেনেকুৱা সময় অতিবাহিত কৰিব লগা হৈছিল। কোনো কোনো সময়ত বেজবৰুৱাই পুৰণি বাতৰি কাকত বিক্ৰী কৰি সংসাৰৰ জোৰা মাৰিছিল কিন্তু বেজবৰুৱাই কোনোদিন হাঁহিবলৈ পাহৰা নাছিল আৰু সেই হাঁহি প্ৰতিধ্বনিত হৈছিল তেওঁৰ লেখনিৰ মাধ্যমত। বেজবৰুৱাই ৰগৰ কৰি এঠাইত লিখিছিল, যেতিয়া তেখেতে কুঠাৰখন দুৱাৰ চুকত থৈ মেজ আৰু মচিয়াত বহি কলম তুলি ল'লে, তেতিয়া বোলে দুৱাৰ চুকৰ পৰা কুঠাৰে লাহেকৈ মাত লগাই— 'হেঁ হেঁ হেঁ ককাইটি কি কৰিছা, দেখিছো।'

এয়েই আছিল বেজবৰুৱাৰ সাহিত্য সাধনা।

এই পটভূমিত প্ৰকাশন পৰিষদৰ সচিব লক্ষ্মীনাথ তামুলীয়ে 'বাঁহী'ৰ পুনঃমুদ্ৰণ কৰিবলৈ আগবঢ়া দেখি আনন্দত উৎফুল্লিত হৈ পৰিছো। শ্ৰীযুত তামুলীৰ সান্নিধ্যলৈ আহি সদায় একেটা কথাই কৈছো, মোৰ হাতত থকা এই অমূল্য সম্পদকেইফেৰা যদি নষ্ট হৈ যায় হয়তো চিৰকালৰ বাবেই হেৰাই যাব। এনেতে সাহিত্য সভাই পুনঃ মুদ্ৰণ কৰা প্ৰথম আৰু দ্বিতীয় বৰ্ষৰ 'বাঁহী'ৰ পাছত শ্ৰীযুত তামুলীৰ সাহিত্যপ্ৰীতি আৰু কাৰ্যদক্ষতাৰ গুণত 'বাঁহী'ৰ এইকেইটা বৰ্ষ প্ৰকাশ পাইছে। শ্ৰীযুত তামুলীৰ সাহিত্যপ্ৰীতি আৰু কৰ্মদক্ষতা তুলনাহীন। ভগৱানে তেখেতক সুস্বাস্থ্য প্ৰদান কৰি তেখেতে হাতত লোৱা বাকী কামখিনিও কৰিবলৈ প্ৰেৰণা দিয়ক। আশা কৰো পঢ়ুৱৈ সমাজে 'বাঁহী'ৰ পুনঃমুদ্ৰিত বৰ্ষকেইটা আদৰি ল'ব আৰু এই দিশত আমাক আগবাঢ়িবলৈ প্ৰেৰণা দিব।

মাৰ্চ, ২০০৫

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱা
শিৱসাগৰ

তৃতীয় বছৰ] আঘোণ। বাঁহী ১৮৩৩ শক। [১ম সংখ্যা।



তৃতীয় বছৰ] পুহ। বাঁহী ১৮৩৩ শক। [২য় সংখ্যা।

## তৃতীয় বছৰ] মাঘ। বাঁহী ১৮৩৩ শক। [৩য় সংখ্যা।



## [তৃতীয় বছৰ] ফাগুণ। বাঁহী। ১৮৩৩ শক। [৪ৰ্থ সংখ্যা।]



## [তৃতীয় বছৰ] চ'ত। বাঁহী। ১৮৩৩ শক। [৫ম সংখ্যা।]

[তৃতীয় বছৰ] কাতি। বাঁহী। ১৮৩৪ শক। [১২শ সংখ্যা।]



[৪ৰ্থ বছৰ] আঘোণ। বাঁহী। ১৮৩৪ শক। [১ম সংখ্যা।]



[৪ৰ্থ বছৰ] পুহ। বাঁহী। ১৮৩৪ শক। [২য় সংখ্যা।]

## [৪ৰ্থ বছৰ] ফাগুণ। বাঁহী। ১৮৩৪ শক। [৪ৰ্থ সংখ্যা।]

## [৪র্থ বছৰ] চত। বাঁহী। ১৮৩৪ শক। [৫ম সংখ্যা।]



## [৪র্থ বছৰ] বহাগ। বাঁহী। ১৮৩৫ শক। [৬ষ্ঠ সংখ্যা।]

## [৪র্থ বছৰ] জেঠ। বাঁহী। ১৮৩৫ শক। [৭ম সংখ্যা।]



## [৪র্থ বছৰ] আহাৰ। বাঁহী। ১৮৩৫ শক। [৮ম সংখ্যা।]

[৪ৰ্থ বছৰ] শাওণ। বাঁহী। ১৮৩৫ শক। [৯ম সংখ্যা।]

## [৪র্থ বছৰ] কাতি। বাঁহী। ১৮৩৫ শক। [১২শ সংখ্যা।]



## পঞ্চম বছৰ, আঘোণ ] বাঁহী [১৮৩৫ শক, ১ম সংখ্যা।

পঞ্চম বছৰ, পুহ] বাঁহী। [১৮৩৫ শক, ২য় সংখ্যা।



পঞ্চম বছৰ, মাঘ] বাঁহী। [১৮৩৫ শক, ৩য় সংখ্যা।

পঞ্চম বছৰ, ফাগুণ] বাঁহী। [১৮৩৫ শক, ৪র্থ সংখ্যা।



পঞ্চম বছৰ, চত] বাঁহী। [১৮৩৫ শক, ৫ম সংখ্যা।



পঞ্চম বছৰ, বহাগ ] বাঁহী। [১৮৩৬ শক, ৬ষ্ঠ সংখ্যা।

## ষষ্ঠ বছৰ, আঘোণ] বাঁহী। [১৮৩৬ শক, ১ম সংখ্যা।

## ষষ্ঠ বছৰ, পুহ।] বাঁহী। [১৮৩৬ শক, ২য় সংখ্যা।



## ষষ্ঠ বছৰ, মাঘ] বাঁহী। [১৮৩৬ শক, ৩য় সংখ্যা।



## ষষ্ঠ বছৰ, ফাগুন বাঁহী। [১৮৩৬ শক, ৪ৰ্থ সংখ্যা।

## ষষ্ঠ বছৰ, শাওণ] বাঁহী। [১৮৩৭ শক, ৯ম সংখ্যা।



## ষষ্ঠ বছৰ, ভাদ] বাঁহী। [১৮৩৭ শক, ১০ম সংখ্যা।

ষষ্ঠ বছৰ, আহিন] বাঁহী। [১৮৩৭ শক, ১১শ সংখ্যা।



ষষ্ঠ বছৰ, কাতি] বাঁহী। [১৮৩৭ শক, ১২শ সংখ্যা।

# লক্ষ্মীনাথ বেজবৰুৱা



জন্ম ঃ নৱেম্বৰ, ১৮৬৪ — মৃত্যু ঃ ২৬ মাৰ্চ, ১৯৩৮

## বাজোক মধুৰ বাঁহী।

অমিয়া সুৰৰ মধু পঞ্চমত
বাজোক মধুৰ বাঁহী ;
নীল আকাশত তৰাৰ মাজত
জোনায়ে তোলোক হাঁহি।
মৃদুল মধুৰ বাঁহীৰ সুৰটি
কৰোক শীতল প্ৰাণ ,
হৰিণ হৰিণী তবধ লাগোক (শুনি)
মধুৰ বাঁহীৰ তান।
নিকুঞ্জ বনত হোক প্ৰস্ফুটিত
ধুনীয়া গোলাপ পাহি ,
স্বৰ্গ অপেস্বৰা ৰঙ্গে মতলীয়া,
ৰমণীমোহন বাঁহী।
বাঁহীৰ সুৰত জগত বলিয়া,
বাঁহী কিবা যাদু জানে।
অমিয়া সুৰৰ ৰহস্য নিগূঢ়
হীনবুদ্ধি কিবা মানে।

শ্ৰীৰুদ্ৰকান্ত গোস্বামী।

## সম্পাদকৰ চৰা

"নমো নমো নিত্য নিৰঞ্জননাৰাযণ।
অনাদি অনন্ত নিৰ্গুণ গুণ নিযন্তা।
পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তুমি সে চৈতন্য সমস্ত ভৱভাবন্তা।। "
—মাধৱদেৱ।

এই সংখ্যাৰে আমি আজি তৃতীয বছৰ আৰম্ভ কৰিলোঁ। পূৰ্ব্বাপৰ আদি—অন্ত-বিৰহিত চৈতন্যস্বৰূপ পৰমপুৰুষ ভগৱন্তৰ চৰণত আমাৰ শত সহস্ৰ কোটী নমস্কাৰ।

যোৱা দুবছৰত বাঁহীয়ে নিজৰ ক্ষুদ্ৰ জ্ঞান বুদ্ধি অনুসৰি যি যি কাৰ্য্য কৰিলে তাৰ বিচাৰৰ ভাৰ গ্ৰাহক পাঠকসকলৰ ওপৰত হে, আমাৰ ওপৰত নহয়। গছৰ পৰিণতি ফলত, আমাৰ পৰিণতি কাৰ্য্যত। ফল পকিল সৰিল আৰু গছেৰে সৈতে তাৰ সম্পৰ্ক গুচিল। আমাৰ কৰ্ত্তব্য কাৰ্য্য কৰা হল আৰু তাৰে সৈতে আমাৰ সমন্ধ ছিগিল। তাৰ বাবে নিন্দা তাৰ বাবে বন্দনা এফালে আৰু আমি এফালে ;—মাজত বৈতৰণী নৈ।

আমি জানো, বাঁহীয়ে কৰ্ত্তব্যৰ অনুৰোধত অনেকৰ মনত অসন্তোষ দিছে, আকৌ অনেকৰ মনত সন্তোষও দিছে ; কিন্তু তাৰে চকু বাঁহীয়ে নিদিয়ে। বাঁহীয়ে জানে যে সকলোকে সন্তোষ দিব নোৱাৰি ;—দিবলৈ গলে বাঁহীৰ অৱস্থা ইচপৰ সাধুকথাৰ সেই ঘোৰাত উঠি যোৱা বুঢ়াৰ নিচিনা হব। বেলিৰ পোহৰ সকলো ঠাইত সমানে পৰে ; যি ঠায়ে যেনেকৈ তাক লব পাৰে তেনেকৈ পায়। বাঁহীৰ ডিঙিত প্ৰসংশাৰ জয়মলা আৰু পিঠিৰ ওপৰত ৰাম-টাঙোন সমান। সিদিনা এজনে বাঁহী এখন পুৰি তাৰ ছাইসোপা লেফাপা এটাৰ ভিতৰত সুমাই ইংৰাজী নিয়মেৰে লেফাপাটোৰ ওপৰত কলা দাগ দি আমালৈ পঠিয়াইছিল। সেই চিঠিখন প্ৰথমতে মেলাৰ সন্মান আমাৰ কপালত নঘটিল ; বাঁহীৰ অফিচৰ আন এজনে সেই চিঠি লেখোঁতাৰ হাতৰ আখৰ চিনি পাই, লেখকৰ "আপুটিয়েক কি আমৈয়েক" ঢুকুৱাৰ আশঙ্কা কৰি হবলা, লৰালৰিকৈ চিঠিখন খুলি তেওঁৰ হাত কলা কৰিলে। পিছত আমি দেখি "কাণ্ডাৎ কাণ্ডাৎ পৰোহন্তি*

---

* 'বাঁহী'ৰ তৃতীয বছৰ ১ম সংখ্যাৰ সম্পাদকীযটো সহ যতীন্দ্ৰনাথ দুৱৰাৰ 'নাৱৰীয়া' কবিতাটোৰ প্ৰথম অংশ কোনোবাই ফালি লৈ গৈছিল। 'নাৱৰীয়া' কবিতাটো দুৱৰাৰ ৰচনাৱলীৰ পৰা আনি সম্পূৰ্ণ কৰি দিয়া হ'ল। সম্পাদকীয়টোৰ পূৰ্ণপাঠ আমি প্ৰকাশ কৰিবলৈ লোৱা 'বাঁহী'ৰ পৰৱৰ্তী খণ্ডটোত সন্নিৱিষ্ট কৰি দিয়া হ'ব—সম্পাদক।

# নাৱৰীয়া

দিনৰ দিনটো ঘূৰি 'আকাশী ৰথত
বেলিটিয়ে মাগিছে মেলানি,
আধা আলো আধা ছাঁই ধৰিছে আৱৰি
পৃথিৱীৰ গছলতা খিনি।
তৰাবোৰ ওপৰত চিক্ মিক্ কৰি
মিচিকিয়া হাঁহিটি মাৰিছে,
মিলনৰ এটি সুৰ বতাহ কোলাত
শূন্যে শূন্যে ওপঙি ফুৰিছে।
এনে সময়তে আহি তটিনী তীৰৰ
ফুলি থকা ফুলনি মাজত,
মনমোহা মাধুৰীৰ 'মালতী' ছবিটি
ফুৰিছেহি কেনে উলাহত।
বহোঁনে নবহোঁ কৰি খন্তেক বহিছে,
কেতিয়াবা ধীৰেৰে উঠিছে।
সন্ধিয়াৰ মলয়াক ধীৰেৰে কঁপাই
এটি যেন সুমধুৰ গান ;
কেনিবাদি কুঁৱৰীৰ কাণত পৰিল
ততালিকে মুগুধ পৰাণ।
"কোন তুমি গীত গাই নাও বাই বাই
চাপিছাহি ঘাটৰ কাষত ?"
"পথৰ পথিক মই ফুৰোঁ ধূৰি ঘূৰি
অসীমৰ সীমাৰ মাজত।"
"অকলশৰীয়া দেখোঁ ৰাতি হ'ল আজি
থাকিবানে আমাৰ ঘৰত ?
আদৰিব সকলোৱে থাকিব কতনা
দাসদাসী তোমাৰ লগত।"
"ক্ষমা কৰাঁ দেবী মোক ক্ষুদ্র প্ৰাণী মই
আদৰৰ নোহো যোগ্য জন,
ক্ষুদ্ৰ প্ৰয়োজন মোৰ নিজেই সাধিম
নাই মোৰ একো অনাটন।"

"কেনি যোৱা বাটৰুৱা ? আন্ধাৰ নামিছে ,
চৌৱাচোন সমুখৰ ফালে,
লক্ষ্যহীন গতি ধৰি অবাবতে তুমি
যাবা কিয় অকলে অকলে ?"
"নহয় অকলে দেবী জগত মাজত
আছে মোৰ শত লগৰীয়া,
পশু পক্ষী গছলতা প্ৰকৃতি বুকুৰ
সকলোটি কেনেনো ধুনীয়া!

"গই থাকোঁ নিজ মনে নাও বাই বাই,
কাতি হওঁ যতে ৰাতি হয়।
পুনৰ পুৱাত দেবী, দুগুণ উছাহে
নাও মেলি যাওঁ ভটীয়াই।"

"নিৰাশ পথিক হেৰাঁ, মানুহৰ তুমি
নুবুজা নে মৰমৰ ধাৰ ?
কেতিয়াও জ্বলা নাই নে তোমাৰ হিয়াত
মন মোহা চাকিটি আশাৰ ?"

"মানুহৰ ভাল-পোৱা ? আছে যদি থক,
নাই তাত মোৰ প্ৰয়োজন ;
জগতক ভাল পাওঁ, জগততে ফুৰোঁ,
সকলোটি মোৰ প্ৰিয়জন।

"ধন সোণ দেবী মোক একোকে নেলাগে,
যি আছে তাতেই সুখীয়া ;
আহিছিলোঁ শুদা হাতে, যামো শুদা হাতে,
ধন বস্তু মাথোঁ দুদিনীয়া।

"আশা কি নো ?—সংসাৰত নিয়ৰৰ কণা
লাগি থকা পাতৰ আগত,
কেনিবাদি উভি যায় কোনেও নেদেখে
দুপৰীয়া ৰদৰ তাপত!"
"নিবিচাৰা সংসাৰত সুখৰ কণিকা ?"
"জানো মই সুখৰ লগত,
ৰাতি জুই খেদা দৰে বাটৰুৱাবোৰে
বিপদত পৰেহি শেষত।

"সুখ দুখ একো নাই, সকলোটি মিছা;
ই এটি মনৰ কল্পনা;
যিটিয়ে তোমাৰ সুখ হব পাৰে সিটি
অইনৰ দুখৰে ভাৱনা।"

"যেতিয়া ৰাতিত হয় নিতাল জগত,
কত থাকা তুমি বাটৰুৱা?"
"নিজৰ পজাত, নতু গছৰ তলত
থাকোঁ মই মুকলি-মুৰীয়া।

"ফাকি-ফুকা যত নাই, আৰু নাই যত
সমাজৰ কঠোৰ শাসন;
সেয়ে মোৰ থকা ঠাই এই জগতত,
সি ঠাই অতি নিৰজন ।"

লাজৰ ৰাঙলি ৰেখা জিলিকি পৰিল
মালতীৰ গোলাপী গালত;
নিয়ৰত তিতি থকা গোলাপ পাহিটি
হয় যেনে পুৱা কিৰণত।

খন্তেক নিতাল মাৰি থাকিল মালতী,
চকুৰ আগতে ছঁয়ামযা ;
কওঁ কওঁ বুলি তেওঁ ক'ব নোৱাৰিলে,
আবেগেৰে পূৰ্ণ হল হিয়া।

"মাগিছে বিদায় দেবী পথৰ পথিকে।"
শুনি সেই কৰুণ বচন,
সামৰিব নোৱাৰিলে হিয়াৰ আবেগ,
পুনৰ শুধিলে তেতিক্ষণ।

"দুনাই হব নে দেখা বাটৰুৱা হেৰাঁ
কেতিয়াবা তোমাৰ লগত?"
"থাকোঁ মই সিপাৰত নিৰলে নিজানে,
তুমি দেবী আছা ইপাৰত।

"ইপাৰত থাকি থাকি আমনি লাগিলে
বিচাৰিবা শান্তি সিপাৰত;
সিপাৰত উঠিলেই তেতিয়াই মোক
দেখা পাবা শান্তিৰ লগত।"

"যদু"

# পুৰুযোত্তম গজপতি।

"আসাম বান্ধৱত" ( ২য় বছৰ, ৫ ম সংখ্যা) "কবি পুৰোযোত্তম গজপতি" প্ৰবন্ধ পঢ়ি গোটাচেৰেক কথা কোৱা উচিত বুলি ভাবিছোঁ।

প্ৰবন্ধ লেখকে "শেষ সিদ্ধান্ত" কৰিছে "পুৰোযোত্তম গজপতি নামে এজন ভূঞা ৰাজা শোড়ষ খৃষ্টাব্দত বেলতলাত ৰাজত্ব কৰিছিল আৰু দীপিকাছন্দ পুথি লেখিছিল,।"—(বান্ধৱ ১১৯ পিঠি।)

ইয়াৰ আগেয়ে তেওঁ কৰা সিদ্ধান্তবোৰৰ ভিতৰৰ কিছুমান ইয়াত তুলি দিওঁ—(১) "সূৰ্য্যবংশী ভূঞা সকলৰ মাজত ৰাজা থকা সম্ভৱ আৰু উক্ত ৰাজাকে কবিয়ে দাশৰথি বুলি ধৰি তেওঁৰ অনুজৰ নাতি বুলি নিজৰ পৰিচয় দিয়াটোও বৰ অসম্ভৱ নহয়।" (১০৮ পিঠি, আ, বা,)

(২) "পুৰুযোত্তম গজপতি যদি ভূঞা হয় তেনেহলে তেওঁ নিশ্চয় ১৪৯৭ খৃষ্টাব্দৰ পাচৰ কবি।" (১০৮ পিটি)

(৩) "কবি মাধৱদাসে নামমালিকা পুথিত লেখিছে

যে তেওঁ পুৰুষোত্তম গজপতি দ্বাৰা সংগৃহীত পুথিবিলাকৰ পৰা নামমালিকা সংগ্ৰহ কৰি উক্ত পুথি লেখিছে।...এই মাধৱ দাস সম্ভৱতঃ মহাপুৰুষ মাধৱদেৱ নহয়। গজপতি তেওঁৰ সমসাময়িক নহলেও অলপ দিনৰ আগৰ ৰজা আছিল, নহলে তেওঁ গজপতিৰ পুথিবিলাক নাপালে হয়।" (১১৮ পিঠি।)

(৪) "দীপিকাছন্দৰ ভাষাৰপৰাও অনুমান হয় এই পুথি ডাক মাধৱকন্দলি আৰু শঙ্কৰদেৱৰ পাচত ৰচিত হৈছিল।" (১১৩ পিঠি।)

(৫) "আমি অনুমান কৰিছোঁ তেওঁ কামৰূপতে ৰাজা আছিল আৰু কামৰূপৰ অধাচাৰৰ কথাকেহে দীপিকাছন্দত লেখিছিল।" (১১৮ পিঠি।)

(৬) " নামমালিকা পুথিত উল্লেখ কৰা লক্ষ্মীনাৰায়ণ কোচ ৰজা হলে জল্পাইগুৰি অঞ্চলতে পুৰুষোত্তম গজপতিৰ ৰাজ্য আছিল বুলি ভাবিব পাৰি।" (১১৫ পিঠি।)

(৭) "গজপতি যে একে বাৰে ক্ষুদ্ৰ ৰজা আছিল এনে কথা আমি ভাবিব নোৱাৰোঁ। তেওঁ অতি ক্ষুদ্ৰ ৰজা হলে নিজক 'মহাৰাজ' নুবুলিলে হয়।" (১১৬ পিঠি)

(৮) "গজপতিক শঙ্কৰদেৱৰ সমসাময়িক কবি বুলি নধৰি পাচৰ কবি বুলি ধৰিলেও তেওঁ মহাপ্ৰতাপী ৰাজা আছিল বুলি আমি ধৰিব নোৱাৰোঁ। এই সময়ৰ ইতিহাস আগৰ কালৰ ইতিহাসৰ নিচিনা আন্ধাৰেৰে ঢাকা নহয়। এই সময়ৰ ডাঙৰ ৰাজাবিলাকৰ নাম আমি জানো, তাৰ ভিতৰত গজপতিৰ নাম নাই। এই সময়ত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজা কত কত আছিল তাকো ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ ইতিহাসত দিয়া ওপৰোক্ত ৰাজাৰ তালিকাৰ পৰা আৰু ওপৰোক্ত পুৰুষনামাৰপৰা আমি পাইছোঁ। গজপতি উক্ত ৰাজ্যবিলাকৰ কোনো এখনৰ কবি হব পায়। তেওঁ দীপিকাছন্দত "ৰাজ" "মহাৰাজা" "একখণ্ড পৃথিবীৰ ভৈলো অধিপতি", নৃপতি, আদি কথাৰে নিজৰ পৰিচয় দিছে, কিন্তু কোনো ঠাইত তেওঁৰ ৰাজ্যৰ নাম দিয়া নাই। ইয়াৰপৰা আমি অনুমান কৰিব পাৰোঁ যে তেওঁৰ ৰাজ্য ধৰিবলগীয়া ৰাজ্যৰ ভিতৰত নপৰিছিল। আকৌ তেওঁ নিজক ভুপাল, মহীপাল, মহীপতি, ধৰ্ম্মপাল, যজ্ঞপতি, প্ৰজাপতি, নৰেশ, নৰেন্দ্ৰ আদিও বোলা নাই, (১১৭ পিঠি।)

(৯) "ৰামচন্দ্ৰকে কবিৰ পূৰ্ব্ব পুৰুষ বুলি ধৰিলেও আমি ত্ৰয়োদশ আৰু শোড়ষ শতাব্দিৰ মাজতে কবিয়ে দীপকাছন্দ লেখিছিল বুলি অনুমান কৰিব পাৰোঁ।"

(১০) "শ্ৰীৰামৰ নাম আছে বুলিয়েই ৰামনামধাৰী যেই সেই বংশৰ ৰজাকে গজপতিৰ পূৰ্ব্বপুৰুষ বুলিব নোৱাৰোঁ। সেই দেখি ৰাঘৱৰবংশৰ পুৰুষোত্তম গজপতিক জীতাৰি বংশীয় ৰামচন্দ্ৰ ৰাজাৰ ভায়েকৰ নাতি কৰিব নোৱাৰোঁ।" (১০৭ )।

(১১) ইয়াৰপৰা স্পষ্ট বুজিব পাৰি যে কবিয়ে শিৱৰহস্য হংসকাকি আৰু জামল সংহিতাৰ অসমীয়া ভাঙ্গনিহে কৰিছিল ।......এতেকে ইয়াত বৰ্ণিত ঘটনাবিলাক গজপতিৰ দিনত ঘটিছিল বুলিব নোৱাৰি।" (১১০)।

(১২) "গজপতি চৈতন্যপন্থীসকলৰ বৰ পক্ষপাতী নাছিল। (১১২)।

ওপৰৰ সিদ্ধান্তবিলাক দকৈ মন কৰি পঢ়িলে দেখা যায়, যে সেইবোৰৰ ভিতৰত এদা আৰু কেচাকলৰ সমন্ধ।

"সূৰ্য্যবংশী ভূয়াঁসকলৰ ভিতৰত ৰজা থকা সম্ভৱ, উক্ত ৰজাকে কবিয়ে দাশৰথি বুলি ধৰি তেওঁৰ অনুজৰ নাতি বুলি নিজৰ পৰিচয় দিয়াটোও বৰ অসম্ভৱ নহয়।"

ইমানবিলাক "আন্দাজৰ"ৰ ওপৰত সজা ঘৰটোও নিৰাপদ নোহোৱা অসম্ভৱ নহয়। "পুৰুষোত্তম গজপতি যদি ভূঞা হয় তেওঁ নিশ্চয় ১৪৯৭ খৃষ্টাব্দৰ কবি।"

যদি ভূঞা নহয়, তেন্তে? ইমানবোৰ অনুমানৰ পিছত "নিশ্চয়"!

লেখকে দীপিকাছন্দ শঙ্কৰদেৱৰ পিছত আৰু মাধৱদাসৰ আগতে ৰচিত হৈছিল বুলি কৈছে ; কাৰণ নামমালিকাত গজপতিৰ পুথিৰ কথা আছে। আমি প্ৰথমতে কওঁ, যে নামমালিকাৰ ৰচক মাধৱদাসেই নিশ্চয় নিশ্চয় মহাপুৰুষ মাধৱদেৱ। আসামৰ সকলো মহাপুৰুষীয়াই এই কথা জানে ; প্ৰবন্ধ লেখকেও জনা উচিত আছিল। শঙ্কৰদেৱৰ পিছ আৰু মাধৱদেৱৰ আগ কালডোখৰৰ ব্যৱধান ইমান কম যে তাত গজপতিয়ে ভৰি দিবলৈকে ঠাই নাই।

গজপতি মাধৱদেৱৰ সমসাময়িক নহলে যে মাধৱদেৱে গজপতিৰ পুথি বিলাক নেপালেহেঁতেন, এইটো নো আমি কেনেকৈ লওঁ? আমাৰ মনত বৰং ওলোটাটো হে খেলাইছে যে গজপতি মাধৱদেৱৰ অনেক আগৰ

কালৰ ধৰ্ম্ম-সাহিত্য জগতত সুপৰিচিত (established) পুৰণি বৈষ্ণৱ কবি দেখি হে মাধৱদেৱে তেওঁৰ পুথিৰ প্ৰতি শ্ৰদ্ধাবান হৈ তাৰপৰা নিজৰ পুথিলৈ সজুলি গোটাইছিল। সমসাময়িক কবিৰ ৰচনাৰপৰা তেনেকৈ সজুলি ব্যৱহাৰ কৰাটো প্ৰায় সকলো দেশতে এক ৰকম অপ্ৰচলিত। তাৰ বাহিৰে এইটো কথাও জনা ভাল, যে ছপা যন্ত্ৰ নোহোৱা কালত এজন গ্ৰন্থকাৰৰ গ্ৰন্থ লোকসমাজত প্ৰচাৰিত হবলৈ ভালেমান কাল লাগিছিল। এতেকে জল্পাইগুৰী নাইবা কামৰূপৰ বেলতলাৰ গজপতিৰ সমসাময়িক ৰচনা কোচবেহাৰৰ মাধৱদেৱৰ হাতত ইমান চিনাকীভাৱে পৰাটো কিছু টান কথা।

শঙ্কৰদেৱৰ বংশই শিৰোমণি ভূয়াঁৰ বংশ। তেওঁৰ আগেয়ে, আৰু তেওঁৰ কালতো তেওঁৰ বংশই ভূয়াঁসকলৰ ভিতৰত ৰজাৰ বংশ আছিল। তেওঁৰ পিছত আৰু মাধৱদেৱৰ আগৰ বা সমসাময়িক কালত আসাম কামৰূপত কোনো ভূয়াঁ ৰজা হোৱাটো বুৰঞ্জীয়ে নকয়। অথচ এই কাল ডোখৰৰ—"ইতিহাস আগৰ কালৰ ইতিহাসৰ নিচিনা আন্ধাৰে ঢাকা নহয়। এই সময়ৰ ডাঙৰ ৰাজাবিলাকৰ নাম আমি জানো, তাৰ ভিতৰত গজপতিৰ নাম নাই। এই সময়ত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজা কত কত আছিল তাকো ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ ইতিহাসত আমি পাইছোঁ"—এই বুলি লেখকে কৈছেই। তেনেহলে আমি "মহাৰাজ" আৰু "একখণ্ড পৃথিবীৰ অধিপতি" নৃপতি গজপতি ৰজাৰ নাম ইতিহাসত নাপাওঁ কিয়? লেখকে তাৰ কাৰণ দিছে যে তেওঁ লেখত লবলগীয়া ৰজা নাছিল দেখি। অৱশ্যে আমি পাহৰা নাই যে লেখকে তেওঁৰ প্ৰবন্ধৰ আগডোখৰত গজপতিক লেখৰ ৰজা "মহাৰাজ" বুলি ভাবি আহিছে। লেখকে লেখিছে—"গজপতি উক্ত ৰাজ্যবিলাকৰ (ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য) কোনো এখনৰ কবি হব পায়। তেওঁ দীপিকাছন্দত "ৰাজা" "মহাৰাজা" "একখণ্ড পৃথিবীৰ ভৈলোঁ অধিপতি," "নৃপতি" আদি কথাৰে নিজৰ পৰিচয় দিছে। তেওঁ নিজক ভূপাল, মহীপতি, মহীপাল, ধৰ্ম্মপাল, যজ্ঞপতি" প্ৰজাপতি, নৰেশ, নৰেন্দ্ৰ আদিও বোলা নাই।" "পৃথিবীৰ অধিপতি" "নৃপতি" "ৰাজা" "মহাৰাজা" মানে মহীপতি, ভূপাল, মহীপাল নৰেশ নহয় আমি নাজানিছিলোঁ। এনেবিলাক পৰস্পৰ বিৰুদ্ধ কথাৰ আউল প্ৰবন্ধটোত লাগি থকা দেখিছোঁ। আউলবোৰ অৱশ্যে আমাৰ চকুত, লেখকৰ চকুত নহবও পাৰে।

দীপিকাছন্দ শিৱৰহস্য, হংসকাকী আদি পুথিৰ অসমীয়া ভাঙনি বুলি লেখকেও কৈছে, আমিও মানিছোঁ। কিন্তু সেইবাবে যে তাত লেখকৰ সমসাময়িক ঘটনা আৰু অৱস্থা চিত্ৰিত হোৱা নাই এনে কথা মানো নো কেনেকৈ? লেখকে নিজেই দীপিকাছন্দৰ পাষণ্ড কলাৰপৰা ফাকিচেৰেক তুলি দি " গজপতি চৈতন্যপন্থীসকলৰ বৰ পক্ষপাতী নাছিল" বুলি কৈ সেই কথা মানিছে।

ভাৰতত ৰামানুজ, কবীৰ, শঙ্কৰ, চৈতন্যৰ আগেয়েও বৈষ্ণৱধৰ্ম্ম আছিল। ওপৰত কোৱা মহাপুৰুষসকলে সেই ধৰ্ম্ম সৃষ্টি কৰা নাছিল, মাথোন সকলোৰে মাজত শুৱলা আৰু ৰসাল কৰি তাক প্ৰচাৰ হে কৰিছিল। বৈষ্ণৱ, শৈব, শাক্তৰ বিৰোধ এই ধৰ্ম্মপ্ৰচাৰকসকলৰ অনেক আগৰ কালৰপৰা আছে। সেই বিধৰ কথা দীপিকাছন্দত দেখি তাক শঙ্কৰদেৱ আৰু চৈতন্যদেৱৰ পিছৰ বোলাটো ঠিক কেনেকৈ বোলোঁ?

"নামমালিকা" পুথিত উল্লেখ কৰা লক্ষ্মীনাৰায়ণ যে কোচ ৰজা তাত কোনো ভুলেই নাই, কাৰণ লক্ষ্মীনাৰায়ণৰ ৰাজ্যত থাকিয়েই মাধৱে নামমালিকা ৰচনা কৰিছিল। "নামমালিকাৰ পদ, কৰিলা মাধৱদেৱে, জানা বীৰু কাৰ্য্যীৰ বচনে।"—দৈত্যাৰি ঠাকুৰ ৰচিত মাধৱদেৱৰ চৰিত্ৰ। —এতিয়া লেখকৰ সিদ্ধান্ত মতেই "পুৰুষোত্তম গজপতিৰ ৰাজ্য জল্পাইগুৰি অঞ্চলতে আছিল বুলি" ধৰা উচিত। অথচ তেওঁৰ আৰু এটা সিদ্ধান্ত হৈছে,—গজপতি বেলতলাৰ ৰজা আছিল। লেখকে ভাবি চোৱা নাই যে তেওঁ আমাক বিমোৰত পেলাইছে।

এইবোৰ যি হওক,আমাৰ কব লগীয়া ঘাই কথা এই হে যে, ৰায় মাধৱচন্দ্ৰ বৰদলৈ বাহাদুৰে গজপতিক জীতাৰি বংশৰ শেষ ৰজা ৰামচন্দ্ৰৰ অনুজৰ নাতি, আৰু অনুমান একাদশ শতিকাত দীপিকাছন্দ ৰচিত বুলি লেখিছিল। কিন্তু জীতাৰি বংশৰ শেষ ৰজা ৰামচন্দ্ৰ। সেইদেখি গজপতি যদি সেই বংশৰ ৰজা তেন্তে তেওঁ ৰামচন্দ্ৰৰ আগেয়ে ৰাজত্ব কৰিছিল বুলি থিৰ কৰিছিলোঁ ; কাৰণ, (১) সপ্তম শতিকাৰ আগেয়েহে জিতাৰি বংশলৈ

ঠাই থাকে। এই নিমিত্তে আমি দীপিকাছন্দক ৬ষ্ঠ শতিকাৰ ৰচনা বুলিছিলোঁ। লেখকৰ প্ৰবন্ধ পঢ়িও আমি আমাৰ মততে আছোঁ, কাৰণ সেইটো এৰি লেখকৰ মত ধৰিবলৈকো সি এতিয়াও লেহুকা হৈ আছে, তাক তেওঁ শকত কৰিব পাৰিলে ধৰি তাত আউজিম। লেখকে দীপিকাছন্দৰ ভাষাৰ যি নতুনত্ব দেখুৱাই তাৰ প্ৰাচীনত্ব আঁতৰাবলৈ চেষ্টা কৰিছে, তাৰ বিষয়ে আমি ইয়াকে কওঁ মাথোন, যে সেইটো বৰ (safe guide) নিৰাপদ নহয়। পুৰণি পুথিৰ ভাষাই মানুহৰ মুখত পৰি, কাপত পৰি, কালক্ৰমত ন আকৃতি লয়। অতি পুৰণি ডাকৰ পুথিৰ ভাষাও আজিকালিৰ ডাকৰ পুথিত ॥০ অনা নতুন হৈছে। আন আন পুৰণি (popular) লোকৰঞ্জক গ্ৰন্থকাৰসকলৰ পুথিৰ ভাষাও তেনে হৈ যোৱাৰ অলেখ দৃষ্টান্ত আছে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---



## পক্ষীৰাজ বৰবৰুৱা সংবাদ।

(প্ৰথম "ষ্টেঞ্জা" "ওহে বুকিংক্লাৰ্ক" এই গানৰ সুৰেৰে আৰু দ্বিতীয় "ষ্টেঞ্জা" "প্ৰভাস তীৰ্থোপৰে" এই গানৰ সুৰেৰে গাব লাগে।)

বৰবৰুৱা।—ভো ভো পক্ষীৰাজ!

আমাৰ এই একাদশ সংখ্যা বাঁহীখনি  
গিলক হে পক্ষীৰাজ!  
যদি নিগিলি এই বাঁহী, পইচা কৰে ৰাহি,  
শোকত সম্পাদকৰ প্ৰাণ হব বাজ!

পক্ষীৰাজ।—কেনে নো আভজা বৰবৰুৱা হেৰা!

ভি, পি, —কাঁইটে বাঁহীক কৰিছে ভোবোৰা।  
যদি আছিল বাঁহী গিলাবৰ মন,  
ভি, পি, কাঁইটৰ তাত কিবা প্ৰয়োজন?  
আগৰ ৯খন হেৰাঁ, দৃষ্টিপাত কৰাঁ,  
টোটোলাত সুখে কৰিছে শয়ন।

---

## লুকুৱা নাম।

### প্ৰথম অধ্যয়

প্ৰেছৰ লগত যুজিবাগি কোনোমতে ছুটিৰ আগেয়ে পূজাৰ "বঙ্গপ্ৰভা" উলিয়ালোঁ। কাকতৰ "ডেচ্‌প্যাচ্" সম্বন্ধে মেনেজৰক দিহা দিছোঁ, এনেতে হ্যাট্ কোট্ পিন্ধি মুখত চেলুৰৈ হুপি সতীশ আহি হাজিৰ। তেওঁ কলে,—"বলোঁ দাৰ্জ্জিলিঙলৈ।"

সতীশ মোৰ লৰা কালৰ বন্ধু। আমি দুয়ো একে শ্ৰেণীতে পঢ়িছিলোঁ, একেলগে দুয়ো বহোঁ, দুয়ো একেলগে ফুৰোঁ, সেইদেখি পণ্ডিতে আমাক কয়, —ৰাম লক্ষ্মণ।

এণ্ট্ৰেন্চ মহলাত উঠি দুয়ো আহি কলিকতাৰ

---

(১) ২য় বছৰৰ তৃতীয় সংখ্যা বাহীত (১০০, ১০১) আমি বহলকৈ আমাৰ কাৰণবোৰ দিছো। ইয়াত সেইবোৰ্ দুনাই কোৱাৰ সকাম নাই।

কলেজত পঢ়িলোঁ। তেতিয়াৰপৰা দুয়োৰো জীৱনৰ আৰ্হি বেলেগ বাটেদি যাবলৈ ধৰিলে। সতীশ সকলো বিষয়তে চাহাব হল ; মই মোৰ মাতৃভাষাৰ প্ৰতি অনুৰাগী হলোঁ। মই মাতৃভাষাত লিখোঁ, মাতৃভাষাত পঢ়োঁ, বুলি সতীশে মোক নিতৌ ইতিকিং কৰে। ছেগ পালে ময়ো তেওঁৰ “চাহাবী কায়দাক” গালি পাৰোঁ।

তাৰ পাছত সতীশ বিলাতলৈ গৈ ব্যাৰিষ্টৰ হৈ আহিল—আৰু এইবাৰ তেওঁ চাহাবানি-যজ্ঞত পূৰ্ণাহুতি দিলে।

আমি লৰা কালত যেনেকৈ একে মন একে প্ৰাণ আছিলোঁ, এতিয়া আৰু তেনে নহওঁ। সতীশৰ সলনি ঘটিল। তেওঁ মোক তেওঁৰ সকলো কথা খুলি নকয়। তেও আমি দুয়ো বন্ধু ভাবেৰেই আছিলোঁ। সতীশে কলে,—“দাৰ্জ্জিলিঙলৈ বলাঁ।” মই শুধিলোঁ, —“যাবা কেতিয়া?” তেওঁ কলে—“আজিয়েই।” মই কলোঁ—“আও, বলিয়া নে কি? আজি আৰু সময় ক'তা?” সতীশে ঘৰি চাই কলে,—“মাত্ৰ দহ বাজিছে। ৰেল যায় চাৰি বজাত। ছ ঘণ্টা। তিনি শ তিনি কুৰি মিনিট। ৰাশি ৰাশি সময়।” মই কলোঁ,—“চাহাব, যদি অনুগ্ৰহ কৰি মাতৃভাষা কৈছা, তেন্তে খাচ মাতৃভাষাত কোৱাঁ, ইংৰাজীৰপৰ ভাঙনি কৰি নকবা। ‘ৰাশি ৰাশি সময়’ কোন দেশীয় অভিধানত আছে?”

সতীশে তৎ নেপাই কলে, —“এ hang your মাতৃভাষা। যাবা নে নোযোৱাঁ?”

মই কলোঁ, “ভাই, তুমি চাহাব হৈছা, তোমাৰ দৰে খৰ্ধৰ্ কৰিব নোৱাৰোঁ, আমি ক'লা মানুহ কেনেকৈ পাৰিম? গা ধুই খাওঁবওঁ মানে বাৰ বাজিব। তাৰ পাছত জিৰাওঁ-শতাঁওঁ মানে—”

সতীশে কলে,—nonsense, সেইবোৰ আপত্তি মই নুশুনো।” মই ক'লোঁ, “যদি দাৰ্জ্জিলিঙলৈ যাবৰ তোমাৰ ইমান ইচ্ছা, তেন্তে দুদিন আগেয়ে নক'লা কিয়”

“আজি পুৱা মাথোন ডাক্তাৰ সেনৰ নিমন্ত্ৰণ পালোঁ।” মই আচৰিত হৈ শুধিলোঁ,—“কি! ডাক্তাৰ সেন দাৰ্জ্জিলিঙত? সপৰিয়ালে? কন্যাৰে সৈতে?”

সতীশে “অৱশ্যে” বুলি অলপ হাঁহিবলৈ ধৰিলে। ডাক্তাৰ সেনৰ শিক্ষিতা জীয়েক নিৰ্ম্মলাই মোৰ বন্ধুবৰৰ মন চুৰ কৰিছে, ইয়াক সকলোৱে জানে। মই কলোঁ,—“কি ভয়ানক! চাৰি বজালৈকে ৰব লাগিব! তাৰ আগেয়ে গাড়ী পোৱা নেযায় নে?” সতীশেও থিয়েটৰৰ ভাৱৰীয়াৰ দৰে হুমুনিয়াহ কাঢ়ি ক'লে,—“নাই”।

মই কেতিয়াও প্ৰেমত পৰা নাই, তথাপি সেই বস্তুটো কি মোৰ জনা আছে। সতীশক পলম কৰিবলৈ কোৱাও যি, আৰু বাঘক অহিংসা ধৰ্ম্মত দীক্ষিত কৰিবলৈ চেষ্টা কৰাও সি। গতিকে যাম বুলিয়েই ঠিক কৰিলোঁ। বইবস্তু বান্ধিকুন্ধি দুয়ো চাৰি বজাৰ গাড়ীত যাত্ৰা কৰিলোঁ।

## দ্বিতীয় অধ্যায়।

দাৰ্জ্জিলিং ষ্টেচনত গাড়ী ৰোৱাৰ আগেয়েই দেখা পালোঁ, ডাক্তৰ সেনে সপৰিয়ালে আৰু সকন্যাই প্লেটফৰ্ম্মত থিয় হৈ আছে। বঙ্গালী ছোৱালীক জোতা-মোজা পিন্ধি মুকলি হৈ প্লেটফৰ্ম্মত থিয় হৈ থকা দেখি মোৰ পিত্ত উজাৰ খালে। জীৱনত মই ব্ৰাহ্ম তিৰুতা বহুত দেখিছোঁ, এজন দুজনৰ লগত মোৰ চিনাকিও আছে, এনে আচৰণ নতুন নহয়; তেওঁ সতীশৰ ভাবী সহধৰ্ম্মিণী আৰু তেওঁলোক শহুৰ-শাহুৱেক বুলিয়েই মোৰ নতুন কৈ বেজাৰ লাগিল। মই স্ত্ৰী-শিক্ষাৰ বৰ পক্ষপাতী, কিন্তু তিৰুতাৰ স্বাধীনতাক মই দুচকুৰে দেখিব নোৱাৰোঁ। মোৰ কাকতত সম্প্ৰতি এই বিষয়ে এটি প্ৰবন্ধ লিখিছোঁ। ভবিষ্যতে আৰু লিখিবৰ সজুলি মই সেই মুহূৰ্ত্ততে গোটাবলৈ ধৰিলোঁ। খুব চোকা চোকা বাক্যবোৰ মনত সজাবলৈ ধৰিলোঁ। কিন্তু অলপ পাছতেই সেইবোৰৰ “ছত্ৰভঙ্গ” হল।

গাড়ীৰপৰা নামিয়েই সতীশে মোক সকলোৰে লগত চিনাকি কৰি দিলে। এনেকুৱা অৱস্থাত কি কৰিব লাগে নজনাৰ গতিকে মই থৎমৎ খাই একো কব নোৱাৰি প্লেটফৰ্ম্মৰ একাষৰে ফুল গছ এজুপিৰ দাঁতিত থিয় হৈ থাকিলোঁ। সতীশৰ লাজ-কাজ একণো নাই, নিৰ্ম্মলাৰ ভায়েকক পেৰা-পেটাৰি বস্তু-বেহানিৰ খবৰ লবলৈ পঠিয়াই নিজে চীনাজোঁকৰ দৰে নিৰ্ম্মলাৰ লগ ধৰিলে।

অলপ পাছতে নিৰ্ম্মলাই মোৰ ওচৰলৈ আহি কলে, “ডাঙৰীয়া, মই আপোনাৰ কাকতৰ এজন নিয়মিত

পাঠিকা।"— আৰু যেন কিবা ক'ব খুজিছিল, নকলে। নিৰ্ম্মলাৰ মাকে ক'লে, "পূজাৰ 'বঙ্গ-প্ৰভা' কেতিয়া ওলাব?" মই ক'লোঁ, "পূজাৰ বঙ্গপ্ৰভা? সিতো ওলাই গল।"

মিচেচ্ সেনে জীয়েকৰ ফালে চাই কলে, "পাইছ?" নিৰ্ম্মলাই কলে, "ক'তা? নাই পোৱা।" মই ক'লোঁ, "নাই নাই, মাফ কৰিব, এতিয়াও আপোনালোকে পাবৰ সময় হোৱা নাই। মাথোন কালি ওলাইছে; মফছললৈ এটাইবোৰ একেদিনাই পঠাব নোৱাৰি।" নিৰ্ম্মলাই কলে, "মোৰ খন কেবাঠাই ঘূৰি-পকিহে ইয়ালৈ আহিব। আপোনাৰ হাতত এখনো নাই নে?" মোৰ কাকতলৈ নিৰ্ম্মলাৰ ইমান আগ্ৰহ দেখি মোৰ সম্পাদক-প্ৰাণ পুলকিত হল, মই কলোঁ, "আছে। আপোনালৈ কাইলৈকে একপি পঠিয়াই দিম।" নিৰ্ম্মলাই কলে, "কষ্ট কৰিব নেলাগে, লাহে ধীৰে সুবিধা পালে পঠিয়াব।" নিৰ্ম্মলাৰ মাকে কলে, "কাইলৈ সন্ধিয়া আমাৰ ঘৰত চাহলৈ আপোনাক নিমন্ত্ৰণ কৰিলোঁ, জৰুৰ আহিব।" এই বুলি তেওঁলোক গুচি গল। ময়ো চেনিটেৰিয়েমলৈ যাত্ৰা কৰিলোঁ।

ভাবিলোঁ শিক্ষা আৰু সংসৰ্গৰ এনে গুণ, বঙ্গালীৰ ছোৱালীও কথাবাৰ্ত্তাত এনে নিসঙ্কোচ হব পাৰে। ৰাতি বিছনাত পৰি সমাজ-তত্ত্বৰ কথা ভাবিবলৈ ধৰিলোঁ। নতুন শিক্ষাৰ লগত নতুন আচাৰ-ব্যৱহাৰ যে আমি ইউৰোপৰপৰা আমদানি কৰিছোঁ তাৰ ভবিষ্যত ফল কেনে হব? এইদৰে ভাবি চিন্তি থাকোঁতেই মোৰ টোপনি আহিল।

## তৃতীয় অধ্যায়।

তাৰ পাছ দিন পুৱা চাহ খাই আগদিনাখনৰ ঘটনাবোৰ আলোচনা কৰিবলৈ ধৰিলোঁ। সমাজত স্ত্ৰী-পুৰুষৰ মিল হোৱা মই সমাজ-নীতিৰ পক্ষে নিৰাপদ নেভাবিলোঁ। সেইদেখি ভাবিলোঁ, "আজি গধূলি চাহৰ নিমন্ত্ৰণলৈ নেযাওঁ। নিজৰ বিশ্বাসৰ বিৰুদ্ধে চলিম কেলেই? বঙ্গ-প্ৰভাখন মানুহ এটাৰ হাতেদি পঠালেই হব। সতীশো আহিব পাৰে, তেওঁৰে হাতত পঠিয়াম।

কিন্তু সতীশটো এনে গাধ, আৰু নাহিল। বোধ কৰোঁ নিৰ্ম্মলাক এৰি আহিব নোৱাৰিলে। মনে মনে তেওঁলোকৰ প্ৰেমলীলা কল্পনা কৰি আনন্দ অনুভৱ কৰিলোঁ।

খাই-বৈ ভাবিলোঁ, যদি চাহৰ নিমন্ত্ৰণ ৰক্ষা নকৰোঁ, তেন্তে ঠিক ভদ্ৰতা নহব। নিমন্ত্ৰণ যেতিয়া গ্ৰহণ কৰিছোঁ তাক ৰক্ষা কৰিবই লাগিব। যদি মোৰ বিশ্বাসৰ বিৰুদ্ধেই হল তেন্তে তেতিয়াই মোৰ উচিত আছিল নিমন্ত্ৰণ গ্ৰহণ নকৰা। আজিলৈ যাওঁ, আগলৈ সাৱধান হম ; আৰু নিমন্ত্ৰণ গ্ৰহণ নকৰোঁ।

গধূলি যাবৰ আয়োজন কৰিলোঁ। অলপ যত্নেৰেই সাজ-পাৰ কৰিলোঁ। নিজক বুজালোঁ, অকল পুৰুষ-সমাজত ফুৰা-চকা কৰিলে কাপোৰ-কানিৰ হীন-ডেঢ়ি হলেও একো নহয়; কিন্তু তিৰুতাৰ সমাজত অলপ পৰিপাটী হব লাগে।

দাৰ্জ্জিলিঙলৈ মই কেবাবাৰো আহিছোঁ ; বাট-পথ মই এটাইবোৰ চিনি পাওঁ। যেতিয়া ঘৰৰ ওচৰ পালোঁ, তেতিয়া চাৰি বাজিবলৈ দহ মিনিট বাকী আছে ; নিমন্ত্ৰণ চাৰি বজাত। ভাবিলোঁ এওঁলোক ইংৰাজী ধৰণৰ মানুহ, যথাসময়ৰ আগেয়ে গলে কিজানি মোক বৰ্ব্বৰ বুলি কব ; সেই দেখি বাজত অলপ ফুৰি-চাকি চাৰি বজাত কাৰ্ড্ পঠালোঁ।

সকলোৱে আদৰ সমাদৰ কৰি মোক বহুৱালে। নিৰ্ম্মলা আজি বৰ ধুনীয়া হৈছিল। পোনতে ষ্টেচনত দেখোঁতে তেওঁৰ ভৰিত ইংৰাজী জোতা, গাত ইংৰাজী সাজ, মোৰ একেবাৰে ভাল নেলাগিছিল। এতিয়া দেখিলোঁ, ভৰিত মখ্‌মলৰ চটিজোতা, মূৰত ধুনীয়া খোপা, গাত নতুন নিয়মে পিন্ধা শাৰী, খোপাত এটি হালধীয়া ফুল। বাস্তবিক নিৰ্ম্মলা বৰ সুন্দৰী।

সতীশক পোনতে দেখা নেপালোঁ। তেওঁক পালে, নিৰ্ম্মলাৰ ৰঙ্গা মখ্‌মলৰ জোতাৰ ওপৰত "ৰঙ্গা পদ জুৰি" বুলি কেনে ধেমালি কৰিম মনে মনে তাৰে ফন্দি পাতিলোঁ।

অলপ পাছত সতীশ আহিল। চাহ খাই নানা কথাবাৰ্ত্তা হোৱাৰ পাছত সকলোৱে মিলি ফুৰিবলৈ যাবৰ পৰামৰ্শ হল। যেতিয়া মই বিদায় ললোঁ, তেতিয়া মিচেচ্ সেনে কলে, "কাইলৈ আকৌ যদি চাহৰ সময়ত আহে তেন্তে একেলগে ফুৰিবলৈ যাব পাৰোঁ।"

ভাবিলোঁ এইবাৰ সময় হৈছে ; এইবাৰ নিমন্ত্ৰণ খোলাখুলিকৈ অস্বীকাৰ কৰোঁ। তাৰ লগতে অস্বীকাৰ কৰাৰ প্ৰকৃত কাৰণটোও খুলি ক'ম নে? নাই, কোৱা

উচিত নহয়, তাৰ ভিতৰত এটি ওখ আৰ্হি আৰু তত্ত্ব আছে, তাক ব্যাখ্যা কৰিবৰ সময় নাই। আকৌ ভাবিলোঁ, নিমন্ত্রণ নো ক'তো? "যদি আহে" ইয়াক নো আকৌ নিমন্ত্রণ বুলিব পাৰি নে? এইদৰে মানসিক তৰ্কবিতৰ্কত পৰি একো উত্তৰ দিব নোৱাৰিলোঁ ; ইপিনে তেওঁলোকেও নমস্কাৰ কৰি বিদায় ললে।

## চতুৰ্থ অধ্যায়।

পাছদিনা পুৱা দহ বজাৰ সময়ত সতীশ আহি মোৰ ঘৰ পালে। নিৰ্ম্মলাক তেওঁ এৰি কেনেকৈ আহিল সোধাত কলে, "তোমাৰ সেই মৰিব-নজনা কাগজ বঙ্গদৰ্শন নে বঙ্গপ্ৰভা কি এখন দি আহিছা, সেইখনতেই তেওঁলোক ব্যাস্ত। মই ঠেহ পাতি গুচি আহিলোঁ।"

শুনি মোৰ মনত বৰ ৰং লাগিল। সাহিত্যৰ পিনে নিৰ্ম্মলাৰ এনে অনুৰাগ। নিৰ্ম্মলাই যদি প্ৰবন্ধাদি দিয়ে তেন্তে শুধৰাই বঙ্গ-প্ৰভাত ছপাব পাৰোঁ।

নিৰ্ম্মলাৰ কথা সতীশে বহুত কলে। এই নতুন প্ৰণয়ীযুগলৰ সুখত মোৰ মনটোও তৰুণ ভাবেৰে ভৰপূৰ হল।

সতীশে কলে, "এতিয়া আহিলোঁ। কেনে ঘৰ পাইছা চাবলৈ আহিছিলোঁ। চাহৰ সময়ত দেখা হব, যাবা নে?" মই কলোঁ, "চাহলৈ? আজি আৰু নেযাওঁ। মিচেচ্ সেনে তো আৰু মোক মতা নাই।" সতীশে কলে, "কেলেই নাই মতা, মই নিজে শুনিছোঁ"। "ক'ত মাতিছে হেঁ? মাথোন কৈছে "যদি আহে"।

"বাঃ! সেয়ে নিমন্ত্রণ। তাকে নকৰি তোমাৰ দুৱাৰমুখলৈ আহি 'দন্তে তৃণ ধৰি' শৰাই লৈ যথাশাস্ত্ৰ মাতিব লাগিছিল নে কি?" মই কলোঁ, "কোৱা কি? কিন্তু মই আজি যাব নোৱাৰোঁ। নগলে বৰ অভদ্ৰতা হবনে? কি জানো ভাই, তোমালোকৰ বিলাতী এটিকেট-ফেটিকেট আমি ভু নেপাওঁ"। সতীশে কলে "এৰা, বৰ অভদ্ৰতা হব।"

শুনি মই নিজকে নিজে ধিক্কাৰ দিলোঁ। সেই সময়তে মিচেচ্ সেনক কব পাৰিলোঁহেতেন "মোৰ এফেৰা কাম আছে আহিব নোৱাৰিম," কিন্তু তাকে নকৰি সেইটো যথাৰীতি নিমন্ত্রণ হল নে নহল তাকে লৈ মই এধামৰা। সতীশে হাঁহি হাঁহি কলে, "নহয়, বৰ অভদ্ৰতা নহয়, ইমান চিন্তিত নহবা। মাথোন আকৌ দেখা হলে ক্ষমা প্ৰাৰ্থনা কৰিলেই হব, কিন্তু নাহানো কেলেই? নহয়, ভাই আহিবা।"

প্ৰকৃত কাৰণ সতীশক অকলৈ কবলৈ মোৰ উৎসাহ নহল। মই কলোঁ "নহয়, মোৰ আজি বিশেষ কাম।" সতীশে কলে "বাৰু, বিশেষ কাম কাইলৈ হব, আজি আহিবা। অন্ততঃ আহিবলৈ এবাৰ চেষ্টা কৰিবা।" এই বুলি কৈয়েই সতীশ গুচি গল। মই মনে মনে প্ৰতিজ্ঞা কৰিলোঁ, যি কোৱা, মই আৰু নেযাওঁ।" কিন্তু মোৰ অকলশৰীয়া যেন লাগিল, কথা-বাৰ্ত্তা পাতিবলৈ কোনো নাই। পূজাৰ 'বঙ্গ প্ৰভা' পঢ়ি নিৰ্ম্মলাৰ কেনে লাগিল তাক জানিবলৈকো মোৰ বৰ ইচ্ছা হল। বিশেষকৈ মই লিখা "নাৰী জীৱনৰ আৰ্হি প্ৰৱন্ধটোৰ বিষয়ে। কিয়নো নিৰ্ম্মলাৰ দৰে পোহৰলৈ অহা তিৰুতাৰ নিমিত্তেই সেইটো লিখা হৈছে। সেই প্ৰৱন্ধ পঢ়ি নিৰ্ম্মলাৰ মতামত কেনে তাক জনা উচিত। গতিকে যোৱাই ঠিক কৰিলোঁ।

## পঞ্চম অধ্যায়।

গৈ দেখিলোঁ ড্ৰয়িংৰুমত কোনো নাই। অলপ পৰ আছোঁ এনেতে নিৰ্ম্মলা আহিল, হাঁহি হাঁহি মোক নমস্কাৰ কৰি কলে, "কেনে সৌভাগ্য, আপোনাৰ আশা তো আমি এৰিয়েই দিছিলোঁ। দেউতা, আই, সতীশ বাবু এটাইবিলাক বাগিছা চাবলৈ গৈছে। সতীশ বাবুয়ে কলে, আপুনি বোলে আৰু আজি নাহে, বৰ ব্যস্ত আছে। কিবা নকৈ লিখিছে নে কি?" মই কলোঁ, "ওঁ, নহয় অলপ কাম আছিল,—মই ভাবিলোঁ"—নিৰ্ম্মলাই কলে, "বাৰু, বঙ্গপ্ৰভাৰ নিমিত্তে দিনে আপোনাৰ কেই ঘণ্টা খৰচ হয়?"

"মোৰ সকলো সময়েই বঙ্গপ্ৰভাত লাগি থাকোঁতে যায়। মইতো বঙ্গপ্ৰভাৰ কামতে ব্যস্ত।"

"আপোনাৰ জীৱনেই ভাল। মোৰ ইচ্ছা হয় যে ময়ো তেনেকৈ সাহিত্য-চৰ্চ্চাত দিন ৰাতি কটাওঁ। কিন্তু আপোনাৰ আগত তেনে কথা কোৱা বোধকৰোঁ অন্যায়?"

"কেলৈ?"

"আপুনি 'নাৰীজীৱনৰ আৰ্হি' নামে প্ৰৱন্ধত যিবোৰ মত দিছে! আপোনাৰ সতে তিৰুতাৰ কৰ্ম্মক্ষেত্ৰ অকল

ঘৰেই। নিজৰ পিনে আওকাণ দি পৰক সেৱা কৰাই যথাৰ্থ নাৰীধৰ্ম্ম।"

"আপুনি তেনেহলে প্ৰৱন্ধটো পঢ়িছে?"

"পঢ়িছোঁ, গোটেইটো প্ৰৱন্ধ পঢ়িছোঁ। কালি ৰাতি পঢ়োঁতে পঢ়োঁতে টোপনি আহিল; টোপনি ভাগিলত চাওঁ, মম বাতিডাল পুৰি বৰকৈ জ্বলিবলৈ ধৰিছে, ঘৰৰ ভিতৰত বৰ পোহৰ হল, দেখি পোনতে এনে ভয় লাগিছিল!"

"ভাগ্যে একোতে জুই নেলাগিল।"

হাঁহি হাঁহি নিৰ্ম্মলাই কলে, "আপোনাৰ বঙ্গপ্ৰভা পঢ়োতে যদি মোৰ আঠুৰাত জুই লগা হলে মই ছাই ভস্ম হলোহেঁতেন ; পাছত এই দুৰ্ঘটনাৰ কথা কাকতত ছপা হলে আপোনাৰ বঙ্গপ্ৰভাৰ নাম দেশময় ৰাষ্ট্ৰ হলহেঁতেন।"

পোনতে ইয়াৰ উত্তৰ মই ভাবি নেপালোঁ ; মাথোন এটি উপমা মোৰ মগজুত ঘূৰিবলৈ ধৰিলে। যি মম-বাতি জ্বলাৰ কথা কৈছে, এই সুশিক্ষিতা ছোৱালীটী কি তাৰ দৰে কোমল, অথচ তাৰ শিখাৰ দৰে কি তেওঁ দীপ্তিমতী? মই অলপ অৰ্থশূন্য ভাৱে হাঁহিলোঁ, পাছত ক'লোঁ "আমাৰ সাহিত্যলৈ আপোনাৰ ইমান ভক্তি, আপুনি প্ৰৱন্ধাদি নিলিখে কিয়?"

"মই লিখিলে কোনে পঢ়িব? ছপাবনো কোনে?"

মোৰ বৰ সন্দেহ হল, নিৰ্ম্মলাই মনে মনে প্ৰৱন্ধাদি লিখে। কিন্তু সুধিবলৈ সাহ নহল। সম্পাদকীয় প্ৰসঙ্গত চুটি গল্পৰ কথা ওলাল, মই কলোঁ, "মাহে মাহে এটি এটি চুটি গল্প দিয়াৰ যি নিয়ম হৈছে, ভাল গল্প নোপোৱাত তাৰ বাবে সম্পাদকৰ মস্কিল হয়।"

নিৰ্ম্মলাই কলে, "মোৰ এজন বন্ধুৱে চুটি গল্প লিখে। মোৰ হাতত এটা আছে, আপুনি চাব নে?" এই বিপদৰ কথা জনাহলে চুটি গল্পৰ কথাকে নুলিয়ালোঁহেঁতেন। সম্পাদকৰ কাম কৰোঁতে কৰোঁতে নতুন 'শিক্ষা নবীছুৰ' বহুত গল্প পঢ়িব লাগে। কিন্তু এই এমাহ জিৰাবলৈ পৰ্ব্বতলৈ আহিছোঁ ; ইয়াতো নিৰুপায়। নিৰ্ম্মলাক কলোঁ, "বাৰু দিব, চাম।"

"চাইচিতি আপোনাৰ যথাৰ্থ মতামত মোক কব লাগিব।"

"বাৰু ক'ম।"

"মোৰ বন্ধু বুলি একো নেঢাকিব।"

"বাৰু মোৰ যথাৰ্থ মতকে দিম"।

নিৰ্ম্মলা তেতিয়াই উঠি গল। মিনিট চেৰেকৰ পাছত, ৰুল কৰা ফুলস্কেপ কাগজৰ এধা মাৰ্জ্জিন ৰাখি সুন্দৰ সাৱধানে গোট গোট আখৰেৰে লিখা, বঙ্গা পাটৰ সূতাৰে একোণত গঁথা পাণ্ডুলিপি এখনি মোৰ হাতত দিলে। প্ৰথমৰ পাতটোত চকু ফুৰাই মই কলোঁ, "নতুন লিখক?"

নিৰ্ম্মলা, —"হয়, কেনেকৈ জানিলে?"

"নতুন লিখকসকলেই প্ৰায় সুন্দৰ পৰিপাটীকৈ পাণ্ডুলিপি লিখে। পুৰণা লিখকসকলে হাতৰ আখৰলৈ কাণ নকৰে।"

এই কথা কৈ সম্পাদকৰ অভ্যাস মতে শেষ পাতটো লুটিয়াই চালোঁ, নাম নাই। শেষ পাতটোত চকু ফুৰাই চালোঁ নায়ক নায়িকাই বিহ খাইছে নে নাই, নতুন লিখকৰ নায়ক নায়িকা পৰিশেষত প্ৰায় নিজীয়ে। দেখিলোঁ নায়ক নায়িকা জীয়াই আছে, মোৰ তেও অলপ আশা হল।

সন্দেহ হল, এই প্ৰৱন্ধ কিজানি নিৰ্ম্মলাৰে। বহুত লাজকুৰীয়া লিখকে পোনতে অন্যক নিজৰ প্ৰৱন্ধ দেখুৱালে বন্ধুৰ বুলি কয়। নিৰ্ম্মলাক কলোঁ, "আজি মই ঘৰলৈ গৈ গল্পটো পঢ়িম, কাইলৈ আহি আপোনাক মতামত কম।"

প্ৰৱন্ধটো নিৰ্ম্মলাৰে হোৱা সম্ভৱ। মতামত কেনেকৈ ভাষাত প্ৰকাশ কৰিব লাগে তাক আগৰেপৰা জানো ; বন্ধুত্বৰ স্থলত শতসহস্ৰবাৰ নতুন লিখকৰ প্ৰৱন্ধ সমালোচনা কৰিছোঁ। বন্ধা গৎ আছে, তাকে সময় চাই চাই কব জানিলেই হল। "ঠায়ে ঠায়ে বৰ হৃদয়গ্ৰাহী", "চৰ্চ্চা ৰাখিলে কালত এজন ভাল লিখক হব পাৰিব।" ইত্যাদি।

পাছত এটাইকিজন উভতি আহিল। চাহটাহ খাই ঘৰত বহিয়েই কথাবাৰ্ত্তা পাতিলোঁ। ফুৰিবলৈ আৰু যোৱা নহল।

## ষষ্ঠ অধ্যায়।

ঘৰলৈ গৈ গল্পটো পঢ়িলোঁ। মোৰ বৰ ভুল হৈছিল। পোনতে, নতুন লিখকৰ ৰচনা নহয় ; সিদ্ধহস্ত ; ভাষা কোবাল অথচ সংযত। নিৰ্ম্মলাৰ লিখা নহয় ; ইমান দিন মিছাতে সম্পাদকৰ কাম কৰা নাই; কাৰ লিখা মোৰ আৰু বুজিবলৈ বাকী নেথাকিল; গৌৰীকান্ত ৰায়ৰ লিখা। সাক্ষাৎ

কথা-বাৰ্ত্তা নাই, শুনিছোঁ ঢাকাৰফালে কৰবাত থাকে। তেওঁৰ প্ৰৱন্ধ বহুত পঢ়িছোঁ। ন লিখাৰুসকলৰ মাজত তেওঁ এজন প্ৰধান লিখক ; লিখাত অলপ দোষো আছে, কালত সেই দোষ যাব।

পাছদিনা নিৰ্ম্মলাৰ ওচৰত মই প্ৰৱন্ধৰ সুখ্যাতি কৰিলোঁ। মাজে মাজে দোষো দেখুৱালোঁ ; কিন্তু প্ৰশংসাৰ ভাগ বেছি পৰিল। মই সুধিলোঁ, "লিখকৰ বয়স কম নে?"

নিৰ্ম্মলাই কলে, "হয়, মোতকৈ মাথোন অলপৰ হে ডাঙৰ।" "আপোনাৰ সৈতে বৰ মিল, নহয়নে?"

"হয়, মোৰ এজন বিশেষ বন্ধু।"

কথাটো শুনিবলৈ মোৰ ভাল নেলাগিল। এজনী গাভৰু ছোৱালীৰ এজন "ডেকা 'বিশেষ বন্ধু' থাকিব কিয়?

মই সুধিলোঁ, "এওঁৰ প্ৰৱন্ধ এটা দুটা আমি পাব নোৱাৰোঁ নে?" নিৰ্ম্মলাই ক'লে, "কেলেই? বৰ লোভ হৈছে নে কি?"

"অৱশ্যে হৈছে।"

"বাৰু তেন্তে আপোনাক এটা দিয়াবলৈ চেষ্টা কৰিম।"

"আপোনাৰ হাতত তেওঁৰ বহুত প্ৰৱন্ধ আছে নে কি?"

"তেওঁৰ বহুত প্ৰৱন্ধ মোৰ হাতত আছে। তেওঁ নকৈ লিখা মাত্ৰকেই মোলৈ পঠিয়াই দিয়ে।"

মই মনে মনে ভাবিলোঁ, গতি ভাল নহয়। ভিতৰি প্ৰেম! কলোঁ, আপুনি তেন্তে তেওঁৰ প্ৰধান পাঠিকা?"

"অৱশ্যে প্ৰথম। মোৰে বোধ কৰো সকলোতকৈ তেওঁৰ লিখালৈ বেছি ভক্তি।"

মই তেতিয়া কলোঁ, "তেওঁৰ নামটো জানিব পাৰিম নে?" নিৰ্ম্মলাই অলপ ভাবিলে ; পাছত কলে, "গৌৰীকান্ত ৰায়"। কওঁতে তেওঁৰ গাল দুখন অলপ ৰঙ্গা পৰিল।

সতীশৰ নিমিত্তে মোৰ দুখ হল।

তাৰ পাছত গৌৰীকান্ত ৰায়ৰ লিখাৰ সম্বন্ধে আমি আলোচনা কৰিলোঁ। মই কলোঁ, "নকৈ প্ৰকাশিত হোৱা তেওঁৰ 'নন্দৰাণী' নামে উপন্যাসখনি আমি সমালোচনাৰ নিমিত্তে পাইছোঁ।" ইয়াৰ পাছত দুদিন তিনদিন নিৰ্ম্মলাৰে সৈতে গৌৰীকান্ত ৰায়ৰ প্ৰবন্ধৰ বিষয়ে আলোচনা কৰিলোঁ। নিৰ্ম্মলাই গৌৰীকান্তক পূজা কৰে বুলি কলেও মিছা কোৱা নহয়। তেওঁলৈ মোৰ বিজাতীয় ক্ৰোধ জন্মিল।

## সপ্তম অধ্যায়।

সতীশে এতিয়াও মিষ্টৰ সেন আৰু মিচেচ্ সেনৰ আগত নিৰ্ম্মলাক বিয়া কৰাৰ প্ৰাৰ্থনা কৰা নাই। কৰিলে তেওঁলোক মান্তি হোৱাৰেই বেছি সম্ভাৱনা। মোৰ দৃঢ় বিশ্বাস সতীশে যেনেকৈ ডাক্তৰ সেনৰ জোৱাঁই হবলৈ কামনা কৰে, ডাক্তৰ সেনেও সেইদৰে তেওঁৰ শহুৰ হবলৈ অভিলাষ কৰে। এই কেদিনৰ কাৰ্য্যকলাপ দেখি মোৰ সেয়ে অনুমান হল।

কিন্তু সেই গৌৰীকান্তৰ কথাত মোৰ মনত ঘোৰ দুঃশ্চিন্তা সোমাল। ডেকা গাভৰুৰ মাজত "বিশেষে বন্ধুত্ব," ইয়াৰ অৰ্থ মই বুজিব নোৱাৰিলোঁ।

সতীশ আৰু নিৰ্ম্মলাৰ বিয়া হৈ গল। নিৰ্ম্মলা মাতৃভাষাৰ পিনে বৰ অনুৰাগিণী, সতীশ কিন্তু মাতৃভাষাৰ নাম শুনিলে জ্বলি উঠে। ইপিনে গৌৰীকান্তও এজন প্ৰতিভাশালী লিখক, তেওঁ সদৌ পৃথিৱীৰ তিৰুতাৰ মাজত বাছি বাছি নিৰ্ম্মলাক তেওঁৰ সাহিত্যসঙ্গিনী কৰি লৈছে। আৰু নিৰ্ম্মলাৰ হৃদয়ো গৌৰীকান্তৰ পিনে আকৃষ্ট হৈ পৰিছে, ই এটা নজনা গুটিৰ দৰে ; ভৱিষ্যতে ইয়াৰপৰা কি জাতৰ গছ উলিয়ায় তাক কোনে জানে?

মই এইটো হবলৈ নিদিওঁ, মই মোৰ বন্ধুৰ দাম্পত্য-জীৱন নিষ্কণ্টক কৰিম। গৌৰীকান্তক পূজিবৰ নিমিত্তে নিৰ্ম্মলাই মনে মনে যি ভক্তি-মন্দিৰ প্ৰতিষ্ঠা কৰিছে সেই মন্দিৰ মই সমালোচনাৰ বজ্ৰৰে ভস্ম কৰিম। দেখুৱাম যে গৌৰীকান্ততকৈও প্ৰতিভাবান মানুহ আমাৰ দেশত আছে। মই গৌৰীকান্তৰ ভাষাত ভুল ধৰিম, নতুন পুৰণি পাশ্চাত্য সাহিত্য তন্নতন্নকৈ খুচৰি, কত গৌৰীকান্তৰ কোন ভাৱৰ মিল আছে তাক মই ৰাইজৰ আগত ডাঙি ধৰিম। গৌৰীকান্তক চোৰ বুলি জগতত প্ৰচাৰ কৰিম। এইদৰে সদাই সমালোচনা কৰি নিৰ্ম্মলাক দেখুৱাই দিম যে তেওঁৰ পূজাৰ দেৱতা মাটিৰ পুতলা মাথোন, ভিতৰত শুদা খেৰ। সতীশ আৰু নিৰ্ম্মলাক ৰক্ষা কৰিম, সেই ৰক্ষা আত্মৰক্ষাৰ সমান। ঘৰৰ টকা খৰচ কৰি ইমান দিন বঙ্গ-প্ৰভা চলাই আহিছোঁ। মোৰ সমালোচনাৰ ৰাজদণ্ডক নতুন পুৰণা আৰু

ডাণ্ডৰ সকলো লিখকেই মানি চলে। এইবাৰ সেই দণ্ডৰ সহায়ত বন্ধুৰ প্ৰতি মোৰ কৰ্ত্তব্য সাধি লম। এবাৰ মনত সন্দেহ হল, তেনে কৰিলে সম্পাদকৰ কামত একো ব্যাঘাত নজন্মে তো? কিন্তু যুক্তিৰে মনক ডাঠ কৰিলোঁ।

এইদৰে ভাবি "নন্দৰাণীৰ" মই কঠোৰ সমালোচনা কৰিলোঁ। কাতি মাহৰ কাকতৰ নিমিত্তে সমালোচনা কলিকতালৈ পঠালোঁ। যথাসময়ত মোৰ হাতলৈ আহিঁ কাকত আহিল। মই ঠায়ে ঠায়ে সমালোচনা আৰু তীব্ৰ কৰিলোঁ।

সেইদিনা গধুলি সতীশ আহিল। মোৰ মেজত 'নন্দৰাণী' দেখি তেওঁ তুলি হাতত ললে। মই ব্যস্ত হৈ কলোঁ, "আও, নুছুবা নুছুবা সেইখন ইংৰাজী কিতাব নহয়।" সতীশে কলে, "এই কিতাপখন লৈ যে তুমি কিমান ব্যস্ত হৈ পৰিছা, এসপ্তাহ তুমি আমাৰ ফালে যোৱাই নাই। যেতিয়া আহোঁ তেতিয়াই দেখোঁ এই কিতাপখন আগত লৈ কিবা লিখি আছা, সেইদেখি এইখন কাঢ়ি নিবলৈ আহিছোঁ।" মই ক'লো, "কিতাপখন সমালোচনা কৰিছিলোঁ, শেষ হল, তুমি এতিয়া অনায়াসে নিব পাৰা।"

"সমালোচনা শেষ হৈ গল?"

"ওঁ এই মাথোন প্ৰুফ ডাকত পঠালোঁ।"

সতীশে নিজ সাহিত্যৰ খবৰ লোৱা দেখি ভাবিলোঁ, হল কি! সতীশে মোৰ মুখলৈ চাই হাঁহিবলৈ ধৰিলে। কলোঁ, "কি হল হেঁ?" তেওঁ কলেঁ, "মোৰ জীৱনৰ এটি গুপুত কথা তোমাক কওঁ। মাথোন "নন্দৰাণীৰ সমালোচনা তোমাৰ কাকতত ওলোৱালৈ বাট চাই আছিলোঁ।"

মই বিস্ময় মানি কলোঁ, "নন্দৰাণীৰ" সমালোচনা! নন্দৰাণীৰ সমালোচনাৰ লগত তোমাৰ জীৱনৰ গোপন কথাৰ সম্পৰ্ক কি?"

তেওঁ কলে "বিশেষ সম্পৰ্ক আছে।ময়েই গৌৰীকান্ত ৰায়।" মই আকাশৰপৰা যেন পৰিলোঁ ; "তুমি!" ময়েই, নুবুজা নে, সতী মানে গৌৰী, ঈশ মানে কান্ত।" মই কলোঁ, "তুমি!" কৈয়েই চাকৰক মাতিবৰ নিমিত্তে ঘণ্টা বজালোঁ। চাকৰ আহিলত টেলিগ্ৰাফৰ কাগজ আনিবলৈ হুকুম দিলোঁ।

সতীশে কলে, "বিলাতত থাকোঁতে বৃটিছ মিউজিয়মত বহি ভাল ভাল পুথিবোৰ মনোযোগেৰে পঢ়িছিলোঁ, পাছত লিখিবলৈ অভ্যাস কৰোঁ।" তেওঁ মাথোন তেওঁৰ প্ৰথম উপন্যাস "নন্দৰাণীৰ" সমালোচনা বঙ্গপ্ৰভাত ওলোৱালৈ বাট চাই আছিল, তাৰ কাৰণ এই যে মই জানিলে কিজানি তেওঁক অন্যায় প্ৰশংসাত উচটাই দিওঁ।

চাকৰে টেলিগ্ৰাফৰ ফৰ্ম্ম আনিলে। মেনেজৰক সংবাদ দিলোঁ, নন্দৰাণীৰ সমলোচনাৰ প্ৰুফ্ ডাকত পঠাইছোঁ, কিন্তু যেন ছপা নহয়। তাৰ ঠাইত আন এটি প্ৰৱন্ধ দিবলৈ কলোঁ।*

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

---

# মণিপুৰ-যাত্ৰা।

## (৯)

দৃশ্যৰ বৰ্ণনা কৰিবলৈ, সেইবোৰ প্ৰায় পাহৰিলোঁৱেই। ঠায়ে ঠায়ে আলিটো এনে ওখ পৰ্ব্বতৰ তলেদি গৈছিল যে পৰ্ব্বতৰ টিং খহি আমাক হেঁচা মাৰি মাৰে বুলি আশঙ্কা জন্মিছিল। সঁচাকৈয়ে বাৰিষা কেতিয়াবা কেতিয়াবা পৰ্ব্বতৰ গা খহি আহি আলি বন্ধ কৰি পেলায়। এনেবোৰ ঘটনাক "ধছ্" পৰা বোলে। আলি যাতে এনেবিলাক কাৰণত বন্ধ হৈ নেযায় তালৈ গৰকাপ্তানীৰ মানুহে সদাই চকু ৰাখে।

আমি গৈ শেহত এখন ডাঙৰ পৰ্ব্বতীয়া নৈৰ দাঁতি পালোঁগৈ। নৈখনৰ নাম " কায়ৰং"। নৈৰ পানী দ নহয়। গাড়ী গৰু নৈয়েদি খোজকঢ়াই পাৰ কৰা হয়। কিন্তু আমাৰ

---

* শ্ৰীযুত প্ৰভাতকুমাৰ মুখোপাধ্যায় বি.এ. ব্যাৰিষ্টাৰৰ "ষোড়শীৰপৰা।

দুৰ্ভাগ্যবশতঃ অলপ পৰ আগৈয়ে সেই অঞ্চলত বৰষুণ দিয়া বাবে নৈখন ক্ষন্তেকতে সেইদৰে পাৰ হব নোৱাৰা হল। কাজেই আমি তাতে অলপ পৰ ৰব লগীয়াত পৰিলোঁ। নৈৰ ওপৰেদি "Suspension Bridge" আছিল ; কিন্তু গাড়ী এৰি থৈ অকল মানুহ সিপাৰলৈ গৈ একো লাভ নাই দেখি আমিও পাৰ নহলোঁ। নৈৰ বালিত ভাত ৰন্ধা গল। গাড়োৱান কিটায়ো ৰান্ধিলে। কানি জাল বাই কেইটামান মিছামাছও ধৰা হৈছিল। আমাৰ ভাত হওঁতে নৌহওঁতেই নৈৰ পানী কমিল। কাজেই সকলোৱে ধৰি ঠেলি-ঠুলি গাড়ী কিখন পাৰ কৰি দিয়া হল। নৈখন বৰ বহল নহয় ; সাঁতুৰি একে হাফোলাতে পাৰ হব পাৰিম যেন লাগে। কিন্তু সোঁত হলে বৰ প্ৰখৰ। সাঁতুৰিবৰ ইচ্ছা সত্বেও সাঁতোৰা নলগ; কিয়নো, শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই লেখা কোনোবা এটা গল্পত মই পঢ়িছিলোঁ যে এনেবোৰ নৈত হেনো পৰ্ব্বতীয়া ডাঙৰ ডাঙৰ সাপ থাকে। তাৰ বাহিৰেও সোঁতে হঠাৎ কৰবালৈ উটুৱাই লৈ গৈ পৰ্ব্বতৰ ঘোকত সুমাই মৰাটোও বৰ অসম্ভৱ নহয়। চাওঁতে চাওঁতে নৈৰ পানী বহুত কমি গল। পৰ্ব্বতীয়া নৈৰ পানী বৰষুণ দিলে ঘপ্ কৰে বাঢ়ে আৰু বৰষুণ বন্ধ হলেই ঘপ্ কৰে শুকাই যায়। আমি খাই বৈ উঠি, ওলমা দলঙৰ ওপৰেদি বগাই নৈ পাৰ হলোঁ। নৈৰ দুই পাৰে দুটা দুটাকৈ চাইটা বৰ ওখ খুটা পুতি, খুটাৰ মূৰে মূৰে, ইপাৰৰ পৰা সিপাৰলৈকে দুডাল খুব শকত পাকোৱা তাৰৰ ফই বান্ধি, তাৰ ওপৰত তক্তা পাতি দি, এই দলং তৈয়াৰ কৰিছে। দলঙৰ ওপৰেদি কোনো মানুহ খোজ কাঢ়ি যাবৰ বেলিকা দলংখন দল্‌দোপ্-হেন্দোল্‌দোপ্‌কৈ লৰে। কিন্তু দুই কাষে তাৰৰ জাল থকা বাবে পৰিবৰ কোনো ভয় নাই। দলংখন নৈৰ পানীৰপৰা বহুত ওখত।

নৈৰ সিপাৰে এটা মণিপুৰীয়া থানা আৰু চৰ্কাৰী ডাকবঙলা। ইয়াত কিন্তু আমাক কোনেও একোকে নুসুধিলে। এই ডোখৰ ঠাই বেছ আহল-বহল। ইয়াত অল্পায়াসে কহিমাৰ সমান নগৰ এখন বহুৱাব পৰামান ঠাই উলিৱা যাব পাৰে।

আমাৰ গাড়ী আকৌ চলিবলৈ ধৰিলে। আৰু এটা কোনোবা আড্ডা পাৰ হৈ গলোঁ, নাম মনত নাই। সম্ভৱতঃ "মাৰং" হবলা। গধুলি কিছুপৰ বিশ্ৰামৰ পাছত ৰাতি গাড়ী আকৌ এৰি দিলে। ৰাতি দুটা ঘটনা ঘটিছিল। সেইকিটা ঘটনাৰ উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ।

গাড়োৱান কিটাই গাড়ী চলাই নিছে, আমি গাড়ীতে দীঘল দি গৈছোঁ। ৰাতি বৰ এন্ধাৰ নহয় ; কিন্তু সেই বুলি বৰ পোহৰো নহয়। এনেতে আমি মণিপুৰৰ ফালৰপৰা অহা এলানি গাড়ী লগ পালোঁ। গাড়ীবোৰ সংখ্যাত অন্ততঃ ৭।৮ খন মান হব। মই ইতিপুৰ্ব্বেই কৈ আহিছোঁ, মণিপুৰ ৰোডতো বৰ ঠেক, দুখন গাড়ী সমানে যাব পৰামান বহলো নহয়। পৰস্পৰ বিপৰীত ফালৰপৰা অহা গাড়ীবোৰে বৰ কষ্টেৰেহে ইখনে সিখনক অতিক্ৰম কৰে। আমি এতিয়া লগ পোৱা গাড়ী জুমৰ গাড়োৱান এটাইবোৰ মণিপুৰীয়া। ভালেমান মণিপুৰীয়াই গাড়ীৰ ব্যৱসায় কৰি জীবিকা উপাৰ্জ্জন কৰে। আমাৰ গাড়োৱানকিটাই হিন্দী ভাষাৰে চিয়ঁৰি মণিপুৰীয়া গাড়োৱান কিটাক গাড়ী কিনাৰকৈ চলাবলৈ কলে। কিন্তু মণিপুৰীয়া গাড়ী কিখন পৰস্পৰ গায় গায় ইমান লাগি আহিছিল আৰু আমাৰ গাড়ী কিখন এনে হঠাৎ সিহঁতৰ আগতে ওলাল যে মানুহে ঠেলি কিনাৰ নকৰিলে এতিয়া আৰু কিনাৰ কৰিবৰ উপায় নাই। সেইবাবে সিহঁতে আমাৰ গাড়োৱান কিটাকে আলিৰ একিনাৰে গাড়ী ৰখাবলৈ কলে। আমাৰ গাড়োৱান কিটাৰ পক্ষেও সেই একে অসুবিধা। কাজেই সিহঁতও এই প্ৰস্তাৱত মান্তি নহল। এই কথা লৈ দুই জাকৰে ভিতৰত খঙেৰে উত্তৰাউত্তৰি চলিবলৈ ধৰিলে। এনেতে মণিপুৰীয়া এটাই আমাৰ গাড়োৱান কিটাক মণিপুৰীয়া দোৱানেৰে কিবা গালি পাৰিলে। গালি পৰামাত্ৰকে আমাৰ গাড়োৱানটোৱেও মণিপুৰীয়া দোৱানেৰে তাৰ প্ৰত্যুত্তৰত কিবা কৈ হঠাৎ গাড়ীৰপৰা জাঁপ মাৰি নামি গাড়ীৰ "চিপাহা" খুলি ললে। লগৰটোৱেও দেখাক দেখি তাকে কৰিলে আৰু "মাৰো* মণিপুৰীয়াকো" বুলি সিহঁতৰ ফাললৈ দুয়ো খেদা মাৰি গল। এটা ডাঙৰ মৰামৰি হবৰ সম্ভাৱনা দেখি আমি অলপ উদ্‌গ্ৰীৱ হলোঁ আৰু গাড়োৱান কিটাক মৰামৰি কৰিবলৈ হাক দিলোঁ। কিয়নো, মৰামৰি লাগিলে আমিও এই ঘটনাটোত লেটি-পেটি হবৰ সম্পূৰ্ণ সম্ভাৱনা। মণিপুৰীয়া জাকৰ ভিতৰত কিন্তু বুজন মানুহ আছিল। সিহঁতৰ কেইটামানে ধৰি মেলি দন ভাঙি দিলে

আৰু আমাৰ গাড়ী পাৰ হব পৰাকৈ বাটো উলিৱাই দিয়ালে। আমি পাছত গাড়োৱানটোক সুধি জানিলোঁ, মণিপুৰীয়াটোৱে হেনো তাক মণিপুৰীয়া দোৱানেৰে বৰ অশ্লীল গালি পাৰিছিল। এই ঘটনাত দেখিলোঁ ৭।৮ জন মানুহ গোট খাই থকা মণিপুৰীয়া এজাকলৈ মাথোন দুটা নিম্ন শ্ৰেণীৰ দেচোৱালীয়ে খেদা মাৰিবলৈ সাহ কৰিলে। ইয়াৰ কাৰণ কি? এটা দেচোৱালীয়ে কেইটা মণিপুৰীয়াক বলে পাৰে এই বিযয লৈ গাড়োৱান কিটাই আমাৰ আগত মণিপুৰীয়াবিলাকৰ সম্পৰ্কে বহুত তাচ্ছল্যব্যঞ্জক কথা কলে। কিন্তু সেইবোৰ ওফাইদাং কথাৰ উল্লেখ কৰি একো লাভ নাই। যি হক প্ৰকৃতত যে মৰামৰি নেলাগিল এইবাবে আমি নথৈ সুখী হলোঁ। কিয়নো বিদেশত সকলোবিধ গোলমালৰপৰা আঁতৰি থকাৰ সমান আৰু আন একোৱেই নাই।

মাজনিশাৰ পাছত আমি আকৌ এজুম মণিপুৰৰ ফালৰপৰা অহা গাড়ী লগ পালোঁ। এইবোৰ গাড়ীৰ গাড়োৱান এটাইবোৰ দেচোবালী। এই জুমতো সাত আঠখন গাড়ী আছিল। সিহঁতে গাড়ী ৰখাই তাতে ৰন্ধা-বঢ়া কৰিছে। আমাৰ গাড়োবানটোৱে অতি ভদ্ৰভাৱেৰে সিহঁতক এফেৰি বাট এৰি দিবলৈ কলে। হিন্দী ভাষাৰে সিফালৰপৰা কঠুৱা উত্তৰ আহিল "তই কলেই এৰি দিম নে কি? নিদিওঁ এৰি এতিয়া বাট। কি কৰিবি?" আমাৰ গাড়োৱানটোৱে আকৌ ভদ্ৰভাবেৰে কলে "আমাৰ গাড়ীত কেইজনমান আৰোহী আছে, তেওঁবিলাকে বেগেতাই মণিপুৰ পাবগৈ লাগে, বাট এৰি নিদিলে তেওঁবিলাকৰ বেলি হব।" উত্তৰ,— "তই জানিৱা লাট চাহাবকে তোৰ গাড়ীত আৰোহী কৰি আনিছ, সেই বুলিয়েই আৰু বাট এৰি দিম নে কি? নিদিওঁ যা।" অকাৰণত অতি কঠুৱা মাতেৰে এনেবোৰ অভদ্ৰ আৰু যুক্তিহীন উত্তৰ দিয়া শুনি আমি অবাক হলোঁ। উত্তৰবোৰ অপৈণত বুদ্ধি দুষ্ট লৰাৰ উত্তৰৰ দৰে, নিচেই শিক্ষা আৰু বিবেকহীনতাৰ পৰিচায়ক। ভাবি চিন্তি মৰিবলৈ আগ বাঢ়িব পৰাৰ মান সাহ যিবিলাকৰ থাকে তেঁনেবিলাক মানুহে এনে আচৰণ কৰিব নোৱাৰে। Bully আৰু বীৰৰ ভিতৰত পাৰ্থক্য বহুত। কাৰ্য্যক্ষেত্ৰত নিচেই অনভিজ্ঞ মদ গৰ্ব্বিত কুশিক্ষিত মানুহে হে এনে উত্তৰ দিব পাৰে। কিন্তু ৰাৱণৰ নিমিত্তে ৰাম আৰু দুঃশাসনৰ নিমিত্তে ভীমৰ অভাৱ এই সংসাৰত কেতিয়াও নঘটে। মানুহৰ অন্যায় গৰ্ব্ব ঈশ্বৰে নসহে। ৰাক্ষস-পুৰীত বন্দী দশাত থাকিও সীতাৰ সতীত্ব ৰক্ষা পোৱাৰ দৰে চাৰিও ফালৰ পাপৰ ভিতৰতো ঈশ্বৰে ন্যায়ৰ গৌৰৱ অক্ষুণ্ণ ৰাখে।

যি হক, এনে মানুহৰ লগত যুক্তিপুৰ্ণ তৰ্ক কৰা বৃথা। সেইদেখি অপমান বোধ হোৱা সত্বেও কোনো উত্তৰ নিদি আমি মনে মনে থাকিলোঁ। আমাৰ গাড়োৱান কিটাইও কাবৌ কাকুতিৰ বাহিৰে আন প্ৰকাৰ আচৰণ কৰিবলৈ সাহ নকৰিলে। কিয়নো, আমাৰ বিপক্ষৰ জাক আমাৰ জাকতকৈ বহুতৰ বেছি বলৱান যেন বোধ হৈছিল। আমিও আন কোনো উপায নেদেখি, টোপনিৰ ভাও জুৰি গাড়ীতে পৰি থাকিলোঁ। ইমান অপমানৰ ওপৰত ওলাই দেখা দিবলৈ বৰ লাজ যেন বোধ হল। আমাৰ গাড়োৱান কিটাইয়ো বাট নেপাই তাতে গাড়ী ৰখাবলৈ বাধ্য হল। কাছাৰি ঘৰৰ ওচৰৰ আলিত গাড়ী কাষৰীয়াকৈ নিনিয়াৰ বাবে হটঙা গাড়োৱানৰ ওপৰত টিকিৰা বাবুৱে দপ্‌দপাই দেখুৱা টিলা হব পাৰে, কিয়নো সেই ঠাইত প্ৰকৃত মৰামৰিৰ সম্ভাৱনা নাই। জিলালৈ অহা নগা আবৰক নিচেই সৰু সৰু বজৰুৱা লৰায়ো জোকায়। কিন্তু মণিপুৰৰ নিজান বাটত নিজৰ গাত আত্মৰক্ষাৰ সামৰ্থ্য নেথাকিলে, বা গ্লেডিয়েটৰৰ দৰে মৰোঁ জীওঁ নেচাই লাগিবলৈ বাধ্য কিম্বা দৃঢ়প্ৰতিজ্ঞ নহলে কিবা run amock নকৰিলে এনে আসুৰিক প্ৰকৃতিৰ অসাধু মানুহৰ লগত এনেবোৰ অৱস্থাত মিছাকৈ কোন্দল বাঢ়োৱাত লোকচানৰ বাহিৰে লাভ নাই। বিশেষ মানুহৰ জীৱনৰ একোটা লক্ষ্য আছে আৰু যিবোৰ আগগুৰি চাই কাম কৰা মানুহ তেওঁবিলাকৰ পক্ষে এনেবোৰ অৱস্থাত "discretion is the better part of valour" এই মহাবাক্যই দেখুৱাই দিয়া পন্থাৱলম্বন কৰাটোৱেই সমিচীন বুলি বোধ হয়। অৱশ্যে এই বিষয়ে মতভেদ হব পাৰে। বাস্তৱিকতে মানুহে মানুহৰ লগত কৰোঁ বুলি দন্দ কৰে কিয়? নিচেই নগণ্য মানুহ এটাৰ ভিতৰতো ইমান শক্তি নিহিত আছে যে ঠেকত পৰি সি সেই শক্তিৰ প্ৰয়োগ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হলে বৰ শক্তিশালী মানুহৰ পক্ষেও সেই শক্তিৰ প্ৰতিৰোধ কৰা সকলো সময়তে সম্ভৱ বা সহজ নহয়। সামান্য ফিৰিঙতিৰপৰা ৰৰ একুৰা জুই উৎপন্ন হোৱাৰ দৰে, অতি সামান্য অসদাচৰণৰ ফলও কেতিয়াবা বৰ ভীষণ হোৱা বৰ অসম্ভৱ বা আচৰিত নহয়।

মণিপুৰ ৰোডৰ কিছুমান হিন্দুস্থানী গাড়োৱানৰ উভতি নচা সম্বন্ধে ভালেমান কথা ইতিপূৰ্ব্বেই আমাৰ কাণত পৰিছিল। সিহঁতে যে কোনো কোনো ঠাইত য়োৰোপীয়ৰ আগতো উভতি নাচি দেখুৱাইছে এনে ঘটনাৰ কথাও আমাৰ জনা আছিল। বিদেশত সকলো গোলমালৰ হাত এৰাই ফুৰাটো হে আমাৰ প্ৰধান লক্ষ্য আছিল। তদুপৰি গাড়োৱান জাকৰ ওপৰত অপমানৰ প্ৰতিশোধ লবৰ শক্তি আৰু ইচ্ছাও আমাৰ নাছিল। অপমানটোৱে আমাৰ "সুবুদ্ধি" কিটাৰ নিচেই মৰ্ম্মস্থল ঢুকি পোৱাও নাছিল; আৰু এনেবোৰ অপমান হাঁহি উৰালেও কোনো material ক্ষতি নাই। কাজেই আমি নিমাত হৈ অপমানখিনি "পকেটিফাই" কৰি সিহঁতৰ এই অন্যায় অত্যাচাৰ সহি থাকিলোঁ। আমাৰ ভিতৰত ইউৰোপৰ Middle age অৰ কোনো knight নাছিল। থকাহেঁতেন কি কৰিলেহেঁতেন কব নোৱাৰোঁ। দুৰ্ভাগ্যক্ৰমে সম্মোহন বিদ্যাত বা কথাৰে মানুহ জয় কৰাতো আমাৰ ভিতৰত কোনো পাকে নাছিলোঁ। নতুবা গাড়োৱান জাকৰ ওপৰত তাৰো এটা প্ৰয়োগ কৰি চোৱা গলহেঁতেন।

কিন্তু আমি বহুত পৰ তাত ৰবলগীয়া নহল। জাকৰ গাড়োৱান এটাই সম্ভৱত ঃ আমাৰ সহিষ্ণুতা দেখি মৰম লাগি আমালৈ বাট মোকোলাই দিয়ালে আৰু আমাৰ গাড়ীও ততালিকে পাৰ হৈ গল। সৰহ ভাগ মানুহৰে সৰহ ভাগ ঠাইতে দুৰ্ব্বলৰ ওপৰত বৰ দপ্‌দপনি কিন্তু সবলৰ ওপৰত তেনে নহয়। কলা মানুহৰ এই দোষটো বৰ বেছি।

ইয়াৰ পাছত সেই দিনা নিশা আমি আৰু কোনো গোলমালত পৰা নাই। বাটত লোৰ দলঙেৰে আৰু এখন ডাঙৰ পৰ্ব্বতীয়া নৈ পোৱা হৈছিল। সেইখন নৈৰ আগতে ভালেমান এডোখৰ সমতল ঠাই। তাত দুই চাৰি ঘৰ মানুহৰ ঘৰও দেখিলোঁ ; কিন্তু ইয়াৰ বিশেষ বৰ্ণনা উভতি অহাৰ বৰ্ণনা দিওঁতে দিয়া হব।

কিছুদূৰ আগবাঢ়ি আকৌ "কুৰুং" আৰু পৰ্ব্বত পোৱা গল। ৰাতি পুৱালত আমি খোজ কাঢ়ি যাবলৈ ধৰিলোঁ। পৰ্ব্বতবোৰ ক্ৰমে চাপৰ হৈ অঁহা যেন বোধ হল। চাপৰ পৰ্ব্বতৰ ওপৰত দুই এক ঠাইত নেপালীৰ মহখুঁটিও দেখা গল। মাটি ক্ৰমে সমতল হোৱাৰ ফাললৈ ঢাল লোৱা যেন অনুমান হল। এটা আড্ডাও দেখা গল। আড্ডাটো চাপৰ পৰ্ব্বতৰ ওপৰত। ওচৰেদি এখন সৰু পৰ্ব্বতীয়া নৈ বৈ গৈছে। আড্ডাটোৰ নাম সম্ভৱতঃ "কাংলাটোমি" আছিল। কিছুমান দূৰ বাট আকৌ পৰ্ব্বত আৰু "কুৰুং" পোৱাৰ পাছত আকৌ সমতল ভূমিৰ আৰম্ভ হল। আৰু এটা আড্ডা পোৱা গল। নাম সম্ভৱতঃ "কাইখ্‌মা"। ইয়াতো এখন নৈ আছে। এইখিনিৰপৰাই দস্তুৰমতে সমভূমিৰ আৰম্ভ। পাহাৰ পৰ্ব্বতবোৰে মাজতে সমভূমিৰ নিমিত্তে ঠাই এৰি দি দুই দাঁতিয়ে দূৰৈলৈ আঁতৰি গল। মুকলি ঠায়েদি গৈ আমাৰ বৰ ভাল লাগিল। কোৱা বাহুল্য ইতিপূৰ্ব্বে বাটত জিৰোৱা আৰু খোৱাবোৱা কৰা হৈছিল।

মণিপুৰ এসময়ত হ্ৰদ আছিল বুলি যে বৈজ্ঞানিকসকলে কয়, এতিয়াও মণিপুৰৰ মাটি লৈ চাই সেইটো কথাৰ সত্যতা অনুভৱ কৰিব পাৰি যেন বোধ হল। আলিৰ একাষে ঝাউ গছৰ লেখিয়া গছ (আপুনি গজা) বহুতলৈকে আছে। ঠায়ে ঠায়ে "কবৰ" চকুত পৰিল। গাড়োৱান্‌ক সুধি জানিলোঁ, যিবোৰ চাহাব যোৱা মণিপুৰ বিভ্ৰাটত হত হৈছিল, তেওঁবিলাকৰ যি যত মৰা পৰিছিল তেওঁক তাতে "কবৰ" দি, ওপৰত পকা বন্ধাই দিয়া হৈছে। কবৰৰ ওপৰৰ লেখাবোৰ চাবৰ ইচ্ছা সত্বেও সেইটো ইচ্ছা কাৰ্য্যত পৰিণত কৰিব পৰা নহল। এই কবৰবোৰে দৰ্শকক অতীত মণিপুৰ বিভ্ৰাটৰ কথা সোঁৱৰাই নিদি নেৰে।

আমাৰ গাড়ী এতিয়া সমতল মাটিৰ ওপৰেদি যাবলৈ ধৰিলে। আলিৰ কাষত নহলেও, দূৰৈত দূৰৈত লোকালয়ৰ অৱস্থিতি অনুভৱ কৰিলোঁহঁক। আবেলি বেলিকা আমি "চেংমাই" বজাৰ পালোঁ গৈ। ইয়াতে আমাৰ গাড়োৱানকেটাৰ ঘৰ। আসামত লোকেল-বোৰ্ডে সাজি দিয়া Hat-sheds বিলাকৰ লেখিয়া ঘৰৰ তলত দস্তুৰমতে দোকান বহি গৈছে। বেচোঁতা কিন্তু এটাইবোঁৰেই মাইকী মানুহ।

শ্ৰীজ্ঞানানন্দ জগতী।

# তামৰ-ফলি।

(১)

নমোগণপতয়ে। বন্দে আনন্দং.....মহেশ্বৰম্........
দ্বিতিসুতন্নিবহ ধ্বংসিনং বাসুদেবং ঈশানং অন্নিভানাং
অভিমতাম্ (স্বৰ্গাসন্নম্ভানাং)...
প্রেক্ষকুঠাৰ হস্তে তুহিণগিৰিসুতাং সৰ্ব্ববন্দ্যা (মম্বাং)....
যস্যাপ্রসাদৰসণেসৰস
শ্রীমদ্দৈতেয়দৰ্পদলনৈবসুধাৰণস্তঃ।...
তামিন্দ্রসুতাং প্রণমামিভক্ত্যা গত্যাতুল্যাত্রিপুৰ
বৈৰিমনোহৰাঙ্গীম।...
(বসুগ্রহ-ন্দিনৃপো) লৌহিত্যতনয়াসুসাপন্নদ্ধিনৃপোমহান্।
ধ্বাৰণ্যমদোন্মত্তোবিপক্ষকৰিবেশকী।...
নোবাস্যসমোভূবিভৃদস্তকো লৌহিত্য যথাহৃত পুণ্য কৰ্ম্মা।
প্রখ্যাতকীৰ্ত্তিন্নিযতাৰিদৰ্পঃ আসীংসমস্তসমৰ প্রবীণঃ।
নন্দিস্বৰাহূয় উপায় নিতস্যবংশোদোধাৰ্য্যদণ্ড
প্রতিপক্ষদক্ষঃ।
প্রসংযতেযস্যজগতিজনৌঘৈঃ
দেবাদ্বিজাৰ্চ্চনপৰোনাস্তিসুশীলঃ।
তস্যাত্মভূৎ দৈত্যানায়াতুযামামতিঃ।
শৌৰেবেশ্যানিদৈৰ্বকাৰ্য্যসততং স্বকৰ্ম্মসম্পাদিনা।
তস্যানন্তৰমুদ্ভবোসুৰঋপো বংশাংশভুতোধৰাভাৰদ্ধাৰ
কৰোজিতাৰিনিবহঃ।
শ্রীস্বৰ্গনাৰায়ণঃ।
সচাভবদ্ভূপতিৰুপ্রবীৰ্য্য শ্রীসত্যনাৰায়ণ তুল্য এষঃ।
শঙ্কৰ্ষণধ্বংশৰেষাকীৰ্ত্তিঃ প্রদীপভূপালতমোদিনেশঃ।
কাশ্যপান্বয়সম্ভূতঃ আসীচ্চঙ্কৰ্ষণোদ্বিজঃ।
ততোভবন্মহাবিদ্বান্নুমাপতি প্রতিষ্ঠিতঃ।
ততসূনুৰভবদ্ধীমান বসুধাপতিপূজিতঃ।
অক্ষুণ্নপুণ্যবান্‌বিপ্রঃখ্যাতোনাৰায়ণোদ্বিজঃ।
শতষত্তপৃথন্তি সন্বিত্তভূবমমুমতোধিকং-দদৌ
ভূপতিতস্মৈনাৰায়ণদ্বিজাত্মজে।
অনন্ত বায়ামস্যনদিধবলীচতীৰতঃ।
বৰ্ত্তিকাব্যজনৈঃ সাৰ্দ্ধংশাসনং স্বৰ্গসমৃদ্ধয়ে।
ভুবি চ বেদে চন্দ্রেচবিতিহোত্রেস্বৰূপকে।
আদ্ধুলীনাম সৰ্ব্বজ্ঞঃ তানিশ্লোকবন্ধান্নিবন্ধিতঃ।
নৃপাদেশাদ্দদৌতেনলব্ধামিমাং ঝাতিনামতঃ
কুঞ্জাবলনৌস্থলিঃ পূৰ্ব্বে সুৰ্ণবসেতু
দক্ষিণে পশ্চিমে চতুৰ্ব্বশ্য চণ্ডিকাবাৰ স্তযোত্তৰে।

(২)

ত্রিলোচনো মহাদেবঃ মহেশ্বৰো
কামদেবঃ..........তেহাৰিতকোদ্বিজাঃ।
গৌতমোবাসুদেবশ্য....গোৰাত্রশ্ব মহাদেবোৰম্যশ্বশ্ব
গদাধৰঃ।
কাশ্যপোকহলহত্রস্বত্রিলোচনো প্রতিশ্রুতঃ। স্থবিৰো
বিপ্রশাণ্ডিল্যোতাৰাপতি
কৃতি দ্বিজৌ। বিশ্ববন্দ্যশ্ব মৌদ্‌গল্যোভৰদ্বাজোগদাধৰঃ।
দৈবজ্ঞঃ সৰ্ব্বথাশ্বৈবতাৰাপতিশ্বগ্রামণীঃ।
ৰত্নালোকজগদ্যুতিখ্যাতঃ কস্তং কিম্বা তৈলযন্ত্রক।
মদ্দত্তশাশনমিদং পৰিপালয়যোভূমিপতে
নৃপতেৰ্ম্মাৰ্পিতং।
স্বপ্রত্যক্ষযন্তিত্রয়োগঠিত সম্পন্ন পল্লিবাসিভিৰাজ্ঞা
পূৰ্ব্বযোজন প্রায়া প্রযোগৰ্ত্তিঃ।। ৪১৩১।।
ঘোড়ামৰাকুতিখ্যাতঃ গ্রামগ্রণিসহাম্বুদঃ।
পৰিবৰ্ত্তদদৌ ভূমিদিকুঞ্জবালননৌস্থলীম।
ৰাজাদেয়নদদৌতেন বিপ্রায়ঝাতিনামতঃ।
শতষণ্ড প্রিতি মিতেৰ্ভূমিং প্রত্যক্ষনাৰায়ণোনৃপঃ।
পূৰ্ব্বেগলণ্ডাকৌতুক বহাল গুৰুদক্ষিণে।
প্রতিশ্যায় কুসুমোসৰ্ব্বে সুবৰ্ণবংশঃ তথোত্তৰে।
বিপ্রলম্ভোগবাংভক্তঃদদৌনাৰায়াত্মজে।
সন্তবিশন্যাখ্যেহস্তদ্বয় পূৰ্ণ মিভম্।

শ্রীগৌৰীদত্তমিশ্র বিদ্যভূষণ,
এম, আৰ, এ এচ্।

ভুবোনমোহন পদাশ্রিত যদুমণি কুলোদ্ভব ৰামনাৰায়ণ দ্বিজঃ।

শ্রীশ্রী ৰুদ্রাসংহনৃপদত্তা ভুবনদেবতা পূজ্যৰ্থে।
দেবোত্তৰ ভূমি ৪১৩১ হালচা শাকে ১৬১৩
ধেনুখনাগাওঁৰ ঘাড়মৰা সত্র
৪৪ নং তামৰ-ফলি।

ঘাৰমৰা সত্রৰ শ্রীশ্রীযুত অধিকাৰ গোস্বামী মহোদয়ৰপৰা পোৱা হৈছে।

(বীজ) ১। যদুমণিদেৱ।
২। ৰামনাৰায়ণ। (দানপাত্র)
৩। জগতানন্দ।
৪। কৃষ্ণদেৱ।
৫। লক্ষ্মীনাৰায়ণ।
৬। ৰামচন্দ্ৰ।
৭। ৰামকৃষ্ণ। (বৃত্তি ভোগ কৰি মানৰ দিনত ভাগিছে)
৮। ভদ্ৰকৃষ্ণ।
দুইভাই ৯। ঠানুকৃষ্ণ। বসুকৃষ্ণ।

শ্ৰীশ্ৰীৰামনাৰায়ণ গোস্বামীক শ্ৰীৰুদ্ৰসিংহ মহাৰজাই ৪৩৩১ পুৰা দেবোত্তৰ ভূমি ভোগ কৰিবলৈ দিছিল।

---

# তামৰ-ফলিৰ অসমীয়া ভাঙণি।

গনেশলৈ নমস্কাৰ। অসুৰবিলাকৰ ধ্বংসকাৰী স্বৰ্গবাসী দেৱতাসকলৰ অভিলষিত বাসুদেৱলৈ নমস্কাৰ। সকলোৰে পূজনীয়া কুঠাৰ অস্ত্ৰধাৰিণী হিমালয়নন্দিনী যি পাৰ্ব্বতীৰ অনুগ্ৰহত বলশালী দৈত্যসকল ধ্বংস হৈছে, যি পাৰ্ব্বতীয়েই ভক্তি ভঙ্গি গতি দ্বাৰাই ত্ৰিপুৰাসুৰৰ বৈৰী শিৱৰ মন মুহিছিল, সেই জনা পৰ্ব্বততনয়ালৈ নমস্কাৰ। লোহিত্য তনয়া (সোৱণশিৰিলৈ) দ্বাৰাই যি মহাৰাজৰ সম্পদ পৰিপূৰ্ণ হৈছে, পৃথিবীস্বৰূপ হাবিত ঘূৰি ফুৰা মদমত্ত শত্ৰুৰূপ হাতীৰ ওপৰত যি জনা সিংহৰ নিচিনা পৰাক্ৰমশালী হৈ বহিছে। যি পৃথিবীপালক শত্ৰুনাশক ৰজাৰ পুণ্য কাৰ্য্যবিলাক লুইতৰ সোঁতৰ নিচিনাকৈ ববই লাগিছে। যি জনা বিখ্যাত যশশালী শত্ৰুসকলৰ দৰ্পসংহাৰক যুদ্ধত নিপুণ ৰজা আছিল। যি জনে শিৱ বংশত উৎপন্ন হোৱা কোচবংশী দণ্ডধাৰী ৰজা সকলক পৰাস্ত কৰিছিল। যি জনতকৈ দেৱতা ব্ৰাহ্মণ পূজাত আসক্তৰ আৰু সচ্চৰিত্ৰশালী কোনো ৰজা এই জগতত আছিল বুলি মনুষ্য সমাজৰ পৰা প্ৰশংসা পোৱা নাছিল। যি জনে দেৱ গৃহত সদাই নিজৰ স্বকৰ্ম্ম আৰু নিত্য নৈমিত্তিক কৰ্ম্ম সম্পন্ন কৰিছিল সেই জনৰ ঔৰসৰপৰা উদ্ভৱ হোৱা শ্ৰীসত্যনাৰায়ণ দেৱতাৰ নিচিনা মহা পৰাক্ৰমশালী শ্ৰীস্বৰ্গনাৰায়ণ নামক ৰজাৰ জন্ম হয়। এই স্বৰ্গনাৰায়ণেই পৃথিবীৰ ভাৰনাশক শত্ৰু জয়কাৰী ৰজা আছিল। তেওঁৰ যশস্যাৰ ওচৰত বলদেৱৰ নিচিনা যোদ্ধাৰ যশস্যায়ো হাৰ মানিছিল। তেওঁ প্ৰখৰ বীৰ্য্যশালী ৰজাসকলৰ ওপৰত সূৰ্য্যৰ নিচিনাকৈ প্ৰকাশ কৰিছিল। কাশ্যপ বংশত জন্ম গ্ৰহণ কৰা শঙ্কৰ্ষণ নামে এজন ব্ৰাহ্মণ আছিল। তেওঁৰ পুত্ৰ উমাপতি মহা বিদ্বান বুলি প্ৰতিষ্ঠা লাভ কৰিছিল। তেওঁৰ পুত্ৰ নাৰায়ণ ব্ৰাহ্মণ বৰ বুদ্ধিমান ৰাজ সন্মান প্ৰাপ্ত আৰু অখুত পুণ্যশালী পুৰুষ আছিল। এশ সাধু মানুহে সুখেৰে খাই লৈ জীৱন ধাৰণ কৰিব পৰা সম্পত্তিতকৈয়ো বেছি পৰিমাণে এই নাৰায়ণ ব্ৰাহ্মণক ৰজাই দান কৰিছিল। ধৱলী নৈৰ দাঁতিত পৰকালত সদ্‌গতি লভি অনন্ত স্বৰ্গ সুখৰ নিমিত্তে প্ৰদীপ আৰু ব্যজন সহ এই ভূমি দান কৰা হৈছিল। ১৪১৩ শকত আম্কুলী নামে সৰ্ব্বজ্ঞ পণ্ডিত এজনে এইবিলাক শ্লোক ৰচনা কৰি (শ্ৰীস্বৰ্গনাৰায়ণ) ৰজাৰ আদেশ মতে তামৰ ফলি নাৰায়ণ ব্ৰাহ্মণক দান কৰিছিল। ব্ৰাহ্মণে পোৱা ভূমিৰ সীমা পুবে ঝাতি নামে এটা মানুহৰ জুপুৰি ঘৰ, আৰু হাতী বন্ধা বা নাও বন্ধা ঠাই। পশ্চিমে-চতুৰ্ব্বৰ্ষ (পৰ্ব্বত) উত্তৰে—চণ্ডী দেৱালয়। দক্ষিণে—সোৱণশিৰি নৈ।

শ্ৰীগৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ, এম. আৰ. এ. এচ্।

---

শ্ৰীযুত গেইট চাহাবৰ আসাম বুৰঞ্জী ১৬৪ পৃঃ।
১৬১৮ শকত মহাৰাজ ৰুদ্ৰসিংহ ৰাজপাটত উঠে। ১৬৩৬ শকলৈ ৰাজত্ব কৰে।
(শ্ৰীস্বৰ্গনাৰায়ণ ১৪১৯)* কাশীনাথ তামুলী ফুকনৰ আসাম বুৰঞ্জী।
(কুচবিহাৰৰ বিশ্বসিংহ মহাৰাজ আশ্ৰিত।)

(২)

হাৰীৎ গোত্র ত্রিলোচন, গৌতম গোত্র বাসুদেৱ, গোৰাত্র মহাদেবৰম্য গদাধৰ, কাশ্যপ গোত্র কলহহত্র, ত্রিলোচন শাণ্ডিল্য গোত্র বৃদ্ধতাৰাপতি পণ্ডিত ব্রাহ্মণ, মৌদাল্য গোত্র গদাধৰ, ভৰদ্বাজ গোত্র গদাধৰ, তাৰাপতি দৈবজ্ঞ, ৰত্নালোক জগদ্‌জুতি নাপিত, বাস্তা তেলী (এইবিলাক সাক্ষী) ভূমিপতি ৰজাই দিয়া তামৰ ফলিখন ত্রিবেদী সভাৰ ঋক বা যজু সাম এই তিনখন বেদদ্বাৰা গঠিত। গ্রামিক সভাৰ সভ্যসকলে দেখিছিল। ঘোড়ামৰাকুতি নামক নামজ্বলা গাঁওখন, লতা গৃহ বেষ্টিত হাতি বন্ধা নাওঁ বন্ধা ঠাইৰে সৈতে এশ সাধু মানুহ প্রীতিৰে খাই লৈ থাকিব পাৰে ইমান পৰিমিত ভূমি শ্রীপ্রত্যক্ষ নাৰায়ণ (শ্রীস্বর্গনাৰায়ণ) ৰজাই ভূমি দান কৰিছিল। ভূমিৰ সীমা পুবে গলশুা (গৰু যোৱা বাট)।

পূর্ব্ব দক্ষিণে (ঐশাল কোনে) বৌদ্ধবহাল (পৰ্ব্বত)।

পশ্চিমে — ফুলনিবাৰী।

উত্তৰে — সোৱণশিৰি নৈ।

(নাৰায়ণ ব্রাহ্মণৰ পুতেকক দিছিল) পঞ্চায়ত বহা স্থান ব্রাহ্মণৰ পুত্র নাৰায়ণক দান কৰিছিল।

শ্রীগৌৰীদত্ত মিশ্র বিদ্যাভূষণ, এম. আৰ. এ. এচ।

---

# চমু মন্তব্য।

**শ্রীমন্নাম ঘোষা।**—"মহাপুৰুষ শ্রীমাধৱদেৱ কৃত শ্রীমন্নাম ঘোষা। মূল শ্লোক, ঘোষা, তদন্বয় (অঁসমীয়া) ব্যাখ্যা আৰু বঙ্গানুবাদ ,সম্বলিত। গৌৰীপুৰাধিপতিৰ সাহায্যত আসাম গোৱালপাৰাৰ অন্তর্গত সত্র দলগোমাৰ শ্রীঅমৃতভূষণ অধিকাৰী দ্বাৰা সম্পাদিত আৰু প্রকাশিত। মূল্য ১।৷৹ শকাব্দ ৪৬২।" ৩৫০ পিঠিৰে বৰ ডাঙৰ কিতাপ। সম্পাদকে আত্ম নিবেদনৰ এঠাইত লেখিছে "আজিলৈকে নাম ঘোষাৰ যিসকল সংস্কৰণ মুদ্রিত হৈ প্রকাশিত হৈছে, তাৰ কোনোটোত মূল সংস্কৃত শ্লোক নিচয় নাই। প্রায়বোৰৰ ভাষাত ঠায়ে ঠায়ে বর্ণাশুদ্ধি আৰু প্রকাশকৰ অনুমান অনুসৰি অযোগ্য শব্দৰ প্রয়োগ পৰিলক্ষিত হয়। এই অভাৱ দূৰ কৰিবৰ ইচ্ছাৰে আমি এই সংস্কৰণত হাত দিলোঁ। শ্লোক নিচয়ৰ তলৰ পদ সকল টিকাযুক্ত কৰা গল। টিকাৰ প্রথমে অন্বয়, পিছত ব্যাখ্যা দিয়া হৈছে।" আমি কওঁ, সম্পাদক যে কৃতকার্য্য হৈছে অকল সিয়েই নহয়, তেওঁৰ কার্য্যৰ ফলত অসমীয়াৰ এটা বৰ ডাঙৰ অভাৱ গুচিল, আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰ সম্পদ বাঢ়িল। অধিকাৰী ডাঙৰীয়াৰ ওচৰত সেই বাবে আমি কৃতজ্ঞ। তেওঁ এই কঠিন কার্য্য সুসম্পন্ন কৰা বাবে সকলো অসমীয়াৰ শলাগৰ পাত্র। আৰু এটি কথা মন কৰিবলগীয়া যে গুৱালপৰীয়া বিভাগৰ অসমীয়া মানুহৰ দ্বাৰাই শুৱলা অসমীয়া ভাষাত কিতাপ ৰচিত হোৱা বোধকৰোঁ এয়েই প্রথম ; আৰু প্রথম কার্য্যই গুণতো শ্রেষ্ঠ। আমি আমাৰ অধিকাৰী ডাঙৰীয়াৰ কার্য্যত নিজক গৌৰৱান্বিত বিবেচনা কৰিছোঁ। ইয়াৰ পিছতো কোন "মাইকীৰ পোৱে" কবলৈ সাহ কৰিব যে অসমীয়াৰ গুৱালপাৰ অসমীয়াৰ বুকুৰপৰা বঙ্গালীয়ে ফালি লৈ যাব পাৰিব?

অসমীয়া কিতাপৰ বঙ্গানুবাদো এইয়ে প্রথম। অসমীয়াৰ ঘোষা যে কি অমূল্য ৰত্ন, বঙ্গালীয়ে এতিয়া পঢ়ি বুজিব পাৰিব; আৰু সেই ৰত্নৰাজি উপভোগ কৰিও তেওঁলোক ধন্য হব।

শেহত কওঁ যে দুঠাইত এঠাইত কিতাপখনত দিয়া ব্যাখ্যাত অলপ আসোঁৱাহ আছে যেন আমাৰ মনে ধৰিছে। যেনে—১৬৮ পিঠিত—"হে হৰি মই অনাথক দয়া কৰিয়োক একবাৰ। কৃপাৰসে তিতি অৰুণ বৰণ চৰণ ভৈল তোমাৰ।।" ইয়াৰ ব্যাখ্যা দিয়া হৈছে—"হে হৰি, আমি অনাথক একবাৰ কৃপা নেত্রে চাহিয়োক। আমি কৃপাৰূপ জলত ভিজি বড় যাতনা ভুগিবলৈ ধৰিছোঁ। আপোনাৰ চৰণ যুগল সূর্য্য যেন ভৈল। এতেকে আপোনাৰ সূর্য্য বৰণ-চৰণৰ প্রভাৱ বলে আমাৰ দৈন্য ভাৱ গুচায়োক।" আমাৰ মনেৰে "কৃপাৰসে তিতি" চৰণৰ হে বিশেষণ "মই"ৰ নহয়। অর্থাৎ—হে হৰি, তুমি মই অনাথক দয়া কৰাঁ, কাৰণ তুমি স্বভাৱতে এনে কৃপালু যে তোমাৰ অন্তৰৰ কৃপা দ্রব হৈ ৰস স্বৰূপে বৈ আহি তোমাৰ চৰণ দুখনি তিয়াই পেলাইছে, সেইদেখি হে তোমাৰ চৰণ দুখনি অৰুণ বৰণীয়া হৈছে।

---

## অসমীয়া-কৃষি-ডৌল। আৰু চিৰকলীয়া সংক্ষিপ্ত পঞ্জিকা।

—অসমীয়া কৃষিতত্ত্ব আৰু কৃষিবচন প্ৰণেতা শ্ৰীযুক্ত নাৰায়ণ শৰ্ম্মা বৰুৱা দ্বাৰা প্ৰণীত আৰু প্ৰকাশিত। লাহিং পোঃ নকছাৰি, যোৰহাট আসাম। শক ১৮৩৩।

বৰুৱা ডাঙৰীয়াই অসমীয়াৰ কৃষিৰ উন্নতিৰ অৰ্থে যিবোৰ পুৰুষাৰ্থ কৰি আহিছে, কৃষিতত্ত্ব, কৃষি বচন, আৰু এই কৃষি দৌল তাৰ চিনাকী। কৃষিদৌলখন প্ৰণেতাৰ বৰ পৰিশ্ৰমৰ ফল ; আৰু সি যে সকলো গৃহস্থ অসমীয়াৰ, ঘাইকৈ খেতি-বাতি কৰি খোৱা অসমীয়াৰ নথৈ উপকাৰ দিব, দৌলখন এবাৰ পঢ়ি চালেই বুজিব পাৰি। দৌল সাজোঁতা ডাঙৰীয়াৰ যত্ন সম্ফল হৈছে। দিনৌ কৰিব লগীয়া কামৰ তেখেতে পুঙ্খানুপুঙ্খৰূপে এনে তালিকা দিছে, যে কবলৈ বাকী নাই। বৰং বেছি detail অলৈ গৈ তেখেতে , কোন দিনা টঙালি তুলাব আৰু কোন দিনা টোম সাজিব, তাৰপৰা আৰম্ভ কৰি, কোন দিনা নাম লব, কোন দিনা "জুলাপ খাব," কোন দিনা "চেণ্টনাইন খাব", আৰু ঘৰৰ ঘৈণীয়ে কোন দিনা "শোৱাপাটী ৰদাব," কোন দিনা "বস্তুৰ আউল ভাঙিব," কোন দিনা "গা কাপোৰ আৰু লৰাৰ গা অঁতাব", কোন দিনা "ভৃত্য ও গৰু ছাগলী খীণাইছে নে চাব", কোন দিনা "মিতিৰ ফুৰিব", কোন দিনা "লোকে নিয়া বস্তু বাইছ বতালি আদি বিচাৰিব," ইত্যাদি বিষয়ত পৰিছে গৈ। আমাৰ মনেৰে এনেবোৰ কথা কৃষি-দৌলত নিদিলেও একো হানি নাছিল , আৰু দিও একো লাভ হোৱা নাই। মুঠতে আমি কওঁ যে কৃষি বিষয়ত শ্ৰদ্ধাস্পদ বৰুৱাৰ কাৰ্য্য আৰু অশেষ পৰিশ্ৰম দেখি আমি পৰম আনন্দিত হৈছোঁ। ঈশ্বৰে তেওঁক এইদৰে মাতৃভূমিৰ মঙ্গল সাধনা কৰিবলৈ দীৰ্ঘজীবী কৰি ৰাখে যেন ঈশ্বৰৰ চৰণত আমাৰ এই প্ৰাৰ্থনা।

**চুপহি**।—কবিতাৰ কিতাপ। শ্ৰীকেশৱকান্ত বৰুৱা প্ৰণীত। বেচ ৵৬ মাথোন। চুপহিত থকা কবিতাবোৰৰ ভিতৰত কিছুমান কবিতা আমি পঢ়ি সন্তোষ পাইছোঁ। "লিখকৰ চুপহি প্ৰথম উদ্যমৰ ফল"। কালত "চুপহি ফুলি উঠিবৰ" আশা কৰা গল।

**সাহিত্য-সমাজ**।—"বঙ্গদেশীয় সাহিত্য সম্প্ৰদায়ৰ মুখপত্ৰ। সম্পাদক—শ্ৰীসেবানন্দ ভাৰতী। এই মাহেকীয়া কাকতখনত হিন্দু-সমাজতত্ত্ব, প্ৰত্নতত্ত্ব, বঙ্গদেশৰ পূৰ্ব্ব গৌৰৱৰ ইতিহাস, ধৰ্ম্মতত্ত্ব আদি আলোচিত হয়। আমি এই কাকতৰ মঙ্গল কামনা কৰোঁ।

**পুৰণি আসামত ভুমুকি**।—শ্ৰীৰজনীকুমাৰ দাস প্ৰণীত। বেচ ।৹ আঠ অনা। বাঁহীত ওলোৱা প্ৰবন্ধবোৰ গোটাই এই কিতাপ কৰা হৈছে ; সেইদেখি বাঁহীৰ পাঠকসকলে পুৰণি আসামত ভুমুকিৰ বিষয়ে জানে। বাঁহীত এই প্ৰবন্ধবোৰ ওলোৱা বাবে বাঁহীত এই কিতাপৰ সমালোচনা কৰা উচিত নহয়। কিন্তু এষাৰ কথা মাথোন কওঁ যে দাস মহাশয়ৰ প্ৰবন্ধবোৰ, বাঁহীৰ কথাকে নকওঁ, এচিয়াটিক চচাইটীৰ জৰ্নেলৰ পাত শুৱাবৰও যোগ্য। আসাম আৰু অসমীয়াৰ বিষয়ে তেওঁ যুক্তি আৰু প্ৰমাণেৰে সৈতে যি কৈছে সেইবোৰ দকৈ সকলো অসমীয়াই ভাবি চিন্তি চোৱা উচিত। আমাৰ মনেৰে "পুৰণি আসামত ভুমুকিয়ে" অসমীয়াৰ জাতীয় উন্নতিৰ কাৰেঙৰ ভেটি বান্ধিলে।

---

## গুৰু চৰিত্ৰ।

(১০)

### শঙ্কৰ মাধৱৰ সন্মিলন।

থান ধুৱাহাটা।

পিছ দিনা ৰাতিপুৱা স্নান কৰি গুৱা পাণ লৈ নদী পাৰ হৈ শঙ্কৰদেৱৰ থান পাইছে গৈ। গুৰুজন ভকতসকলৰ সহিত হৰিকথা প্ৰসঙ্গে বহি আছে। মাধৱদেৱে মূৰ্ত্তি আৰু শৰীৰ কান্তি দেখি বিস্ময় মানি পূৰ্ব্ব অঙ্গীকাৰ পৰিত্যাগ

কৰি গুৱা পাণ দি সেৱা কৰিছে। গুৰু ঈশ্বৰে ৰামদাস আতাত সুধিছে কালি যাৰ কথা কোৱা হৈছিল সেই জনা পুৰুষ এওঁৱে নে? আতাই উত্তৰ দিছে হয় প্ৰভু। এই জনে ছাগলি নেপাই মোক বিস্তৰ তিৰস্কাৰ কৰিছে। এৰা মনোৰমা বাইৰ পুত্ৰ বৰ এটা হল; মুৰে মুৰে ঠেকা লাগিলেও চিনি নেপাওঁ; শঙ্কৰদেৱে এই কেইটি কথা কোৱাত ধৰ্ম্মমূৰ্ত্তি আৰু নম্ৰভাৱ আশ্ৰয় কৰিছে,—মনে যি ভাবিছিলোঁ বোধ হয় নহল হবলা। এই বুলি মাধৱদেৱে সুধিছে বলিদান কৰিব নেপায় কিয়? যুক্তিযুক্ত কাৰণ থাকিলে কব লাগে। শঙ্কৰদেৱে ভাগৱতৰ একাদশ স্কন্ধৰ শ্লোক উদ্ধাৰি যুক্তি দি বুজাইছে; মাধৱেও তন্ত্ৰৰ মত আনি প্ৰমাণ দেখুৱাইছে; এই প্ৰকাৰে পুৰুষদ্বয়ে প্ৰবৃত্তি আৰু নিবৃত্তি মাৰ্গৰ পথত কোনটি সুগম কোনটি দুৰ্গম লোকক জ্ঞান দিবৰু নিমিত্তে দুইজনে দুই পক্ষ অৱলম্বন কৰি তৰ্কবাদ কৰিছে। প্ৰবৃত্তিত অনেক ব্যাঘাত, নিবৃত্তিত সুগম দেখুৱাত মাধৱদেৱ মান্তি হৈছে। এই প্ৰকাৰে তিনি প্ৰহৰ বেলি বাদানুবাদ হয়, সৰ্ব্বশেষত শঙ্কৰদেৱে এই শ্লোকটি পাঠ কৰিছে,—

যথা তৰোৰ্মূল নিষেচনেন।
তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ।।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং।
তথাচ সৰ্ব্বাৰ্চ্চনমুচ্যতেজ্যা।।

শ্ৰীমাধৱদেৱে এই শ্লোকটি শুনা মাত্ৰেই কেৱল কৃষ্ণদেৱতাক উপাস্য দেৱ বুলি জ্ঞান কৰি শঙ্কৰদেৱক গুৰু মান্য কৰি পুনৰ সেৱা লৈছে; গুৰুৱে সুধিছে কিয় সেৱা কৰা হৈছে, মাধৱে উত্তৰ দিছে বাপ! আজিৰপৰা তোৰাক গুৰু লাভ কৰা হল। পিছ দিনা নাৰায়ণপুৰৰ সাতকঠিয়া কাপোৰ এখন টকা এটি দি শৰণ লৈছে। এই তৰ্কবাদ হোৱাৰ পৰদিন মহাষ্টমী হোৱাত ৰামৰাম গুৰুক নিমন্ত্ৰণ কৰিছে, কালিলৈ আমাৰ গৃহত পদধুলি দিব লাগে। গুৰুৱে ভাল বুলি শলাগি নিমন্ত্ৰণ গ্ৰহণ কৰিছে। সমুদায় কাৰ্য্য শেষ কৰি ৰামদাসে সহিতে ঘৰলৈ গৈছে; পথত যাওঁতে সাদৰে সাবটি ধৰি প্ৰাৰ্থনা কৰিছে—আমাৰ অপৰাধ ফেৰা মাৰ্জ্জনা কৰিব লাগে, তুমি আমাৰ "আঞ্জনিয়া" তোমাৰ অনুগ্ৰহত হে গুৰু লভ্য হল। অষ্টমীৰ দিন ৰামৰাম গুৰু মাধৱৰ গৃহলৈ গৈছে; তেওঁ পথ ঘাট পৰিস্কাৰ কৰি ৰাখিছে, যোৱা মাত্ৰকে অভ্যৰ্থনা কৰি কৃষ্ণদেৱৰ চৰণত সমস্ত অৰ্পণ কৰিছে, যোৱা মাত্ৰকে অভ্যৰ্থনা কৰি কৃষ্ণদেৱৰ চৰণত সমস্ত অৰ্পণ কৰিছে। ৰামৰাম গুৰু বাক্য শুনি সন্তোষ পাই স্নান কৰি প্ৰসাদ আদি গোপালৰ চৰণত নিবেদি অৰ্দ্ধেক উপস্থিত ভকতসকলক দি অৰ্দ্ধেক গুৰুজনৰ থানলৈ নিছে। শঙ্কৰে প্ৰসাদ নিয়া দেখি মাধৱত জিজ্ঞাসা কৰিছে বঢ়াৰ-পো কি দ্ৰব্য অনা হৈছে। তেওঁ উত্তৰ দিছে বাপ, প্ৰসাদ অনা হৈছে। আজিৰ প্ৰসাদ লব নেপায়, কিয়নো আজি মহাষ্টমী, যি বস্তু দিয়া হয় আটাইবোৰ দুৰ্গাহি পাব। মাধৱে উত্তৰ দিলে, যাৰ মনত দ্বিধা ভাব নাইবা অস্থিৰতা থাকে তাৰেহে দ্ৰব্য দুৰ্গাহি পাব; যাৰ মনে একাগ্ৰতা লাভ কৰিছে কৃষ্ণদেৱ ভিন্ন অন্য কোনো দেৱতা নাজানে তাৰ দ্ৰব্য কিয় দুৰ্গাহি পাব। এই কথা শুনি ধন্যবাদ দি ৰমানন্দ ঠাকুৰক আদেশ কৰিছে, বোপা মোৰ প্ৰিয় ভক্তৰ প্ৰসাদ ভালকৈ ৰাখিবা; কালি শৰণ লৈ আজি প্ৰসাদ দিছে; ঘৰৰ তিৰোতাজনী এনে অবুজ আজিলৈকে তেওঁকে বুজনি দিব পৰা নাই; তিন দিৱসৰ বাহী নৈবেদ্য দিয়ে। মাধৱদেৱে ধৰ্ম্ম গ্ৰহণ কৰা দেখি অনেক ভুঞাঁসকলে শৰণ লৈছে।

## "শঙ্কৰদেৱ।"

(চমু সমালোচনা।)

শঙ্কৰদেৱ অসমৰ মহাপুৰুষ; আমাৰ দেশৰ বৈষ্ণব-ধৰ্ম্ম-প্ৰবৰ্ত্তক। যেতিয়া দেশত ধৰ্ম্ম কৰ্ম্ম সকলো বৰ্জ্জিত আছিল; মানুহৰ মুখেই বেদ হৈ ধৰ্ম্মৰ ছলনা কৰি নানা জঘন্য কথা প্ৰচলিত হৈছিল; হাঁহ, ছাগলি, পাৰ বলি দিয়াই সকলো ধৰ্ম্ম কাৰ্য্যৰ সাৰ হৈছিল; সকলো শিক্ষা এজাতিৰ অকলশৰীয়া সম্পত্তি হৈ যি অলপ-অচৰপ বিস্তাৰ হৈছিল সিও সেই জাতিৰ ভিতৰত আবদ্ধ থাকি আন জাতিবিলাকৰ ওপৰত ধৰ্ম্মৰ নাম লৈ নানা উপায়েৰে চহি ফুৰিছিল আৰু ইতৰ জাতি নালাগে সজ শূদ্ৰাদিবো ব্ৰাহ্মণসকলক দান-দক্ষিণা দিয়াই একমাত্ৰ ধৰ্ম্ম আৰু

পবিত্ৰ কাম হৈছিল, তেতিয়া শঙ্কৰদেৱে দেশৰ মানুহে নিজে আচল ধৰ্ম্ম বুজিবলৈ সংস্কৃত শাস্ত্ৰ ভাঙি দেশৰ দেশীয় ভাষাত লেখি আৰু বিস্তাৰ কৰি অকপট চিত্তেৰে সকলোকে ধৰ্ম্ম শিক্ষা দিছিল, সেই শঙ্কৰদেৱৰ জীৱনী এখন লেখি শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই নিজ দেশৰ অশেষ গৌৰৱৰ কাম কৰিলে। হওঁতে শঙ্কৰদেৱৰ জীৱন-চৰিত্ৰ কেবাখনিও আছে; আগৰ শিষ্যসকলৰ ভিতৰত যি লেখা-পঢ়া কৰি বেছি পাণ্ডিত্য লাভ কৰিছিল তেওঁলোকৰ ভিতৰত ৪।৫ জনেও শঙ্কৰদেৱৰ চৰিত্ৰ লেখি থৈ গৈছে; কিন্তু সেই আটাইকেইখন পুথি, আজিকালি লিখা চৰিত্ৰৰ ধৰণত লিখা নহয়। কেবাটাও কথাৰ নিমিত্তে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়া হে শঙ্কৰদেৱৰ জীৱনী লেখাত বিশেষ উপযুক্ত লোক হল। মোৰ বোধেৰে আন মানুহে ইমান প্ৰশস্তকৈ লেখিব নোৱাৰিলেহেঁতেন। সি যি হওক এই কিতাপখনে যে অসমীয়া কিতাপৰ ভিতৰত এটা বৰ অভাৱ গুচালে তাৰ সন্দেহ নাই। আজি ইমান দিনে স্কুলীয়া কিতাপ বা নাটক বা ধেমেলীয়া কিতাপ দেখি দেখি শঙ্কৰদেৱখন পাই মোৰ বৰ নোপোৱাই পোৱা বস্তু এটা পোৱা যেন লাগিল। আমাৰ নিজৰ দেশৰ ইমান ডাঙৰ মানুহ এজনৰ বিষয়ে আমি ইমান কম জানোহঁক যে কবলৈ বাস্তবিকতে লাজ লাগে; উপজিবৰেপৰা শঙ্কৰদেৱ মহাপুৰুষ আৰু মহাপুৰুষীয়া ধৰ্ম্মৰ কথা শুনি আহিছোঁ, কিন্তু মহাপুৰুষৰ বিষয়ে একো নাজানো। কপিলাবস্তুৰ বুদ্ধৰ বিষয়ে কেতখিনি কথা সুধিলে কব পাৰিম যেন মনে ধৰে, ইউৰোপৰ মাৰ্টিন লুথাৰৰ বিষয়েও কেতথিনি কথা কব পাৰিম, কিন্তু নিজৰ দেশৰ আপোন মানুহ শঙ্কৰদেৱৰ বিষয়ে একোকে নেজানো; ইয়াতকৈ আৰু লাজ লগা কথা কি হব পাৰে? সেইদেখি হে কৈছোঁ যে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই শঙ্কৰদেৱৰ চৰিত্ৰখনি লেখি অসমীয়াৰ জাতীয়ত্বৰ এক অঙ্গ পূৰণ কৰিলে যেন লাগিল।

গ্ৰন্থকাৰে পাতনিত কৈছে, "এই পুথিত আমি মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনচৰিত্ৰ বহলকৈ লেখিবলৈ যোৱা নাই। শঙ্কৰদেৱৰ জীৱন-চৰিত্ৰ পুথি কেইবাখনো আছে। সেইবোৰৰ দ্বাৰাই সেই কাৰ্য্য সাধিত হৈছে। আমাৰ ঘাই অভিপ্ৰায়—শঙ্কৰদেৱৰ জীৱনৰ কিছুমান কথা আলচ কৰি মুকলি কৰিবৰ চেষ্টা কৰা; আৰু অমূল্য গ্ৰন্থবোৰত থকা ৰচনাৰ সৌন্দৰ্য্য, ওখ জ্ঞানোপদেশ আৰু শিক্ষা আদিলৈ আঙুলিয়াই দি, পাৰিলে সেইবোৰলৈ লোকৰ মনোযোগ আকৰ্ষণ কৰা।" শঙ্কৰদেৱৰ জীৱন ইমান দীঘল আৰু কাৰ্য্যক্ষেত্ৰ ইমান বহল তাক অৱশ্যে সম্পূৰ্ণৰূপে লেখা টান, বিশেষকৈ আজি-কালি। আগৰ চৰিত্ৰ লেখকসকলে যদি সেই কাম সম্পূৰ্ণকৈ কৰি গৈছে, তেন্তে তাক জুকিয়াই গোটোৱা বৰ টান নহব ; সেয়ে গোট খাই এখন সম্পূৰ্ণ গ্ৰন্থ হোৱা উচিত। বৰ্ত্তমান কিতাপৰ ৩৭ পৃষ্ঠালৈকে শঙ্কৰদেৱৰ জীৱনী। তাৰ পাছৰ আধ্যা অনন্তকন্দলি আৰু মাধৱদেৱৰ ৰামায়ণৰ সমালোচনা। এই আধ্যা যিমান বহলকৈ কোৱা হল তিমানকৈ বোধ কৰোঁ নোকোৱা হেঁতেনো হলহেঁতেন, ; কাৰণ ৪৬ পৃষ্ঠা কন্দলিৰ বিষয়ে কবলৈ হলে অনন্ত কন্দলিৰ সুকীয়া জীৱন চৰিত্ৰ এখন লেখাহেঁতেনো আমি বৰ সন্তোষ পালোঁহেঁতেন ; আৰু মাধৱদেৱৰ ৰামায়ণো তিমান বহলকৈ সমালোচনা শঙ্কৰদেৱৰ জীৱনচৰিত্ৰত নকৰি মাধৱদেৱৰ জীৱন-চৰিত্ৰত কৰিবলৈ হে সুবিধা। আৰু শঙ্কৰদেৱৰ জীৱনচৰিত্ৰ এবাৰ যি লেখিছে তেওঁ মাধৱদেৱৰ জীৱন, আৰু লাগিলে অনন্ত কন্দলিৰ জীৱনীও লেখা অতি উজু আৰু সহজ হব। তেতিয়া এই আধ্যা শঙ্কৰদেৱৰ চৰিত্ৰত অলপ ওপৰঘিঁচ যেন বোধ হব। অৰ্থাৎ শঙ্কৰদেৱৰ জীৱনচৰিত্ৰ পঢ়োঁতে মাজতে অনন্ত কন্দলি কৰ মানুহ, কোন মানুহ, কত ঘৰ, কত দুৱাৰ, ইয়াৰ বাদ-বিতণ্ডালৈ গলে "শঙ্কৰদেৱৰ কথাখিনি ইমানতে থওঁ, কন্দলিৰ কথা আছে কিছুমান কওঁ ;" যেন লাগিল। শঙ্কৰদেৱক আঁতৰাই থৈ কন্দলিৰ কথা বহুত শুনিবলৈ আমনি লগা যেন লাগিল। আন কথা একো নাই। পাছত আকৌ চতুৰ্থ আধ্যাত শঙ্কৰক পাই ভাল লাগিল।

শঙ্কৰদেৱ যে অসমীয়া ভাষা—নাৱৰ আচল গুৰিয়াল আৰু সেই গুৰিয়ালৰ কৃপাত আজি অসমীয়া ভাষা ইমান শকত তাৰ কোনো সন্দেহ নাই। যি সন্দেহ কৰিব সি অসমীয়া ভাষাও নাজানে আৰু শঙ্কৰদেৱকো নাজানে। কীৰ্ত্তন, দশম, একাদশ, দ্বাদশ স্বন্ধ ভাগৱত অসমীয়া মানুহৰ ভিতৰত ইমান বিস্তৃত হৈ প্ৰচলিত হৈছিল যে সেই কেইখন পুথি অসমীয়া মানুহৰ মাত কথাৰ ভিত্তিদায়ক বুলিব পাৰি। ধৰ্ম্ম কিতাপ নুবুলি যদি সাহিত্য বুলি পঢ়োঁ তেওঁ কীৰ্ত্তনৰ শাৰীয়ে শাৰীয়ে কবিত্ব আৰু সাহিত্যৰ ৰস ওলায়। বাস্তবিকতে এখন "উপবন" বৰ্ণনা সাহিত্যৰ ছিচাপত ইমান মনোহৰ যে তাক এবাৰ পঢ়ি এৰিবৰ মন নাযায়।

"ফল ফুল ধৰি, জক-মক কৰি, আছে যত বৃক্ষমান।।
শিৰীষ সেউতী, তমাল মালতী, লৱঙ্গ বাগী গুলাল।

কৰবীৰ বক, কাঞ্চন চম্পক, ফল ভাৰে ভাগে ডাল।। সেৱালী নেৱালী পলাশ পাৰলী, পাৰিজাত যুতি জাঁই। বকুল বন্দুলী, আছে ফুলি ফুলি তাৰো সীমা সংখ্যা নাই।। কনৌৰ কনাৰী, কদম্ব বাবৰী, নাগেশ্বৰ সিংহ চম্পা। অশোক অপাৰ, দেৱাঙ্গ মন্দাৰ মণিৰাজ ৰাজচম্পা।। কুণ্ড কুৰুবক, কেতেকী টগৰ গন্ধে মোহে বহুদূৰ। গুটীমালী ভেণ্টি, ৰঙ্গন বেৰতী, মৰুৱা মধ্যই ধুস্তুৰ।। চন্দন অগৰু দিব্য কল্পতৰু, দেবদাৰু পদ্ম বচি। প্ৰতি গাছে গাছে , ভিস্তা বান্ধি আছে, সুবৰ্ণ মাণিকে খচি।। মণি মৰুকত, স্থলী নানা মত, দীপ্তি কৰে তাৰ কাছে। মহা মনোহৰ দীঘি সৰোবৰ তাৰ মাজে মাজে আছে।। চাৰিও কাখৰে, পোৱাল বাখৰে, বন্ধাইছে বিচিত্ৰ কৰি। বৈদুৰ্য্যৰ বাট, স্ফটিকৰ ঘাট, মৰকত খাত থকি।। সুবৰ্ণ কমল, ভেট উতপল, ফুলিফুলি আছে ৰঞ্জি। শোভে চক্ৰবাক, ৰাজহংস জাক, মৃণাল ভুঞ্জে উভঞ্জি।।* ”

ইত্যাদিৰ নিচিনা মনোৰঞ্জন বৰ্ণনা কোন দেশৰ কেইজন কবিয়ে কৰিছে? এনেকুৱা মনোৰঞ্জনকাৰী চিত্ৰ কীৰ্ত্তনৰ প্ৰায় পাতে পাতে; আৰু শঙ্কৰদেৱৰ চৰিত্ৰ লেখকে তাৰ সুন্দৰ সমালোচনা কৰিছে; আৰু যিখিনি তেওঁৰ কিতাপত তুলি দিছে তাক পঢ়িলেও কীৰ্ত্তণ দশম কিমান ওখ খাপৰ সাহিত্য তাক বুজিব পৰা যাব। অসমীয়া ভাষাৰ ছাতৰে কীৰ্ত্তন দশম নপঢ়িলে তেওঁৰ ভাষা শিক্ষা সম্পূৰ্ণ কেতিয়াও নহয়—এই কথা বেজবৰুৱা ডাঙৰীয়াৰ কিতাপৰপৰাও বেছকৈ বুজিব পাৰি। হিন্দু ছাতৰে পঢ়োঁতে ধৰ্ম্ম আৰু সাহিত্য দুই ভাব লৈ পঢ়িব, কিন্তু আন ধৰ্ম্মৰ ছাতৰে তাৰপৰা সাহিত্যৰ সোৱাদ লভিবলৈ পাব। “ৰুক্মিণী হৰণ” পুথি পঢ়িবলৈ পোৱা নাই, কিন্তু শঙ্কৰদেৱৰ চৰিত্ৰ লেখকে অষ্টম আধ্যাত সেই পুথিৰ যি সমালোচনা দিছে তাৰে আমাৰ কেৱল জিভাত পানী উলিয়াবৰ ব্যৱস্থা কৰা হৈছে। যিখিনি পদ তেখেতে পুথিৰপৰা তুলি দিছে সি বাস্তৱিকতে অতুলনীয় আৰু সচাঁসচিকৈয়ে “শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ অসমীয়া মতা মানুহৰ কাণৰ লং-কেৰু, হাতৰ গাম-খাৰু, আঙ্গুলিৰ বাখৰ-পতোৱা আঙঠি আৰু তিৰুতা মানুহৰ ডিঙিৰ কোট-মণি, গলপতা আৰু সাতশৰী হাৰ”। যেন লাগে। দশম কীৰ্ত্তন আন ধৰ্ম্মৰ ছাতৰে পঢ়িবলৈ যি অলপ আসোঁৱাহ আছে, এই পুথিত সিও নাই। “ৰুক্মিণী হৰণ” পুথিখন পালে কি কৰোঁ কব নোৱাৰোঁ; কিন্তু বেজবৰুৱা ডাঙৰীয়াই দিয়া সমালোচনাকে “যতেক শুনোহোঁ শুনিবাক যায় মতি।” এই পুথিখন সমালোচনা কৰোঁতে গ্ৰন্থকাৰে পুৰা এক আধ্যা দিয়াতো কম যেন হে বোধ হল, আৰু শেষত পুথিত ব্যৱহাৰ কৰা কথা কিমান নিভাঁজ ঘৰুৱা অসমীয়া, তাক তুলি দি বৰ ভাল কৰিছে। অসমীয়া ভাষাৰ ছাতৰে ততালিকে সেইখিনি এই কিতাপৰপৰা গ্ৰহণ কৰি লব পাৰিব। তাৰ পাছত “অনাদি পাতন,” “বলিছন,” “ৰত্নাকৰ,” “হৰিশ্চন্দ্ৰৰ পাখ্যান,” “গুণ মলা” আদি পুথিৰ সমালোচনা কৰি শেষ কৰিছে।

আজি-কালি শঙ্কৰদেৱ “শূদিৰ” বুলি বহুত ব্ৰাহ্মণে বহুত ন কথা উলিয়াইছে, তাৰে প্ৰশ্ন গোটাদিয়েকৰ উত্তৰ দিবলৈ গৈ শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই তেওঁৰ কিতাপৰ পাছৰ কেইআধ্যা লেখিছে। শঙ্কৰদেৱৰ জীৱনী সম্বন্ধে যি অলপ আগত অবিস্তৃত আছিল তাক এই কেইআধ্যায়ে সম্পূৰ্ণ কৰিলে। (১) শঙ্কৰদেৱৰ জন্ম তাৰিখ, (২) তেওঁৰ দিনত অসমত সামাজিক অৱস্থা (৩) ৰাতিখোৱা সম্প্ৰদায় কৰপৰা হোৱা (বহুতে শঙ্কৰদেৱৰপৰাই হৈছে বুলি অনুমান কৰে,) (৪) শঙ্কৰদেৱৰ দীক্ষাগুৰু (যদি আছিল)। কোন, (৫) আৰু শঙ্কৰদেৱে চৈতন্যদেৱৰপৰা কিবা ধৰ্ম্ম—সহায় পাইছিল নে নাই তাৰ মীমাংসা কৰা—গোটাদিয়েক প্ৰশ্নৰ উত্তৰস্বৰূপে এই কেইআধ্যাত দিয়া হৈছে। আৰু মানুহৰ মনত খুকুৰি মাৰি প্ৰশ্নখিনিৰ উত্তৰ দিয়াত আমি বেজবৰুৱা ডাঙৰীয়াক নথৈ শলাগোঁ। কেৱল ৰাতিখোৱা সম্প্ৰাদায়ৰ বিষয়ে কৰা প্ৰশ্নৰ উত্তৰ হে ভালকৈ দিব নোৱাৰিলে। ৰাতিখোৱা পুৰ্ণধৰীয়া শঙ্কৰদেৱৰ মতৰ ভিতৰৰ নহয়। ভৱানীপুৰীয়া গোপালদেৱৰ (“ভনীপুৰীয়া গোপাল আতা) যদুমণি নামে এজন শিষ্যবৰ আছিল। তেওঁৰ ৰামকানু নামে এজন আলধৰা আছিল। যদুমনিৰ পৰলোক হোৱাত যদুমণিৰ ভাৰ্য্যাৰ আজ্ঞামতে তেওঁ “শিষ্য ফুৰিবলৈ” আহে। আৰু তেৱেঁই এই পুৰ্ণধৰীয়া সম্প্ৰাদায়ৰ গুৰি। তেৱোঁ এজন বৈৰাগী সন্যাসীৰপৰা পোৱা শিক্ষা আৰু নিজে পুৰ্ণধৰীয়া ধৰ্ম্মৰ মূৰ মেলি চেচাঁ, চলিহা, বুদবাৰী, কাটনি, চাৰিখন সত্ৰ স্থাপনা কৰি ধৰ্ম্মচাৰ্য্য পাতে, আৰু নিজে মুৰামেলা সত্ৰ নামে স্থাপন কৰে। ধৰ্ম্মসংহিতা আৰু সন্ত চৰিত্ৰ এই দুই পুথিত এই সম্প্ৰদায়ৰ বিষয় বিস্তাৰিত লিখা আছে।

শেষত চৈত্যন্য আৰু শঙ্কৰৰ ধৰ্ম্ম মিলাই চাওঁতে শঙ্কৰদেৱে তেওঁৰ দীৰ্ঘদৃষ্টিৰে ধৰ্ম্ম সংস্থাপন কৰাটো প্ৰত্যক্ষ ওলায়। চৈত্যন্যই যেনেকৈ অকল নিজে কৃষ্ণভক্তিত বা প্ৰেমত মতলীয়া হৈছিল, শঙ্কৰে তেনেকৈ

সকলোকে ভক্তি বা প্ৰেম দিবলৈ গৈছিল, আৰু সেই কাৰণে হে তেওঁ সমাজৰ বান্ধনিৰ কেতখিনি একেবাৰে দলিয়াই নেপেলাইছিল ; দলিয়াই পেলোৱাহেঁতেন কিজানি শঙ্কৰ প্ৰচাৰিত ধৰ্ম্ম ভাৰতত বুদ্ধৰ ধৰ্ম্মৰ নিচিনা হ'লহেঁতেন। কিন্তু মহাপুৰুষীয়া ধৰ্ম্মৰ আজি সি অৱস্থা নাই, আজি অসমৰ ইমূৰৰপৰা সিমূৰলৈ সি দকৈ শিপালে আৰু তেনেকুৱা নিশকতীয়া ভয় কৰা অৱস্থা নাই। শঙ্কৰদেৱৰ কাৰ্য্য সম্ফল হ'ল ; শঙ্কৰদেৱে যি কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল তাক কৰিলে; সেই ধৰ্ম্ম আজি অসমীয়া মানুহৰ হৃদয়ত, অসমীয়া মানুহৰ মাজত।

অসমীয়া ভাষাত "শঙ্কৰদেৱ" পুথিয়ে নতুন বল দিব। যি শঙ্কৰদেৱৰ কিতাপ-পুথি পঢ়িবলৈ পোৱা নাই, সি এই পুথি পঢ়িয়েই তাৰ সোৱাদ লব পাৰিব। আৰু আমাৰ অসমতো যে এনে ডাঙৰ কবি, দূৰদৰ্শী বুদ্ধিমান, সাহসিক ধৰ্ম্মবীৰ উপজিছিল তাক বুজিব পাৰিব। শঙ্কৰদেৱক পাই অসমীয়া জাতি মহৎ হ'ল, তেওঁৰ বিষয়ে সৰ্ব্বসাধাৰণক জানিবলৈ দিয়াত শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ ওচৰত আমিও সকলোৱে যথাৰ্থতে ধৰুৱা হ'লোঁ।

শ্ৰীদেবেশ্বৰ চলিহা।

যোৰহাট ১৫-১০-১১।

---

## সঙ্গীত।

সৰগৰ পুষ্পবন প্ৰেম-মন্দাকিনী,
বসন্ত, মলয়, সকলোকে টানি আনি,
মধুৰৰো সুমধুৰ আহ্বান প্ৰেমৰ,
অমিয়া সঙ্গীত তোৰ পূৰালি উদৰ।
ৰূপৰ চমক তোৰ তৰা জিলিকনি—
মোহিনী কটাক্ষ বিশ্ব-লীলা নিবন্ধনী।
সৃষ্টিৰ আদিতে তোৰ শক্তি পৰকাশ,
অনন্তত ব্যাপ্ত তোৰ সুৰভি সুবাস।
লীলা নিকেতন তোৰ তৰুণী সুন্দৰী,
বিলাৱ আনন্দ প্ৰেম কণিকা সঞ্চাৰি।
স্বৰ্গ মৰ্ত্ত্য একাকাৰ তোৰে টিপনীত—
বিশ্লেষ বিহীন—তই বৰষ অমৃত।
"ন বিদ্যা সঙ্গীতাৎ পৰা"—তাতেই লুকুৱা
জ্যোতিৰ্ম্ময়ী, জগদ্ধাত্ৰী—অনন্ত স্বৰূপা।

শ্ৰীমহীচন্দ্ৰ বৰা।

---

## প্ৰাৰ্থনা।

কিহেৰে পূজিম প্ৰভু অৰুণ চৰণ,
একমাত্ৰ সংসাৰত তুমিয়ে সম্বল।
পূন্যাত্মা সকলৰ আশাৰ প্ৰদীপ,
তোমাৰ অনন্ত প্ৰেম ব্যাপিছে ত্ৰিদিব।
এয়েহে গোহাৰি প্ৰভু ৰাখিবা চৰণে,
মতি থাকে সদা যেন জীৱনে মৰণে।।

শ্ৰী যাদবপ্ৰসাদ দুৱৰা।

---

### আমাৰ অতি মহিমান্বিত

# সম্রাট পঞ্চম জর্জ্জৰ জয় হওক।

### সম্রাজ্ঞী মেৰীৰ জয় হওক।

### আমাৰ পবিত্র ভাৰতবর্ষ সর্গদেৱ আৰু কুৱঁৰীৰ ভৰিৰ ধূলিৰে পবিত্র হওক।

হিমালয়ৰপৰা কুমাৰিকালৈকে পুৰুষপুৰ আৰু গুৰ্জ্জৰৰ পৰা কুণ্ডিনলৈকে অবাল-বৃদ্ধ-বনিতাৰ মুখত আমাৰ সম্রাটৰ জয় উচ্চাৰিত হওক। ইমান ডাঙৰ ৰজাৰ ভৰিৰ ধূলি কোনো কালত কোনো যুগত ভাৰতবৰ্ষই লাভ কৰা নাই। পৃথু, গয়, মান্ধাতা, দীলিপ, ৰঘু, শ্ৰীৰাম, যুধিষ্ঠিৰ, চন্দ্ৰগুপ্ত, অশোক, আকবৰ, চাজাহান আদি কোনো ৰজাৰ সাম্ৰাজ্য পঞ্চম জৰ্জ্জৰ সাম্ৰাজ্যৰ সমান নাছিল। এনেজন সম্ৰাটক আজি ভাৰত বাসীয়ে নিজৰ মাজত পাই নিজক ধন্য মানিছে।

---

# এৰা বাৰী।

মানুহে কয় বোলে ভাল আমাৰ পুলিও বকৰাণিত পৰি অজাতৰীয়া হয়। লোকৰ কথা কব নোৱাৰোঁ, কিন্তু মোৰ গাত হলে এই আষাৰ কথা ভালকৈ ফলিয়াইছিল। মই ভাল মানুহৰ ঘৰৰ লৰা। ৰজাৰ দিনৰপৰা আমাৰ ঘৰ মানুহ শিৰ-ফুটা। মোৰ উপৰিপুৰুষসকলে ৰজাৰ দিনত আৰু কুম্পানীৰ দিনতো ভাল ভাল বিষয় খাই গৈছে। কিন্তু মোৰ ভাগ্যৰ সীমা কাছাৰীঘৰৰ বৰ-গছৰ তলতে অন্ত পৰিল। মই এজন "পিটিচন ৰাইটৰ" মহৰী। কিন্তু এতিয়া মই ছাল-ছিগা হলোঁৱেই বা, মোৰ মকমকনি মট্‌মটনি হলে এতিয়াও যোৱা নাই, আৰু যাবৰ আগন্তুকো নাই। পুৰণি বংশগৌৰব-ৰোগটো মোৰ পৈতৃক ব্যাধি; দুখ দুৰৱস্থাৰ দৰবৰ পালিয়েও তাৰ জইন মাৰিব পৰা নাই। তাহানিৰ দেউতাৰ দিনত আমাৰ হাতী-মাউত এটা আছিল তাৰ নাম জুৰ্‌মন। তাৰ এই নামটো কোনে দিছিল কব নোৱাৰোঁ ; কাৰণ, তাৰ মনটো ইমান তপত আছিল যে সি সততে উতলি থাকে বুলিয়েই হয়। সেইদেখি তাৰ নামটো তপত-মন হোৱা হেঁতেন তাৰ স্বভাৱেৰে সৈতে খাপ খালেহেঁতেন। সেইটো যি হওক, সি খৰ নামৰ ব্যাধিত চিৰৰুগীয়া আছিল। উলামুলা খৰ নহয়, —তাৰ গা গোটেইটো খৰেৰে চামনি মৰা। তাৰ বাপেককো আমি দেখিছিলোঁ ; বাপেকও পুতেকৰে নিচিনা খৰ ৰুগীয়া আছিল। বাপেকে কৈছিল বোলে তাৰ বাপেকৰও (অৰ্থাৎ জুৰ্‌মনৰ ককাকৰও) খৰ আছিল হেনো। সেইদেখি সেইটো তাৰ বাপতীসাহোন ৰোগ ; আৰু সেইদেখি জুৰমনে সেই ৰোগ খেদাবলৈ বৃথা চেষ্টা নকৰি তাৰে সৈতে মিত-মাত কৰি লৈ কোনোমতে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰি আছিল। তাৰ যেতিয়া খৰত খজুৰতি উঠে তেতিয়া তাৰ দুৰ্গতি দেখিলে চকুৰ পানী ওলায়। যিদিনা বাপেকে পুতেকৰ একেলগে খজুৰতি উঠে সেইদিনাৰ দৃশ্য যে কি চমৎকাৰ তাক দেখোঁতাই হে বুজিব পাৰে। এদিন মোৰ মনত আছে, বাপেক পুতেক দুইৰো সমসাময়িক খজুৰতি উঠিলত খজুৱাবৰ যত ৰকম উপায় আছিল এটাবোৰ বাপ-পো দুয়ো অবলম্বন কৰি ছৰি শেহত দুয়ো পিঠীয়াপিঠিকৈ বাহি পিঠিত পিঠি ঘঁহাবলৈ ধৰিলে! সেইদেখি হে কওঁ যে মোৰ বংশগৌৰবৰ মট্‌মটনিটোও দুৰাৰোগ্য পৈতৃক ব্যাধি ; তাৰ খজুৰতি উঠিয়েই থাকে; আৰু উঠিলে মোৰ কাষত থকাসকল সাৱধান হোৱা উচিত।

সৰুতে ভালকৈ লেখা-পঢ়া নিশিকিলোঁ যেতিয়া, পিটিচন-ৰাইটৰ নহৈ নো মই আৰু কি হম? সেইদেখি শত্ৰুৰ মুখত ছাই দি বৰ কাছাৰিৰ দুৱাৰ-মুখৰ বৰ গছৰ তলত মই বৰ পিটিচন ৰাইটৰ হৈ বহিলোঁ।

কুসঙ্গত পৰা বাবে মোৰ গাত কু অভ্যাস এটাই ধৰিলে,—অৱশ্যে সইটো খৰ খজুৱা নহয় ; কাৰণ মোৰ গাত খৰেই নাছিল। সেইটো হৈছে কানি খোৱা। ভাল মানুহৰ লৰাৰ ভিতৰত আগৰ কালত এই অভ্যাসটো যে নাছিল এনে নহয়; কিন্তু আজিকালি কানি খোৱাটো অপ্ৰচলিত (অৱচলিত obsolet) বুলিলেই হয়। আজিকালি নিৰ্জু কানিক জীৱন-যুজত হৰুৱাই তাৰ ঠাই উগ্ৰ ভাং আৰু বলী ফটিকাই লৈছে। যি কাৰণতেই হওক, মই কানি সেৱন কৰি কানিতে থাকি "কনজৰ্ভেটিভ" (অনুদাৰ) কানীয়াৰ দলৰ যে শ্ৰীবৃদ্ধি কৰিলোঁ তাত ভুল নাই। মই ওৰে দিনটো কাছাৰীঘৰৰ মুখৰ গছৰ তলত বহি টকাটো শিকিটো যি ঘটো তাক দায়ভাগৰ ব্যৱস্থা মতে সমানে দুভাগ কৰি এভাগ কানিৰ অৰ্থে আৰু এভাগ সপুত্ৰবান্ধৱে নিজৰ ভৰণপোষণৰ অৰ্থে ব্যয় কৰোঁ।

লাহে লাহে মোৰ কানিৰ পৰিমাণ যিমান বাঢ়ি আহিল, গছ-তলীয়া উপাৰ্জ্জনো সিমান কমি আহিল। একৰ পিঠিত দুই অহাৰ দৰে তাৰ পিঠিত মোৰ লৰা তিৰুতাৰ হা-হা-কা-কা-বোৰ আহিল, অৱশ্যে লগে লগে ঘৈণীৰ তিৰস্কাৰ আৰু কদৰ্থনাৰ পুৰস্কাৰ লৈ। গাত বেজ্ৰেৱা মাতৰ চোক বেছি হলত তাত সৰহকৈ কানিৰ চেচনি দিলোঁ। মুঠতে মই মনৰ দুখ পাহৰিবৰ নিমিত্তে সৰহকৈ কানি খাবলৈ ধৰিলোঁ, এই খোলোচা কথা।

এদিন দুপৰীয়া খাইবৈ উঠি কাণত কলমটো গুজি আৰু হাতত মৈলামটো ওলমাই লৈ কাছাৰীৰ মুখৰ বৰগছৰ তললৈ যাবলৈ যাত্ৰা কৰি ওলাইছোঁ, এনেতে

হঠাৎ এচাটি বৰটোপীয়া বৰষুণ আহি গা তিয়াই দিয়াৰ দৰে ঘৈণী জনাৰ মুখৰপৰা কুবাক্য এচাটি আহি মোৰ মনটো তিয়াই পেলালে। "নাযাওঁ কেছাৰিলেই", 'নাথাকোঁ এইখন ঘৰত" বুলি খং কৰি ওলাই গুচি আহিলোঁ। কিন্তু কলৈ যাওঁ, কি কৰোঁ, মনত একো ঠিক নাই ; যাব লাগে ট-ট-কৰে বাটে বাটে গৈ আছোঁ।

ভালেখিনি বাট গৈ আলিৰ কাষতে এখন এৰা-বাৰী দেখিলোঁ। কোনে বাৰীখন এৰি তাৰ গাত "এৰা বাৰী" এই বদ্‌নামৰ চেকা সানিলে কোনে জানে? দুপৰীয়াৰ ৰদ। বাৰীখনৰ ভিতৰত ওখ ঘৰৰ ভেটি এটাৰ কাষতে এজোপা থেৰেজু-গছ দেখিলোঁ। ভেটিটোত থেৰেজু-গছজোপাৰ ছাঁ পৰিছে, আৰু সেইখিনিত ঘাঁহ বনও বৰ নাইকিয়া ; সেইদেখি তাতে বহি জুৰ লৈ গাটো শঁতাই লবৰ মনেৰে সোমাই গৈ লাহেকৈ বহি পৰিলোঁ।

বোপাটিহঁতৰ মাকৰ মুখৰ চোকা কথাৰ চেক্‌চেকনি তেতিয়াও মোৰ মনৰপৰা যে একেবাৰেই গৈছিল এনে নহয় ; সেইদেখি চোলাৰ মোনাৰপৰা কানিৰ টেমাটো উলিয়াই তাৰপৰা কানিৰ বৰি এটা লৈ টিপামাৰি গিলি থলোঁ। কানিৰ বৰিটো অলপ বুজন আছিল দেই। ফলত, ৰাগিটোও আন দিনতকৈ বুজন হল ; আৰু সেই বাবে মোৰ সোনকালে চকু জাপ খাই গল ; আৰু দোপাত কানীয়াই যি জাতৰ টোপনি টোপনিয়ায় সেই জতুৰা টোপনিকে টোপনিয়াবলৈ ধৰিলোঁ। এই টোপনিয়ে মোৰ বাহিৰৰ চকু দুটা মুদাই ধৰি ভিতৰৰ চকু দুটা মেলি দিলে ; বাহিৰৰ কাণ দুখনত সোপা দি ভিতৰৰ কাণ দুখনৰ বিন্ধা খৰিকাই দিলে ; ফলত, মই অমাতৰ মাত শুনিলোঁ, অবুজৰ অৰ্থ বুজিলোঁ, ছালৰ চকুৰে নেদেখা বস্তু দেখিলোঁ, গছ গছনিৰ কথাৰ ভাগ লব পৰা হলোঁ আৰু সিহঁতৰ সুখ দুখেৰে সৈতে নিজৰ সুখ দুখৰ জৰী পকাই দীঘলীয়াকৈ বাটি লৈ যাব পৰা হলোঁ।

থেৰেজুজোপাৰ সমুখতে ভেটিটোৰ ইপাৰে এজোপা আমগছ আছিল। আমজোপাৰ ডালতে এটা হুদুৰে বাহ লৈছিল। থেৰেজুৱে আমলৈ চাই মাত লগালে,—"বোলোঁ শুনিছা নে ভাইটি, কিমান নো বোদ্‌বোদ্ কৰে বহি থাকা দেও হে; কথাবাৰ্ত্তাকে একেষাৰ কোৱাঁ। বতাহ কাষলৈ নাহিলে দেখোন তোমাৰ আমন-জিমনেই নাভাগে। বোলোঁ তোমাৰ কান্ধত উঠি টিঘিল্‌ঘিলোৱা সেইজন কলৈ গল? আজি দেখা নাই চোন?"

আম।—"কাৰ কথা শুধিছা? অ—বুজিছোঁ, আমাৰ হুদুগুদু ডাওৰীয়াৰ? ইয়াত দুপৰৰ ৰদ টানকৈ পৰিছে দেখি তেওঁ উৰি গৈ সেই ডাঠ ছাঁৰে বাঁহৰ ঢাৰিত লুকাই আছে গৈ। কিন্তু সঁচাকৈ কৈছোঁ ককাই, মই লোক চিনিব নোৱাৰোঁ; আগেয়ে তাক এনে বুলি জনাহেঁতেন মই মোৰ ইয়াত বাহ লবলৈ নিদিলোঁহেঁতেন।

থেৰেজু।—"তুমি তো চিনিব নোৱাৰাই। মই কিন্তু তাক হাড়ে হাড়ে চিনি পাওঁ। সেইদেখি মোৰ ওচৰত সি মুখ নাপায়। একালত এই ঘৰ মানুহৰপৰা সি কত উপকাৰ পাইছিল, এই ঘৰৰ যহতে যে সেই অগুণকাৰীয়ে কত খালে তাৰ সীমা সংখ্যা নাই ; তথাপি মানুহঘৰ যেই মৰিহাজি উছন হল, তাৰ আহ্লাদ চাই কোনে? তাৰ উপৰি, সুবিধা পালেই যাৰে তাৰে আগত মানুহঘৰৰ বদ্‌নাম কয়। অতি ছোট-লোক! বৰ নিমখ-হাৰাম!"

আম।—"ভাল কথাটো ওলাইছে ;—ককাই তুমি ইয়াত অনেক কালৰ পৰা আছা; মোৰতো বয়সৰ কথা তুমি জানাই। মোক এটা কথা কব পাৰা নে? মই দিনৌ শোধোঁ শোধোঁ বুলি ভাবি আছোঁ, শুধিবলৈ চল পোৱা নাই। বোলোঁ এইঘৰ মানুহনো এনেকৈ উছন হল কিয়, তুমি কব পাৰানে? তুমি ইয়াৰ প্ৰাচীন বাসিন্দা, তুমি নিশ্চয় জানা।

থেৰজুৰ গাতে কপৌ-ফুল এজোপা আছিল। আমাৰ কথা শুনি সিও মাত লগালে,—"ময়োঁ এই কথাটো সদাই শোধোঁ শোধোঁ বুলি ভাবি আছোঁ। আজি ভালেই হল, আমাৰ আম ককায়েই শুধিলে। মোমাই, কোৱাঁচোন কোৱাঁ, শুনো? সঁচা কথা কবলৈ গলে, এই ঘৰৰ পুৰণি ভেটিবোৰ দেখিলে মোৰ এনে বেয়া লাগে তাক কি কম! একো একো দিন সঁচাকৈয়ে মনত কিবা দুখ লাগি মোৰ কান্দোন ওলায়। কিন্তু কিয় যে কান্দোন ওলায় ভালকৈ একোটো বুজিব নোৱাৰোঁ।" এই কথাৰ ওৰ পৰিলত দেখা গল, কপৌফুলজোপাৰ সৰু সৰু চকুবোৰ লোৰে ঢুলঢুলীয়া হৈছে। থেৰেজুৱে কলে,—"শুনিব খুজিছা যদি শুনা ; কিন্তু কবলৈ মোৰ বৰ বেজাৰ লাগে। —সি আজি ভালেমান দিনৰ কথা। তেতিয়া মই লৰা, পাঁচ কি ছবছৰীয়া। আম বোপাৰ জন্মই হোৱা নাই। এই ঘৰৰ গৰাকীজন বুঢ়া পকা-থেকেৰাটো যেন আছিল। তেওঁৰ মুখখন পুণ্যৰ তেজত

ফাটি যাওঁ ফাটি যাওঁ যেন দেখিবলৈ আছিল। তেওঁক সকলোৱে 'দেউতা' বুলি মাতিছিল, মইও মাতিছিলোঁ। অৱশ্যে এইটো নকলেও হব যে মোৰ মাত তেওঁ নুশুনিছিল, নুবুজিছিল। আমাৰ জাতৰ প্ৰাণীৰ মাত মানুহ জাতৰ প্ৰাণীয়ে নুশুনে নুবুজে। আৰু গোলমালৰ গুৰিও সেই খিনিতে হে। শুনাহেঁতেন বুজাহেঁতেন এই পৃথিৱীত কত পাপ আৰু অধৰমৰ কাৰ্য্য কমি গলহেঁতেন। যাওক সেইবোৰ কথা।—দেউতাৰ পুণ্যৰ বলত ঘৰখন ধন ধান্যেৰে ওপচ খাই আছিল। বাৰীত শাক পাচলি আম কঁঠাল লেটেকু পনিয়লেৰে উভয়নদী। দেউতাৰ লখিমী হাতেৰে তেওঁ যতে যিহকে ৰুইছিল, যতে যিহকে গুজিছিল সিয়েই ঠন ধৰি বাঢ়ি লহ্‌পহীয়া হৈছিল। মোকো দেউতায়েই তেওঁৰ ধৰম-হাতেৰেই তেওঁৰ বৰঘৰৰ পিৰালিৰ কাষতে ৰুইছিল আৰু নথৈ যত্ন কৰি বঢ়াইছিল। দেউতাৰ তিনিজন পো। ঘৰৰ ঘৈণীজনা আগেয়েই ঢকাইছি ; মই দেখিবলৈ পোৱা নাছিলো। বৰ আৰু মাজুজন পুতেকলৈ আগেয়েই ছোৱালী বিয়া কৰোৱা হৈছিল ; অৱশ্যে তেতিয়া মোৰ জন্মই হোৱা নাছিল। সৰু ককাইদেউলৈ হে বিয়া কৰোৱা কথা মই কব পাৰোঁ। এইখিনিতে কওঁ যে দেউতাৰ তিনিউজন পুতেকক মইও বৰ-ককাইদেউ মাজু-ককাইদেউ সৰু-ককাইদেউ বুলিছিলোঁ। কাৰঘৰৰপৰা, এতিয়া মই পাহৰিলোঁ, ৰূপহী ছোৱালী এজনী দেউতাই সৰু ককাইদেউলৈ বিয়া কৰাই আনিলে। সেই বিয়াখন মোৰ আজিলৈকে মনত আছে। ঢোলে-ডগৰে খোলে তালে দোলাই হাতীয়ে যে কি এখন তমস্যাৰ বিয়া হৈছিল কি কম! সাদিনীয়াকৈ পানী তুলি বিয়াখন পাতিছিল। বোৱাৰীয়েকক ঘৰলৈ অনাৰ তিনি মাহৰ পিছত মাউৰত পৰি সৰু-ককাইদেউৰ মৃত্যু হল। অকস্মাৎ ঘটা এই মহাবিপদ ঘৰখনত বজ্ৰ পৰাদি পৰিল। আহা! দেউতাৰ কি শোক! কি বেজাৰ! কান্দোন চিয়ঁৰেৰে ঘৰখনত কোঢ়লি ; কিন্তু দেউতাৰ চকু শুকান। একোটা হুমুনিয়াহ আৰু একেষাৰ আদ আষাৰ ঈশ্বৰৰ নামৰ বাহিৰে তেওঁৰ মুখত আন কথা নাই। তেওঁৰ ধীৰ অলৰ অচল মুৰ্ত্তি যেন আগতকৈ আৰু ধীৰ অলৰ অচল হল। কিন্তু তেওঁৰ ফালে ভালকৈ নিৰীক্ষণ কৰি মই ফট্‌ফটীয়াকৈ দেখিবলৈ পালোঁ যে মুখখনত তেওঁৰ যিমানেই প্ৰশান্ত ভাব, বুকুৰ ভিতৰত সাত-কুৰা অগণি। এদিন কিন্তু তেওঁ মোৰ ওচৰত ধৰা পৰিল। সেই দিনা পুৱা,—মোৰ ঠিক মনত আছে, গৰু-বিহুৰ দিনা,—সৰু বোৱাৰীয়েকৰ হিয়া-ভাগি-যোৱা কান্দোন শুনি তেওঁ ঘৰৰ ভিতৰৰপৰা ওলাই আহি মোৰ তলতে থিয় হলহি। ওচৰত আন কোনো নাছিল। দেখিলোঁ দেউতাই উচুপি উচুপি কান্দিছে ; কিন্তু কোনোবাই দেখে বুলি ততালিকে তেওঁ চকুৰ পানী মছি থিৰ হৈ শাকনি-বাৰীত শাক চাবলৈ সোমোৱাদি সোমাল। মানুহে আমাক কাঠ-কঠুৱা বোলে ; কিন্তু আমাৰ কাঠ-শৰীৰৰ ভিতৰত যে কি কোমল প্ৰাণ আছে মানুহে নাজানে। দেউতাৰ এই শোক দেখি আৰু সেই নিৰ্দ্দোষী আজলী ছোৱালী সৰুবোৰ মৰ্ম্মভেদী কান্দোন শুনি, সত্যে কৈছোঁ, তেতিয়াই মোৰ আপোন-ঘাতী হৈ মৰি যাবৰ মন গৈছিল ; কিন্তু নোৱাৰিলোঁ। বিধাতাই আমাক সেই ক্ষমতা নিদিলে। এই শোকৰ পিছত দেউতা আৰু সৰহ দিন জীয়াই নাথাকিল। বুকুৰ ভিতৰত জ্বলি থকা অগণিয়ে তেওঁক ছমাহৰ ভিতৰতে দহি শেষ কৰিলে। সৰু-বৌ এই ঘৰতে থাকিল ; কাৰণ, তেওঁৰ বাপেক মাক কোনো নাছিল; মাথোন বেলেগতীয়া ককায়েক এটা আছিল যি কোনো জন্মত ভনীয়েকৰ ভুকে নলয়।

"প্ৰথম প্ৰবল শোকৰ ঢল শুকাই গলত শোকৰ যন্ত্ৰণা সৰু-বৌৰ হৃদয়ত তুঁহজুই জ্বলাদি জ্বলিবলৈ ধৰিলে। তেওঁৰ পোহৰ মুখৰ জেউতি মলিয়ন হল, হাঁহি-মুখ বিষাদে আবৰি ধৰিলে, চকুত বেজাৰৰ কলা ৰেখ পৰিল।

"কিন্তু ভাইটি, এই পৃথিৱীত একো চিৰস্থায়ী নহয়। শোকতো সেই কথা খাটে দেখিছোঁ। এবছৰ মানৰ মূৰত সৰু-বৌৰ শোকৰও ভালেমান সলনি ঘটিল। জাৰকালিৰ শেহত আমাৰ নকুঁহি পাত মেলাৰ দৰে তেওঁৰ মনতো দুই-চাইটা আনন্দৰ কুঁহিপাতে দেখা দিয়া দেখিলোঁ। যেন তেওঁৰ মুখত থকা বেজাৰৰ আঁকবোৰ ৰঙৰ আঙুলিয়ে বৰ পুৰুষাৰ্থ কৰি মছি দিবলৈ চেষ্টা কৰি আছে। ঈশ্বৰৰ এই আশ্চৰ্য্য সৃষ্টিত দেখিছোঁ সকলোৰে লৰচৰ হয়। মই কিন্তু এইবাবে সৰু-বৌৰ গাত দোষ নিদিওঁ দেই ; কাৰণ, গছৰ কুঁহি পাত আৰু ৰূপহ ফুল অকল গছৰ চেষ্টাতে নেমেলে নুফুলে বুলি মোৰ বিশ্বাস। বসন্তৰো তাত সৰহখিনি হাত আছে। বসন্তৰ সুশীতল ফুৱে হে ফুৰাই ফুৰাই গছৰ কুঁহিপাত আৰু ৰূপহ ফুল ফুলাই দিয়ে বুলি মই ভাবোঁ। এই ধৰ্ম্মিষ্ঠী সতী শান্তীৰ মনত সাংসাৰিক সুখৰ অবৈধ স্পৃহা ওচৰচুবুৰীয়া দামোদৰ বৰপুজাৰীৰ ডেকা পুতেক ভোগদত্তই হে যে জগালে এইটো ভালকৈয়ে দেখিবলৈ পোৱা গল। ভোগদত্তক আমাৰ দেউতাই নিজৰ পুতেকৰ

মিচিনাকৈ মৰম চেনেহ কৰিছিল। সি দিনে ৰাতিয়ে আমাৰ ঘৰলৈ আহি থকা ঘৰুৱা মানুহতকৈও সাতছাৰ আছিল। কিন্তু শেহত যে সি আমাৰ-ঘৰ-মানুহৰ ধাৰ এনেকৈ শুজিব, কোনে জানিছিল? যাওঁক, সেইবোৰ কলঙ্কৰ কথা বখানি আজি আৰু মোৰ মুখ ছুৱা কৰিবৰ মন নাই। সেইবোৰ কথা এতিয়া মনত পৰিলেও প্ৰাণ ফাটি যায়, আমঠু কলা পৰে। মুঠতে কওঁ যে পুহ মহীয়া পুৱা দুবৰি-পাতৰ আগত থকা নিৰ্ম্মল মুকুতামণিটি যেন সৰুবৌক পাপীষ্ঠ বিশ্বাসঘাতক ভোগদত্তই এদিন পাপৰ পাটনাদত পেলাই দি তেওঁৰ সৰ্ব্বনাশ কৰিলে।

"মানুহৰ সংসাৰ কি কঠোৰ! মানুহৰ অন্তৰ কি নিষ্ঠুৰ। মানুহৰ বিচাৰ কি দুৰ্ঘোৰ! তাত দয়া নাই, চেনেহ নাই, বিবেচনা নাই, ন্যায় নাই, ধৰম নাই! ইহঁত হেনো আকৌ পশুতকৈও শ্ৰেষ্ঠ, আমাতকৈও ওখ শাৰীৰ! ইহঁতে ঈশ্বৰৰ ওচৰত ন্যায় বিচাৰ বিচাৰে, নিজৰ সকলো দোষৰ ক্ষমা মাগে; কিন্তু ইটোৱে সিটোক বিচাৰৰ নামত অবিচাৰ অত্যাচাৰ কৰে, ক্ষমা কৰিব নোৱাৰে। দুৰ্ব্বল সৰুবৌৰ পাপৰ ফল প্ৰকাশ হলত তেওঁক ঘৰৰ পৰা উলিয়াই খেদি দিয়া হল। লাজ অপমান দুখৰ টোপোলা বান্ধি লৈ তেওঁ এইখন ঘৰৰ পৰা কেলেহুৱা কুকুৰৰ দৰে ওলাই গল! কিন্তু কলৈ যাব? তেওঁৰ কোন আছে? মানুহৰ সমাজ তেওঁৰ নহয়। এই পৃথিবীৰ সুখ সম্পদ তেওঁৰ নহয়। সকলোৱে হাজাৰখন হাতেৰে তেওঁক দূৰলৈ খেদাই দিছে, হাজাৰখন মুখেৰে ছেই ছেই কৰিছে! মাতিছে মাথোন এন্ধাৰে হাত বাউলি দি। যাওঁতে যাওঁতে বেচেৰীয়ে, সৌ যে ৰিণিকি ৰিণিকি দেখা গৈছে সেই পুখুৰীটো দেখিলে। দেখিলে—এন্ধাৰে মতাদি পুখুৰীটোৱেও তেওঁক হাত-বাউলি দি মাতিছে। পুখুৰীটোৱে দুখুনীৰ কলঙ্ক ঢাকি দুখুনীক আশ্ৰয় দিব খুজিছে। নিঃসহায়ক এনে সহায় দান, বন্ধুহীনক এনে আন্তৰিক আহ্বান কোনে অস্বীকাৰ কৰিব পাৰে? নিমিষতে সৰুবৌৱে জাঁপ মাৰি পুখুৰীৰ বুকুত আশ্ৰয় ললে আৰু সেই পাৰ্থিব কলঙ্কিত জীৱনৰ ওৰ পেলালে। আৰু তেওঁৰ সৰ্ব্বনাশৰ মূল ভোগদত্তই—"

ওচৰতে থকা অশোকজুপিয়ে এই আখ্যানটো গুৰিৰেপৰা একন্ত মনে শুনি আছিল। যদিও অশোকে এওঁলোকৰ কথাবাৰ্ত্তাত তেতিয়ালৈকে যোগ দিয়া নাছিল তথাপি এইবাৰ উত্তেজিত হৈ মাত লগালে,—"পাষণ্ড নিশ্চয় ডিঙিত চিপ্‌জৰী লগাই মৰিল"। এনেতে থেৰেজুৰ তলৰ শুকান পাতত টপ্ টপ্‌কৰে কিবা পৰা যেন শুনি চাই দেখিলোঁ থেৰেজুগছৰ গাত ওলমি থকা কপৌ-ফুলজোপাৰপৰা টোপা টোপাকৈ পানী পৰিছে। বুজিলোঁ ব্যাপাৰটো কি। থেৰেজুৱে মাত লগালে—"তেনে হোৱাহেঁতেন তো ঠিকেই হলহেঁতেন; কিন্তু দুখৰ বিষয়, নহ'ল। শুনিবা নে তাৰ কি হল? সি নিৰ্দ্দোষী প্ৰমাণিত হল। তাৰ গাৰ নোম এডালতো কোনেও হাত দিব নোৱাৰিলে! যাওক, সেইবোৰ অনেক কথা। ইয়াৰ পিছত ভোগদত্তই ভাল কুলীয়া ভাল মানুহৰ ঘৰৰ ছোৱালী এজনী বিয়া কৰাই সমাজত এজন লেখৰ মানুহ হৈ খাইবৈ ফুৰিবলৈ ধৰিলে। সচাঁকৈয়ে কৈছোঁ, সেই দিন ধৰি মানুহ জাতিটো মোৰ চকুৰ কুটা দাঁতৰ শাল হল। মানুহৰ মাতে মোৰ কাণত কোট্‌কোৰা কাঁইটে বিন্ধাদি বিন্ধে। হে ঈশ্বৰ! মোক যেন মোৰ জীৱনৰ বাকী কেইটা দিন মানুহৰপৰা আঁতৰাই ৰাখা! এনেতে অশোকজুপিয়ে চকু টিপিয়াই থেৰেজুক মোৰ ফাললৈ দেখুৱাই দিলত থেৰেজুৱে আত্মসংযম কৰি আকৌ আৰম্ভ কৰিলে,—"ইয়াৰ এবছৰৰ ভিতৰতে মাউৰে মানুহঘৰ মাৰি উছন্ন কৰিলে। বাকী ৰল, —ঘৰৰ সেই ভেটিটো, হুদুটো, আৰু মোকে আদি কৰি এই এৰা বাৰীৰ গছ-গছনিবোৰ।" আমজোপাই সিফালৰপৰা মাত লগালে —"ঈশ্বৰ আছে।" অশোকে মূৰ দুপিয়াই কলে,—"নিশ্চয়, নিশ্চয়।"

এনেতে কোনবাই মতা শুনিলোঁ,—"দেউতা, আপুনি কেছাৰীলৈ নগৈ আইৰ ওপৰত খং কৰি এৰাবাৰীৰ গছৰ তলত মনে মনে শুই আছেহি। আপুনি খংকৈ গুচি অহা দেখি আয়ে মোক আপোনাক মাতি-বুলি লৈ যাবলৈ পঠিয়াই দিলে। আহক, আহক,ঘৰলৈ আহক, আৰু খং কৰিব নালাগে।"

চকু মেলি চাওঁ দেখোন মোৰ বৰটো লৰা।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# প্রণয়-ৰহস্য।

(১)

গভীৰ আন্ধাৰ ৰাতি। আকাশত এটিও তৰা দেখিবলৈ নাই। বজ্রনিনাদে প্রলয়-ভেৰি বজাৰ দৰে মেঘৰ ভীষণ গৰ্জ্জন গুৰুম্ গুৰুম্ গুৰুম্! কিন্তু এতিয়ালৈকে বৰষুণ পৰা নাই। নিশাচৰ প্রাণীৰ বাহিৰে সকলোটি নিদ্রা দেৱীৰ কোমল কোলাত অচেতন। মাজে মাজে শিয়ালৰ হোৱা হোৱা ধ্বনি আৰু ফেঁচাৰ বীভৎস চিৎকাৰে সেই গভীৰ ৰাত্রিক আৰু গভীৰতৰ কৰি তুলিছে। এনে সময়ত এটা ভগ্ন অট্টালিকাৰ ওচৰত থকা এজোপা গছৰ তলত হৃদয়বিহীন তিনিজন ইংৰাজে কি কথা পাতিছে শুনক চোন,—

১ম ইংৰাজ— "মিঃ উইল্‌মট আৰু গ্ৰীয়াৰ্চন, তোমালোকেই মোৰ সকলো আশা ভৰসাৰ স্থল ; অন্যকি, তোমালোকৰ কাৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰি হে মোৰ শৰীৰত এতিয়ালৈকে প্ৰাণ আছে।" তাৰ পিছত অন্যমনস্ক ভাবে কলে "অলিভিয়া, উঃ পাষাণতকৈও অধিক অলিভিয়া কতবাৰ তোৰ চৰণত ধৰিলোঁ, কতবাৰ তোক কাকুতি মিনতি কৰিলোঁ। কতবাৰ মোৰ হৃদয়-ভৰা প্ৰেম তোত বাকি দিলোঁ।,—তথাপিও তথাপিও পাষাণময়ী তোৰ হৃদয়ত অলপো মৰমৰ সঞ্চাৰ নহল। মোতকৈ ধন-সম্পদ আৰু মান মৰ্য্যাদাত হীন চাৰ্লচক পাই মোৰ প্ৰেম ঘিণৰ চকুৰে চাই ভৰিৰে ঠেলি নিলগ কৰিলি! আৰু এবাৰ তোক বুজাই চাম, তথাপিও যদি তোৰ মন নটলে, তেনেহলে তেনেহলে তই ইয়াৰ ভীষণ প্ৰতিশোধ পাবি। তেতিয়া জেম্‌চ্ কি পদাৰ্থেৰে প্ৰস্তুত বুজিব পাৰিবি!" তাৰ পিছত তেওঁ উইল্‌মট আৰু গ্ৰীয়াৰ্চনক সম্বোধন কৰি কবলৈ ধৰিলে,—"মিঃ উইলমট আৰু গ্ৰীয়াৰ্চন, আজি অলিভিয়া আৰু চাৰ্লচৰ মাজত কিবা কথাবাৰ্ত্তা হোৱা শুনিছিলা নে?

উইলমট—"বেছি শুনিবৰ সুবিধা নাপালোঁ। সন্ধ্যা লাগিছে, মানুহ দুনুহো চিনিব নোৱাৰা হৈছে, এনে সময়ত মই আঁতৰতে অলিভিয়া আৰু চাৰ্লচক গাড়ীত উঠি অহা দেখি ঠাইতে ঘুৰি মানুহ-দুনুহ চাই এটা ঘৰৰ আঁৰ হলোঁ, যেন তাৰপৰা স্পষ্টকৈ অলিভিয়া আৰু চাৰ্লচৰ কথা-বাৰ্ত্তা শুনিব পাৰোঁ। অলপ পৰৰ পিছতে অলিভিয়াৰ ঘৰৰ সমুখত সিহঁত উপস্থিত হলহি। তেতিয়া গাড়ী বিদায় দি চাৰ্লচে মাত্ৰ অলিভিয়াক এই আষাৰ কথা কোৱা শুনিলোঁ,—

"প্ৰাণৰ অলিভিয়া, মোৰ মনেৰে হিংসক জেম্‌চে প্ৰতিকাৰ নকৰাকৈ কেতিয়াও বহি নাথাকে। আশা কৰোঁ তুমি সদাই সাৱধান হৈ থাকিবা।" এই বুলি বিদায় লৈ চাৰ্লচ গুচি গল। অলিভিয়াও ঘৰৰ ভিতৰত সোমাল। তেতিয়া মই লাচতে ওলাই চাৰ্লচৰ পিছ ধৰিলোঁ। কিন্তু বিফল হল,—চাৰ্লচে আৰু অন্য কাৰো লগত কথা-বাৰ্ত্তা নেপাতি নিজৰ ঘৰৰ ভিতৰত সোমাল। অগত্যা মই ঘৰলৈ উভতি আহিবলৈ বাধ্য হলোঁ।"

উইল্‌মটৰ বক্তব্য শেষ হলত জেম্‌চে উৎকণ্ঠিত ভাৱে গ্ৰীয়াৰ্চনক তেওঁ কিবা সম্ভেদ পাইছে নে নাই বুলি শোধাত গ্ৰীয়াৰ্চনে "আজি বিশেষ সুবিধা নাপালোঁ" বুলি কলে।

তাৰ পিছত জেম্‌চে কলে,—"যদি তোমালোকে মোৰ কাৰ্য্য সিদ্ধি কৰি দিব পাৰা তেনেহলে নিশ্চয় কৈছোঁ তোমালোকে ১০০ পাউণ্ড পুৰস্কাৰ লাভ কৰিব পাৰিবা।" গ্ৰীয়াৰ্চনে এটি মিচিকীয়া হাঁহি মাৰি কলে "পুৰস্কাৰৰ নিমিত্তে আমি উৎকণ্ঠিত হোৱা নাই ; মাথোন আপোনাৰ কাৰ্য্য সিদ্ধ হওক। প্ৰাণ আগবঢ়ায়ো অলিভিয়াক আপোনাৰ হাতত সমৰ্পণ কৰিবলৈ চেষ্টা কৰিছোঁ ; আশা কৰোঁ আৰু ৬।৭ দিনৰ ভিতৰতে আমাৰ সেই চেষ্টাৰ ফল ফলিব।"

এনেতে ওচৰৰ থানাত ঠং কৰে এক বাজিল, আৰু কিন্‌কিনিয়াকৈ বৰষুণ পৰিবলৈ আৰম্ভ কৰিলে। গতিকে তিনিও অতি গোপনে নিজৰ গৃহাভিমুখে প্ৰস্থান কৰিলে।

(২)

পাঠক, এই অৱসৰতে অলিভিয়া চাৰ্লচ আৰু জেম্‌চ আদিৰ অলপ পৰিচয় দিয়া যাওক।

অলিভিয়াৰ পিতাকৰ বৰ্ত্তমান যেনে স্বচ্ছল অৱস্থা, আগয়ে তেওঁৰ তেনে অৱস্থা নাছিল। তেওঁৰ নাম আলফ্রেড। তেওঁৰ বাপেক এজন খেতিয়ক আছিল। সি যি হওক, তেওঁ খেতিয়ক আছিল বুলিও পুতেকক যথোচিত বিদ্যা শিক্ষা দিয়াইছিল। প্ৰথমে আলফ্রেডে ১০০ ছিলিং

দৰমহাৰ এটা কামত ভৰ্ত্তি হয় ; তাৰপৰা ক্ৰমে ক্ৰমে সেই কামতে তেওঁ উন্নতি লাভ কৰি ৩০০ ছিলিং দৰমহা পায়গৈ। সেই সময়ত এজন ধনী মানুহৰ কন্যাৰ লগত তেওঁৰ প্ৰণয় জন্মে আৰু যথাসময়ত তেওঁলোকৰ শুভ বিবাহ সম্পন্ন হয়। তেওঁৰ পৰিবাৰ বাপেকৰ একেজনী ছোৱালী, গতিকে তেওঁলোকৰ মৃত্যুত সমুদায় সম্পত্তি আলফ্ৰেডৰ হাতত পৰে। তেতিয়াৰেপৰা তেওঁ এজন ধনীৰ শাৰীত গন্য হয় আৰু সেই সময়ৰেপৰা তেওঁ তেওঁৰ আগৰ কাম পৰিত্যাগ কৰি স্বাধীন ব্যৱসায় আৰম্ভ কৰে। তেওঁলোকৰ সেই শুভ বিবাহৰ ফলস্বৰূপে তিনিটি পুত্ৰ আৰু এজনী কন্যাৰ জন্ম হয়। কিন্তু নিদাৰুণ যমে তেওঁলোকৰ বুকু উদং কৰি সেই তিনিওটি লৰাকে মাৰি নিলে। বাকী ৰল মাথোঁ কন্যাজনী। পাঠক সেই কন্যাজনীৰ নামেই অলিভিয়া।

অলিভিয়া ৰূপে গুণে এজনী বৰ দিপ্‌লিপ ছোৱালী। গতিকে বহুত ডেকাৰ চকুত তেওঁ পৰিল। কিন্তু অলিভিয়া সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্যৰ মুখাপেক্ষী নহয়। তেওঁৰ আৱশ্যক গুণ ; গতিকে গুণহীন সেই সকলো ডেকা তেওঁৰ প্ৰণয়ৰ আশাৰপৰা বঞ্চিত হল। অলিভিয়াৰ সেই পৱিত্ৰ প্ৰেম ওচৰচুবুৰীয়া এজন ডেকাৰ ওপৰত স্থাপিত হল। সেই ডেকাজনৰ নামেই চাৰ্লচ। অলিভিয়াৰ মাক বাপেকো চাৰ্লচৰ গুণত মুগ্ধ, গতিকে তেওঁলোকে অলিভিয়াৰ কাৰ্য্যত একো ব্যাঘাত নঘটালে। দুয়োৰো পৱিত্ৰ প্ৰেম-বন্ধন দিনে দিনে কঠিন হৈ আহিবলৈ ধৰিলে।

চাৰ্লচৰ বাপেক এজন চৰ্কাৰী বিষয়া আছিল। যেতিয়া চাৰ্লচে লণ্ডনৰ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰে তেতিয়াই তেওঁৰ পিতৃবিয়োগ ঘটে ; গতিকে তেওঁ তেতিয়াই পাঠ সাং কৰি ঘৰলৈ উভতি আহি ঘৰ চলাবলৈ বাধ্য হয়। কিয়নো তেঁৱেই সকলোতকৈ ডাঙৰ। চাৰ্লচে আলফ্ৰেডৰ লগ লাগি স্বাধীন ব্যৱসায়ত হাত দিয়ে আৰু তাতে দুই চাৰি পাউণ্ড সাঁচিবৰো সমৰ্থ হয়।

এতিয়া জেম্‌চৰ বিষয় অলপ কোৱা যাওঁক। জেম্‌চৰ বাপেক সেই গাঁৱৰ ভিতৰত এজন বৰ ধনী মানুহ। তেওঁৰ দৰে ধন অতি বিৰল বুলিলেও অত্যুক্তি নহয়। ধনী হলেও তেওঁৰ স্বভাৱ চৰিত্ৰ অতি নিৰ্ম্মল। দুখীয়াক দান কৰা, নিৰাশ্ৰয়ক আশ্ৰয় দিয়া, তেওঁ তেওঁৰ কৰ্ত্তব্য কাম বুলি ধৰি লৈছিল। তেওঁৰ মাত্ৰ এটি লৰা আৰু এজনী ছোৱালী। সেই লৰাটোৰ নামেই জেম্‌চ। জেম্‌চ সৰুতে বৰ গুণী আৰু পঢ়াত অনুৰাগী লৰা আছিল। গতিকে তেওঁ সোনকালেই গাঁৱৰ পঢ়া সমাপন কৰি লণ্ডনৰ এটি বিশ্ববিদ্যালয়ত পঢ়িবলৈ যায়। তেতিয়া জেমচৰ বয়স ১৭ বছৰ। কিন্তু সেই সময়ৰপৰাই তেওঁ কিছুমান কুপৰামৰ্শী বন্ধুৰ সঙ্গত পৰে। তেতিয়াৰেপৰা জেম্‌চে পঢ়া-শুনাৰ ফালে একেবাৰেই পিঠি দি নানা পাপ কাৰ্য্যত প্ৰবৃত্ত হল। তেওঁ অতিচাৰ সুৰাপান অগম্যাগমন আদি কৰি দুই হাতে টকা খৰচ কৰিবলৈ লাগিল। বাপেকে এই কথাৰ সম্ভেদ পাই নিজৰ বংশৰ কলঙ্ক স্বৰূপ জেম্‌চক আনি ঘৰত থলেহি। তথাপিও জেম্‌চৰ স্বভাৱৰ পৰিবৰ্ত্তন নহল।

এই উদ্ধত ডেকা জেম্‌চে অলিভিয়াৰ প্ৰণয় আশা কৰি এদিন অলিভিয়াৰ আগত নিজৰ মনোভাৱ ব্যক্ত কৰিলে। অলিভিয়াই মৃদু কথাৰে তেওঁ চাৰ্লচৰ প্ৰতি অনুৰাগিণী বুলি বুজাই কলে। তথাপিও জেম্‌চে অনুনয় বিনয় কৰি কৈ অৱশেষত হুৰি খং মনেৰে গুচি গল।

আৰু এদিন জেম্‌চে নানা লোভ দেখাই কৰুণ বাক্যেৰে অলিভিয়াক নিজৰ অভিমত জনাই ফল নধৰা দেখি ভীতি প্ৰদৰ্শন কৰি খং মনেৰে গুচি গৈ সেই খণ্ডৰ উদ্দেগত উইল্‌মট আৰু গ্ৰীয়াৰ্চনৰ সহায় লয়গৈ। উইল্‌মট আৰু গ্ৰীয়াৰ্চন কেনে ধৰণৰ মানুহ তাক কোৱা নিষ্প্ৰয়োজন। মুঠতে কৈ থওঁ যে টকা পালে সিহঁতে নৰহত্যা কৰিবলৈকো পিছ নহোঁহকে।

(৩)

আজিও জেম্‌চ আগৰ দিনা কোৱা মতে অলিভিয়াৰ ঘৰলৈ গল। সেই দিনা অলিভিয়াৰ ঘৰত বাপেক মাক কোনো নাছিল। তেওঁলোক দুয়ো কোনো এজন বন্ধুৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গৈছিল। মাত্ৰ দুজনী দাসী আৰু দুটা চাকৰ তাত আছিল।

জেম্‌চক দেখা মাত্ৰেই অলিভিয়াৰ অন্তৰ কঁপি গল, ভয়ত মুখ শেতা পৰিল। তথাপিও ভদ্ৰতাৰ অনুৰোধত তেওঁক আগবঢ়াই আনি এখন চকিত বহিবলৈ দি নিজেও এখন চকি টানি আনি বহিল ; বহি জেম্‌চক অহাৰ অভিপ্ৰায় কি বুলি শোধাত জেম্‌চে চুলিত হাত বুলাই

বুলাই কবলৈ ধৰিলে "প্ৰাণৰ অলিভিয়া, হায় এতিয়াও নুবুজিলা তুমি মই আহাৰ অভিপ্ৰায় কি! যদি নুবুজিলা বা বুজিও নুবুজা ভাও ধৰিছা তেনেহলে আকৌ কওঁ শুনা;— সৰুৰেপৰাই মই তোমাক ভাল পাইছিলোঁ, এতিয়াও পাইছোঁ আৰু আগলৈকো পাম। এয়েই মোৰ জীৱনৰ প্ৰতিজ্ঞা। অলিভিয়া, মোৰ হৃদয়—ৰাজ্যৰ ৰাণী অলিভিয়া, এটিবাৰ চোঁৱা মই তোমাৰেই। মোৰ ধন জন জীৱন যৌৱন সকলো তোমাৰ চৰণত সমৰ্পণ কৰিছোঁ। অলিভিয়া, জীৱনৰ উপাস্যা দেৱী অলিভিয়া, এটিবাৰ তোমাৰ সেই কোমল হাত দুখনি মোৰ কঠিন হাত দুটিৰ মাজত থৈ মোৰ তাপিত প্ৰাণ শীতল কৰাঁ। অলিভিয়া, মোৰ হৃদয়-ভঁৰা প্ৰেম নিঘিণাবা। তোমাৰ প্ৰতি মোৰ স্বৰ্গীয় প্ৰেমৰ নিদৰ্শন স্বৰূপে এই সামান্য আঙঠিটি গ্ৰহণ কৰি মোৰ জীৱন ধন্য কৰাঁ। এই বুলি জেম্‌চে এটি বহুমুলীয়া আঙঠী জেপৰপৰা উলিয়াই অলিভিয়াৰ হাতত পিন্ধাই দিবলৈ চকিৰপৰা উঠিল। অলিভিয়ায়ো লাহেকৈ চকিৰপৰা উঠি পিছ হুহকিল। জেম্‌চৰ খঙে চুলিৰ আগ পালেগৈ। মনে মনে,—"কি ইমান স্পৰ্দ্ধা? ইয়াৰ প্ৰতিফল পাবি। অলপ ভাবি খং দমাই শান্ত ভাৱ ধৰি পুনৰ চকিৰ ওপৰত বহি অলিভিয়াক কবলৈ ধৰিলে,—

"অলিভিয়া, এবাৰ চোৱাঁচোন, মই নো চাৰ্লচতকৈ কোন গুণে নীহ? মোৰ বিপুল সম্পত্তি, আৰু চাৰ্লচৰ কোনো মতে পেটে ভাতে খাই থকা অৱস্থা। এই গাওঁখনেই মোৰ এক প্ৰকাৰ আজ্ঞাবহ ভৃত্যৰ নিচিনা, কোৱাঁচোন চাৰ্লচৰ কেইটা তেনে আজ্ঞাবহ মানুহ আছে? মই সঁচাকৈ কৈছোঁ, মৰমৰ অলিভিয়া তুমি মোৰ হোৱাঁ, মই তোমাৰ সেই চৰণ দুখনি বুকুত সাবটি লৈ প্ৰেমপুষ্পেৰে সদায় পূজা কৰি থাকিম।"

অলিভিয়াই লাজেৰে থিয় হৈ কবলৈ ধৰিলে—"প্ৰিয় জেম্‌চ, তোমাৰ আকাঙ্ক্ষা পৰিত্যাগ কৰাঁ। চাৰ্লচৰ বাহিৰে মই আৰু কাকো নাজানো। তুমি বেজাৰ নকৰিবা, মই খোলাখুলিকৈ কওঁ যে মোৰ মানত চাৰ্লচ ধন সম্পদত হীন হলেও তোমাতকৈ শত গুণে উত্তম।"

জেম্‌চে অলিভিয়াৰ মুখৰপৰা এই কথা শুনা মাত্ৰেই চকিৰপৰা গিৰিপ্‌ কৰে উঠিল আৰু খঙত কঁপি কঁপি অলিভিযাক চকু পকাই-চাবলৈ ধৰিলে। অলিভিয়া ভয়ত বিহ্বল হল। অৱশেষত জেম্‌চে গৰ্জ্জি গৰ্জ্জি অলিভিয়াক চাই,—"পাষাণময়ী! সামান্য এজনী তিৰুতা হৈ জেম্‌চৰ প্ৰতি অৱজ্ঞা! থাক তই ইয়াৰ সমুচিত প্ৰতিফল পাবি। জানিবি আজিৰপৰা মই তোৰ প্ৰণয় পথৰ-কণ্টক!" এই বুলি কৈ জেম্‌চ বেগেৰে সেই ঘৰৰপৰা ওলাই প্ৰস্থান কৰিলে। অলিভিয়াই এতিয়া স্পষ্টকৈ বুজিব পাৰিলে যে জেমচ্‌ কি ধৰণৰ মানুহ। তেওঁৰ ভয় পূৰ্ণ মাত্ৰাই আহি দেখা দিলে।

যথাসময়ত তেওঁৰ মাক বাপেক আহি ঘৰ পালেহি। কিন্তু অলিভিয়াই লাজতে জেম্‌চৰ কথা উল্লেখ নকৰিলে। আন কি, বোধকৰোঁ লাজৰ কাৰণেই হবলা, এই কথা তেওঁৰ প্ৰাণসদৃশ চাৰ্লচকো ভাঙি নকলে।

ইয়াৰ দ্বাৰা তেওঁ নিজৰ মহৎ অনিষ্ট হে চিন্তিলে।

(৪)

খঙৰ বেগত জেম্‌চে তেতিয়াই উইলমট আৰু গ্ৰীয়াৰ্চনৰ ওচৰত পৰামৰ্শ কৰিবলৈ গল। তেতিয়া প্ৰায় ৰাতি ৭ বজা। যথাসময়ত জেম্‌চ উইল্‌মটৰ ঘৰত উপস্থিত হলগৈ। উইল্‌মটে গ্ৰীয়াৰ্চনক ঘৰৰপৰা মাতি আনি তিনিও এটা নিভৃত কোঠাত সোমাই কথা বাৰ্ত্তা পাতিবলৈ ধৰিলে।

জেমচ—"মিঃ উইল্‌মট আৰু গ্ৰীয়াৰ্চন, আজি মই যি আপমান পালোঁ, বোধকৰোঁ মোৰ জনমতেই তেনে অপমান পোৱা নাই। উঃ সামান্য তিৰুতা এজনীৰ ইমান স্পৰ্দ্ধা? মোক কুটা এডালতো তাই গণ্য কৰা নাই!" এই বুলি অলিভিয়াৰ লগত যি ঘটিছিল সেই সকলো যথাযথৰূপে জেম্‌চে বৰ্ণাই কলে।

কোৱা শেষ হলত উইল্‌মটে গৰ্জ্জি কবলৈ ধৰিলে—"বাৰু দেখিম, কত তাইৰ প্ৰণয় ৰয়। যদি মই উইল্‌মট হওঁ তেনেহলে তাই মিঃ জেম্‌চৰ পত্নী হম নোবোলালৈকে তাইক পালিয়ে পালিয়ে শিকাম। দেখিম তেতিয়া চাৰ্লচ কত থাকে?"

জেম্‌চে আনন্দজনিত এটি মিচিকীয়া হাঁহি মাৰি কবলৈ ধৰিলে—"পিছে বাৰু মিষ্টৰ উইল্‌মট আৰু গ্ৰীয়াৰ্চন, তোমালোকে নো অলিভিয়াক কি কৰিবৰ যুক্তি কৰিছা?" গ্ৰীয়াৰ্চনে চেলেউ হুপি হুপি কবলৈ ধৰিলে—"কৰিম আৰু কি, পৰহিলৈ অমাবস্যা ৰাতি, সেই দিনাই আমাৰ

কাম-কাজৰ বিশেষ সুবিধা হব। গতিকে পৰহিলৈ যেনে তেনে প্ৰকাৰে অলিভিয়াক ৰাতি ধৰি কোনেও নজনাকৈ এঠাইত বন্দী কৰি ৰাখিব লাগে।"

"উত্তম যুক্তি," গম্ভীৰ ভাবে জেম্‌চে কলে "উত্তম যুক্তি ; কিন্তু বন্দী কৈ ৰখাবৰ উপযুক্ত ঠাই হে দেখা নাই।"

উইল্‌মট—"এ থৈ দিয়ক, তাঁলৈ আপুনি চিন্তা কৰিব লাগিছে নে? মাথোঁন অলপ পাউণ্ডৰহে প্ৰয়োজন হব।"

জেম্‌চে আশ্বাস বাক্য শুনি আনন্দ মনেৰে কলে—"জানাই তো তোমালোকে, মই জানো ধনলৈ ভয় কৰা মানুহ। যিমান লাগে দি থাকিম, মাথোন মোৰ কাৰ্য্য সিদ্ধ হওক। বাৰু কোৰ্বঁচোন কত নো লুকাই থবৰ দিহা কৰিছা?"

গ্ৰী—"লণ্ডন চহৰত। তাত আমাৰ লগৰীয়া বহুতো। আৰু তাত এনেকৈ ৰখা যাব যাতে আমাৰ দলৰ মানুহৰ বাহিৰে অন্যে তাৰ একো সন্ধেদকে নাপায়। মাথোন তেওঁলোকক মদৰ খৰচ আৰু অলপ পুৰস্কাৰ দিব লাগিব।"

জেম্—"বেছ কথা, কিন্তু লণ্ডন তো ইয়াৰপৰা ২ মাইল দূৰৈত। পিছে তাঁলৈ নিয়া হব কি প্ৰকাৰে? ইয়াত তো গাড়ী ঠিক কৰিব নোৱাৰি। কোচম্যানও বিশ্বাসী আৱশ্যক।"

উইল্‌মট—"তাৰ নিমিত্তে চিন্তা কৰিবৰ একো কাৰণেই নাই। লণ্ডণত আমাৰ দলৰ মানুহৰেই গাড়ী আছে, তাকেই অনা যাব। কালিলৈ মই গৈ সকলো ঠিক ঠাক কৰিমগৈ।" জেম্‌চে কলে, "বাৰু বন্দী কৰি ৰাখিলোঁৱেই, পত্নী হম বুলি স্বীকাৰ নকৰিলে তো ইয়ালৈ আনিব নোৱাৰি।"

গ্ৰী—"সেই বিষয়ে একো চিন্তা নকৰিব। সি পিছৰ কথা।"

জেম্‌চে এই কথা শুনা মাত্ৰেই আনন্দত আপ্লুত হৈ ততালিকে "পকেটত" হাত সুমাই দলৰ মানুহক মদ খাবৰ নিমিত্তে ২০ পাউণ্ড উইল্‌মটৰ হাতত দিলে। আৰু দুই পাউণ্ড মিঃ গ্ৰীয়াৰ্চনৰ হাতত দি মদ আৰু তাৰ লগৰ উপযোগী খাদ্য আনিবৰ নিমিত্তে পঠাই দিলে। গ্ৰীয়াৰ্চনে আনন্দে মনেৰে টকা লৈ প্ৰস্থান কৰিলে।

যতাসময়ত মদ আৰু তাৰ উপযোগী খাদ্য লৈ গ্ৰীয়াৰ্চন উপস্থিত হলহি। তেতিয়া তিনিও আনন্দ মনেৰে গিলাচে গিলাচে সুৰা আৰু খাদ্য বস্তু নিজ নিজ উদৰ-গহ্বৰত প্ৰৱেশ কৰালে।

পান আৰু ভোজন শেষ হলত তিনিও সেই ঘৰৰপৰা বাজ হল। উইল্‌মট ঘৰৰ ভিতৰত সোমাল, গ্ৰীয়াৰ্চৰ ঘৰলৈ গল। ৰাতি ১০ বজাত মিষ্টাৰ জেম্‌চ ঘৰৰ ভিতৰত সোমাই শুই থাকিল।

পিছ দিনা মিঃ উইল্‌মট লণ্ডনলৈ গৈ সকলো ঠিক-ঠাক কৰি আহিলগৈ।

(৫)

সুখৰ দিনেই হওক বা দুখৰ দিনেই হওক দিন কালেকো অপেক্ষা কৰি নাথাকে। দিনৰ পিছত দিন আহিবই লাগিছে যাবই লাগিছে। সেই দৰে আজি জেম্‌চে প্ৰতিশোধ লবৰ দিন আহিল। ক্ৰমে ক্ৰমে মুনিচুনি পৰ হল। সুবিধা আৰু সুযোগ চাই উইল্‌মটৰ সৈতে যুক্তি কৰি মিঃ গ্ৰীয়াৰ্চন হাতত-সাৰে-ভৰিত-সাৰে আলফ্ৰেডৰ ঘৰৰ ভিতৰত সোমাল আৰু সোমায়েই ঘৰৰ এডোখৰ আওহতীয়া ঠাইত অতি সংগোপনে বহি থাকিল। ক্ৰমে ৰাতি দহ বাজিল। আৰু অলিভিয়া আদি সকলোৱে নিদ্ৰা দেৱীৰ কোমল কোলাত পৰি অচেতন হল। মিঃ গ্ৰীয়াৰ্চনৰ সুবিধা বাঢিল।

ক্ৰমে ৰাতি বাৰ বাজিল। সেই সময়ত মিঃ জেম্‌চ ঘৰৰপৰা বাজ হল। বাজ হৈয়েই উইল্‌মটক লগ পালে। দুয়ো অলিভিয়াৰ ঘৰৰ ফালে যাত্ৰা কৰিলে। ঘোৰ অন্ধকাৰ। বাটে-পথে কতো মানুহৰ সমাগাম নাই। উইল্‌মটে গাড়ীখন ওচৰৰে এডোখৰ অন্ধকাৰ ঠাইত থৈ আহিল। এইখিনিতে কোৱা উচিত যে যাবৰ সময়তে উইল্‌মটে নিজৰ পকেটত এটি সৰু ঔষধৰ বটল লৈ গৈছিল। যথাসময়ত অলিভিয়াৰ ঘৰৰ দুৱাৰ মুখত জেম্‌চ আৰু উইল্‌মট উপস্থিত হলগৈ। উইল্‌মটে দুৱাৰত লাহে লাহে এটি শব্দ কৰিলে টুক্ টুক্ টুক্। ভিতৰৰপৰা দুৱাৰ মেলাৰ অলপ শব্দ হল আৰু অনতিবিলম্বে দুৱাৰ মুকলি হল। উইল্‌মট ঘৰৰ ভিতৰত সোমাল। জেম্‌চ বাহিৰতে পহৰা দি থাকিল।

গ্ৰীয়াৰ্চন আৰু উইল্‌মট দুয়ো এডোখৰ লোৰ

সহায়ত অলিভিয়াৰ শোৱা কোঠাৰ দুৱাৰ মুকিল কৰিলে। সেই কোঠাত মাত্ৰ অলিভিয়া আৰু তেওঁৰ এজনী পৰিচাৰিকা নিদ্ৰিতা হৈ আছিল। কোঠাত সোমায়েই উইলমটে ঔষধৰ বটলটি পকেটৰপৰা উলিয়াই নিশ্বাসৰ ধ্বনিত অনুমান কৰি পৰিচাৰিকা আৰু অলিভিয়াৰ নাকৰ ওচৰত ধৰিলে। কাৰ্য্য সফল হোৱা জানি তেতিয়া এটি দীপ-কাঠী মাৰি অলিভিয়াক দুয়ো ধৰাধৰিকৈ ঘৰৰপৰা বাজ কৰিলে। অনতিবিলম্বে গাড়ী এখন আহি তাত উপস্থিত হলহি। তেতিয়া ধৰাধৰিকৈ অলিভিয়াক সেই গাড়ীত তুলি গ্ৰীয়াৰ্চন আৰু উইলমট সেই গাড়ীতে উঠি লণ্ডনৰ ফালে যাত্ৰা কৰিলে। গাড়ী বায়ুবেগে লৰিল।

জেম্‌চে কাৰ্য্য সুকলমে সিদ্ধি হোৱা দেখি আনন্দ মনেৰে উলটি গৈ নিজৰ কোঠাত সোমাই বিছনাত পৰিলগৈ, কিন্তু আনন্দৰ ভাবনা ভাবি তেওঁৰ টোপনি নাহিল। ইফালে গাড়ী নিৰাপদে গৈ লণ্ডন পালেগৈ। তেতিয়া সেই গুণ্ডা-দলৰ তিনি চাৰিজন মানুহ গোট খাই অলিভিয়াক এটি অন্ধকাৰ ঘৰত আবদ্ধ কৰি ৰাখিলে। গ্ৰীয়াৰ্চন আৰু উইলমট পুনৰ সেই গাড়ীতে উঠি ঘৰলৈ উভতি আহিল আৰু গাড়ী বিদায় দিলে। অলিভিয়া অচেতন গতিকে ইয়াৰ একা বুজিব নোৱাৰিলে।

(৬)

ৰাতি পুৱাল। সকলো উঠিল। কিন্তু আলফ্ৰেডে আৰু তেওঁৰ ঘৈণীয়কে উঠি দেখিলে অলিভিয়া নাই, তেওঁৰ কোঠাৰ দুৱাৰ মেলা। পৰিচাৰিকাজনীৰো চেতনা নাই। তেওঁলোকৰ মূৰত স্বৰগ ভাগি পৰিল। তেতিয়া দুয়ো ইনাই-বিনাই কান্দিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে এই কথা গাঁৱৰ সকলোটিৰ কাণত পৰিল। চাৰ্লচে শুনা মাত্ৰেই উন্মাদৰ দৰে হৈ আলফ্ৰেডৰ ঘৰলৈ লৰ দিলে। বাট পথ আৰু আলফ্ৰেডৰ ঘৰ লোকাৰণ্য হৈ উঠিল।

চাৰ্লচৰ মনত, এই কাণ্ড জেম্‌চে ঘটাইছে বুলি অলপ সন্দেহ হল আৰু তেওঁ আলফ্ৰেডৰ অনুমতি লৈ ওচৰৰ থানাত খবৰ দিবলৈ গল। পুলিচৰ আগত নিজৰ মনৰ সন্দেহ চাৰ্লচে গুপ্তৰূপে প্ৰকাশ কৰিলে।

যথাসময়ত পুলিচ আহিল। পুলিচ অহা মাত্ৰেই সকলো মানুহ কাঁহ পৰি জিম গল। সকলোৰে পুলিচৰ বিচাৰলৈ অপেক্ষা কৰি থাকিল। কিন্তু সেই দিনা বিচাৰৰ একো ফল নফলিল। ক্ৰমে তাৰ পিছতো পুলিচে কেউফালে. আনকি লণ্ডন চহৰতো ৩।৪ দিন বিচাৰ আৰম্ভ কৰিলে। কিন্তু কতো অলিভিয়াক উলিয়াব নোৱাৰিলে। জেম্‌চৰ ওপৰত আৰোপ কৰা সন্দেহো পুলিচৰ মনৰপৰা দূৰীভূত হল ; কিয়নো, জেম্‌চে নিজেই বহুত শোক প্ৰকাশ কৰি পুলিচক অলিভিয়াক উদ্ধাৰ কৰিব পাৰিলে ২০০ ছিলিং পুৰস্কাৰ দিয়া যাব বুলি বুজাই কৈছিল আৰু পুলিচক বিচৰাত বহুত সহায়তাও কৰিছিল।

আলফ্ৰেড তেওঁৰ ঘৈণীয়েক আৰু চাৰ্লচ হতাশ হল। অৱশেষত তিনিও যুক্তি কৰি ডিটেক্টিভ লগাবলৈকে স্থিৰ কৰিলে। চাৰ্লচে লণ্ডনৰ এজন বন্ধু ডিটেক্টিভলৈ এখন চিঠি লিখিলে—

"প্ৰিয় ব্ৰইডেন,

এই চিঠি পোৱা মাত্ৰকে মোৰ ওচৰত যেনে তেনে প্ৰকাৰে উপস্থিত হবাহি। বিপদত পৰি তোমাৰ আশ্ৰয় লবলগীয়া হৈছোঁ। আশা কৰোঁ যেন ইয়াৰ অন্যথা নহয়। দেখা হলেই সকলো জানিব পৰিব।

বিভিন্ন -- চাৰ্লচে।

চিঠি পোৱা মাত্ৰেই বেলি নকৰি মিঃ ব্ৰাইডেন চাৰ্লচৰ ঘৰত উপস্থিত হলহি। চাৰ্লচে তেওঁক আদৰ—সাদৰ কৰি খুৱাইবুৱাই আলফ্ৰেডৰ ঘৰলৈ লৈ গল। আলফ্ৰেডে ব্ৰাইডেনৰ পৰিচয় পাই তেওঁৰ হাত দুখনিত ধৰি কবলৈ ধৰিলে "মিঃ ব্ৰাইডেন, তুমিয়ে হে এক মাত্ৰ মোৰ সকলো আশা ভৰসাৰ স্থল। একেজনী ছোৱালী তাকো নাৰকীহঁতে--" এই বুলি আৰু কব নোৱাৰিলে। চকুৰ পানীৰে তেওঁ বাট নেদেখা হল। ব্ৰাইডেনে তেওঁক আশ্বাস দিবলৈ ধৰিলে।

মিঃ চাৰ্লচে তেওঁৰ আগত সমুদায় ঘটনা পুঙ্খানুপুঙ্খৰূপে কলত ব্ৰাইডেনে চাৰ্লচক লগত লৈ অলিভিয়া শোৱা কোঠাৰ ভিতৰলৈ গল। বহু পৰ বিছনা আৰু অন্যান্য কাপোৰকানি লুটিয়াই চায়ো সন্দেহজনক একো বস্তু নাপালে। নাপাইনথৈ অলিফিয়াৰ কোঠাত শোৱা পৰিচাৰিকাজনীক মাতি আনি সুধিবলৈ ধৰিলে।—

"কোঠাত মানুহ সোমোৱাৰ কিবা গম পাইছিলা নে? দাসীজনীয়ে বিনীত ভাৱে উত্তৰ দিলে "নাই, একো পোৱা নাই।"

"তোমাৰ নাকত কিবা ঔষধ ধৰাৰ গম পাইছিলা নে?"

"হয়, টোপনিতেই যেন মই কি এটি তীব্ৰ গন্ধ অনুভৱ কৰিছিলোঁ।"

"তাৰপৰা আৰু তুমি কিবা কব পাৰা নে?"

"তাৰপৰা আৰু দিনৰ ২ বজালৈকে মই একো কব নোৱাৰোঁ।"

তেতিয়া ব্ৰাইডেনে চাৰ্লচ, আলফ্ৰেড, তেওঁৰ ঘৈণীয়েকক অলিভিয়াক ক্ৰোৰোফৰ্ম্ম দি সংজ্ঞাহীনা কৰি নিছে বুলি বুজাই কলে। তাৰ পিছত আলফ্ৰেডক চাই কলে "আপোনাৰ কাৰোবাৰ ওপৰত সন্দেহ আছেনে?"

আলফ্ৰেডে মোৰ কাৰো ওপৰত সন্দেহ নাই বুলি কোৱাত সেই একে প্ৰশ্নকে মিঃ চাৰ্লচক শুধিলে। চাৰ্লচে মোৰ মাথোন অলপ সন্দেহ জেম্‌চ নামেৰে এজন ডেকাৰ ওপৰত আছে বুলি কলে।

জেম্‌চৰ নাম শুনা মাত্ৰেই আল্‌ফ্ৰেডে এটি হতাশব্যঞ্জক হুমুনিয়াহ কাঢ়ি চাৰ্লচক কলে মিঃ চাৰ্লচ, তোমাৰ সন্দেহ মিছা। চোৰ হলে কি পুলিচক বিচাৰত যথেষ্ট সহায় কৰে আৰু অলিভিয়াক আনি দিব পাৰিলে ২০০ ছিলিং পুৰস্কাৰ দিবলৈ স্বীকাৰ কৰে?"

ব্ৰাইডেনে এটি মিচিকীয়া হাঁহি মাৰি আলফ্ৰেডক কলে "চোৰ হৈও নিজক নধৰিবৰ নিমিত্তে তেনে প্ৰবঞ্চনা কৰিব পাৰে ; তাত বিশ্বাস কি? জেম্‌চনো কব?"

চাৰ্লচ—"এই গাঁৱৰেই এজন ধনীৰ লৰা।"

ব্ৰাই—"বাৰু তোমাৰ নো কি কাৰণত তেওঁৰ ওপৰত সন্দেহ হয়?" তেতিয়া চাৰ্লচে ব্ৰাইডেনক অন্য এটা কোঠালৈ মাতি নি লাহে লাহে সকলো কথা বৰ্ণনা কৰিলোঁ। ব্ৰাইডেনৰো সন্দেহ হল। বৰ্ণনা শেষ হলত তেওঁলোকে আলফ্ৰেডৰ ওচৰলৈ গল আৰু ব্ৰাইডেনে কলে—"আমি এতিয়া বিদায় হে লব খোজোঁ। আপুনি অলিভিয়াৰ নিমিত্তে কোনো চিন্তা নকৰিব। ঈশ্বৰৰ আশীৰ্ব্বাদত আৰু ১৫-১৬ দিন মানতে কাৰ্য্য সিদ্ধি হবৰ আগন্তুক।"

আলফ্ৰেডে করুণ লোচনেৰে ব্ৰাইডেনক চাই কবলৈ ধৰিলে "মিঃ ব্ৰাইডেন, যদি মোৰ অলিভিয়াক আপুনি উদ্ধাৰ কৰিব পাৰে, তেনেহলে আপোনাক ১০০ পাউণ্ড পুৰস্কাৰ দিয়া যাব।"

ব্ৰাইডেনে "সেইটো বাৰু পিছৰ কথা" বুলি কৈ চাৰ্লচক লগত লৈ প্ৰস্থান কৰিলে।

বাটলৈ ওলায়েই তেওঁলোকে অলপ দূৰত জেম্‌চক দেখা পালে। তেতিয়া চাৰ্লচে ব্ৰাইডেনক সেইজনেই জেম্‌চ বুলি কোৱাত ব্ৰাইডেনে জেম্‌চক ভালকৈ চিনি ৰখাই ললে।

ৰাতি ৭ বাজিছে। সেই সময়ত ব্ৰাইডেনে এটি সামান্য দুখীয়া মানুহৰ সাজ-পোছাক পিন্ধি চাৰ্লচৰ ঘৰৰপৰা বাজ হল। আৰু বাজ হৈয়েই জেম্‌চৰ ঘৰমুৱা হৈ যাবলৈ ধৰিলে। ঘৰৰ ওচৰ পাই গুপুতৰূপে জেম্‌চ ঘৰত নাই বুলি জানিব পাৰি বাটে বাটে যাবলৈ ধৰিলে। প্ৰায় আধামাইলমান গৈ এডোখৰ গছনিৰ তলত উপস্থিত হলত ওচৰতে দুজন মানুহ দেখা পালে। কিন্তু অতি সংগোপনে লুকাই লুকাই অলপ আগবঢ়া মাত্ৰেই সেই মানুহ দুজনক আৰু দেখা নাপালে। তেতিয়া তেওঁ ইফালে সিফালে ভালকৈ অনুসন্ধান কৰি চাই ক'তো দেখা নাপাই বেগেৰে আগ বাঢ়ি যাবলৈ ধৰিলে। কিন্তু তেওঁৰ চেষ্টা বিফল হোৱা গতিকে তেওঁ উভতি আহিবলৈ বাধ্য হল। অৱশেষত জেম্‌চৰ ঘৰৰ ওচৰ পাই মনে মনে অনুসন্ধান কৰি জেম্‌চক ঘৰৰ ভিতৰতে দেখি চাৰ্লচৰ ঘৰলৈ উভতিল। বাটত আহি থাকোঁতেই তেওঁৰ ওচৰেদি এটা শকত-আৱত মানুহে তেওঁৰ ওপৰত এটি তীব্ৰ দৃষ্টি পেলাই গম্ গম্ কৰে গুচি গল। তেৱোঁ লাহে লাহে সেই ফালেই যাবলৈ ধৰিলে। কিছু দূৰ গৈ সেই মানুহটো নিজৰ ঘৰৰ ভিতৰত সোমাল। তেতিয়া ব্ৰাইডেনে অলপ আঁতৰৰপৰাই ঘৰটো ভালমতে চাই লৈ চাৰ্লচৰ ঘৰত উপস্থিত হলহি আৰু চাৰ্লচক এই সকলো কথা কোৱাত চাৰ্লচে সেইটো গ্ৰীয়াৰ্চন নামেৰে এটা দুষ্ট মানুহৰ ঘৰ বুলি কলত ব্ৰাইডেনৰ সন্দেহ বাঢ়িল। কিন্তু সেই দিনাৰপৰা জেম্‌চ আৰু গ্ৰীয়াৰ্চনক ঘৰৰ বাহিৰ হোৱা ব্ৰাইডেনে নানা অনুসন্ধান কৰিও দেখা নাপালে।

ব্ৰাইডেনে তাৰ পিছত ক্ৰমান্বয়ে ৪।৫ দিন গুপুতৰূপে অনুসন্ধান কৰিও তাত অলিভিয়াৰ একো শুংসূত্ৰ উলিয়াব নোৱাৰি লণ্ডনত বিচাৰ কৰিবলৈ ঘৰলৈ যাত্ৰা কৰিলে। ইফালে আলফ্ৰেড, তেওঁৰ ঘৈণীয়েকে আৰু চাৰ্লচে অলিভিয়াৰ নানা বিপদ আশঙ্কা কৰি শোকত ম্ৰিয়মাণ হল।

(৭)

অলিভিয়াক পাবগুইঁতে ধৰি নি লণ্ডনৰ এটি গুণ্ডাৰ দলৰ মানুহক গতাই দিয়া আৰু সিহঁতে অলিভিয়াক এটি

অন্ধকাৰময় সৰু ঘৰত বন্দী কৰি ৰখোৱা পাঠকৰ অবিদিত নাই।

পিছদিনা ১২ মান বজাত যেতিয়া অলিভিয়াই জ্ঞান পাই চকু মেলিলে, তেতিয়া দেখিলে কি? দেখিলে, সুন্দৰ কাৰুকাৰ্য্যময় অট্টালিকাৰ পৰিবৰ্ত্তে এটি সংকীৰ্ণ অন্ধকাৰময় ঘৰত তেওঁ আবদ্ধ! তেওঁৰ মূৰত আকাশী-চৰগ ভাগি পৰিল ; ভয়ত শৰীৰ ৰোমাঞ্চিত হল আৰু টাঁচ কৰে মাটিত মূচ্ছ কচ গৈ পৰিল। সেই সময়ত এজনী প্ৰায় ৩০ বছৰীয়া মাইকীমানুহে লাহে লাহে সেই ঘৰৰ দুৱাৰ মেলি হাতত এডাল মম-বাঁতি জ্বলাই আৰু কিছুমান খাদ্য বস্তু লৈ সেই ঘৰত প্ৰৱেশ কৰিলে। কিন্তু প্ৰৱেশ কৰিয়েই অলিভিয়াৰ সেই অৱস্থা দেখি খণ্ডত একো নাই হৈ খোৱা বস্তু আৰু মম-বাঁতি ডাল "টেবোলত" ৰাখি অলিভিয়াক ডাঙি বিচনাত ধুপুৰ কৰে পেলাই ওচৰতে এখন চকিত বহিল।

বহুপৰৰ পিছত অলিভিয়াৰ চেতন আহিল। তেওঁৰ আৰু এই কাম দুৰ্দ্দান্ত জেম্‌চে কৰিছে বুলি বুজিবলৈ বাকী নাথাকিল। সি যি হওক, অলিভিয়া শিক্ষিতা। বিপদত ধৈৰ্য্য ধাৰণ নকৰিলে বহুত অপায় অমঙ্গলত পৰিব লাগিব বুলি জানি ধৈৰ্য্য ধাৰণ কৰি শোৱাৰপৰা উঠি বহিল। উঠা মাত্ৰেই সেই মানুহজনীয়ে খণ্ডেৰে "এইয়া তোৰ খাদ্য, খাব যদি সোনকালে খা" বুলি কৈ উত্তমৰূপে দুৱাৰ বন্ধ কৰি প্ৰস্থান কৰিলে।

তেতিয়া অলিভিয়াই বিছনাতে আঁঠু কাঢ়ি বিপদ-ভয়-ভঞ্জনকাৰী পৰমেশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে— "হে মঙ্গলময় জগদীশ, এই বিপদ-সমুদ্ৰত তুমিয়েহে একমাত্ৰ মোৰ আশ্ৰয়-তৰী। পৰমপিতা, এই বিপদপতিতা অনাথিনীহে একমাত্ৰ মোৰ আশ্ৰয়-তৰী। পৰমপিতা, এই বিপদপতিতা অনাথিনীক এই সঙ্কটৰপৰা উদ্ধাৰ কৰাঁ। নাজানো পাপিষ্ঠইঁতে কি কৰে। নিজক ৰক্ষা কৰিবৰ নিমিত্তে হৃদয়ত যথেষ্ট বল দিয়াঁ আৰু মোক বন্দী কৰি ৰখোৱা নাৰকীইঁতক পাপৰ ভীষণ পৰিণাম প্ৰদান কৰাঁ।"

তাৰ পিছত অলিভিয়া বিছনাৰপৰা উঠি ভোক লঘোনত ক্লান্ত হোৱা গতিকে থৈ যোৱা খাদ্য অলপ খালে। সেই সময়ত সেই তিৰুতামানুহজনী, খাই বাকী থকা খাদ্য আৰু মম-বাঁতিডাল নিবলৈ সেই ঘৰৰ ভিতৰত সোমাল।

অলিভিয়াই কিছু পৰ সেই মানুহজনীলৈ চাই কবলৈ ধৰিলে—"মোক নো ইয়াত কোনে কি অভিপ্ৰায়ে থৈছে?

"বিদ্ৰূপৰ হাঁহি মাৰি মানুহজনীয়ে কলে "কোনে আৰু কি অভিপ্ৰায়ে তোৰ এতিয়া শুনিবৰ প্ৰয়োজন নাই—আৰু প্ৰয়োজন হলেও তোক কব নোৱাৰোঁ। বাৰু তই কচোন, চাৰ্লচৰ বাহিৰে আৰু অন্য কি তোৰ প্ৰণয়ৰ উপযুক্ত নহয়?"

অলিভিয়াৰ দুই চকুৰেদি অশ্ৰু ববলৈ ধৰিলে। তেওঁ কিছু পৰ মৌন হৈ থাকি এটি মৰ্ম্মভেদী হতাশব্যঞ্জক দীঘল হুমুনিয়াহ ছাৰি কবলৈ ধৰিলে—"বুজিলোঁ, বুজিলোঁ, পাষণ্ড জেম্‌চ তোৰ কাৰ্য্যকলাপ বুজিলোঁ। কিন্তু নৰধম, নিশ্চয় জানিবি তোৰ আশা কেতিয়াও সফল নহয়। মোৰ হৃদয়ত এটুপি তেজ থাকে মানেও তই মোক ছুব নোৱাৰ। পাষণ্ড, চাৰ্লচৰ ভৰিৰ আঙুলি এটিৰো তই যোগ্য নহৱ।"

মানুহজনীয়ে হাঁহি হাঁহি কবলৈ—"অৱশ্যে, কিন্তু অলিভিয়া যদি তই তোৰ মঙ্গল চাব তেনেহলে চাৰ্লচক পৰিত্যাগ কৰ। নিশ্চয় জানিবি, ইয়াত অস্বীকাৰ কৰিলে মৰণ তোৰ সন্নিকট।"

গম্ভীৰ ভাৱে অলিভিয়াই কলে "চাৰ্লচক পৰিত্যাগ? প্ৰাণ যাওঁক সিয়ো স্বীকাৰ"।

মানুহজনীয়ে "বাৰু দেখা যাব" বুলি কৈ, খাই এৰা খাদ্যবোৰ আৰু মম-বাঁতিডাল লৈ পূৰ্ব্ববতে দুৱাৰ বন্ধ কৰি প্ৰস্থান কৰিলে।

অলিভিয়াই সেই এন্ধাৰতে ভগবানক চিন্তি বিছনাত পৰি থাকিল।

এইদৰে ছদিন গল ; কিন্তু এদিনলৈকে অলিভিয়াই জেম্‌চক দেখা নাপালে। অলিভিয়া শোক দুখ আৰু অনিদ্ৰাত ক্ষীণাই যাবলৈ ধৰিলে।

(৮)

ব্ৰাইডেনে নানা ৰকমে লণ্ডনত অলিভিয়াৰ বিচাৰ কৰিলে, কিন্তু কতো অলিভিয়াক নাপালে। তথাপিও তেওঁ নিৰাশ নহল। এদিন প্ৰায় ৰাতি দহবজাৰ সময়ত ব্ৰাইডেন অলিভিয়াক বিচাৰ কৰিবৰ মনেৰে ছদ্মবেশে ঘৰৰপৰা বাজ হল। কিছু দূৰ গৈ হঠাৎ এবাৰ জনতাৰ মাজত জেম্‌চ আৰু তেওঁৰ লগৰীয়া এজনক তেওঁ দেখা পালে। সেই লগৰীয়াজন উইলমট। ব্ৰাইডেনে সেই জনতাৰ

মাজতে সোমাই সিহঁতৰ পিছ ধৰিলে। অবশেষত সিহঁতে এটা সঙ্কীর্ণ আৰু অন্ধকাৰ বাট ধৰিলে; মিঃ ব্রাইডেনেও সিহঁতৰ অলক্ষিতে সিহঁতৰ পিছে পিছে যাবলৈ ধৰিলে। এই দৰে কিছু দূৰ গৈ জেম্‌চ আৰু উইল্‌মটে তৎক্ষণাৎ কেউফালে মানুহ-দুনুহ চাই কাকো দেখা নাপাই এটা ঘৰৰ ভিতৰত প্ৰৱেশ কৰি উত্তমৰূপে দুৱাৰ বন্ধ কৰিলে। ব্রাইডেনে তাত মনে মনে প্ৰৱেশ কৰিবৰ উপায় নেদেখি বাটৰ ওচৰৰে এজোপা গছৰ তলত সিহঁতলৈ অপেক্ষা কৰি লুকাই থাকিল।

সেই ঘৰটোৰ পিছতে অলিভিয়াক বন্দী কৰি থোৱা ঘৰ। সেই অন্ধকাৰ ঘৰটোক কেউফালে গুণ্ডাদলৰ ঘৰে বেৰি আছে। জেম্‌চ আৰু উইল্‌মট প্ৰথমে সোমোৱা ঘৰটোতে ৰহিল। অনতিবিলম্বে সেই মানুহজনী আৰু এটা ভীষণ আকৃতিৰ পিশাচ সদৃশ বলী মানুহ সিহঁতৰ আগত উপস্থিত হ'লহি আৰু উইল্‌মটৰ পৰা জেম্‌চৰ পৰিচয় পাই চকুৰ ঈঙ্গিতত জেম্‌চক সিহঁতৰ পিছ ধৰিবলৈ কলে। উইল্‌মট সেই ঘৰটোৰ ভিতৰতে থাকিল। জেম্‌চে সিহঁতৰ পিছে পিছে গৈ অলিভিয়াক বন্দী কৰি থোৱা ঘৰটো পালেগৈ। তেতিয়া সেই তিৰুতা মানুহজনীয়ে এডাল মম-বাঁতি জ্বলাই গৈ দুৱাৰ মুকলি কৰি ভিতৰ সোমাল আৰু জেম্‌চক ভিতৰলৈ আহিবলৈ ইঙ্গিত কৰিলে। জেম্‌চ ভিতৰ সোমোৱা মাত্ৰকতে তিৰুতা মানুহজনীয়ে মম-বাঁতিডাল মেজত থৈ, দুৱাৰ মুকলি কৰিবৰ হলে টুক-টুক কৰে শব্দ কৰিবলে কৈ পূৰ্ব্ববৰতে দুৱাৰ বন্ধ কৰি গুচি গল। আৰু উইল্‌মটক অন্য এটা ঘৰলৈ মাতি নি মদৰ "মজ্‌লিছ্‌ত" বহিল।

সেই সময়ত অলিভিয়াৰ দুখে শোকে অলপ টোপনি আহিছিল। এতিয়া তেওঁৰ ঘৰত মানুহ সোমোৱাৰ গম পাই তেওঁ সাৰ পালে। তেওঁ চকু মেলি চাই আগতে পিশাচ জেম্‌চক দেখা পাই, বিছনাতে বহি কবলৈ ধৰিলে "পিশাচ জেম্‌চ, এয়ে তোৰ হৃদয়-ভৰা প্ৰেম! এয়ে তোৰ পৱিত্ৰ প্ৰণয়ৰ চিনাকী? নৰাধম, মই তোক কি জগৰ লগালোঁ যে তই মোক এনে নিকৰুণ ভাৱে বন্দী কৰি ৰাখিছ? নৰকৰ কীট! তই নিশ্চয় জানিবি ইয়াৰ সমুচিত প্ৰতিফল ঈশ্বৰে তোক প্ৰদান কৰিব। পিশাচ, তোৰ নিচিনা শত শত জেম্‌চ আহিলেও মোৰ কেশাগ্ৰও স্পৰ্শ কৰিব নোৱাৰ। নৰাধম, আগৰপৰা দূৰ হ!"

"এটি ব্যঙ্গসূচক হাঁহি মাৰি জেম্‌চে কলে "আগৰপৰা দূৰ হম?"

পুনৰ গৰ্জ্জি গৰ্জ্জি অলিভিয়াই কবলৈ ধৰিলে— "পিশাচ! নিজক ৰক্ষা কৰিবৰ নিমিত্তে আজি মোৰ হৃদয়ত যথেষ্ট ব'ল আছে, আত্মহত্যা কৰিও নিজৰ সতীত্ব ৰাখিম। পাপিষ্ঠ! তথাপিও তই বল প্ৰকাশ কৰিব নোৱাৰিবি।"

অলিভিয়াৰ এই ৰূঢ় বাক্যত যদিও জেম্‌চৰ খং উঠিল, তথাপিও শান্তভাৱ ধাৰণ কৰি জেম্‌চে কবলৈ ধৰিলে "অলিভিয়া, ক্ষান্ত হোৱাঁ, ইমান ৰাগ প্ৰকাশ কৰিলে নচলিব। জানাই তো মই কি ধৰণৰ মানুহ? অলিভিয়া, তুমি মোৰ হোৱাঁ। তোমাক আৰু চাৰ্লচে উদ্ধাৰ কৰিব নোৱাৰে। চাৰ্লচৰ আশা পৰিত্যাগ কৰাঁ"।

"চাৰ্লচৰ আশা পৰিত্যাগ কৰিম? এই হৃদয়ত প্ৰাণ থকালৈকে কেতিয়াও চাৰ্লচৰ আশা পৰিত্যাগ নকৰোঁ।"

গম্ভীৰভাৱে জেম্‌চে কলে "বৃথা দম্ভ। যদি তুমি মোৰ নোহোৱা, তেনে হলে মোৰ প্ৰণয় পথৰ কণ্টক, চাৰ্লচক নিশ্চয় হত্যা কৰিম।"

অলিভিয়াৰ সৰ্ব্বাঙ্গ কঁপি গল। তেওঁ কলে "জেম্‌চ, পিশাচ জেম্‌চ, তোৰ নিচিনা পিশাচৰে তেনে কাৰ্য্য সম্ভৱ। নৰাধম, মোক নো হত্যা নকৰি কিয় অপেক্ষা কৰি আছ?"

"আহা, তোমাক হত্যা কৰিম? অসম্ভৱ।"

"তোৰ নিচিনা পাষণ্ডৰ একো অসম্ভৱ নহয়।"

"বাৰু সম্ভৱ অসম্ভৱ সি পিছৰ কথা। এতিয়া অলিভিয়া, মোৰ বহুদিনৰ বাঞ্ছিত আশা পূৰণ কৰাঁ।" এইবুলি বল প্ৰকাশ কৰিবৰ নিমিত্তে জেম্‌চ অলিভিয়াৰ ওচৰ চাপি গল। অলিভিয়াই তৎক্ষণাৎ বিছনাতে থিয় দি জেম্‌চৰ বুকুত এটি গোৰ শোধালে।

জেম্‌চৰ চকুৰেদি অগ্নিস্ফুলিঙ্গ বাজ হল। "কি ইমান স্পৰ্দ্ধা"? বুলি জেম্‌চে পকেটৰপৰা এটি পিস্তল বাহিৰ কৰিলে। তাৰ পিছত অলপ পৰ ভাবি পুনৰ সেই পিস্তলটো পকেটত ভৰাই দুৱাৰত শব্দ কৰিলে, অনতিবিলম্বে দুৱাৰ মুকলি হল। তেতিয়া জেম্‌চ বাহিৰ ওলাই উইল্‌মট আদিৰ লগ লাগিলহি। জেম্‌চে মদ

আনিবলৈ ধন দি উইল্‌মটৰ আগত সকলো কথা বেকত কৰিলে। কেৱল মাথোঁ বুকুত গোৰ মৰা কথাটি বাদ ৰল।

যথাসময়ত মদ আহিল ; আৰু তাৰ লগে লগে আৰু তিনি চাৰি জন মানুহো উপস্থিত হলহি। সকলোৱে মিলিজুলি মদৰ আদ্যশ্ৰাদ্ধ কৰা হলত উইল্‌মট আৰু জেম্‌চ ঘৰৰপৰা বাজ হল। বাজ হোৱা মাত্ৰেই এখন গাড়ী উপস্থিত হলহি। জেম্‌চে গাড়ীত উঠি উইল্‌মটক সম্বোধি কলে "কি উইল্‌মট, যদি কালিলৈকো আজিৰ দৰে অলিভিয়াই অস্বীকাৰ কৰে তেনেহলে নিশ্চয় হত্যা কৰিম।"

এই কথা গছৰ তলত লুকাই থকা ব্ৰাইডেনৰ কাণত পৰিল আৰু অলিভিয়াৰ সম্ভেদ জানিব পাৰি আনন্দত প্ৰাণ উথলি উঠিল।

অনতিবিলম্বে গাড়ী এৰি দিলে। উইল্‌মট পদব্ৰজে বাটে বাটে যাবলৈ ধৰিলে। মিঃ ব্ৰাইডেনেও তেওঁৰ পিছ ল'লে, কিন্তু কিছু দুৰ গৈ অন্ধকাৰত বিলীন হোৱা দৰে উইল্‌মট অদৃশ্য হল।

ব্ৰাইডেনে উইল্‌মটক আৰু দেখা নাপাই ওচৰৰে এখন গাড়ী কেৰেয়াকৈ লৈ নিজ গৃহাভিমুখে যাত্ৰা কৰিলে। ৰাতিপুৱা হলত ব্ৰাইডেনে চাৰ্লচক চিঠিৰে অলিভিয়াৰ সম্ভেদ আৰু হৈ যোৱা সকলো ঘটনা অৱগত কৰালে আৰু তেওঁক জেম্‌চ আদিয়ে খবৰ নোপোৱাকৈ লণ্ডনলৈ আহিবলৈকো চিঠি লিখিলে।

যথাসময়ত চাৰ্লচ আহি ব্ৰাইডেনৰ ঘৰত উপস্থিত হলহি। তেতিয়া দুয়ো পৰামৰ্শ কৰি থানালৈ গল আৰু থানাৰ অধ্যক্ষক সকলো ঘটনা কৈ ছটা পুলিচ কৰ্ম্মচাৰী ঠিক ৰাখিলে।

ৰাতি প্ৰায় ১২ বজা। কুঁৱলিয়ে অন্ধকাৰ কৰি থৈছে। সেই সময়ত চাৰ্লচ আৰু দুজনে পুলিচ কৰ্ম্মচাৰী লগত লৈ ব্ৰাইডেনে ডিটেক্টিভৰ সাজেৰে যাত্ৰা কৰিলে। যথাসময়ত তেওঁলোক আহি সেই গুণ্ডাদলৰ ঘৰৰ ওচৰ পালেগৈ। তেতিয়া ব্ৰাইডেনে চাৰ্লচ আৰু পুলিচ কৰ্ম্মচাৰী কিজনক কোনেও নেদেখাকৈ গুপ্তভাৱে তাতে লুকাই থাকিবলৈ আৰু "হুইচেল" দিলেই সেই ঘৰত প্ৰৱেশ কৰিবলৈ কৈ তেওঁ সেই ঘৰৰ সমুখৰ এজোপা গছৰ তলত লুকাই থাকিল। এনে সময়তে এখন গাড়ী আহি তাত উপস্থিত হলহি। তেতিয়া জেম্‌চ আৰু গ্ৰীয়াৰ্চনে কেউফালে এবাৰ চকু ফুৰাই চাই গাড়ীখনক তৎক্ষণাৎ বিদায় দি সেই ঘৰৰ ভিতৰত সোমাল।

আজি সেই আড্ডাত গোয়েন্দাবোৰ নাছিল। সিহঁতে কোনো এঠাইত লুট কৰিবলৈ আগেয়েই ঘৰৰপৰা বাজ হৈছিল। মাথোন ৰল এটি গুণ্ডা আৰু আগৰ পৰিচিতা সেই দুৰ্দ্দান্ত মাইকীমানুহজনী। সিহঁতে জেম্‌চক দেখা পাই তৎক্ষণাৎ অলিভিয়াক বন্দী কৰি থোৱা ঘৰৰ ভিতৰত সুমাই দি পূৰ্ব্ববতে দুৱাৰ বন্ধ কৰি তিনিও অন্য এটা ঘৰলৈ গৈ মদ খোৱাত প্ৰবৃত্ত হল।

ব্ৰাইডেনে অতি সংগোপনে সমুখৰ ঘৰটোৰ ওচৰলৈ গৈ এটি সৰু ছিদ্ৰই দি চাই ভিতৰত কাকো নেদেখি লাহে লাহে ভিতৰৰপৰা বন্ধ কৰি থোৱা দুৱাৰখন বহু যত্নেৰে মুকলি কৰি ভিতৰ সোমাল। আৰু সোমায়েই তাত জ্বলি থকা লেম্পটো নুমাই আগবাঢ়ি গৈ সিখন দুৱাৰৰ ওচৰত ৰলগৈ। তাৰপৰা নিবিষ্টচিত্তে ভিতৰৰ কিবা কথাবতৰা শুনিবৰ অভিপ্ৰায় কৰি থাকিল। বহুপৰৰ পিছত এবাৰ অস্পষ্টকৈ "চাওঁ তোক কোনে স—" বুলি এটা শব্দ তেওঁৰ কাণত পৰিল। তেওঁ আৰু কালবিলম্ব নকৰি "হুইচেল" দি একে গোৰেই দুৱাৰ ভাঙি আগবাঢ়িল। দুৱাৰ ভঙা শব্দ গ্ৰীয়াৰ্চন আদিৰ কাণত পৰিল আৰু তেতিয়াই তিনিও পিস্তল লৈ সেই ঘৰৰপৰা বাজ হল। ইফালে ব্ৰাইডেন আগবঢ়া মাত্ৰেই এটি পিস্তলৰ গুলি তেওঁৰ কাণৰ ওচৰেদি সোঁ সোঁ কৰে গুচি গল। তাৰ পিছত আৰু এটি, সিয়ো লক্ষ্যভ্ৰষ্ট। ঠিক সেই সময়তে চাৰ্লচ আৰু ছজন পুলিচ কৰ্ম্মচাৰী আহি সেই ঠাইত উপস্থিত হলহি। তেওঁলোকক দেখা মাত্ৰেই গ্ৰীয়াৰ্চন সেই মানুহটো আৰু মানুহজনী কলৈ পলাল আৰু সিহঁতক বিচাৰি পোৱা নহল।

সিফালে দুৱাৰ ভঙাৰ শব্দ শুনা মাত্ৰেই জেম্‌চে প্ৰমাদ গণি বন্ধ কৰি থোৱা দুৱাৰত শব্দ কৰিলে টুক্ টুক্ টুক্। কিন্তু কোনে খোলে? অগত্যা ভয়ত বিহ্বল হৈ দুৱাৰত সজোৰে পদাঘাত কৰিলে। তিনিটা পদাঘাতত দুৱাৰ ভাগিল ; আৰু বাজ হৈয়েই আগতে সাত জন (ব্ৰাইডেনৰে সৈতে) পুলিচ কৰ্ম্মচাৰী আৰু চাৰ্লচক দেখা পাই তেওঁৰ মূৰ ঘূৰি গল। উদ্ধাৰৰ উপায় নাই জানি

পুলিচে ধৰিবলৈ নৌ পাওঁতেই ধিক্কাৰত নিজৰ মুৰ লক্ষ কৰি জেম্‌চে পিস্তল এৰিলে। লক্ষ অব্যৰ্থ হল আৰু অনতিবিলম্বে জেম্‌চ মাটিত টাঁচ্ কৰে পৰি গল। তেতিয়া ব্ৰাইডেন আৰু চাৰ্লচে লৰালৰিকৈ জেমচক ডাঙি নি বাহিৰৰ ঘৰটোৰ এখন বিছনাত শুৱাই, এজন পুলিচ কৰ্ম্মচাৰীক চৰ্কাৰী ডাক্তৰ মাতিবলৈ পঠালে। কিন্তু পঠিবাৰ দুই চাৰি মিনিটৰ পিছতে জেম্‌চৰ প্ৰাণ-বায়ু অনন্ত বায়ুৰ লগত মিহলি হল। পাপৰ পৰিণাম ঘটিল।

জেম্‌চক তাতে এৰি চাৰ্লচ আৰু ব্ৰাইডেনে অলিভিয়াক বন্দী কৰি থোৱা ঘৰৰ ভিতৰত সোমাল আৰু সোমায়েই অলিভিয়াক দেখা পাই চাৰ্লচে প্ৰাণৰ অলিভিয়া বুলি সাবটি ধৰিলে। অলিভিয়াৰ এতিয়াহে শোকৰ মাত্ৰা বেছি হল। কিছুপৰ দুয়ো ডিঙিত ধৰাধৰিকৈ কান্দি শোক উপশম কৰিলে। তাৰ পিছত দুয়ো আনন্দ মনেৰে ব্ৰাইডেনৰ লগত এখন গাড়ী কেৰেয়া কৰি লৈ ব্ৰাইডেনৰ ঘৰলৈ যাত্ৰা কৰিলে।

পুলিচ কৰ্ম্মচাৰী কিজন তাতে সেই ঘৰবোৰ পহৰা দি থাকিল।

জেম্‌চৰ মৰা-শ হাস্পতাললৈ পঠিবা হল।

পিছ দিনা পুলিচ কৰ্ম্মচাৰী কিজনে গুণ্ডাদলৰ ঘৰ পৰীক্ষা কৰি একো নাপাই গুচি গল।

## সামৰণি

পিছদিনা ৰাতিপুৱাই চাৰ্লচ অলিভিয়া আৰু ব্ৰাইডেনে গাড়ীত উঠি অলিভিয়াৰ ঘৰলৈ গল। বহুদিনৰ পাছত হেৰোৱা অলিভিয়াক পাই মাক বাপেকৰ আনন্দৰ সীমা নোহোৱাত পৰিল।

ব্ৰাইডেনে উইল্‌মটৰ ঘৰ সেই গাঁৱতে জানি কোনেও নজনাকৈ তেতিয়াই ওচৰৰ থনাৰ সহায় লৈ উইল্‌মটক গ্ৰেপ্তাৰ কৰিলে। আৰু গ্ৰীয়াৰ্চনক বহু অনুসন্ধান কৰি অৱশেষত লণ্ডনতে ধৰা পেলালে। বিচাৰত দুয়োৰো দুবছৰ দুবছৰ ফাটক হল।

গুণ্ডাদলক আৰু বহু অনুসন্ধান কৰিও বিচাৰি পোৱা নগল।

বৃদ্ধ আলফ্ৰেডে আৰু তেওঁৰ ঘৈণীয়েকে কৃতজ্ঞতাজনিত চকু-লো টুকি মিঃ ব্ৰাইডেনক কলে "মিঃ ব্ৰাইডেন, আপুনিয়েই আমাৰ কন্যাৰ উদ্ধাৰকৰ্ত্তা আৰু জীৱনৰক্ষক। এই জনমত তাৰ ধাৰ শুজিব নোৱাৰোঁ। আশা কৰোঁ আমাৰ এই ক্ষুদ্ৰ দান আনন্দ মনেৰে গ্ৰহণ কৰি বাধিত কৰিব। এই বুলি এটি বহুমুলীয়া ঘৰী আৰু ২০০ পাউণ্ড আগবঢ়াই দিলে। মিঃ ব্ৰাইডেনে ক্ষমা খুজি, লবলৈ অস্বীকাৰ কৰিলে। কিন্তু অলিভিয়াৰ বিশেষ অনুৰোধত তেওঁ ঘৰীতি লবলৈ বাধ্য হল।

যথাসময়ত মহাসমাৰোহেৰে চাৰ্লচ আৰু অলিভিয়াৰ বিবাহ হৈ গল। বিবাহৰ এবছৰ মানৰ পিছতে আলফ্ৰেড আৰু তেওঁৰ ঘৈণীয়েকৰ মৃত্যু হল, গতিকে উইল অনুসৰি তেওঁলোকৰ সকলো সম্পত্তি চাৰ্লচৰ হাতত পৰিল।

দম্পতিদ্বয়ে পবিত্ৰ দাম্পত্য প্ৰেম উপভোগ কৰি সুখেৰে কাল কটাবলৈ ধৰিলে।

শ্ৰীমহীচন্দ্ৰ বৰা।

# বাঁহীলৈ চিঠি।

বাঁহীত দিয়া বৰটোকোলাৰ চিত্ৰটিৰ বাবে আপোনালৈ নে বৰবৰুৱালৈ শলাগ ডাকত দিম লেখিব। বৰবৰুৱা আৰু সম্পাদক একেজন মানুহ নে দুজন বেলেগ মানুহ জানিবলৈ দি বাধিত কৰিব ; আমি বিমোৰত পৰি আছোঁ।

উলটি অহা ভি, পি, ৰ টকা খোৱা
"পোহৰী" সম্পাদক

*

আপোনাক নো দ্বিতীয় বছৰৰ একাদশ সংখ্যা বাঁহী ভি, পি, কৰিবলৈ কোনে বুধি দিছিল? অলপ বৈ দ্বাদশ সংখ্যা ওলাই যোৱাৰ পিছত তৃতীয় বছৰৰ ১ম সংখ্যা ভি, পি, কৰাহেঁতেনেই দেখোন একাদশ দ্বাদশ দুই সংখ্যা চলি যায়। নিজৰ বুধিৰ দোষত ঠগ খাই মৰে, আৰু জগৰ লাগে আমাৰ গাত। "আপোনাৰ দোষে মৰে বিৰাতৰ ভাই। ডাক দিয়ে ভীষ্মে মোত কোনো দোষ নাই।।"

এজন একাদশ স্কন্ধ বাঁহী পঢ়িব নোখোজা গ্ৰাহক।

*

মই ১০ খন বাঁহী বিনামুল্যে লৈ একাদশখন ওভোতাই দিয়াত আপুনি বিষম পাইছে। আপুনি মোৰ ২০ খন কবিতা বিনামুল্যে লৈ এখনো বাঁহীৰ পাতত নুলিৱা বাবে মই হবলা বিষম পোৱা নাই? মোৰও তেজ মঙহৰ শৰীৰহে। ছাঁটোক লাথি মাৰিবলৈ ভৰি ডাঙিলে ছাঁটোৱেও ডাঙে, এই খোলোচা কথা।

ভি, পি, নিগিলা গ্ৰাহক।

*

বাৰ বাৰ তিনিবাৰ মই সভাপতি হৈ বক্তৃতা কৰা বক্তৃতাৰে সৈতে সভাৰ "প্ৰচিডিং" বাঁহীত ছপা কৰিবলৈ পঠিয়ালোঁ, তুমি তাৰ ভুকে নললা। এতিয়া তোমাক বাঁহীৰ বেচ লাগে। ফুঃ।

ভি, পি, সভাপতি।

*

বাঁহীয়ে আমাৰ জাতৰ মানুহক শিয়াঁৰি থাকিব, আৰু বাঁহীক আমি পইচা দি থাকিম? "ভালাৰে ভালা।"
শ্ৰীনাঙলচন্দ্ৰ দাস।

*

বাঁহীত সমালোচনা কৰিবলৈ পঠিৱা মোৰ কিতাপখনৰ তুমি দোষ উলিয়াইছিলা কিয়? আনবোৰ কাকতে দেখোন তাৰ দোষকে নেদেখিলে। তোমাৰ হে চকু আছে, তেওঁলোকৰ নাই নে কি? হিংসক বাঁহীক আকৌ পইচা লাগে। বেচ নিবিচৰাকৈ তুমি কলিযুগৰ শেহলৈকে তোমাৰ বাঁহী পঠিয়াই থাকিলেও মই লৈ থাকিম; পইচা বিচাৰিলেই কঁকালৰ যোৰাত মাৰ পাবা।

জেতুকী নাটকৰ গ্ৰন্থকাৰ।

*

বাঁহীৰ সম্পাদকে "শঙ্কৰদেৱ" কিতাপ লেখি শূদ্ৰিৰ শঙ্কৰদেৱক জখলাৰ খোপত তুলি দিলে ; বাঁহীতো সেই শূদ্ৰিৰ চৰিত্ৰ ছপাই বামুণক অপমান কৰিব লাগিছে ; শঙ্কৰক অসমীয়া সাহিত্যৰ আদিগুৰু বুলিছে ; বামুণে লেখা আৰু নেলেখা অসমীয়া পুথিবোৰ পিছৰ শাৰীলৈ ঠেলিছে ;—এনেটো মানুহৰ দ্বাৰাই সম্পাদিত বাঁহী পঢ়াসকলৰ নিমিত্তে শূলপাণিত চান্দ্ৰায়ণ প্ৰায়শ্চিত্তৰ ব্যৱস্থা আছে। কিমধিকমিতি।

শ্ৰীগজেন্দ্ৰনাৰায়ণ ন্যায়বাগীশ তৰ্কালঙ্কাৰস্য।

*

পেটাল বৰবৰুৱাৰ হতুৱাই সম্পাদকে আমাৰ "কাইব" বোৰ খৰি দিয়ালে ; আমাক "কাইব" লেখিব নিদিয়ে ; "কৃটিক" হব নিদিয়ে; আমাক দিগ্‌দাৰি কৰি থকা দুষ্ট মাষ্টৰক আমি আলিৰ দাঁতিত খাপ লৈ থাকি দুভুকু এভুকু লগোৱা দেখিলে আমাক নিন্দা কৰে ; আমাৰ ভিতৰত ওখ খাপৰ "প্লেটনিক লভৰ" বিকাশ দেখিলে নাক কোঁচায়, অথচ নিজে দিনে ৰাতিয়ে প্ৰেমৰ কবিতা লেখি কবি হৈ ফুৰে ;—এনেজন সম্পাদকৰ বাঁহী আমিও খৰি দিওঁ।

শ্ৰীবসন্তকোকিল শৰ্ম্মা, চেকেণ্ড ক্লাচ।

*

সম্পাদক দেও, আমি উধনীয়া ডাঙৰীয়া একোজন ৰায় বাহাদুৰ হবৰ আশাত ইয়াতে একান্ত মনে বহি আছোঁ, তথাপি তুমি আজিলৈকে আমাৰ হৈ তোমাৰ কাকতত একেষাৰ লেখা নাই। আমাৰপৰা তুমি কোনখন মুখেৰে বাঁহীৰ বেচ বিচাৰা হেঁ? ঘূৰি ডাকত এই কথা জানিবলৈ দিবা।

শ্ৰীওফোন্দচন্দ্ৰ বৰা (লেট্-হেন্-তেন)

মই আসামৰ সাত-ঘৰীয়া অমুকৰ ঘৰৰ সন্ততি। মোক এই ঠাইৰ সকলোৱে জানে। মই লকেল বৰ্ডৰ মেম্বৰ, মৌনিচেলাপেটিৰ কমিচনৰ, জুৰৰ, ভূচৰ, খেচৰ, লালুং সভাৰ পঁচা তোলা, তুলি খৰচ কৰা, আৰু লালুংসকলৰ অভাৱ ৰজাৰ কৰ্ণগোচৰ কৰা চেক্ৰেটৰি ; কেয়াঁমুদি গুৱাল দোকানী পোহাৰী সকলোৱে মোক ধাৰে বস্তু দিয়ে। আসামৰ ইমানবোৰ মানুহক ৰজাঘৰৰপৰা দিল্লীৰ দৰবাৰলৈ মাতিলে, অথচ মই ইয়াতে ভেকুৰি থাকিলোঁ, তথাপি মোৰ নামটো নিমন্ত্রিতসকলৰ তালিকাৰ ভিতৰত সুমাই দিবলৈ বাঁহীয়ে এষাৰ কথা নকলে, এনেবাঁহীৰ গ্ৰাহক হৈ থকাতকৈ বৰং মই মাগুৰমাছৰ মূৰৰ খোলাৰে গ্ৰাহক হৈ সুখে থাকিম সিও ভাল।

শ্ৰীপকাভেকুৰি বৰুৱা।

*

সম্পাদক দেও, আপোনাক যদি বাঁহীৰ বেচ লাগে, তেন্তে আপুনি নো আসামলৈ আহি আসামত থাকি বাঁহী নচলায় কিয়? আমি পইচাবোৰ দি থাকোঁ, আৰু আপুনি কলিকতাত খৰচ কৰি ডেকালি কৰি থাকক ;---সি কথা নেচেল!

শ্ৰীস্বদেশহিতৈষী দত্ত।

*

সম্পাদক ডাঙৰীয়া, শুনি আনন্দিত হলোঁ, যে আপোনাৰ বাঁহী লৈ বহুতে বেচ নিদিলে। মুৰ্খ বাঁহীৰ এনে হব বুলি মই আগৰেপৰা জানি আছিলোঁ। ইংৰাজী প্ৰবচন এটা আছে তাৰ মানে "মুৰ্খই ভোজ দিয়ে পঁড়িতে খায়।" কেইজন গ্ৰাহকে তেনে কৰিছে সেইটো হিচাপ কৰি পেলাই আপুনি আসামত পণ্ডিতৰ "চেন্‌চ্" লেখ কৰি উলিয়াই লৈ মিষ্টৰ গেইটলৈ পঠিয়াব।

পণ্ডিত শ্ৰীগৰ্গদেৱ শৰ্ম্মা বিদ্যাৰত্ন।

সম্পাদক মহাশয়, আপোনাৰ প্ৰকাশকক কৈ দিব, তেওঁ যেন ঘনে ঘনে আমাক পইচা খুজি অপমান কৰি নাথাকে। আৰুবেলি মই ভদ্ৰতা কৰি পইচা দিলোঁ দেখি আকৌ এইবাৰ চল পাই তেওঁ অভদ্ৰতা কৰি মোৰপৰা পইচা বিচাৰিছে! নিদিয়াহেঁতেন এই আপদে মোক নাপায়। ভালক ভালে নাপায় দেখিছোঁ। দেশৰ উপকাৰৰ অৰ্থে বাঁহী উলিয়াই আমাক দি পিছত বণিয়াৰ দৰে তাৰ বেচ খোজাটো অতি ---অতি! ইয়াক এক ৰকম ঠগোৱা বোলে। এই বণিয়া বাঁহীয়ে আমাৰ দুখীয়া মাতৃদেশৰ যি উপকাৰ কৰিব বুজা গৈছে। আপুনি কাকত এৰি হাঁহ পাৰৰ ব্যৱসায় নকৰে কিয়? তেতিয়া এটা ৰাজহাঁহত ১।।০ বাৰটা পাৰত, ১।।০, চাইটা পাতিহাঁহত ১।।০ কৈ পাব, আৰু আমি বেচ দি কিনি খালেও আমাৰ পেট ভৰিব। হায় হায়! কলৈ গল অৰুন্দই? ক'লৈ গল মঙ্গল দৈ? এতিয়া পৰিলোঁ আহি বাঁহী নে চাহিৰ পালত!

এজন গ্ৰাহক।

*

সম্পাদক ডাঙৰীয়া, মই---হাই স্কুলৰ চেকেণ্ড ক্লাচত পঢ়িছো। আমাক চতাই জৰা-বেজৰ ঘৰৰ বোলে। পিতাই বৰ্ত্তমান জীবিত। তেওঁৰ নাম সৰুৰাম মণ্ডল। মই তৃতীয় শ্ৰেণীলৈকে জিতৰাম দাস বুলিয়েই লেখি আহিছিলোঁ। কিন্তু দ্বিতীয় শ্ৰেণীলৈ প্ৰমোচন পাই মোৰ মনত খেলালে যে মই যেতিয়া বেজৰ ঘৰৰ লৰা, বেজ নেলেখোঁ কিয়? ইয়াকে গপি মই আজিকালি জিতৰাম বেজ লেখোঁ। কিন্তু অকল বেজটো কিবা খৰা যেন লাগে; সেইদেখি এইবাৰ প্ৰথম শ্ৰেণীলৈ উঠিয়েই বেজবৰুৱা লেখিম বুলি ভাবিছোঁ। আপুনিও বেজবৰুৱাৰ ঘৰৰ বেজবৰুৱা ; কিন্তু দেশহিতৈষী আৰু বৰ উদাৰ বুলি শুনিছোঁ ; সেইদেখি আপোনাক শুধিছোঁ যে মই বেজবৰুৱা লেখাত আপোনাৰ কিবা আপত্তি আছে নে? মোৰ মনেৰে থাকিবৰ কোনো কাৰণ নাই ; কাৰণ আপুনি যেতিয়া বঙ্গদেশতো উদাৰ চিত্তেৰে বেজবৰুৱাৰ বংশ প্ৰচাৰ introduce কৰিছে আমাৰ দুখীয়া অসমীয়াৰ প্ৰতি অনুদাৰতা দেখুৱাবই বা কিয়?

শ্ৰীজিতৰাম বেজ।

*

ডাঙৰীয়া, আপোনাৰ বাঁহীৰ গ্ৰাহকৰ কিতাপত মোৰ নাম সভাৰাম চেতীয়া আছে ; কিন্তু তৃতীয় বছৰৰপৰা সেইটো কাটি সভাৰাম হাজৰিকা কৰিব। মই আপোনাৰ বাঁহীৰ ৪।৫ জন নতুন গ্ৰাহক গোটাইছোঁ, সোনকালে তেওঁলোকৰ নাম আৰু ধন পঠিয়াম।

শ্ৰীসভাৰাম হাজৰিকা (লেট্‌চেতীয়া)

*

ডাঙৰীয়া, মোৰ নাম শূলধৰ দত্ত। কালি আমাৰ মাষ্টৰ প্ৰসন্ন বাবুৰে মোক শুধিছিল মই দত্ত লেখোঁ কিয় বুলি? তেওঁ বোলে আসামত দত্ত কায়স্থ নাই ; থাকিলে মই অন্ততঃ বল্লাল সেনৰ দিনৰপৰা আমাৰ বংশৰ আঁতিগুৰি

জনা উচিত। অৱশ্যে মই এই কথাৰ একো উত্তৰ দিব নোৱাৰিলোঁ। কি উত্তৰ দিয়াটো উচিত আপুনি মোক শিকাই দিব নে? মোৰ মনেৰে বঙ্গালী মাহুঁৱে হিংসা কৰি হে আমাক এইদৰে নিন্দা কৰে। মই আশা কৰি থাকিলোঁ, যে আপুনি বাঁহীত এই বিষয়ে লেখিব।

শ্ৰীশূলধৰ দত্ত।

*

সম্পাদক দেও, মোৰ ঘৈণীজনাই শাৰী পিন্ধিবলৈ ভাল পায় আৰু মইও সেই কথাত আপত্তি নকৰোঁ; কাৰণ শাৰী পিন্ধিলে তেওঁক মই দেখিবলৈ ভাল দেখোঁ চোন। কিন্তু আমাৰ কিছুমানে দেখিছোঁ, শাৰীক গালি পাৰি চেৰেউফেৰেউ কৰি থাকে। শাৰীৰ সুবিধাও অনেক। দুইৰো একেখনেই চলে। মেখেলাৰ পক্ষপাতীয়ে সেই সুবিধা লব নোৱাৰে। আপোনাৰ বাঁহীত শাৰীৰ বিজ্ঞাপন দেখি বুজিছোঁ আপুনিও শাৰীৰ পক্ষপাতী। বাঁহীত এই বিষয়ে এটা প্ৰবন্ধ লেখি কথাটোৰ মীমাংসা এটা কৰি দিবলৈ আমাৰ ঘৰৰ ঘৈণীজনাই আপোনালৈ জনাইছে; আৰু লগতে বাঁহীত প্ৰকাশ কৰিবলৈ তেওঁ ৰচনা কৰা "বিৰহ" নামৰ এই কবিতাটোও পঠালোঁ।

সম্পাদক ডাঙৰীয়া, আপুনি নকচি বাঁহী লেখি থাওক, গালিও খাই থাওক; নেৰিব। আপোনাৰ গালিপাৰোঁতাবোৰ অচিৰতে গেলি ভচম্ উঠিব; আৰু আমি বাঁহীলৈ পঠিয়া প্ৰবন্ধবোৰৰ আপুনি মলি ধুই তাৰ "প্ৰুফ" চাই ছপাই ভোটাতৰা হৈ আসাম-আকাশত জিলিকি থাকিব। আমি পুৱাই শুই উঠি মুখ নোধোৱাকৈ আপোনাৰ নাম লওঁ আৰু লম। আপোনাৰ কাপৰ আগৰপৰা ওলোৱা কবিতাবোৰ পঢ়ি গীত গাই আমাৰ ঘৰৰ ঘৈণীজনা বিমুৰ্চ্ছিত হৈ থাকে আৰু দেখি শুনি মোৰ গাতো দিনৌ দেওনি উঠি থাকে। তাকে দেখি সেই নাকত খৰে খোৱা ডাক্তৰ নে বেজ তেওঁ বোলে আমাৰ দুইৰো আৰবীয়া হৈছে! মিছাঃ।

বাঁহীৰ ভক্তগ্ৰাহক শ্ৰীহস্তীনাথ কাটনি।

*

## কবিৰ যুজ।



ৰবৰকৰা



বিঃদ্ৰ)—(১) অসমীয়া কবি। (২) বঙ্গালী কবি। (কথাবাৰি ৮২ পৃষ্ঠাত আছে।

(কথাবাৰি ৮২ পৃষ্ঠাত আছে।

চোৱাঁ চোৱাঁ, আমাৰ অসমীয়া কবিৰ হাতত "ঠাকু কবি" হাৰিল। ধইন ধইন আসাম! ধইন ধইন অসমীয়া কবি! আসাম উঠিল। কোনে বোলে নাই উঠা? পণ্ডিতা ৰমাবাইৰ আসামতে হাৰ। মিৰ্‌জুম্‌লাৰ আসামতে পতন। আৰু কাৰ কাৰ হাৰ কাৰ কাৰ পতন হৈছিল, "পুৰণি আসামত ভুমুকি" কিতাপ পঢ়ি জানি লোৱাঁ, মোৰ মনত নাই। এইবাৰ কিন্তু "বঙ্গালী ঠাকু" কবিৰ পালে।

# খোৱা কবিতা।

(গীত)

ঘোষা।— "ব'ল খোৱা ব'ল!
হেল্ ঔ! হইচ্ ঔ!
ব'ল খোৱা ব'ল॥"

পদ।— পইদ লেখোঁ, গইদ লেখোঁ,
আকাশ পাতাল শুদা দেখোঁ,
কাহাঁ ভাৰকা বৃন্দাবন?
কাহাঁ যশোদা মাই?
কাহাঁ শব্দকা নন্দ পিতাই?
ছন্দ্‌কা বলাই ভাই?

ঘোষা।— ব'ল খোৱা ব'ল॥ ইত্যাদি।
চুটি চুলি দীঘল কৈলোঁ,
ছবি তুলি কাইবত দিলোঁ।
লাওপানী, ব্ৰাণ্ডি পিলোঁ,
তব্‌ভি কাইবক লগ নাপালোঁ,
ওফোন্দ পাতি বল।

ঘোষা।— ব'ল খোৱা ব'ল! —ইত্যাদি।
নিজৰ ঢোল নিজে বালোঁ,
লোকৰ ঢোলো টুকুৰিয়াই চালোঁ,
পইদে মাতিলে হাওঁ হাওঁ,
গইদ কৰবা গল।

ঘোষা।— ব'ল খোৱা ব'ল। ইত্যাদি।
আখৰ-মিলেও এইলে অন্তত,
দন্দ লাগিল নাহক ছন্দত,
ধানপুৰীয়া বৰ বৰুৱা
কবি—হে—হে—হল ॥*

ঘোষা।— বল খোৱা বল। —ইত্যাদি। শ্ৰীকৃপাবৰ।

---

# তিনি ভাষাত তিনি চিঠি।

তলত দিয়া চিঠি তিনিখন মই বাঁহীৰ সম্পাদকৰপৰা পাইছোঁ। চিঠিকেইখন খেমালি কৰিবৰ মনেৰে মোৰ দ্বাৰাই ৰচিত নহয়। ঘাই চিঠি কেখন কোনবাই চাব খুজিলে সম্পাদকৰ ওচৰলৈ গলে দেখিবলৈ পাব।†

শ্ৰীকৃপাবৰ বৰবৰুৱা।

"To–Esqr.

"Sir!

"Being pleased and high-ly charmed at the spell of your glory & fame vastly extended throughout India we the parentless boys wish to employ ourselves to work

---

* কবিবৰ বৰবৰুৱাই এই শাৰীলৈ শবদ বিচাৰি নেপাই এইদৰেই মিলাই থৈয়েই তেওঁৰ খোৱা কবিতাটো সমাপ্ত কৰিলে হবলা।—সম্পাদক।

† এই চিঠি তিনিখন প্ৰকৃত চিঠি। আমাৰ হাতত আচল কেইখন আছে। প্ৰথম খন চাকৰি বিচাৰোঁতা এজনৰ; দ্বিতীয়খন বঙ্গালী বন্ধু এজনৰ কোনো উপকাৰৰ নিমিত্তে কৃতজ্ঞতা প্ৰকাশ; তৃতীয়খন পোষ্যপুত্ৰ প্ৰাৰ্থী এজনৰ।—সম্পাদক।

under you as servants. The plan which you have settled for the maintainance of the innumerable persons throughout the different place of India shows so much greatness that what power we have to state the unnatural works orally being keen servants of you. Getting no satisfaction in our world we are greatly anxious to get a handful of providance from the provider of the poor & wretched fellow like you. Again it would be of no effect to relate our qualifications as you by acquiring it have gained the greatness & honour in this world. We shall explain our grievances if we by chance get opportunity to fall with you. We shall feel much happiness in this world if you take labour of taking care of this poor applicant under you as your effectionate servant.

Asansol I remain to be
Sir
1.11.99 Your most obedient servant,"

শ্রীশ্রী* শিবদুর্গা সহায়,
বাগবাজাৰ। কলিকাতা।
৮ই এপ্রিল, ১৮৯৬।

"মাই ডিয়াৰ—বাবু,

"আপনাৰ প্রদত্ত অনুগ্রহলিপি যথাসময়ে পাইয়াছি। শাৰিৰীক অসুস্থতা নিবন্ধন দুই এক দিবস পত্রোত্তৰ দিতে বিলম্ব ঘটিল। তজ্জন্য ক্ষমা কৰিবেন। আপনি আঁধাৰক্লিষ্ট দুৰ্ব্বিষহ ভাৰাক্রান্ত জীৱনেৰ একমাত্র শাৰদীয় পূর্ণ শশধৰ। যতই সুমধুৰ কিৰণ বীকৃর্ণ কৰেন, ততই শান্তোজ্জ্বল স্নিগ্ধালোকে প্রাণ মধুৰ ভাবে পূর্ণিত হয়। কোথায় আপনি নিজ কার্য্যে—গমন কৰিলেন, তথায়ও আপনাৰ হৃদয়নিহিত প্রেমবহ্নি ধীকি ধীকি জ্বলিয়া উঠিল। আমাদেৰ সমস্ত বিষয় নিজ কাৰ্য্যেৰ মত আলোচনা কৰিয়া ও তাহাৰ হিত চিন্তা কৰিয়া এবং সমস্ত বিষয়েৰ সাৰ সংগ্ৰহ কৰিয়া আমাদিগকে নিশ্চিন্ত কৰিলেন, ইহা স্মৰণ কৰিলেও হৃদয় একেবাৰে আনন্দে নাচিয়া উঠে। তদুপৰি ভবিষ্যতেৰ অকৃত্রিম বন্ধুতাৰ প্রতিদানেৰ উৎফুল্ল আভাষ। ইহা মনে উদয় হইলে পৃথিবী স্বৰ্গ বলিয়া প্রতীয়মান হয়। ভগবান আপনাকে চিৰায়ু কৰিয়া পৰহিতে ৰত কৰুণ এবং এইৰূপ স্বৰ্গীয় মানসীক উপদানে হৃদয় গঠিত ৰাখুন, ইহা সৰ্ব্বপ্রকাৰে আমৰা কামনা কৰিয়া থাকি। যাহা হউক যখন যে কোন ঘটনা উপস্থিত হইবে, তৎক্ষণাৎ আপনাকে জানাইয়া আপনাৰ পৰামর্শ লইয়া সাধ্যমত প্রতিকাৰেৰ চেষ্টা পাইব। আপাততঃ এখানকাৰ উকিল, ও ব্যাৰিষ্টাৰগণ সকলেই আমাদেৰ অবস্থা শুনিয়া সাহস প্রদান কৰিয়াছেন। এক্ষণে দুৰাত্মাদিগেৰ সৰ্ব্ব প্রকাৰ দুৰভিসন্ধি হইতে মুক্ত যে হইতে পাৰিলে আপনাকে ধন্য বিবেচনা কৰিব ও জগদীশ্বৰেৰ নিকট ধৰ্ম্মেৰ বিজয় দুন্দভি নিনাদিত কৰিব, ইহাই এখন আমাৰ একমাত্র কামনা। অলমতি বিস্তৰেণ।

আশ্ৰক,
শ্রী—"

পিতা ঠাকুৰ মহাশয়েৰ শ্রীচৰণ কমলেষু,

মহাশয় আপনাৰ নাম শুনিব পাইছু কিন্তু শ্রীচৰণ কেতিয়াও দেখা নাই, বোধ কৰু আপনিও এ দাসকে দেখা নাই, এক্ষণ দৈবিক কাৰ্য্যৰ দ্বাৰা আপনাৰ শ্রীচৰণেৰ দাস হইলু, এদাসেৰ কিছু দুঃখেৰ কথা শ্রীচৰণে নিবেদন কৰিলো অনুগ্রহ পূৰ্ব্বক পৰিয়া দাসেৰ দুঃখিত প্ৰাণ যেন শীতল কৰে, এই প্রার্থনা। মোৰ পিতা তিনি—বড় পেটাৰ মধ্যে কুলিন, মান্য, গণ্য, ও ধনি লোক আছিল, তিনি অনেক ধন সম্পত্তি ৰাখিয়া পৰলোক যান। পৰে আপনাৰ দাস স্কুল পৰিত্যাগ কৰি গবৰ্ণমেণ্ট চাকুৰি-আশা নকৰি লবৰ এথাৰ ও অন্যান্য কাৰবাৰ কৰি প্রায় ১০।১৫ হাজাৰ টাকা লোসকান্ কৰিলু, শেষে কাৰবাৰেতে নিৰাশ

৭ শ্রীৰাম শৰণং
২৮।৯।৯৯
"পৰম পূজনীয় শ্রীযুক্ত বাবু—

হই ২ বাৰ উকালতি ও ৩ বাৰ মোক্তাৰী পৰিক্ষা দিলু কিন্তু দুৰ্ভাগ্য বশতঃ তাহাতেও উত্তীৰ্ণ হবা নুয়াৰিলু, এক্ষণ সংসাৰ চালানেৰ জন্য নিৰুপায় হইয়া ভাবি চিন্তি অস্থিৰ হইয়ু, অধিনেৰ দুঃখেৰ কথা বেজাৰ পাবাৰ ভয়ে খাট কৰি লিখিলু যেতিয়া শ্ৰীচৰণ দেখা হব তেতিয়া বিশেষ কৰি মুখেৰে কম। এইৰূপে চিন্তাশীল হই দুঃখে কাল কাটাইবা ধৰিছু ও মধ্যে মধ্যে আইন পৰিছু ইতিমধ্যে গত আষাৰ মাহত একদিন ৰাত্ৰি শয়ন কৰি আছু ৰাত্ৰি প্ৰায় ২ তাৰ সময় এরুজন সুন্দৰ বৃদ্ধ পুৰুষ আহিঁ মোক স্বপ্নেতে কলে। (তুমি চিন্তা নকৰিবা, তোমাৰ পিতা শ্ৰীযুত— আছে। তেউৰ তেজৰ অংশেৰে তোমাৰ জন্ম, অতত্ৰব তেউৰ ওছৰলৈ যায়া। দেউতাই তোমাক পুত্ৰ বলি গ্ৰহণ কৰিব আৰু উন্নতিও কৰিব) হেন সময়ে জাগৰিত হলু ঈশ্বৰ চিন্তা কৰিব ধৰিলু আৰু মোৰ ঘুমটি নাহিল, প্ৰভাতে উঠিয়া গা ধুই তৈল লবন কিনি লই কিৰ্ত্তণ ঘৰত ও কলিয়া ঠাকুৰক সেবা কৰি আহিলু। পৰে আপনি কোন থলত আছে, তাৰ একো উদ্দেশ্য নাপাই বড় দুঃখিত হই, বড়পেটাৰ ভদ্ৰলোক বিলাকত শুধি ফুৰিলু কোনে একো কবা নুয়াৰাত শ্ৰীযুত বাবু—মুখে সকল কথা জানিব পাৰি আপনাৰ দাস বড় সুখি হলু। ইয়াৰ পুৰ্ব্বে মোৰ জন্ম দাতা পিতাইও একদিন স্বপ্নেতে কইছিল—বাপা তোমাৰ ধৰ্ম্মপিতা কিন্তু তেতিয়া মই গ্ৰাহ্য কৰা নাছিলু। এতিয়া মোৰ যথাৰ্থ আপনি ধৰ্ম্ম পিতা জানিব পাৰিলু, মই জ্ঞান বিশ্বাস মতে জানিলু। দেউতা, ঈশ্বৰক, ধৰ্ম্মদাতা গুৰুক ও স্বৰ্গীয় জন্মদাতা পিতৃক সাক্ষাৎ ৰাখি কউ, আৰু চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ, অগ্নি দেবতা, এই পঞ্চ দেবতাক সাক্ষাৎ সাক্ষি কৰি লিখিলু সত্যে, সত্যে, সত্যে আপনি মোৰ ধৰ্ম্মপিতা, আপনাৰ মই পুত্ৰ। অতত্ৰব পিতা পুত্ৰেৰ যেৰূপ ভাব ও ব্যৱহাৰ তাহা নকৰিলে ধৰ্ম্মই উভয়কে নষ্ট কৰিব। পিতা অনেক অনুসন্ধান কৰিয়া অপনাৰ থকা ঠাই বাহিৰ কৰি এই অধিনে এই পত্ৰ লিখিলু, এ চিৰদাসেৰ প্ৰতি স্নেহ পৰবসঃ হই বাৎসল্য ভাব প্ৰকাশ কৰি পত্ৰ লিখিলে শুখি হউ। আপনাৰ পত্ৰেৰ অপেক্ষায় এদাস শ্ৰীচৰণ দৰ্শণ আশায় ৰহিনু। বড়পেটায় আজি ৪ মাস বৰ্ষাই ঘৰ-দ্বাৰ একে বাবে ডুবাই থইছে, কেবল বড়পেটা নহই একে বাৰে মহকুমা সুদ্ধাই, ইহা শ্ৰীচৰনে নিবেদন ইতি—

সেবক শ্ৰী—আসাম, বড়পেটা।

---

# ভোকেন্দ্ৰ বৰুৱাৰ অন্তলীলা।

প্ৰথম ভাগ।

চোৰাংচোৱাৰ ব্যৱসায়ত পইচা নাইকিয়া হল। আমাৰ ভোকেন্দ্ৰ বৰুৱা চোৰাংচোৱাই ন খবৰ ৰান্ধি বাঢ়ি দিওঁতে দিওঁতে তাত লোণ আৰু মছলা ইমান সৰহ হলগৈ যে তেওঁৰ সেইবোৰে গ্ৰাহকসকলৰ মুখ দেৰ্দেৰাই যাবলৈ ধৰিলে। সেইদেখি গ্ৰাহকসকলৰ ভিতৰত চোৰাংচোৱা ভোকেন্দ্ৰ বৰুৱাৰ খাটিৰ গল, আৰু তেওঁৰ খৰিকাত দিয়া, ভজা, পাতত দিয়া, টেঙা আৰু জালুকীয়া খবৰেৰে সৈতে তেওঁ পাততে পৰি থাকি বাহী হৈ গোন্ধাবলৈ ধৰিলে।

ভোকেন্দ্ৰ নিৰুপায়। ভাৰতবৰ্ষত দেখা যায় যে, কোনো লৰাই পঢ়া-শুনা কৰিব নোৱাৰিলে বাপেক মাকে তাক ব্যৱসায় বাণিজ্য কৰিবলৈ দিয়ে ; কোনো ডেকাই চৰ্কাৰৰ ঘৰত চাকৰী নাপালে বা চাকৰীৰপৰা বৰখাস্ত হলে, আৰু কোনো বুঢ়া অকামিলা হলে পেট্ৰিয়ট অৰ্থাৎ দেশহিতৈষী হয়। এতিয়া সেইদেখি বহুৎ ভাবি চিন্তি ভোকেন্দ্ৰ "পেট্ৰিয়ট" হবলৈকে থিৰাং কৰিলে। আমি আগেয়ে জানিছিলোঁ ভোকেন্দ্ৰ অকল মহগুৱালৰ বংশাৱতংস, এতিয়া শুনিলোঁ তেওঁ মৰাণ কুলৰও কুল-প্ৰদীপ। সেইদেখি তেওঁ সদীয়ালৈ গৈ স্বজাতিৰ কুশলৰ

---

* কবিবৰ বৰবৰুৱাই এই শাৰীলৈ শব্দ বিচাৰি নেপাই এইদৰেই মিলাই থৈয়েই তেওঁৰ খোৱা কবিতাটো সমাপ্ত কৰিলে হবলা।
— সম্পাদক

** এই চিঠি তিনিখন প্ৰকৃত চিঠি। আমাৰ হাতত আচল কেইখন আছে। প্ৰথমখন চাকৰি বিচাৰোঁতা এজনৰ; দ্বিতীয়খন বঙ্গালী বন্ধু এজনৰ কোনো উপকাৰৰ নিমিত্তে কৃতজ্ঞতা প্ৰকাশ; তৃতীয়খন পোষাপুত্ৰ প্ৰাৰ্থী এজন। —সম্পাদক

অৰ্থে "মৰাণ সভা" সংস্থাপন কৰি হুলস্থুলমকৰোং। তেওঁৰ লগত খুদমন কলিতা নামৰ চাপ্‌ৰাচী এটা ; আৰু চাপ্‌ৰাচীৰ ককালত "মৰাণ সভা" লেখা পিতলৰ চাপ্‌ৰাচ এখন। সদিয়াত বক্তৃতা, পঁচা, বৰঙ্গনি আৰু দৰখাস্তৰ ধুম ব্যাপাৰ লাগি পৰিল। মৰাণসকলৰ ঘৰমুৰী শিকিটো আধলিটোৰপৰা টকা পাঁচ-মহালৈকে তেওঁ বৰঙ্গনি পেলালে। গাৱঁৰ ৰাজহুৱা নামঘৰত তেওঁ বক্তৃতা কৰি পুৰুষক উন্মাদ আৰু তিৰুতাক বলিয়া কৰিলে। মুঠতে "সদিয়াৰ নৰ নাৰী, এৰিলন্ত ঘৰবাৰী, লৈ আমাৰ বৰুৱাৰ নাম" হল। নাৰীসকলে দেশ উদ্ধাৰক বৰুৱা দেও আহিছে বুলি শুনি, তেওঁক চাবলৈ উৰুক-মুৰুক কৰি কেৰু মণি উলিয়াই পিন্ধি লৰি আহোঁতে কোনোজনীয়ে একাণত হে থুৰিয়া আৰু এহাতত হে খাৰু পিন্ধিলে ; কোনোজনীৰ লৰৰ বেগত গাৰ ৰিহা আৰু মূৰৰ খোপা শুলকি পৰিল, আৰু খোপাৰ মালতী ফুলপাহ বাটতে পৰি গল। এজনীয়ে লৰি যাওঁতে লগৰীয়ানীহঁতক মাতিলে—"আহাঁ আই বাঁই সবে পদুলিক যাওঁ। ভোকোন্দি বৰুৱা আহে নেত্ৰ ভৰি চাওঁ॥" এইদৰে মতা শুনি, —এজনীয়ে লৰাক পিয়াহ দিছিল, পিয়াহ দিয়া লৰাক তাতে এৰি লৰ ধৰিলে ; এজনীয়ে গিৰিয়েকৰ পকা চুলি উঘালিছিল, তাক তাতে এৰি উৰ্দ্ধশ্বাসে লৰি ঢাপলি মেলিলে ; এজনীয়ে জালি তাঁত বৈছিল, বোৱা তাঁত তাতে এৰি লৰ দিলে ; এজনীয়ে গিৰিয়েকলৈ বাটিত কানি মলিছিল, এধামলাকৈ কানি-বাটি এৰি তৰা-নৰা ছিঙি লৰিল ; এজনীয়ে ভাত ৰান্ধিবলৈ গা ধুইছিল, তিতা গাৰেই মহামহিমাৰ্ণৱ শ্ৰীযুত ভোকেন্দ্ৰ বৰুৱা ডাঙৰীয়াক চাবলৈ চোচা ললে। তিৰুতাঁ বিলাকৰ যেনে বিলাই হৈছিল, পুৰুষবিলাকৰো তাদৃশ। আমি দেখিছিলোঁ, এটাই তাৰ মাহেকীয়া অশৌচৰ অন্তত ডাড়ি খুৰাইছিল, নাপিতে এখন গালৰ ডাড়ি খুৰুৱা শেষ কৰি আনখন গালত খুৰ লগাব খোজোঁতেই সি উঠি লৰ ধৰিলে! এটা গুফীয়াই গুৰে-পিঠাগুৰিয়ে জুলীয়াকৈ সানি পি খাই থাকোঁতেই বৰুৱা দেও অহা বাতৰি শুনি, মুখ ধুবলৈ বাট নোচোৱাকৈয়ে লৰ দিলে। এটা খোৰাই এঠেঙেৰেই খোৰাই খোৰাই ঢেক্কুৰুচ ঢেক্কুৰুচ কৈ গৈবেগত উজুটি খাই পৰি আগদাঁত দুটা ভাঙিলে। এটা কণাই বাট বিচাৰি নাপাই খপিয়াই-জপিয়াই অন্তত তাৰ শোবাচাঙৰ তলত সোমালগৈ। এটা বেঙাই উধাতু খাই গৈ আলিৰ কাষৰ খাবৈত পৰি নগুৰ্ণাগতি হল। আৰু আমাৰ চিনাকী লোকাই সাধনীয়ে বাট পোনাই যাওঁতে লৰৰ বেগত বৰ নোৱাৰি, কান্তীয়া মণ্ডলৰ গোহালিঘৰৰ মুখত দম হৈ পৰি থকা গোবৰত ভৰি সুমাই দি অতে লাগি ৰল। ইত্যাদি প্ৰকাৰে মানুহৰ দুৰ্গতি যি হৈছিল সেইবোৰ কিমান বৰ্ণনা কৰিবা, কিমান কবা?

বক্তৃতাৰ অন্তত ভোকেন্দ্ৰ বৰুৱাদেৱে যেতিয়া গাৱঁৰ মানুহৰ দুখ দুৰ্গতি গুচাই দিবলৈ গাত লৈ, পঁচা বৰঙ্গনিৰ প্ৰস্তাৱ কৰি ঠগি পাতিলে, তেতিয়া প্ৰজাসকলৰ মাজত থৌকিবাথৌকি লাগি পৰিল। কোনোৱে টকাটো, কোনোৱে শিকিটো, কোনোৱে আদমহীয়াটো, কোনোৱে চৰতীয়াটো, যাৰ যি আছিল মোনা উবুৰিয়াই দি চাৰিউফালৰপৰা ঠগিত পেলাবলৈ ধৰিলে। তঙুৱা ভদী মাউতৰ হাতত ভাঙৰ চিলিমটোহে আছিল, সি স্বদেশৰ কুশলৰ অৰ্থে অনতিবিলম্বে চিলিমটোকে ঠগিত পেলালে। মঘুৱাৰ কঁকালত ৰঙা সূতাৰ কটি-সূত্ৰ এডাল আছিল, দেখাক দেখি উছাহত সিও সেইডালকে শোলোকাই আগবাঢ়ি গৈ শৰাইত থৈ বুকু ফিন্দাই থিয় দিলে। তিলাইৰ হাতত টঙাল তুলৰা নেলীয়া-কটাৰী এখন আছিল, ঘিমৰুৰ হাতত চচা ৰেত-সূতা এডাল আছিল, কলাইৰ হাতত মুখত-খোৱা চাদাৰপাত একণ আছিল, ৰঙাইৰ খোচোনাত শিলিখা এটা আছিল, নদাইৰ হাতত জাল গুথিবলৈ লোৱা সূতালাহী এটা আছিল, সেইবোৰকে সিহঁতে তৎমৎ এৰি দেশৰ হকে ঠগিত পেলালে। তিৰুতাবোৰৰো যাৰ হাতত যি আছিল দেশৰ অৰ্থে দান কৰিবলৈ কোনেও পিছ-ভৰি নকৰিলে ; যথা,—এধাপইচা ডবলপইচাৰপৰা আৰম্ভ কৰি কাণৰ কৰীয়ালৈকে সকলোবোৰ গাৱঁলীয়া সুন্দৰীহঁতে দিলে। মূৰত এপাচী চুলিৰে জাপৰী সাজতোলানীক কোনে নিচিনে? সাজতোলানীৰ মূৰত চুলি যিমান গুকণীও সিমান। যহ যায়, জাৰ আহে, দিন যায়, ৰাতি পুৱায়, তথাপি সাজতোলানীৰ মূৰৰপৰা হাত নাযায়। বৰুৱাদেওৰ মাৰণ কাটন উচাটন বশীকৰণ "বক্তিতা" শুনি তাইৰ গাত দেওঁনি উঠিল। ঠিক এনে সময়তে তাই মূৰ খেপিয়াই বিড়া গুকণী এটা ধৰিছিল। বাইজে হাত উবুৰিয়াই নিজৰ দেশৰ অৰ্থে দান কৰা দেখি-

আগ পাছ নুগুণি তাই ৰাইজৰ লগতে আগবাঢ়ি গৈ সেই বিঢ়াওকণীটোকে লাহেকৈ ঠগিত পেলালে। আমাৰ বক্তা বৰুবা ডাঙৰীয়াই এই কাৰ্য্য দূৰৰ পৰা দেখি আছিল, কিন্তু সাজতোলানীয়ে কি দিছে তেখেতে মাণিব নোৱাৰি ভাবিলে তাই আঙুলিৰপৰা আঙঠিটো হে শোলোকাই ঠগিত পেলালে। তৎক্ষণাত তেওঁ স্বদেশ-প্ৰেমত আকুল হৈ উচ্চৈস্বৰে মাত লগালে—"ৰাইজ সকল! দেখক! দেখক! এই নিঃকিন দেশহিতৈষী মহিলাই নিজৰ জন্মভূমিৰ হকে, নিজৰ মানুহৰ উপকাৰৰ অৰ্থে; হাতৰ আঙঠিটি পৰ্য্যন্ত অকাতৰে দান কৰিলে! অহো! এই মহৎ আদৰ্শৰ অনুকৰণ কৰা, আৰু এই ওখ্ আৰ্হি মতে চলা সকলোৰে কৰ্ত্তব্য! এই কাৰ্য্য দেখি আজি মোৰ প্ৰাণ আনন্দসাগৰত নিমগন হৈছে।" জাপৰী সাজতোলানীৰ দানটোৰ বিশেষ ভাবে এনেকৈ উল্লেখ কৰা বাবে গেন্ধেলা গাওঁবুঢ়াৰ মনত বৰ কৌতূহল উপজিল। সেইদেখি সেইটো কেনে নো আঙঠি চাওঁ বুলি তেওঁ আগবাঢ়ি গৈ ঠগিত ভালকৈ লক্ষ কৰি দেখিলে যে সেইটো আঙঠি নহয়, এটা বিঢ়াওকণীহে বগাই ফুৰিছে। তাকে দেখি তেওঁ ৰাইজৰ আগত আঠু লৈ কলে "ৰাইজসকল! সাজতোলানীৰ আঙঠিটো দেখোঁন বিঢ়াওকণী হৈ লৰি ফুৰিছে!" এই কথাত সকলোৱে ৰং পাই গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলে। বৰুবাদেৱে তেতিয়াহে কথাটো ভালকৈ টং কৰিব পাৰি সেইটোৰ বিষয়ে আৰু একো নকৈ আন কথাৰে তাক ততালিকে ঢাকি পেলাই লেঠা মাৰিলে।

জাপৰী সাজতোলানীৰ লগত জীয়েক কেতেকীও সভালৈ গৈছিল। কেতেকীৰ বয়স যোল বছৰ তিনি মাহ তিনি ঘণ্টা তিনি মিনিট। মাকৰ দানৰ পিছত কেতেকীয়েও যথাসৰ্ব্বস্ব কিবা এটা সম্প্ৰদান কৰিবলৈ মনতে তিলকুশ ললে। কিন্তু এই দান মৰাণ সভাৰ ঠগিত নহয়; সভাৰ পতি ভোকেন্দ্ৰ বৰুবাৰ চাপ্ৰাচী খুদ্‌মনৰ মন ঠগিত হে। মাকৰ ৰিহাৰ আঁচলত ধৰি কেতেকী সেই সভাত উপস্থিত হোৱাৰ কালৰেপৰা খুদ্‌মনৰ নেত্ৰ-ভ্ৰমৰে কেতেকীৰ ৰূপ-মধু পান কৰি আছিল। কেতেকীৰো ডাঙৰ ডাঙৰ টেলেকো চকু দুটা, খুদ্‌মনৰ বুকুৰপৰা ওলোৱা প্ৰেম-সুৰগাৰ জৰীয়ে টানি আনি বন্দী কৰি থৈছিল। ইয়াৰ পিছত সভাৰ হাই উৰুমি বক্তৃতা আদিলৈ খুদ্‌মন আৰু কেতেকীৰ চকু কণা হল, কাণ কলা হল। কবিয়ে সেইদেখি হে গাইছে,— "প্ৰেমেৰ ফাঁদ পাতা ভুবনে। কে কোথা ধৰা পৰে কে জানে।"

সি যি হওক, বৰুবাদেৱে এইদৰে বহুৎ টকা তুলি গোটাই লৈ মৰাণ সভাৰ প্ৰতিনিধি হৈ লাট চাহাবৰ আগত "মেমোৰিয়েল" দৰ্খাস্ত দিবলৈ ডাক জাহাজৰ প্ৰথম শ্ৰেণীত উঠি ভটীয়াই মাঘৰ পহিলা তাৰিখে কলিকতা পালেহি। খুদ্‌মন চাপৰাচীয়েও তাৰ মনৰ সমানে এফাল সদিয়াতে এৰি থৈ বাকী ফালেৰে লগত আহিল। কলিকতাত ভোকেন্দ্ৰ বৰুবা ১৫ দিন আছিল। এই কেই দিনৰ কাৰ্য্যৰ বিবৰণ অতি সংক্ষেপকৈ তলত দিয়া গল,—

১ মাঘ,— পুৱা ১১ বজাত কলিকতাবাসী অসমীয়া ছাতৰৰ "মেচ"ত ভোকেন্দ্ৰ বৰুবাৰ উপস্থিতি। দুপৰীয়া ১২ বজাত তেওঁৰ ভোজন ; ১ বজাত শয়ন ; আবেলি ৩ বজাত জাগৰণ ; ৫ বজাত ভ্ৰমণাৰ্থে নিৰ্গমন।

২ মাঘ,— পুৱা গঙ্গাস্নান। দুপৰীয়া যাদুঘৰ দৰ্শন। খুদমনৰ ঘুঘুয়া জ্বৰ। ডাক্তৰৰ মতে মেলেৰিয়া। এই উপাখ্যান লেখকৰ মতে বিৰহ-বায়ুৰপৰা হোৱা বাতিক জ্বৰ।

৩ মাঘ,— "চিৰিয়াখানা বা জু পৰিদৰ্শন। খুদমনৰ জ্বৰ টানেই।

৪ মাঘ,— বদ্‌ৰিদাসৰ মন্দিৰ প্ৰদক্ষিণ

৫ মাঘ,— বটানিকেল গাৰ্ডেন বা কুম্পানি-বাগান ভ্ৰমণ।
খুদমনৰ জ্বৰ উপশম। টেম্পৰেচৰ ৯৯°২

৬ মাঘ,— ষ্টাৰ থিয়েটৰত "প্ৰফুল্ল" আৰু "চোৰেৰ উপৰ বাটপাৰিৰ" অভিনয় দৰ্শন। ৰঙ্গালয়ৰ নিষিধ-বৰ্জ্জিত বাহিৰত ধূম আৰু মদ্যপান,

৭ মাঘ,— মিনৰ্ভা থিয়েটৰত "দোললীলা" দৰ্শন। ঐ, ঐ। "চাচীপাণ গোলাপী খিলি" ক্ৰয়, চৰ্ব্বন আৰু পিক্ প্ৰক্ষেপণ।

৮ মাঘ,— কুলপি বৰফ ভক্ষণ। গধুলি পথ পৰিভ্ৰমণ। খুদ্‌মনৰ টেম্পৰেচৰ ৯৭।

৯ মাঘ,— ইডেন গাৰ্ডেন পৰিদৰ্শন,আৰু বেণ্ড বাদ্য শ্ৰৱণ।

১০ মাঘ,— চান্দনি বজাৰত কোট্, পেণ্ট্‌লুন, কামিজ, কলাৰ প্ৰস্তুতৰ অৰ্ডাৰ প্ৰদান।

সখুদ্মনে, অর্থাৎ খুদ্মন লগতে।

১১ মাঘ,— ৰাধাবজাৰত ষ্টীল-ট্ৰঙ্ক দোকানীৰ দ্বাৰাই বেছি দামত বিক্ৰয় আৰু বৰুৱাৰ দ্বাৰাই সস্তা বিবেচিত হৈ ক্ৰয়।

খুদ্মনে "মেচৰ" ভাত ৰন্ধা বামুণটোৰে সৈতে অকলে আহি মুৰ্গীহাটাৰ বজাৰৰপৰা এখন ফণী, এখন আৰ্চি আৰু এচিচা সুগন্ধি গোলাপী নাৰিকলৰ তৈল কেতেকীক উপহাৰ দিবৰ নিমিত্তে খৰিদ কৰণ।

১২ মাঘ,— গ্ৰেট্ ইষ্টৰ্ণ হোটেলত "টিফিন" বা জলপান। খুদমনৰ "গোলাপী-গেন্ধেৰী" ভক্ষণ বা চৰ্ব্বণ বা শোষণ।

১৩ মাঘ,— গৃহিণীৰ নিমিত্তে ৰাধাবজাৰৰপৰা বৰুৱাৰ বলয় কঙ্কন ক্ৰয়। আৰু "পাণৱালৰ" দোকানৰপৰা খুদমনৰ পাণ চিগৰেট্ দিয়া চালাই ক্ৰয়।

১৪ মাঘ,— চান্দনিৰ "চুট" আনয়ন। আৰু পুত্ৰ কন্যা পৰিবাৰৰ নিমিত্তে বৰুৱাৰ "চেইলৰ ফ্ৰক," "জেকেট", আৰু মোজা ক্ৰয়। উপৰোক্ত "ঋমুণ ঠাকুৰৰ" সাহায্যত কেতেকীৰ নিমিত্তে খুদমনৰ "মনে ৰেখো" শাৰী ক্ৰয়।

১৫ মাঘ,— ভোকেন্দ্ৰ বৰুৱাৰ কলিকতা পৰিত্যাগ আৰু গৃহ প্ৰত্যাবৰ্ত্তন।

---

# সামৰণি।

বৰুৱা ডাঙৰীয়া উভতি গৈ ঘৰ পালতে খুদমনে তেওঁৰপৰা এমাহৰ "প্ৰিফিলেজ লিভ" অৰ্থাৎ অনুগ্ৰহৰ বিদায় লৈ সদিয়াভিমুখে যাত্ৰা কৰিলে। সদিয়া পোৱাৰ সাত, দিনৰ পিছতে কেতেকীৰে সৈতে খুদমন চাপ্ৰাচীৰ বিবাহ উৎসৱ মহাসমাৰোহেৰে সম্পাদিত হল।

এই খিনিতে কোৱা উচিত যে খুদমনৰ শাহুৱেক জাপৰীয়ে কেতেকীৰ অজ্ঞাতসাৰে তাইৰ গোলাপী নাৰিকল তেল চিচা ওকণী মাৰিবৰ মনেৰে নিজৰ মূৰত ঢালি দিলে। মহাদেৱৰ জটাৰ ভিতৰত গঙ্গা সোমাই থকাদি তেল-চিচা জাপৰীৰ চুলিৰ ভিতৰত সোমাই ৰল; আৰু সম্ভৱতঃ সি আজিলৈকে তাতে কোনবা ভগীৰথলৈ বাট চাই বসতি কৰি আছে। কেতেকীয়ে তেল বিচাৰি নাপাই তিনি সাজ ভাত নোখোৱাকৈ আছিল; পিছত খুদমনে আৰু এচিচা তেলৰ ফৰ্ম্মাচ দি তাৰ বন্ধু "মেচৰ" ৰান্ধনি বামুণলৈ পষ্টকাৰ্ড এটা লেখিলত হে জেতুকীক ভাত খুৱাব পৰা গল।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# বুজনি।*

বিৰস বয়ান কিয় অবুজ প্ৰেমিক?
কোৱাঁ কিয় বিৰস বয়ান?
হৰিষ-জেউতি দেখি নটলিল যিটি,
মজিব নে পৰিলে মোলান?
—কোৱাঁ কিয় বিৰস বয়ান?
আমন-জিমন কিয়, জগৰীয়া ডেকা?
কোৱাঁ কিয় আমন-জিমন?
সুবদি কথাৰে ছুৰি, পাৰি নে হৰিব
ৰোহ পাতি কাৰোবাৰ মন?
—কোৱাঁ কিয় আমন-জিমন?
এৰি দিয়াঁ দেওঁ এনে ৰোহ-পেঁচ তুমি,
এইবোৰে নোৱাৰে বলাব;
আপোন ধাউতি স'তে নেযাচিলে হিয়া,
একোটিয়ে নোৱাৰে যচাব;
এৰি দিয়াঁ—ৰ......তলে যাব।

শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা।

* ইংৰাজীৰপৰা ভঙানি।

# আপোনালৈ।

(১)
অসীম হেঁপাহ যদি চুমা খাবলৈ,
ওঁঠ মোৰ যদি হয় মধুৰ ইমান,
যত ইচ্ছা খক চুমা অনন্ত কাললৈ ;
বাঞ্ছা মোৰো পাবলৈ তোমাৰ ই দান।
(২)
যদিহে নুগুচে তাতো আশা আপোনাৰ,
খাওক যিমান ইচ্ছা চুমাকে আপুনি,
নেলাগে ছিঙিব আৰু বান্ধনি চুমাৰ ;
সদাই চুমাকে থ'ক নাভাবি আমনি
(৩)
অলেখ নইৰ বালি, সৰগৰ তৰা,
ততোধিক লেখ বেছি আমাৰ চুমাৰ,
নেলাগে কৰিব আৰু যতন আঁতৰা।
স্নেহৰ চুমাৰ লেখ হওক অপাৰ।

শ্ৰী বি—

"সম্পাদক ডাঙৰীয়া, ডিব্ৰুগড় ১০-১১-১১।

"মই ওপৰৰ যৎসামান্য কবিতা এটি পঠিয়ালোঁ। আশা কৰোঁ যেন "কবিতাৰ কাঠসংস্কাৰ" নকৰি "বাঁহী"ৰ এচুকত ঠাই দিয়ে। মই ডাড়িগোফ নুঠুটিবা কেঁচুৱা নহওঁ। মই বিবাহিতা তিৰোতা হে।† মোৰ নামটো পদ্যৰ তলত প্ৰকাশ নকৰিব।

"বিশেষ এই কবিতা আপোনাৰ "বাঁহীত' প্ৰকাশ হোৱা "তেওঁলৈ" আৰু তোমালৈ কবিতাত কৈ বোধকৰোঁ নিকৃষ্ট নহব। ইতি—

আপোনাৰ সেবিকা,

শ্ৰী—নী দত্ত।"

# চমু মন্তব্য।

হিন্দু-ধৰ্ম্ম-সাৰ—"অৰ্থাৎ এই কলিকালত চাৰিও বৰ্ণৰ ঈশ্বৰৰ স্থাপিত নিয়ম প্ৰণালী থকা গ্ৰন্থ।" "কামৰূপৰ বৰনগৰৰ শ্ৰীহলিৰাম মহন্তৰ দ্বাৰা ৰচিত। আৰু চাপাগুৰি মৌজাৰ শ্ৰীযুত কৃষ্ণৰাম উজিৰ মৌজাদাৰৰ দ্বাৰা প্ৰকাশিত। বেচ ডেৰ মহা।" গ্ৰন্থকৰ্ত্তাই পাতনিত কৈছে "কেইখনমান নীতিশাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি এই হিন্দুধৰ্ম্ম সাৰ নামে পুথিখনি লেখা হল। ইয়াত প্ৰথমে সৃষ্টি প্ৰকৰণ আৰম্ভ কৰি, ক্ৰমে জীৱ জন্তু সৃষ্টি আৰু মানুহ জন্মিবৰে পৰা মৃত্যুকাললৈকে সময় অনুযায়ী ঈশ্বৰৰ স্থাপিত নিয়ম প্ৰণালীবোৰ পালন কৰিবৰ উপায়বোৰ যথাসাধ্য সকলোৱে বুজিব পৰাকৈ বিশেষতঃশাক্ত বৈষ্ণৱ উভয় সম্প্ৰদায়ৰ উপযোগী কৰি সৰল ভাষাত লেখা হৈছে।" আমি কিতাপখন পাই সন্তোষ পাইছোঁ। লেখকৰ যত্ন সফল হৈছে।

# সৰা ফুল।

ডালত থাকোঁতে ফুলি আলসুৱা ফুল,
গীত গাই পিলে মৌ মত্ত অলিকুল।
প্ৰেমিক-প্ৰেমিকা হল থৰ লাগি চাই,
কবি বিমোহিত হল সৌন্দৰ্য্য বৰ্ণাই।
নুবুজে কোনেও হাঁয়! আজি তাৰ মোল
মাটিত বাগৰে পৰি তল সৰা ফুল।

† আমাৰ মনেৰে আপুনি মতাহে। যাওক সেই কথা লৈ আমি তৰ্ক নকৰোঁ, কাৰণ ই আপোনাৰ ইচ্ছাধীন কথা। আমি মাথোন আপোনাৰপৰা এনেকুৱা কবিতা পাই থাকিলেই হ'ল। লোভতে এইটোও ছপালোঁ। — সম্পাদক।

## দিনৰ সপোন।

পঁজাহীন ভিক্ষুকৰ ৰাজ পাট-আশা;
বোবাই প্ৰকাশ কৰা ৰসময়ী ভাষা ;
মূৰ্খৰ শাস্ত্ৰৰ জ্ঞান, আঁউসীৰ জোন,
কৃপণৰ ধন দান—দিনৰ সপোন।

শ্ৰীদণ্ডীনাথ কলিতা।

---

## ন চহকী।

পৰহিৰ কথা কব নজনা কেঁচুৱা,
কালি দুটি কথা শিকি পৰৰ কৃপাত ;
কয় আজি গপ মাৰি বুলি শিৰফুটা,
শিক্ষককো হাঁহে বুলি মৰা ডাল পাত।
নকৰি জ্ঞানীয়ে তাৰ কথালই কাণ,
মিচিকি হাঁহিৰে মাত্ৰ দিয়ে সমিধান।

---

# অভিষেক।

কাৰুণ্যৰত্নাকৰ। দীনবন্ধো।
বিশ্বস্য লোকস্য দয়াকৰে হসি।
সৃষ্টেস্ববাস্যাঃ পৰিৰক্ষিতাহসৌ
যক্ষো নৃপেন্দ্রঃ কিল জৰ্জ্জনামা।।
নিখিল ভাৰত সামন্তার্চ্চিত শ্রীল শ্রীযুক্ত ভাৰত সাৰ্ব্বভৌম
পঞ্চম জৰ্জ্জ মহোদয় ৰত্নাসিংহাসনান্তিকেষ,—
শাকে ৰাম কৃশানু পৰ্ব্বত বিধৌ কীটঙ্গতে ভাস্বতি
পক্ষে শ্যামলকেহদ্য মঙ্গলদিনে ষড়্বিংশ মানেহহনি।
শ্রীমৎপঞ্চম জৰ্জ্জসংজ্ঞনৃপৰাট্ মেষ্যা মহিষ্যা সহ
দিল্ল্যাং ভাৰতবাসিনাং কিল মুদে সিংহাসনে ৰাজতে।।
ৰাজধিৰাজ! সুজনৈকবন্ধে!
তৃয়িস্থিতং ভাৰতবাসী চিত্তম্।
মোদামহে সৰ্ব্বত এব সৰ্ব্বে
বয়ং তবৈবাত্র শুভাগতেন।।
ন যস্যৰাজ্যে সবিতাস্ত মেতি, সুশাসনং যস্য সুখাকৰোহি।
মুদং ন কেষাং জন য়েত্তুতাদৃশঃ, শুভাগতিঃ সৰ্ব্বপ্রিয়স্যৰাজ্ঞঃ।
ভক্তানুৰক্তান খলু ভাৰতীয়ান্
পুত্ৰাণিবাস্মান পৰিপালনায়।
ত্বংদীৰ্ঘজীবী চ নিৰাময়শ্চ
ভূয়া মহিষ্যা ভগবৎ প্রসাদাৎ।।
সান্তৰঙ্গো মহাৰাজঃ পঞ্চম জৰ্জ্জ সংজ্ঞকঃ
কৃপয়া জগদীশস্য জীয়াচ্ছশৰদাংশতম্।।

১৯১১।১২ ডিচেম্বৰ
যোৰহাট, আসাম।

শ্রীকীৰ্ত্তিচন্দ্র বিদ্যাভূষণ
মুকলিমূৰীয়া গোস্বামী।

---

# আবাহন।*

আহাঁ আজি নৃপবৰ লোৱাঁহি তোমাৰ
অশেষ গৌৰাবান্বিত বিজয়-কিৰীটি ;
লোৱাঁহি পুনৰ আজি দিল্লী নগৰীত
দিল্লীশ্বৰ নাম আৰু সৰল ভকতি।

আহাঁ হে ভাৰতেশ্বৰী চিৰবিৰহৰ
শান্ত হক সন্তানৰ অসহনি দুখ ;
প্ৰাচীন কালৰ সেই স্থিৰ সৌন্দৰ্য্যৰ
লভাঁহি আনন্দ দেখি নগৰৰ মুখ।

পৰিছে মনত আজি তাহানিৰ কথা,—
ৰাজসূয় পাণ্ডৱৰ অক্ষয় কীৰিতি,
পৰিছে মনত সেই ভীম অৰ্জ্জুনৰ
দোৰ্দ্দণ্ড প্ৰতাপ আৰু অতুল শকতি।

সসাগৰা পৃথিবীৰ ৰাজধানী বুলি
উৰুৱালে কীৰ্ত্তিধ্বজা দিল্লী নগৰীৰ
উদয় গিৰিৰেপৰা অস্তগিৰিলৈকে
শাসিলে নৃপতি যত ভাৰত ভূমিৰ।

এই আসনতে বহি ৰাজা যুধিষ্ঠিৰে
অমৰ কিন্নৰ দত্ত ৰাজ ভকতিৰ
সামৰিলে উপহাৰ নিজ চৰণত
শিৰোমণি মালা আৰু যত নৃপতিৰ।
সন্তান বৎসলা দেবী দ্ৰৌপদী ৰাণীৰ
অক্ষয় স্নেহৰ ভাগ লভি সকলোৱে

ক্লান্তিশোক শেষ কৰি মনৰ হৰিষে
মাগিছিল অনুমতি বিদায় আগেয়ে।
আকৌ এদিন হায় এই নগৰতে
পৰাক্ৰমী মগলৰ বিজয় নিশান
শান্তিময় মলয়াত কঁপি ঘনে ঘনে
নাচিছিল শুনি যেন ৰাজ গুণগান।

বিশৃঙ্খলা ডাৱৰৰ দুদিনীয়া ছাঁত
পৰিছিল কলা মাথোঁ মুখ নগৰৰ,
আকৌ তেনেতে পৰি জিলিঙনি এটি
স্বৰ্গীয় ৰহণ ঢালি দিলে পশ্চিমৰ।

তাৰেপৰা কতকাল ৰাজ অদৰ্শন,
লাগিছিল ভাৰতৰ বেজাৰ আমনি ;
কিবা ভাগ্য আজি আই ! আকৌ তোমাৰ
মিলিল হঠাতে আহি মুকুটৰ মণি।

চিৰ অন্তৰ্হিত সেই অপ্সৰীৰ দল
পুনৰ, জুৰিলে আহি তোমাৰ আকাশ,
স্বৰ্ণ কমণ্ডলু লই সপ্তৰ্ষিমণ্ডলে
পুনৰ কৰেহি আই তোমাক আশ্বাস।

ধৰাঁ ধৰাঁ নৃপবৰ গৌৰৱ-কিৰীটি
ভাৰতৰ ৰাজলক্ষ্মী ভক্তি উপহাৰ,
শান্তিময়া সুখময় দীৰ্ঘজীবি কৰি
পূৰক ঈশ্বৰে যেন বাঞ্ছা তোমাসাৰ।

শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা বৰুৱা।

---

* ডিচেম্বৰৰ ৯ তাৰিখে ৰাজঅভিষেকত আনন্দ প্ৰকাশ কৰিবলৈ গোটখোৱা গুৱাহাটীৰ Assamese student's literary clubৰ বিশেষ অধিবেশনত পঢ়া হৈছিল।

# মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত।

মহাপুৰুষ শঙ্কৰদেৱে আৰু মাধৱদেৱে প্ৰচাৰ কৰা ধৰ্ম্ম সম্বন্ধে বহুতৰ ভুল ধাৰণা আছে যেন অনুমান হয় আৰু এই বিষয়ে মাজে মাজে কোনো কোনো লিখকে ভুল মন্তব্য লিখি প্ৰকাশ কৰাও দেখা যায়। যোৱা আহাৰ মাহৰ "ঢাকা ৰিভিউ" নামে এখনি ইংৰাজী-বঙ্গলা মাহেকীয়া কাকতত গুৱাহাটীৰ কটন কলেজৰ প্ৰফেছৰ শ্ৰীযুত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদে এই বিষয়ে এটি প্ৰবন্ধ প্ৰকাশ কৰিছিল। কি কি কথাত চৈতন্যৰ ধৰ্ম মততকৈ শঙ্কৰৰ ধৰ্ম্মমত বিভিন্ন আৰু শ্ৰেষ্ঠ তাক তেওঁ দেখুৱাইছে। শঙ্কৰৰ ধৰ্ম্মমতাৱলম্বীসকলে শাস্ত্ৰমতে অনুষ্ঠানবিলাক কৰে কিন্তু চৈতন্য পন্থী বৈৰাগীবিলাকে তাক নকৰে এই কথাও তেওঁ স্বীকাৰ কৰিছে। কিন্তু কেবাটিও কথাত তেওঁৰ ভুল থকা যেন দেখা যায়। তেওঁৰ প্ৰবন্ধৰ যথাৰত ভাৱে প্ৰতিবাদ কৰা আমাৰ উদ্দেশ্য নহয় আৰু প্ৰতিবাদ যে বিশেষ আৱশ্যকীয় এনেও আমাৰ বোধ নহয়। তেওঁৰ প্ৰবন্ধৰ দুই এটি কথাৰ আলোচনা কৰি এই সুযোগতে মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমতৰ বিষয়ে আমাৰ অলপ বুদ্ধিৰ দ্বাৰাই যি বুজা হৈছে তাৰে দুই চাৰি আষাৰ কথা কবৰ মনেৰে এই প্ৰবন্ধ লিখা হল।

দৰাচলত শঙ্কৰে জড় মূৰ্ত্তিত ঈশ্বৰ বুদ্ধি কৰি উপসনা কৰাৰ বিৰুদ্ধে শিক্ষা দিছিল। "তীৰ্থ বুলি কৰে জলত শুদ্ধি, প্ৰতিমাত কৰে দেৱতা বুদ্ধি, বৈষ্ণৱত নাই ইসব মতি, গৰুতো অধম, কৃষ্ণ বদতি।" বিদ্যাবিনোদ মহাশয়ে কিন্তু কীৰ্ত্তনৰ ধ্যান বৰ্ণন অধ্যায় আৰু শঙ্কৰে বৰদোৱাত থাকোঁতে জগন্নাথ দেৱৰ প্ৰতিমা সজোৱা কথাৰ দ্বাৰাই শঙ্কৰে যে পৌত্তলিকতা শিক্ষা দিছিল এনে কথা প্ৰমাণ কৰিব খোজে।

শঙ্কৰৰ ধ্যান বৰ্ণনত যি ধ্যানৰ কথা-আছে সি মানস ধ্যান। ঈশ্বৰ চিন্তাৰ কাৰণে প্ৰথম অৱস্থাত মানুহে এটি ৰূপ চিন্তা বা ধ্যান কৰিব লাগে, নহলে চিত্ত স্থিৰ নহয়, কোনো ধাৰণা হব নোৱাৰে। সেইদেখি হে তেওঁ "মুখে বোলাঁ ৰাম, হৃদয়ে ধৰাঁ ৰূপ" এনে কথা শিকাইছিল। অজ্ঞান লোকবিলাকক ব্ৰহ্মজ্ঞান শিক্ষা দিবৰ নিমিত্তে শাস্ত্ৰকৰ্ত্তাবিলাকে ব্ৰহ্মাৰ ৰূপ কল্পনা কৰিছিল।

"চিন্ময়স্যাদ্বিতীয়স্য নিস্ফলস্যাশৰীৰিণঃ।
উপাসকানাং কাৰ্য্যাৰ্থং ব্ৰহ্মণোহৰূপ কল্পনা"।।

উপাসকবিলাকৰ সাধনাৰ সাহায্যাৰ্থে শৰীৰহীন, উপাধিশূন্য, অদ্বিতীয় জ্ঞানস্বৰূপ পৰমেশ্বৰৰ ৰূপ কল্পনা কৰা হৈছে। এয়ে সাকাৰ উপাসনাৰ মূল। শঙ্কৰৰ উদ্দেশ্য আছিল অজ্ঞবিলাকক ব্ৰহ্মজ্ঞান শিক্ষা দিয়া। বাস্তবিক ঈশ্বৰ সাধনাৰ পথত আগবঢ়া লোকৰ প্ৰথম অৱস্থাত হে এনে উপাসনা আৱশ্যকীয়। যি এই পথত ভালকৈ আগুৱাব পাৰিছে তেওঁৰ এনে প্ৰকাৰ অৱলম্বন নহলেও হব পাৰে। মলয় বতাহ এনেই বলি থাকিলে তাল বৃন্তৰ আৱশ্যক কি? নাম উচ্চাৰণ কৰোঁতে কৰোঁতে প্ৰথমে নামত ৰুচি পাছত নামত আসক্তি আৰু শেহত নামত আনন্দ জন্মে। তেতিয়া নাম উচ্চাৰণ বা শ্ৰৱণ মাত্ৰেই ভক্ত আনন্দত পৰিপ্লুত হয়। গৰখীয়া লৰাই ভগবান শ্ৰীকৃষ্ণৰ নাম গোৱা শুনি আনন্দত শঙ্কৰৰ চকুৰ লোতক বাগৰি পৰিছিল। সেই প্ৰকাৰে ঈশ্বৰক চিন্তা কৰি যি সাধক হব পাৰিছে তেওঁৰ সামান্য কথাতে ব্ৰহ্মস্ফূৰ্ত্তি হয়। এটি কম বয়সীয়া ইংৰাজ লৰাই দেৱালত আউজি ত্ৰিভঙ্গভাৱে থিয় হৈ থকা দেখি মহাত্মা ৰামকৃষ্ণ পৰমহংসৰ সমাধি অৱস্থা হৈছিল। ত্ৰিভঙ্গ ৰূপ দেখিয়েই তেওঁৰ ব্ৰহ্মস্ফূৰ্ত্তি হল। কিন্তু beginner এনে অৱস্থা হব নোৱাৰে। গতিকে ঈশ্বৰৰ কল্পিত ৰূপৰ মানস-ধ্যান আৱশ্যক। কিন্তু ঈশ্বৰ-বুদ্ধি কৰি মাটি বা শিলৰ প্ৰতিমাক পূজা আদি কৰা গৰু সদৃশ মূৰ্খৰ কাম।

"অপ্সুদেবা মনুষ্যাণাং দিবি দেবা মনিষিণাং
কাষ্ঠ লোষ্ট্ৰেসু মূৰ্খাণাং যুক্তিস্যাত্মনি দেবতা।"

মাধৱদেৱে লিখিছে,—"অব্যক্ত ঈশ্বৰ হৰি, কি মতে পূজিবা তাঙ্ক, ব্যাপকত কিবা বিসৰ্জ্জন। এতাৱন্ত মূৰ্ত্তিশূন্য কোন মতে চিন্তিবাহা, ৰাম বুলি শুদ্ধ কৰাঁ মন।।" ইয়াকে দেখিও বহুতে ভাবে যে শঙ্কৰে সাকাৰ উপাসনাৰ আৰু মাধৱে নিৰাকাৰ ঈশ্বৰৰ সাধনাৰ শিক্ষা দিছিল। বাস্তৱিক ঈশ্বৰ যে নিৰ্গুণ, নিৰাকাৰ, নিৰ্ব্বিকাৰ, চৈতন্যস্বৰূপ এই কথা দুয়ো কৈছে। কেৱল ভক্তৰ নিমিত্তে হে তেওঁ সাকাৰ আৰু সগুণ। নহলে অল্পবুদ্ধিৰ মানুহে কেনেকৈ নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মৰ ধাৰণা কৰিব। সেইদেখি লোকে মানবীয়

উত্তম গুণবিলাকৰ উৎকৰ্ষ ব্ৰহ্মত আৰোপিত কৰি তেওঁক সগুণ ঈশ্বৰ ভাৱে আৰাধনা কৰে। সগুণ ঈশ্বৰৰ আৰাধনা কৰোঁতে কৰোঁতে জ্ঞানোন্নতি হলে শেহত নিৰ্গুণ ঈশ্বৰৰ সাধনাত ধৰিব পাৰি। ওপৰত তুলি দিয়া ঘোষাৰ পদ কেফাকিৰ আগতে লিখিছে, "একান্ত ভকতসবে, নিৰ্গুণ কৃষ্ণৰ গুণ, গাৱে সদা বসিয়া যথাত। বৈকুণ্ঠকো পৰিহৰি, যোগীৰো হৃদয় এৰি, থাকে হৰি সাক্ষাতে তথাত"। আকৌ ঘোষাৰ এঠাইত আছে, "নিৰ্গুণ কৃষ্ণৰ, গুণক প্ৰকাশ, কৰিলা শ্ৰীশঙ্কৰে।" নিৰ্গুণৰ গুণ বাস্তৱিক Paradox ইয়াৰ অৰ্থ এই যে নিৰ্গুণ ঈশ্বৰকে ভক্তসকলে সগুণ ঈশ্বৰৰ আৰাধনাক উপাসনা অৰ্চ্চনা আদি বোলা যায়। নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মাৰ সাধনাৰ প্ৰকৃততে কোনো নাম হব নোৱাৰে ; কাৰণ শব্দ বা নাম মাত্ৰেই গুণবাচক। তথাপি যিমান দূৰ ব্যক্ত কৰিব পৰা যায় ভাষাত ইয়াক যোগ বোলা হৈছে অৰ্থাৎ পৰমাত্মাৰ লগত জীৱাত্মৰ মিলন।*

এতেকে ঈশ্বৰ নিৰাকাৰ আৰু ঈশ্বৰ সাকাৰ। কিন্তু আকাৰ বুলিলে আমি যি বুজো তেওঁ তাৰ অতীত। তেওঁৰ কোনো জড় স্থূল কিম্বা সূক্ষ্মপৰমাণুবিশিষ্ট ৰূপ নাই আৰু হব নোৱাৰে। মাধৱদেৱে লিখিছে, "যতেক প্ৰাকৃত, আকাৰ বৰ্জ্জিত, ভৈলন্ত যিহেতু হৰি। সেই হেতুতেসে, নিৰাকাৰ নাম, আছন্ত ঈশ্বৰে ধৰি।।" কিন্তু নিৰাকাৰ বুলি তেওঁ একেবাৰে শূন্য নহয়। শাস্ত্ৰমতে তেওঁৰ ৰূপ আছে যাক ভক্তসকলে দৰ্শন কৰিব পাৰে। সেই ৰূপ নিত্যৰূপ, সেই ৰূপেই সৎচিৎ আনন্দৰূপ। সেইৰূপ ভাষাত ব্যক্ত কৰিব পৰা নাযায়। চৰ্ম্মচকুৰে তাৰ দৰ্শন হব নোৱাৰে। অন্তৰ তন্ময় হলে, ভক্তি-চকু মেল খালে হে সেই নিত্যৰূপ দৰ্শন কৰা যায়। এনে দৰ্শন লাভ কৰা সৌভাগ্যশালী সিদ্ধ পুৰুষৰ হে হব পাৰে।—

"শৃণ্বন্তু বিশ্বেহমৃতস্য পুত্ৰাআ যে ধামানি দিব্যানিতস্থুঃ।
বেদাহমেতং পুৰুষং মহান্তমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ।।"

হে দিব্যধামবাসী অমৃতৰ পুত্ৰবিলাক! তোমালোকে শুনা। মই সেই তিমিৰাতীত জ্যোতিৰ্ম্ময় মহান পুৰুষক জানিছোঁ।"

কিন্তু ভক্তৰ জ্ঞানৰ উন্নতি হৈ যেতিয়া তত্বজ্ঞান পৰিস্ফুত হয় তেতিয়া আৰু ৰূপ দেখা নাযায়। তেতিয়া অখণ্ড সচ্চিদানন্দ ব্ৰহ্মক উপলব্ধি হয়। ইয়াৰ উপমা যেনে—সচ্চিদানন্দ আপাৰ সাগৰ, আকাৰ আয়তনৰ কোনো ধাৰণা নহয়। মাজে মাজে ভক্তিৰূপ হিমৰ দ্বাৰা বৰফ হৈ আকাৰ ধাৰণ কৰিছে। জ্ঞান-সূৰ্য্য উদয় হোৱাৰ পাছত বৰফ গলি যায়, তেতিয়া আকৌ আপাৰ সমুদ্ৰ। "জ্ঞান প্ৰসাদেন বিশুদ্ধ সত্ত্ব স্তুতস্তু তং পশ্যতে নিষ্কলং ধ্যায়মানঃ" জ্ঞানৰ প্ৰসাদত শুদ্ধচিত্ত লোকবিলাকে ধ্যানযুক্ত হৈ নিৰবয়ব ব্ৰহ্মক উপলব্ধি কৰে। এই অৱস্থা কাৰো হলে "কৰতলন্যস্ত আমলকবৎ" আৰু কোনো সংশয় নেথাকে। "ভিদ্যতে হৃদয়গ্ৰন্থি শ্চিদ্যন্তে সৰ্ব্ব সংশয়াঃ"।

শঙ্কৰদেৱে আৰু মাধৱদেৱে অনাৱশ্যক হোম, যাগ, পূজা, আদি কৰ্ম্ম এৰি ভক্তিকে একান্তমনে ধৰিবলৈ শিকাইছিল আৰু সেই উদ্দেশ্যতে হে ওপৰত উদ্ধৃত কৰা ঘোষা পদ কেফাকি লিখা হৈছিল। তাৰ ঠিক পাছৰ পদৰপৰা ইয়াক ভালকৈ বুজা যায়,—"কৰ্ম্মত বিশ্বাস যাৰ, হিয়াত থাকন্তে হৰি, অতিশয় দূৰ হোন্ত তাৰ।" শঙ্কৰৰ একাদশ স্কন্ধত আছে, "যাৰ যেন মতি কৰে বেদক ব্যাখ্যান। নিজ ধৰ্ম্ম ভকতিক ত্যজি বুজে আন। কেহো বোলে বেদে কৰে যজ্ঞ ব্ৰত দান। কতো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ স্নান। কেহো বোলে বেদে কহে জ্ঞানতেসে গতি। গুণৰ ইচ্ছাই বুজে যাৰ যেনে মতি।। * * * নছাৰে কৰ্ম্মৰ শোক দুঃখ প্ৰতি দিনে। জ্ঞানতো নাহিকে গতি ভকতি বিহনে।। * * তপ জপ সন্ন্যাস পৰম মহাদানে। নপাৱে আমাক সখি যোগ মহাজ্ঞানে।। কেৱলে ভকতি একে মোক কৰে বশ্য।" ইত্যাদি। দৰাচলত যি ভক্তিমাৰ্গ আশ্ৰয় কৰে তেওঁৰ কৰ্ম্মত বিশ্বাস নাই। জৈমিনিৰ পূৰ্ব্বমীমাংসাৰ প্ৰবৃত্তি-ধৰ্ম্মৰ ক্ৰিয়া-কাণ্ডৰ শিক্ষা খণ্ডন কৰাৰ কাৰণেই ব্যাসদেৱৰ নিৰ্বৃতি ধৰ্ম্মৰ উত্তৰমীমাংসাৰ সৃষ্টি যেনে অনুমান হয়। বেদান্তৰ শাৰিৰক ভাষ্যকাৰ পূজ্যপাদ শঙ্কৰাচাৰ্য্যই "অথাতো ব্ৰহ্মজিজ্ঞাসা" এই আদি সূত্ৰৰ টিকা কৰোঁতে কৈছে যে চিত্তসুদ্ধি হে ব্ৰহ্মজিজ্ঞাসাৰ হেতু হব পাৰে। যজ্ঞ হোম আদি কৰ্ম্ম মীমাংসাৰ ক্ৰিয়া তেনে হেতু হব নোৱাৰে।

* নামঘোষাৰ নতুন ব্যাখ্যাকাৰ অধিকাৰ মহাশয়ে এই সগুণ নিৰ্গুণ বিষয়ে কিঞ্চিত confusion কৰা যেন দেখা যায়।

সেইবিলাক বৰং ব্ৰহ্মজিজ্ঞাসাৰ বাধা হে হয়। বহুতে ব্ৰত কৰি বেদাদি অধ্যয়ন কৰে কিন্তু তথাপি ব্ৰহ্মজিজ্ঞাসু নহয়। বহুতে নানা প্ৰাকৃতিক তত্ত্ব বিষয়ৰ জ্ঞান লাভ কৰিব পাৰিছে কিন্তু ব্ৰহ্মজ্ঞান লাভ কৰিব পৰা নাই। বহুতে স্মৃতি তৰ্ক দৰ্শন আদিত পাৰ্গত হৈছে কিন্তু ব্ৰহ্মজ্ঞান লাভ কৰিব পৰা নাই। বহুতে নিত্য গঙ্গাস্নান জপ, তৰ্পণ, দান, দেবকাৰ্য্য, পিতৃকাৰ্য্য আদি কৰিব লাগিছে কিন্তু তেওঁলোকৰো ব্ৰহ্মজ্ঞানৰ উদয় হোৱা নাই। বেদান্তবাদীৰ মতে ধৰ্ম্ম ক্ৰিয়া আদিৰ দ্বাৰা যি চিত্তপ্ৰসন্নতা হয় সেয়ে মাত্ৰ তাৰ ফল আৰু জানিত বা অজানিত ভাবে এই ফল প্ৰত্যাশা কৰিয়েই কৰ্ম্ম সাধাৰণত কৰা হয়, সেইবাবে এনে সকাম্ কৰ্ম্ম ব্ৰহ্মজিজ্ঞাসাৰ অনুকুল নহে বৰং প্ৰতিকুল হয়। কৰ্ম্ম নিষ্কাম ভাবে কৰিব নোৱাৰিলে চিত্ত শুদ্ধি নহয় ; অথচ চিত্ত শুদ্ধি হলে হে তত্ত্বজ্ঞান হয়. আৰু তত্ত্বজ্ঞান হলেহে মুক্তি হয়। শ্ৰৌত বা স্মাৰ্ত্ত কৰ্ম্মৰ সহায়ত নহয়, এই কথা বেদান্তবাদীসকলে ডাঢ়াই ডাঢ়াই কৈছে। বেদান্তৰ ব্যাখ্যাকাৰ অদ্বৈতবাদী শঙ্কৰাচাৰ্য্য আৰু বিশিষ্টাদ্বৈতবাদী ৰামানুজ স্বামী উভয়েই এই কথাত মিলে। কিন্তু শঙ্কৰাচাৰ্য্যই জ্ঞানমাৰ্গক আৰু ৰামানুজে ভক্তিমাৰ্গক শ্ৰেষ্ঠ বুলিছে। জ্ঞান মাৰ্গৰ সোহহং ভাবত ভক্তিৰ স্থান নাই, সেইদেখি ভক্তিমাৰ্গক ভগবান আত্মাতকৈ বিশেষ অৰ্থাৎ transcedental । এই ভাবেই সৰ্ব্বত্ৰ বৈষ্ণৱ সমাজত প্ৰবল।

সংসাৰীৰ পক্ষে সোহহং ভাব অসম্ভব আৰু অনুপযুক্ত। সংসাৰীয়ে কত খুন, কত জাল, কত চুৰি, কত পৰস্ত্ৰীহৰণ আদি ভয়ঙ্কৰ ভয়ঙ্কৰ পাপ কৰিব লাগিছে। তেনে সংসাৰীয়ে যদি কয় " হে ঈশ্বৰ তুমিয়ে মই, মইয়ে তুমি" তেনেহলে কেনে শুনায়? অবিদ্যাৰ নাশ হলে, দেহবুদ্ধি গলে, মানুহ জীৱন্মুক্ত হয় ; কিন্তু দেহবুদ্ধি যায় কত? "মই" ভাব কেতিয়াও সংসাৰীৰ নাযায়। ৰামকৃষ্ণ পৰমহংসই সুন্দৰকৈ কৈছিল "আমি" গেলে ঘুচিবে জঞ্জাল। কিন্তু 'আমি' তো যায়না, তবে থাক্ শালা 'দাস আমি' হয়ে।" অৰ্থাৎ যি পৰ্য্যন্ত দেহবুদ্ধি থাকে সেই পৰ্য্যন্ত সেব্য সেবকৰ ভাবৰ ভক্তিয়েই সংসাৰী লোকৰ পক্ষে সহজ আৰু উপযুক্ত। এই দাস্য ভাবৰ ভক্তিয়েই মহাপুৰুষীয়া ধৰ্ম্মৰ মূল শিক্ষা। এই দাস ভাবৰ প্ৰাৰ্থনা কেনে সুন্দৰ ঘোষাৰপৰা দেখক ঃ—

"সহস্ৰ সহস্ৰ অতি অপৰাধ দিনৰাতি
কৰোঁ মই মহামূঢ় জন।
আমি প্ৰভু তযু দাস আকে জানি জগবাস
ৰাখিওক শ্ৰীমধুসূদন।।
ধৰ্ম্মক জানোহোঁ মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিৰ্বৃতি নহয়।
হৃদিস্থিত হুয়া তুমি যেনে কৰোৱাহা স্বামী
হৃষিকেশ কৰিবোঁ তেনয়।।
নজানোহোঁ আবাহন নজানোহোঁ বিসৰ্জ্জন
পূজামাত্ৰ নাজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলোঁ চৰণৰ
মোৰ গতি সাধিবে উচিত।।"

মুছলমানে মচ্‌জিদৰপৰা, খৃষ্টান পাদুৰীয়ে পুল্‌পিটৰপৰা, ব্ৰাহ্ম আচাৰ্য্যই বেদীৰপৰা অবাধে এই প্ৰাৰ্থনা উচ্চাৰণ কৰিব পাৰে। কাৰণ এই ভাবৰ ঈশ্বৰ ভক্তিয়েই বিশ্বজনীন ধৰ্ম্ম universal religion.

ভক্তিতেই চিত্তশুদ্ধি হয়, জ্ঞানৰ উদয় হয়। একাদশ স্কন্ধত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে "জ্ঞানে গতি কৰে বেদ, লয়ো তাৰ পৰিছেদ, আছে জ্ঞান ভকতিৰ মাজে।" নাৰদ, সনক, সনন্দ, সনাতন, সনৎকুমাৰ প্ৰভৃতি ঋষিসকল জ্ঞানী হৈও ভক্তি-পথ হে দেখুৱাই গৈছে। এওঁলোক "মুক্তিতো নিস্পৃহ" আছিল অৰ্থাৎ তত্ত্বজ্ঞান লাভ কৰি নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মক উপলব্ধি কৰিও আকৌ সগুণ ঈশ্বৰৰ ভক্তিকে শ্ৰেষ্ঠ বুলি মানিছিল। যীশু খৃষ্ট, কবিৰ, নানক, চৈতন্য, ৰমানন্দ, শঙ্কৰদেব প্ৰভৃতি মহাত্মাসকলে ব্ৰহ্মজ্ঞান লাভ কৰিও লোকহিতাৰ্থে ভক্তি-পথকে প্ৰবৰ্ত্তন কৰি গৈছে। এয়ে প্ৰকৃত সনাতন ধৰ্ম্ম পথ। বেদান্তৰ সাৰ, ভক্তি প্ৰবৰ্ত্তক অমূল্য গ্ৰন্থ ভাগৱত আৰু গীতা এই ধৰ্ম্মৰ ভিত্তিস্বৰূপ। এই ধৰ্ম্মকে শিক্ষা দি অনাৱশ্যক ক্ৰিয়াদি পৰিত্যাগ কৰাই হৰিভক্তিত লোকক ৰত কৰাবলৈ পুৰুষাৰ্থ কৰাৰ বাবেই শঙ্কৰ, মাধৱ, দামোদৰ প্ৰভৃতিৰ বিৰুদ্ধে ৰাজাৰ গুৰিত স্বাৰ্থপৰ লোকবিলাকে ভিন ভিন সময়ত গোচৰ কৰিছিল। এই মহাত্মাসকলে যেতিয়া ধৰ্ম্ম প্ৰচাৰ আৰম্ভ কৰে তেতিয়া লোকসমাজত ক্ৰিয়া-কাণ্ডৰ আধিপত্য খুব আছিল। এনে কি ক্ৰিয়াবিলাক ক্ৰমে ইতৰ লোকৰ

ভিতৰত অনাচাৰত পৰিণত হৈছিল গৈ। অনাচাৰীবিলাকে তেওঁলোকৰ ধৰ্ম্মমত বৌদ্ধমত বুলি নিন্দা কৰিছিল। আৰ্য্য ঋষিবিলাকৰ কেবাযুগব্যাপী অনুশীলনৰ চৰম ফল, আৰ্য্য দৰ্শনৰ সাৰ বেদান্তাদি যি ধৰ্ম্মৰ ভিত্তি সেই ধৰ্ম্মমত শাস্ত্ৰবিৰুদ্ধ বৌদ্ধমত বুলি আজিকালিও কোনোলোকে কবলৈ সাহ কৰে ইহে আচৰিত। প্ৰকৃত সনাতন ধৰ্ম্ম কি তাক নজনাৰ বাবেই লোকে এনে মন্তব্য প্ৰকাশ কৰে।

ভগৱানোক্ত বেদসকল আৰু তদন্তৰ্গত ব্ৰাহ্মণ, সংহিতা আৰু উপনিষদবিলাক, ঋষিপ্ৰণীত বেদান্তাদি ষড়দৰ্শন পুৰ্ব্বাপৰ এতিয়াও আছে। কোনো কালে সেইবিলাক লুপ্ত হোৱা নাছিল।* সেইবিলাক অধিকাৰভেদে ভিন্ন ভিন্ন লোকৰ উপযুক্ত ধৰ্ম্মশিক্ষা থকা স্বত্বেও দেশত অধৰ্ম্মৰ বিস্তাৰ কিয় হয়? পৰিত্ৰাণ আৰু ধৰ্ম্ম সংস্থাপনৰ অৰ্থে যুগে যুগে কিয় ভগবানৰ অৱতাৰ আৱশ্যক হয়? বুদ্ধ, মহাবীৰ, নানকাদি মহাত্মাসকলে কি নিমিত্তে ভিন ভিন সময়ত আবিৰ্ভাব হৈ ধৰ্ম্ম প্ৰচাৰ কৰিব লাগিছিল? ইয়াৰ কাৰণ এনে অনুমান হয় যে প্ৰাচীন কালত ইতৰ লোকবিলাকৰ প্ৰকৃত ধৰ্ম্ম শিক্ষাৰ্থে বিশেষ সুবন্দবস্ত নাছিল। আৰ্য্য ঋষিসকলৰ সময়ত শূদ্ৰাদি ইতৰ লোকৰ গূঢ় দাৰ্শনিক ধৰ্ম্মতত্ত্বসকল ধাৰণা কৰিবৰ শক্তি নাছিল। সেই বাবে সিহঁত এক প্ৰকাৰ সনাতনধৰ্ম্ম শিক্ষাৰ বহিৰ্ভূত আছিল। ঋষিসকলৰ পৰবৰ্ত্তী সময়ত চতুৰ্ব্বৰ্জাতিৰ স্থলত নানা জাতি হল। এক ব্ৰাহ্মণ শ্ৰেণীত বাজে আন সকলো জাতি এক প্ৰকাৰ খিচিৰি হৈ নানা জাতিৰ সৃষ্টি হল। এই সুযোগতে বহুত ইতৰ শ্ৰেণীৰ লোকৰ উন্নতি হল, কিন্তু এই লোকসকলৰ আৰ্য্যধৰ্ম্মৰ সাৰ গ্ৰন্থবিলাকত অধিকাৰ নাছিল। এই লোকবিলাকক কুলীন যাজক সম্প্ৰদায়ে যি ধৰ্ম্ম বুজাই দিছিল তাত পৰে সিহঁতৰ আন ওখ ধৰ্ম্মভাব নাছিল। যাজক শ্ৰেণীৰ খুব প্ৰাধান্য বাঢ়িল। শেহত স্বাৰ্থলোভী যাজকবিলাকৰ শিক্ষাৰ ফলত ইতৰ শ্ৰেণীৰ লোকৰ মাজত দেৱতা উপদেৱতা আদিৰ নিৰৰ্থক পূজা আৰু নানা প্ৰকাৰ কুসংস্কাৰ প্ৰচলিত হল। হংস, পাৰাৱত, ছাগ, কূৰ্ম্ম, মহিষ ইত্যাদিৰ বলি দানৰ বিশেষ আড়ম্বৰ বাঢ়িল। এনে কি, ধৰ্ম্মৰ নাম কৰি নৰহত্যা পৰ্য্যন্ত কৰা হল। সৰহ দূৰলৈ নাযাওঁ, আমাৰ দেশৰ কামাখ্যা কেচাইখাতী আদি ঠাইত গোসাঁনীৰ আগত নৰবলীও দিয়া হৈছিল। "ভোগী" বিলাকৰ বিৱৰণ পঢ়িলে শৰীৰ শিয়ঁৰি উঠে। এইবিলাক ক্ৰিয়াকাণ্ডৰ যাজকবিলাকক উদ্দেশ্য কৰিয়েই শাস্ত্ৰত বোধ কৰোঁ কৈছে ঃ—

নযোনি ৰ্নাপি সংস্কাৰো ন শ্ৰুতং নচ সন্ততিঃ।
কাৰণানি দ্বিজত্বস্য বৃত্তমেব তু কাৰণম।।"

ব্ৰাহ্মণ বংশত জন্ম, কিম্বা সংস্কাৰ, কিম্বা বেদ অধ্যয়নৰ দ্বাৰা দ্বিজত্ব লাভ নহয়; ব্ৰাহ্মণৰ আচাৰৰ দ্বাৰা হে ব্ৰাহ্মণত্ব হয়। বাস্তবিক এই অশিক্ষিত লোকবিলাকক অজ্ঞানতা আৰু কুসংস্কাৰৰ অন্ধকাৰ কূপত পেলাই থৈ নিজ স্বাৰ্থ উদ্ধাৰ কৰাই এক শ্ৰেণী নীচমনা যাজকৰ ঘাই নীতি আছিল যেন বোধ হয়। এয়ে প্ৰাচীন হিন্দু সভ্যতাৰ গাৰ ডাঙৰ চেকা। হায়, এতিয়া নানা প্ৰকাৰ নিৰৰ্থক ব্যাখ্যা sophistries কৰিলেও আৰু সি চেকা মচিব নোৱাৰি।

বুদ্ধ, মহাবীৰ, কবিৰ, নানক প্ৰভৃতি মাহাত্মাসকলৰ নিচিনাকৈ এই অজ্ঞ হীন জাতিৰ লোকবিলাকক যথাৰ্থ ধৰ্ম্মশিক্ষা দি সিহঁতক উদ্ধাৰ কৰিবৰ অৰ্থে হে শঙ্কৰে ঘাইকৈ চেষ্টা কৰিছিল। শঙ্কৰে বহলকৈ ভেটি পাতি অট্টালিকা সাজিবৰ দিহা কৰিছিল। মাধৱে সেই অট্টালিকাৰ ওপৰৰ ভাগ সম্পূৰ্ণ কৰিছিল। মাধৱৰ ৰচনা আৰু শিকনি গভীৰ দাৰ্শনিক তত্ত্বমূলক। এই কাৰণে হে দুইৰো ৰচনাৰ অলপ তাৰতম্য দেখা যায়।

প্ৰকৃততে দুয়ো একে শিক্ষাকে দিছিল। শঙ্কৰ গৃহী আৰু মাধৱ সংসাৰ বিৰাগী আছিল। কিন্তু মাধৱে বৈৰাগ্য শিক্ষা দিয়া নাছিল। কিজানি সংসাৰী লোকে একেবাৰে বেদ-পথ এৰে এনে আশঙ্কা কৰি তেওঁ লিখিছে "অবিৰক্ত

* অতি প্ৰাচীন কালত উপবেদ বা তন্ত্ৰ নামৰ বেদৰ আৰু এটি অঙ্গ থকা জনা যায়। সেইসকলত নানা অলৌকিক বিজ্ঞান ৰহস্য আছিল। কোনো কোনোৱে বিশ্বাস কৰে যে বৰ্ত্তমান যুগত সেইসকল শাস্ত্ৰৰ অধিকাৰীৰ অভাৱৰ নিমিত্তে ত্ৰিকালজ্ঞ ঋষি সকলে সেইবিলাক লোকৰ অগম্য আশ্ৰমবিলাকত ৰাখিছে। বৰ্ত্তমানত যি সকল শাস্ত্ৰ তন্ত্ৰ নামে পৰিচিত সেইবিলাক কস্মিনকালেও বেদৰ অন্তৰ্গত নাছিল।

ভকতত্তৰ বেদ লঙ্ঘিবাৰ দোষ, মানিবাহাঁ ইহাক নিশ্চয়। পৰম বিৰক্ত যিটো, কৃষ্ণৰ ভকত ভৈল, তাৰ একো নাহিকে নির্ণয়।।” সংসাৰী হলে বেদৰ বিহিত কৰ্ম্ম কৰে কিন্তু সেইসকল ভক্তি-অবিৰোধী কৰ্ম্ম হব লাগে। সেইদেখি তেওঁ লিখিছে “তাৱত কৃষ্ণৰ ভক্ত নৰে, ভক্তি অবিৰোধী কৰ্ম্ম কৰে, কৃষ্ণৰ কথাত ৰতি যাৱে নোপজয়। যেবে ভৈল কৃষ্ণ কথা ৰত, নিত্য নৈমিত্তিক আদি যত, কথাৰ বিৰোধী জানিয়া সবে ত্যজয়।।” নিষ্কাম ভাবে কৰা কৰ্ম্মহে এনে ভক্তি-অবিৰোধী কৰ্ম্ম হব পাৰে। মাধৱে বৈৰাগী হৈ যি শিক্ষা দিছিল শঙ্কৰে তেওঁৰ অমূল্য জীৱনৰ অমূল্য দৃষ্টান্তৰ দ্বাৰা তাকে বুজাইছে ; অৰ্থাৎ সংসাৰী হবা কিন্তু অনাসক্তভাৱে। এহাতে যেনেকৈ সংসাৰ ধৰা আনহাতেৰে তেনেকৈ ভগবানৰ পাদ্ব পদ্মত ধৰি থাকিবা। সংসাৰীৰ বিবেক আৱশ্যক। বিবেক কি? নে ঈশ্বৰেই সত্য, জগতৰ আন সকলো বিষয় বস্তু অনিত্য, এই বুদ্ধি। এই জ্ঞানৰ বৰ্ম্ম পিন্ধি সংসাৰী হলে কোনো ভয় নাই। এৰাঁ গাখীৰ পানীত দিলে পানীৰে একেবাৰে মিহলি হৈ যায়। তেতিয়া পানীৰপৰা গাখীৰ উদ্ধাৰ কৰা অসম্ভৱ হয়। কিন্তু দুগ্ধৰ উৎকৰ্ষ সাধন কৰি যেতিয়া মাখন প্ৰস্তুত কৰা হয় তেতিয়া সেই মাখনক নিঃশঙ্কভাৱে পানীত ৰাখিব পাৰি। দুগ্ধৰ যেনেকৈ উৎকৰ্ষ কৰা যায় সেই প্ৰকাৰ চিত্তকো শুদ্ধ কৰা যায়। সংসাৰ ৰূপ জলত শুদ্ধ চিত্ত হৈ মাখনৰূপে অৰ্থাৎ নিৰ্লিপ্ত ভাবে থাকিব লাগে। এই চিত্তশুদ্ধিৰ একমাত্ৰ উপায় সাধু-সঙ্গ আৰু ভক্তি সহকাৰে ঈশ্বৰৰ নাম গুণ কীৰ্ত্তন। এয়ে উভয় মহাপুৰুষৰ শিকনি।

জ্ঞানযোগ, কৰ্ম্মযোগ আৰু ভক্তিযোগ এই তিনিওটি পথৰ লক্ষ এক—ব্ৰহ্মপ্ৰাপ্তি। কলিত অন্নগত প্ৰাণ। কলিৰ লোকৰ পক্ষে জ্ঞানযোগ আৰু কৰ্ম্মযোগ বৰ কঠিন। দেহবুদ্ধি কোনো প্ৰকাৰে নাযায়, লোক মায়াত ডুব গৈ থাকে। জ্ঞানৰ দ্বাৰাই চিত্তশুদ্ধি হোৱা বৰ কঠিন গতিকে জ্ঞানযোগ এক প্ৰকাৰ অসম্ভৱ। লোকৰ অলপ আয়ুসৰ নিমিত্তে কৰ্ম্ম কৰোঁতে কৰোঁতেই জীৱন যায়। কোনো কৰ্ম্ম অঙ্গপূৰ্ণ নহয়। হাজাৰ ভবা যায় নিষ্ক্ৰিয় ভাবে কৰ্ম্ম কৰা গৈছে কিন্তু কামনা আহি পৰে। তেনে অৱস্থাত কৰ্ম্মই কেনেকৈ ভগবান সিদ্ধিৰ বাবে সহায় কৰিব? বৰং তাৰ বিপৰীতে সংসাৰত আসক্তি হে বঢ়াই দিয়ে। সেইদেখি কলিত ভক্তিযোগ—নাৰদীয় ভক্তি, অৰ্থাৎ ভগবানৰ নাম গুণ কীৰ্ত্তন। এয়ে সহজ পথ, এয়ে যুগধৰ্ম্ম। মাধৱদেৱে লিখিছে “হৰি গুণ কীৰ্ত্তন কলিৰ নিজ ধৰ্ম্ম। জানিবাহাঁ সমস্ত শাস্ত্ৰৰ তত্ব মৰ্ম্ম।।”

মুল বিষয় আলোচনা কৰোঁতে প্ৰবন্ধৰ আৰম্ভনত লিখা উদ্দেশ্যৰপৰা বহু দূৰলৈ আহিলোঁ। আশা কৰোঁ পাঠকসকলে দায় নধৰিব। বৰদোৱাত ˚জগন্নাথ দেৱৰ প্ৰতিমা সজোৱাৰ উদ্দেশ্য চৰিত্ৰ পুথি মন দি পঢ়িলেই বোধকৰোঁ বুজা যায়। সেই সময়ৰ কিছু পুৰ্ব্বে ব্ৰাহ্মণবিলাকে শঙ্কৰৰ ভক্ত সকলক যৎপৰোনাস্তি নিৰ্য্যাতন কৰাত শঙ্কৰেৰে সৈতে ব্ৰাহ্মণ পণ্ডিত বিলাকৰ খুব বাদ প্ৰতিবাদ চলিছিল। সেই বাদত ব্ৰাহ্মণবিলাক হে পৰাস্ত হৈছিল। কোৰোলা বাঢ়ৈৰ দ্বাৰা প্ৰতিমা গঢ়াই প্ৰতিষ্ঠা কাৰ্য্যৰ নিমিত্তে ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰাত প্ৰথমতে তেওঁলোকে নিমন্ত্ৰণ গ্ৰহণ নকৰিবলৈ আলচ পাতিছিল। কিন্তু চৰিত্ৰত লিখিছে যে সোণ ৰূপ আদি দান দক্ষিণাৰ বিশেষ আয়োজনৰ ভু পাই ব্ৰাহ্মণসকল আহিল। প্ৰতিষ্ঠা কাৰ্য্য আৰু দান দক্ষিণাদি দিয়া সমাধা হলত ব্ৰাহ্মণবিলাকক মাতি শঙ্কৰে সেই প্ৰতিমা পূজা কৰা সম্বন্ধে বিচাৰ আৰম্ভ কৰিলে। আলোচনাৰ পাছত এয়ে স্থিৰ হ'ল আৰু পণ্ডিতবিলাকেও স্বীকাৰ কৰিবলৈ বাধ্য হল যে—

“যতেক মৃত্তিকাময় যত শিলাময়।
যত জলময় ইটো দেৱ তীৰ্থ হয়।।
কিন্তু শুদ্ধি কৰে চিৰকাল সেবি যেবে।
দৰ্শন মাত্ৰে শুদ্ধ কৰে সাধু নৰে।।
দেৱতা তীৰ্থতো হন্তে শুদ্ধ হোৱে নৰ।
সাধু এৰে দেৱে তীৰ্থে অনেক অন্তৰ।।”

ইয়াৰ চুম্বক মৰ্ম্ম এয়ে যে ব্ৰাহ্মণবিলাকে যিসকল হৰিসেবাৰত শুদ্ধচিত্ত সাধুক নিৰৰ্থক লাঞ্ছনা কৰিবলৈ কুণ্ঠিত নহৈছিল তেনে সাধু নৰ মাটি বা শিলৰ প্ৰতিমাতকৈও শ্ৰেষ্ঠ। শঙ্কৰে হৰিভক্ত বিদ্বেষী ব্ৰাহ্মণবিলাকক এই শিক্ষা দিবৰ নিমিত্তে হে ˚জগন্নাথৰ প্ৰতিমা প্ৰতিষ্ঠা কৰাইছিল এনে বুজা যায়, পৌত্তলিকতা প্ৰচাৰ কৰিবৰ অৰ্থে নহয়। বৰদোৱাৰ বাহিৰে গাঙ্গমৌ, ক্ষেত্ৰি, বড়পেটা, পাটবাউসী প্ৰভৃতি ঠাইত তেনে কোনো

প্ৰতিমা স্থাপন কৰোৱা চৰিত্ৰৰপৰা পোৱা নেযায়। সদীয়াৰপৰা গুৱালপাৰলৈকে আসামৰ গাঁৱে গাঁৱে নাম-ঘৰ, কীৰ্ত্তন ঘৰবিলাক আছে। সেইবিলাকত থাপনা আছে, শলাবন্তি আছে কিন্তু কোনো মূৰ্ত্তি বা প্ৰতিমা নাথাকে। পৌত্তলিকতা বুলিলে প্ৰতিমাত পূজা আদি বুজায়, অথচ পূজা সেৱা প্ৰভৃতি কৰ্ম্মযোগৰ অন্তৰ্গত। শঙ্কৰ মাধৱ দুয়োজনে পাৰ্য্যমানে বৰ্ত্তমান যুগত এই কৰ্ম্মযোগৰে অসাৰতা দেখাই ভক্তিযোগৰ প্ৰাধান্য বুজাইছে, তেনে স্থলত এওঁলোকে পৌত্তলিকতা শিক্ষা দিছিল বুলি কোৱা যে নিতান্ত ভুল তাৰ কোনো সন্দেহ নাই। ঘোষাত আছে, "জ্ঞান কৰ্ম্ম বিনে, কেৱলে ভক্তিতে, পাৱয় সংসাৰ পাৰ।। কেৱল ভকতি, পুৰুষক তাৰে, সহায় কাকো নচাৰে। জ্ঞান কৰ্ম্ম তাৰে, তাৰিতে নাপাৰে, ভকতি ন পাৰে যাৰে।।"

শঙ্কৰৰ প্ৰদৰ্শিত ধৰ্ম্মই সনাতন ধৰ্ম্ম। আজিকালি ভাৰতবৰ্ষময় সনাতন ধৰ্ম্মৰ ৰোল উঠিছে। এই ধৰ্ম্ম শিক্ষাৰ্থে হিন্দু বিশ্ববিদ্যালয় স্থাপন কৰাৰ কাৰণে দেশৰ চিন্তাশীল লোকবিলাকে যত্ন কৰিব লাগিছে আৰু সেই যত্ন যে সোনকালে ফলদায়ক হব তাৰ সন্দেহ নাই। সেয়ে হলে এই ধৰ্ম্ম ভাৰতীয় হিন্দুবিলাকৰ একমাত্ৰ ধৰ্ম্ম হব। তেতিয়া নানা পন্থ নানা আচাৰ গুচি ভাৰতবৰ্ষত আকৌ বিশুদ্ধ বৈদিক ধৰ্ম্ম বিস্তাৰ হব। জগদীশ্বৰৰ কৃপাত যেন সেই শুভদিন শীঘ্ৰে হয় এই প্ৰাৰ্থনা।

বিদ্যাবিনোদ মহাশয়ৰ প্ৰবন্ধৰ আৰু আন ভালেমান অসঙ্গত কথাৰ আলোচনা অন্য বাৰলৈ থাকিল।

---

# মণিপুৰ-যাত্ৰা।

(১০)

বজাৰত বিক্ৰীৰ নিমিত্তে ৰখা বস্তুবোৰলৈ চাই স্থানীয় মানুহৰ অৱস্থা বেছ বুজিব পাৰি। প্ৰায় এটাইবোৰেই চাউল, ভজা বা নভজা চিৰা, মুড়ি, গুড়, পিঠা, জলকীয়া, শুকান মাছ ইত্যাদি মানুহৰ উপযোগী বস্তুৰ পোহাৰ। "মনিহাৰী দোকান" এখনমানো চকুত পৰিছিল বুলি মনত নপৰে। চিৰা আৰু মুড়ি আমি বৰ সস্তা যেন পালোঁ। এটা পইচাৰ মুড়ি বা চিৰা কিনিলেই এটা মানুহৰ প্ৰায় এসাঁজলৈ আঁটে। আমি শুনি অবাক হলোঁ ভাল মনিপুৰীয়া চাউল মোনে এটকা-পাঁচ অনা মাথোন।

আমাৰ গাড়োৱান কিটাৰ ঘৰ হাটৰ নিচেই ওচৰতে। আমি সিহঁতৰ ঘৰত (অৰ্থাৎ গাড়ীতে) আমাৰ তালি-টোপোলাবোৰ থৈ আহি, হাট চাই ফুৰিবলৈ ধৰিলোঁ। হাটৰ ওচৰতে এখন ডাঙৰ নৈ ;—চেচা নৈতকৈ অলপৰহে সৰু। নৈৰ সিপাৰে এখন জঙ্ঘলময় পাহাড়। চেংমাই গাৱঁত দুটা কি এটা হিন্দুস্থানী মানুহৰ দোকান ঘৰও দেখিলোঁ। সিহঁত চাউলৰ কাৰবাৰৰ নিমিত্তে ইয়াত আছে।

পোহাৰীবোৰৰ প্ৰায় এটাইবোৰেই আদহীয়া তিৰোতা। সিহঁতে কোনেও হিন্দী বা অসমীয়া বা বাঙলা নুবুজে, অকল মণিপুৰীয়া মাত হে বুজে। আমি যে মণিপুৰীয়া মাত সমূলি নুবুজোঁ, সেইটো বোধকৰোঁ কোৱা বাহুল্য। কাজেই কোনো বস্তু বেহানি কিনাত আমাৰ বৰ অসুবিধা হৈছিল। মুখ হাত জোকাৰি মানুহে নো কিমান ঠাৰ-চিয়াঁৰ কৰিব পাৰে।

এভাগত পাঁচোটা পাঁচোটাকৈ পোহাৰী এজনীয়ে কিবা গুটি এবিধ বেচিছিল। তাৰে এভাগ মই লব খুজি, ভাগটোলৈ আঙুলিয়াই পোহাৰীক পইচা এটা দেখুৱালোঁ। পোহাৰীয়ে মুৰ জোকাৰি সম্মতি জনালত, মই এটা ভাগ বাছি, ভাগটোৰ এটা গুটি অইন এটা ভাগৰপৰা সলাই দিবলৈ কলোঁ। এই বিষয় লৈ ভালেমানপৰ্ ঠাৰ চিয়াঁৰ কৰা হল। পোহাৰীয়ে মনিপুৰীয়া মাত বলকে আৰু মই ক্ৰমান্বয়ে হিন্দী, বঙলা, আৰু অসমীয়া বলকোঁ। মই অকল ইংৰাজী আৰু সংস্কৃত বলকিবলৈ হে বাকী থাকিল। কিন্তু কোনেও কাকো বুজিব বা বুজাব নোৱাৰিলোঁ। শেহত পোহাৰীয়ে বুজিলে, মোক হেনো ৫টা গুটি নেলাগে, ৪টাহে লাগে। ইয়াকে বুজি তাই ভাগৰপৰা এটা গুটি আঁতৰাই থৈ বাকী ৪টা মোৰ হাতত তুলি দি, "খোপ্ খোপা" "খোপ্ খোপা" বুলি কিবা এটা কলে। মোৰ প্ৰথম

সঙ্গীয়ে পাৰেমানে হাঁহি কলে "খোপ্ খোপা হৈ গল আৰু এই ৪টাকে লৈ থোৱাঁ।" মইও বুজুৰাত নিৰাশ হৈ ৪টা গুটিকে লৈ পইচাটো দি পেলালোঁ। ইমান পৰ ঠাৰ-চিয়াঁৰ কৰাৰ লাভস্বৰূপে এটা গুটি কমিল। এই ঘটনাটোৱে ভালেমান দিনলৈকে মাজে মাজে আমাক হুঁহুৰাইছিল। মানুহজনীৰ লগত দৰ-দস্তুৰ কৰিবলৈ যোৱাটোৱেই আমাৰ অন্যায় হৈছিল। বেয়া সলাই ভাল লবলৈ চেষ্টা কৰাটোক দৰ-দস্তুৰ নুবুলি নো আৰু কি বুলিব পাৰি? বহুত সময়ত দেখা যায়, খাবলৈ খুটিবলৈ নথকা, নিচেই নিৰাশ্ৰয়া বাঁৰী-দুখুনী তিৰোতাৰপৰাও অবস্থাপন্ন মানুহ একোজনে, এক পইচাৰ ঢেকীয়া শাক কিনোঁতে দৰাইহে কিনে! তাই নো ঢেকীয়া শাক বেচি কেইটা পইচা পাব আৰু তাইৰ পিছত যে কে-কে-মে-মে-কৰে খাওঁতা এজাক তালৈ কোনেও চকু নিদিয়ে! Diplomacy খটাই এখন ৰাজ্যৰ ৰাজদূতে আন এখন ৰাজ্যৰ ৰাজদূতৰপৰা কিছুমান সুবিধা আদায় কৰি লব পাৰিলে তাৰ বাবে তেওঁ প্ৰশংসা পায়। কিন্তু কথাৰ ফাকতিত পেলাই অৱস্থাপন্নই নিৰাশ্ৰয় দুখীয়াৰপৰা অন্যায় সুবিধা আদায় কৰি ললে নিশ্চয় পাপে ছোৱে।

যি হক, ঠাৰে চিয়াঁৰে কথা কৈয়েই আমি চিৰা, গুড় আৰু কেই চপ্পু দৈ গাখীৰ কিনিলোঁ। সৰু সৰু মাটিৰ মলাক মণিপুৰীয়া ভাষাৰে "চপ্পু" বোলে। এইবোৰ বস্তুৰে নৈৰ দাতিলৈ গৈ, পাতপাৰি সান্ধ্য ভোজনাত বহি গলোঁ। মণিপুৰীয়াবোৰ হিন্দু আৰু ক্ষত্ৰিয়; অতত্ৰব তেওঁবিলাকৰ হাতৰ সান্দহ চিৰা খাবলৈ বোধকৰোঁ কোনো হিন্দুৱে আপত্তি কৰিব নোৱাৰে। খাই-বৈ ঘূৰি আহি আকৌ হাট সোমোৱা মাত্ৰকে এজন বঙালী মানুহক লগ পালোঁ। তেওঁ হেনো ঠিকাদাৰ। কুকী কুলী এটা তেওঁৰ লগত আহিছিল। সি তেওঁৰ বিছনাপত্ৰবোৰ তাৰ হোৱাত কৈ আনিছিল। তেওঁ মণিপুৰৰ ফালৰপৰা আহি এইমাত্ৰ চেংমাই পাইছেহি। তেওঁৰ চেহেৰা, পিন্ধা-উৰা, ভাব-ভঙ্গী আৰু কথা-বতৰালৈ চাই বেছ বুজিব পৰা গল যে তেওঁ বৰ "ভদ্ৰ" আৰু "শিক্ষিত" শ্ৰেণীৰ মানুহ নহয়, সৰু সৰু কামৰ ঠিকা লৈ পেট মোকোলাই ফুৰা খৰটকীয়া মানুহ।

তেওঁ নিজলগৰপৰা আমাক দেখিয়েই উপযাচি আমাৰ লগত আলাপ কৰিলে। মাত নুবুজা মণিপুৰীয়াৰ মাজত মাত বুজা বঙালী মানুহ এজন লগ পাই আমাৰ বৰ ভাল লাগিল আৰু নিজ দেশী মানুহ এজন লগ পোৱা যেন লাগিল। বোধকৰোঁ বঙালীজনৰো তেনে লাগিছিল। আমি নৈৰ দাতিত বহি কি কি খালোঁ, সেই কথা তেওঁ শোধাত, আমি কিবা দৈ-গাখীৰ ইত্যাদিৰ কথা কলোঁ। দৈ-গাখীৰৰ নাম শুনিয়েই তেওঁ "ছি ছি" কৰি থুৱাবলৈ ধৰিলে। আমি অবাক হলোঁ! পাছত তেওঁ কলে "মণিপুৰত গাখীৰ বা দৈ গাখীৰ আপোনালোকে কেতিয়াও নেখাব। মণিপুৰীয়াবোৰে পইচাৰ লালচত মানুহৰ গাখীৰো দৈ কৰি বেচে। কেতিয়াবা গাখীৰৰ লগত মানুহৰ গাখীৰ মিহলাই বেচে, ইত্যাদি।" কথাটো আমাৰ পতিয়ন নহল। কিন্তু সেই কথাটো শুনি অলপ পৰ মুখ সিৰিকাইছিল। মানুহজনে মণিপুৰীয়াবোৰৰ সম্বন্ধে নানা কথা আমাৰ আগত বলকি নিবলৈ ধৰিলে। তেওঁ মণিপুৰীয়া দোৱান বেছ বুজে আৰু কবও পাৰে। তেওঁ আমাক দুটা এটা বস্তু কিনাতো সহায় কৰি দিলে। তেওঁৰ উপদেশ মতে, আসামত দেখুৱাবলৈ, আমি পইচা একোটা ভঙাই "ছেল" ললোঁ। "ছেল" মণিপুৰৰ মুদ্ৰাবিশেষ। এপইচাত কুৰি কি পঁচিশটামান থাকে। সম্ভৱতঃ সীহেৰে কৰা। নিচেই অকণি অকণি। কেচুৱা লৰাৰ কেঞা আঙুলিৰ নখমান ডাঙৰ হয় কি নহয় হে। মণিপুৰীয়াবোৰে যে বৰ দুখীয়া "ছেল" মুদ্ৰালৈ চালেই সেইটো বেছ বুজা যায়।

পোহাৰীবোৰৰ প্ৰায় ভাগেই আদহীয়া। সিহঁতৰ পেটৰ ভাত মুঠি যে দৈনিক উপাৰ্জ্জনৰ ওপৰত নিৰ্ভৰ কৰে, মুখৰ ভাবে সেইটো বেছ প্ৰকাশ কৰে। সিহঁত বেছ চাফ চিকণ আৰু চেহেৰা আমাৰ দেশৰ চহা তিৰোতাবিলাকৰ লগত বৰ নিমিলা নহয়। মণিপুৰীয়াণীবিলাকে নিজে বৈ লোৱা এবিধ কাপোৰ বুকুৰ ওপৰলৈকে মেখেলাৰ দৰে পিন্ধে আৰু বাকী ছোৱা গাত পাতল চাদৰ এখন পেলাই লয়। মেখেলাৰ দৰে পিন্ধা কাপোৰখনৰ নাম "ফনি"। ই খুব মজবুত আৰু আঁক্‌বাঁক। মেখেলাৰ দুই মূৰ যোৰা দিবসি লোৱা হয় কিন্তু "ফনি"খন কাপোৰৰপৰা ফালি লোৱা এডোখৰ কাপোৰৰ লেখিয়া। গাভৰুৰপৰা আদহীয়াত পৰিলেই অৰ্থাৎ কেইটামান লৰালুৰীৰ মাক হলেই আমাৰ চহা

তিৰোতাবিলাকে পিন্ধা-উৰালে আৰু যত্ন লবলে নিচেই আওহেলা কৰে। সেইবাবেই হক বা বেছি পৰিশ্ৰমৰ বাবেই বা পুষ্টিকৰ খাদ্যৰ অভাৱতেই হক বা স্বাস্থ্যৰক্ষাৰ নিয়ম নজনাৰ বাবেই হক, আমাৰ দেশৰ চহা তিৰোতাবিলাকৰ গাত আদহীয়া বয়সত, স্ত্ৰীজনোচিত লাৱণ্য প্ৰায় নোহোৱা হয়। মণিপুৰীয়াণীবিলাকক কিন্তু আদহীয়া বয়সতো নিজৰ গাৰ প্ৰতি অলপ যত্নশীলা দেখিলোঁ। পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু লাৱণ্য মাইকী মানুহৰ স্বাভাবিক অলঙ্কাৰ।

গাভৰু ছোৱালীক মণিপুৰীয়া মাতেৰে "লাইছাবি" বোলে। সিহঁতে আগ-চুলিবোৰ কাটি কপালৰ ফাললৈ ওলমাই দিয়ে। এনে কৰাত ভাল চেহেৰাও দেখিবলৈ বেয়া হয়। বুঢ়ীক 'হনুবী' আৰু আদহীয়া তিৰোতাক 'মৌ' বোলে। সাধাৰণতঃ মতা মণিপুৰীয়াক সম্বোধন কৰি মাতিবৰ আৱশ্যক হলে "চৌবা" বুলি মাতে আৰু মাইকীক "চৌবী" বুলি মাতে। মতা মণিপুৰীয়াবোৰও বেছ চাফ-চিকণ। আন যি কি দোষ নেথাকক অপৰিচ্ছন্নতা দোষ মণিপুৰীয়াৰ গাত নাই। মতা মাইকী সকলোৱে চন্দনৰ ফোট লয়।

আমাৰ বঙালী বন্ধুজনে মণিপুৰীয়া সমাজৰ নানা দোষৰ কথা আমাৰ আগত বখানিলে। তেওঁ হাটত ঠিয় হৈ থকা "লাইছাবি" এজনীলৈ আঙুলিয়াই আমাক কলে, সেই "লাইছাবি" জনী হেনো চল্লিশ কি পঞ্চাশ টকা দিলে যেইয়ে সেইয়ে কিনি লব পাৰে। বন্ধুৱে ছোৱালীজনীক বৰ সুন্দৰী বুলি বৰ্ণনা কৰিলে আৰু কলে সেইবাবেহে হেনো তেওঁ তাইৰ দাম ৪০।৫০ টকা ধৰিছে। নহলে ১০ টকাতো "লাইছাবি" বিক্ৰী হয়!!

মণিপুৰীয়াণী তিৰোতাবিলাক সুন্দৰী নে এলাগী, সেই বিষয়ে আলোচনা কৰি একো লাভ নাই ; কিয়নো, সৌন্দৰ্য্য সম্বন্ধে সকলোৰে ৰুচি একে নহয়। কিন্তু আমি দেখাখিনিৰ ভিতৰত গঢ়িত বুলিব পাৰি এনে এজনীও মণিপুৰীয়া তিৰোতা আমাৰ চকুত নপৰিল। অৱশ্যে মণিপুৰত regular গঢ় দেখা পোৱাৰ আশা কৰাটোৱেই অন্যায়। কিন্তু উন্নত মনোবৃত্তিবিলাকৰপৰা বাহিৰৰ ভাব-ভঙ্গীত যি এটা সতেজ সৌন্দৰ্য্য বিকশিত হয় তেনে সৌন্দৰ্য্যও আমাৰ চকুত নপৰিল। পাৰ্ব্বত্যজাতিসুলভ পূৰ্ণস্বাস্থ্যৰ যে এটা উদ্দাম স্বাধীন সৌন্দৰ্য্য আছে সেইটোও আমাৰ চকুত নপৰিল। পাছৰ বিধৰ সৌন্দৰ্য্য বৰঞ্চ আসামৰ চহা মানুহৰ ভিতৰতে ঠায়ে ঠায়ে দেখা পোৱা যায়।

আমি হাটতে এজন মণিপুৰীয়া বাবু লগ পালোঁ। তেওঁ "মেইল ওভাৰ চয়াৰ" কাম কৰে তেওঁৰ চুৰিয়া থুৰিয়াই পিন্ধা, ভৰিত চটী জোতা, গাত কামিজ। কিন্তু কপালৰ ফোট, মুখৰ গঢ়, আৰু মূৰৰ কেটেলাপছৰ কাঁইটৰ গতেৰে ঠিয় হৈ থকা ঠৰঙা চুলি, এইবোৰে তেওঁৰ গাত "মণিপুৰীয়া" মাৰ্কা মাৰি থৈছিল। আমাৰ নতুন বঙালী বন্ধুজনে, তেওঁৰ মুখৰ আগতে, মণি পুৰীয়াবোৰৰ অশেষ নিন্দা কৰি নানা কথা কবলৈ ধৰিলে। আমি তেওঁৰ এনে অভদ্ৰতাত যোগ দিবলৈ অলপ সঙ্কুচিত হলোঁ আৰু তেওঁ বেয়া পায় বুলি কোনোমতে "ওঁ আঁ" কৰি থাকিলোঁ, কিন্তু সমুলি উৎসাহ প্ৰকাশ নকৰিলোঁ। মণিপুৰীয়া বাবুজনে বেছ বঙলা জানে। আমি দেখি আচৰিত হলোঁ যে মণিপুৰীয়াৰ নিন্দাত এই মণিপুৰীয়াজনে এটাইতকৈ বেছি হাঁহে, বক্তাক উচটাই দিয়ে, আৰু আনন্দ প্ৰকাশ কৰে। তেওঁক তেনে কৰা দেখি আমাৰ বঙালী বন্ধুজনে এবাৰ ঘপ্ কৰে সুধিলে "মশায়, আপনিও যে এসব কথায় খুব খুসী হচ্ছেন? আপনিওতো একজন মণিপুৰী? এসব ত আপনাদেৰ দেশেৰই নিন্দে হচ্ছে?" বঙালী বন্ধুজনৰ প্ৰতি আমাৰ যি অশ্ৰদ্ধাৰ উদয় হৈছিল, তেওঁৰ এই প্ৰশ্নষাৰে সেইটো অলপ দূৰ কৰিলে। কিন্তু মণিপুৰীয়া জনে ঘপ্ কৰে উত্তৰ দিলে "ওঃ এ আমাৰ দেশ নয়! আমাৰ বাড়ী কাছাড়ে!।" বঙালীজনে কলে "কাছাড়ে বাড়ী হলেও আপনি ত একজন মণিপুৰী? আপনাৰ চেহাৰাতেই তো সেটা বুঝা যায়?" তেতিয়া মণিপুৰীয়াজনে ওঁ আঁ কৰি মেহেঙামেহেং কৰিবলৈ ধৰিলে। এইটো বাৰু জাতীয় অধঃপতনৰ চিন নহয় নে?

ঠাইবোৰ বৰ জেকা। অলপ ইফাল সিফাল কৰি নিশা হলত আমি গাড়ীতে শুই থাকিলোঁ। কোক্‌মোকতে আমাৰ গাড়ী আকৌ চলিল। ঠায়ে ঠায়ে সৰু সৰু পৰ্ব্বত। তাৰ কাষতে ধাননি পথাৰ। দুটা এটা মণিপুৰীয়া হালোৱাক হাল বোৱাও দেখিলোঁ। সিহঁতে গৰু খেদাৰৰ বেলিকা "হীন্-হেই "হীন-হেই" বুলি ডাওৰকৈ চিঞৰে।

কল-গছৰ বাৰীয়ে সৈতে ঠায়ে ঠায়ে ঘৰও পাবলৈ ধৰিলোঁ। বসতি বৰ সেৰেঙা। এঠাইত এজাক মতা মাইকী কুকীকো সিফালৰপৰা অহা লগ পালোঁ। কুকীবোৰ পিন্ধাই-উৰাই বেছ সভ্য যেন বোধ হল। অৱশ্যে এটাইবোৰ কুকী তেনে নহয় হবলা।

৮।৯ বজাৰ সময়ত "মন্ত্ৰী পুখুৰী" বুলি ঠাই এডোখৰ পালোঁ। ইয়াত ভালেমান নাম-কটা হিন্দুস্থানী চিপাহীয়ে উপনিবেশ কৰি আছে। তেওঁবিলাকৰ ঘৰবোৰ এটাইবোৰ পল্টনৰ "ব্যাৰাক" ঘৰবোৰৰ অনুকৰণ কৈ সজা। আমাৰ ইয়াতে আশ্ৰয় পাবৰ আশা। কিছুমান মানুহে তক্তাপোছ এখনৰ ওপৰত বহি গল্প কৰি আছিল। আমি এজন মানুহৰ নাম কৈ তেওঁৰ ঘৰ কোনটো বুলি সুধিলোঁ। সৌভাগ্যক্ৰমে যিজনক আমি এই কথা সুধিলোঁ তেৱেঁই সেইজন মানুহ। তেওঁৰ নামহে আমি জানিছিলোঁ কিন্তু তেওঁৰ লগত আমাৰ কাৰো চিনাকী নাছিল। তেওঁ আমাৰ পৰিচয় লৈ তৎক্ষণাৎ থাকিবৰ দিহাপোহা কৰি দিলে। অচিনাকী আলহী সোধাত হিন্দুস্থানী মানুহ প্ৰসিদ্ধ। আমি আশ্ৰয় পালোঁ। আমাৰ গাড়ী তাৰেপৰা ওভতাই পঠোৱা হল।

"মন্ত্ৰী পুখুৰীৰ" পৰা ইম্ফাল ৰাজধানী ২॥০ কি ৩ মাইল মাথোন। সৌভাগ্যক্ৰমে থাকিবৰ নিমিত্তে আমি আহল-বহল এটা গোট ঘৰকে পালোঁ। গৃহস্থই আমাৰ নিমিত্তে প্ৰচুৰ পৰিমাণে আটা, ঘিউ, মাহ, চাউল, খৰি, কাঁহী, বাটী, ইত্যাদি সকলো লাগতিয়াল বস্তু পঠিয়াই দিলে।

মন্ত্ৰী-পুখুৰী নামটোলৈ চাই ইয়াত কিবা পুখুৰী-চুখুৰী এটা থাকিব লাগিছিল। কিন্তু উল্লেখযোগ্য কোনো পুখুৰী আমাৰ চকুত নপৰিল।

চৰ্কাৰী আলিৰ দাতিতে আমাৰ ঘৰ। ব্যাৰাক সদৃশ এই ৩০।৪০ টা ঘৰৰ বাহিৰে ওচৰত আৰু কোনো ভূঁই দেখিবলৈ পোৱা নেযায়। চাৰিওফালৰ মাটিবোৰ জলাহ (swamps) বুলি বোধ হয়। আলিৰ সিপাৰে ওচৰতে এলানি সৰু পাহাড়। এখন পাহাড়ত হেনো এটা মন্দিৰ আছে। পাহাড়বোৰ জঙ্ঘলময়। আমি হাবি ভাঙি এখন পাহাড়ৰ টিঙলৈ উঠিছিলোঁ। উঠোতে যি কি নহক নামিবৰ বেলিকা কিন্তু বাগৰি পৰোঁ বুলি বৰ ভয় লাগিছিল। পাহাড়বোৰত হেনো বনৰজায়ো দেখা দিয়ে, কাজেই বৰকৈ পিত্‌পিতাই ফুৰা নহল।

এইখন গাঁৱৰ মানুহ এটাইবোৰ হিন্দুস্থানী আৰু সেনা-বিভাগৰপৰা অৱসৰ পোৱা মানুহ। আমাৰ গৃহস্থ আৰু আন কেবাজন ইতিপূৰ্ব্বে ভালেমান দিনৰ আগেয়ে ডিব্ৰুগড়ত আছিল ; পাছত নানা ঠাই ঘুৰি, মণিপুৰৰ যুদ্ধত ইয়ালৈ আহি অৱসৰ লৈ ইয়াতে বাস কৰিবলৈ ধৰিছে। তেওঁবিলাকে আমাৰপৰা ডিব্ৰুগড়ৰ ভালেমান মানুহৰ সংবাদ ললে। আমি ঘৰৰ সুবিধাত বাস কৰিবলৈ ধৰিলোঁ। আমাৰ গৃহস্থও অৱস্থাপন্ন মানুহ, কাজেই তেওঁৰো কোনো অসুবিধা নহল। কিন্তু এটা কথা শুনি আমাৰ মন জঁয় পৰি গল। আমি শুনিলোঁ ইম্ফাল ৰাজধানীলৈ যোৱা বৰ নিৰাপদ নহয়। বিদেশী মানুহ পালে হেনো "কোঁট গাৰদত" বন্ধ কৰি থয় নাইবা গাইপতি foreign fee পাঁচ টকাকৈ আদায় কৰি লৈ তৎক্ষণাৎ ৰাজ্যৰ বাহিৰ হৈ যাবলৈ হুকুম দিয়ে। কিন্তু "মন্ত্ৰী পুখুৰীত" আমাৰ গৃহস্থৰ আশ্ৰয়ত থাকিলে তেনেদৰে বহিস্কৃত হবৰ আশঙ্কা নাই। সেই খণ্ডৰ নিমিত্তে আমাৰ গৃহস্থই বিশেষ ক্ষমতা পাইছিল। আমাৰ কপাল ভাল দেখি "মন্ত্ৰী পুখুৰীত" আমাৰ গৃহস্থৰ লেখিয়া মানুহ এজনৰ আশ্ৰয় পালোঁহি। তেওঁৰ আশ্ৰয় নোপোৱাহেঁতেন আৰু আমি পোনে-পোনে ইম্ফাললৈ গৈ তাত আশ্ৰয় বিচাৰি লব লগাত পৰাহেতেঁন আমি যে নথৈ দুৰ্দ্দশাগ্ৰস্থ হলোঁহেতেন তাত কোনো সন্দেহ নাই। আমাৰ গৃহস্থই তেওঁৰ মানুহৰ লগ নোলোৱাকৈ অকলে ইম্ফাললৈ নাযাবলৈ আমাক উপদেশ দিলে। আৰু কেনেবাকৈ গলেও, কোনোৱে ধৰ্‌পাকড় কৰিলে, তেওঁৰ নাম কৈ তেওঁক আমাৰ বিষয়ে শুধিবলৈ উপদেশ দি থলে।

আমি "মন্ত্ৰী পুখুৰী" পাবৰ পাছ দিনাখনও ইম্ফাললৈ যোৱা কোনো মানুহ লগ নোপোৱাত মই বৰ বিতত হৈ পৰিলোঁ। কিয়নো মোৰ গাত ঘুঘুয়া-জ্বৰৰ লক্ষণ প্ৰকাশ পাবলৈ ধৰিলে। কেনেবাকৈ ইয়াতে ভালকৈ বেমাৰ এটা পৰিব লাগিলে ইম্ফাল চোৱাও হব, সকলো হব। কাজেই যিমান সোনকালে হয় চাই মেলি ডিব্ৰুগড়লৈ উভতিব পাৰিলে মই ৰক্ষা পাওঁ। মণিপুৰত তো সৰহ দিন থাকিব নোৱাৰোঁৱেই ; কিয়নো, বহিষ্কৃত হবৰ ভয় পদে পদে।

তেনে স্থলত ৰাজধানীখন দেখা পাবৰ আগেয়েই কোনোবাই বাহিৰ কৰি পঠিয়াব লাগিলে বৰ এটা বেজাৰ থাকি যাব। আমি শুনিবলৈ পালোঁ কোনোবা এজন মানুহ কাছাৰলৈ যাবৰ মনেৰে ব্ৰহ্মদেশৰপৰা পোন্ধৰ কুৰি দিনৰ বাট খোজকাঢ়ি আহি মণিপুৰ পাইছিলিহি। কিন্তু বিনা হুকুমে মণিপুৰ সোমোৱাৰ বাবে ইম্ফালৰ পৰা তেওঁক ওভোতাই পঠোৱা হৈছিল। কিবা বাগীত-উঠি-যোৱাৰূপ সামান্য কথাৰ নিমিত্তে কোনোবা এটা বৰ চহকী কেঞা হেনো বিনা বিচাৰে একাধিক দিন কোট-গাৰদত আটক হৈ আছিল। পাছত সেনা-বিভাগৰ কেইজনমান ডাঙৰ কৰ্ম্মচাৰীৰ বৰ কাকূতি-মিনতিত হে তাক এৰি দিয়া হয়। কোনোবা এজন বিদেশী হিন্দুস্থানী মানুহক ২৪ ঘন্টাই নে ৭ দিনৰ ভিতৰত মণিপুৰ ৰাজ্যৰ বাহিৰ হৈ যাবলৈ হুকুম দিয়া হৈছিল। এই মানুহজন হেনো ভালেমান বছৰৰপৰা ইয়াত আছিল আৰু বহুত ধন-বিত ঘটিছিল। ইত্যাদি। এইবোৰ খবৰ শুনি আমাৰ বৰ ভয় লাগিল। পলিটিকেল এজেণ্টৰ ভয়ত লৰাৰপৰা বুঢ়ালৈকে সকলোকে থৰহৰি কম্পমান দেখিলোঁ। আদালত আছে কিন্তু উকিল মুক্তিয়াৰ নাই। এইবোৰৰ উপৰি বেমাৰ পৰি লব লাগিলে যে সৰ্ব্বনাশ হব সেইটো বোধকৰোঁ আৰু কব নেলাগে।

বাস্তবিকতে বিদেশলৈ বুলি ঘৰৰ বাজ ওলালেই আকস্মিক বেমাৰৰ নিমিত্তে সাজু হৈ ওলোৱা উচিত, বিশেষতঃ আমাৰ লেখীয়া ক্ষীণ স্বাস্থ্যৰ মানুহে। লগত কুইনাইন-পিল কিছুমান, ৰেড-পিল কিছুমান আৰু কলেৰা প্ৰভৃতি আকস্মিক বেমাৰৰ দৰব কিছুমান সদাই লৈ ফুৰোৱা উচিত। আনকি আমাৰ লেখীয়া হাত-বেগ-সম্বল টকৌ-টকৌকৈ ফুৰা Globetrotter শ্ৰেণীৰ ভ্ৰমণকাৰীয়েও এইবোৰ দৰব লৈ ফুৰোৱা উচিত। যিসকলে পদমৰ্য্যাদা ৰক্ষা কৰি ভালমতে ভাল Style অত ফুৰে তেওঁবিলাকৰ তো কথাই নাই। কিন্তু সৰ্ব্বোপৰি স্বাস্থ্যৰক্ষা সম্বন্ধীয় বিশেষ জ্ঞান সঞ্চয় কৰি লগত লোৱা উচিত। জ্বৰ হবৰ অলপ উপক্ৰম অনুভৱ কৰিলেই জুলাপ খাই পেট খোলাছা কৰি পেলাব পাৰিলে বহুত সময়ত জ্বৰৰ হাত সাৰিব পাৰি। অচিনাকী ঠাইত কলেৰা ইত্যাদিৰ ভয় থাকিলে পিয়াহত অইন পানী ব্যৱহাৰ নকৰি বিলাতী পানী ব্যৱহাৰ কৰা অপেক্ষাকৃত নিৰাপদ। এইবিলাক মোটামুটী কথা অন্ততঃ জানি থোৱা উচিত। নহলে জ্ঞানৰ অভাৱত "প্ৰবাসত দৈবৰ বশত" অতি সামান্য বেমাৰতে বহুত মানুহৰ "দেহাকাশৰ" পৰা "জীৱ-তৰা খহি" পৰে এইটো কথা সকলো ন ভ্ৰমণকাৰীয়ে মনতকৈ থোৱা উচিত।

দুৰ্ভাগ্যক্ৰমে মই বেমাৰৰ নিমিত্তে কোনো (provision) দিহা কৰা নাছিলোঁ। কিন্তু সৌভাগ্যক্ৰমে কুইনাইন-পিল কেইটামান লগত আছিল। এই বড়ি কিটাই মোৰ নথৈ উপকাৰ কৰিলে। মই বেমাৰ পৰি পৰি মণিপুৰতে "স্বৰ্গলাভ" কৰিলে কাৰ কি ক্ষতি হব? বেলিয়েও পোহৰ নিদিয়াকৈ নেথাকে, জোনেও নহঁহাকৈ নেথাকে; মাথোন মই সেইবোৰ উপভোগ কৰিবলৈ নেপাম। হাতৰ ইহকালটো এৰি দি অনিশ্চিত পৰকালটোলৈ বেঙা মেলিবৰ মন নেযায়। মুঠতে এনে সুন্দৰ কাৰ্য্যপূৰ্ণ পৃথিৱীখন এৰি "স্বৰ্গলৈ" যাবৰ মন মোৰ সমূলি নাছিল। সেইবাবে জ্বৰৰ হাত সাৰিবলৈ সাৱধান হলোঁ আৰু শীঘ্ৰে চিনাকী বন্ধু বান্ধৱ থকা আসামলৈ উভতিবলৈ ইচ্ছুক হলোঁ।

আনাকাদিনা গা ভাল থকাত খাই বৈ উঠি অকলে "ইম্ফলৰ" ফাললৈ খোজ ললোঁ। সৌভাগ্য ক্ৰমে বাটতে গোৰ্খালী ডেকা-লৰা এটা লগ পালোঁ। তেওঁ ইম্ফলৰ ফাললৈকে গৈছিল। তেওঁ বেছ অসমীয়া কথা কব পাৰে। তেওঁৰ লগতে ইম্ফাল বজাৰ পালোঁগৈ। ডেকাটিয়ে মোক ইম্ফালৰ কেবাটাও বাটেদি ফুৰাই আনিলে। এঠাইত গছ এজোপাৰ তলত বুটজোতাৰে মানুহ এজনক থিয় হৈ থকা দেখিলোঁ। সাধাৰণতঃ মণিপুৰীয়াৰ বুটজোতা পিন্ধিব পৰা মান ভাল অৱস্থা নহয় আৰু তেওঁলোকে জোতা মোজা নিপিন্ধেও। মোৰ গোৰ্খালী বন্ধুৱে সেই মানুহজনলৈ দেখুৱাই মোক কলে তেওঁ হেনো এজন অসমীয়া মানুহ। মই অলপ আচৰিত হলোঁ। কিয়নো তেওঁৰ কপালত মণিপুৰীয়াৰ দৰে চন্দনৰ ফোট। সাধাৰণতঃ মণিপুৰীয়াৰ দাড়ি গোঁফ নেথাকে। কিন্তু তেওঁৰ একোছা ঘন গোঁফ আছিল। এই কথাটোৱে অৱশ্যে মোৰ মনযোগ আগেয়ে আকৰ্ষণ কৰিব লাগিছিল। মানুহ গৰাকীয়ে একোকে নকৈ মোৰ ফাললৈ চাই আছিল। মই তেওঁৰ ওচৰলৈ গৈ আলাপ কৰিলোঁ। তেওঁৰ ঘৰ হেনো শিৱসাগৰ ডিষ্ট্ৰীক্টত।

তেওঁবিলাক কেবাজনো ককাই ভাই। আনবোৰ আসামতে আছে। কিন্তু তেওঁ নিজে মণিপুৰ প্ৰবাসী। তেওঁ মণিপুৰতে বিয়াবাৰু কৰাই তাতে স্থায়ীভাৱে বাস কৰিছে। তেওঁৰ ঘৰ ওচৰতে। মই তেওঁৰ ঘৰৰ ঠিকনা লৈ এসময়ত তেওঁৰ ঘৰলৈ যাম বুলি কৈ বিদায় ললোঁ।

পলিটিকেল এজেন্ট থকা ৰেচিডেন্সি ঘৰটো দেখিলোঁ। বৰ গহীন-গম্ভীৰ ঘৰটোৱেই ইংৰাজৰ প্ৰতাপৰ পৰিচয় দিয়ে। আগতে "পলো" খেলা আহল বহল খেল-মাটি। ৰজাৰ প্ৰাসাদও দেখিলোঁ। ৰাজপ্ৰাসাদ যদিও ইটাৰে সজা পকিঘৰ তথাপি ৰেচিডেন্সি ঘৰৰ গাম্ভীৰ্য্যৰ তুলনাত একোৱেই নহয়। ওচৰতে পল্টনৰ ব্যাৰাকবিলাক। ব্যাৰাক এটাইবোৰ পকি ঘৰ। এইবোৰ ঘৰেহে ইম্ফলৰ চেহেৰাটো অলপ "টাউন" যেন কৰিছে। নহলে টাউনৰ চিন একোৱেই নাই। সাধাৰণ মণিপুৰীয়াৰ ঘৰ এটাইবোৰ খেৰৰ। অসমীয়া মানুহৰ ঘৰৰ দৰে। অৱশ্যে চাফ-চিকণ। গাড়ী, বাগি বাইচিকেল, ইত্যাদি একোকে নেদেখিলোঁ। বজাৰৰ ওচৰৰ আলি কেইটামান পকা কৰোৱা। মুঠতে ইম্ফাল ৰাজধানীখন মোৰ চকুত এখন ডাঙৰ গাঁও যেন হে লাগিল। পল্টন প্ৰভৃতি নগৰৰ বস্তু কিছুমান যেন আনি তাৰ ভিতৰতে বহুৱাই দিয়া হৈছে এই মাত্ৰ। আমি পল্টনৰ ব্যাৰাকৰ ওচৰেদি যাওঁতে গোৰ্খালী ডেকাটিয়ে গোৰ্খালী পল্টন নেথাকি তাত দেচোৱালী পল্টন থকা বাবে বৰ বেজাৰ কৰিলে। গোৰ্খালী পল্টন থকাহেঁতেন হেনো তেওঁৰ বহুত সুবিধা হলহেঁতেন। গোৰ্খালী চিপাহীৰ লগত হেনো তেওঁ মহানন্দে ফুৰিব পাৰিলেহেঁতেন ; ব্যাৰাকৰ যলৈকে তলৈকে যাব পাৰিলেহেঁতেন। দেচোৱালী পল্টন থকাত হেনো তেওঁ সেইবোৰ ফুৰ্ত্তি কৰিবৰ সুবিধা পোৱা নাই। তেওঁ দেচোৱালীৰ বহুত নিন্দা কৰিলে। অইন এটা বাটেদি যাওঁতে এটা মণিপুৰীয়াই আমালৈ চিয়ঁৰি কিবা কথা কলে। মোৰ বন্ধুৱেও চিঞৰি কিবা এটা উত্তৰ দিলে। মোৰ গোৰ্খালী বন্ধুৱে মোক বুজাই দিলে, মানুহটোৱে হেনো গান-বাজনা শুনিবলৈ আমাক মাতিছে। শিকি কি আধলি এটা দিলেই বহুত হব। মই যে নতুনকৈ অহা বিদেশী, সেইটো হেনো মণিপুৰীয়াটোৱে আন্দাজতে বুজিছিল। যি হুক আমি গান-বাজনা শুনিবলৈ নগৈ আন এফাললৈ গলোঁ। মণিপুৰত গান-বাজনাৰ বৰ প্ৰাদুৰ্ভাৱ। ঘৰে ঘৰে বাদ্য যন্ত্ৰ আৰু গান-বাজনা। মই শুনিবলৈ পালোঁ অলপমান পইচাৰ আশাত নিজৰ ঘৰৰ ছোৱালীবিলাককে নাচনীৰ সাজ পিন্ধাই সিহঁতৰ লগা-ভগা মানুহবিলাকে, নিজে বাদক হৈ ঢুবি ডাইনা এচৰাজ্ ইত্যাদি বাদ্য যন্ত্ৰ বজাই প্ৰকাশ্যে নচুৱায়!! এই কাৰ্য্যত হেনো কোনেও একোটা লাজ অনুভৱ নকৰে!

বজাৰ সোমাই গোৰ্খালী বন্ধুৰ সহায়ত দুখন এখন কাপোৰ কিনিলোঁ। পাছত তেওঁ নিজৰ কাজত গুচি গলত, মই অকলৈ বজাৰখন চাই ফুৰিবলৈ ধৰিলোঁ। গোটেইখন ইম্ফল ৰাজধানীত এখন মিঠৈৰ দোকান নাই। আটা গুড়ি কিনিবলৈকো যতে ততে পাবলৈ নাই। কল-বন, শাক-পাচলীও বিক্ৰীৰ নিমিত্তে বজাৰলৈ অনা প্ৰায় দেখা নগল। বজাৰখন কিন্তু অতি প্ৰকাণ্ড। ইমান ডাঙৰ বজাৰ মই কোনো ঠাইত দেখা নাছিলোঁ। বজাৰ নুবুলি এখন মেলা বুলিলেহে ঠিক হয়। বজাৰখনক দুভাগত বিভক্ত বুলিব পাৰি। এখন স্থায়ী বজাৰ হাট ঘৰৰ তলত বহি ৰদ বৰষুণ সকলো সময়তে থাকে। আনখন মুকলি ঠাইতে বহে, বৰষুণ দিলেই নাইকিয়া হয়। দুখন বজাৰ একে লাটতে। স্থায়ী বজাৰখনত সামান্য সামান্য বস্তুৰ মণিহাৰী দোকানও আছে। কিন্তু মাছ, শুকান মাছ, চিৰা, মুড়ি ইত্যাদি খোৱা-বস্তুহে বজাৰত সৰহ। মুকলি ঠাইত বহা বজাৰখনত নানা ৰকমৰ কাঁহী বাটী ইত্যাদি বস্তু বেচা হয়। মুকলিৰ বজাৰত কেইজনমান মতা মানুহকো বস্তু বেচা দেখিলোঁ। নহলে এটাইবোৰ দোকানী মণিপুৰীয়া তিৰোতা। মণিপুৰ "নাৰীদেশ" হে হয়। গোটেইখন বজাৰ মাইকীৰেই অকলশৰীয়া। ইয়াৰ মাইকীবোৰক বেচা কিনাত বেছ টেঙৰ দেখা গল। চেংমাইৰ তিৰোতাবিলাকতকৈ ইয়াৰ তিৰোতাবিলাক বুদ্ধিমতী আৰু ৰসিকা যেন বোধ হল। মই অকলে কিছুমান বস্তুৰ দাম জানিবলৈ চেষ্টা কৰিছিলোঁ। এজনী মণিপুৰীয়ানীয়ে মোক সিহঁতৰ ভাষা নুবুজা দেখি হাঁহি হাঁহি সিহঁতৰ দোৱানেৰে বহুত কিবাকিবি কলে। মই অকল ভেবা লাগি আন্দাজতে মূৰ জোকাৰিছিলোঁ। তাইৰ একোটা কথাত ওচৰৰ পোহাৰীবোৰে খুব হাঁহিছিল। মোৰ অনুমান হয় তাই মোক কিবাকিবি বেয়া কথা কৈ ঠাট্টা কৰিছিল। কোনো পোহাৰীয়ে অসমীয়া বা হিন্দী বা বঙলা নেজানে।

একোজনীয়ে মাথোন বগুলা "ভাল" শব্দটো কৈ শুনাইছিল। বজাৰত মতা মানুহ নিচেই কম দেখা গল। প্ৰায় নাই বুলিলেই হয়। আবেলি চাফ-চিকণ কাপোৰ পিন্ধা দুজন এজন্ মণিপুৰীয়া ডেকাক পল্টনৰ চিপাহী দুটা এটাৰ লগত চুপতি মাৰি বজাৰত ফুৰা দেখিলোঁ। জুৰ পৰিলত খেল-মাটিত "পলো" খেল আৰম্ভ হল। চাৰিজন চাহাব আৰু চাৰিজন মণিপুৰীয়া গোটখাই পলো খেলিছিল। চাহাবে "পলো" খেলা সকলোৱে দেখিছে। মণিপুৰীয়াবিলাকৰ পলোৰ জিনবোৰত অলপ নতুনত্ব আছে। জিনৰপৰা এচটা চাম্ৰা ভৰিৰ নাকদেওনালৈকে ওলমা আৰু এনে ভাৱে ভাঁজ কৰা যে আগফালৰপৰা "পলো" বল আহিলে ভৰিত নেলাগি সেই চামৰাচটাত হে লাগিব। কিন্তু ঘোৰা দৌড়াই যাবৰ বেলিকা এই জিন বোৰৰপৰা কিবা চেটেপ্ চেটেপ্ শব্দ ওলায়। চাহাবৰ পোষাক পিন্ধা গাৰ আগত মণিপুৰীয়াবোৰে উদং গাৰে ঘোৰা দৌৰুৱা বেছ চাব লগীয়া দৃশ্য হৈছিল। মণিপুৰীয়া টাটুঘোৰা প্ৰসিদ্ধ। ঘোৰাবোৰ সৰু কিন্তু বেছ কৰ্ম্মঠ।

এইদৰে কিবাকিবি চাই ফুৰাত মোৰ ঘৰলৈ ওভতোঁতে অলপ পলম হল। কিন্তু বাট পোন, ওভতোঁতে কোনো কষ্ট নহব বুলি নিশ্চিন্ত আছিলোঁ। গধূলি ওচৰ চপা দেখি মই ঘৰমুৱা হৈ বেগাই খোজ দিবলৈ ধৰিলোঁ। কিন্তু বাটতে এন্ধাৰ হল। মই বাট পাহৰি মণিপুৰীয়া গাঁও এখনৰ মাজ সোমালোঁগৈ। আহোঁতে এইখন গাঁও পোৱা নাছিলোঁ। অলপ চিন্তা হল। ঘৰবোৰ অসমীয়া মানুহৰ ঘৰৰ দৰে জিকাগছ, লাওগছ, ভোলগছ ইত্যাদিৰ জাঁজৰ মাজত। এজন মণিপুৰীয়াক ওলাই অহা দেখি বাটৰ কথা শুধি ভালেমান বেবেৰিবাং বকিলোঁ। এটাইবোৰ নিষ্ফল হল। তাৰ কথা মই বুজিব নোৱাৰোঁ, মোৰ কথা সি নুবুজে। কিন্তু মানুহটোক বেছ চিধা যেন পালোঁ। সি যথাশক্তি বুজিবলৈ আৰু বুজাবলৈ চেষ্টা কৰিছিল। এফেৰিকে বিৰক্তি প্ৰকাশ কৰা নাছিল। মৰঙৰ ওচৰত মিৰি অভদ্ৰ বুলি কয়। কিন্তু মণিপুৰীয়া গাঁৱত দেখিলোঁ মণিপুৰীয়া অভদ্ৰ নহয়। শেহত মই আন্দাজে এটা বাটেদি আহি ৰাজআলি পাই ঘৰ ওলালোহি। আমাৰ গৃহস্থই হেনো বৰ চিন্তিত হৈ মোক বিচাৰি মানুহ পঠিয়াইছিল। তেওঁ ভাবিছিল মোক সম্ভৱতঃ "কোট গাৰদত" বন্ধ কৰিলে হব পায়। মোৰ বাস্তৱিকতে বৰ কৃতজ্ঞতা জন্মিল। এনে অৱস্থাত হেৰালে বিচাৰোঁতা মানুহ এজন থকা বৰ সৌভাগ্যৰ কথা। ৰাতি পাহাড়ৰ ওচৰৰ নিজান বাটেদি আহোঁতে অলপ ভয়ও লাগিছিল। বাঘ ইয়াত আলিবাটলৈ ফুৰিবলৈ অহা হেনো নিচেই অসম্ভৱ নহয়। সি যি কি নহক মই যে নিৰাপদে ইম্ফাল ৰাজধানীখনত এবাৰ চকু ফুৰাবলৈ পালোঁ সেই বাবে মনত বৰ ৰং লাগিল।

শ্ৰীজ্ঞানানন্দ জগতী।

---

# পানিপথ।

## প্ৰথম অধ্যায়

আজি দিল্লী নগৰীত উৎসব মহা ধুমধাম। চাৰিওপিনে ঢাকঢোল পাখোৱাজ প্ৰভৃতি নানা প্ৰকাৰ বাজনা বাজিছে। নগৰীয়াসকলে সুখী দুখী ডাঙৰ সৰু নিৰ্ব্বিশেষে যাৰ যেনে শক্তি যেনে সমৰ্থ তেনেকৈ নানা ৰঙীয়া সাজপাৰ পিন্ধি চহৰৰ আলিয়ে আলিয়ে ৰঙত গা ঘেলাই ফুৰিছে। চাৰিওপিনে আনন্দৰ কোৰাল। চহৰৰ দুৱাৰ বিচিত্ৰৰূপে বহুমূলীয়া সাজেৰে সজোৱা হৈছে। মুঠতে দিল্লী নগৰী যেন বিবাহ উৎসৱত সাজি-পাৰি ওলোৱা ছোৱালীজনীৰ নিচিনা হৈ আছে; আৰু তেওঁৰ আনন্দৰ ঢৌ নগৰীয়াৰ সাজ-পাৰ ফুৰা-চকাত ওলাই পৰিছে।

ইমান আনন্দ উৎসৱৰ কাৰণ, —পঞ্জাবৰ শাসনকৰ্ত্তা দৌলত খাঁ লোডী সম্ৰাট ইব্ৰাহিম লোডীৰ নিমন্ত্ৰণমতে আজি দিল্লীলৈ আহিব। দিল্লীৰ সম্ৰাট আজিকালি বৰ কাৰ্য্যতৎপৰ নহয়; তেওঁ প্ৰধান অমাত্যসকলৰ ওপৰত সকলো ভাৰ সমৰ্পণ কৰি বেছিভাগ অন্তঃপুৰতে কটায়। দৌলত-খাঁ সম্ৰাটৰ সোঁ হাতৰ নিচিনা। তেওঁৰ যত্ন আৰু তত্ত্বাৱধানৰ গুণেই এতিয়াও পাঠান সাম্ৰাজ্যত বিশৃঙ্খলা আৰু ৰাজদ্ৰোহ প্ৰভৃতি হব পৰা নাই। সম্ৰাটেও দৌলত খাঁৰ ওপৰতে সকলো কাৰ্য্যভাৰ দি নিশ্চিন্ত থাকে। দৌলতক

সম্মান কৰিবৰ অৰ্থে ইব্ৰাহিমে তেওঁক দিল্লীলৈ মাতি পঠিয়াইছিল। আজি তেওঁৰ আহিবৰ দিন। সেই বাবেই দিল্লীত এনে আনন্দৰ কোঢ়াল; সেইবাবেই সম্ৰাটে আদেশ দিছে আজি দিল্লীত নাচগান আমোদ-প্ৰমোদ হক; সকলো নগৰবাসীয়ে আনন্দ উপভোগ কৰক। ৰাতি সকলো দোকানত সকলো গৃহস্থৰ ঘৰত সকলো ঠাইত চাকি লগোৱা হক।

পঞ্জাবৰপৰা দূত আহি জনাইছে যে সন্ধ্যা লগা সময়ত হে দৌলত দিল্লী পাবহি। ৰাজধানীৰ উত্তৰ দুৱাৰত অসংখ্য মানুহ। কোনোৱে বা হাতীত, কোনোৱে বা ঘোৰাত, কোনোৱে বা চালৰ ওপৰত, কোনোৱে বা গছৰ ওপৰত ঠাই লৈছে। আৰু যিখিনিৰ নিমিত্তে ওপৰত ঠাই নাটিল তেওঁলোকে বা মাটিতে অসংখ্য চাকি জ্বলি গোটেইখন চহৰ জিকমিকাব লাগিছে, দিন যেন পোহৰ হৈছে এই আলোক-মালাৰ ভিতৰত থাকি নাগৰিকসকলে কবই নোৱাৰিলে প্ৰকৃতি দেবীয়ে কেতিয়া তেওঁৰ কলা বসনখনিৰে নিজৰ অঙ্গ আবৰি পেলালে। চাৰিওপিনে নানাপ্ৰকাৰ সুমধুৰ বাজনা ; ক'তো ক'তো ঢাক ঢোল বাজিছে, ক'তো ক'তো বীণ বেহেলাৰ সুৰৰ লহৰী আকাশ ভেদি উঠিছে ; ক'তো ক'তো সুমিষ্ট বাজনাৰ স্বৰৰ লগত তাতোকৈ মিঠা গায়িকাৰ কোমল মাত মিহলি হৈ দৰ্শক শ্ৰোতাক মুহি পেলাইছে। এনেতে সম্ৰাট ইব্ৰাহিমে প্ৰকাণ্ড হাতী এটাত উঠি সেইখিনিতে দেখা দিলে। হাতীৰ চাৰিওপিনে কেতবোৰ হাতী ঘোৰা প্ৰভৃতিত ৰাজ্যৰ প্ৰধান প্ৰধান মানুহসকলে সম্ৰাটক আগুৰি আহিল। আগত হাজাৰ দুই অশ্বাৰোহী সৈন্য, পাছত তিনি-চাৰি হেজাৰ পদাতিক শাৰী পাতি সম্ৰাটৰ আগে পিছে যাবলৈ ধৰিলে। সম্ৰাট আৰু অমাত্যসকলৰ হাতী ঘোৰা সুন্দৰ ভাৱে সজোৱা। সোণৰ কাম কৰা হাওদা; জিনবোৰ মণি মুক্তাখচিত সম্ৰাটৰ দল লাহে লাহে গৈ নগৰৰ বাজত শ্ৰেণীবদ্ধ-হৈ থাকিল। অশ্বাৰোহী শৰীৰ ৰক্ষকৰ ভিতৰত সম্ৰাট সকলোৰে আগত। তেতিয়া আৰু বেছিকৈ নানাপ্ৰকাৰ বাদ্যভণ্ড বাজি উঠিল; চাৰিওপিনৰ পৰা নানাপ্ৰকাৰ খাৰৰ বাজীয়ে চন্দ্ৰ নক্ষত্ৰ প্ৰভৃতিক ব্যঙ্গ কৰি যেন আকাশত নানা ভাৱে খেলা কৰিবলৈ ধৰিলে। দৰ্শক মণ্ডলীৰ প্ৰাণত উগুল-থুগুল লাগিল—কেতিয়া দৌলত আহে।

এনেতে দূৰত ৰিণিকি ৰিণিকি দেখা গল এটি পোহৰৰ ৰেখা। লাহে লাহে সেই ৰেখা অলেখ আলোকমালাত পৰিণত হল। দূৰৰপৰা নানা তৰহৰ বাজনাৰ অফুট কাকলি শুনিবলৈ পোৱা গল। সকলো উদ্‌গ্ৰীব—কেতিয়া দৌলত আহি পায়। অলপ সময়ৰ ভিতৰতে মানুহ দেখা পোৱা হল আৰু দেখোঁতে দেখোঁতে নিচেই ওচৰ চাপিল। তেতিয়া সকলোৰে মনত বিজুলীৰ ৰেখাৰ নিচিনা এটি আনন্দৰ আবেগে দেখা দিলে। ঢাক ঢোলৰ তুমুল কোঢ়াল উঠিল ; বাঁহী বেহেলাৰ টানকৈ সুৰ ওলাল ; মৃদঙ্গ প্ৰভৃতিত আনন্দৰ বোল ফুটিল ; লগে লগে সুগায়িকাৰ কণ্ঠস্বৰেৰে সৈতে সমবেত দৰ্শকসকলৰ আনন্দ ধ্বনি ঘোৰাৰ হ্ৰেষাৰৱ, হাতীৰ চিঞৰ, সৈন্যৰ সামৰিক জয়ধ্বনি সকলো মিলি এটি আনন্দ কোলাহল বিশ্বসংসাৰ যেন বিয়াপি পৰিল। চাকিবোৰে যেন আনন্দত জিকমিকালে ; আৰু আকাশৰ তৰাবোৰৰ মুখত তাৰ প্ৰতিবিম্ব পৰিল। সম্ৰাটে উচিত সম্বৰ্দ্ধনাৰ পাছত দৌলতক আনি নিজৰ ওচৰতে হাতীত বহুৱালে। এনেতে বিনামেঘত বজ্ৰ পৰাৰ নিচিনা হঠাৎ "গুৰুম্" কৈ এটি শব্দ হল, আৰু তেতিয়াই বন্দুকৰ এটি গুলি ইব্ৰাহিম্ আৰু দৌলতৰ মাজেদি আহি তেওঁলোকৰ হাতীৰ মাউতৰ মূৰত পৰিল গৈ। মানুহবোৰ স্তব্ধ হল। এনেতে আকৌ "গুৰুম" শব্দ আকৌ এটি গুলি ; আকৌ এটি; তাৰ পিছতে আনপিনৰপৰা আকৌ এটি। সকলো আতঙ্কত দিহাদিহি ভাগিল। প্ৰধান সেনাপতিৰ আদেশ পাই সেনাবোৰে তেতিয়া চাৰিওপিনৰপৰা সম্ৰাটক আগুৰি ধৰিলে। সম্ৰাটেও দৌলতক লৈ প্ৰাসাদৰ পিনে যাবলৈ সাজু হল। এনেতে আকৌ এটি গুলি আহি দৌলতৰ হাতত পৰিল আৰু চৌ-চৌ কৰে তেজ পৰিবলৈ ধৰিলে। আথেবেথে সম্ৰাটে দৌলতক লৈ প্ৰাসাদলৈ গল। যি পিনৰপৰা গুলি আহিছিল সেই পিনে সেনাবোৰ গল ; কিন্তু অসংখ্য মানুহ, কোনে কাক ধৰে? যিখিনিত গুলিৰ ধোৱাঁখিনি তেতিয়াও ওলমি আছিল, সি উৎসৱৰ ঠাইৰ পৰা বহুদূৰত, তাত মানুহেই নাই। তৎক্ষণাত সম্ৰাটৰ আদেশ প্ৰচাৰিত হল, —যি এই বিদ্ৰোহীক ধৰিব পাৰিব সি সম্ৰাটৰ প্ৰিয়ভাজন হব, চৰ্কাৰত ডাঙৰ পদ পাব আৰু নগদ ১০ হেজাৰ টকা পুৰস্কাৰ পাব।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# গুৰু-চৰিত্ৰ।

(১১)

**শ্ৰীমাধৱদেৱৰ গুৰুসেৱা।**

দুইজনা গুৰু একত্ৰ হৈ অনেক লীলা কৰিছে। গুৰু ঈশ্বৰে উষুৱা চাউল ব্যৱহাৰ নকৰিছিল ; কাৰণ ধান সিজোৱাত ধুতি নীতি ৰখা কঠিন যেন ভাবিছিল, পিছত মাধৱ লগ লগাত ধুতিৰে ধান সিজাবৰ ব্যৱস্থা কৰি দি উষুৱা চাউল চলাইছে। এই প্ৰকাৰে তেল লোণ মাছ ইত্যাদি খোৱা বস্তুৰ নানা আসোৱাহ উলিয়াই গুৰু ঈশ্বৰে ভোজন নকৰিছিল; প্ৰিয় শিষ্যৰ আদৰ আৰু যত্নৰ প্ৰসাদত এইবিলাক দ্ৰব্যও ব্যৱহাৰলৈ আনিলে। আই মাতৃয়ে গুৰুজনক ৰমানন্দৰ পিতায়েক এই সম্বোধন কৰিছিল। এদিন মাধৱে শুনি মনত বেয়া পাই গোসাঁই বুলি সম্বোধন কৰিবলৈ শিকাইছে। এদিন খৰিৰ অভাৱত চাউল সিজাব নোৱাৰাত ধ্বজাৰ হতুৱাই বাঁহ কটাই আনি খুঁটা সলাই ঘৰৰ খুটা আনি খৰি কৰি চাউল সিদ্ধ কৰাই ভোজন কৰাইছে। খৰিৰ এনে কষ্ট দেখি ধ্বজাক লগত লৈ খৰি কাটি ভূৰ বান্ধি আনি ৰাখি দিছিল। তেতিয়াৰপৰা আৰু কষ্ট হোৱা নাই। সেই দিনা গুৰু ঈশ্বৰে মাধৱত জিজ্ঞাসা কৰিলে, "বৰাৰ পো, কলৈ যোৱা হৈছিল?" তেওঁ উত্তৰ দিলে, "বাপ! খৰিৰ কষ্ট, আনিবলৈ যোৱা হৈছিল!" আমি গৃহী তুমি উদাস, কিয় ইমান কষ্ট কৰিব লাগিছে?" মাধৱে উত্তৰ দিলে "আমি নকৰিলে কোনে কৰিব।" এইদৰে প্ৰতিদিন মাধৱে গুৰু শুশ্ৰূষা কৰি নিজ বাসালৈ গৈ ভোজন কৰে। এদিন আইয়ে গুৰুজনত জনাইছে, "মাধৱক অন্ন ভোজন কৰাব নোৱাৰি নে?" "যদি খুৱাবৰ শক্তি আছে তেন্তে ধৰিবা।" ইপিনে মাধৱক কলে, "বৰাৰ পো, ভিতৰ দেখি ভোজন কৰিবা।" এদিন পৰিচাৰ কাম শেষ কৰি যাবলৈ ওলাইছে, আইয়ে কলে "বৰাৰ পো, আজি বেলি হল, যাব নালাগে আমাৰ ইয়াতে আহাৰ কৰিবলৈ হুক।" গুৰুমাতাৰ বাক্য শুনি মাধৱে কলে, "সজ কথা, কিন্তু আইৰ ভিতৰখন দেখিলে হে সেৱকে প্ৰসাদ লব পৰা হব।" এই বুলি ভিতৰলৈ গৈ দেখে যে গনেশমূৰ্ত্তিসহ ঘটৰ স্থাপন আছে। দেখা পাই জিজ্ঞাসা কৰাত উত্তৰ দিছে,—"ল'ৰা কেইটিৰ নৰিয়া হোৱাত থপা হৈছিল।" মাধৱে কলে "যাৰ গৃহত স্বয়ং ভগবান তাৰ বিঘিনিৰ ভয় ইকি কথা!" এই প্ৰকাৰে প্ৰবোধ বাক্যেৰে আইক বুজাই ধ্বজা আতৈৰ হতুৱাই পোলা কাটি উলিৱাই পেলাইছে। চৰু পেলোৱাই পুনৰ স্নান কৰাই ব্যৱহাৰ মতে চাৰি বস্তু প্ৰকাশ কৰি নতুন পাগ জুৰি চাউল সিদ্ধ কৰাই দুজনা গুৰুয়ে ভোজন কৰিছে। গুৰুৱে প্ৰিয় শিষ্য মাধৱক আলিঙ্গন কৰি কৈছে,—"বৰাৰ পো! ধন্য ধন্য! আমাৰ গৃহখানি আজি হে পবিত্ৰ হল ; ইমান দিন আমাৰ ভিতৰ অশুদ্ধ আছিল।"

---

# আমাৰ নীতিবোধ।

নৈতিক বল জাতীয় উন্নতিৰ ভেঁটি। এটা জাতি হাজাৰ বিষয়ত দুখীয়া হওক—কি ধন, কি জন, কি বাণিজ্য, কি খেতি, কি স্বাধীনতা সকলোৰেই নাইকিয়া হওক, তথাপি তাৰ যদি নীতিবোধ প্ৰতি মানুহৰ গাতে প্ৰত্যক্ষ ভাৱে থাকে তেনেহলে তাৰ এতিয়াও বহুত আশা আছে। বুৰঞ্জী মেলি চাওক তাৰ পাতে পাতে দেখিব 'অনীতিৰ পতন অখণ্ডনীয়'। যতবোৰ লুপ্ত হোৱা জাতিৰ নাম শুনিব, সকলোৰে লুপ্ত হোৱাৰ কাৰণ হৈছে এই জাতীয় নীতিবোধৰ হীনতা।

এটা জাতিৰ শক্তি চাকি চাব খুজিলে সেই জাতীয় সাধাৰণ মানুহবোৰৰ নীতিবোধ কিমান প্ৰবল তাক চালেই সহজে বুজিব পাৰি। নীতি কি? নৈতিক বল কি? এই বিষয়ে বাহুল্য বিবৰণ লিখা আমাৰ এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। আমাৰ উদ্দেশ্য হৈছে আপোনাসকলক দুটি প্ৰশ্ন কৰি ৰচনা সমাপ্ত কৰা।

সাধাৰণতঃ বৰ্ত্তমান অসমীয়া মানুহে নীতি মানে কি বুজে? বৰ্ত্তমান অসমীয়া মানুহৰ গাত নীতিবোধ (sense of morality) প্ৰত্যক্ষ ভাৱে আছে নে? আমাৰ জাতীয় নীতি-বোধ হ্ৰাস হৈছে কিয়? যদি হ্ৰাস হোৱা নাই এতিয়া যেনে দৰে আছে তাতকৈ বৃদ্ধি নহয় কিয়? এই প্ৰশ্নকিটি

সামান্য বুলি উৰাই দিব পাৰে, মোৰ আভজুৰা ভাষাত প্ৰকাশ হোৱা গুণে সামান্য যেন দেখিব পাৰে, কিন্তু এই প্ৰশ্নকিটি কেতিয়াও উৰাই দিবলগীয়া নহয়, এই কিটি বৰ ভয়ানক প্ৰশ্ন ; শিক্ষিত অসমীয়া মাত্ৰেই এই বিষয়ে দকৈ ভাবি চোৱা উচিত ; ইয়াতেই অসমীয়াৰ ভবিষ্যৎ নিৰ্ভৰ কৰিছে।

আসামৰ মাটি ইমান সাৰুৱা, আসাম ৰত্নগৰ্ভা, ইয়াত ইমানবোৰ বস্তু উৎপন্ন হয়, তথাপি আসাম দুখীয়া কিয়? আপুনি কব—শিক্ষা নাই। হয়, শিক্ষা নাই। শিক্ষা নহয় কিয়? অকল শিক্ষাৰ অভাৱেই নহয় আৰু এটি বস্তু আজি আসামে হেৰুৱাইছে ; তাক উদ্ধাৰ কৰিব নোৱাৰে মানে আসামে কেতিয়াও উন্নতি কৰিব নোৱাৰে। খুলি কলে আজি আসামত নীতিৰ আদৰ নাই। নীতিবোধ নোহোৱাকৈ কোনো জাতিয়ে কোনো যুগতে উন্নতি কৰা নাই আৰু কৰিব নোৱাৰেও।

ধৰ্ম্মৰ বাহিৰেও, সমাজ বান্ধোনৰ বাহিৰেও, নীতি morality নামে যে বস্তু এটি আছে সেই বোধ আজিকালি খুব কম মানুহৰ গাতহে দেখিবলৈ পোৱা হয়। নীতি শব্দৰ অৰ্থকে আজিকালি শতকৰা ৯৯জন মানুহে বুজে নে নুবুজে সন্দেহ। অনীতি (immorality) বুলিলে সাধাৰণতঃ আমাৰ মানুহে কি বুজে? —ভেটী খোৱা?—নহয় ; মিছা সাক্ষী দিয়া?—নহয় ; চুৰ কৰা?—নহয় ; ঠগ কৰা?—নহয়। তেনেহলে অনীতি immorality মানে নো কি? অনীতি immorality ৰ অসমীয়া বা ভাৰতীয় অৰ্থ হৈছে—পৰস্ত্ৰীহৰণ, অস্বাভাবিক উপায়ে কু প্ৰবৃত্তি চৰিতাৰ্থ কৰা। এই এটা পাপ খালি আমাৰ নীতিবোধত অনীতি বুলি পতিয়ন হয়। বাকীবোৰ পাপ কাম অনীতি বুলি ঘিণ কৰিছে বুলি আমাৰ সমাজে কেতিয়াও ডাঠি কব নোৱাৰে।

কুলিৰ মুখৰপৰা বঞ্চিত কৰি অনা টকাৰ, দুখীয়া ৰায়তৰ মুখৰপৰা ডকাদি অনা টকাৰ আসামত আজি কিয় ইমান আদৰ! এনেকুৱা টকাৰ আদৰকে কেইজন মানুহে ঘিণ কৰে?

মই ইমান খুলি কথা কোৱা বাবে আপোনালোকে বেয়া নেপাব। মই বিদেশী নহওঁ, মই আসামৰ শত্ৰু নহওঁ, আসামৰ বদনাম জগতৰ আগত মেলি দি মই নিজ জন্মভূমিৰ ওপৰত কলঙ্কৰ কালিমা পেলাবলৈ যোৱা নাই। আপোনালোক সকলোৱে যেনেকৈ আসামক ভাল পায়, আপোনালোক সকলোৱে যেনেকৈ আসামৰ সন্তান বুলি নিজক গৌৰবান্বিত ভাবে—দীন, দুখীয়া মুৰ্খ হলেও যে মোৰ অন্তৰত সেই স্নেহ, সেই গপ, সেই অহঙ্কাৰ অলপো নাই এনে বুলি নেভাবিব। প্ৰতি মানুহৰ যেনেকৈ আত্মশিক্ষাৰ দৰ্কাৰ, সেইদৰে প্ৰতি জাতিৰো আত্মশিক্ষাৰ দৰকাৰ ; তাৰে আজি আসামত অভাৱ দেখি হে মই মহামুৰ্খ হৈও এই কেইআষাৰ কথা লেখিলোঁ। মই যি বিষয়ে লিখিবলৈ গৈছোঁ তাত যে মই সম্পূৰ্ণৰূপে কৃতকাৰ্য্য হৈছোঁ এই বুলি মই ভবা নাই। সম্পূৰ্ণ কৃতকাৰ্য্য হবলৈ মই অসমৰ্থ। অসমৰ্থ বুলি জানিও যে মই লেখিবলৈ আগ বাঢ়িছোঁ ইয়াৰ কাৰণ আন একো নহয়—কেৱল মোতকৈ শিক্ষিত, জ্ঞানী আৰু বয়োশ্ৰেষ্ঠসকলৰ মন এই জাতীয় আত্মশিক্ষাৰ বিষয়লৈ আকৰ্ষণ কৰা।

আৰু এটি কথা এই খিনিতে কৈ থওঁ, আপোনালোকৰ বহুতে মই যি সুৰত এই ৰচনা আৰম্ভ কৰিছোঁ তাক চাই ভাবিব পাৰে—মই আসামৰ মৌখিক স্বদেশী, নৈৰাশ ধৰ্ম্মাবলম্বী (pessimists) দলৰে এজন আৰু সেইগুণে এই এটাইবোৰ ভাব কলা হিয়াৰ কলা ফেন, এন্ধাৰ আকাশৰ কলা ডাৱৰ। এনে বুলি কেতিয়াও নেভাবিব। এই লেখকৰ মনত আসামৰ ভবিষ্যৎ অতি উজ্জ্বল ; ভবিষ্যতৰ সৌষ্ঠব সৌন্দৰ্য্যশালী ধনী মানী জ্ঞানী ৰাঙলী আসামৰ ৰাঙলী ছবি চকু-দাপোণত জ্বলি আছে। যদি ভাৰতৰ কোনো প্ৰদেশে সোনকালে উন্নতি কৰিব পাৰে, যদি ভাৰতৰ কোনো জাতি ৪০বছৰৰ ভিতৰত উন্নতিৰ উচ্চ শিখৰত উঠিব পাৰে, যদি কোনো জাতিয়ে ইংৰাজী সভ্যতাৰ মোল বুজে, ইংৰাজ জাতিৰ গুণ বুজিব পাৰে সি একমাত্ৰ অসমীয়া।

আসামৰ মানুহ তাকৰ। বেছ কথা, সেইটো আসামৰ উন্নতিৰ প্ৰতিবন্ধক নহয় বৰং সুবিধাহে ; —ঘৰত লৰা ছোৱালী যিমান ক'ম, শিক্ষা সিমান ভাল হবৰ সুবিধা। আসামত ডাঙৰ জমিদাৰ নাই, আসাম দুখীয়া ;—হানি কি? আসামত সেইদৰে টকাৰ উৎপীড়ন—আসামৰ ৰাজহাড় অসমীয়া ৰায়তৰ ওপৰত হেজাৰ-মুনীয়া অৰ্থ-বোজাৰ চেপাওঁ নাই।

উন্নতিৰ যিকিটা লাগতিয়াল গজালি, যাৰ অভাৱত ৰমাণ ৰিপব্‌লিকৰ অধঃপতনৰ সময়ত বিখ্যাত ৰমাণ স্বদেশী Tiberius Gracchus এ তাক পুনৰ পাবলৈ কত চেষ্টা কৰি অন্তত নিজৰ প্ৰাণ বিসৰ্জ্জন দিলে আৰু লগে লগে Roman republic অৰ অন্ত হল—আৰু যি অভাব আজি ২০ শতিকাতো আবিৰ্ভাৱ হোৱা হেন দেখি ইউৰোপৰ বহুত বিখ্যাত ৰাজনৈতিক সমাজনৈতিক ভাবুকৰ মন উগুলথুগুল লাগি আছে, সেই উন্নতিশীল জাতীয় জীৱন জাতীয় সভ্যতা ৰক্ষাৰ একমাত্ৰ গজালি—সৰু সৰু ভূম্যাধিকাৰী অসমীয়া ৰায়তবিলাক (peasant proprietors) অৰ্থ-বোজা জন্ম-বোজা একোৰে চেপা নোখোৱাকৈ লহ্‌পহ্‌কৰে গজি আছে। খৃষ্ট জন্মৰ ১৩৩ বছৰৰ আগেয়ে Tiberivs Gracchus এ ৰমাণ ৰায়তবিলাকৰ দুৰ্দ্দশা দেখি বেজাৰেৰে কৈছিল—

"The wild beasts of Italy had their dens and holes and hiding places, while the men who fought and bled in defence of Italy wandered about with their wives and children without a spot of ground to rest upon." ইয়াৰ বাবেই Roman republicৰ অন্ত হল। কিন্তু আসামত আজি তেনে কিবা অভাৱ আছে নে? এহাল গৰু এহালিচা মাটি নাইকিয়া অসমীয়া ৰায়ত কেইঘৰ আছে? মহাপুৰুষ শঙ্কৰদেৱে আৰু মোমাই তামুলী বৰবৰুৱাই গঢ়ি থৈ যোৱা অসমীয়া গাঁৱলীয়া সমাজ, অসমীয়া নামঘৰ, ভাৰতত আৰু কেই ঠাইত আছে? সেই মহাত্মাসকলৰ দৰে স্বাৰ্থত্যাগী অসমীয়া পুৰুষ যদি আৰু দুজন ওলাই আসামৰ গুৰি ধৰিবলৈ আগ বাঢ়ে, আসাম উন্নতশীল হবলৈ কেই বছৰ লাগিছে? আসামত কবি নাই, অসমীয়া সাহিত্য দুখীয়া, আসামত ধনী মানুহ নাই, ইত্যাদি অমূলক কথা ভাবি কিয় মিছাকৈয়ে চিন্তা কৰি থাকিব লাগিছে? আসামৰ উন্নতিৰ যিকিটা লাগতিয়াল সম্বল সেইকিটা আসামত আছে নে নাই ভালকৈ দকৈ ভাবি চাওক। আৰু আছে যদি মনে মনে কাৰ্য্যক্ষেত্ৰত খোজ দিয়ক; আসামৰ উন্নতি কৰিবলৈ নহয়, নিজে মানুহ হবলৈ আগ বাঢ়ক, জীৱনৰ লক্ষস্থল ঠিক ৰাখক ; কবি, কবিতা, ধন সকলো আপোনাআপুনি এটি এটি কৈ আহি থাকিব ; আপুনি বলেৰে কাকো আনিব নোৱাৰে। আসামৰ ভবিষ্যৎ অতি পৰিষ্কাৰ। কেৱল এচমকা ডাৱৰ আসাম-আকাশত আছে আৰু তাৰে পৰাই হে আজি আসামৰ জ্যোতি ভালকৈ প্ৰকাশ পোৱা নাই। এইচমকা ডাৱৰ উৰাই দিয়ক, দেখিব আসাম তৎক্ষণাৎ গোটেই পৃথিবীত জিলিকি উঠিব। আৰু এইটি দোষেই হৈছে আমি আগেয়ে উনুকিয়াই অহা "নীতি বোধৰ অভাব"।

এই অভাব আপোনালোকে যেনি চাব তেনি দেখিব। বজাৰলৈ যাওক দোকানী পোহাৰীৰ কপালত লেখা আছে। কাছাৰিলৈ যাওক, দেখিব প্ৰতি আমোলা, মহৰি, তৰ্ণি, পিয়দা, কনিষ্টবল সকলোৰে চকুৰে চকুৰে মুখে মুখে তিৰ্‌বিৰ্‌ কৰে জিলিকি আছে চালেই দেখিব। জাহাজ বা ৰেলৰ ষ্টেচনলৈ যাওক দেখিব খালাচি, বাবু সকলোৰে গাত সেই একেটি চাব। গাঁওলৈ যাওক, গাঁওবুঢ়া মণ্ডল, মৌজাদাৰ, ৰায়ত, সকলোৰে গাত সেই একেখনি কাপোৰ। নগৰৰ ভদ্ৰ সমাজৰ মাজলৈ আহক দেখিব সেই একেটি অভাব তলে তলে জিলিকি আছে। শিক্ষা-মন্দিৰ স্কুল কলেজলৈ আহক, তাতো সেই একে অভাব। ধৰ্ম্মৰ মহামন্দিৰ সত্ৰ-সভালৈ যাওক তাতো সেই একেটি ৰেখা। বাগিছালৈ যাওক তাতো সকলোৰে কপালত একেটি তিলক। ইয়াতকৈ মুকলিকৈ আপোনাসকলক মই এই কথা বুজাব নোৱাৰোঁ। অসমীয়াৰ sense of morality ৰ যে অভাব হৈছে, মানুহবোৰৰ যে নীতিৰ বান্ধ ধৰ্ম্মৰ বান্ধ ঢিলা হৈছে অসমীয়া ভাষাই স্বয়ং মোৰে সৈতে সাক্ষী দিব। অসমীয়া ভাষাত "বাহিৰে পাওনি" এনেকুৱা এটি শব্দ কিয় ওলাইছে? এই শব্দটিতকৈ আৰু কিবা জলজলীয়া প্ৰমাণ আপোনালোকক লাগে নে? চৰকাৰী কাগজ চিয়াঁহি পেনচিল নিজ কামত ব্যৱহাৰ কৰোঁতে, নিজৰ লৰা-ছোৱালীক ব্যৱহাৰ কৰিবলৈ দিওঁতে কোনো অসমীয়া মহৰি কেৰাণিয়ে কিবা নীতি নিয়ম ভঙ্গ কৰিছোঁ বুলি ক্ষন্তেকো অনুভৱ কৰে নে? মদপী, চোৰ, ঠগ, ঠগী বুলি গৰ্ভনমেন্টৰ ঘৰত দণ্ড পোৱা আৰু প্ৰায় খোলাখুলিকৈ অনীতিপূৰ্ণ কাম কৰি ফুৰা মানুহে ভাল কাপোৰকানি পিন্ধি অসমীয়া ভদ্ৰ সমাজত কথাবাৰ্ত্তা পাতোঁতে অলপো লাজ অনুভৱ কৰে নে? অসমীয়া ভদ্ৰ সমাজে আন দেশৰ সমাজৰ দৰে সেইবোৰ মানুহক ঘিণ কৰিবলৈ সাহ কৰে নে? আন কি বদনাম ওলালেও নিৰীহ তিৰোতাজনীক যে দণ্ড দিয়া হয় পুৰুষজনৰ কিবা দণ্ড নেলাগে খবৰ হয় নে? অবশ্যে এনেকুৱা কৰ্ম্মৰ আপোনালোকে "মেল মৰা সুখতেই" হওক বা কথা পতাৰ বিষয় লাভৰ নিমিত্তেই

হওক কিছু খবৰ কৰে ; কিন্তু এইটো ভালকৈ ভাবি চাব এনেকুৱা কৰ্ম্ম প্ৰবৃত্তিমূলক। কিন্তু আপোনালোকে যিবোৰ পাপৰ খবৰ নকৰে আৰু সমাজৰপৰা গুচাবলৈ অলপো যত্ন নকৰে সেই এটাইবোৰ বিবেচনাৰ ফল। লৰা-ছোৱালীক স্কুললৈ পঠিওৱাৰ বাহিৰে ঘৰত কিবা ধৰ্ম্ম শিক্ষা বা নীতি শিক্ষা দিয়া হয় নে? গোঁসাই মহন্তসকলে নিজক গোঁসাই মহন্ত বুলি যৰটো ভবাৰ বাহিৰে নিজৰ কিবা কাম আছে বুলি ভাবে নে? টকা দিলে ভয়ানক পাপ কৰিলেও তেওঁবিলাকৰপৰা প্ৰায়শ্চিত্তৰ বিধান পাবলৈ কিবা টান আছে নে? দৰা কন্যা বেচি টকা লোৱা এই নতুন ব্যৱসায়ক অসমীয়া সমাজে ঘৃণাৰ চকুৰে চাইছে নে? অসমীয়া চাকৰ-নাকৰত আজিকালি আগৰদৰে বিশ্বাস নোহোৱা হৈছে কিয়? ছোৱালী-চোৰৰ ৰাজঘৰীয়া দণ্ডৰ বাহিৰে কিবা সমাজৰ দণ্ড আছে নে? আন কথাৰ প্ৰয়োজন নাই, দেশৰ নিমিত্তে ৰায়তৰপৰা টকা তুলি সেই টকা নিজে আত্মসাৎ কৰা আসামত মাজে-সময়ে দেখিবলৈ পোৱা নেযায় নে? আৰু যি তেনে কাম কৰে তেনে মানুহে আকৌ সমাজত মূৰ দাঙি নেথাকে নে? আমাৰ ডেকা সকলৰ বহুতে ৰেল জাহাজত টিকিত নোহোৱাকৈ যাব পাৰিলে, থিয়েটৰ ঘৰত টিকিত নোহোৱাকৈ সোমাব পাৰিলে, গৈ থকা ভাৰীৰপৰা কল টেঙা চুৰ কৰি খাব পাৰিলে, হোজা পোহাৰীক ডাবি দি এক পইচাত ১০ পইচাৰ বস্তু আনিব পাৰিলে নিজে কিবা খুব বাহাদুৰিৰ কাম কৰিলোঁ বুলি নেভাবে নে? আৰু তেওঁবিলাকে সেই বীৰত্বৰ কাহিনীবোৰ বৰ্ণনা কৰোঁতে শুনোতাসকলে "বাহ, বাহ" বুলি চাপৰি নবজায় নে? এইবোৰ খুব সৰু সৰু কাম বুলি ভাবিব পাৰে, কিন্তু এনেকুৱা কামৰ চাব গোটেই জীৱনত থাকি যায়। আজি যিবিলাক লৰাই পাতল কথা বুলি ভাবি স্কুল, কলেজ, লাইব্ৰেৰীৰপৰা কিতাপ ছবি চুৰকৈ নিয়ে, "লেবৰেটৰীৰপৰা" গিলাচ test-tube, rubber-tube জেপত সুমাই থয়, তেওঁবিলাকে যে এদিন ডাঙৰ কাম পাই ভেঁটী খাই আৰু আন আন ক্ষমতাৰ অসৎ ব্যৱহাৰ কৰি অশিক্ষিত মানুহৰ আগত বেয়া উদাহৰণ নধৰিব তাৰ কি প্ৰমাণ? আৰু বৰ দুৰ্ভাগ্যৰ বিষয়, এনেবোৰ কাম কৰি কিবা এটা নীতিৰ নিয়ম ভঙ্গ কৰিছোঁ বুলি ১০০ৰ ভিতৰত ৯৯ জনে সমুলি অনুভৱ নকৰে। নীচি বোধ কাৰো গাতে এক ধনিষ্টামানো দেখিবলৈ পোৱা টান হৈছে গৈ। দুটি লেখত লবলগীয়া উদাহৰণ দি এই ৰচনা সমাপ্ত কৰোঁ।

এদিন মোৰ এজন বন্ধুৱে তেওঁৰ এজন ডেকা বন্ধুৰ খবৰ লবলৈ গৈছিল। ডেকাজন সেই সময়ত ঘৰত নথকাগুণে তেওঁৰ মাককে বন্ধুৱে দেখা কৰিবলৈ ভিতৰলৈ গল। বন্ধুৱে মাকক পুতেকৰ কথা শোধাত মাকে কলে, "সি অমুক বাগিছাত কাম কৰিছে, দৰমহা ২০ টকা পায়; কিন্তু বোপা ঈশ্বৰৰ আৰ্শীবাদত সি আৰু বাহিৰে ৩০।৪০ টকী পায়"। মাকে এই কথা কেইআষাৰ খুব ৰঙেৰে কলে। কিন্তু এই কথা কিআষাৰ মোৰ বন্ধুজনৰ হাড়ে হাড়ে লাগি গল। তেওঁ সেই ডেকাজনক যিহৰে নিমিত্তে আদৰ কৰিছিল সেই জৰী সেই মুহূৰ্ত্ততে ছিগি গল। তেওঁ মোক কওঁতে কৈছিল, "তেওঁ ভাবিছিল মই তেওঁৰ পুতেকৰ অৰ্থলাভ শুনি ৰং পাম ; কিন্তু হায় তেওঁৰ পুতেকে কুলিৰ তেজ নেখাই যদি অনাহাৰে আধাপেটীয়াকৈ খাই থাকিলহেঁতেন তেতিয়া মই কিমান ৰং পালোঁহেঁতেন!" এতিয়া চাওক, সেই মহৰিজনৰ মাক খুব সৰল মানুহ, তেওঁৰ গাত অকণো দোষ নাই ; বাগিছাৰ টকা খালে যে কিবা নীতি ভঙ্গ হয়, কিবা পাপ হয়, তেওঁ তাক বুজিকে নেপায় ; পুতেকে যে বুজি পায় সেই বুলিও আমি কব নোৱাৰোঁ। তেওঁৰ জাতিৰ ৯৯ জন মানুহে এইটো কিবা বেয়া কাম বুলি অনুভৱ কৰিব নোৱাৰে। আৰু সকলোৱে যি কাম ভাল বুলি কৰিছে তেওঁ তাকেই কৰিছে।

শিক্ষিত মানুহে যেনে আদৰ্শ ধৰিছে অৰ্থাৎ যেনে জীৱন একো বাধা নিদি সমৰ্থন কৰিছে অশিক্ষিতবিলাকে তাকেই কৰিছে। আন দেশত public opinion বুলি যি এটা ভয় আছে ইয়াত তাৰ লেশ মাত্ৰ দেখিবলৈ পোৱা নাযায়।

এসময়ত এটি ডেকা আমাৰ ঘৰত আলহী হয়হি। তেওঁ প্ৰথমতে আহিয়েই মোক কলে "আজি আপোনালোকৰ ইয়াৰ মুদিক বেচ ঠগন দি আহিছোঁ।" কি দিলা নো বুলি মই শুধিলত কলে, "মই জোতা এজোৰ কিনিলোঁ গৈ, ইয়াত বৰ দাম; দামৰ খোপকে নিছিঙে; তিনি টকা দি এজোৰ ললোঁ; কেবাজোৰা দেখুৱাইছিল, সি মনকে কৰিব নোৱাৰিলে, মই কিনাজোৰৰ লগতে আৰু এজোৰ লৈ আহিলোঁ। যেনে চোৰ তেনে টাঙোন দিলোঁ"। তেওঁ বাহাদুৰি কৰি মোৰ আগত কথাষাৰ কলে হয়, মই কিন্তু যি বেজাৰ পালোঁ তাক আৰু লেখি

প্ৰকাশ কৰিব নোবাৰোঁ। মই অলপ পৰ একো উত্তৰ নিদিয়াকৈ ৰৈ থাকি কলোঁ, "তুমি কি কৰিলা! ছিঃ ছিঃ এনে কাম কিয় কৰিলা? তোমালোক উঠি-অহা লৰা, এনে কাম কৰা উচিত নে? এনে কাম আজিৰপৰা কেতিয়াও নকৰিবা; এতিয়াই এই মুহূৰ্ত্ততে জোতাজোৰ ওভোতাই দি আহাঁগৈ।" মোৰ উত্তৰ তেওঁ যেনে আশা কৰিছিল, তাৰ সম্পূৰ্ণ বিপৰীত পাই অবাক হল আৰু লাজ পাই কলে, "কি! বেয়া হল নে কি? বাৰু তেন্তে মই ভাতপানী খাই উঠি ওভোতাই দি আহিম গৈ"। মযো তাতে মান্তি হলোঁ আৰু তেওঁক খাব মেলিবলৈ দিহাকৈ দিবলৈ মন দিলোঁ। তেওঁ বৰ নিয়মত থকা মানুহ, আমাৰ পাগত নেখায়, কাজেকাজেই তেওঁক টৌ খুটি মাৰি বেলেগে ৰান্ধি খাবলৈ দিহা কৰি দিলোঁ। সেই দিনা দুপৰীয়া তেওঁ জোতাজোৰ ওভোতাই দি আহিলগৈ। দুদিনমানৰ মূৰত তেওঁক মাতি আনি বহুৱাই মই কলো, "মই দুএষাৰমান কথা কওঁ, তুমি বেয়া নেপাবা দেই।" লৰাজন বৰ শান্ত প্ৰকৃতিৰ আৰু সৰল; সঙ্গদোষত কিম্বা শিক্ষাৰ অভাৱত দুটি এটি দোষ থাকিলেও তেওঁ যে আমাৰ বহুত ডেকাৰ ওপৰত এই কথা মই বেছকৈ এই দুদিনতে গম পালোঁ। কাজেই তেওঁ বৰ আগ্ৰহেৰে কলে, "আপুনি যি ইচ্ছা তাকে কওক, মই একো বেয়া নেপাওঁ"। মই তেতিয়া কলোঁ, "তুমি সিদিনা জোতাজোৰ আনি কিমান বেয়া কাম কৰিছিলা ভাবি চাইছা নে? তুমি এজন ভাল মানুহৰ লৰা হৈ এটা দুখীয়া মুদিক ঠগিব খুইছিলা, আৰু মই নোহোৱা হলে ঠগিলাহেঁতেন। ঠগিলা ঠগিলা, ঠগ কৰি আহি মোৰ আগত বাহাদুৰি কৰিবলৈ আহিছিলা; তোমাৰ নো অলপো ধৰ্ম্ম ভয় নাইনে? লোকৰ বস্তু পালেই মোহ কৰিব লাগে নে? জীৱনত আৰু টকাতকৈ ভাল বস্তু নাই নে? নিজক ইপিনে বৰ ধাৰ্ম্মিক বুলি ভাবা, গা নোধোৱাকৈ পানী এটোপা নোখোৱা, কিন্তু এনে কাম কৰি গা ধুলেই মুক্তি হব নে? গা ধোৱা, ধুতি হোৱাত হে নীতি (morality) থাকে নে কি? তুমি সেই দিনা কি কাম কৰিলা? ৰাতিপুৱাই এটা দুখীয়া বেপাৰীক ঠগি এজোৰ সামান্য জোতা চুৰ কৰি স্বৰ্গৰ জখলাটো সেইখিনিতে ভাঙি আহি আমাৰ ইয়াত গা ধুই নিজে ভাত ৰান্ধি খালাহি! লোকৰ হাতে খালে তোমাৰ জাত যাব, তোমাৰ ধৰ্ম্ম ৰক্ষা নহব; কিন্তু তোমাৰ নিজে ভাত ৰান্ধি খোৱাৰপৰা কি পুণ্য হল? তুমি সমাজৰ নিয়ম ৰাখি ধুতি বিধুতি মানি কাৰো হাতে নেখাই থাকা তাত মোৰ কোনো আপত্তি নাই, তেনেকৈ থাকিলে মই ৰং হে পাওঁ; কিন্তু এনে অনীতিপূৰ্ণ, ধৰ্ম্মবিৰুদ্ধ কাম কৰা মানুহক মই আৰু দুগুণ ঘিণ কৰোঁ। তোমাক এতিয়া মই চোৰ, ঠগ, বিধৰ্ম্মী বুলি ঘিণ কৰা উচিত নহয় নে? তুমি বেয়া নেপাবা, তোমালোক উঠি অহা লৰা, তোমালোকৰ এনেবোৰ দোষ দেখি বৰ বেজাৰ লাগে; এতিয়াৰপৰা এনে কাম কেতিয়াও নকৰিবা"। মোৰ কথা কেইষাৰ তেওঁৰ গাত লাগি গলগৈ। তেওঁ কলে, "আপোনালোকে পঢ়ি-শুনি এইবোৰ কথা জানিছে, কিন্তু আমাক এইবোৰ যে বেয়া কাম তেনে বুলি কওঁতা কোনো নাই। সকলোৱে যেনেকৈ ফুৰে সেইদৰেই চলিছোঁ। এতিয়াৰেপৰা এনে কাম নকৰোঁ।" তেওঁ যে কলে, "সকলোৱে যেনেকৈ ফুৰিছে তেনেকৈ চলিছোঁ" সেই কথাকিটা মোৰ প্ৰাণত গাজি গল। "সকলোৱে কেনেকৈ চলিছে? এনেবোৰ কাম কৰোঁতে কোনোবাই কিবা নীতিভঙ্গ হল বুলি ভাবে নে? তেওঁ যিবোৰ মানুহৰ মাজত ফুৰে তাৰ তো বহুতে নেভাবে!! অনীতি মানে মদ খোৱা, অজাতিৰ হাতে খোৱা, আৰু আগেয়ে কৈ অহা প্ৰবৃত্তি মূলক পাপ! বাকীবোৰ কাম তো তেনেই নীতিপূৰ্ণ! কোনে অনীতি বুলি কয়? টকা হলে ওপৰত কোৱাকিটাও নীতিবিহিত।

এতিয়া চাওক আসামত নীতিবোধ (sense of morality) নামে বস্তু এটা আছে বুলি কিমান মানুহে জানে। মই যি দুটা উদাহৰণ দিলোঁ সি কেৱল দুটা মই নিজে দেখা গুটীয়া উদাহৰণ। এনেকুৱা উদাহৰণ আপোনালোকে লাখে-বিলাখে নিজৰ জীৱনত পাব লাগিছে। সেইগুণে মই আপোনালোকক সৰ্ব্বশেষত খাটোঁ যদি আপোনালোকে সম্পূৰ্ণ জাতীয় জীৱন পাবলৈ আশা কৰে তেনেহলে এই বিষয়লৈ অলপ চকু দিয়ক। আন সমাজৰ দৰে, আৰু আমাৰ পুৰণা সমাজৰ দৰে চোৰ, ঠগী, ভেঁটীখোৱা, চৰিত্ৰহীন, কেৱল বগা কাপোৰকানি পিন্ধি ভাল হৈ সমাজত সোমাই পৰনিন্দা কৰি ফুৰা ডাঙৰীয়াসকলক খোলাখুলিকৈ ঘিণ কৰক; কথাৰে কামেৰে অশিক্ষিত মানুহ বিলাকক, চাকৰ নাকৰবিলাকক নীতি নামে যে বস্তু এটা আছে জানিবলৈ দিয়ক। যদি এই ভাবেৰে প্ৰতিজন মানুহেই চলে তেতিয়া দেখিব "নীতি বোধ" আকৌ আমাৰ সমাজলৈ ঘূৰি আহিব।

# "ভাল-পোৱা।"

ভাল-পোৱা কিনো, তোমাতে শিকিলোঁ, আগেয়ে নেজানো মই।
হাহিঁটি মাৰি, ওচৰত বহি, যিদিনা দিলাহি কই।।
সিদিনাৰপৰা, কিযে ভাব আহি, খলক লগাল গৈ।
নোৱাৰিলোঁ মই, থিৰেৰে থাকিব, নমতা নোবোলাকৈ।।
নুবুজিলোঁ মই, ভাল পোৱা বাবে, সহিব লাগিব দুখ।
তেন্তে কিয় হায়! মিছাতে শিকাই, কিয়নো দিলা ই শোক?

জে, দুবৰা।

# কৃপাবৰ বৰুৱাৰ সামৰণি।



পুনৰ্ম্মিলন।

১। "বেন্ধেছ প্রেমেৰ পাশে, ওহে প্রেমময়!"

২। "প্রেম-পাশে ধৰা পড়েছি দুজনে দেখ দেখ সখি চাহিয়া!"

৩। "তোমায় ছেড়ে বন্ধু আমি থাকব কত দিন, যেমন জল বিনে মীন। জল-ধাৰা বিনে যেমন আৰ চাতক বাঁচেনা।"

"মুইও তোমাৰ মত কথা কইছি; তোমাৰ মত বকৃতা কৰ্‌ছি; মোকে এই আসাইমাগোৰ সঙ্গে ছাড়ি গেলে মুই আত্মঘাতী হইমু, আৰ তোমাৰ গায়ে বাদুৰ-বধ পাতক লাগিবে।"

# দেখাদেখি।

(১)

সেই দিনা আহাৰৰ ৮।১০ দিনমান গৈছে। জিপ্-জিপ্ জুপ্-জুপ্ কৈ পুৱাৰেপৰা বৰষুণ। আবেলি কলৈকো যাবও নোৱাৰি, একো কামো কৰিব নোৱাৰি নবীনে শোৱনি-ঘৰৰ ছালপীৰাৰ ওপৰতে বহি হাৰমনিয়মটো লৈ-কেঁ-কোঁ-গেঁ-গোঁ কৰি আছিল, এনেতে দেখিলে বাটত ভাল কাপোৰ পিন্ধা মানুহ এজন। তেওঁৰ পাছত লোৰ বাকচ এটা আৰু বিছনা এখন ভাৰ বান্ধি লৈ আৰু এটা মানুহ। দুয়ো নবীনৰ ঘৰৰ ফালেই আহিছিল। পদুলি পাওঁতেই নবীনে তেওঁক চিনি পালে। "এ ধৰণী! কলিকতালৈ যাবলৈ আহিলা?" নবীনে আথেবেথে উঠি সমপাঠী বন্ধুক আদৰ অভ্যৰ্থনা কৰি আনি কলে, "আজি ইমান বৰষুণ, তুমি নাহিবা বুলিহে ভাবিছিলোঁ। বন্ধ শেষ হবলৈকো আৰু সাত দিন আছে।" ধৰণীয়ে উত্তৰ দিলে, "হাতী কা দাঁত, ভাই! বতাহ বৰষুণ কি আছে? আহিব খুজিছিলোঁ আহিলোঁ।" নবীনে মিচিকীয়াই অলপ হাঁহিলে।

(২)

ধৰণীৰ এই "হাতী কা দাঁত" ওলোৱাৰ বহুদিন হল বুলি কোনোৱে কব নোৱাৰে। স্কুলত দুই বন্ধুৱে একেলগে পঢ়াত এনে গৈছে, যেতিয়া ধৰণীয়ে নবীনৰ ঘৰলৈ কিবাকিবি খাবলৈ আহিব বুলি নিশ্চয়কৈ কৈও অহা নাছিল, আৰু নবীনে বাট চাই চাই খঙত অভিমানত কান্দি পেলাইছিল। এনে দিন গৈছে যেতিয়া নবীনে ধৰণী আহিব বুলি শনিবাৰৰ ৰাতি বাৰ বজালৈকে উজাগৰে

আছিল, অথচ ধৰণী নাই। কলেজতো এনে দিন গৈছে যেতিয়া কোনো সভালৈ বা "চিৰিয়াখানা" বা "যাদুঘৰলৈ" যাবৰ কাৰণে নবীনে কাপোৰ পিন্ধি সাজু হৈ আছিল, অথচ ধৰণী নোহোৱাত তেওঁৰ পিন্ধা কাপোৰ পিন্ধাই থাকিছিল, আৰু সেই খণ্ডতে এসপ্তাহলৈ ধৰণীক ভালৰূপে তেওঁ মতা নাছিল। অথচ সেই ধৰণীৰে এতিয়া মুখত "মৰ্দ্দা কা বাত, হাতী কা দাঁত" হৈ উঠিল। কথাটি শুনিবলৈ বিষম, কিন্তু অনেক বিষম কথা সংসাৰত ঘটে।

জহৰ বন্ধত ঘৰলৈ অহাত ধৰণীয়ে নবীনৰ কথা এৰাব নোৱাৰি তেওঁৰ ঘৰত এৰাতি থাকিব বুলি আহিছিল। পাছে তেওঁলোকে চাহ খোৱাত এনে এটি ঘটনা ঘটিল, যে ধৰণীয়ে সেই এৰাতিৰ ঠাইত নবীনৰ ঘৰত তিন দিন থাকি হে তাৰপৰা ঘৰলৈ গল।

নবীনৰ মাক নাই ; ভনীয়েক পাৰ্ব্বতীৰ জন্ম হোৱা মাত্ৰকে মাকৰ মৃত্যু হয়। পিতাকে আৰু বিয়া কৰোৱা নাই। বহুতে বহুত কৈছিল ; বুঢ়া খুৰাকে ঘৰৰ বেমেজালিৰ, বন্ধু-বান্ধৱে নিজৰ অসুবিধাৰ, আৰু আনবোৰে সকলো ফালৰপৰা নানাবিধ অসুচলৰ কথা দেখুৱাই বুজাইছিল যে তেওঁ বিয়া নকৰালে কিজানি প্ৰলয়েই ঘটিব। তথাপি সুবিধাই অসুবিধাই ভালে বেয়াই তেওঁ আৰু বিয়া নকৰালে। আৰু তথাপিতো বুঢ়া সংসাৰ আগৰ দৰেই লাখুটিত ভৰ দি বুঢ়া ভাৱেই চলি থাকিল ; কাৰো দুখ বা কাৰো সুখে সংসাৰৰ গতিত বাধা দিব নোৱাৰিলে।

সেইবাবে, আজি এবছৰমান হল, নবীন কলিকতালৈ যোৱাৰপৰা, ঘৰত পাৰ্ব্বতী আৰু পিতাকৰ বাজে আৰু আন কোনো নাই। পিতাক কছাৰীত থকাত ঘৰৰ আছল গৃহিণী আৰু কৰ্ত্ৰী পাৰ্ব্বতীয়েই।

সেই দিনা কলিকতাৰপৰা অহাত, পাৰ্ব্বতীয়ে নবীন আৰু ধৰণীক চাহ দিলে।

সংসাৰৰ কিছুমান কথা অতি বিচিত্ৰ। এন্ধাৰত খপিয়াই-জপিয়াই ফুৰোঁ, অথচ কি যে বিচাৰোঁ নাজানো। হয়তো যাকে লাগে তাকেই শ'বাৰ ধৰি শ'বাৰ এৰি দিওঁ ; অথচ নাজানো যে সেয়ে আমাৰ সাধনাৰ ধন। হঠাৎ এচাটি বিজুলীৰ পোহৰ চকুত পৰি বিশ্ব তেনেই জলমলীয়া উজ্জ্বল হয়, আৰু তেতিয়া দেখিবলৈ পাওঁ যিহকে বিচাৰিছোঁ সি হাততে।

ধৰণীয়ে, চাহ লৈ অহা পাৰ্ব্বতীৰ ফালে চালে। সাৰেঙৰ টণ্টনীয়া তাৰত এবাৰ হাত পৰিলেই যেনেকৈ জন-জনাই উঠে, তেওঁৰ গোটেই শৰীৰ সেইদৰে জনজনাই এবাৰ কঁপি উঠিল। আজি তো নহয়, সৰুৰেপৰা তেওঁ পাৰ্ব্বতীক দেখি আহিছে ; কিন্তু আজি ই কি নতুন পোহৰ! বিচিত্ৰ সজ্জা! এনিমিষমান তেওঁ চাই ৰল। এনেতে নবীনে হাঁহি দিলে, ধৰণীৰ চেতন হল, আৰু ধৰণীয়ে তলমূৰ কৰিলে। ইয়াৰ পিছত ধৰণীয়ে অলপ হাঁহি চাহৰ বাটিটো মুখত দি এসোহা-দোসোহাকৈ খাবলৈ ধৰিলে। ধৰণীৰ "হাতী কাঁ দাঁত" গজিবৰ ইতিহাসৰ, বুলিব লাগিলে, এয়ে আৰম্ভ সেই কাৰণে ধৰণীয়ে কথাষাৰ কোৱাত নবীনে মিচিকাই অলপ হাঁহিলে।

(৩)

কলেজৰ পাঠ্যজীৱন অতি বিচিত্ৰ কাল। সেই কালত বিশ্ব পুলকত ভৰি পৰে, সংসাৰ তিৰ্‌বিৰাই নাচি থাকে। তপত বহাতৰ মাজেদি বস্তুবোৰ যেনে কঁপি থকা দেখি, সংসাৰ সেইদৰে আনন্দ আৰু সৌন্দৰ্য্যত কঁপি থাকে। কি সুন্দৰ! কি মতলীয়া! এনে জীৱনৰ ভিতৰত সোমাই নবীনে-ধৰণীয়ে কি কলে কি আলাপ কৰিলে আমি নাজানিলেও, এইটো জানো যে দুয়ো বন্ধুৱে নবীনৰ ঘৰত সেই সপ্তাহ থাকি, কলিকতাৰ কলেজত হাজিৰ হোৱাত দুদিনৰ পলম কৰিলে।

ইয়াৰ অলপ দিনৰ পাছতে নবীনে পিতাকলৈ যিখন চিঠি লেখিলে তাত কলিকতাৰ কথা, তেওঁবিলাকৰ মেছৰ কথা, ধৰণীৰ লগত একেলগে থকাৰ কথা ইত্যাদিবিলাক লেখি ইয়াকো লেখিলে বুলি প্ৰকাশ যে, পাৰ্ব্বতী লাহে লাহে ডাঙৰ হলেই, পাৰ্ব্বতীক ধৰণীলৈ বিয়া দিয়াই ভাল। ধৰণী এনে সজ লৰা, তেওঁৰ এনে ভাল চৰিত্ৰ, পঢ়াশুনাতো এনে ভাল, ইত্যাদি।

কলেজৰ, মানৱ-জাতিৰ-সকলো-সমান, জাতিভেদ-মিছা, বংশগৌৰৱ-অহঙ্কাৰৰ-হে-চিন্, ইত্যাদিবিলাক উচ্ছৃঙ্খল কথাৰ মাজত বুৰি থকা নবীনৰ মনত নহলে যে ধৰণী কোচৰ লৰা আৰু তেওঁবিলাক কায়স্থ মানুহ। কিন্তু পিতাকৰ কছাৰীৰ নথি আৰু আলাপৰ ভিতৰত জাতি আৰু বংশৰ কথাৰ বৰ চাট্ নাথাকিলেও, সংসাৰৰ ঠেলা-হেঁচাত পৰি দ'-ৰাম-চিনি-গোৱা মনত সকলো সমান

যেন নালাগিছিল। সংক্ষেপতে তেওঁ উত্তৰ দিলে, যে নবীনে নাভাবি নিচিন্তি ইমান দায়িত্বৰ কথা এইদৰে লেখা অন্যায় হৈছে।

ডেকা তেজত সৌন্দৰ্য্যৰ মোহ বা বাসনাৰ বলকে অনেক সময়ত প্ৰেম বুলি বলিয়া হোৱা যায়। কিন্তু সংসাৰৰ ঠেলাত পৰি যি মন তিতিছে আৰু যি জানিছে যে মোহ দুদিনীয়া, আৰু বাসনাৰ উত্তেজনা তৃপ্তি হোৱা মাত্ৰকতে চেঁচা পৰে, সি জানে যে প্ৰেম বা ভালপোৱা কেৱল সৌন্দৰ্য্যৰ মোহ বা আকাঙ্খাৰ তৃষ্ণা নহয়। সেইদেখি এই কথাত বাপেক-পুতেক দুইৰো অমিল হল। ডেকা আৰু বুঢ়াৰ ভিতৰত, ভোগাভিলাষিণী তৃষ্ণা আৰু ভোগ বিৰক্ত বৈৰাগ্যৰ ভিতৰত যিমান দিন প্ৰভেদ থাকে, এনে কথাত সিমান দিনলৈ মতৰ মিল হবলৈ আশা কৰাও অন্যায়।

(৪)

অনেক দিন গল। এদিনাখন দুপৰীয়া ধৰণী আৰু নবীনে দুয়ো দুখন চিঠি পালে;— পাৰ্ব্বতীৰ বিয়া! নবীন যাব লাগে ; পাৰিলে ধৰণীও। দুয়ো দুইৰো চকুৰ ফালে চালে। একো কথা নহল ; কিন্তু দুয়ো বুজিলে কাৰ কি কৰৰ ইচ্ছা। হৃদয় যেতিয়া ভাবত গভীৰ হয়, তেতিয়া চকুৰ এই ভাষাই মুখৰ অতি ওজস্বিনী বক্তৃতাকো ছেৰ পেলায়।

সংসাৰ চক্ৰ কুমাৰৰ চাকতকৈও বেছি বিচিত্ৰ! এই চক্ৰৰ ঘুৰ্ণিত ধৰণী আৰু নবীনৰ কোন কলৈ গল বিশেষ খবৰ নাথাকিল। কলেজৰ পৰা ওলাই অহাৰ ৩।৪ বছৰলৈ তেওঁলোকৰ ভিতৰত দুখন এখন চিঠি চলাচল কৰিছিল। তাৰ-পাছত কোন কত থাকিল সেয়ে জনাজনি নাথাকিলগৈ। দুয়ো নিজ নিজ বাটেদি গৈ বাটত কত কি লগ পালে, কত কি হেৰুৱালে! ইয়ো এক মায়াৰ খেলা! আজি যাৰ অভাৱত সংসাৰ অন্ধকাৰ আৰু জীৱন স্বপ্নময় বোধ হয়, দুদিনৰ পাছে তাৰো বিৰহ সহ্য হয় গৈ। বুঢ়া সংসাৰ বুঢ়া ভাৱেই লাখুটিত ভৰ দি চলে ; দিনৰ পোহৰ বা ৰাতিৰ এন্ধাৰৰপৰা তাৰ সুবিধা অসুবিধা একো নাই!

ধৰণীয়ে কলেজৰ এটা নে দুটা পৰীক্ষা পাছ কৰি আহি মাষ্টৰী কামত সোমাইছিল। তাহানিৰ প্ৰেম, ভালপোৱা, পাৰ্ব্বতীক বিয়া কৰাবলৈ নাপালে চিৰকুমাৰ ব্ৰত লৈ জীৱন নিওৱা বিৰহৰ দুঃসহ বেদনা বৰ্ণাই কবিতা লেখা আদি কথাবিলাক তেতিয়া তেওঁৰ মনত সপোন যেন হে লগা হৈছিল ; ভাবিলেও কেতিয়াবা মনতে হাঁহি উঠে আৰু কেতিয়াবা হৃদয়তন্ত্ৰীৰ একোডালি তাঁৰ বিষাদৰ সুৰত কঁপি উঠে।

এদিন লৰা এজনে তেওঁৰ ওচৰলৈ আহি ছুটি খুজিলে; কাৰণ তাৰ মাকৰ নৰীয়া। অনেক লৰাৰ মাকৰ নৰীয়া হয়, অনেকক ধৰণীয়ে ছুটি দিয়ে। সেইদিনা কোনে জানে কিয়, তেওঁৰ কেইটামান কথা সেই লৰাটোক শুধিবলৈ ইচ্ছা হল। আৰু শুধি জানিলে যে লৰাৰ বাপেকে ৰেলৰ অফিছত কিবা এটা কাম কৰে। মাকৰ জ্বৰ সেই দিনা বেছি হোৱাত বাপেকে পুতেকক স্কুললৈ আহিয়েই ছুটি লৈ যাবলৈ কৈছে।

ধৰণী আবেলি ফুৰিবলৈ ওলালত, কোনে জানে কি সকামত তেওঁৰ ৰেলৰ অফিচৰফালে যাবৰ মন গল। ৰেলৰ অফিছ পাই তেওঁৰ সেই লৰাটো আৰু তাৰ মাকৰ নৰীয়াৰ কথা মনত পৰিল। কোনে জানে কিয়, তেওঁৰ তাৰ খবৰ লবলৈ মন গল। তেওঁ খবৰ কৰি লৰাৰ ঘৰ উলিয়ালে, আৰু বাহিৰৰপৰা তাৰ নাম কাঢ়ি মাতিলে। এজন ভদ্ৰলোক ওলাই আহিল। কোন আহিছে চাবলৈ? "আ! নবীন দেখোন! তুমি ক'ৰপৰা ইয়াত ওলালা নবীন?" ধৰণীয়ে আচৰিত হৈ শুধিলে। দুয়ো বন্ধুৰ বহুদিনৰ মুৰত দেখাদেখি ; চকুৱে চকুৱে হাঁহিয়ে হাঁহিয়ে যি কথা নিমিষত হল, দুদিন কলেও তাৰ ওৰ নপৰে। নবীনে কলে, "পাৰ্ব্বতীৰ জ্বৰ!" "পাৰ্ব্বতী! এইটো জানো পাৰ্ব্বতীৰ ঘৰ!" ধৰণী আচৰিত হল। নবীনো আচৰিত হল, একে ঠাইতে থাকি ইমান দিন তেওঁলোকে খবৰ নেপায়!

পাৰ্ব্বতীৰ গিৰীয়েকক ধৰণীৰ চিনাকী কৰি দি নবীনে ধৰণীক ভিতৰলৈ লৈ গল। যি সৌন্দৰ্য্য দেখি ধৰণী ডেকা বয়সত এদিন মোহ গৈছিল সেই সৌন্দৰ্য্য অস্থি-কঙ্কালসাৰ হৈ পৰি আছে। দেখি ধৰণীৰ চকু চলচলীয়া হৈ উঠিল! পাৰ্ব্বতীয়ে ককায়েকক আঙ্গুলিৰ ইঙ্গিতেৰে মাতি নি মুখ লৰাই শুধিলে, "কোন?" নবীনে ভঙা মাতেৰে "ধৰণী, আইটি! ধৰণী" বুলি কোৱাত ধৰণীও বিছনাৰ ওচৰলৈ গল। পাৰ্ব্বতীৰো চকুৰ লো বৈ

গল। সেই দিনা ৰাতি বহুতলৈ বহি থাকি, পাছদিনা পুৱাই আহিব বুলি কৈ ধৰণী উঠিল।

ধৰণীয়ে পাছদিনা পুৱাই আহিয়েই নবীনক দেখা পালে, নবীনৰ মুখ মলিন ; চকুত পানী। নবীনে ধৰণীক সাবট মাৰি ধৰিলে। দুয়ো বন্ধুৱে আকৌ আগৰ নিচিনা গলাগলি কৰি, আগেয়ে এদিন যেনেকৈ হাঁহিছিল আজি তেনেকৈ কান্দিলে।

বুঢ়া সংসাৰ আগৰ দৰেই লাখুটিত ভৰ দি বুঢ়া ভাৱেই চলি থাকিল। দিনৰ পোহৰ বা ৰাতিৰ এন্ধাৰৰপৰা তাৰ একো সুবিধা বা অসুবিধা নহল।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

---

# চমু মন্তব্য।

"প্ৰসূতা-জ্বৰ নিবাৰণ কৰিবৰ উপায়। আৰু প্ৰসব কৰাবৰ নিয়ম। অসমীয়া প্ৰসব কৰাওঁতা অৰ্থাৎ ধাইসকলৰ কাৰণে।" "ডাক্তৰ লক্ষ্মীপ্ৰসাদ চলিহা, এল, এম, এচ, সতীশচন্দ্ৰ গণ, এল, এম, এচ ; গুৰু প্ৰসাদ মিত্ৰ, এম, বি; মহেন্দ্ৰচন্দ্ৰ চক্ৰবৰ্ত্তী ; যামিনীকান্ত দাস ; অনুকুল চন্দ্ৰ দাস গুপ্ত ; নৰেন্দ্ৰ নাথ দাম, কৰ্ত্তৃক অনুমোদিত।" শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা বি,এ, ডিব্ৰুগড়ৰ হিন্দু সৎকাৰ সমিতিৰ সম্পাদক কৰ্ত্তৃক উক্ত সমিতিৰপৰা প্ৰকাশিত। বেচ, দুঅনা মাথোন। অসমীয়া ধাই (বেজিনী) সকলে যাতে বৈজ্ঞানিক প্ৰণালীৰে প্ৰসব কৰোৱা নিয়ম আৰু প্ৰসৱৰ পিছত প্ৰসূতা জ্বৰ নিবাৰণ কৰিবৰ উপায় জানিব পাৰে সেই উদ্দেশ্যেৰে এই কিতাপখন লিখা হৈছে। আমি কওঁ যে লিখকসকলৰ পৰিশ্ৰম সাৰ্থক হওক, আৰু এই কিতাপ অসমীয়া ধাই আৰু লৰামাইকীসকলৰ হাতে হাতে হওক।

---

# গুটিদিয়েক চিন্তাৰ ঢৌ।

(৫)

(যোৱা কাতি মাহৰ ২য় বছৰ ১২শ সংখ্যা বাঁহীৰ পিছৰপৰা)

শোকৰ চিয়াহিৰে ওপৰত যে হিন্দু মুছলমানৰ পৃথিবীৰ বুৰঞ্জীত সোণালি আখৰেৰে লিখা কীৰ্ত্তিমান পূৰ্ব্বপুৰুষসকলৰ সোঁৱৰণী উজাৰিলোঁ, এই খিনিতে কথা এটি মনত পৰি উলটি ভাবি চাঁও, সঁচাকৈয়ে কি এই শোক লগা সোঁৱৰণীখিনি ভাৰতৰ শোক? হায়। ই অসাৰ চিন্তা ; যি জাতিৰ গৌৰৱ অভিমান নাই সেই জাতিৰ মানত পূৰ্ব্ব কীৰ্ত্তিমন্ত আদৰ্শ পুৰুষসকলৰ সোৱঁৰণী মিছা গগুপৰ কথা। আমাৰ দেশৰ মানুহে ঘৰে ঘৰে ৰামায়ণ মহাভাৰত দিনৌ পঢ়ি পঢ়ি তাৰ লিখা কাহিনীবিলাক শলাগি আছে ; কিন্তু তাৰপৰা অধঃপতিত অজাতি মানুহবিলাকে সাৰ গ্ৰহণ কৰি নিজক আৰু নিজ জাতিক উধাৰলৈ কিবা চেষ্টা জানো কৰিছে? আগতে এবাৰ দেখাই আহিছোঁ যে অহঙ্কাৰৰ অপভ্ৰংশ গুণবিলাক—যেনে মিছা ফুটনি, গপ, গগুপ, পৰশ্ৰীকাতৰতা যি মানুহ বা জাতিত ধৰ্ষে সেই জাতি বা মানুহে স্বধৰ্ম্ম হেৰুৱাই আগৰ দিনৰ পৰাক্ৰমী ধৰমী পূৰ্ব্বপুৰুষসকলৰ নাম সুৱঁৰি, কানি-খোলাত বহি কানীয়া মানুহবিলাকে ফচৰ্ই মেল পতাৰ দৰে, গপ পাতি থাকে মাত্ৰ। বৰ্ত্তমান পৃথিবীৰ আন আন জাতিৰ উন্নতি দেখি সেইবিলাকৰ চানেকীৰে আজিৰ দিনত ফুটত উঠিবৰ চেষ্টা কৰা কাৰ্য্যক আমি ভাৰতবাসী মানুহে অৱহেলা কৰি বৰ্ত্তমান সভ্য-জগতৰ মানুহবিলাকক ইতিকিং চকুৰে চাই আমাৰ সত্য ত্ৰেতা দ্বাপৰ যুগৰ পূৰ্ব্ববংশৰ গপ পাতি থাকোঁ মাত্ৰ, কিন্তু সেইবিলাক পৃথিবীৰ কত জাতিৰ পূৰ্ব্বপুৰুষ হয় তাৰ চিন্তা নকৰোঁ। আমাৰ ব্যাস আছিল, আমাৰ বাল্মিকি আছিল, আমাৰ বশিষ্ট, বিশ্বামিত্ৰ, যাজ্ঞবল্ক্য, গৌতম, বৃহস্পতি, নাৰদ, প্ৰহ্লাদ, ৰাম, কৃষ্ণ, ভীম, অৰ্জ্জুন, দ্ৰোণ, কৰ্ণ, ভীষ্ম, কালিদাস, ভবভুতি ইত্যাদি আছিল বুলি, বৰ্ত্তমান যুগৰ দৃষ্টান্তক ইতিকিং কৰি সন্তোষ মনেৰে শুই শুই গপ মাৰি থাকোঁ। আৰু ভাৰতবৰ্ষৰ হিন্দু কেৱঁাই হে আৰ্য্যসন্তান উচ্চবংশী উচ্চজাতি, এহেলৈ গোটেই পৃথিবীৰ মানুহেই অনাৰ্য্য আৰু ম্লেচ্ছ বা যৱন। বামুণ, ক্ষত্ৰিয় বৈশ্য, শূদ্ৰ এই চাৰিজাতি সদাচাৰী মানুহ আমাৰ ভাৰতবৰ্ষত হে আছে আন দেশত নাই। ভাৰতবৰ্ষক এৰি

আন আন দেশৰ মানুহ কদাচাৰী আৰু ম্লেচ্ছ। এই নিমিত্তে বৰ্ত্তমান সভ্যজগতৰ আৰ্হি আমাৰ ভাৰতবৰ্ষৰ মানুহৰ নিমিত্তে অশুচি। আমাৰ জাতিভেদ আছে, কাৰো হাতে আমি খোৱালোৱাঁ নকৰোঁ এইগতিকে আমি হিন্দুজাতি পবিত্ৰ। পৃথিবীৰ পুৰণি বুৰঞ্জী ঘোদালি চাবলৈ গলে আমাৰ দৰে অনেক নাম লোপ পোৱা বা পাবলৈ ধৰা অধঃপতিত জাতিৰ এনেকুৱা মিছা গগুপ বা কানীয়াৰ মেল অনেক শুনা যায়। এই ৰোগে যি জাতিক এবাৰ ধৰে তাক সতকাই নেৰে। পুৰণি ৰোমান জাতিৰ অধঃপতনৰ বুৰঞ্জী পঢ়ি যদি দেখা যায় তাতো এনেকুৱা অনেক দৃষ্টান্ত পোৱা যায়। ৰোম আৰু গ্ৰীছ এই দুখনি ৰাজ্য নাশ পোৱাৰ পিছত সেই দেশ দুখনৰ মানুহেও এসময়ত আমাৰ দৰে পুৰণি কল্পীয়া কথা লৈ ফিটাহি মৰা পোৱা যায়। সেই দিনৰ মানুহ আমাৰ চিজৰ আছিল, আমাৰ পম্পি আছিল আৰু আমাৰ চিৰ্চিৰো আছিল, আমাৰ একিলিজ, চক্ৰেটীছ, ইত্যাদি আছিল, এনেবিলাক গগুপ মাৰি গপ পাতি ফুৰিছিল ; কিন্তু সেইবিলাক সুকৃতী পুৰুষৰ কি কি গুণ আছিল তাক হলে শিকিবলৈ কেওঁ খোজা নাছিল। এতিয়া আমাৰো তেনে দশা ঘটিছে। আমাৰ এটাইবোৰ আছিল, আমাৰ বীৰ পুৰুষ, ধৰমী পুৰুষ, জ্ঞানী পুৰুষ সকলোৱেই আছিল, আমাৰ ব্যোমযান (বেলুন) ব্ৰহ্মাস্ত্ৰ আগ্নেয়াস্ত্ৰ সকলো আছিল। আমাৰ ভীমে বত্ৰিশ হাজাৰ মোন গদাডালি গৰখীয়া এছাৰিৰ দৰে লৈ ফুৰিছিল। অৰ্জ্জুন "একধা গ্ৰহণেচৈব সন্ধানে দশধাশৰাঃ, প্ৰক্ষিপ্তা শতধাং যান্তি নিপতন্তে সহস্ৰধাঃ" ধৰোঁতে একোটি শৰৰপৰা মন্ত্ৰবলেৰে হাজাৰ হাজাৰ শৰ পেলাব পাৰিছিল। আমাৰ আৰ্য্যঋষিসকলে জাতিভেদ নামানিছিল হয়, তেওঁবিলাক এনে শক্তিমন্ত আছিল যে গৰুটি খাইওঁ তপৰ বলেৰে মন্ত্ৰ মাতি হাড় কেডালৰ ওপৰত শান্তিয়নি পানী চটিয়াই দিয়া মাত্ৰ গৰুটো উঠি লৰ মাৰি ঘাঁহ খাই ফুৰিছিল। এতেকে তেতিয়া জাতি নমনাত দোষ নাছিল, কিয়নো তেতিয়া সত্যযুগ আৰু সত্যৰ কাল আছিল। এতিয়া কলিযুগ ঘোৰ কলিৰ দিন আহি পৰিছেহি। "কলি কালৰ অৱস্থা কিনো কম ব্যৱস্থা অধৰমে যুৰিলে দেশ" (বহুৱা) এনে বিধৰ দিন কেৱল ম্লেচ্ছৰ দিন, এনে দিনত বামুণৰ মুখে কেতিয়াও বেদ আৰু জুই ওলাব নোৱাৰে। এনেবিলাক গপত ভোল গৈ আমি ভাৰতবাসী মানুহ কেৱল অকামিলা হৈ বহি আছোঁ। ধৰ্ম্মৰ মানে পাতি লৈছোঁ সংসাৰক অসাৰ দেখা আৰু তাৰ ওপৰত বিৰক্ত হৈ সন্ন্যাসী বেশ ধৰি বনলৈ যোৱা বা তীৰ্থই তীৰ্থই ফুৰি ফুৰা। জীৱিকা ভিক্ষা। এতিয়া বঙ্গদেশৰ পিনৰপৰা "স্বদেশীৰ" লগতে এটি ধৰ্ম্মৰ ভাপে আমাৰ আসামকো পাইছেহি তাৰ নাম "যোগ শিক্ষা।" চাহৰ গছ কেনে তাক চকুৰে কেতিয়াও দেখা নেপাইও যেনেকৈ কলিকতীয়া জনদিয়েক বঙ্গালী ডেকাই চাহ খেতি সম্পৰ্কে ইংৰাজী ভাষাৰপৰা তৰ্জমা কৰি নিজ ভাষাত কিতাপ লিখিছে, যোগতত্ত্বৰ কিতাপ বিলাককো "ৰূপীয়াকো আস্তে" বঙ্গালী লিখাৰুসকলে লিখা তেনেকুৱা।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

# দিল্লী।

যমুনাৰ কুলু তান তোমাৰ প্ৰাণত
বাজি আছে কত দিন ধৰি
যমুনা তোমাক সখী অতীজৰেপৰা
চেনেহত ৰাখিছে আবৰি।
যেতিয়া কেচুৰা তুমি, সামগান শুনি
সখীয়াৰ পুলকিত প্ৰাণ,
তুমিও শুনিছা সেই পূত মন্ত্ৰ পাঠ,
আৰ্য্য ঋষিসকলৰ গান।
লভিলা মাতৃৰ স্নেহ যমুনা কোলাত,
সময়ত মনোৰমা হলা,
মেঘৰ কোলাত যেন পাতে বিজুলীয়ে
অপৰূপ সৌন্দৰ্য্যৰ মেলা।
দিলা যৌবনত ভৰি মাতৃস্থান এৰি,
সখী হল যৌবন লগৰী,
আহিল তোমাৰ হেতু কত আৰ্য্যপুত্ৰ
দূৰত্বক অৱহেলা কৰি।
তোমাৰ মোহিনী পাশ এৰাব নোৱাৰি
বন্দী হল ৰজা কতজনা,
পাতিলে তোমাক লাগী নাৰী-ৰত্ন কৰি,
দিল্লী তুমি অনন্ত যৌবনা।
কত যুগ পাৰ হল ইন্দ্ৰপ্ৰস্থ পুৰী
এই নামে দিলা পৰিচয়,
যুধিষ্ঠিৰ আদি নৃপে তোমাৰ কীৰিতি
জগতত কৰিলে অক্ষয়।
যমুনাই নিজে নিতে নিকা কৰি থোৱা
সুকোমল তোমাৰ দেহাত
পৰিছিল কত দিন বীৰসকলৰ
ৰৰষাৰ ঘাত প্ৰতিঘাত।
ধৈৰ্য্যৰ মূৰতি হই সহিলা সকলো
অপমান অশেষ লাঞ্ছনা,
নাছিল তোমাৰ কেওঁ সখীয়াত বিনে
দিবলৈ এফেৰি সান্ত্বনা।
কালৰ চকৰি জানা ঘূৰিছে নিতউ,
দুখ গলে সুখ ধৰা-বন্ধা,
নিশান্তত অৰুণৰ পুনৰ উদয়,
সংসাৰত মাথোঁ ইহা কন্দা।
তোমাৰ দুখৰ নিশা পাৰ হই গল,
সুখ-সূৰ্য্য উদিল দুনাই,
পালা সুখ, কিন্তু তুমি বিলাসিনী হলা
বিলাসীৰ লগ-ভাগ পাই।
আছিলা শুৱনী আগে তপোকন্যাৰূপে,
নেজানিলা বিলাস নো কেনে ;
পুষ্প আভৰণ গাত, আছিলা তাৰেই
সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি যেনে।
কিন্তু তাৰ পাছে আই বিলাসী মোগলে
বিলাসত তোমাক মজালে,
মোগল পতিত হই গৌৰৱৰপৰা
তললৈ তোমাকো নমালে।
যোগ্যৰ উন্নতি আৰু অযোগ্যৰ নাশ,
জগতৰ অখণ্ডন ৰীতি,
মোগল কেনিবা গল, যোগ্যতমে আহি
ললেগই যি স্থানত স্থিতি।
বিলাসত পৰি তুমি যি পাপ কৰিলা
মোচনৰ কাল তাৰ পালে,
পুনৰ এলাগী হই পালিলা ব্ৰত
বহুদিন অকলে অকলে।
তাৰ ফলে আজি তুমি পাপহীনা হলা,
তপস্যাৰ আৰু কাম নাই ;
লভিলা অভীষ্ট তুমি কত বাঞ্ছা কৰি,
পালা লুপ্ত গৌৰৱৰ ঠাই।

বিজনৰ শৰীৰত সৰ্গৰ প্ৰভা,
ঈশ্বৰৰ অংশ যাৰ গাত,
তেওঁ নিজে আহি আজি সমাদৰ কৰি
পাপমুক্ত কৰিলে তোমাক।
ঈশ্বৰৰ অৱতাৰ ৰামচন্দ্ৰ বিনে
অহল্যাৰ আছে কত গতি?
তুমিও সিদৰে ৰাজদেৱ অনুগ্ৰহে
পাপহন্তে লভিলা মুকুতি।
সখী যমুনাৰ আজি তোমাৰ সুখত
পুলকত উতলা পৰাণ,
সখীৰ পুৰণি বীণা তাতো আজি শুনো
অপূৰৱ সুমধুৰ তান।
অতীত গৌৰৱ ৰাশি আছিল তোমাৰ
অতদিন অনাদৰে পৰি,
(আজি) পুনু তাৰ দীপ্তি হই নতুন প্ৰভাবে
জগতত পৰিছে বিস্তাৰি।
পূব আৰু পশ্চিমৰ কেনে জেউতিৰে
দিপ্ লিপ্ দিল্লী ৰাজধানী ;
আৰ্য্যৰ গৌৰৱ ঠাই জগতৰ হোক,
সম্ৰাটৰ আশীৰ্ব্বাদ বাণী।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

---

# গুটিদিয়েক চিন্তাৰ ঢৌ।

(৬)

এতিয়া কলিযুগ ; ভবিষ্যপুৰাণত যি লিখি গৈছে সি কলিযুগত ঘটিবই ঘটিব, এই এটি মাৰাত্মক বিশ্বাসে ভাৰতবৰ্ষক ঘাইকৈ আসাম দেশৰ মানুহক ধ্বংসৰ ফালে গতি কৰাই অধৰম শিক্ষাৰ শিপা দকৈ পুতিছে। আৰু সত্যযুগ আৰু কলিযুগ কাক বোলে তাক এবাৰ গধুৰকৈ চিন্তা কৰি দেখা যাওক। পূৰ্ব্বে এবাৰ উনুকিবা কথাকে এইবাৰ এবাৰ বহলাই কওঁ যে, সৃষ্টিতত্ত্বৰ মূল কাৰ্য্য টলকি চাবলৈ গলে দুটি ক্ৰিয়া দেখিবলৈ পোৱা যায়, এটি বিবৰ্ত্ত (Theory of evolution) আনটি পৰিণাম (Theory of involution), এই দুটি ক্ৰিয়ায়েই সৃষ্টিক দিনৌ অহা যোৱা ৰূপে উদয় অস্ত খতিক্ষণ নোহোৱাকৈ কৰিবই লাগিছে, বা অৱস্থাৰপৰা অৱস্থান্তৰ ঘটাবই লাগিছে। আছোঁ সদায়েই আছোঁ, নাই হব নোৱাৰোঁ, কেবল অৱস্থান্তৰক হে ভ্ৰমত নাই বোলা হয়। সৃষ্টি-চকৰি অহা যোৱা কৰি অনন্ত কালৰপৰা ঘুৰিবই লাগিছেঁ। নল মৰি সদায় গজালি উঠিবই লাগিছে, অথচ নলৰ অস্তিত্ব কদাপি লোপ হোৱা নাই। ইয়াকেই বোলে সত্য অবিনাশী। ইয়াকেই বোলে থকা (অস্তিত্ব) কেতিয়াও নাই হব নোৱাৰে, আৰু নাই বোলাটিয়েও উলটি থকাৰ হে প্ৰমাণ কৰে। অজ্ঞেয় (Unknowable) বোলাইও জ্ঞেয়কেইহে (Knowable) প্ৰমাণ কৰে, কোনো গতিকে নোহোৱা, নাইকীয়া, বা নথকা প্ৰমাণ কৰিব নোৱাৰি। আছোঁ সদায়েই আছোঁ, নোহোৱা হওঁ কেনেকৈ? এই কথাটিৰ মাত্ৰ অৱস্থান্তৰ আছে তাকেই আমি বুজি নাচাই মৃত্যু বোলোঁহক। বাস্তৱিকে টলকি চালে মৃত্যু বা নোহোৱা এটা একোৰেই আছে বুলি প্ৰমাণ কৰা টান। মৃত্যুভয় কেৱল মায়া বা ভ্ৰম মাত্ৰ। সৃষ্টিতত্ত্বৰ মূল ৰহস্য মণি চাবলৈ গলে বিবৰ্ত্ত আৰু পৰিণাম দুটি কাৰণ লগলাগি আছেই। তেনেহলে গছৰ গুটি যেনে একেদিনে নপকে আৰু নসৰেও সৃষ্টিও সেয়েই। জড়-জগৎ আৰু জ্ঞান-জগৎ দুইয়ো একে নিয়মৰে অধীন যে ইয়াত সংশয় নাই। অতত্ৰব মানুহো যে একালত পশুৰ দৰে আছিল তাৰ ভুল কি? এতিয়া বিচাৰ কৰি চোৱা যাওক অতীত সত্য যুগ নে বৰ্ত্তমান সত্যযুগ? আমাৰ অসমীয়া মানুহেই যে অকল বিশ্বাস কৰে এনে নহয় ভাৰতৰ সদৌ দেশী মানুহেই তাক কৰে যে সত্যযুগ কেৱল সঁচাৰেই হে দিন আছিল; তেতিয়া মানুহে একো পাপ কাম নকৰিছিল আৰু অন্য অস্তু পাপ কি মানুহে তাক বুজিকে নাপাইছিল। আদিম অৱস্থাত মানুহৰ যে পাপ পূণ্যৰ অজ্ঞানতাৰ এটি সময় আছিল তাক বিবৰ্ত্তৰ কাৰ্য্য টলকি চালেই পোৱা যায়, কিয়নো প্ৰকৃতিয়ে সৃষ্টিৰ শৃঙ্খলতা লাহে লাহে ক্ৰমবিকাশ প্ৰণালীমতে হে লগাই থাকে। প্ৰকৃতিয়ে সৃষ্টিৰ শৃঙ্খলতা লাগোৱাৰ আদি হোৱাত বিশৃঙ্খলতা নহৈও নোৱাৰে। অনেক বাৰ গঢ়া ভঙাৰ

পিছত হে যে কোনো এটি কাৰ্য্যৰ ঠাবৰ হয় ই ধৰা-বন্ধা কথা। সেই নিমিত্তে এসময়ত অৰ্থাৎ মানুহৰ বিশ্বাসমতে সত্যযুগত নৰ-সিংহও জন্ম হৈছিল আৰু ২১ হাত দীঘল মানুহো জন্ম হোৱা অসম্ভৱ নহয়। কিন্তু সেই সময়টি ক্ৰমবিকাশ আইনখনি মতে প্ৰকৃতিৰ সুশৃঙ্খলতাৰ সময় নহয়। আমাৰ হিন্দু পুৰাণমতে দেখিবলৈ গলেও একালত বামন অৱতাৰৰ কথা পোৱা যায়। যেই কি পুৰাণকে গধুৰকৈ পঢ়ি চোৱা যায় তাতে অনেক পৰিবৰ্ত্তন আৰু ঘটনাৰ দ্বাৰাই এনে প্ৰমাণ পোৱা যায় যে, সৃষ্টি যে ক্ৰমবিকাশ নিয়মৰ অধীন তাৰ কোনো ভুল নাই। কোনো কাৰ্য্যৰ শৃঙ্খলতা হোৱাৰ আগতে বিশৃঙ্খলতা নঘটি নোৱাৰে। প্ৰকৃতিৰ কাৰ্য্যকৰী শক্তি ঠাৱৰ নৌ হওঁতে প্ৰকৃতি চঞ্চলা থাকে, তাকেই প্ৰকৃতিৰ উচ্ছৃঙ্খলতা বোলে। সেই অৱস্থাৰ এটি সৃষ্টিৰ পটন্টৰ দেখিলে, জীৱাণুৰে (Protoplasm) পৰা চৈতন্য অৱতাৰৰ তত্ত্ব গবেষণা কৰি চালে ইয়াকেই হে দেখা যায় যে আদিতে প্ৰকৃতি উচ্ছৃঙ্খল বা তৰল থকা গতিকে সৃষ্টিৰ স্থাবৰতা লাহে লাহে হৈ উঠাৰ আগতে বৰ্ত্তমান সৃষ্টিৰ চকুত অসম্ভৱ জীৱৰ স্ৰজন হোৱাৰ আটক নাই।

মই সৰুতে নীলকণ্ঠ পুথিখনি পঢ়িছিলোঁ। তাৰপৰা জানিব পাৰিলোঁ, যেতিয়া মহাদেৱে সৃষ্টি কৰিবলৈ ধৰে তেতিয়া তেওঁ এক বাহু, এক-নেত্ৰ, বহু-নেত্ৰ, এক-মূৰ, বহু-মূৰ এনে জীৱ সৃষ্টি কৰাত বিষ্ণুৱে অসন্তুষ্ট হৈ ব্ৰহ্মাক সৃষ্টি কৰিবলৈ আদেশ দিলে। পিছে ব্ৰহ্মাইও পোনতে কেৱল পুৰুষকেই সৃষ্টি কৰিলে। এনে দেখি বিষ্ণুৰ উপদেশ মতে ব্ৰহ্মাই যেতিয়া তিৰী পুৰুষ দুইকো সৃষ্টি কৰিবলৈ ধৰিলে তেতিয়াৰপৰাহে মনুষ্য সৃষ্টি ঠাৱৰ হল।

এইকাৰণে মনুষ্য সৃষ্টি ঠাৱৰ হোৱাৰ আদিতে দৈত্য-যুগ Giant age থকা কথা বহুত পণ্ডিতে স্বীকাৰ কৰে। স্বীকাৰ কৰা কিয়, অনেক ঠাইত মাটি খনাত তেনেবিধ মানুহৰ মূৰৰ খোলা আৰু জকা পোৱাও গৈছে।

সেই বুলিয়েই যে ২১ হতীয়া মানুহ থকা কালটিক সত্যযুগ বুলিব পাৰি এনে নহয়, বৰঞ্চ তাক আদিযুগ বোলাহে উচিত। সত্যযুগ কাক বোলে তাক যদি বিচাৰ কৰি চোৱা যায় তেনেহলে জ্ঞান-জগতক ধৰি চাব লগাতপৰে। জ্ঞানজগতো একে ক্ৰমবিকাশ নিয়মৰ অধীন। আমি যাক সত্যযুগ বোলোঁ জ্ঞানজগতৰ ক্ৰমবিকাশ গতিৰ কালে চাই পঠিয়ালে তাক সত্যযুগ নুবুলি বাস্তৱতে কলিযুগ হে বোলা যায়। সত্যযুগ অৰ্থাৎ বলি বেণ মান্ধাতাৰ দিনত মানুহে পাপ কাম নকৰিছিল যে তাৰ একো প্ৰমাণ নাই। সেই দিনতো পুৰাণ পঢ়িলে পোৱা যায় মিছা বেশ্যা চোৰ ডকাইতী আদি পাপ কামৰ অন্ত নাছিল আৰু যিবিলাক আজিকালি পৃথিৱীৰ সভ্য সমাজৰ চকুত জঘন্য পাপ বুলি বিবেচিত সেইবিলাক কাম সত্যযুগৰ সমাজৰ আগত পাপ বুলি একেবাৰে বিবেচনা কৰা নৌহৈছিল। উদ্দালক শ্বেতকেতুৰ কথা মহাভাৰতত অনেকে পঢ়িছে। সেই কালত মানুহৰ ভিতৰত তিৰোতা, গৰু ছাগলী পহুৰ দৰে ৰাজহুৱা আছিল। এসময়ত যে তিৰোতা গৰু ছাগলীৰ দৰে যাৰে তাৰে ভোগ্যা আছিল তাৰ অকণো ভুল নাই। এই হেতুকে পাঠক পাঠিকাসকল! তেনে যুগক সত্যযুগ বুলিবা নে কি বুলিবা? আৰু মনু শাস্ত্ৰত এনেও পোৱা যায় যে সত্যযুগৰ সমাজত এনে ৰীতি প্ৰচলিত আছিল যে নিজ স্বামীয়ে সন্তান উৎপাদন কৰিব নোৱাৰিলে তিৰোতাই দেৱৰৰ দ্বাৰাই সন্তান উৎপাদন কৰাব; দেৱৰ নাথাকিলে সগোত্ৰৰ দ্বাৰাই সন্তান উৎপাদান কৰাব। এনে সমাজৰ নিয়ম বৰ্ত্তমান দিনত শুনিলেও শ্ৰীবিষ্ণু স্মৰি কাণত হাত দিব লগাত পৰে। চোৰ ডকাইতৰ সংখ্যা সত্যযুগত যে কম আছিল আৰু মদপী বেশ্যাসক্ত ইত্যাদিও যে কম আছিল এনে মনত নধৰে। এই কাৰণে বুজা যায় সত্যযুগতো দেওয়ানী ফৌজদাৰী মোকৰ্দ্দমা নোহোৱা নাছিল। এনেও প্ৰমাণ পোৱা যায় যে সেই কালৰ পুলিচে ভুল কৰি গৰু-চোৰ বুলি নিৰপৰাধ মাণ্ডব্য ঋষিকো যোগাসনৰপৰা ধৰি নি শূলত দিছিল। দ্বাপৰ যুগৰ তো কথাই নাই ; মহাভাৰততে পোৱা যায়, অৰ্জ্জুন মহাবীৰে গৰুচোৰৰ পিছত খেদি গৈ শৰ হানি চোৰক মাৰি গৰু খালাচ কৰিবৰ কাৰণে মহাৰাজা যুধিষ্ঠিৰৰ শোৱা-খোটালিত দ্ৰৌপদীৰে মহাৰাজাক থকা দেখা পোৱা অপৰাধত বাৰ বছৰ বনবাস খাটিবলৈ বাধ্য হৈছিল। সেই কালত স্ত্ৰীহৰণৰ মোকৰ্দ্দমাই অধিক আছিল যেন মনত ধৰে। তাৰ প্ৰমাণ কেৱলীয়া আৰু আন গোসাঁইসকলৰ সত্ৰত আমাৰ গাৱঁলীয়া নামঘৰবিলাকত সদায় পতা ভাওনা দেখি আছা;—যথা ৰজাৱতীহৰণ, অহল্যাহৰণ, সীতাহৰণ,

দ্ৰৌপদীহৰণ, উষাহৰণ ইত্যাদি। বেণ ৰজাৰ দিনত কি ভয়ঙ্কৰ ব্যাভিচাৰ দোষ ঘটিছিল তাক পুৰাণ পঢ়িলেই জনা যায়। স্বৰ্গতো বেশ্যাপটী থকাৰ প্ৰমাণ পোৱা যায়, যেনে উৰ্ব্বশী মেনকা তিলোত্তমা ইত্যাদি ; আন ঠাইৰ কথা কি ?

মদ পান কৰাৰ যে কথাই নাই, ই নিত্যনৈমিত্তিক আচমনি আছিল। টানকৈ মদৰ ৰাগি লগাত শুক্ৰ ঋষিয়ে মনুষ্য (কচৰ) মাংসে ভক্ষণ কৰিছিল। সেই কালতো, সভ্য অসভ্য মানুহ অলেখ আছিল ; দেৱতা, দৈত্য, দানৱ, ৰাক্ষস, ইত্যাদি। যুদ্ধ বিগ্ৰহ চাবলৈ গলে—এতিয়াৰ দিনতকৈ তেতিয়া ঘন আছিল বুলিহে বোধে ধৰে। এতিয়া কোন যুগক নো সত্যযুগ বোলোঁ ভাবি তৰ নেপাওঁ। মই হলে কলিযুগক আদি পাতি সত্যযুগক এনে ভাবে দেখোঁ যে যেই সেই কালতে সত্য কলি দুটি যুগ বা সময় আছেই আছে। যেনে পোহৰ আৰু এন্ধাৰ দুটি পিঠি আছে তেনেদৰে ভাল বেয়া দুটি পিঠি সকলো যুগতে আছেই আছে ; কিয়নো মানুহৰ ভিতৰত কি জন্তুৰ ভিতৰত বা বাহ্যপ্ৰকৃতিৰ সত্ব ৰজ আৰু তম এই তিনটি গুণে ক্ৰিয়া খতিক্ষণ নোহোৱাকৈ অনন্ত কালৰে পৰা সৰ্ব্বতিকাল কৰিবই লাগিছে আৰু কৰিয়েই আছে। এতেকতে নিৰ্ভুল ৰূপে ঠাৱৰাব পাৰি যে কোনো যুগতে অকল সত্যযুগো নাই অকল কলিযুগো নাই। সত্য কলি মিহলি ভাবে সকলো যুগতে থাকে আৰু আছেও। যেই সেই কালৰ ভাল বা পুণ্য কাৰ্যখিনিয়েই হৈছে সত্যযুগ, বেয়া বা পাপ কৰ্ম্ম খিনিয়েই হৈছে কলিযুগ। আৰু আন প্ৰকাৰে চাবলৈ গলেও যেই সেই মানুহৰ আৰু জাতিৰ উন্নত অৱস্থাৰ দিনখিনিক সত্যযুগ আৰু পতন অৱস্থাৰ দিনখিনিকেই কলিযুগ বোলা যায়। এই প্ৰকাৰে চাবলৈ গলে যেতিয়া যি জাতিয়ে পৃথিবীৰ ভিতৰত নিজৰ গৌৰৱ বঢ়াই জ্ঞানে মানে উন্নত হৈ স্বাধীনতা লাভ কৰি থাকে সেই জাতিলৈ সেই সময়খিনি সত্যযুগ হয়। আৰু এনেকুৱা উন্নতিৰ ওখ খাপৰপৰা যেতিয়া যি জাতি খহি পৰে তাৰেই আগৰপৰা গুৰিলৈকে পতন অৱস্থাৰ সময়খিনি কলিযুগ মিলে। এইদৰে ভাবি দেখিলে ভাৰতবৰ্ষত যি কালৰপৰা যি কাললৈকে আৰ্য্য জাতিয়ে বলে বিক্ৰমে শৌৰ্য্যেবীৰ্য্যে ধনে মানে গুণে জ্ঞানে উন্নতি গৌৰৱৰ অতি ওখ টিঙত উঠি পৃথিবীক তবধ লগাব পাৰিছিল তেতিয়া ভাৰতৰ ব্ৰাহ্মণ আদি আৰ্য্যসকলৰ সত্যযুগ আছিল। সেইদৰে পুৰণি কালত পৃথিবীৰ একো একো জাতিৰ সত্যযুগ আছিল যে তাক কোনে নুই কৰিব পাৰে ? পুৰাতন নিনেব, বেবিলিয়ন, মিচৰ, কাৰ্থেজ, গ্ৰীক, ৰোম প্ৰভৃতি জাতিবিলাকৰো একালত সত্যযুগ আছিল। মানৱজাতিৰ ভিতৰত শকৰ গণনা প্ৰচলিত হোৱাৰ দিনৰপৰা আজিলৈকে কত জাতিৰ যে, সেইদৰে সত্যযুগ হৈ এতিয়া কলিযুগ মিলিছে তাক পৃথিবীৰ বুৰঞ্জী পাঠ কৰিলেই বুজা যায়। আন কথা বিচাৰিবৰ সকাম নাই আমাৰ আসাম দেশতেই এসময়ত ছুটীয়া, কোচ, খেন, আহোম প্ৰভৃতি জাতিবিলাকৰ সত্যযুগ মিলি এতিয়া ঘোৰ কলিৰ দিন পৰিছে। গাইগুটীয়াকৈ চাবলৈ গলেও কোনো এঘৰ গৃহস্থ বা এটি বংশৰ সেইৰূপ একে দশা। সদৌ মানৱজাতিৰ ভিতৰত বাৰটি কাল মিলিবই লাগিছে। কালৰ থিতাপি নাই, সি একে ঠাইতে বৈ নাথাকে। এই নিমিত্তে পণ্ডিতসকলে নদী আৰু কাল দুইকো একেদৰে ৰিজায়। নৈখনিয়ে যেনেকৈ এসময়ত কোনো এখনি ঠাইক বৰকৈ সাৰুৱা পাতি নানা তৰহৰ শস্যৰে ওপচাই সেই ঠাইৰ মানুহখিনিক চহকী বা আঢ্যৱন্ত পাতে, পিছে সেই ঠাই খহাই উলটি বালি টুমনি বা জলাহ কৰি মানুহক আকালত পেলায়, সময়েও সেইদৰে কোনো এটি জাতিক এবেলি উন্নতিৰ টিঙত তুলি পিছে তললৈ নমাই দিয়ে। কিন্তু ইয়াত এটি কথা আছে। নৈয়ে যেনেকৈ থলুৱা মানুহখিনিক আগতে সেই পিনে কটকটীয়া সোতৰ ঢাল লৈ চাকনৈয়া পতি সেই ঠাইৰপৰা উঠি গৈ আন সাৰুৱা ঠাইত বহিবলৈ গৰা-খহনিয়াৰ উমান দিয়ে সময়েও তেনেকৈ কোনো এটি জাতিক উন্নতিৰপৰা পতন হৈ নাম নুমুৱাৰ আগতে কেতবিলাক সঙ্কেতৰূপ উমান দিয়ে। নৈ আৰু সময়ৰ খৰতৰ সোতৰ গতিক কোনেও বান্ধ দি ৰাখিব নোৱাৰে, কিন্তু চেষ্টা কৰিলে তাৰ গতি মানুহে কেতিয়াবা ওভতাবও পাৰে। নৈ আৰু সময়ৰ যি মানুহে বা জাতিয়ে সঙ্কেত নুবুজে বা এলাহৰ খাটত শুই থাকি তাক বুজিব নোখোজে নাইবা বুজিও তাক অগ্ৰাহ্য কৰে তেনে মানুহ বা জাতিৰ বিপদ বা অধঃপতন কেতিয়াও নহৈ নাথাকে। অনেকৰ মুখে শুনা যায় যে চেষ্টা কৰা

নকৰা সমান, সময়ে আপোনা আপুনি কি কৰিব লাগে তাক কৰিবই। যেনেদৰে ভাল হবলৈ বা উন্নতি লাভ কৰিবলৈ কামনা কৰা যায় তেনে সময় এতিয়া অহা নাই, সময় আহিলে সি আপোনা আপুনি হৈ উঠিব। এনেবিলাক আপত্তি অধৰমী পৰাধীন আৰু কাপুৰুষ মানুহৰ মুখেহে শুনা যায়। আমাৰ ভাৰতবৰ্ষৰ বিষেশকৈ আসামৰ কোটী-একৰ মাজত সম্ভবতঃ গুটিদিয়েক বাদ দি সমুদায় মানুহেই এই ধৰণৰ। সিবিলাকে ভাবি নেদেখে যে সময়ৰ শক্তি ঘাইকৈ মানুহৰ মনৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰে আৰু সময় যে অনন্ত তাক এটি দিন যোবাৰপৰা আনটি দিন আৰম্ভ পৰ্য্যন্ত মানুহে মাত্র দিন, সপ্তাহ, মাহ, বছৰ পাতি ভাগ ভাগ কৰিছে, অথচ গমি চালে সময়ৰ হাতো নাই ভৰিও নাই যে সি নিজে নিজে অহা যোৱা কৰিব পাৰে। এতেকে দেখা যায় সময় আহিবলৈ বাট চোৱা কাপুৰুষ জাতিৰ বা মানুহৰ মুৰ্খালি মাথোন। কোনো জাতিয়ে বা মানুহে পুৰুষাৰ্থ নকৰিলে সময় কেতিয়াও নাহে। অৱশ্য একেদিনেই ৰোম নগৰ তৈয়াৰ হোৱা নাই আৰু হবও নোৱাৰে ; এই নিমিত্তে জ্ঞান শিক্ষা কৰি চাৰিউপিনে নানা প্ৰকাৰে টনকিয়াল হৈ কোনো এটি জাতি বা মানুহক সত্যযুগ অনাৰ কাৰণে যে সময় লাগে এই কথাত মান্তি হওঁ, যেনে কোনো এটি ছাত্রই পঢ়াশালিত ভৰ্ত্তি হোৱা মাত্ৰকে বিদ্যাভূষণ হব নোৱাৰে ; কিন্তু আমাৰ ভাৰতবৰ্ষীয় বিশেষকৈ অসমীয়া জাতিৰ উন্নতি কৰাৰ পিনে চেষ্টা একেবাৰে নাই বুলিলেও বঢ়া কথা কোৱা নহয়। যি জাতি বা মানুহে দেখিও নেদেখে শিকিও নিশিকে তেনে এলেহুৱা জাতি বা মানুহে স্বভাৱতেই সৰ্ব্বতিকাল কলিযুগৰ দোহাই দি থাকে। পৃথিবীৰ বুৰঞ্জী পঢ়িলেই জনা যায় যে যি জাতিয়ে এবেলি উন্নতিৰ টিঙৰপৰা খহি পৰিছে সেই জাতি বা মানুহেই হে যোৱা দিনৰ বা সত্যযুগৰ ৰঙিতা মুৰ্ত্তি আঁকি চাই থাকে আৰু হা-হুমুনিয়াহ কাঢ়ি একহী-পুৰুষৰ ভিতৰৰ এজনৰ গুণ গৌৰৱত ওফন্দি তেওঁৰেই বখনাবখনি কৰি থাকে কিন্তু তেওঁৰ দৰে হবলৈ চেষ্টা হলে এফেৰিও নকৰে। আন পিনে সেই জাতিৰ ভিতৰত টলকি চালে কোনো মহাপুৰুষৰেই আদৰ সম্মান একো নাই আৰু হবও নোৱাৰে। এনে জাতি বা মানুহে কোনো শুধাৰক বা দেশহিতৈষীক বিশ্বাস নকৰে আৰু কেতিয়াও নামানে। ইহুদী জাতিৰ অধঃপতনৰ সময় বা কলিযুগ মিলাৰ বেলিকা যেতিয়া যিশু খৃষ্ট আহি সময়ৰ সোঁত ওভোতাবৰ চেষ্টা কৰিছিল তেওঁক স্বজাতি স্বদেশীয়ে কেতিয়াও নামানিলে ; সত্যযুগ আহিলে হে খৃষ্ট জন্ম হয় বুলি বিশ্বাস কৰি খৃষ্ট অহালৈ বাট চাই থাকিল। কিন্তু হায়! হায়! খৃষ্ট আহিলো গলো, ইহুদী জাতিৰ স্বদেশত ভেটি মাটি চিৰকাললৈ নথকা হল। বাস্তৱতে মহাপুৰুষবিলাক আন একো নহয় কেৱল সময় বা আকাশী-বাণী। এনে বাণী যেতিয়া কোনো এটি জাতি বা মানুহ বঙাল হয় তেতিয়া কেতিয়াও নুশুনে ; কিয়নো বঙাল হলেই কোনো এটি জাতি বা মানুহ গাইগুটীয়া হৈ পৰে অৰ্থাৎ অধৰমী হয়। পাঠক পাঠিকাসকলে বঙাল কাক বোলে বোধ হয় বুজিব নোৱাৰিব এই কাৰণে ভাল দৰে বঙালৰ অৰ্থ বাখ্যা কৰি দেখাওঁ। বং+ আল=বঙাল। গুণাৎ আলঃ। গুণ যুক্তাৰ্থে আলী বঙাল, বঙালী। বং শব্দটি অসমীয়া শব্দ ; অসমীয়া ভাষাত—যি মানুহৰ মতৰ ঠিক নাই, যাৰ চঞ্চল চিত্ত, যি মিছাকে সঁচা কৰে অৰ্থাৎ ফালেণ্ডি কথা কৈ ফুৰে, যি নিজৰে বৰাই কৰি ফুৰে, যি তিলটিকে বেলটি কৰে বা ঢৌকে বৌটো পাতে, মুঠতে কল্পনাৰ ৰাজ্যখনিত যি ফুৰিবলৈ ভাল পায়, যি শিষ্য হোৱাতকৈ গুৰু বোলাবৰ চেষ্টা কৰে, যাৰ অতীত সত্যযুগ, বৰ্ত্তমান সদায় কলিযুগ, যাৰ ঘৰে ঘৰে জাতিভেদ, যাৰ পৰনিন্দা ধৰ্ম্ম নিন্দা মহাপুৰুষ নিন্দা নিকট্‌কটীয়া স্বভাব, যি টুটকীয়া, চকুচৰহা, খল, হিংসক, সেই লোককেই অসমীয়া ভাষাত বংদিয়া বংদি কথা কোৱা মানুহ বোলে। বংদিয়া স্বভাৱ যাৰ তাকেই বঙাল আৰু বংদিয়া স্বভাৱযুক্ত যাৰ গুণ তাকেই বঙালী বোলে। তন্ত্ৰত শাক্তৰ লক্ষণ কি, এনে এটা শ্লোকলৈ মনত পৰিল ; যথা "অন্তৰ্শাক্তো বহিঁশৈবো সভায়াং বৈষ্ণৱোমতাঃ নানা বৰ্ণধৰাঃ কৌলাঃ বিচৰন্তি মহীতলে"। বঙালীৰো লক্ষণ এনেকুৱাই। ভাৰতবৰ্ষত যেতিয়াৰেপৰা আৰ্য্যজাতিৰ পতন হল তেতিয়াৰেপৰা গোটেই ভাৰতৰ আৰ্য্য সন্তানবিলাক আৰ্য্য গুচি বঙালী হৈ পৰিল। মই অকল বঙ্গদেশৰ মানুহকেই বঙাল বোলা নাই, গোটেই ভাৰতবৰ্ষৰ আৰ্য্য সন্তান বুলি বংদি ফুৰা মানুহবিলাককেই বঙাল বুলিছোঁ ; লিখক নিজেও ইয়াৰপৰা বাদ পৰা নাই। যেতিয়া কোনো এটি

জাতিৰ পতন অৱস্থা ঘটে তেতিয়া সেই জাতিটো বঙাল হৈ পৰে অৰ্থাৎ কোনোৱে কাকো নমনা হৈ পৰে। বঙাল জাতিৰ ভিতৰত কোনো স্বদেশ-প্ৰেমিক বা ভগবৎ-প্ৰেমিক মহান পুৰুষ জন্ম গ্ৰহণ কৰিলেও তেওঁৰ সেই জাতিৰ মাজত আদৰ সন্মান একো নাই। বঙালৰ বংদিয়া স্বভাৱ থকা গতিকে মতৰ বেবেৰিবাং হৈ পৰে। এই কাৰণে 'নানা বৰ্ণধৰাঃ কৌলাঃ বিচৰন্তি মহীতলে" হৈ ধৰ্ম্মক ডোখৰ ডোখৰ কৈ কাটি ভাগ ভাগ কৰি নাম দি নিজ সুবিধা মতে একো একোটি ধৰ্ম্ম পাতি লয় ; এই নিমিত্তে হিন্দুৰ ভিতৰত নানা তৰহৰ ধৰ্ম্ম আৰু জাতিভেদ। এনে জাতি পৃথিবীত কেতিয়াও স্বাধীন জাতি হব নোৱাৰে, ই বেদবাক্য।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

---

# পানিপথ।

দ্বিতীয় অধ্যায়।

কিছুমান দিন আগেয়ে কুতবুদ্দিন, তেওঁৰ ভায়েক এজন, ভনীয়েক ফিৰোজা বিবী আৰু মহাতব নামেৰে আন এজন মানুহ,—সকলোটি মিলি ইব্ৰাহিমৰ তলত চাকৰী পাবৰ আশাত তুৰ্কীস্থানৰপৰা দিল্লীলৈ আহে। কুতবুদ্দিনে এটি ডাঙৰ পদ পাইছে, আৰু সম্ৰাটৰ প্ৰধান অমাত্যৰ ভিতৰত তেৰোঁ এজন। যদিও বিদেশী তথাপি নিজৰ গুণ আৰু যত্নৰ বলত কুতব দিল্লীৰ ভিতৰত লেখৰ এজন। ফিৰোজা বিবী কুতবৰ লগতে থাকে। মহাতব কাৰাগাৰৰ প্ৰধান প্ৰহৰী। দিল্লীলৈ আহোঁতে তেওঁৰ ভায়েকে কোনো প্ৰধান অমাত্যৰ বিৰাগভাজন হৈ প্ৰাণ হেৰুৱায়।

দৌলতৰ ওপৰত কোনে গুলি কৰিলে, এই কথাত চাৰিওপিনে হুলস্থুল লাগি পৰিল। প্ৰধান সেনাপতি গিয়াচুদ্দিনে নানা প্ৰকাৰ সন্দেহ কৰি কেতবোৰ মানুহক ধৰিলে। কিছুমানৰ ওপৰত দণ্ড বিধানো হল। ৰজা নিজে অকৰ্ম্মা ; মন্ত্ৰীৰ হাতত সকলো কাম। দোষ কৰিলে দণ্ড পাব লাগে, অমাত্য সকলে এই বিধি বিশেষৰূপে খটাইছিল, কিন্তু কেতিয়াবা ৰামৰ দোষত হৰিয়ে শাস্তি পালে তাত বৰ কথা নাছিল। তেওঁলোক মহা পণ্ডিত, সকলো ভুতকে সমজ্ঞান কৰি এটাৰ বদলি আন এটাক শাস্তি দিয়া কোনো গৰ্হিত কাম বুলি তেওঁলোকে নেভাবিছিল। এইদৰে সেইদিনাৰ সভাত উপস্থিত, বিশেষ যি পিনৰ পৰা গুলি আহিছিল সেই পিনে থকা বহু মানুহৰ প্ৰাণ দণ্ডৰ বিধান হল। সঙ্গদোষ যে কিমান ডাঙৰ দোষ ভবিষ্য বংশলৈ এই নীতিৰ বিশেষ প্ৰমাণ থবলৈ ইব্ৰাহিমেও তাতেই সন্মতি দিলে। সকলো ঠাইতে এই হতভাগ্য কেইজনৰ বাবে বহুত হা-হুমুনিয়াহ ছাৰিলে ; কিন্তু সম্ৰাটৰ সন্তোষ বিধানৰ আগত পৰি দুখৰ হাহাকাৰ আনন্দ কোলাহলত পৰিণত হল। আহাহা! কি মহিমা! দুখ সুখৰূপে, কান্দোন হাঁহিৰূপে প্ৰকাশ পায় কাৰ বলত! সন্ধ্যা লাগিছে। পশ্চিমৰ ভোটাতৰাই আকাশত তেওঁৰ আসনখনিত বহি পৃথিবীৰ ক্ৰিয়াকলাপলৈ চাই চাই, কি বাবে কব নোৱাৰোঁ, একোবাৰ গা জিকাৰ মাৰি উঠিছে। দিল্লীৰ অট্টালিকায় অট্টালিকায় অগণন চাকি জ্বলিছে ; তাৰ কিৰণ খিৰিকিয়েদি বাহিৰ হৈ পৰি আকাশৰ তৰাবোৰক লাজত পেলাইছে। অট্টালিকাৰ চালে চালে ঘৰৰ ভিতৰৰ চাকিতকৈয়ো উজ্জ্বল তিৰোতাসকলে সন্ধিয়া বেলিকা শীতল বতাহ সেৱন কৰিবলৈ ধৰিছে। ফিৰোজা বিবীয়ে চালৰ ওপৰত বহি ভাবিছে "হায়! হায়! বেছেৰা মানুহ কেইজনৰ কি পোৰা কপাল! কোনে গুলি কৰিলে, কোনে কি কৰিলে, ঠিক নাই,—হতভাগ্যহঁত মিছাতে হে মৰে। ৰজাৰে বা কি বিচাৰ! প্ৰমাণ অপ্ৰমাণ একো নোচোৱাকৈ যেই ধৰি আনিলে সেই শাস্তি। এনেতে কুতবুদ্দিনো ওপৰলৈ গল। চালত দেখিলে ফিৰোজাই আকাশৰ পিনে মুখ কৰি, চালৰ বেৰত আউজি কি ভাবি আছে। কুতবে দেখিলে কি সুন্দৰ মুৰ্ত্তি! মুখৰ ওপৰত জোনাকৰ ৰেখাই ধেমালি কৰিছে ; কিন্তু চন্দ্ৰৰ কিৰণতকৈয়ো সুন্দৰ আৰু স্নিগ্ধ করুণ ৰেখাৰ প্ৰভাবেৰে ফিৰোজাৰ মুখ বিকশিত। কুতবে ফিৰোজাৰ স্বভাৱ বেছকৈ

জানে ; তেওঁ কি ভাবিছে তাকো জানে ; তথাপি কুতবে শুধিলে, "কি ভাবিছা, ফিৰোজা?" ফিৰোজাই অকস্মাৎ চেতন পাই দেখিলে ককায়েক। ফিৰোজাই কলে "বিশেষ একো নহয়।" কুতব—"বাৰু কি ভাবিছা কোৱাঁচোন?" ফিৰোজা—"এই গুলি কৰা অপৰাধত ধৰি অনা মানুহ কেইজনৰে কথা।" কুতব—"কি ভাবিছা বাৰু?" ফিৰোজা—"নিৰ্দ্দোষী মানুহ কেইজন মিছাতে মৰে। কোনে বা গুলি কৰিলে তাৰ ঠিক নাই। দুৰ্ব্বলৰ ৰজাই বল, ৰজা যদি দুৰ্ব্বলৰ সহায় নহয় তেনেহলে কি হব? শুনিছোঁ মানুহ কেইজনৰ কোনোটিয়েই তেনে বিধৰ মানুহ নহয়।"

কুতব—"তাৰ কি ঠিক?"

ফিৰোজা—"ঠিক বেছ আছে ককাইদেউ। বেয়া কামৰো ডাঙৰ সৰু আছে। তেজস্বী আৰু সাহসী মানুহ নহলে এনে ডাঙৰ কাম কৰা যাৰে তাৰে সাধ্য নহয়। মই নিজে মানুহ কেজনক চাই আহিছোঁ ; মোৰ কেতিয়াও বিশ্বাস নহয়। সম্ৰাটে নো একো নোচোৱাকৈয়ে এনে আদেশ দিলে নে?"

কুতব—"কৰ্ত্তব্য কাৰ্য্যত হেলা হলে মানুহৰ এনেহে হয়। তাৰ আৰু জ্ঞান নেথাকে।"

ফিৰোজা—"এনে ৰাজ্যৰ কেতিয়াও মঙ্গল হব নোৱাৰে। যি ৰাজ্যত ৰজা প্ৰজাপীড়ক হে, প্ৰজাৰ ভালৰ অৰ্থে চেষ্টা নকৰি নিজৰ ভোগ বিলাসত মত্ত থাকে, সেই ৰজাৰ পতন নিশ্চয়।"

কুতব—"এনে কথা শুনিলে, ফিৰোজা! তুমিও সিহঁতৰ ভাগ্যৰ অংশী হে হবা।"

ফিৰোজা—"ফিৰোজাই তালৈ ভয় নকৰে ককাইদেউ! সত্যত মৰণো মঙ্গল। মই যদি প্ৰাণ দিয়ো এই নিৰপৰাধ কেইজনক উদ্ধাৰ কৰিব পাৰিলোঁহেঁতেন।"

কুতব—"এনে দয়া কিয়, ফিৰোজা?"

ফিৰোজা—"মোৰ দয়া কিয়? সকলোৰে দয়া। নজনা-নুশুনা নিৰপৰাধ মানুহৰ বধ দেখি কোনে সহিব পাৰে? যি গুলি কৰিছিল সিও নিশ্চয় কাপুৰুষ! নহলে নিৰ্দ্দোষ প্ৰাণ কেইটি উছৰ্গা দি সি কিয় জীৱনলৈ ইচ্ছা কৰিব?"

কুতবৰ মনত আঘাত লাগিল। কত পৰ নমতাকৈ থাকি কুতবে কলে ফিৰোজা! মোৰ ৰাজ সভাত কাম আছে, অলপ আহোঁ," এই বুলি কৈ কুতব উঠিল। ফিৰোজাই আৰু ভাবিলে হতভাগ্যহঁতৰ ভাগ্য।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

---

# অসমীয়া ন লিখাৰুৰ ৰুচি।

আজি মাহচেৰেকৰপৰা অসমীয়া মাহেকীয়া কাকত এখনত "উনপঞ্চাশৎ পৱনস্য" চহিৰে "অসমীয়া ভাষাৰ বৰ্ত্তমান যুগ" নামেৰে প্ৰবন্ধ এটা ওলাইছে। সেই উদ্ভট প্ৰবন্ধটোৰ চোকা প্ৰতিবাদ কৰি জনচেৰেকে বাঁহীত ছপাবলৈ প্ৰবন্ধ পঠিয়াইছে। আমি অনেক কাৰণত এই প্ৰতিবাদ প্ৰবন্ধবোৰ বাঁহীত ছপাবলৈ ইচ্ছা নকৰোঁ। তাৰে ঘাই কাৰণটো হৈছে,—আমি এমুঠি অসমীয়া; আমাৰ ভিতৰতে অসদ্ভাব ওপজাই মনান্তৰ ঘটোৱাটো বৰ অশোভন আৰু অন্যায় কাম বুলি আমি বিবেচনা কৰোঁ। সেই অসংযত আৰু বিদ্বেষসূচক প্ৰবন্ধটোৰ উত্তৰ গাবলৈ গলেই নিশ্চয় সেই কুকাণ্ড ঘটিব। আমি খাতাংকৈ কওঁ যে কাকতখনে উনপঞ্চাশ বায়ুৰাৰ প্ৰবন্ধটো ছপাই ভাল কাম কৰা নাই। তেওঁৰ জনা উচিত যে কলিকালত অন্নপ্ৰাণ মানুহৰ মুৰটি এটি আদ-মহীয়া বেচৰ ধোৱাঁখোৱাৰ সমান ; (এৰিষ্টক্ৰেটিক বায়ুৱাই আমাক ক্ষমা কৰিব আমি এই ভিকহু ধোৱাঁখোৱাৰ উপমা দিয়া বাবে, —সৰু মানুহৰ সৰু কথা মুখৰপৰা সতকাই নাযায়।) তাত এটি বায়ুৰেই যথেষ্ট ; এনে স্থলত প্ৰবন্ধ লেখকৰ মুৰত যেতিয়া ৪৯ বায়ুৱে ঠাই লৈছে, তেওঁক তেওঁৰ মুৰটো আৰু প্ৰবন্ধটোৰে সৈতে তেজপুৰৰ আশ্ৰমত হে ঠাই দিয়া উচিত আছিল, কাকতৰ পাতত নহয়। অশ্লীল আৰু অভদ্ৰ কথাৰে প্ৰবন্ধ লিখি ভদ্ৰ সমাজত উলিয়াটো গৰ্হিত কথা? যদি ৪৯ বায়ুৱাই কাৰবাক ডোম, হাৰি, মুচী, "চাবা" বুলি নিজৰ জঘন্য ৰুচিৰ চিনাকী দিব খোজে, তেন্তে তেওঁক ভদ্ৰলোকৰ সমাজৰপৰা অলপ আঁতৰি গৈ সেই কাম কৰিবলৈ দিয়া উচিত, আলোচনী কাকতত সেই প্ৰদৰ্শনী পাতিবলৈ দিয়া উচিত নহয়।

মাহেকীয়া কাকতৰ পাত কেইটা ভদ্ৰলোকৰ নিমিত্তেহে বুলি জানো।

ভাষা নাজানিলে যত্ন কৰি শিকাটোহে উচিত; আৰু সি একো অপমানৰ কথাও নহয়; কিন্তু নপঢ়ি-নুশুনি ওজা হৈ নিজৰ মূৰ্খতা ঢাকিবৰ নিমিত্তে যিহকে পায় তাকে বলকাটো হে বেয়া কথা। তাহানি আমাৰ এজন চিনাকী মানুহ আছিল, তেওঁৰ পেটত এটা দুষ্ট বুদ্ধি আছিল (পেটত বুদ্ধি বুলি আকৌ আমাৰ মুৰ্খতাৰ চিনাকী দিয়া বাবে পণ্ডিত বায়ুবাৰ ওচৰত- ক্ষমা প্ৰাৰ্থনা কৰিছোঁ):—তেওঁ যাক দেখিব নোৱাৰিছিল, তাক নিলাজ ওভং মাতেৰে গালি পাৰিবৰ মনেৰে গিলাচ-চেৰেক ফটিকা খাই বলিয়াৰ ভাও জুৰি লৈছিল; তেওঁ জানিছিল, যে তেনেহলে গালি-খোৱাজনে মতলীয়াই গালি পাৰিছে বুলি একো নকৈ সহি মনে মনে থাকিব। এতিয়াও সন্দেহ হয়, যে সেই কাকতৰ লেখকে তেনেকুৱাকে কিবা এটা বুধি সাজি কিজানি "উনপঞ্চাশৎ পৱনস্য" নাম লৈছে। সেইদেখি আমি তেওঁক নোজোকাই আমাৰ বন্ধু কাকতক হে এই কেইআষাৰ কথা কৈছোঁ।

৪৯ বায়ুৱাই যিহকে শুদ্ধ অসমীয়া বুলি ভাবিছে তাকে চলাওক, আৰু বৰং আমাৰ "হেমকোষৰ" নিচিনা "৪৯ কোষ" এখন ৰচনা কৰি চলাওক, তাত আমাৰ একো আপত্তি নাই; বৰং তেওঁৰ ফাললৈ ঢাল খোৱা ১ৰ পৰা ৪৯ ডিগ্ৰিলৈকে যি সকলৰ মূৰত বায়ুৰ খলপা আছে সেইসকলৰ মাজত সি খুব প্ৰচলিত হব বুলিহে আমাৰ বিশ্বাস; কিন্তু লোকক অশ্ৰাব্য অশ্লীল ভাষাৰে গালি পাৰিবৰ আৱশ্যক কি? অসমীয়া নব্য লেখকসকলে তো তেওঁৰ পানী খোৱা পুখুৰীত জুই দিয়া নাই(—সৰ্ব্বনাশ! পানী! পুখুৰী! মাছ! মাছ ধৰে কোনে? ডোমে! এই উপমা যাৰ মুখত ওলাইছে সি কোন জাতৰ? উত্তৰ—কি কৰিম? আমি দুখীয়াই গধূলি "সাবেলেই" বুলি দুটি এটি মাছ ধৰোঁ! এৰিষ্টক্ৰেটিক উনপঞ্চাশ ডাঙৰ ডাঙৰীয়াই আমাৰ দোষ মৰষিব।) সেই কাকতৰ লেখকজনে অলপো ভবা নাই হবলা যে, তেওঁৰ আৰ্হি লৈ কোনোৱে যদি তেওঁৰ কথাবোৰৰ উত্তৰ দিয়ে তেন্তে তেওঁ (বায়ুৱা) একেবাৰেই পিঠাগুড়ি হৈ যোৱাৰ সম্ভৱ। আৰু এটা কথা লেখকজনে ভবা নাই হবলা, যে লোকৰ লেখাত ডোম ডুমুনীৰ কথা-বাৰ্ত্তা আৰু উপমা এইদৰে detect কৰাত আৰু গোন্ধ পোৱা কাৰ্য্যত তেওঁক ইমান পৈণত দেখি লোকে তেওঁক কি ভাবিছে?

আমি দেখিছোঁ, আসাম সঁচাকৈয়ে অদ্ভুত দেশ। আন কোনো দেশ অসমৰ সমান নহয়। বঙ্গদেশৰ চিটাগাওঁ আৰু বিক্ৰমপুৰে নদীয়া কলিকতাৰ প্ৰচলিত বঙ্গলা ভাষাৰ কাণ মলি তাক অশুধ আৰু নিজৰ কেৰা-বেকা মাত হে শুধ বুলি চলাবলৈ চেষ্টা কৰা দেখা নাযায়। স্কটলেণ্ডৰ "স্কটিচিজম" আৰু য়ৰ্কচায়াৰৰ স্থানীয় কেৰা-বেকাইও "কিংচ্ ইংলিচৰ" ওপৰত এইদৰে টিলিংখপ্ মাৰিবলৈ যোৱা দেখা নাযায়। চিটাগাওঁৰ নবীনচন্দ্ৰই "পলাশীৰ যুদ্ধ" আৰু "ৰৈবতক," ঢাকাৰ কালীপ্ৰসন্নই "প্ৰভাত-চিন্তা" "নিশীথ-চিন্তা" আদি কিতাপ চিটাগওঁৰ আৰু ডাহাজিলাৰ মাতেৰে লেখি ঈশ্বৰচন্দ্ৰ বঙ্কিমচন্দ্ৰ ৰবীন্দ্ৰনাথৰ বঙ্গলাৰ ওপৰত "কাৰ্দ্দানি" দেখুৱাবলৈ কেতিয়াও যোৱা নাছিল। তেওঁলোকে বঙ্কিম ৰবীন্দ্ৰৰ মাত শিকি সেই আৰ্হিত হে মাতৃভাষাৰ সেৱা কৰি গল; আৰু আজিও তেওঁলোকৰ দেশৰ বঙ্গালীসকলে সেই আৰ্হিত চলি কৰিব লাগিছে। চিলঠীয়াসকলে বঙ্গলাভাষা তেওঁলোকৰ মাতৃভাষা বুলি গ্ৰহণ কৰি বিদ্যাসাগৰ দীনবন্ধুৰ কিতাপৰ ভাষাৰ ভুল ধৰি গালি পাৰি চিলঠীয়া স্থানীয় মাত হে শুধ বুলি তাৰ ঠাইত চলাবলৈ যোৱা দেখা নাযায়। অসমীয়াই বঙ্গালীক গালি পাৰিব পাৰে, কিন্তু বঙ্গালীৰ সজ গুণবিলাক লবলৈ হলে অসমীয়াৰ মুখ নাই। এমুঠি ছাল-ছিগা অসমীয়াৰ ভিতৰতে এই দশা! ইটোৱে সিটোৱে ক্ষুদ্ৰ কথাতে খোৱা-কামোৰা কৰি নিজৰ (মূল্যবান?) সময় নষ্ট কৰে, আৰু শেহত ভাল কাম কৰিবলৈ সময় নাপাওঁ বোলে। অসমীয়াক হেনো লেজিচ্‌লেটিভ কাউন্সিল লাগে, কাৰণ তেওঁলোক বৰকৈ উপযুক্ত হৈ পৰিছে!

মাতৃভাষাৰ সেৱা কৰিবলৈ আশা কৰি উঠি অহা ন লেখাৰুসকলে পুৰণি নগণ্য লেখকসকলক অকথ্য কথাৰে গালি পাৰি নিজৰ কাৰ্য্যক্ষেত্ৰলৈ যাত্ৰা কৰি ওলাই সেই যাত্ৰা এইদৰে শুভ কৰি লৈছে নে কি? পুৰণি ক্ষুদ্ৰ লেখকসকলে নিজৰ ক্ষুদ্ৰ শক্তি বুদ্ধি অনুসাৰে যি পাৰে কৰিলে আৰু কৰিছে, তেওঁলোকক সেইবাবে ডোম, "ডোম ডাঙৰীয়া," ডোমৰ লৰা বুলি গালি পাৰি, নিজৰ

মহৎ ৰংশ, শিক্ষা দীক্ষাৰ চিনাকী দিয়াসকলে সময় নষ্ট নকৰি ওখ শিক্ষা আৰু "ওখ ভাবৰ পয়দা" কৰি ওখ সাহিত্যৰ অট্টালিকা নিৰ্ম্মাণ কৰাহে ভাল। ভাওনাত ৰজা ওলোৱাৰ আগেয়ে কেলুৱা-ভেলুৱা অনেক ওলায়; এই ন ওখ সাহিত্যকসকল ওলোৱাৰ আগেয়ে ওলোৱা পুৰণি সাহিত্যিকসকলক কেলুৱা-ভেলুৱা বুলি ধৰি ললেই দেখোন এৰিষ্টক্ৰেটিক ওখ লেখাৰুসকলে শান্তি পাব পাৰে।

আমি আৰু সৰহ একো নকওঁ। সাবধান কৰি দিয়াটোহে আমাৰ এই কেই আষাৰ কথাৰ উদ্দেশ্য। শুনে যদি সম্পদ, নুশুনে যদি—আমি নিৰুপায়।

ভাই ভাইৰ ভিতৰত দণ্ড হাই গলিয়াগালি নকৰিও দেশৰ উপকাৰ, মাতৃভাষাৰ উপকাৰ কৰিব পাৰি। মাতৃভাষা হলেও, তাক ভালকৈ শিকিহে লেখক হব পাৰি; যি অনেক কাল অনেক পৰিশ্ৰম কৰি মাতৃভাষা চৰ্চ্চা কৰি আহিছে, তাক গালি পাৰি সৰ্ব্বজ্ঞ দেখুৱাই নহয়। আসামত ভাষা-ৰাজ্য এনে অৰাজক এতিয়াও হোৱা নাই যে গৰখীয়া লৰাই উই-হাফলু এটাত উঠি হাতত এচাৰি এডাল লৈ ভোজ ৰজা হৈ ৰহিলেই হল।

বঙ্গলা ফকৰা এটা মনত পৰিছে, এই খিনিতে গাই আজিলৈ আমাৰ কথাৰ ওৰ পেলাওঁ,—

"বাঘ পালাল, বিড়াল এল
শীকাৰ কৰ্‌তে হাতী।
মোগল পাঠান হদ্দ হল,
ফার্সী পড়ে তাঁতী।!"

---

# গুৰু-চৰিত্ৰ।

## (১২)

### ধৰ্ম্ম প্ৰচাৰ।

এই প্ৰকাৰে মাধৱদেৱে প্ৰত্যহ গুৰু সেৱা কৰি ৰাম-ৰাম গুৰু আৰু ৰাম দাসক ওজা পাতি নিজে পালি হৈ কীৰ্ত্তন কৰি আছে। এদিন মাধৱে ঘোষা গাইছে; ৰাম-ৰাম গুৰুৱে কংস বধৰ কীৰ্ত্তন দিছে "যেতিয়া শ্ৰীকৃষ্ণে কুবলয়ৰ দন্ত উভাৰি কান্ধত লৈ সভাৰ থানত যোৱা" এই কীৰ্ত্তন গাইছেহি, তেতিয়া ৰাম-ৰাম গুৰু প্ৰেমত আকুল হৈ বাহ্যিক জ্ঞান ৰহিত হৈ দুইজন মানুহে দাঙিব নোৱাৰা খুটা এটি কান্ধত লৈ শ্ৰীকৃষ্ণৰ ভাব দেখুৱাইছে; দুইজনে কোনোমতে ধৰি হে কান্ধৰপৰা খুটাটী নমাইছে। পুহ মাহত কীৰ্ত্তন কৰাত ওচৰত জুই ধৰি ৰাখি কীৰ্ত্তন কৰা হয়। এদিন নাম লৈ থাকোতে কীৰ্ত্তনত আকুলিত হৈ ৰামদাস আতা জুইত পৰিছিল, কিন্তু নামৰ বলত কাপোৰৰ দহি এডালিও নুপুৰিল। এই প্ৰকাৰে শ্ৰবণ কীৰ্ত্তন কৰি আছে; প্ৰভু জগন্নাথ উপস্থিত হলহি; দেৱনা ফুলৰ গন্ধ বাহিৰ হল; সকলোৱে জনাইছে জগন্নাথ আহিছে। সেই দিনাৰ কীৰ্ত্তনত ৰামদাস উপস্থিত নাছিল; কথা শুনি মনত খেদ কৰিছে আমি অভাগ্যই দেখিম নেলাগে গন্ধকে নাপালোঁ। পিছ দিনাৰ কীৰ্ত্তনত মহাপ্ৰভু পুনঃ আবিৰ্ভাব হোৱাত গুৰুজনে ভক্ত মণ্ডলিত জনাইছে; আজি ৰামদাসৰ অনুগ্ৰহত জগন্নাথ উপস্থিত হৈছেহি। ধ্বজা আতৈয়ে জনালে ধান সিচিবৰ সময় হলহি আজিলৈকে সৰিয়হ তোলা নহল, সদাই গৰুৱে খায় নষ্ট কৰিব লাগিছে। মাধৱে শুনি সুধিছে সৰিয়হৰ ওচৰত বিল আছে নে? ধ্বজাই কলে আছে। তেনেহলে তুমি কিছুমান জাবৰ গোটাই ৰাখিবা। ধ্বজাই সেইমতে জাবৰ জোটাই ৰাখিছে। এদিন মানুহবিলাক মাছ মাৰিবলৈ সেই বিললৈ গল; শ্ৰীমাধৱে মাহ প্ৰসাদ লৈগৈ, মাছ মাৰি উঠিলত সকলো মানুহক প্ৰসাদ দিলে; আৰু জাৰ নিবাৰণৰ নিমিত্তে জুই জালি দি কৌশল কৰি সৰিয়হ তোলাই আনিলে। এইদৰে সকলো কাৰ্য্য ভৃত্য স্বৰূপে মাধৱে সমাধা কৰি আহিছে। আৰু এক সঙ্গৰ তিনজন ব্ৰাহ্মণ গঙ্গালৈ গৈছিল; ধ্বজাই বাটতে লগ পাই এটা ফুলৰ টোপলি বান্ধি দি কলে যে গঙ্গাত এই ফুলৰ টোপলিটি দিবা; কিন্তু যদি হাত পাতি নলয় নিদিবা। ব্ৰাহ্মণ সকলে ধেমালি যেন ভাবি ফুল নিদিয়াকৈ উভতি গলত চকুৱে নেদেখা হল। পুনৰ আকৌ ফিৰি গৈ টোপলিটী ধ্বজা আতৈয়ে পঠাইছে বুলি কোৱাত

গঙ্গাদেবীয়ে হাত পাতি ললে। ব্ৰাহ্মণসকলে আচৰিত ভাবি গুৰুত শৰণ লৈছেহি। এই সময়তে কমললোচন আৰু হৰিচৰণ ঠাকুৰ জন্ম পাইছে।

এঘৰ লোকে কীৰ্ত্তন সেৱা পতাত মাধৱ ৰামৰামগুৰু ৰামদাস প্ৰভৃতি ভক্ত সকল একত্ৰ হৈ নাম সেৱাত কীৰ্ত্তন কৰি, ৰামদাস আৰু মাধৱে প্ৰসাদ বিলাইছে। সমাজত থকা ব্ৰাহ্মণসকলক আগে দি পিছত দুইফালৰ পৰা দুইজনে প্ৰসাদ বিলাইছে ; দক্ষিণ শাৰিত মাধৱ উত্তৰ শাৰিত ৰামদাসে দিছে। গুৰুৰ বংশৰ পুণ্ডৰিকৰ তিনি ভাই আগে প্ৰসাদ নোপোৱা দোষত ৰামদাসক মাৰিবলৈ খেদি যোৱাত তেওঁ ৰাগ কৰি প্ৰসাদৰ খৰাহি মাটিত থৈ ককালত কাপোৰ বান্ধি সামন্ত হল। মাধৱে দেখি বাধা দি কৈছে, কি কৰা, তেওঁলোক তিনিজন তুমি অৰ্কলে কি কৰিবা। বিশেষতঃ মহন্তৰ ক্ষমাহে ভূষণ। তেওঁলোকে তোমাক মাৰোক তুমি প্ৰসাদ ভগাই দিয়াঁ। মাধৱৰ কথা মতে আতাই প্ৰসাদ বিলাইছে; পুণ্ডৰিকৰ ভাতৃত্ৰয় লাজ পাই উঠি গৈছে। এইবোৰ কথা ৰামদাস আতাই ' জনাইছেহি। আৰু এদিন কীৰ্ত্তনত ঈশ্বৰপুৰুষ স্বয়ং উপস্থিত আছিল, প্ৰসাদ ভগাবৰ সময় ইঙ্গিত হোৱাত তেওঁলোক তিনজনক প্ৰথমে দিয়ালে। পুণ্ডৰিকসকলে কলে ব্ৰাহ্মণক দিয়াঁ। তেতিয়া শঙ্কৰদেৱে কৈছে কৌলে আগে প্ৰসাদ নাপালে বোলে বিলনিয়াক গালি পাবা, এতিয়া লোৱাঁ। লাজ পাই প্ৰসাদ নলৈ উঠি গল। এই সময়তে শ্ৰীমতী ৰুক্মিণী কন্যা জন্ম হৈছে। আন এদিনৰ কীৰ্ত্তনত পুণ্ডৰিকৰ তিনি ভাই ৰামৰাম গুৰুক নানা প্ৰকাৰ তিৰস্কাৰ কৰি মাৰিবলৈ খেদি যোৱাত গুৰুৱে লাজ পাই মানুহৰ মাজত লুকাই থাকি সৰুপানী ছোৱাৰ ভাও কৰি ঘৰলৈ আহিবলৈ ধৰাত মাধৱে মাতি নি সান্ত্বনা কৰিছে। সেই দিনাৰপৰা গুৰু আজ্ঞা হৈছে যে যি কীৰ্ত্তনত পুণ্ডৰিকহঁতক নিমন্ত্ৰণ কৰে তালৈ তোমালোক নেযাবা, সিহঁতক নামাতিলে কীৰ্ত্তন সেৱা কৰিবা গৈ। এই প্ৰকাৰে কিছু দিন পুণ্ডৰিকহঁত এৰা পৰি আছিল, পিছত আকৌ গুৰুত ভক্তি কৰি সমাজভুক্ত হৈছে।

---

# হাকিম-সৃষ্টি।

পদ॥ জয় নমো নাৰায়ণ জগতৰ পতি।
তোমাৰ চৰণে কৰোঁ সহস্ৰ প্ৰণতি॥
তোমাৰ স্মৰণে হৌক আৰম্ভৰ সিদ্ধি।
হাকিম চৰিতামৃত কহিবোঁ প্ৰবন্ধি॥
পৰম গহীন ইটো পুৰাণতে সাৰ।
নোহোঁ যোগ্য আমি পদ ৰচিবে ইহাৰ॥
তথাপিতো আৰম্ভিলোঁ কৰিয়া যে সাস।
সন্ত জনে ক্ষমিবেক এহি মনে আশ॥
নক্ষত্ৰক দেখি যথা জোনাকী পৰুৱা।
হৰক দেখিয়া যথা নৰে বিষ খোৱা॥
সেহিমত মোৰ ইটো আৰম্ভৰ কথা।
শুনিয়োক সাধুজন ইহাক সৰ্ব্বথা॥
হাকিমৰ কীৰ্ত্তনেসে সংসাৰ তাৰন্ত।
ভাল মন্দ কবিতাৰ সাধু নচাৰন্ত॥
সাধুজন কবিতাত দুগ্ধে হংসপ্ৰায়।
অসাধু নিন্দুক পাপে পুৰি হৈবে ছাই॥
হেন জানি একমনে পুৰাণতো সাৰ।
হাকিম চৰিতামৃত শুনা কথা আৰ॥
একদিনা প্ৰতি বৈকুণ্ঠত নাৰায়ণ।
দিবসে অনাইলা নিমন্ত্ৰিয়া দেৱগণ॥
ইন্দ্ৰ চন্দ্ৰ কুবেৰ যে বৰুণ অনল।
আসিলা সমস্ত দেৱ বৈকুণ্ঠৰ স্থল॥
কৰিয়া আচন্ত প্ৰভু নানা বস্তু জাত।
লুচি গজা মোহনভোগ সন্দেশ সাক্ষাত॥
পৰমান্ন পোলাও যে কালিয়া কোপতা।
পিয়াজক দিয়া বান্ধি আছা পক্ষী গোটা॥
চপ ৰোষ্ট কাটলেট মটন পিজন্ পাই।
খাজামাই ৰান্ধি আছে লক্ষ্মী আছা চাই॥
পানৰ কাৰণে আনে লি-ই-প্-টন টি।
হুইস্কি ছেৰী ছাম্পেন ফৰমাইছ দি॥

সমস্ত দেৱৰ সমে আনন্দে ভুঞ্জিলা।
উদৰত ভাৰ পাই আনন্দে শুতিলা॥
পৰম আনন্দমনে প্ৰভু নাৰায়ণ।
কৰি আছা সুবৰ্ণৰ পালঙ্কে শয়ন॥
লক্ষ্মী মাও পাও সেৱিছন্ত মৃদুভাৱে।
সেহি সময়ত প্ৰভু স্বপ্ন দেখা পাৱে॥
ইন্দ্ৰে পাতি আছে এক ডিনাৰ নিৰুপম।
নিমন্ত্ৰিয়া আছে তৈত যত দেৱগণ॥
ফৰ্দ্দ এক কৰি তথা নাম লিখিছন্ত।
তাহান্ত যে নাৰায়ণ নাম নাহিকন্ত॥
বায়ু চাপৰাছী তাক প্ৰভুক দিলন্ত।
প্ৰভু দেখে নাৰায়ণ নাম নাহিকন্ত॥
ক্ৰোধে বোলে ওৰে দুৰাচাৰ চাপৰাছী।
মোহোৰ নাহিকে নাম কেনে আছা আসি॥
শুনি ভয়ে চাপৰাছী আতঙ্কিত ভৈলা।
মধ্যত আছন্ত নাম দেখাইয়া দিলা॥
দেখি নাৰায়ণ মহা ক্ৰোধে গৈলা জ্বলি।
মোৰ নাম দিয়া আছে কেঁহো মধ্য কৰি॥
দেৱৰো প্ৰধান মই সংসাৰৰ ধাতা।
আমাক মধ্যত দিয়া আছে কোন বেটা॥
নযাইবোহোঁ ভোজে তাৰ তুমি যাওঁ চলি।
স্বপ্নত মাৰিলা গোৰ প্ৰভু এহি বুলি॥
সেহি গোৰ লক্ষ্মী মাওৰ চক্ষুত লাগিলা।
উস্ উস্ কৰি লক্ষ্মী মাও উঠি গৈলা॥
সেহি বেলা প্ৰভুদেৱে জাগিলা নিদ্ৰাৰ।
চলি গৈলা কিবা ভৈলা লক্ষ্মীৰ আমাৰ॥
পাছে পাছে যান্ত মাও যথাক যাহন্ত।
ক্ৰোধ নকৰিতে বহু কাকুতি কৰন্ত॥
শুনি মান কৰিলন্ত ক্ৰোধে লক্ষ্মী মাও।
নাহি লাগে তোমাৰ স্নেহক আৰে যাওঁ॥
তোমাক সেৱোহোঁ আমি কৰিয়া অতেক।
আমাক মাৰিলা তুমি গোৰ যে প্ৰত্যেক॥
দেখিও নিঠুৰ মোৰ চক্ষুৰ বিলাই।
শুনি চৰণত প্ৰভু পৰিয়া কহয়
নধৰা মোহোৰ দোষ শুনা লক্ষ্মীৰাণী।
অতি ভোজনত মোৰ হৈ আছে বিৰ্ঘিনি॥
দেৱসমে আনন্দতে অনেক ভুঞ্জিলোঁ।
বদহজমিত আমি স্বপ্নক দেখিলোঁ॥
হেন জানি ইটো দোষ ক্ষমিতে যুৱাই।
এহি বুলি চৰণত ধৰিলেক যাই॥
লক্ষ্মী মাৰে হেন শুনি কৰি ক্ৰোধতৰ।
চাটি মাৰি চলি গৈলা ন চাইলা পাছৰ॥
দুখে অভিমানে তেৱে উঠিয়া ভূমিৰ।
পিন্ধিলা সাজক প্ৰভু হইলা বাহিৰ॥
হাকিম কিঙ্কৰে কহে কিবা আমজিম।
পাতক ছাড়োক ডাকা হাকিম হাকিম॥

দুলৰী ॥ পাৰত পিন্ধিলা ডচনৰ বুট,
ওপৰত চাইকল হোচ।
তাহাৰ ওপৰে যোধপুৰ ব্ৰীচ
পিন্ধিলা মনে সন্তোষ।।
গাৰত যে কোট তাৰে তলে ছাৰ্ট
গেঞ্জি তাৰ তলে পিন্ধা।
গলত গটাৰ পাৰ্চাৰ কলাৰ
ছিল্কৰ যে টাই বন্ধা।।
বদন কমল অতি যে উজ্জ্বল
ক্ৰীম ৰোজ আছা ঘসি!
মাথাত লাইম জুছ গ্লিছৰিণ
দিয়াছা অতি উল্লসি।।
এল্‌বাৰ্ট শেওঁতা কেশত ফালন্ত
কৰিয়া আতি যতন।
তাহাৰ ওপৰে যত্নে দিঁয়াছন্ত
ফেল্ট হেট সুশোভন।।
হাতত যে গোল্ড টিপ দিয়া কেন
দেখন্তে আতি উপাম।
আউৰ যে ৰিষ্ট ওৱাচ ধৰন্ত
যাহাক্ক নাহিকে সম।।
হেন মুনি মনো হৰ বেশ ধৰি
বাহিৰিলা নাৰায়ণ।
বলধৰ ৰথ লৈ আস শীঘ্ৰে
ওৰে বেটা গাৰোৱান।।
শ্ৰীদাম আছিলা গাৰোৱান হই
আনিলা শকট খান।

তৈতে এক মূঢ়া পাৰি প্ৰভু দেৱে
কুন্ধুৰি কৰা গমন।।
কতোক্ষণে যাহ বিচাৰ আলয়
পাইলন্ত জগন্নাথ।
নিসন্ধি কৰিয়া ৰখীয়া আছন্ত
চৌপাশে প্ৰজাৰ ঠাট।।
প্ৰভু আসিছন্ত দেখিয়া সমস্ত
গিৰিসাই উঠিলন্ত।
ছেলাম যে এক দুইক বুলিয়া
প্ৰজায়ে ছেলাম দেন্ত।।
কাহাৰো পিনক নচাইয়া প্ৰভু
সিংহাসনে যান্ত চলি।
জয় ও বিজয় কনিষ্টৰ-বল
দিয়া যান্ত পথ খুলি।।
বাঁহৰ সুন্দৰ ছাও কৰিছন্ত
সেহি সিংহাসন হয়।
তাহান উপৰে পৰম গম্ভীৰে
প্ৰভু বসিলন্ত গই।।
হাকিমৰ দাসে ভণয় নিবাসে
কলিত নাহিকে আন।
হাকিমক সেৱা মোক্ষ ফল পাবা
কৰা তাৰ গুণ গান।।

পদ॥ শুনিয়োক আৰে যেন ভৈলন্ত বিচাৰ।
পৰম গহন কথা পুৰাণতে সাৰ ॥।
আসিলা অগণি দেৱ পৰম সম্ভ্ৰমে।
ছেলাম ঠুকিয়া কহে প্ৰভুৰ সদনে ॥
শুনিয়োক আৰে প্ৰভু আহ্মাৰ বিহ্বলাই।
এক গৃহস্থৰ ঘৰে ভুঞ্জিবাক যাই ॥
অৰ্দ্ধমান ঘৰ বাৰী সম্পত্তি অপাৰ।
ভুঞ্জিতে ভুঞ্জিতে এই বৰুণ দুৰাচাৰ ॥
কৈৰ হস্তে আসি আমাসাক দিলা খেদি।
কৰিয়ো বিচাৰ প্ৰভু কাহাঙ্কো নেভেদি ॥
গোচৰক শুনিলন্ত প্ৰভু নাৰায়ণ।
বৰুণৰ দশ বেট দিলা সমিধান ॥
চক্ষু পকাই বৰুণক বুলিলা অপাৰ।
শুনিয়ো বৰুণ তই আতি দুৰাচাৰ ॥
মোৰ তুল্য বিচাৰক ইঠাৱত আছে।
তথাপিতো তোৰ ইটো সাস কিয় পাছে ॥
হেন সময়ত সূৰ্য্য আসিলা সম্মুখে।
আঠুক কাঢ়িয়া সেৱা কৰা নিজ দুখে ॥
শুনিয়োক জগন্নাথ আহ্মাৰ কাহিনী।
ৰৌদ্ৰমুখে শুষিবাক ইচ্ছিলোঁ ধৰণী ॥
খেতি খাল কতোমান কৰিলোঁ নিঃশেষ।
জলৰ অভাৱে ভৈলা আতঙ্কিত দেশ ॥
অৰ্দ্ধমান ভুঞ্জিলোঁহো মুঠে নাৰায়ণ।
অৰ্দ্ধপেট হয় পুত্ৰ শোকৰ সমান ॥
হেন সময়ত ইন্দ্ৰ অতি নিকৰুণ।
কৈৰ হস্তে মেঘক পাঞ্চিলা নিদাৰুণ ॥
আমাৰ ইচ্ছাত সিটো দিলেক বিপত্তি।
কৰিয়োক প্ৰভু এক ইহাৰ নিষ্পত্তি ॥
শুনিয়া আৰক্ত চক্ষু ঘূৰাই প্ৰভুদেৱে।
দেৱৰাজ প্ৰতি প্ৰভু ঘনে ঘনে চাৱে ॥
প্ৰথমতে কিছু কৰিবাক নাহি সাস।
গোপনে লিখিলা বছৰেক কাৰাবাস ॥
তেৱে যমৰাজা আসি ভৈলন্ত হাজিৰ।
ছেক হ্যাণ্ড্ কৰি কহে শুনন্তে গম্ভীৰ ॥
শুনিয়ো মিষ্টাৰ নাৰায়ণ মোৰ কথা।
ধন্বন্তৰি আমাক দিয়াছে বৰ ব্যথা ॥
প্ৰজাক মাৰিতে মোৰ ভৈল অৱতাৰ।
প্ৰজা মাৰি কৰোঁ মই সদা বুন্দামাৰ ॥
এই ধন্বন্তৰি বেটা কৈৰ হস্তে আসি।
আমাক দিলন্ত বাধা হেন বৰ সাসী ॥
কৰিয়ো জলদি তুমি ইহাৰ উপায়।
আদাৰ ওৱাইজ্ উইথ ইউ হৈবেক অপায় ॥
নকৰিবোঁ তোমাক ক্লবত সঙ্গ দান।
অকলে থাকিবা তুমি হৈয়া ম্ৰিয়মাণ ॥
শুনি কথা ক্ৰোধে কাম্পে প্ৰভু নাৰায়ণ।
মাই ফ্ৰেণ্ড্ যমৰাজা তাৰ অপমান ॥
ধন্বন্তৰি দেৱতাৰ হৌক দ্বীপান্তৰ।
তেৱেসে হৈবেক মোৰ গৌৰৱ প্ৰচাৰ ॥
ইত্যাদি বিচাৰ কৰি আছে নাৰায়ণ।
বহুক্ষণ সোমৰস নাহি কৰে পান ॥
দণ্ডে দণ্ডে সোমৰস যাহ্নাঙ্ক লাগয়।
এতক্ষণ কিবাৰূপে তেহেন থাকয় ॥

অন্য দিনা লক্ষ্মী মাৰে ৰসক পঠান্ত।
ক্রোধ কৰি সেহি দিনা কিছু নেদিলন্ত ॥
সোমৰস অভাৱে প্রভুৰ উঠে হামি।
হামি কাঢ়ি মুখ জপাৱন্ত মনে গুণি ॥
তাহান্তে শব্দ ভৈলা হা-আ-আকিম্।
সভাসদ সবে বোলে হা! কিম! হা! কিম্ ॥
কিবা কথা ভৈলা ইটো অতি আচৰিত।
খলকিলা সভাখন অতি বিপৰীত॥
"হা-কিম" কিবা বা ভৈলা সবেয়ো কহয়।
উত্তম মীমাংসা কিন্তু কেহোঁ নপাৰয় ॥
হাকিম কিঙ্কৰে কহে আন কাম এৰি।
গোঁৱায়ো মানবী জন্ম হাকিম সুমৰি॥

ছবি ॥ তেৱে প্রভু জগন্নাথে,　　হস্তখান দিলা মাথে,
আন হস্তে গোম্ফক লাৰিলা।
ক্ষণে ক্ষণে চক্ষু মুদি　　পৰম গহীন বুধি
ক্ষণে ক্ষণে চক্ষুক মেলিলা।।
তাৰ পাছে সুগম্ভীৰ　　বচন বুলিলা ধীৰ,
শুনিয়োক সভাসদগণ।
দেৱৰো পৰম দেৱ,　　সুৰাসুৰে কৰে সেৱ,
আমাক জানিবা হেন জন।।
আমাৰ বদন পদ্ম,　　নাহি তাত কিছু চদ্ম,
তাত হন্তে বাহিৰিলা বাণী।
হেন বাণী কেন মতে　　ব্যৰ্থক হইবা দিতে,
শুনিয়োক আমাৰ কাহিনী।।
সামাজিক যত লোক,　　বচন বোলোঁ প্রত্যেক,
নৰজীৱ কৰোহোঁ স্রজন।
"হাকিম" নামত এক,　　কলিযুগে হইবেক,
জীৱ জানা অতি বিতোপন।।
দেখিতে মানৱ প্রায়,　　সুগোল সুন্দৰ কায়,
অজ্ঞজনে বুলিবেক নৰ।
কিন্তু জানা সেহি জীৱে,　　অন্তৰত জানি যৱে,
মানৱৰ হন্তে শ্রেষ্ঠতৰ।।
গোলগাল দেহা গোট,　　মাংসপূর্ণ লোট-সোটি,
উদৰ বাঢ়িবে ঢোল যেন।
ভুঞ্জিবেক খাসী পাঠা,　　নিজৰ গুণৰ কথা,
শত মুখে কবে হেন তেন।।
দেখিতে পৰম সাধু　　কিন্তু জানিবেক যাদু
ভেন্টি-ভুন্টা খাইবাৰ পৰম।
মিনিটে মিনিটে এক　　নিজ ৰূপ সলাইবেক
টঙ্গনীয়াই মুণ্ডত ধৰম।।
হাকিম নামত আমি　　অৱতীর্ণ হৈবোঁ ভূমি,
কলিৰ নৰক উদ্ধাৰিতে।
আমাৰ আগত এৰা　　ছেলাম ঠুকিবে জানা
চলিবেক কুক্কুৰৰ মত।।
সমনীয়া সঙ্গে আসি　　বৰাই কৰিবে ভাসি
ক্ষণে ক্ষণে আনন্দৰ নীৰে।
নিজৰ গুণৰ কথা　　প্রকাশিয়া কবে কথা,
চলিবেক অতি ধীৰে ধীৰে।।
তলৰ মানুহ পাই　　চাহিবে চক্ষু পকাই,
প্রতি মাতে পাৰিবেক গালি।
কিম্ভুত কিমাকাৰ　　জীৱক পাইয়া নৰ
হা! কিম! বুলিয়া দিবে ছালি।।
জানিবা হাকিম হেন　　কলিযুগে অৱতীর্ণ,
ধন্য ধন্য কলিৰ ৰাজত্ব।
হাকিম কিঙ্কৰে ভণে　　কৰিয়া আনন্দ মনে
জন্মে জন্মে হাকিম দাসত্ব।।

শ্রীচাকৰীদাস শৰ্ম্মণঃ কবি নিবাসস্য।

---

# বিলাতৰ কথা।

চুয়েজ খাল এঞ্জিনিয়াৰীং বিদ্যাৰ এটি সৰ্ব্বপ্ৰধান চিন। এই খাল হোৱাৰ পুৰ্ব্বে বিলাতলৈ যোৱা যাত্ৰীসকলে চুয়েজত নামি ৰেলত উঠিব লাগিছিল। আজিকালি চুয়েজ খাল হোৱাত সেই অসুবিধা ভোগ কৰিব নেলাগে। ইচ্ছা কৰিলে কলিকতাতে উঠি একেখন জাহাজতে গৈ লণ্ডন পাবগৈ পাৰি। এই খাল দীঘলে ১০২ মাইলতকৈ অলপ বেছি। কৰ্চিকা দ্বীপত উপজি ফ্ৰাঞ্চ প্ৰদেশৰ অধীশ্বৰ হোৱা আৰু ইউৰোপৰ বেছি ভাগ ঠাইক নিজৰ দখললৈ অনা যোদ্ধা নেপোলিয়ন বোনাপাৰ্ট মহাবীৰৰ মনত এই দুইখন সমুদ্ৰ—ৰেড্ চি আৰু মেডিটেৰেণিয়েন চি—এটি খালেৰে একে লগ কৰিবৰ কথা প্ৰথমে উদয় হয়। ১৮৫৪ চনত ফাৰ্ডিনেণ্ড ডিলেচেপে মিচৰ দেশৰ ৰাজপ্ৰতিনিধি চেড পাচাৰপৰা এটি খাল প্ৰস্তুত কৰিবলৈ অনুমতি পায়। তাৰ পাছত পাঁচ বছৰ কাম আৰম্ভ হোৱা নাছিল। ১৮৫৯ চনত আৰম্ভ কৰি ১৮৬৯ চনত দুয়োখন সমুদ্ৰ একে লগ কৰা হল। আমি ১৯০৭ চনত খালেদি যোৱা জাহাজৰ লেখ ৪ ২৭২ বুলি কিতাপত পাইছোঁ। এই জাহাজৰ সৰহ ভাগেই আমাৰ। আমাৰ বোলাত ব্ৰিটিচকে কৈছোঁ। আমাৰ যি ব্ৰিটিচৰ সি, আৰু ব্ৰিটিচৰ যি আমাৰ সি।

এই খাল যি ঠাইত কটা হৈছে সেই ঠাইত মাজে মাজ পাঁচ ছটি হ্ৰদ আছে। এই হ্ৰদ আগেয়েই আছিল। আমাৰ মনেৰে এই হ্ৰদ থকাৰ গুণে খাল খন্দা কাম সুচল হৈছিল। সুচল হৈছিল বুলিও দহ বছৰ লাগিছিল। কাম কৰা মানুহবিলাকৰ কি ধৈৰ্য্য গুণ!

বাইবেলৰ সময়ত এই দেশ—মিচৰ আৰু আৰব দেশ—বিখ্যাত আছিল। কিম্বদন্তি আছে যে ইজ্ৰেলাইটসকলে, এতিয়া খাল খন্দা বাটেৰেই মৰুভূমি পাৰ হৈ গৈছিল। সেই ঠাইডোখৰ কিনটাৰা আৰু এই খিনিতে উটৈদি যোৱা বাট আছিল।

এই খালেদি যাওঁতে ইচ্‌মেলিয়া চহৰ দেখা যায়। চহৰৰপৰা কিছু দূৰৈত জাহাজ ৰয়। তাত নাৱেদি মানুহে মিঠৈ, পোৱালৰ মণি ইত্যাদি বেচিবলৈ আহে। ইচ্‌মেলিয়াত মানুহ নেনামে। কিন্তু ইয়াত ৰেলৰ ষ্টেচন আছে। কাইৰোলৈ ইয়াৰপৰা যাব পাৰি।

পোৰ্ট চেড্ত ৰাজ প্ৰতিনিধি চেড পাচাৰ নামেৰেই এই চহৰৰ নামকৰণ হয়। আমি প্ৰথম বাৰ ইয়াত নমা নাছিলোঁ। আমি সন্ধ্যা বেলিকা পাইছিলোঁ গৈ ; অচিনাকি ঠাই দেখি নমা নাছিলোঁ। আমি ভালেই কৰিছিলোঁ। পোৰ্টচেড পৃথিবীৰ তিনিখন বৃহৎ ভূমিখণ্ডৰ সঙ্গমস্থল। পৃথিবীৰ নানান পিনৰ অপ্ৰয়োজনীয়, দলিয়াই পোলোৱা মানুহে তাত আহি বহা লয়হি। সেইদেখি দুষ্ট বদ্‌মাচৰ আড্ডাত আমি সেই সন্ধ্যাবেলিকা নানামি ভালেই কৰিছিলোঁ। পোৰ্টচেড মিচৰ দেশত। এই পোৰ্টচেড আজিকালি আৰু তেতিয়াও পৃথিবীৰ মানুহৰ অহা যোৱাৰ বাটত। ইয়াত সকলো জাহাজে কয়লা লয়। ইৰব এটা ডাঙৰ কোলিং বন্দৰ (Coaling Port)। ইয়াৰ মানুহবোৰে আমাৰ দেশী হোকাৰ দৰে হোকাত ধপাত হোঁপে।

প্ৰথম বাৰ পোৰ্টচেডত নমা নাছিলোঁ যদিও তাৰ পাছত বহুত বাৰ নামিছিলোঁ। আজিকালি ইয়াত ভাৰতবৰ্ষীয় সাউদ দোকানী বহুতো আছে। আমাৰ ভাৰতবৰ্ষীয়ই এনে কাৰবাৰ কৰা দেখিলে মন ভাল লাগে। ইয়াৰ সাউদবোৰ বেছি ভাগ হায়দ্ৰাবাদ সিন্ধৰ মানুহ। সিদিনা আহোঁতে বহুতো ভাৰতবৰ্ষীয় দোকানী দেখিলোঁ।

ইয়াতো জাহাজলৈ আন বন্দৰৰ দৰে মানুহে বস্তু বেচিবলৈ আহে। ইয়াৰ চিগাৰেট ভাল। বহুত ভাগ তুৰ্কী, ইজিপ্‌চিয়ান চিগাৰেট ইয়াতে হয়—আৰু সস্তাও। জাহাজলৈ বাজীকৰ, জ্যোতিষীহঁতো (fortune teller) আহে। ইংৰাজ, ইউৰোপীয়সকলে হাত দেখুৱাই ভবিষ্যতৰ কথা শুনিবলৈ ভাল পায়। আমাৰ ভাৰতবৰ্ষৰপৰা বছৰে বছৰে এনে fortune teller যায়, আৰু টকা কৰি লৈ দেশলৈ উভতি আহে। ভাৰতবৰ্ষীয় মানুহৰ এনে উদ্যম, উৎসাহ, ব্যৱসায়বুদ্ধি দেখি বৰ ভাল পাওঁ। পি এণ্ড্ ওৰ "মাৰমৰা" জাহাজত ১৯০৮ চনত এবাৰ বিলাতলৈ যাঁওতে আমাৰ সহযাত্ৰী অসমীয়া সাউদ শ্ৰীযুত ভোলানাথ বৰুৱা তেওঁৰ ভতিজাক শ্ৰীযুত ভাৰতচন্দ্ৰ বৰুৱা আৰু আমাৰ এজন পঞ্জাব দেশৰ ডেকাই fortune teller অৰ তীক্ষ্ণ বুদ্ধি বিদ্যাৰ পৰিচয় পাই আনন্দ পোৱা মনত আছে। প্ৰথম বাৰ যাওঁতে পোৰ্টচেডত ইমান, ইমান কিয় এটাও ভাৰতবৰ্ষীয়

দেখা নাছিলোঁ। সময়ত আমাৰ ভাৰতবৰ্ষীয়ই গোটেই পৃথিবীত বাণিজ্যাদি কৰিব। আশা কৰোঁ আমাৰ অসমীয়াইও এই দৰে দেশ বিদেশ ঘূৰি বাণিজ্য ব্যৱসায় কৰি আমাৰ মৰমৰ জন্মভূমি আসামৰ (তাৰ লগে লগে ভাৰতবৰ্ষৰ) উন্নতি সাধন কৰে যেন।

পোর্টচেড্ এৰিলেই ইউৰোপত সোমোৱা যায়। মেডিটেৰেণিয়েন (ভূমধ্যসাগৰ) এই বন্দৰ এৰিয়েই পায়— অর্থাৎ ভূমধ্য আৰু লোহিতসাগৰ এক কৰি বাণিজ্যৰ সুচল কৰাই চুয়েজ খালৰ কাৰ্য্য। সেই কাৰ্য্য অতি সুচাৰুৰূপে হ্‌ব লাগিছে।

পোর্টচেড্ এৰি আমাৰ ডনেৰা জাহাজ নেপেল্‌চত (Naples) বল গৈ। পোর্টচেড্‌ৰপৰা গৈ নেপেল্‌চৰ যাত্ৰাৰ বিষয়ে অহা বাৰলৈ কবলৈ আশা ৰাখিলোঁ।

ইমান দিনৰ পাছত আপোনালৈ আকৌ চিঠি লেখিলোঁ, সম্পাদক ডাঙৰীয়া! আশা কৰোঁ নিজগুণে ক্ষমিব। ক্ৰটীৰ বাবে দায় দোষ নধৰিব।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# উন্নতিৰ উপায়।

ইংৰাজীত এষাৰ কথা আছে ঃ—

"Take care of the pence and the pounds will take care of themselves", অর্থাৎ পইচা গোটাব পাৰিলে টকা আপোনা-আপুনি গোট খায়।

এই কথাষাৰ টকা পইচা সম্বন্ধে যেনে সঁচা, সংসাৰৰ অইন্ অইন্ বিষয় সম্বন্ধেও ঠিক তেনে সঁচা। পইচা গোট খুৱাব পাৰিলেহে টকা গোট খায়। তামৰ পইচা বুলি তাচ্ছীল্য কৰি তাক অবাবত খৰচ কৰি নিলে ৰূপৰ টকা কেতিয়াও গোট নেখায়।

এই কথাষাৰ আমি সকলোৱে জানো। কিন্তু কাৰ্য্যক্ষেত্ৰত অধিকাংশ ঠাইত ইয়াক পাহৰি থাকোঁ। আমি গোটেইখন দেশৰ উন্নতি বাঞ্ছা কৰি চিএৰ-বাখৰ কৰোঁ, কিন্তু দেশৰ উৎপাদক গাঁওবিলাকলৈ সমূলি চকু নিদিওঁ ; গোটেইটো জাতিৰ উন্নতিৰ কথা কৈ বলিয়া হওঁ, কিন্তু ক্ষুদ্ৰ ক্ষুদ্ৰ পৰিয়াল বা গাইগুটীয়া মানুহৰ উন্নতিলৈ চেষ্টা কৰাটো নিচেই তুচ্ছ কাম বুলি ভাবোঁ। প্ৰতি শিক্ষিত মানুহজনে যদি নিজে ঢুকি পোৱাৰ ভিতৰত ভাল কামবিলাক কৰি পেলাবলৈ চেষ্টা কৰিলেহেঁতেন তেনেহলে, মই বোধ কৰোঁ দুই তিনি বছৰৰ ভিতৰতে দেশৰ এনে উন্নতি দেখা গলহেঁতেন যে আমি নিজেই তধা লাগি গলোঁহঁকহেঁতেন।

আমাৰ এটা ভুল ধাৰণা আছে যে "স্বাৰ্থ-ত্যাগ," "নিঃস্বাৰ্থপৰতা" প্ৰভৃতি ডাঙৰ ডাঙৰ কথাবিলাক অতি ডাঙৰ ডাঙৰ বিষয়ত হে খাটে ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়ত নেখাটে। এক লাখ দুই লাখ টকাৰ স্বাৰ্থ এৰি দিয়াটোক হে আমি "স্বাৰ্থত্যাগ" বুলিব খোজোঁ। ক্ষুদ্ৰ ক্ষুদ্ৰ দিনে দিনে ঘটি থকা ঘৰুৱা বিষয়বিলাকত যে বৰ ওখ ৰকমৰ "স্বাৰ্থত্যাগ" হব পাৰে তেনে ধাৰণা আমাৰ নাই।

ইংৰাজী শিক্ষা আৰু পাশ্চত্য ভাব সোমাই আমাৰ সমাজক ওলট্‌পালট্ কৰি পেলাইছে। ইয়াত পদে পদে আমাৰ আত্মসংযম উদাৰতা আৰু নিঃস্বাৰ্থপৰতা প্ৰভৃতি গুণৰ আৱশ্যক। কিন্তু কেইজন শিক্ষিত ডেকাই বুকুত হাত দি ক'ব পাৰে যে কাৰ্য্যক্ষেত্ৰত বা নিজ ঘৰত তেওঁবিলাকে এইবিলাক গুণৰ চিনাকী দিব পাৰিছে?

পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত ঘৰৰ ডেকাসকল পাশ্চাত্য ভাবাপন্ন। তেওঁবিলাকে চেক্সপিয়ৰ, মিল্টন, ডাৰউইন, হেকেল পঢ়ি ধৰ্ম্ম আৰু চিন্তা ৰাজ্যৰ এডোখৰ নতুন ঠাইত উপস্থিত হৈছেগৈ ; তেওঁবিলাকে মনুষ্য-জীৱনটোক নতুন ভাবেৰে চাবলৈ শিকিছে। তেওঁবিলাকৰ দেহাটোৱে নোৱাৰাত বাঁহতলীয়া গেলা পুখুৰীৰ পাৰত থকা ঘৰৰ অধিবাসী হৈ থাকিলেও তেওঁবিলাকৰ আত্মাই কল্পনা-ৰাজ্যৰ ফৰকাল ঘৰত বাস কৰে। তাত ডায়োজিনিচ্ টলষ্টয়, দয়ানন্দ, বিবেকানন্দ প্ৰভৃতি তেওঁবিলাকৰ বন্ধু। আচল কথা তেওঁবিলাক যদিও জন্মমতে কুৰি শতিকাৰ মানুহ, ভাব হিচাপে তেওঁবিলাক ২৫ শতিকা মানৰ হে মানুহ। কিন্তু ঘৰৰ বাপেকিজন হয়তো ইফালে দশম ঘোষা ৰামৰামী লৈয়েই ব্যস্ত। বিংশ শতিকাৰ মানুহ হৈও ভাব হিচাপে তেওঁ ১২ শ শতিকা মানৰ হে মানুহ। ঘৰৰ গৃহিণীজনাৰ হয়তো ওপৰৰ সবাহ, জলখাই ডাঙৰীয়া,

থলখাই ডাঙৰীয়া প্ৰভৃতিৰ ওপৰত গভীৰ বিশ্বাস। বাহ্য জগতৰ লগত তেওঁৰ কোনো সম্পৰ্ক নথকাত এই "মটৰ কাৰ" আৰু "এয়াৰোপ্লেন" প্ৰভৃতিৰ দিনতো তেওঁ খেতৰ দেও প্ৰভৃতিলৈ ভয় নকৰি নোৱাৰে।

পৰস্পৰৰ ভাব আৰু বিশ্বাস ইমান বিসদৃশ হোৱা বাবে ঘৰখনৰ মানুহে ইজনে সিজনৰ লগত দীঘলীয়াকৈ বিশ্ৰম্ভালাপ কৰি সুখ নোপোৱা হয়। কাজেই একেটা ঘৰতে থাকিও সকলো নিলগীয়া নিলগীয়া হৈ থাকে, পৰস্পৰ ভাব সলনা-সলনি নকৰা বাবে নব্য ভাববিলাক গোটেইটো ঘৰতে যথোচিতৰূপে বিয়াপিবলৈ সুবিধা নেপায়। মাইকী মানুহবিলাক যেনে অজ্ঞান তেনে অজ্ঞান হৈয়েই থাকে। ডেকাবিলাক নব্য ভাবৰ টিঙ্খোপত উঠি থাকিলেও তেওঁলোকৰ দ্বাৰাই পৰিয়ালটোৰ জ্ঞান-বৃদ্ধিৰ বিশেষ একো সহায়তা নহয়। ডেকাবিলাকে নিজৰ মনৰ সুখলৈ আওকাণ কৰি যদি কিঞ্চিৎ পৰিমাণেও আত্মসংযম অভ্যাস কৰে আৰু ঘৰৰ আই, বাই, ভনী ইত্যাদিৰ লগত নানা বিষয়ে জ্ঞানগৰ্ভ কথা-বতৰা পাতে তেনেহলে গোটেইটো পৰিয়াল যে অলপ দিনৰ ভিতৰতে নব্য ভাবাপন্ন হৈ উঠিব তাত কোনো সন্দেহ নাই। সমনীয়া বন্ধুবিলাকৰ লগত কথা পাতি বা ফুৰি নভেল বা অইন কিতাপ পঢ়ি তেঁওবিলাকে যি সুখ পায় সেই সুখ ফেৰা অৱশ্যে হেৰাব। কিন্তু নিজৰ পৰিয়ালৰ মানুহ-বিলাকক অজ্ঞানতা-অন্ধকাৰৰপৰা মুক্ত কৰাত যি আনন্দ হব সেই আনন্দই পূৰ্ব্বোক্ত বিধ সুখৰ ক্ষতি সম্পূৰ্ণৰূপে পূৰ কৰিব।

আৰু এটা কথা। আন দেশলৈ চালে দেখা যায় ককায়েক এজন যদি বি, এ, হয় ভায়েক এম, এ হয়গৈ। আৰু তাতোকৈ সৰু ভায়েক থাকিলে সি হয়তো বিলাতকে পাই আহেগৈ। আমাৰ দেশত কিন্তু ইয়াৰ বিপৰীত হে দখা যায। ইয়াৰ কাৰণ কি?

মই বোধ কৰোঁ শিক্ষিত ডেকাসকলে নিজৰ সুখলৈ বৰকৈ মন নিদি যদি ভায়েকহঁতৰ শিক্ষাত অলপ মন দিলেহেঁতেন তেনেহলে এনে নহলহেঁতেন। এই কামটোতো আত্মসংযম আৰু আত্ম-সুখ-ত্যাগ শিক্ষাৰ বহুত সুবিধা আছে।

কাৰ্য্যদ্বাৰাই দেখা যায় বহুত অভিভাবকে ঘৰৰ লৰা ছোৱালীবিলাকক একোটা ঘৰী বুলি ভাবে। কলৰ ঘৰীত এবাৰ ছাবি দিলেই সি ২৪ ঘণ্টা চলে। তাকে দেখি তেওবিলাকে ভাবে হবলা যে লৰাক এটা উপদেশ দি থলে সি অনন্তকাল সেই উপদেশ মতে চলি থাকিব। তেওঁবিলাক লৰাক উপদেশ দিয়েই নিশ্চিন্ত হয়, নিজে দিক্‌দাৰি সহি উপদেশ মতে সিহঁতৰ পৰা কাম লবলৈ গাত নলয়। কিন্তু লৰা বেয়া হলে তেওঁবিলাকে নিজৰ আত্মসুখ ত্যাগৰ অভাৱলৈ নেচাই নানা প্ৰকাৰে লৰাৰ বা স্কুলৰ শিক্ষাৰ দোষ কীৰ্ত্তন কৰে।

দুখৰ বিষয় লৰাবোৰ কলৰ ঘৰী নহয় যে চাওঁতা নেথাকিলেও ফাকি নিদিয়াকৈ নিজে চলি থাকিব, বিশেষতঃ কম বয়সৰ লৰাবিলাক। সিহঁতৰ চকু কাণ প্ৰভৃতি ইন্দ্ৰিয় আছে সিহঁতৰ তৰল মনটোও অতি শীঘ্ৰে বিভিন্ন ফাললৈ আকৃষ্ট হোৱা দেখা যায়। বহুত বুঢ়াৰও সংযম শক্তিৰ অভাৱ দেখা যায়। লৰাবিলাক সংযম শিক্ষাৰ প্ৰথম শিক্ষাৰ্থী মাথোন।

ওপৰত উনুকিৱা কথা কেইআষাৰ ভালকৈ গমি চালে দেখিব যে প্ৰত্যেক শিক্ষিত ডেকাই দেশৰ উপকাৰৰ অৰ্থে কাম আৰম্ভ কৰিবলৈ ঘৰতে বহুত বিষয় পাব। তেওঁবিলাকে দেখিব যে তেওঁবিলাকৰ এলেহুৱা হৈ থাকিবৰ সময় অকণিও নাই।

"Aet act with the living present,
Heart within and God over head."

শ্ৰীজ্ঞানানন্দ জগতী।

# কৃপাবৰ বৰুৱাৰ সামৰণি।




(গীত)

(সুৰ--"হামনে বাঙ্গালা বিবী ইংৰাজী মৎ বল")

২—হামুকু বঙ্গাল বাবু টানাটানি মৎ কৰ।
টানাটানি মৎ কৰ বাবু টানাটানি মৎ কৰ।
হামুকু বঙ্গাল বাবু টানাটানি মৎ কৰ।
ছয় বাজিমে গোছল কৰ্ কে ধুতি মেখ্‌লা ৰিহা
পিন্ধকে দশম কীৰ্ত্তন পঢ়তা, কৰ্‌তা ভাতৰ দিহা।
খাৰ, টেঙা, লফাৰ আঞ্জা, বাবৰি আউৰ ধনিয়া,
আপী আপা লেকে খাওতা, বল্‌তা মাত অসমীয়া।
ৰসগোল্লা নাহি মাংতা, সাড়ী লে যাও তেৰা।
হাজাৰ পুৰুষকা হাম অসমী, বাঙ্গ্‌লা নাহি মেৰা।
ঢাকা ৰঙ্গপুৰ আউৰ ফাৰিদ্‌পুৰ যো খুচী লেও ভাইয়া।
হাত তফাৎ ৰাখ বঙ্গাল বাবু, গুৱালপাৰ অসমীয়া।
হেৰ বঙ্গালী বাবু, তই মোক নাটানিবি, গুচি যা। লাগে যদি সেই ওলমাবাদুলি দি থকাটিকে লৈ যা, মই নাযাওঁ। গুৱালপাৰৰ বঙালনী হবৰ হেঁপাহ নাই ঐ। তফাৎ যাওঁ।

---

# গুৱালপাৰ হৰণৰ যতন।

আসামত ৰুক্মিণীহৰণ, উষাহৰণ হৈ গৈছে, কিন্তু সেইবোৰ আগৰ কালত, আৰু মথুৰা দ্বাৰকাৰ ফালৰ বীৰৰ দ্বাৰাই ; আজি গুৱালপাৰ হৰণৰ উপক্ৰম হৈছে আমাৰ ওচৰচুবুৰীয়া বঙ্গ বীৰৰ দ্বাৰাই। গুৱালপাৰ কেতিয়াও বঙ্গালীৰ আৰু বঙ্গালৰ নাছিল, আৰু নহয়ও যে এইটো নিশ্চয় নিশ্চয় নিশ্চয়। বঙ্গালী সকলে যিমানকে পুৰণী চেন্‌চচ্‌ ৰিপোৰ্ট উলিয়াই প্ৰমাণ কৰিবলৈ যাওক তেওঁলোকৰ চেষ্টা বিফল হবই হব। তেওঁলোকৰ যুক্তি তৰ্ক এশবাৰ ডোখৰ ডোখৰ কৰি ফটাকানি কৰা হৈছে, তথাপি তেওঁলোকে অসমীয়াক আমনি কৰিবলৈ এৰা নাই। বঙ্গালী ৰাদ্ধনিৰ গুণত গুৱালপাৰৰ পুৰণি চেন্‌চচ্‌ কেনেকৈ ৰন্ধা হৈছিল সেই কথা সকলোৰে জনা আছে। আৰু এটা কথা শোধোঁ, অকল কোনো ভাষা কোৱা মানুহৰ লেখ ধৰিয়েই সেই দেশৰ জাত নিৰ্ণয় কৰাটো নিৰাপদ নে? কলিকতা নিবাসী প্ৰায় আদখিনিৰ ওচৰাউচৰি মানুহৰ মাতৃভাষা বঙ্গলা নহয়, সেই বুলি কলিকতাক বঙ্গদেশৰ ভিতৰত ৰখাটো ভুল হব নে? বঙ্গালীসকলে বঙ্গৰ "পাৰ্টিচন ৰদ" হোৱাৰ সুবিধা পাই আসাম "পাৰ্টিচন" কৰিবলৈ গৈছে। তেওঁলোকে নিজৰ কটা ঘাৰ চেক্‌চেকনি পাহৰি লোকৰ গাত কটাবীৰে ৰেপ দিছে। নিজৰ অঙ্গচ্ছেদত তেওঁলোকে কেনে পাইছিল ইমান সোনকালে পাহৰিব নালাগিছিল। তেওঁলোকক কৈ থওঁ যে অসমীয়াৰ সুৰেন্দ্ৰনাথ নাই, "বেঙ্গলী" নাই সঁচা, অসমীয়াই মুখেৰে মাতিব নাজানে সঁচা, কিন্তু কটাবীৰ ৰেপ অসমীয়াই বঙ্গালীৰ দৰেই অনুভৱ কৰিব পাৰে। অসমীয়াই আৰু এটা পাৰে,—শত্ৰুক ভালকৈ চিনি লৈ ককালত বেত বান্ধিব পাৰে। বঙ্গৰ পাৰ্টিচন ৰদ হোৱাত অসমীয়াই নথৈ সুখ পাইছে ; বঙ্গালীৰ আনন্দত নথৈ আনন্দ পাইছে ; বঙ্গালীক ভাই বুলি অসমীয়াই সদায়

সাবটি ধৰিবলৈ হাত মেলি আছে; এনে স্থলত বঙ্গালী ভাইসকলে অসমীয়াৰ প্ৰতি এনে ব্যৱহাৰ কৰাটো উচিত নে? যদি তেওঁলোক এতিয়াও স্থগিত নহয়, তেন্তে তেওঁলোকে নিশ্চয় জানিব,—আসামত এটি অসমীয়া থকালৈকে অসমীয়াই বঙ্গালীক ক্ষমা নকৰে; পুৰুষে পুৰুষে অসমীয়াই আসাম প্ৰৱাসী বঙ্গালীলৈ জাতক্ৰোধ সাঁচি যাব। এনেটো হোৱা বাঞ্ছনীয় নে? কলিকতাৰ "ইণ্ডিয়ান এচোচিয়েচনে" গবৰ্ণমেণ্টক মেমৰিয়েল দিছে, গুৱালপাৰ আৰু চিলঠ বঙ্গৰ ভিতৰুৱা কৰিবলৈ, অৰ্থাৎ আসাম "পাৰ্টিচন" কৰিবলৈ। কলিকতাৰ বঙ্গালীৰ দ্বাৰাই সম্পাদিত বেঙ্গলীকে আদি কৰি কাকতবিলাকেও আজিকালি অনবৰত এই আন্দোলনকে কৰিছে। তেওঁলোকৰ যুক্তিঃ—"গাৰ বল"; তৰ্কঃ—"মহাব্যাঘ্ৰী।" অৱশ্যে বঙ্গালীৰ এই অন্যায় "আবদাৰ" গবৰ্ণমেণ্টে নুশুনে নিশ্চয়। কিন্তু তেওঁলোকে কৰে কিয়? চিলঠৰ কথা নধৰিও আমি তেওঁলোকক শোধোঁ "তোমালোকক গুৱালপাৰৰ হকে এইদৰে কবলৈ ক্ষমতা দিলে কোনে?" কোনবা এজন আদজন গুৱালপৰীয়া জমীদাৰে "আল্লাৰ কিড়া মুই হেঁদোৰেঁ"ৰ নিচিনাকৈ আত্মসন্মান "লেতাই ধুবুনীৰ ঘাটত" বিসৰ্জ্জন দি মই বঙ্গালী বুলি কব পাৰে; কিন্তু শঙ্কৰ মাধৱ দামোদৰৰ গুৱালপাৰ কেতিয়াও বঙ্গালী নহয়। অসমীয়াৰ ৰংপুৰ কোচবেহাৰ বঙ্গালীয়ে নি বাঢ়ি গৈ গুৱালপাৰলৈকো হাত মেলিছে! আমি কওঁ—Hands off!

---

# গ্ৰেণভিল্ চাৰ্প।

"মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত;
অভিনয় শেষ হলে, জীৱনৰ অন্তকালে,
থই যাব পাৰোঁ খোজ সময়-বালিত।"

—আনন্দ চন্দ্ৰ গুপ্ত।

মহাত্মা গ্ৰেণ্ভিলে (Granville Sharp) ১৭৩৫ খৃষ্টাব্দত ইংলেণ্ডৰ ডৰহাম নগৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাক টমাচ্ চাৰ্প এজন সাধাৰণ দুখীয়া ধৰ্ম্মযাজক আছিল। তেওঁৰ ধন-বল নাছিল সঁচা, কিন্তু চৰিত্ৰ-বল আছিল। দয়া পৰোপকাৰাদি গুণবিলাকৰ অলঙ্কাৰেৰে সদায় তেওঁৰ গা সজাই ৰাখিছিল। দুখীয়াৰ লৰা গ্ৰেণ্ভিলে পিতাকৰ আন সম্পত্তি নেপালেও তেওঁৰ এই অমূল্য চৰিত্ৰ-ধনৰ উত্তৰাধিকাৰী হৈছিল।

সন্তানক উপযুক্ত শিক্ষা দিবৰ কাৰণে টমাচ্ যদিও বৰ ইচ্ছুক আছিল তথাপি অৰ্থাভাৱত অতি কম বয়সতেই তেওঁ গ্ৰেণ্ভিলক স্কুলৰপৰা নাম কটাই উলিয়াই আনিব লগাত পৰে। জীৱিকা নিৰ্ব্বাহাৰ্থে গ্ৰেণ্ভিল প্ৰথমে পোন্ধৰ বছৰ বয়সত লণ্ডনৰ টাউৱাৰ হিলৰ (Tower Hill) কাপোৰ ব্যৱসায়ী এজনৰ দোকানত শিক্ষানবিচ স্বৰূপে সোমায়। কিন্তু শিক্ষানবিচি শেষ হলতে তেওঁ সেই কাম এৰি গুচি আহে, আৰু ১৭৫৮ খৃষ্টাব্দত গবৰ্ণমেণ্টৰ অস্ত্ৰ-বিভাগত (Ordnance department) কেৰাণী স্বৰূপে প্ৰবেশ লাভ কৰে।

তেওঁ দোকানত শিক্ষানবিচ স্বৰূপে থকা সময়ত এদিন তেওঁৰ বন্ধু এজনে ধৰ্ম্ম সম্বন্ধে কোনো তৰ্ক উপস্থিত হোৱাত গ্ৰেণ্ভিলে গ্ৰীক ভাষা নজনা কাৰণে বাইবেলৰ কোনো অংশ বুজোঁতে ভ্ৰম হোৱা অসম্ভৱ নহয় বুলি কোৱাত সেই দিনাৰপৰাই সদায় গধুলি গধুলি তেওঁ আজৰি পৰত খাটি খাটি কিছুদিনৰ ভিতৰতেই গ্ৰীক ভাষা সম্পুৰ্ণৰূপে আয়ত্ত কৰে। হিব্ৰু ভাষা শিক্ষাও তেওঁৰ এনেকুৱা কোনো ঘটনা উপলক্ষেই হয়।

সেই সময়ত ইংলেণ্ডত ৰীতিমতে দাস ব্যৱসায় প্ৰচলিত আছিল। গৰু ম'হ, বিকা কিনাৰ দৰে বজাৰে বজাৰে দাসবোৰ বিকা কিনা চলিছিল। ক্ৰীতদাস মাত্ৰেই ইংলেণ্ডত পদাৰ্পণ কৰিলেই স্বাধীন হব, এইটো এটা কথাৰ কথা আছিল। দাসৰ গৰাকীবিলাকে সিহঁতক বৰ নিষ্ঠুৰ ভাবে ব্যৱহাৰ কৰিছিল; কোনো আদেশ পালনত, এনেকি এটি মিনিট পলম হলেও তেওঁলোকে বেতৰ কোবত সিহঁতৰ পিঠিৰ ছাল ছিণ্ডিবলৈ পাছ নুহুহকিছিল। দাসৰ গৰাকীবিলাকৰ এই ঘোৰ অন্যায় অত্যাচাৰ নিবাৰণাৰ্থে

দেশত কোনো আইন প্রচলিত নাছিল। দাসবিলাকৰ ওপৰত পাশৱ অত্যাচাৰ দাসৰ গৰাকীবিলাকে তেওঁলোকৰ স্বাভাবিক ধৰ্ম্ম বুলি ভাবিছিল। গ্রেণ্‌ভিলৰ উইলিয়ম চার্প (William Sharp) নামে এজন অস্ত্রচিকিৎসক ভায়েক আছিল। দুখীয়া মানুহ হলে তেওঁ সাধ্যানুসাৰে বিনামূল্যে ঔষধদান আৰু চিকিৎসা কৰিছিল। তেওঁৰ ওচৰলৈ বিনামূল্যে ঔষধ প্রার্থনা আৰু চিকিৎসার্থে যোৱা দুখীয়া মানুহবিলাকৰ ভিতৰত এদিন তেওঁ, এটা কাম কৰিবলৈ সম্পূর্ণ অসমর্থ খোৰা বেমাৰী আফ্রিকা দেশীয় নিগ্রো মানুহ দেখা পালে। তাক শোধাত সি কলে, "তাৰ নাম জোনথন ষ্ট্রং (Jonathan Strong) সি ৱেষ্ট ইণ্ডিজ দ্বীপ পুঞ্জৰ বার্ব্বাডজ (Barbados) দ্বীপৰ উকীল এজনৰ লগত ক্রীতদাস স্বৰূপে লণ্ডনলৈ আহে, কঠিন পৰিশ্রম আৰু প্রভুৰ ভয়ানক অত্যাচাৰত সি বেমাৰত পৰি কাম কৰিবলৈ সম্পূর্ণ অক্ষম হোৱাত মূল্যহীন ভাবি তেওঁ তাক ঘৰৰপৰা উলিয়াই দিয়ে। সি এতিয়া বাটৰ মগনিয়াৰ হৈ ঘূৰি ফুৰিছে, তাৰ ক'তো আশ্রয়ৰ ঠাই নাই।" ক্রীতদাস নিগ্রো বেমাৰীটোৰ শোকাবহ জীৱনৰ কাহিনী শুনি উইলিয়াম আৰু গ্রেণ্‌ভিল দুই ভায়েকৰে পৰ দুখ-কাতৰ হিয়া বিগলিত হল, তেওঁলোকে বহু যতনেৰে তাক চেণ্ট বার্থলোমিউৰ আস্‌পতালত (St. Bartholomew's hospital) নি ৰাখিলে, আৰু সুচিকিৎসাৰ গুণত কিছু দিনৰ ভিতৰতে জোনাথন সকলো ৰোগৰপৰা মুক্ত হল। সম্পূর্ণ সুস্থ হলত তেওঁলোকে তাক ঔষধ ব্যৱসায়ী এজনৰ দোকানত সুমাই দিলে, সি তাতে স্বাধীন ভাৱে কাম কৰি নিজৰ জীবিকা উপার্জ্জন কৰিবলৈ ধৰিলে।

সেই ঔষধ ব্যৱসায়ীজনৰ দোকানতে জোনাথনে প্রায় দুবছৰ নির্ব্বিঘ্নে কাম কৰি আছিল, কিন্তু দুর্ভাগ্যক্রমে পূর্ব্বৰ গৰাকী উকীলজনে এদিন তাক দেখা পালে আৰু তেওঁৰেই আগৰ সেই বেমাৰী ক্রীতদাসটো বুলি চিনি পাই দুজন ৰাজ কৰ্ম্মচাৰীৰ দ্বাৰা ধৰাই আনি ৱেষ্ট ইণ্ডিজ দ্বীপ পুঞ্জলৈ (West Indies) পঠাবলৈ, জাহাজৰ অপেক্ষাত তাক গোপনে কাৰাৰুদ্ধ কৰি ৰাখিলে। জোনাথন কিংকর্ত্তব্যবিমূঢ় হল। সি তাৰ দুখৰ কাহিনী বৰ্ণাই কোনো উপায়ে গ্রেণ্‌ভিললৈ এখন চিঠি লেখিলে। গ্রেণ্‌ভিলে চিঠি পাইয়েই জোনাথনৰ সংবাদ লবলৈ কাৰাধ্যক্ষৰ ওচৰলৈ এজন মানুহ পঠিয়ালে, কিন্তু কাৰাধ্যক্ষই সকলো কথাকে অস্বীকাৰ কৰিলে। গ্রেণ্‌ভিলৰ মনত ঘোৰ সন্দেহ উপস্থিত হল। তেওঁ নিজেই গৈ জোনাথনক দেখাবলৈ কাৰাধ্যক্ষক অনুৰোধ কৰিলে। অনিচ্ছা সত্ত্বেও কাৰাধ্যক্ষই তেওঁৰ অনুৰোধ এৰাব নোৱাৰিলে। কাৰাগাৰত সোমাই তেওঁ দেখিলে, জোনাথনক হাত বান্ধি পেলাই ৰখা হৈছে। জোনাথনৰ এনে দুর্দ্দশা দেখি গ্রেণ্‌ভিলে মনত বৰ দুখ পালে আৰু কর্ত্তৃপক্ষৰ বিনা হুকুমে তাক যেন কাকো দিয়া নহয় বুলি কাৰাধ্যক্ষক কৈ, ৰাজাজ্ঞা নোহোৱাকৈ ধৰি অনা আৰু বন্দী কৰি থোৱা বাবে চৰ্কাৰী কৰ্ম্মচাৰী দুজন আৰু কাৰাধ্যক্ষৰ বিপক্ষে নগৰাধ্যক্ষৰ ওচৰত গৈ অভিযোগ উপস্থিত কৰিলে।

নিৰূপিত সময়ত উভয় পক্ষ আদালতত উপস্থিত হলত প্রকাশ পালে যে জোনাথনৰ পূর্ব্বৰ গৰাকীজনে কিছুদিন আগতে তাক এজন নতুন মানুহক বিক্রি কৰিছে, আৰু সেই মানুহজনেও জোনাথনক কিনা দলিল পত্রখন আদালতত উলিয়াই দেখালে। বিচাৰত গ্রেণ্‌ভিলৰ অক্লান্ত যতনত জোনাথনে সম্প্রতি মুক্তিলাভ কৰিলে যদিও, নতুন গৰাকীজনে তাৰ পাছ নেৰিলে। গ্রেণ্‌ভিলে গাৰ বলেৰে ৰখা তেওঁৰ ক্রীতদাসক নিজৰ অধিকাৰলৈ আনিবলৈ কর্ত্তৃপক্ষৰ ওচৰত অভিযোগ উপস্থিত কৰিব বুলি তেওঁ গ্রেণ্‌ভিলক জাননী দিলে।

গ্রেণ্‌ভিল বৰ চিন্তিত হল। ধনী, নির্ধনী, বিদ্বান, মুর্খ, ৰাজ কৰ্ম্মচাৰী, সকলোৱে এই ঘৃণিত দাসব্যৱসায়ৰ পোষকতা কৰিছিল ; গোটেই ইংলেণ্ডৰ বিৰুদ্ধে গ্রেণ্‌ভিলৰ দৰে সামান্য কেৰাণী এজন থিয় হোৱা বৰ সাধাৰণ কথা নহয়।

গ্রেণ্‌ভিলে উপদেশ লবলৈ যিবিলাক উকীলৰ ওচৰলৈ গল, সকলোৱে তেওঁক জোনাথনক ৰখাৰ চেষ্টাৰপৰা বিৰত হবলৈ কলে। কিন্তু গ্রেণ্‌ভিল তেনে কোনো কাম কৰিবলৈ আগবাঢ়ি টান দেখি পাছ হোঁহকা মানুহ নাছিল ; তেওঁ অদম্য অধ্যৱসায়েৰে সৈতে নিশা আৰু পুৱা আজৰি পৰত খাটি নিজেই ইংলণ্ডৰ আইন অধ্যয়ন কৰিবলৈ ধৰিলে।

দুবছৰৰ ভিতৰতে তেওঁৰ সম্পূৰ্ণ আইন-আয়ত্তাধীন হল। প্ৰতি খন আইনৰে প্ৰতি খন আইনৰে প্ৰতি শাৰীতে তেওঁ কতবাৰ চকু ফুৰাই চালে, কিন্তু দাস ব্যৱসায়ৰ সপক্ষে কতো তেওঁ এটি শব্দও দেখা নেপালে। বৰং ইংলণ্ডৰ আইন দাস ব্যৱসায়ৰ বিৰুদ্ধে, এইটো দেখাবলৈ তেওঁ আইনৰ অকাট্য যুক্তি কিছুমান সংগ্ৰহ কৰি কিতাপৰ আকাৰে হাতে লেখি সেই সময়ৰ প্ৰসিদ্ধ প্ৰসিদ্ধ আইনজ্ঞ বিলাকলৈ একোখনকৈ পঠিয়াই দিলে। গ্ৰেন্‌ভিলৰ এই হাতে লেখা কিতাপখনেই ইংলণ্ডৰ দাস ব্যৱসায়ৰ ভাগ্যৰ পৰিবৰ্ত্তন ঘটায়। ইংলণ্ডৰ আইনজ্ঞ বিলাকে দাস ব্যৱসায়ৰ বিৰুদ্ধে গ্ৰেন্ ভিলৰ সংগৃহীত আইনৰ অকাট্য যুক্তিবিলাক পঢ়ি চাই স্তম্ভিত আৰু বিস্মিত হল, তেওঁলোকে গ্ৰেণ্‌ভিলক সম্পূৰ্ণ সহানুভূতি দেখুৱালে। জোনাথনৰ গৰাকীজনেও গ্ৰেণ্‌ভিলৰ বিপক্ষে আদালতত থিয় হবলৈ ভয় পালে আৰু অভিযোগ নচলোৱাৰ কাৰণে তিনি গুণ খৰচ দি অব্যাহতি লাভ কৰিলে। জোনাথন চিৰদিনলৈ মুক্ত হল। তেওঁৰ সেই কিতাপখন (On the Injustice of Tolerating Slavery in England) ১৭৬৯ খৃষ্টাব্দত প্ৰথম মুদ্ৰিত হয়।

জোনাথনৰ দৰে বহুত নিগ্ৰো ক্ৰীতদাসক গ্ৰেণ্‌ভিলে নানা উপায়ে মুক্ত কৰি দিলে, কিন্তু তেতিয়ালৈকে আদালতৰপৰাই এই দাসত্ব প্ৰথা সম্বন্ধে কোনো স্থিৰ নিষ্পত্তি নহল। অৱশেষত ১৭৭২ খৃষ্টাব্দত জেম্‌চ চামাৰচেট (James Somerst) নামে ক্ৰীতদাস এজনৰ স্বত্ব সাব্যস্ত লৈ অভিযোগ এটা আদালতত উপস্থিত হল। গ্ৰেণভিলে এই সময়তেই আদালতৰ স্থিৰ নিষ্পত্তি লোৱা সুযোগ ভাবি চমাৰচেটৰ ফলীয়া হৈ অক্লান্তভাৱে পৰিশ্ৰম কৰিবলৈ ধৰিলে। প্ৰধান বিচাৰক লৰ্ড মেন্‌চফিল্ড (Lord Mansfield) তিনিজন সহকাৰী লৈ বিচাৰাসনত বহিল। ছমাহ মোকৰ্দ্দমা চলাৰ পাছত অৱশেষত প্ৰধানতঃ গ্ৰেণ্‌ভিলৰ যুক্তিৰ ওপৰতেই নিৰ্ভৰ কৰি তেওঁ ৰায় লেখিলে;—ইংলণ্ডৰ আইনে ঘৃণিত দাস ব্যৱসায়ক কেতিয়াও প্ৰশ্ৰয় নিদিয়ে ; ইংলণ্ডত এনে ব্যৱসায় থাকিব নোৱাৰে ; চমাৰচেট ক্ৰীতদাস চলিব নোৱাৰে।' গ্ৰেণ্‌ভিলৰ পৰিশ্ৰম বিফলে নগল, তেওঁৰ মনোভিলাষ পূৰ্ণ হল।

তেতিয়ালৈকে গ্ৰেণ্‌ভিল্ আগৰ সেই কেৰাণী কামতেই নিযুক্ত আছিল। সেই কাম তেওঁ ১৭৭৬ খৃষ্টাব্দত এৰি দিয়ে।

ইয়াতেই তেওঁৰ মহৎ জীৱনৰ কাৰ্য্যাৱলীৰ অন্ত পৰা নাই। সেই সময়ত ইংলণ্ডত নাবিকৰ কাম কৰিবলৈ বলেৰে মানুহ ধৰি নিয়া হৈছিল। গ্ৰেণ্‌ভিলে এই অন্যায় আচৰণৰ বিৰুদ্ধে পাৰ্লিয়ামেণ্টৰ মত লবলৈ নেৰানেপেৰাকৈ লাগে ; মুক্ত নিগ্ৰো দাসবোৰৰ কাৰণে অতিপাত চেষ্টাৰে আফ্ৰিকা মহাদেশৰ পশ্চিম উপকুলৰ চিয়েৰা লিওন (Sierra Leone) নামে ঠাইত এখন উপনিবেশ পাতে আৰু দাসব্যৱসায়ৰ সম্পূৰ্ণ উচ্ছেদ সাধনাৰ্থে ১৭৮৭ খৃষ্টাব্দত এখন নিগ্ৰো দাস ব্যৱসায় নিবাৰিণী সভা স্থাপন কৰে। ক্লাৰ্কচন্, বাক্ৰটন, ব্ৰুহাম, উইলবৰফোৰ্চ প্ৰভৃতি এই দাস-ব্যৱসায় নিবাৰিণী সভা স্থাপনত গ্ৰেণ্‌ভিলৰ সোঁ হাত স্বৰূপ আছিল। তেওঁলোকৰ ঐকান্তিক যতনৰ ফলত ১৮০৭ খৃষ্টাব্দৰ ৮ ফ্ৰেব্ৰুৱাৰী দিনা পাৰ্লেমেণ্ট মহাসভাৰপৰা দাস-ব্যৱসায় আইন-বিৰুদ্ধ বুলি ঘোষিত হয়, আৰু ১৮৩৩ খৃষ্টাব্দত ইংলণ্ডৰ সকলোবিলাক ক্ৰীতদাসে মুক্তি লাভ কৰে।

গ্ৰেণ্‌ভিল খৃষ্টান জগতৰ গুৰু ৰোমৰ পোপৰ অত্যাচাৰৰ বিৰুদ্ধে হোৱা সভাৰ এজন প্ৰধান পৃষ্ঠপোষক, আৰু ব্ৰিটিচ আৰু বিদেশীয় বাইবেল সভাৰ (British and Foreign Bible Society) প্ৰথম সভাপতি আছিল।

মৃত্যুৰ পূৰ্ব্বে গ্ৰেণ্‌ভিলে ভাষা আৰু ৰাজনীতি ইত্যাদি সম্বন্ধে ৬১ খন সৰু সৰু সাৰুৱা কিতাপ ৰচনা কৰি থৈ যায়।

১৮১৩ খৃষ্টাব্দৰ ৬ জুলাই ইংলণ্ডৰ পক্ষে বৰ দুৰ্দ্দিন। সেইদিনা আবেলি পৰত এই উজ্জ্বল নক্ষত্ৰটি ইংলণ্ডৰ ভাগ্যাকাশৰপৰা কক্ষচ্যুত হয়।

উদ্যম, অধ্যৱসায় আৰু প্ৰকৃত সাহস থাকিলে অতি নিঃকিন অৱস্থাৰ মানুহেও কেনেকৈ অতি মহৎকাম সাধন কৰি জগতত চিৰস্মৰণীয় হব পাৰে, মহাত্মা গ্ৰেণ্‌ভিলৰ জীৱন চৰিত আলোচনা কৰিলে আমি বেছকৈ বুজিব পাৰোঁ।

শ্ৰীসিংহদত্ত দেৱ অধিকাৰী।

# অনুৰাগ।

আগেয়ে তোমাক দেখা মনত নপৰে,
আমন-জিমন কই আছা তুমি বহি ;
যেতিয়াই চালোঁ মই, চালা তুমি ঠৰে,
চোৱাৰ লগত জোঁটা—মিচিকীয়া হাঁহি।
পাৰা নে সঠিক কব কিহে ললে টানি?
ছিণ্ডিব নোৱাৰা বান্ধে বান্ধি ললে দুটি
দেহ যেন ছটিয়ালে শান্তিয়নী পানী ;
অমিল নৱল হল সব মিল প্ৰীতি?
যেতিয়া চাপিল চমু সন্ধিয়া বেলিকা,
সকলোটি দিহাদিহি নিজ ঠায়ে গল ;
অকস্মাৎ গল পৰি নিশা-যৱনিকা,
তোমাক দুনাই দেখা ডিঠক নহল।
কিন্তু হলে তাহানিৰ সেই অনুৰাগ
অজৰ অমৰ আৰু হিয়াৰ এভাগ।

শ্ৰীমজিদুৰ ৰহমান।

---

# স্ত্ৰী শিক্ষা।

স্ত্ৰী শিক্ষা সম্বন্ধে কবলগীয়া কথা বহুত আছে ; কিন্তু সেই আটাইবোৰ কথা দুপতীয়া প্ৰবন্ধ লেখি আলোচনা কৰা সম্ভৱ নহয়। আৰু, হলেও আমাতকৈ জনা-বুজা ডাঙৰ লোকলৈ সেই বিষয় আলোচনা কৰিবলৈ এৰি নথৈ আমি তাক হাতত ললে নিজে ইচ্ছা কৰি অপাৰ সমুদ্ৰৰ মাজত পৰি বুৰি মৰিবলৈ যোৱাৰ বাহিৰে আন একো উপকাৰ নহয়। সেই বাবে আমি এই ডাঙৰ বিষয়ৰ সকলো কথা হাতত নলৈ মাথোন এটা বিষয়ৰ ফালেহে অলপ আঙ্গুলিয়াম। সেইটো, তিৰোতাৰ সাহিত্য শিক্ষা।

সকলো সমাজতেই স্ত্ৰী জাতিৰ প্ৰভাৱ অসাধাৰণ। সেই স্ত্ৰী জাতিৰ শিক্ষাৰ নিমিত্তে আমি যে সকলোৱেই আওকাণ কৰিছোঁহক এইটো কথা আজি মই নতুনকৈ কোৱা নাই; ই সকলোৰে বহুত দিনৰপৰা জনা কথা। ভাৰতৰ বুৰঞ্জীত, বিশেষকৈ ৰাজস্থানৰ ইতিহাসত, আমি তিৰোতাসকলৰ শিক্ষা, মহত্ব আৰু আত্মত্যাগৰ যি চিনাকি পাইছোঁ সেইবোৰৰ লগত তুলনা কৰিব পৰা দৃষ্টান্ত আন দেশত অতি বিৰল। সেইবুলি, আমাৰ দেশৰদৰে যে শিক্ষিতা আৰু আত্মত্যাগী নাৰী আন দেশত নাই আৰু নাছিল এনে বুলি কোৱা নাই।

তিৰোতাক লাগতিয়াল শিক্ষা দিয়াৰ প্ৰথা আৰু ব্যৱস্থা ভাৰতত প্ৰাচীন কালৰেপৰা আছিল আৰু আজিকালিও আছে। আমি বেদ পঢ়া নাই ; কিন্তু কোনো কোনো ডাঙৰ লোকে কোৱা শুনিছোঁ যে বেদৰ কিছুমান সূত্ৰ আৰ্য্যনাৰীসকলে ৰচা। আজি আমাৰ তিৰোতাসকলে যি ৰকমৰ শিক্ষা পাইছে এনে ধৰণৰ শিক্ষা আগেয়ে আমাৰ দেশত নাছিল। বৰ্ত্তমান স্ত্ৰী শিক্ষাৰ পদ্ধতি, ইংৰাজে আমাৰ দেশখন লোৱাৰ পিছৰপৰা চলোৱা হৈছে। ইংৰাজ আমাৰ ৰজা ; গতিকে, আমি সকলোৱে ৰাজ্যৰ গৰাকীসকলৰ ওচৰত আদৰ পাবলৈ, তেওঁবিলাকৰ দৰে সমান শিক্ষিত হৈ ৰাজনৈতিক স্বত্ব আৰু অধিকাৰ পাবলৈ আৰু ডাঙৰ ডাঙৰ ৰজাঘৰীয়া বিষয় খাবলৈ, ইংৰাজী শিক্ষা আৰু বিলাতী আচাৰ ব্যৱহাৰ আগ্ৰহেৰে শিকি তাক আমাৰ নিজস্ব কৰি ললোঁ। তাৰ লগে লগে প্ৰাচীন সমাজৰ সকলোবোৰ ৰীতি-নীতি পাহৰি গ'লো। পাশ্চাত্য সভ্যতাৰ মোহত পৰি কি অসমীয়া কি আন ভাৰতবাসী, সকলো ভাৰতীয় মুনিহবোৰ জাঁকে জাঁকে চাহাব হবলৈ ধৰিলে। আমাৰ অসমীয়া চাহাববোৰক তো এতিয়া মেম লগা হল! নিচেই উজু উপায়েৰে অসমীয়ানী সকলক মাক বাইয়েক খুৰীয়েকহঁতৰ হাতৰপৰা কাঢ়ি নি উচ্চ প্ৰাইমেৰী শিক্ষকেৰে এটা স্কুল পাতি দি শিক্ষিতা হবলৈ পঠিয়াই দিলে। সাবিত্ৰী, সীতা, দময়ন্তী, শকুন্তলাৰ উপাখ্যানৰ বদলী আৰু গৃহস্থালিৰ কামৰ পৰিবৰ্ত্তে আমাৰ ছোৱালীবিলাকক পাৰোমানে "লৰাবোধ" পঢ়ালে।

আৰু এটা কথা ; পাশ্চাত্য আদৰ্শৰ অনুকৰণ কৰি আসামত স্ত্ৰীশিক্ষা বিষয়ত বৰ ভুল কৰা হল। ইংলণ্ড চহকী দেশ ; ইংৰাজে তেওঁৰ ঘৈণীক সুন্দৰ সাজ-পাৰ

পিন্ধাই, পাউডৰ ঘঁহাই আগত লৈ ২৪ ঘণ্টা ৰেহ-ৰূপ চাই থাকিব পাৰে, লোকৰ ঘৰে ঘৰে সস্ত্রীক নিমন্ত্রণ খাই, পুঁৰতীয়া নিশা দুই ৰজালৈকে নাচ-ঘৰত নাচি টোপনি খতিৰ বাবে পিছ দিনা ১০ বজাত শুই উঠিব পাৰে ; তেওঁ ঘৈণীয়েকেৰে সৈতে গান গাই টেনিছ খেলি হামিয়াই-হেকটিয়াই সময় কটাব পাৰে ; কাৰণ, তেওঁ চহকী মানুহ ; তেওঁৰ দেশত লৰাই মাকৰ পিয়াহ নাখায়, শিক্ষিতা ধাই আছে লৰাক প্রতিপাল কৰিছে ; তেওঁৰ ধন আছে, ধন ভাণ্ডি ৰান্ধনী ৰাখিছে, লগুৱা লিগিৰী ৰাখিছে ; গতিকে তেওঁৰ ঘৈণীয়ে ৰান্ধি-বাঢ়ি খুৱাব নালাগে, লৰা ছোৱালী তুলিব নালাগে আৰু স্বামীৰ আলপৈচান ধৰিব নালাগে। কিন্তু অসমীয়া টোকোনা ; হিন্দু নাৰীৰ পতিসেৱাতকৈ ডাঙৰ ধৰ্ম্ম ডাঙৰ ব্রত আৰু নাই ; তেনেস্থলত অসমীয়াই তেওঁৰ গৃহিণীক ভাত-চৰুৰপৰা উলিয়াই নি, কোলাৰপৰা পিয়াহ-খোৱা লৰাক নমাই থৈ, গান্ধতেল ঘঁহিবলৈ দি চকি মেজত বহুৱাই উপন্যাস পঢ়িবলৈ আৰু গান গাবলৈ লগাই দিলে অসমীয়াই খাবলৈ নাপাই আত শুকাই মৰি আৰু সন্তানহীন হৈ শেষত নিৰ্ব্বংশ হোৱাৰ বাহিৰে আমি আন একো উপায় দেখা নাই। ৰজাৰ ওখ কাৰেং আৰু ধনী সদাগৰৰ "দোতালা" পকী ঘৰ দেখি যদি খাবলৈ নাইকিয়া অসমীয়াই মাটিৰ লিপা-পোছা ঘৰ এৰি বাৰীৰ বাঁহ কাটি ওখ টঙিঘৰ সাজি তাত লৰা ছোৱালী লৈ বাস কৰিবলৈ লয় তেনেহলে যে অচিৰে ধুমুহাত সেই ঘৰ ভাগি পৰি অসমীয়াই সপৰিবাৰে বিনাশ পাব তাত একণো সন্দেহ নাই।

সুখৰ বিষয় আজিকালিৰ শিক্ষিত সমাজে আগৰ ভুল এতিয়া লাহে লাহে বুজি পাইছে যেন মনে ধৰে। আসামত বৰ্ত্তমান স্ত্রী শিক্ষাৰ ব্যৱস্থা কৰোঁতা সকলৰ এই এটা ডাঙৰ ভুল যে তেওঁলোকে অসমীয়া ছোৱালীবিলাকৰ শিক্ষাৰ ভাব শিক্ষয়িত্রীৰ ওপৰত নিদি শিক্ষকৰ ওপৰত দিছে। আৰু এটা চকু দিব লগীয়া কথা এই যে আমাৰ ছোৱালীবিলাকক সাহিত্য শিক্ষাৰ বাবে যিবোৰ কিতাপ পঢ়িবলৈ দিয়া হয় সেইবোৰৰ লিখকবোৰ সকলো পুৰুষ ; তিৰোতাই লিখা কিতাপ নাই বুলিলেও মিছা কোৱা নহব। তিৰোতাই কেনে শিক্ষা পাব লাগে আৰু সেই শিক্ষা কেনেকৈ উজু উপায়েৰে দিব পাৰি তাক স্ত্রীশিক্ষাৰ অভিজ্ঞ মানুহে বুজিব পাৰে।

আমাৰ ছোৱালীৰ স্কুলবিলাকত প্ৰায়েই শিক্ষয়িত্রী নাই ; কোনো কোনো বোৰতহে আছে। যি শিক্ষা দিয়ে তেওঁ ছাত্রীৰ আদৰ্শ স্বৰূপ হব লাগে ; ছাত্রীয়ে তেওঁৰ চৰিত্ৰৰ আৰু আচাৰ ব্যৱহাৰৰ আৰ্হি লৈ নিজৰ চৰিত্র গঠন কৰিবলৈ আৰু আচাৰ-ব্যৱহাৰ শিকিবলৈ সুবিধা পাব লাগে। কিন্তু ছোৱালীক শিক্ষা দিয়াজন পুৰুষ হলে ছোৱালীয়ে ধীৰা, বিনম্রা আৰু সতীৰ আদৰ্শ চকুৰ আগত দেখি থাকিবলৈ পায় নে? আমি ছোৱালীক স্কুললৈ অকল অৰ্থ নুবুজাকৈ শব্দ শিকিবলৈ আৰু দৃষ্টান্তৰে দেখুৱাই নিদিয়া উপদেশৰ সূত্র কেতবোৰ মুখস্থ কৰিবলৈ পঠিয়াৰ একো সকাম নাই। সেইবাবেই আমাৰ বালিকা স্কুলবিলাকত আমাক বৰ্তমান শিক্ষকৰ ঠাইত উপযুক্তা শিক্ষয়িত্রী লাগে যাতে সাহিত্য শিক্ষাৰ লগে লগে চৰিত্র শিক্ষা হয়। আমাৰ ছোৱালীয়ে পঢ়িবলৈ অসমীয়া শিক্ষিতা তিৰোতাসকলে উপযুক্ত কিতাপ লেখিব লাগে; তাত প্রাচীন আদৰ্শ স্ত্রী চৰিত্ৰৰ লগে লগে বৰ্তমান উন্নত সময়ৰ নতুন কথা আৰু পাশ্চাত্য আদৰ্শ স্ত্রীচৰিত্ৰৰ সমাৱেশ থাকিব লাগে।

স্ত্রী শিক্ষা বিষয়ত আমি যি ইংৰাজী জাতিক অনুকৰণ কৰিছিলো; তেওঁবিলাকেও এতিয়া আমাৰ ভুল আঙুলিয়াই দিব লাগিছে। আমাৰ বৰলাট বাহাদুৰৰ পত্নী লেডী মিণ্টো মধ্য-ভাৰতৰ ভুপাল ৰাজ্যলৈ গৈছিল। সেই ঠাইৰ এটা প্ৰধান বালিকা স্কুল ঘৰত হোৱা এখন সভাত তেওঁ স্ত্রীশিক্ষা সম্বন্ধে এইদৰে কৈছিল— At peresent female education in India is in its infancy, but the strides that it has made during the last few years are enoromous. Europeana models have been taken from the text books. but I have no doubt that before long Indian Indies will write out text books and strike out their own ideas borrowing the experience and accumulated wisdom of the West to quicken the experience and inherited traditions of the East.

No real progress can be made if ancient customs are rudely broken in contradiction to the wishes of those by whom that very progress is most desired.

লেডী মিণ্টোৰ এই সাৰুৱা কথা কেইফাঁকিৰ মৰ্ম এয়ে যে— ভাৰতত স্ত্ৰী শিক্ষাৰ এতিয়াও কেঁচুৱা অৱস্থা। সোনকালে শিক্ষিতা তিৰোতাবিলাকে ছোৱালীৰ উপযোগী স্কুলীয়া কিতাপ লিখি উলিওৱা উচিত। সেই বোৰত লেখিকাসকলেও নিজৰ ভাষাবোৰৰে সৈতে পশ্চিমীয়া জ্ঞান আৰু অভিজ্ঞতাৰ সহায়ত আমাৰ পুৰণিকলীয়া জ্ঞান আৰু ৰীতি-নীতিবিলাক সজাই পোহৰলৈ আনিব লাগে। শিক্ষা বিষয়ে যিবিলাক মানুহে আগ্ৰহ দেখুৱাব তেওঁলোকৰ ইচ্ছাৰ বিপৰীতে পুৰণি ৰীতি-নীতিৰ বান্ধবোৰে দলিয়াই পেলালে প্ৰকৃত উন্নতিৰ বাটত আগবঢ়া অসম্ভৱ।

ওপৰত উনুকিৱা কথাবোৰলৈ আমি এতিয়া বিশেষকৈ কাণ দিব লাগে। দেশৰ স্ত্ৰী শিক্ষাৰ গুৰিয়ালসকলে অলপ কাণসাৰ কৰিবৰ সময় হৈছেহি। আমি এনেকুৱা ছোৱালীয়ো দেখিছো যি নিম্ন প্ৰাইমেৰি পাছ কৰিছে, কিন্তু 'নীতি শিক্ষা' কিতাপটোৰ পৰা এটা 'পদ্য' পঢ়িবলৈ কলে তেওঁ গোটেই কিতাপটো আগৰ পৰা গুৰিলৈকে পাত পাতকৈ চাইয়ো এটা পদ্য বিচাৰি নাপায়; গদ্য পদ্যৰ প্ৰভেদ বুজি নাপায়। আমাৰ ছোৱালীৰ এনে সাহিত্য শিক্ষা! আৰু ইয়াকে শিকিবলৈ চাৰি-পাঁচ বছৰ সিহঁতক স্কুলত পঢ়োৱা হয়। সিহঁতক তিনি-চাৰি ঘণ্টা স্কুলত শিক্ষকৰ পৰা এনেবোৰ শিক্ষা লাভ কৰিবলৈ নপঠিয়াই ঘৰতে মাকৰ ওচৰত ৰখাহেঁতেন সিহঁতে দুখনমান গামোচা বা চেলেং কাপোৰ বৈ ককাই-ভাইক গা ঢুকিবলৈ আৰু গাত ল'বলৈ দিব পাৰিলেহেঁতেন।

শ্ৰীবলীন্দ্ৰৰাম খাউন্দ

---

# হৰ্ষত বিষাদ

হিয়াৰ তলিৰ পৰা ভাবৰ নিজৰা
পূৰ্ণ আবেগত বয়— সুখৰ বতৰা।
অহা যোৱা চিন্তা ঢৌ— কণিকা জুৰণি,
আশাৰ আশ্বাস কল অমৃত বুজনি।
বাসনাৰ পানী গছা আকাশত পাতে,
সপোন সুখৰ কণা জাকি মাৰে তাতে।
সম্ভোগ বিলাস কুঞ্জ পাৰে পাৰে আছে;
লগৰী আকাশ পুষ্প প্ৰতিবিম্ব নাচে।
নিৰাশাৰ গাঢ় মেঘে আকাশ বনাই,
বিষাদৰ কলা ছাঁয়া দিয়েহি পেলাই।
হুমুনিয়াহ পানীপিয়া ৰাওকাঢ়ি উৰে
অশ্ৰুবিন্দু টোপ টোপ বৰষণ সৰে।
অনন্তত লয় পালে ভাবনাৰ সোঁত
হৰ্ষত বিষাদ চিত্ৰ কিয় ৰল মোত।

'আবৰ।'

---

# প্ৰাৰ্থনা।

তুমি প্ৰভু দয়াময় স্নেহৰ আধাৰ
বিকশিত তব কান্তি, মহিমা অপাৰ।
সৃষ্টি কৌশলত,— যেতিয়া স্ৰজিলা
এই ব্ৰহ্মাণ্ড অসীম, কৰি মহালীলা।
স্ৰজি চন্দ্ৰ নিশানাথ নাহি দিলা জ্যোতি,
কিন্তু পোহৰায় ধৰি মোহন মূৰতি
সূৰ্য্যতেজে জ্যোতিষ্মাণ, তোমাৰ কৌশলে।
শোভিত নক্ষত্ৰ মাজে মহাকৌতুহলে,
ৰজা যথা পাত্ৰ মিত্ৰ সহ পাৰিষদ
বহি সিংহাসনে মন্ত্ৰণা কৰয় যত।
স্ৰজিলা ধৰিত্ৰী দেৱী আধাত পোহৰ।
চিৰকাল বাধ্য সবে তোমাৰ ইচ্ছাৰ।
সেইৰূপ প্ৰভু, চৰজিলা নৰগণ
দি শক্তি কৰিবলৈ কৰ্তব্য পালন—
পতিসেৱা; সবে মিলি থাকে যেন মতি
কৰিবলৈ একমনে তোমাক ভকতি।

শ্ৰীমতী ভাগীৰথী দেৱী।

# "মিচ"ৰ আক্ষেপ।

Love কৰা যদি নাছিল তোমাৰ
গুপুত বাসনা হিয়াৰ;
(কিয়) নহলোঁ বুলিয়েই থিতাতে ছলিলা,
কোৰাঁচোন O' my dear?
Love কাক বোলে তুমিয়েই শিকালা,
তুমি first in roll
গাত হাত ফুৰাই তুমিয়েই লগালা,
টিপতে Love ৰ ডোল।
চেক্সপিয়েৰ আদি কবিসকলৰ,
কাব্য ৰস উলিয়াই ;—
নিজে hero হৈ heroine part,
থৈছিলা আগবঢ়াই।
হুইচ্‌কী-আহুদি-পানীৰে মিলাই
দিছিলা কতনো peg ;
নাই লেখ-জোখ mutton chop,
আৰু fowl অৰ egg।
Dinner table-অত বুলি my dear,
কত কথা চোবালা তুমি ;
কত যে ভাঙিলা, কত যে পাঙিলা,
নাই তাৰ আঁতি-গুৰি।
মন হৰি নিলা courtship কৰিলা,
Heart ও কৰিলা Win ;
Hope দি যে কত চুমা খুজি খালা,
পাহৰিলা সেইদিন?
(যদি) পাহৰিলা তুমি সেই Heroine,
আৰু সেই occurrence,
পাহৰি থাকা যেন চিৰকাললৈ,
নিদিওঁ sweet remembrance।
সপিলোঁ যিমতে চৰণত তোমাক
এই virgin হিয়া মোৰ ;
সপিছোঁ সিদৰে, সপিম আগলৈও,
নাই তাৰ আৰু ওৰ।

"মিচ্ ফেচেউ।"

# প্ৰাণৰ দেৱতা।

যতনে সজাই অৰ্ঘ্য অন্তৰ-মন্দিৰে
ৰাখি আছোঁ দিম চৰণত।
নাপাওঁ বিচাৰি কতো অন্তৰে বাহিৰে,
প্ৰাণৰ দেৱতা তুমি কত?
কত তুমি? কত তুমি? আকুল পৰাণে
বিচাৰিছোঁ সকলোটি ঠাই ;
ক্লান্ত দেহে, ভগ্ন প্ৰাণে, দিবা অৱসানে
উভতিছোঁ তোমাক নেপাই।
কত তুমি? অধে, উৰ্দ্ধে, কিম্বা নভস্থলে,
ৰবি, শশী, গ্ৰহ, তাৰকাত,
গোলোক, বৈকুণ্ঠে, কিম্বা আছা ব্ৰহ্মালোকে,
কৈলাসত কিম্বা অলকাত?
মস্কো, স্মাৰ্ণা, ইস্পাহান, কাবুল, খিলাত,
দিল্লী, কিম্বা টকিও, পিকিনে ;
বাৰ্লিন, ভিয়েনা, ৰোম, লণ্ডন, প্যাৰিচ,
আছা কিম্বা মিছৰ মাৰ্কিনে?
বেথেলে, জেৰুজে, কিম্বা মক্কা, মদিনাত,
আছা কিম্বা কাশী, মথুৰাত,
কামাখ্যা, শ্ৰীক্ষেত্ৰ, কিম্বা বদৰিকাশ্ৰম,
আছা কিম্বা শ্ৰীবুদ্ধগয়াত?
ঘটে, পটে, ক্ৰচে, কিম্বা পাষাণে, পিতলে ;
পূজি গছ কিম্বা মৃত্তিকাক,
তুলসী, চন্দন, কিম্বা জল, বিল্বদলে
পূজিলে কি মিলয় তোমাক?
ধ্যান, জ্ঞানে, জপে, তপে, যোগ আৰাধনে,
কিম্বা তৱ নাম সংকীৰ্ত্তনে,
সংসাৰে বৈৰাগ্যে কিম্বা কঠোৰ সাধনে
মিলে কিম্বা উন্মাদ লম্ফনে?
মচ্‌জিদে, মন্দিৰে কিম্বা সমাজ-ভবনে
মিলে কিম্বা গলে গিৰ্জ্জাঘৰ,
অনাহাৰে বৃক্ষতলে, শ্মশান ভূমিত
মিলে কিম্বা পৰ্ব্বত-কন্দৰ?

চক্ৰেটিচ, প্লেটো, কাণ্ট, স্পেঞ্চৰ, কোমৎ,
মিল কিম্বা বাইবেল, কোৰাণে,
সাংখ্য, ন্যায়, বৈশেষিক, মীমাংসা যোগত,
গীতা কিম্বা বেদান্ত পুৰাণে?
গোমাংস, কুক্কুট, কিম্বা পোলাও, বিস্কুট,
ব্ৰাণ্ডি, হুইস্কি, ৰঙা চিৰাজীত,
ফল, মূল, তৃণ, কিম্বা আছা গঞ্জিকাত,
অহিফেন, চুৰট, সিদ্ধিত?
ৰাজাৰ মুকুটে, কিম্বা হীৰক হাৰত,
শত খণ্ড দৰিদ্ৰ বাসত,
কস্তুৰী, চন্দন, ছুৱা, এচেন্স তেলত
আছা কিম্বা শ্মশান-ভস্মত?
বিজুলী হাৰত কিম্বা জোনাক কিৰণে,
কিম্বা তুমি কুসুম-গন্ধত,
ভ্ৰমৰ গুঞ্জনে কিম্বা কোকিল পঞ্চমে
আছা কিম্বা ময়ূৰ নৃত্যত?
কোৱাঁ প্ৰভু? কত তুমি? আছা তুমি কত?
ব্ৰাহ্মাণ্ডে কি অন্তৰ বাহিৰ?
সাকাৰ কি নিৰাকাৰ কিৰূপ তোমাৰ
সূক্ষ্ম কিম্বা বিৰাট শৰীৰ?
দ্বিভূজ মুৰলীধৰ, শ্যাম কলেবৰ,
বনমালা শ্ৰীবৎস লাঞ্ছিত ;
পৰিধান পীতাম্বৰ চাৰু চন্দ্ৰহাৰ,
ৰাধা পদ ভকত-বাঞ্ছিত?
কিম্বা বিয়াপিছা মহা বিৰাট ৰূপত,
চন্দ্ৰ, সূৰ্য্য তৱ দ্বিনয়ন,
পৱন নিশ্বাস তৱ, অস্যৰ অম্বৰ,
মহাশূন্যে কৰিছা শয়ন?
কোন তুমি? কিবা তুমি? দেৱতা, গন্ধৰ্ব্ব,
যক্ষ, ৰক্ষ, অপ্সৰ, কিন্নৰ,
মানৱ, পিশাচ, ভূত, পশু, পক্ষী, কীট,

স্বৰগৰ কিম্বা জগতৰ?
যি হোৱা সি হোৱা তুমি আছা সুনিশ্চিত,
শক্তিধৰ পুৰুষ পুৰাণ,
চৰাচৰ এই বিশ্ব তোমাৰে সৃজিত
তুমিয়েই পুৰুষ মহান।
মহাশূন্য ভেদ কৰি গম্ভীৰ ৰৱত
কম্পমান কৰি বিশ্বধাম,
"মই আছোঁ" "মই আছোঁ" প্ৰতিধ্বনি কৰি
জগত জনায় অবিৰাম্।
আছা তুমি, অন্ধ মই নিচিনো তোমাক ;
মহাভ্ৰমে নিপতিত হই
আকুল-বিকুল কৰোঁ, ভৰমি কুপথে
অসম্ভৱ পাম কেনেকই।
হিয়াৰ মাজত তুমি, নুবুজি নেজানি
ঘুৰি মৰোঁ দূৰ দূৰান্তৰ,
অবোধ অজ্ঞান মই কিমতে তোমাক
পাম ভাহি অকুল সাগৰ?
সৰ্ব্বভূতে অধিষ্ঠান, সৰ্ব্বজ্ঞ, সৰ্ব্বেশ,
প্ৰাণময়, পৰাণ-ৰঞ্জন,
অনাদি, অনন্ত, অজ, অবোধ্য, অজ্ঞেয়,
নিৰ্গুণ, নিৰ্লিপ্ত, নিৰঞ্জন।
ৰূপ নাই, গুণ নাই অচিন্ত্য ঈশ্বৰ,
অনিৰ্দ্দিষ্ট অনন্ত আকাৰ,
নাম নাই, স্থান নাই, অতি অনুপম,
দয়াময় কিন্তু নিৰ্ব্বিকাৰ।
মূৰ্ত্তিশূন্য নিৰাকাৰ তথাপি সমূৰ্ত্ত,
ই বিশ্ব তোমাৰ ৰূপসজা ;
ব্ৰহ্মাণ্ডত যিবা কিছু, আংশিক ৰূপত
সৰ্ব্বত্ৰত তুমিয়ে বিৰজা।
হৰি হৰি ৰাম দিৱস যামিনী
মুখে নৰ সুমৰি কেৱল,
নুবুজে সিজনে যদি নামৰ মহিমা,
জীৱনত সকলো নিষ্ফল।
যোগ, যাগ, দান, কৰ্ম্ম কৰি বাৰম্বাৰ,
তীৰ্থস্থান ভ্ৰমি শত বাৰ,
তুমি যে কিৰূপ তাৰ নাই যদি জ্ঞান,
ফলহীন সকলোৰে তাৰ।

শ্ৰীৰমানন্দ চৌধুৰী।

---

## আসামৰ স্বতন্ত্ৰতা।

বঙ্গৰ কবি-দাৰ্শনিক পূজনীয় শ্ৰীযুক্ত ৰবীন্দ্ৰনাথ ঠাকুৰে "চৈতন্য লাইব্ৰেৰিৰ" অধিবেশন উপলক্ষ্যে "ৰিপণ কলেজ হলত" "হিন্দু বিশ্ববিদ্যালয়" নামে এটি প্ৰবন্ধ পাঠ কৰিছিল। সেই প্ৰবন্ধটোৰ এডোখৰ তলত তুলি দিলোঁ—

"আজকালকার দিনে পৃথিবী জুড়িয়া আনাগোনা মেলামেশা চলিতেছে। মানুষের নানা জাতি নানা উপলক্ষে পরস্পরের পরিচয় লাভ করিতেছে। অতএব ভিন্ন ভিন্ন জাতর স্বাতন্ত্র ঘুচিয়া গিয়া পরস্পর মিলিয়া যাইবার সময় এখন উপস্থিত হইয়াছে একথা মনে করা যাইতে পারিত।

"কিন্তু আশ্চর্য্য এই, বাহিরের দিকে দরজা যতই খুলিতেছে, প্রাচীর যতই ভাঙিতেছে, মানুষের জাতিগুলির স্বাতন্ত্রবোধ ততই যেন আরো প্রবল হইয়া উঠিতেছে। এক সময় মনে হইত মিলিবার উপায় ছিল না বলিয়াই মানুষেরা পৃথক হইয়া আছে—কিন্তু এখন মিলিবার বাধাসকল যথাসম্ভব দূর হইয়াও দেখা যাইতেছে পার্থক্য দূর হইতেছে না।

"য়ুরোপের যে সকল রাজ্যে খণ্ড খণ্ড জাতিরা একপ্রকার মিলিয়াছিল এখন তাহারা প্রত্যেকেই আপন স্বতন্ত্র আসন গ্রহণ করিবার জন্য ব্যগ্র হইয়া উঠিয়াছে। নরোয়ে সুইডেন ভাগ হইয়া গিয়াছে। আয়র্লণ্ড আপন স্বতন্ত্র অধিকার লাভের জন্য বহুদিন হইতে অশ্রান্ত চেষ্টা করিতেছে। এমন কি, আপনার বিশেষ ভাষা, বিশেষ সাহিত্যকে আইরিষ্‌রা জাগাইয়া তুলিবার প্রস্তাব করিতেছে। ওয়েল্‌স্‌বাসীদের মধ্যেও সে চেষ্টা দেখিতে পাওয়া যায়। বেল্‌জিয়মে এতদিন একমাত্র ফরাসী ভাষার প্রাধান্য প্রবল ছিল। আজ ফ্লেমিশ্‌রা নিজের ভাষার স্বাতন্ত্র্যকে জয়ী করিবার জন্য উৎসাহিত হইয়াছে। অষ্ট্রীয়া রাজ্যে বহুবিধ ছোট ছোট জাতি একসঙ্গে বাস করিয়া আসিতেছে—

তাহাদিগকে এক করিয়া মিলাইয়া ফেলিবার সম্ভাবনা আজ স্পষ্টই দূরপরাহত হইয়াছে। রুষিয়া আজ ফিন্‌দিগকে আত্মসাৎ করিবার জন্য বিপুল বল প্রয়োগ করিতেছে বটে কিন্তু দেখিতেছে গেলা যত সহজ পরিপাক করা তত সহজ নহে। তুরস্ক সাম্রাজ্যে যে নানা জাতি বাস করিতেছে বহু রক্তপাতেও তাহাদের ভেদচিহ্ন বিলুপ্ত হইতে চাহিতেছে না।

"ইংলণ্ডে হঠাৎ একটা ইম্পিরীয়ালিজ্‌মের ঢেউ উঠিয়াছিল। সমুদ্রপারের সমুদয় উপনিবেসগুলিকে এক সাম্রাজ্যতন্ত্রে বাঁধিয়া ফেলিয়া একটা বিরাট কলেবর ধারণ করিবার প্রলোভন ইংলণ্ডের চিত্তে প্রবল হইয়া উঠিতেছিল। এবারে উপনিবেশগুলির কর্ত্তৃপক্ষেরা মিলিয়া ইংলণ্ডে যে এক মহাসম্মিতি বসিয়াছিল তাহাতে যতগুলি বন্ধনের প্রস্তাব হইয়াছে তাহার কোনোটাই টিকিতে পারে নাই। সাম্রাজ্যকে এককেন্দ্রগত করিবার খাতিরে যেখানেই উপনিবেশগুলির স্বাতন্ত্র্য হানি হইবার লেশমাত্র আশঙ্কা দেখা দিয়াছে সেইখানেই প্রবল আপত্তি উঠিয়াছে।

"একান্ত মিলনেই যে বল এবং বৃহৎ হইলেই যে মহৎ হওয়া যায় একথা এখনকার কথা নহে। আসল কথা, পার্থক্য যেখানে সত্য, সেখানে সুবিধার খাতিরে, বড় দল বাঁধিবার প্রলোভনে তাহাকে চোখ বুজিয়া লোপ করিবার চেষ্টা করিলে সত্য তাহাতে সম্মতি দিতে চায়না। চাপা-দেওয়া পার্থক্য ভয়ানক একটা উৎক্ষেপক পদার্থ,তাহা কোনো না কোনো সময়ে ধাক্কা পাইলে হঠাৎ ফাটিয়া এবং ফাটাইয়া একটা বিপ্লব বাঁধাইয়া তোলে। যাহারা বস্তুতই পৃথক, তাহাদের পার্থক্যকে সম্মান করাই মিলন রক্ষার সদুপায়।

"আপনার পার্থক্য যখন মানুষ যথার্থভাবে উপলব্ধি করে তখনি সে বড় হইয়া উঠিতে চেষ্টা করে। আপনার পার্থক্যের প্রতি যাহার কোনো মমতা নাই সেই হাল ছাড়িয়া দিয়া দেশের সঙ্গে মিশিয়া একাকার হইয়া যায়। নিদ্রিত মানুষের মধ্যে প্রভেদ থাকেনা—জাগিয়া উঠিলেই প্রত্যেকের ভিন্নতা নানা প্রকারে আপনাকে ঘোষণা করে। বিকাশের অর্থই ঐক্যের মধ্যে পার্থক্যের বিকাশ। বীজের মধ্যে বৈচিত্র নাই। কুঁড়ির মধ্যে সমস্ত পাপড়ি ঘনিষ্ঠ ভাবে মিলিয়া এক হইয়া থাকে—যখন তাহাদের ভেদ ঘটে তখনি ফুল বিকশিত হইয়া উঠে। প্রত্যেক পাপ্‌ড়ি ভিন্ন ভিন্ন মুখে আপন পথে আপনাকে যখন পূর্ণ করিয়া তোলে তখনি ফুল সার্থক হয়। আজ পরস্পরের সংঘাতে সমস্ত পৃথিবীতে একটা জাগরণ সঞ্চারিত হইয়াছে বলিয়া বিকাশের অনিবার্য্য নিয়মে মনুষ্য-সমাজের স্বাভাবিক পার্থক্যগুলি আত্মরক্ষাৰ জন্য চতুর্দ্দিকে সচেষ্ট হইয়া উঠিয়াছে। আপনাকে সম্পূর্ণ বিলুপ্ত করিয়া অন্যের সঙ্গে একেবারে মিলিয়া গিয়া যে বড় হওয়া তাহাকে কোনো জাগ্রৎসত্তা বড় হওয়া মনে করিতেই পারেনা। যে ছোট সেও যখনি আপন সত্যকার স্বাতন্ত্র্য সম্বন্ধে সচেতন হইয়া উঠে তখনি সেটিকে বাঁচাইয়া রাখিবার জন্য প্রাণপণ করে—ইহাই প্রাণের ধর্ম্ম। বস্তুত সে ছোট হইয়াও বাঁচিতে চায়, বড় হইয়া মরিতে চায়না।

"ফিন্‌রা যদি কোনোক্রমে রুষ হইয়া যাইতে পারে তবে অনেক উৎপাত হইতে তাহরা পরিত্রাণ পায়—তবে একটি বড় জাতির সামিল হইয়া গিয়া ছোটত্বের সমস্ত দুঃখ একেবারে দূর হইয়া যায়। কোনো একটা নেশনের মধ্যে কোনো প্রকার দ্বিধা থাকিলেই তাহাতে বলক্ষয় করে এই আশঙ্কায় ফিন্‌ল্যাণ্ডকে রাশিয়ার সঙ্গে বলপূর্ব্বক অভিন্ন করিয়া দেওয়াই রুষের অভিপ্রায় কিন্তু ফিন্‌ল্যাণ্ডের ভিন্নতা যে একটা সত্য পদার্থ; রাশিয়ার সুবিধার কাছে সে আপনাকে বলি দিতে চায় না। এই ভিন্নতাকে যথোচিত উপায়ে বশ করিতে চেষ্টা করা চলে, এক করিতে চেষ্টা করা হত্যা করার মত অন্যায়। আয়র্লণ্ডকে লইয়াও ইংলণ্ডের সেই সঙ্কট। সেখানে সুবিধাৰ সঙ্গে সত্যের লড়াই চলিতেছে। আজ পৃথিবীর নানা স্থানেই যে এই সমস্যা দেখা যাইতেছে তাহার একমাত্র কারণ সমস্ত পৃথিবীতেই একটা প্রাণের বেগ সঞ্চারিত হইয়াছে।

"আমাদের বাংলা দেশের সমাজের মধ্যে সম্প্রতি যে, ছোট খাট একটি বিপ্লব দেখা দিয়াছে তাহার মূল কথাটি সেই একই। ইতিপূর্ব্বে এ দেশে ব্রাহ্মণ ও শূদ্র এই দুই মোটা ভাগ ছিল। ব্রাহ্মণ ছিল উপরে আর সকলেই ছিল তলায় পড়িয়া।

"কিন্তু যখনি নানা কারণে আমাদের দেশের মধ্যে একটা উদ্বোধন উপস্থিত হইল তখনি অব্রাহ্মণ জাতিরা শূদ্র শ্রেণীর এক সমতল হীনতার মধ্যে একাকায় হইয়া থাকিতে রাজি হইল না। কায়স্থ আপনার যে একটি

বিশেষত্ব অনুভব করিতেছে তাহাতে সে আপনাকে শূদ্রত্বের মধ্যে বিলুপ্ত করিয়া রাখিতে পারে না। তাহার হীনতা সত্য নহে। সুতরাং সামাজিক শ্রেণীবন্ধনের অতি প্রাচীন সুবিধাকে সে চিরকাল মানিবে কেমন করিয়া? ইহাতে দেশাচার যদি বিরুদ্ধ হয় তবে দেশাচারকে পারাভূত হইতেই হইবে। আমাদের দেশের সকল জাতির মধ্যেই এই বিপ্লব ব্যাপ্ত হইবে। কেন না, মূর্চ্ছাবস্থা ঘুচিলেই মানুষ সত্যকে অনুভব করে ; সত্যকে অনুভব করিবামাত্র সে কোন কৃত্রিম সুবিধার দাসত্ববন্ধন স্বীকার করিতে পারে না, বরঞ্চ সে অসুবিধাও অশান্তিকেও বরণ করিয়া লইতে রাজি হয়।

"ইহার ফল কি? ইহার ফল এই যে, স্বাতন্ত্রের গৌরব বোধ জন্মিলেই মানুষ দুঃখ স্বীকার করিয়াও আপনাকে বড় করিয়া তুলিতে চাহিবে। বড় হইয়া উঠিলে তখনি পরস্পরের মিলন, সত্যকার সামগ্রী। দীনতার মিলন অধীনতার মিলন, এবং দায়ে পড়িয়া মিলন গোঁজামিলন মাত্র।

'মনে আছে আমারই কোনো ব্যাকরণ-ঘটিত প্রবন্ধ লইয়া একবার সাহিত্য পরিষৎ সভার এমন একটি আলোচনা উঠিয়াছিল যে বাংলা ভাষাকে যতদূর সম্ভব সংস্কৃতের মত করিয়া তোলা উচিত—কারণ তাহা হইলে গুজরাটি মারাঠা সকলেরই পক্ষে বাংলা ভাষা সুগম হইবে।

"অবশ্য একথা স্বীকার করিতেই হইবে বাংলা ভাষার যে একটি নিজত্ব আছে অন্য দেশবাসীর পক্ষে বাংলা ভাষা বুঝিবার সেইটেই প্রধান বাধা। অথচ বাংলা ভাষার যাহা কিছু শক্তি যাহা কিছু সৌন্দর্য্য সমস্তই তাহার সেই নিজত্ব লইয়া। আজ ভারতের পশ্চিতম প্রান্তবাসী গুজরাটি বাংলা পড়িয়া বাংলা সাহিত্য নিজের ভাষায় অনুবাদ করিতেছে। ইহার কারণ এনয় যে বাংলা ভাষাটি সংস্কৃতের কৃত্রিম ছাচে ঢালা সর্ব্বপ্রকার বিশেষত্ব-বর্জ্জিত সহজ ভাষা। সাঁওতাল যদি বাঙালী পাঠকের কাছে তাহার লেখা চলিত হইবে আশা করিয়া নিজের ভাষা হইতে সমস্ত সাঁওতালিত্ব বর্জ্জন করে তবেই কি তাহার সাহিত্য আমাদের কাছে আদর পাইবে? কেবল ঐ বাধাটুকু দূর করার পথ চাহিয়াই কি আমাদের মিলন প্রতীক্ষা করিয়া বসিয়া আছে।

"অতএব, বাঙ্গালী বাংলা ভাষার বিশেষত্ব অবলম্বন করিয়াই সাহিত্যের যদি উন্নতি করে তবেই হিন্দিভাষীদের সঙ্গে তাহার বড় রকমের মিলন হইবে। সে যদি হিন্দুস্থানীদের সঙ্গে সস্তায় ভাব করিয়া লইবার জন্য হিন্দির ছাদে বাংলা লিখিতে থাকে তবে বাংলা সাহিত্য অধঃপাতে যাইবে এবং কোনো হিন্দুস্থানী তাহার দিকে দৃকপাতও করিবে না। আমার বেশ মনে আছে অনেকদিন পূর্ব্বে একজন বিশেষ বুদ্ধিমান শিক্ষিত ব্যক্তি আমাকে বলিয়াছিলেন, বাংলা সাহিত্য যতই উন্নতিলাভ করিতেছে ততই তাহা আমাদের জাতীয় মিলনের পক্ষে অন্তরায় হইয়া উঠিতেছে। কারণ সে সাহিত্য যদি শ্রেষ্ঠতা লাভ করে তবে ইহা মরিতে চাহিবে না—এবং ইহাকে অবলম্বন করিয়া শেষ পর্য্যন্ত বাংলা ভাষা মাটি কাম্‌ড়াইয়া পড়িয়া থাকিবে। এমন অবস্থায় ভারতবর্ষে ভাষার ঐক্য সাধনের পক্ষে সর্ব্বাপেক্ষা বাধা দিবে বাংলা ভাষা। অতএব বাংলা সাহিত্যের উন্নতি ভারতবর্ষের পক্ষে মঙ্গলকর নহে। সকল প্রকার ভেদকে ঢেঁকিতে কুটিয়া একটা পিণ্ডাকার পদার্থ গড়িয়া তোলাই যে জাতীয় উন্নতির চরম পরিণাম তখনকার দিনে ইহাই সকল লোকের মনে জাগিতেছিল। কিন্তু আসল কথা বিশেষত্ব বিসর্জ্জন করিয়া যে সুবিধা তাহা দু'দিনের ফাঁকি—বিশেষত্বকেই মহত্বে লইয়া গিয়া যে সুবিধা তাহাই সত্য।

"আমাদের দেশে ভারতবর্ষীয়দের মধ্যে রাষ্ট্রীয় ঐক্য লাভের চেষ্টা যখনি প্রবল হইল, অর্থাৎ যখনি নিজের সত্তা সম্বন্ধে আমাদের বিশেষভাবে চেতনার উদ্রেক হইল তখনি আমরা ইচ্ছা করিলাম বটে মুসলমানদিগকেও আমাদের সঙ্গে এক করিয়া লই, কিন্তু তাহাতে কৃতকার্য্য হইতে পারিলাম না। এক করিয়া লইতে পারিলে আমাদের সুবিধা হইতে পারিত বটে, কিন্তু সুবিধা হইলেই যে এক করা যায় তাহা নহে। হিন্দু মুসলমানের মধ্যে যে একটি সত্য পার্থক্য আছে তাহা ফাঁকি দিয়া উড়াইয়া দিবার জো নাই। প্রয়োজন সাধনের আগ্রহবশতা সেই পার্থক্যকে যদি আমরা না মানি তবে সেও আমাদের প্রয়োজনকে মানিবে না।

"হিন্দু মুসলমানের মধ্যে সকল দিক দিয়া একটা সত্যকার ঐক্য জন্মে নাই বলিয়াই রাষ্ট্রনৈতিক ক্ষেত্রে

তাহাদিগকে এক করিয়া তুলিবার চেষ্টায় সন্দেহ ও অবিশ্বাষের সুত্রপাত হইল। এই সন্দেহকে অমূলক বলিয়া উড়াইয়া দিলে চলিবেনো। আমরা মুসলমানকে যখন আহ্বান করিয়াছি তখন তাহাকে কাজ উদ্ধারের সহায় বলিয়া ডাকিয়াছি, আপন বলিয়া ডাকি নাই। যদি কখনো দেখি তাহাকে কাজেৰ জন্য আর দরকার নাই তবে তাহাকে অনাবশ্যক বলিয়া পিছনে ঠেলিতে আমাদের বাধিবে না। তাহাকে যথার্থ আমাদের সঙ্গী বলিয়া অনুভব করি নাই, আনুসঙ্গিক বলিয়া মানিয়া লইয়াছি। যেখানে দুই পক্ষের মধ্যে অসামঞ্জস্য আছে সেখানে যদি তাহারা শরিক হয়, তবে কেবল ততদিন পর্য্যন্ত তাহাদের বন্ধন থাকে যতদিন বাহিরে কোনো বাধা অতিক্রমের জন্য তাহাদের একত্র থাকা আবশ্যক হয়,—সে আবশ্যকটা অতীত হইলেই ভাগবাটোয়ারার বেলায় উভয় পক্ষেই ফাঁকি চলিতে থাকে।

"মুসলমান এই সন্দেহটি মনে লইয়া আমাদের ডাকে সাড়া দেয় নাই। আমরা দুই পক্ষ একত্র থাকিলে মোটের উপর লাভের অঙ্ক বেশী হইবে বটে কিন্তু লাভের অংশ তাহার পক্ষে বেশী হইবে কিনা, মুসলমানের সেইটেই বিবেচ্য। অতএব মুসলমানের এ কথা বলা অসঙ্গত নহে যে আমি যদি পৃথক থাকিয়াই বড় হইতে পারি তবেই তাহাতে আমার লাভ।

"কিছুকাল পূর্ব্বে হিন্দু মুসলমানের মধ্যে এই স্বাতন্ত্র্য অনুভূতি তীব্র ছিল না। আমার এমন এক রকম করিয়া মিলিয়া ছিলাম যে আমাদের মধ্যেকার ভিন্নতাটা চক্ষে পড়িতনা। কিন্তু স্বাতন্ত্র্য-অনুভূতির অভাবটা একটা অভাব মাত্র, ইহা ভাবাত্মক নহে। অর্থাৎ আমাদের মধ্যে সত্যকার অভেদ ছিল বলিয়াই যে ভেদ সম্বন্ধে আমরা অচেতন ছিলাম তাহা নহে—আমাদের মধ্যে প্রাণশক্তিক অভাব ঘটিয়াছিল বলিয়াই একটা নিশ্চেতনতায় আমাদিগকে অভিভূত করিয়াছিল। একটা দিন আসিল যখন হিন্দু আপন হিন্দুত্ব লইয়া গৌরব করিতে উদ্যত হইল। তখন মুসলমান যদি হিন্দুর গৌরব মানিয়া লইয়া নিজেরা চুপ চাপ পড়িয়া থাকিত তবে হিন্দু খুব খুসি হইত সন্দেহ নাই, কিন্তু যে কারণে হিন্দুর হিন্দুত্ব উগ্র হইয়া উঠিল সেই কারণেই মুসলমানের মুসলমানি মাথা তুলিয়া উঠিল। এখন সে মুসলমানরূপেই প্রবল হইতে চায়, হিন্দুর সঙ্গে মিশিয়া গিয়া প্রবল হইতে চায় না।

"এখন জগত জুড়িয়া সমস্যা এ নহে যে, কি করিয়া ভেদ ঘুচাইয়া এক হইব—কিন্তু কি করিয়া ভেদ রক্ষা করিয়াই মিলন হইবে। সে কাজটা কঠিন—কারণ, সেখানে কোনো প্রকার ফাঁকি চলে না, সেখানে পরস্পরকে পরস্পরেৰ জায়গা ছাড়িয়া দিতে হয়। সেটা সহজ নহে, কিন্তু যেটা সহজ সেটা সাধ্য নহে ; পরিণামের দিকে চাহিলে দেখা যায় যেটা কঠিন সেটাই সহজ।

"আজ আমাদের দেশে মুসলমান স্বতন্ত্র থাকিয়া নিজেয় উন্নতি সাধনের চেষ্টা করিতেছ। তাহা আমাদের পক্ষে যতই অপ্রিয় এবং তাহাতে আপাতত আমাদের যতই অসুবিধা হউক, একদিন পরস্পরের যথার্থ মিলন সাধনের ইহাই প্রকৃত উপায়। ধনী না হইলে দান করা কষ্টকর;—মানুষ যখন আপনাকে বড় করে তখনি আপনাকে ত্যাগ করিতে পারে। যত দিন তাহার অভাব ও ক্ষুদ্রতা ততদিন তাহার ঈর্ষা ও বিরোধ। ততদিন যদি সে আর কাহারো সঙ্গে মেলে তবে দায়ে পড়িয়া মেলে—সে মিলন কৃত্রিম মিলন। ছোট বলিয়া আত্মলোপ করাটা অকল্যাণ, বড় হইয়া আত্মবিসর্জ্জন করাটাই শ্রেয়।

"আধুনিক কালের শিক্ষার প্রতি সময় থাকিতে মনোযোগ না করায় ভারতবর্ষের মুসলমান হিন্দুর চেয়ে অনেক বিষয়ে পিছইয়া পড়িয়াছে। সেখানে তাহাকে সমান হইয়া লইতে হইবে। এই বৈষম্যটি দূর করিবার জন্য মুসলমান সকল বিষয়েই হিন্দুর চেয়ে বেশি দাবি করিতে আরম্ভ করিয়াছে। তাহাদের এই দাবিতে আমাদের আন্তরিক সম্মতি থাকাই উচিত। পদ-মান শিক্ষার তাহারা হিন্দুর সমান হইয়া উঠে ইহাই হিন্দুর পক্ষে মঙ্গলকর।

"বস্তুত বাহির হইতে যেটুক পাওয়া যাইতে পারে যাহা অন্যের নিকট প্রার্থনা করিয়া পাওয়া যায় তাহার একটা সীমা আছেই। সে সীমা হিন্দু মুসলমানের নিকট প্রায় সমান। সেই সময়ে যত দিন পর্য্যন্ত না পৌছানো যায় ততদিন মনে একটা আশা থাকে বুঝি সীমা নাই, বুঝি এই পথেই পরমার্থ লাভ করা যায়। তখনই সেই পথের পাথেয় কার একটু বেশি জুটিয়াছে কার একটু কম তাই লইয়া পরস্পর ঘোৰতর ঈর্ষা বিরোধ ঘটিতে থাকে।

"কিন্তু খানিকটা দূরে গিয়া স্পষ্টই বুঝিতে পারা যায় যে নিজের গুণে ও শক্তিতেই আমার নিজের স্থায়ী মঙ্গল

সাধন করিতে পারি। যোগ্যতা লাভ ছাড়া অধিকার লাভের অন্য কোনো পথ নাই। এই কথাটা বুঝিবার সময় যত অবিলম্বে ঘটে ততই শ্রেয়। অতএব অন্যের আনুকূল্যলাভের যদি কোনো স্বতন্ত্র সীধা রাস্তা মুসলমান আবিষ্কার করিয়া থাকে তবে সে পথে তাহাদের গতি অব্যাহত হউক্। সেখানে তাহাদের প্রাপ্যের ভাগ আমাদের চেয়ে পরিমাণে বেশি হইতেছে বলিয়া অহরহ কলহ করিবার ক্ষুদ্রতা যেন আমাদের না থাকে। পদ মানের রাস্তা মুসলমানের পক্ষে যথেষ্ট পরিমাণে সুগম হওয়াই, উচিত—সে রাস্তার শেষ গম্যস্থানে পৌছিতে তাহাদের কোনো বিলম্ব না হয় ইহাই যেন আমরা প্রসন্ন মনে কামনা করি।

"কিন্তু এই যে বাহ্য অবস্থার বৈষম্য ইহার' পরে আমি বেশি ঝোঁক দিতে চাইনা—ইহা ঘুচিয়া যাওয়া কিছুই শক্ত নহে। যে কথা লইয়া এই প্রবন্ধে আলোচনা করিতেছি তাহা সত্যকার স্বাতন্ত্র্য। সে স্বাতন্ত্র্যকে বিলুপ্ত করা আত্মহত্যা করারই সমান।"

বঙ্গদেশৰে সৈতে একে হৈ থাকিব খোজা, আৰু ফাটিব নোখোঁজা অসমীয়াসকলে, আৰু ঘাইকৈ আসামক বঙ্গদেশ, অসমীয়া ভাষাক বঙ্গলা ভাষা, আৰু অপাৰগ পক্ষত "অৰ্দ্ধেন কুৰুতে কাৰ্য্য" মতে গুৱালপাৰক বঙ্গালী কৰিব খোজা বঙ্গালীসকলে আমি ওপৰত তুলি দিয়া কথাবোৰ দ-কৈ মন কৰি চাওক।

একান্ত মিলনতেই যে বল, আৰু বৃহৎ হলেই যে মহৎ হোৱা যায় এইটো কথা অৰ্দ্ধ-সত্য (half-truth)। যত সঁচাসঁচিকৈ পাৰ্থক্য আছে, তাত সুবিধাৰ নিমিত্তে ডাঙৰ দল বান্ধিবৰ লোভত চকু মুদি সেই পাৰ্থক্য লোপ কৰিবলৈ গলে কৃতকাৰ্য্য হোৱা নাযায়। যিটো বাস্তবিকতে পৃথক সেইটোক সম্মান কৰি ৰাখিলেহে মিল ৰাখিব পাৰি।

মানুহে নিজৰ পাৰ্থক্য যেতিয়াই যথাৰ্থভাৱে উপলব্ধি কৰে, তেতিয়াই সি ডাঙৰ হৈ উঠিবলৈ চেষ্টা কৰে ; নিজৰ পাৰ্থক্যৰ ফালে যাৰ কোনো দৃষ্টি নাই মমতা নাই, সি গুৰি-বঠা এৰি দি দহৰে সৈতে একাকাৰ হৈ উটি যায় মাথোন। গুই থকা মানুহৰ ভিতৰত প্ৰভেদ নাথাকে, সাৰ পালেহে প্ৰত্যেকৰ ভিতৰৰ প্ৰভেদ ওলাই পৰে। বিকাশৰ মানেই হৈছে ঐক্যৰ মাজত পাৰ্থক্যৰ বিকাশ। নিজক সম্পূৰ্ণ বিলুপ্ত কৰি আনৰ লগত একেবাৰে মিলি গৈ যি বৰ হোৱা যায় তাক জীয়া বৰ হোৱা নোবোলে ; সি মৰা-শৰ দম মাথোন। যি সৰু হৈও জী থাকিব খোজে সি ডাঙৰ হৈ মৰিব নোখোজে। ক্ষুদ্ৰ ফিন জাতি ৰুচ হৈ গলে ফিনে ৰুচিয়াৰ সকলো সুবিধাৰ অধিকাৰী হব পাৰে, আৰু ৰুচিয়াইও বলেৰে তাকে কৰিবলৈ বিচাৰে, কিন্তু ফিনে নিজৰ ওপৰুৰা-সুবিধা আৰু ৰুচিয়াৰ সুবিধাৰ ওচৰত আত্মবলি দিব নোখোজে। কোনো জাতিৰ প্ৰকৃত ভিন্নতাক এক কৰিবলৈ চেষ্টা কৰা আৰু সেই জাতিক হত্যা কৰিবলৈ চেষ্টা কৰা সমান। বঙ্গালী হৈ বঙ্গদেশৰ "টেনেঞ্চি এক্ট" আৰু তাৰ সুবিধা (?) আৰু বঙ্গভাষাৰ চহকী সাহিত্যৰ সুবিধালৈ লোভ কৰি আত্মসম্মান লোপ আৰু আত্মহত্যা কৰিবলৈ হেঁপাহ কৰা গুৱালপৰীয়া এজন- আদজন অসমীয়া জমিদাৰক এই কথাটো ভাবি চাবলৈ আমি কওঁ।

স্বাতন্ত্ৰ্যৰ গৌৰৱ বোধ জন্মিলেই মানুহে দুখ স্বীকাৰ কৰিও নিজক ডাঙৰ কৰি তুলিবলৈ বিচাৰে। তুমি ডাঙৰ হৈ উঠিলে আন ডাঙৰেৰে সৈতে তোমাৰ যিটো মিল সেইটো হে সত্য মিল। দাৰিদ্ৰ্যৰ মিল, ভিকহুৰ মিল, অধীনতাৰ মিল, হীনতাৰ মিল, গৰজৰ মিল "গোঁজা মিল," মিছা মিল।

আসামক বেঙ্গলৰে সৈতে লগ লগাই ৰাখি, অথচ সুখীয়া হৈ থাকিব খোজা আমাৰ অসমীয়া বন্ধু কেইজনক গোলড্স্মিথৰ ভাষাৰে কওঁ—"unequal combinations should always be avoided because they are disadvantageous to the weaker side."

অসমীয়া ভাষাই নিজস্ব ৰাখি পাৰ্থক্য ৰাখি নিজৰ সৌন্দৰ্য্য ৰাখি উন্নত হৈ মূৰ তুলিলে হে বঙ্গালা ভাষাই তাৰে সৈতে "হেণ্ড চেক" কৰিব ; আত্মবিলোপৰ চেষ্টা কৰি নিজৰ হীনতা প্ৰকাশ কৰিলে নহয়। অসমীয়া ভাষাই নিজৰ "অসমীয়াত্ব" বৰ্জ্জন কৰি সংস্কৃতৰ কৃত্ৰিম সাঁচত নিজক ঢালি বিশেষত্ব-বৰ্জ্জিত হৈ ওলাবলৈ যিসকলে অসমীয়া ভাষাক পৰামৰ্শ দিয়ে তেওঁলোকে, কবিবৰে ভাষাৰ বিষয়ে কোৱা কথা কেইআষাৰ ভাবি চাব যেন।

বিশেষত্ব বিসৰ্জ্জন কৰি যি সুবিধা সি দুদিনৰ ফাঁকি—বিশেষত্বকে মহত্বলৈ লৈ গৈ যি সুবিধা সি সত্য সুবিধা। আজিকালি সেইদেখি গোটেই জগতত এই সমস্যা নহয়

যে কেনেকৈ ভেদ গুচাই এক হমহঁক,—কিন্তু কেনেকৈ ভেদ ৰক্ষা কৰি মিলিমহঁক, এই হে সমস্যা। সৰু বুলি আত্মলোপ কৰাটো অকল্যান, বৰ হৈ আত্মবিসৰ্জ্জন কৰাটো হে শ্ৰেয়। যোগ্যতা লাভ কৰি অধিকাৰ লাভ কৰিবলৈ চেষ্টা কৰাৰ বাহিৰে অধিকাৰ লাভৰ আন বাট নাই। স্বাতন্ত্ৰ্য বিলোপ আৰু আত্মহত্যা সমান।

টৌপনিৰপৰা সাৰ পোৱাৰ প্ৰথমতে মানুহে নিজক অনুভৱ কৰে, তাৰ পিছত হে চাৰিওফালৰ সকলোকে অনুভৱ কৰে। যদি আমি আমাৰ জাতীয় উদ্বোধনৰ প্ৰথম আৰম্ভতেই নিজৰ পাৰ্থক্য প্ৰবলভাৱে উপলব্ধি কৰিব পাৰোঁ, তেন্তে আৰু আমাৰ ভয়ৰ কাৰণ নাই,—সেই সাৰ পোৱাই চাৰিওফালৰ বৃহৎ উপলব্ধিকো জাগ্ৰত কৰি তুলিব ; আমি নিজক পাবৰ লগে লগে সকলোকে পাবৰ আকাঙ্খা কৰিম। আজি গোটেই পৃথিৱীতেই যেনেকৈ প্ৰত্যেক জাতিয়ে নিজৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ নিমিত্তে প্ৰাণপণ কৰি লাগিছে, কোনোমতেই অন্য জাতিৰ লগত বিলীন হব খোজা নাই, সেইদৰেই প্ৰত্যেক জাতিয়ে বৃহৎ মানৱ সমাজৰ লগতো নিজৰ যোগ অনুভৱ কৰিছে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# দেৱযানী।

(স্থান—উপবনৰে আন এডোখৰ)

(ঘোৰাত উঠি যযাতিৰ প্ৰবেশ।)

(পিছে পিছে ঘোৰাত উঠি বিদুষক।)

বিদূষক—হেৰোঁ ৰজা! হেৰোঁ সমনীয়া! মহাৰাজ!
সৰ্গদেও মোৰ! ৰবাঁ ৰবাঁ লাহে লাহে
যোৱাঁ। ফিৰিঙতি ভগা দৰে ভাগিছা নো
কিয়? চুৰ কৰি সৰ্ব্বস্ব যেন কাৰ,
চিঙি তৰা-নৰা, ভিৰাই ধৰিছা লৰ।
যেন মই চোৰৰ পিছত দিছোঁ খেদা
ধৰিবৰ মনে! নধৰোঁ নধৰোঁ হেৰোঁ,
লাহে লাহে যোৱাঁ। বতুৱা তোমাৰ ঘোৰা ,
উচ্চৈশ্ৰৱা মোৰ, অপমান জ্ঞানে নাযায়
শাৰীত তাৰ। ঘোৰাৰো দেহত মান
অপমান জ্ঞান আছে বিদ্যমান।—
ৰোৱাঁ মহাৰাজ ৰোঁৱা! কৰি অনাথিতি
মোক হাবিৰ মাজত, পলালে ৰাজন্
নিশ্চয় স্পৰ্শিব পাপে।—
নোৰোৱাঁ?—বেছ কথা, বল পৰি বামুণ
ইয়াত! ব্ৰহ্মবধ লাগক তোমাত!
[যযাতিয়ে ঘোৰা ৰখাই ৰয়]
যযাতি—কি হেঁ তুমি কেনুৱা বামুণ? পিয়াহত
অন্তে-কণ্ঠে শুকাইছে মোৰ। ভাগৰত
হাৰাশান্তি মই। জল অন্বেষণে লৰিছোঁ
সিহেতু ; পানী খাই তৃষ্ণা কৰোঁ-দূৰ।
আপদ বামুণ! কিয় চিয়ঁৰি পিছত
কৰিছা আমনি? ফেৰু যেন বাঘৰ পিছত।
ঘোৰাশাল মোৰ কৰিছে শুৱনি হাজাৰ
হাজাৰ ঘোৰা ; নুঠি নানি তাৰপৰা
ভাল ঘোৰা এটা, বহুৱা বামুণ! আনিছা
বতুৱা এটা! ধূমকেতুৰ নেজৰ নিচিনা
লাগিছা পিছত মোৰ। —
বিদূষক—থাকোঁ, থাকোঁ, নামাৰিবা গপ। ঘোৰাশাল
নুবুলিবা তাক। গৰ্দ্দভৰ শাল সিটো
নোহে ঘোৰাশাল। উচ্চৈশ্ৰৱা ৰাজী মোৰ,
ইন্দ্ৰৰো বাঞ্ছিত। ত্যজি এনে অশ্বৱৰ,
অধিৰোহি গাধত তোমাৰ, ভদ্ৰলোক
হৈ লাগিছিল আহিব হবলা? গাধ
উদশুই উজুটিক খাই পেলাই বধক
মোক ; দুখুনী বামুণী মোৰ খাই বাঁৰী-ভাত
কটাওক জীৱন ; তেহে সুখ লাগিব
তোমাৰ? নুশুনো তোমাৰ কথা উভনুৱা
ৰজা! মনে মনে থাকাঁ।—
যযাতি—হৈছে! বুজিছোঁ সোপাকে! সামৰা

বকলাখন। পিয়াহত ৰাইজাই গা ;
বহুৱালি লাগে নে কি ভাল এনে সময়ত?—
ৰবাঁ, কূপৰ নিচিনা দেখিছোঁ দূৰৈত
এটা! যাওঁ, চাওঁ, পাব পাৰোঁ পানী।
(যযাতিয়ে কূপৰ কাষলৈ যায় আৰু দেৱযানীক দেখে)
বাঃ! অগণিৰ শিখাৰ সদৃশ কি
জ্বলিছে সিটী! —
দেৱকন্যা? অপ্সৰী কিন্নৰী কিবা কৰে
জলকেলি? অন্ধকাৰ কূপৰ মাজত
সোণৰ পাদুম পাহী! অপৰূপ জ্যোতি!
—আহা কৰিছে ক্ৰন্দন!
খনিৰ তিমিৰ গৰ্ভে হীৰা এডুখৰি
কি হেতু নিবসে? সৰগ-শুৱনী দেৱৰ
নন্দিনী, খহি সৰগৰপৰা তৰাৰ
নিচিনা পৰিছে ভূতলে কিয়? কোন
তুমি অপ্সৰী ললনা, পৰি অন্ধকূপে
কৰিছা বিলাপ? আপোন ইচ্ছাতে আছা
পৰি এই দৰে কিবা? নতু ক্ৰোধবশে?
দুষ্কৰ্ম্মৰ বশবৰ্ত্তীজনে কৰিলে ই কাম
জানো? কোৱাঁ শীঘ্ৰে গুচক সন্তাপ? ৰজা
মই নহুষ নন্দন।—
দেৱযানী—শুনা মহাৰাজ! মই দিওঁ পৰিচয় ;
নিবেদন কৰোঁ মোৰ দুখৰ কাহিনী।
দেৱাসুৰ ৰণত যেতিয়া অসুৰ নিহত
হয়, সঞ্জীবনী বিদ্যাৰ বলেৰে প্ৰদানে
যিজনে প্ৰাণ হত অসুৰক, সিজনৰ
কন্যা মই ;পিতৃ শুক্ৰ মহৰ্ষি প্ৰখ্যাত।
ব্ৰহ্মজ্ঞান-পূত হৃদি তপোবন মাজে
স্নেহৰসে বৰ্দ্ধিতা তনয়া দেৱযানী
নাম মোৰ। নাজানে পিতাই, বনৰ
মাজত ঘটিছে ই দশা মোৰ। মহাৰাজ
মহাবংশ-প্ৰসূত আপুনি, অসামান্য
যশৰ ঈশ্বৰ, শান্ত শিষ্ট প্ৰকৃতিৰে
বিমণ্ডিত বপু! ধৰি মোৰ দক্ষিণ
হস্তক, অন্ধকূপহন্তে উদ্ধাৰোঁ সত্বৰে
মোক! —

(যযাতিয়ে দেৱযানীক ব্ৰাহ্মণ কন্যা জানি তেওঁৰ সোঁ হাতত ধৰি টানি তোলে।)
ধন্য হওক মহাৰাজ! দেৱযানী
হিয়া-ভৰা দিয়ে কৃতজ্ঞতা।—
যযাতি—কৰ্ত্তব্য কৰিলোঁ মই ; ধন্যবাদ নোহোঁ
অধিকাৰী। বিদায় প্ৰাৰ্থক মাত্ৰ তোমাৰ
কাষত, সুবদনি ভাৰ্গৱ-নন্দিনি!
যাওঁ মই আপোন আলয়।—
(যযাতিৰ গমন। পিছে পিছে বিদূষক।)
বিদূষক—বোলোঁ কি হেঁ মহাৰাজ! কলৈ পলাই
গল পানীৰ পিয়াহ? নেদেখিলোঁ মই
দেখোঁ তুমি পিয়া পানী? আহোঁতে তোমাৰ দেখি
ঘোৰাৰ চেকুৰ, ভাবিছিলোঁ বোলোঁ আজি
সাতো সাগৰৰ পানী কৰিবা গণ্ডূষ
অগস্ত্যৰ দৰে। কিন্তু, সৰু কঁকালেৰে সেই
বামুণী ছোৱালী হৰিলে পিয়াহ দেখোঁ?
হৰে যেনে চাকিয়ে এন্ধাৰ। চকুৰে হে
পিলা নে কি পানী? কি ব্যাপাৰ? কি ৰহইচ?
কোৱাঁ বন্ধু, নুবুজিলোঁ একো?—
কিন্তু, সাৱধান মহাৰাজ! ছোৱালীটি
নহয় উলামুলা,—চকু নাক বুধিৰ
ভঁৰাল ; কথাত চেলোৱা লেন ; টেঙৰালি
পেটত অনেক ; চেলাপেটী জোঁ—
যযাতি—কেপ্ কেপাই নাথাকিবা তুমি। মন গা
নাই লগা ভাল। থাকাঁ মনে মনে বোলোঁ।
বিদূষক—(নিজে নিজে) হুঁ! বুজিছোঁ! খেতৰণী লাগিল দেহত
(দুইৰো প্ৰস্থান।)
(ঘূৰ্ণিকা দাসীৰ প্ৰবেশ)
ঘূৰ্ণিকা—কি কৰিছা দেৱযানী অকলৈ ইয়াত?
চকু ৰঙা কি কাৰণে দেখিছোঁ তোমাৰ?
বেজাৰে ঢাকিছে মুখ! কান্দিছা নে তুমি?
শোকাকুলা কিহৰ নিমিত্তে মোৰ চেনেহৰ
মণি? নাযাবৰ দেখি তুমি বিচাৰি
আহিলোঁ মই। কি কৈছে আইটী মোক
কোৱা শীঘ্ৰ কৰি?—

দেৱযানী—কিনো কম তোক হেৰ ঘূৰ্ণিকা বাইটী,
দুখৰ বাতৰি মোৰ! শৰ্ম্মিঠাই মোৰ
কৰিলে ই দশা আজি! যা লৰি পিতৃৰ
সমীপ, ক গৈ সত্বৰে, কি দুৰ্গতি
শৰ্ম্মিষ্ঠাই কৰি থৈছে মোক। কৰি মই
ইহজীৱনত নোসোমাওঁ বৃষপৰ্ব্বা
ৰজাৰ নগৰ।—

(ঘূৰ্ণিকাৰ প্ৰস্থান।)

## গীত।

শূন্য প্ৰাণ কান্দিছে সদায়।
দিৱস নাযায় মোৰ ৰাতি নুপুৱায়।
শাস্ত্ৰজ্ঞান উপদেশে তৃপিতি নহল।
পূজাহ্নিকে অন্তৰৰ আশান্তি নগল।
হৃদয়-বাণত বাজে বিষাদৰ সুৰ।
কি অভাৱ! কি অভাৱ! পূৰ্ণ কত দূৰ?
সেই হাত পৰশনে তীব্ৰ অভাৱৰ
জোঁকাৰ জাগ্ৰত দুৰ্ব্বিসহ দুৰ্নিবাৰ।।

(মহৰ্ষি শুক্ৰৰ প্ৰবেশ। বাৎসল্য ভাৱে শুক্ৰই দেৱযানীক আলিঙ্গন কৰে।)

শুক্ৰ—আই দেৱযানী, শুনিছোঁ সকলো মই ঘূৰ্ণিকাৰ মুখে। আপোনাৰ সুকৃতি
দুষ্কৃতি অনুসৰি সকলোৰে ঘটে
সুখ দুখ সংসাৰত। বোধকৰোঁ তুমি
কৰিছিলা কিবা পাপ আই! ফলত
যিহৰ ঘটিছে তোমাৰ এই দশা।
হেন জানি সোণ মোৰ নকৰিবা শোক।
মলছি চকুৰ পানী আহাঁ যাওঁ ঘৰ।

দেৱযানী—পাপ-ভোগ হক বা নহক দুষ্কৃতি
ফলত, নালাগে সি কথা। শৰ্ম্মিষ্ঠাই
যি কৰিলে মোক, সম্প্ৰতি হে লাগে তাক।
ঘূৰ্ণিকাক মই কইছোঁ বিবৰি ; শুনি
আছা সকলো নিশ্চয়।—
আৰু সঁচাকৈ হে যদি ঠিক শৰ্ম্মিষ্ঠাৰ
কথা, যি কলে আগত মোৰ, তেন্তে পিতা
দেৱ! নকৰি পলম, এতিয়াই ক্ষমা
মগা উচিত তোমাৰ শৰ্ম্মিষ্ঠাৰ কাষত।
ঘৃণিত স্তাৱক তুমি তাইৰ বাপেকৰ।
প্ৰতিগ্ৰহ উপজীবী তুমি। কত আছা
শুনি—পৰ অন্ন ভোজী স্তাৱক সন্তানে
কৰে অপমান প্ৰভু নন্দিনীক? দণ্ড
তাৰ, নিশ্চিত বিধান।—

শুক্ৰ—বৎসে দেৱযানি! স্তাৱক বা প্ৰতিগ্ৰহজীবী
নহয় জনক তোৰ। নহয় পিতাৰ
তোৰ কাৰো চাটুকাৰ। স্তৱ স্তুতি আনে
কৰে মোক। বল মোৰ পৰব্ৰহ্ম
অচিন্ত্য নিৰ্দ্বন্দ ; স্তাৱক তেওঁৰ মই,
নহওঁ আনৰ। স্তুতি পাত্ৰ মোৰ জগজীৱ
জগত-জনক ; নোহে ক্ষুদ্ৰ নৰ।
বৃষপৰ্ব্বা ইন্দ্ৰ আৰু নহুষ আত্মজে
জানে এই কথা।—
আৰু শুন দেৱযানী শাস্ত্ৰৰ ব্যৱস্থা,—
ক্ষমাগুণে তিৰস্কাৰ উপেক্ষে যিজনে
বিশ্বচৰাচৰ এই কৰায়ত্ত তাৰ।
উত্তেজিত ক্ৰোধক নিগ্ৰহি যিজনে
ৰাখিব পাৰে টানি বাঘজৰী,
উত্তেজিত অশ্বক যিমতে, সাধু সবে
তাক যথাৰ্থ সাৰথি বুলি প্ৰশংসে
সদায়। ক্ষমা-বাৰি সিঁচি নুমায় যিজনে
উদ্রিক্ত ক্ৰোধৰ অগ্নি জিনে জানা তেওঁ
স্থাৱৰ-জঙ্গমাত্মক বিচিত্ৰ জগৎ।
সাপে মোট পেলোৱাৰ দৰে পেলায়
ক্ৰোধৰ মোট যিজন পুৰুষে, পণ্ডিত
সকলে সৎপুৰুষ বোলে তাক। ক্ৰোধাবেগ
সম্বৰি যিজনে তিৰস্কাৰ পাৰে উপেক্ষিব,
হৈ সন্তাপিত আনক নকৰে তপ্ত,

তেনেজনে মাত্র সর্ব্ব-অর্থ-সিদ্ধি লাভ
কৰে। শত বর্ষ ধৰি যিজনে প্রতিমা
পূজে, কৰি আছে যজ্ঞ অনুষ্ঠান, নহয়
সমান তেওঁ অক্রোধীজনৰ ; ক্রোধহীন
শ্রেষ্ঠতৰ অতি। বিবেকৰ অভাৱত পৰি
কৰে ক্রোধ বালক বালিকা, প্রাজ্ঞজনে
নকৰে সিমত। সেইদেখি দেৱযানী
পৰিহৰি ৰোষ, সমাহিত চিত্তে আহাঁ
ঘৰলৈ তোমাৰ।

দেৱযানী—শুনা পিতৃ কওঁ মই স্বৰূপ বচন।
বালিকা নিশ্চয় মই কম বয়সীয়া।
কিন্তু, ধর্ম্ম-মর্ম্ম বিবেচিব নোহোঁ অসমর্থ।
বলাবল পৰিজ্ঞান, ক্রোধৰ ক্ষমাৰ,
কৰিবলৈ নহওঁ অক্ষম মই। কিন্তু,
শিষ্য হৈ অশিষ্যৰ দৰে আচৰে যিজনে,
মঙ্গলার্থী নক্ষমে কদাপি তাক। সেই
হেতু হে পিতঃ! হে তাত! মোৰ, ভ্রষ্টাচাৰ
এই দেশে বাস নাই অভিলাষ। চর্চ্চা
কৰি ব্যৱহাৰ আৰু কৌলীন্যাদি, পৰনিন্দি
কটায় সদায় কাল, এনে লোক নিবসে
যি স্থানে, অযুগুত সি স্থানে নিবাস।
অযুগুত সংসর্গক কৰা তাদৃশ
পাপিষ্ঠ সঙ্গে। যি স্থানত কৰিলে বসতি,
কৌলীন্যৰ গৌৰব নিখুঁত, শ্রেয়ঃকল্প
সি স্থানত বাস।—
পিতাদেউ! শর্ম্মিষ্ঠাৰ বাক্যানলে দহিছে
হৃদয় মোৰ। নোৱাৰোঁ সহিব আৰু
মই! নোলায় মুখত আৰু কথা। নকওঁ
সৰহ।—কিন্তু, হত্যভাগ্য যিজন মানুহে
যৎকিঞ্চিৎ লাভ আশা কৰি উপাসে
ধনীক, মৃত্যু তাৰ শ্রেষ্ঠ বহুগুণে—

(আৰ কাপোৰ।)

---

# “গৰম পানী”।

যোৱা দীঘলীয়া বন্ধত গোলাঘাটলৈ গৈছিলোঁ। গোলাঘাটত বেছি চাবলগীয়া ঠাই নাই, কিন্তু নগৰৰপৰা ১২ মাইল মান দূৰত এডোখৰ বৰ মনোহৰ আৰু চাবলগীয়া ঠাই আছে ; তাৰ নাম গৰম-পানী। গতিকে গোলাঘাট পায়েই সেই ঠাইলৈ যাবৰ মন কৰিলোঁ। তেতিয়া তালৈ যোৱা বতৰ নহয় আৰু যাবলৈ ভালেমান অসুবিধা বুলি বহুতে আমাৰ লগত যাবলৈ নোলাইছিল। শেষত আমি ১২।১৩ জন গেটখাই অলপ অলপ পঁচা তুলি গাড়ী কেৰেয়া কৰি আৰু খোৱা-বোৱা কৰিবলৈ সঁজুলি গোটাই, ৰাতি দহমান বজাত গৰম-পানীলৈ যাত্রা কৰিবলৈ বন্দবস্ত কৰিলোঁ। এটাইকেজন দহ বজাৰ আগেয়ে গোট খাবৰ কথা থকাতো কেবাজনেও “নেটীভ্ পংচুৱেলিটি” (native punctuality) মতে হে চলিলে। নিশা ১১ মান বজাত হে আমাৰ গাড়ী এৰিলে। বাটত ৰং তামাচা কৰি যাবলৈ তাচ ডুগি-ডাইনা খুটিতাল, মৃদঙ্গ ইত্যাদি লোৱা হৈছিল। আমাৰ লগৰ দুজনমান “চেঙেলী” “গ্রেবো,” “মেমচুৰি” ইত্যাদি খেলত লাগি গল আৰু আন কেজন গান বাজনাৰ মজলিচত সোমাল। গান শতকৰা ৯০ টা বঙলা হে গোৱা হৈছিল। বেলিয়ে পতি বঙলা গান শুনি আমনি লাগিলত মই মাজৰপৰা লাহেকৈ মাত লগালোঁ, “ডাঙৰীয়াসকল, অসমীয়া গান এটি ধৰকচোন।” এজনে ঘপ কৰে শুধিলে, “অসমীয়া গান আছে জানো? আন এজনে বিদ্রূপৰ হাঁহি এটি মাৰি কলে “আছোঁতে হওঁতে আছে ; পিছে এইবোৰ বঙ্গালাৰ অনুবাদ ; বঙলা গানবোৰ শুনিবলৈ কেনে মিঠা, কেনে মনোহৰ।” তেনেতে মই কলোঁ, “কিয়, আজিকালি অসমীয়া গান ভালে মান ওলাইছে দেখোন, আৰু আমাৰ আগৰ দিনৰ বঢ়িয়া বঢ়িয়া নাম আৰু গান আছে।” আমাৰ ভিতৰৰ গান-বাজনাত ৰুচি থকা এজনে মাত লগালে “এৰা, আজিকালি অসমীয়া গান ভালেমান ওলাইছে ; পিছে সুৰবোৰ উলিয়াব নোৱাৰোঁ দেখোন। কিবা টিম-তেতেলি, খাম্বাজ-মিছিৰী। এইবোৰ গোৱা থাকক সাপেই নে বেঙেই ততেই ধৰিব নোৱাৰোঁ।” কথাটো শুনি মোৰ হাঁহি উঠিল আৰু মই কলোঁ, “আপোনাসকলে বঙ্গলা গান সুন্দৰকৈ গাব পাৰে ; অসমীয়া গান বাজনা চর্চ্চা নকৰে

কিয়? সুৰ ৰাগিণীবোৰ শিকোঁতে সৰহ দিন নেলাগে। আমাৰ সভা সমিতি উৎসৱ আদিত অসমীয়া গান গাওঁতা মানুহেই নোলায়। ই বেজাৰৰ কথা নহয় নে বাৰু?" তাৰ পিছত অসমীয়া গান অলপ জনা এজনে দুটামান বৰ্‌গীয়াকৈ গালে। এজনে আকৌ শঙ্কৰদেৱৰ অতি মধুৰ গীত এটি গাই সকলোকে মোহিত কৰিলে। সকলোৱে "ব্ৰেভ" "এক্‌চেলেণ্ট্" "আঁকুৰ্" বুলিবলৈ তত হেৰাল।

এইদৰে এখন গাড়ীত গানৰ আৰু আন এখনত তাচৰ মজলিচ হৈ গৈছিল। কিন্তু আমি এখন্তকো বাট-পথৰ ভয়ঙ্কৰ অৱস্থা বা কথা নেপাহৰিছিলোঁ। আমি যোৱা বাটৰ দুই কাষে প্ৰকাণ্ড হাবি, বাঘ, ভালুক, হাতী মহেৰে ভৰা গভীৰ অৰণ্য। কৃষ্ণপক্ষৰ এন্ধাৰ ৰাতি ; গোটেই জগৎ নিমাত। ওপৰত আকাশ আৰু তলত অৰণ্যৰ বাহিৰে একো দেখা নগল। যদিও কেজনমানে "কুচ পৰোৱা নাই" "কিহৰ ভয়?" ইত্যাদি কথাৰে বাহিৰে দম্ভ দেখুৱাইছিল তথাপি আমাৰ এটাইকেজনৰ অন্তৰত বাৰুকৈয়ে ভয় সোমাইছিল। আমাৰ লগত যোৱা ডাক্তৰী পঢ়া ভদ্ৰলোক এজনে আমাৰ বুকৰ টিপ-টিপনি প্ৰমাণ কৰি চালে। চাওঁতে চাওঁতে আমাৰ ভয়ৰ প্ৰত্যক্ষ কাৰণ দেখা গল। আমাৰ গাড়ীৰ পাছফালে পোৱামাইল মান দূৰত এহাল বাঘ লাহে লাহে অহা দেখিলোঁ। আমাৰ ধাতু উৰিল ; টানত পৰি ৰাম বুলিব লগা হল। বাঘ আমাৰ পাছে পাছে আহিবই লাগিছে। কি কৰোঁ নিৰুপায়। গাড়ী খৰকৈ চলালেও বাঘে গম পায় বুলি আশঙ্কা। বহুত বেলিৰ মূৰত আমাৰ মুখলৈ পানী আহিল ; বাঘহালে আমাৰ প্ৰতি কৰুণা কৰি হবলা লাহেকৈ হাবিলৈ সোমাই গল। আমাৰ লগৰ ডাক্তৰজনে আকৌ আমাৰ টিপ-টিপনি চালে। কিন্তু যদিও আমি এই সঙ্কটৰ হাত সাৰিলোঁ তথাপি আকৌ হাতী বা বাঘ লগ পাওঁ বুলি এটাইৰে মনত অলপ ভয় হল। আৰু অলপ দূৰ যাওঁতে আৰু এটা বিপদে দেখা দিলে। আমাৰ গাড়ীৰ ২৫ টাঁৰ মানৰ আগত বনৰীয়া হাতী এটা গুজুং-গুজুংকৈ যোৱা দেখি আমাৰ বুকু কঁপিবলৈ ধৰিলে। হাতীটো হাবিলৈ সোমাই যাব বুলি ভাবি আছোঁ, নেযায় ; আমি ভাবিলোঁ গতি বিষম। কিন্তু অলপ পাছতে আমাৰ ভাগ্যৰ গুণতেই হওক বা ঈশ্বৰৰ কৃপাতেই হওক, হাতীটো লাহেকৈ হাবিমুৱা হল। এইদৰে দুটা অপায়ৰপৰা সাৰিলোঁ। আমাৰ এজনে মাত লগালে, "আমাৰ যাত্ৰাই অশুভ আছিল বুজিলোঁ।" সি যি হওক, আকৌ আমি নিজ নিজ মজলিচত সোমাই গলোঁ। লাহে লাহে পৃথিৱীৰ গাৰপৰা এন্ধাৰৰ ঢাকনি আঁতৰিবলৈ ধৰিলে; লাহে লাহে পুব ফালে উষা-ৰাণীয়ে চুচুক-চামাককৈ ওলাই মিচিকীয়া হাঁহি মাৰি সকলোৰে মন পুলকিত কৰিলে। উষা-ৰাণীয়ে ইমান সঙ্কটৰপৰা আমাক তাৰিবলৈ ওলোৱাহি দেখি আমি পেটে সমন্নিতে তেওঁৰ শলাগ ললোঁ। আৰু এই সকলো কাৰণৰে মূল কাৰণ পৰমপিতা পৰমেশ্বৰৰ পবিত্ৰ নাম ললোঁ। লাহে লাহে গৰমপানী ওচৰ চাপি আহিল। বসুধাৰ গা এন্ধাৰত ঢাকনিৰ ঠাইত পোহৰৰ ঢাকনিয়ে ছাতি ধৰিলেহি। যি গছ-গছনিয়ে যোৱা নিশা আমাৰ মন ভয় আৰু আশঙ্কাৰে পূৰাইছিল সেই গছ-গছনি এতিয়া আমাৰ আনন্দ আৰু উলাহৰ কাৰণ হল। আমাৰ এটাইকেজনৰ মুখ আশা, চেতনা আৰু প্ৰফুল্লতাৰ জল্‌জলীয়া ৰেখাৰে উজলি উঠিল। গৰমপানী পাবলৈ আৰু আধা মাইলমান মাথোন আছে ; তাৰ ওখ গছ-গছনিবোৰ ৰিণিকি ৰিণিকি দেখা গৈছে। গাড়োৱানক গাড়ী যিমান পাৰে খৰকৈ চলাবলৈ কলোঁ ; আমাৰ লগৰ দুজনে স্ফূৰ্ত্তিত নিজেই গাড়ী চলোৱাৰ ভাৰ ললে। ঘোৰা-গাড়ীৰ বেগেৰে আহি গাড়ী তৎক্ষণাৎ গৰমপানী পালেহি। আমি গাড়ীৰপৰা নামি ঘৰ এটালৈ বস্তু বেহানিবোৰ নিয়ালোঁ। পোনেই গৈ হাতমুখ ধুই চাহ খোৱাৰ দিহা কৰিলোঁ। চাহ পানী খাই গৰমপানী আৰু ফটাশিল চাবলৈ বৰ হেঁপাহেৰে ওলালোঁ। তালৈ যোৱা বাটটো বৰ বৰ জোকেৰে ভৰা আৰু দুইয়োকাষে প্ৰকাণ্ড হাবি থকা বাবে এটায়ে হাতত একোডাল লাঠি ললোঁ আৰু গুদা ভৰিৰে যাবলৈ ওলালোঁ। ডাক-বঙলাৰ চকিদাৰটোৱে আমাক বাট দেখুৱাই আৰু ঠাই চিনাই নিবলৈ গাত ললে। এইদৰে আমি বুকুত সাহ বান্ধি ঈশ্বৰক চিন্তি নিমাত, নিজান হাবি বননিৰ মাজেদি এড্‌ভেন্‌চৰলৈ ওলোৱাৰ দৰে যাবলৈ ওলালোঁ। গৰম-পানীলৈকে সেই ডোখৰ বাটত জোক আৰু হাবি বেছি নাই, গতিকে সেই ডোখৰ নিৰাপদে গৈ অলপ পাছতে গৰমপানী পালোগৈ। গৰমপানী বিশেষ এডোখৰ ঠাইৰ নাম নহয়, সেই গোটেই ডোখৰ ঠাইকে গৰমপানী বোলে। ঠাইখন বোধকৰোঁ আগ্নেয় পৰ্ব্বতৰ ধৰণৰ (Volcanic)। নহলে তাত নিশ্চয় গুং বা খনি আছে। এইকথা হেলো কেবাবাৰো প্ৰমাণ কৰি চোৱা হৈছে, কিন্তু এতিয়ালৈকে

একো সিদ্ধান্ত হোৱাহি নাই। বহুতে-বোধ কৰোঁ গৰমপানীৰ নামকে শুনা নাই। ই সঁচাকৈ চাবলগীয়া ঠাই। ঠাইখন সমভূমিৰ নিচিনা নহয়; পৰ্ব্বতৰ দৰে ওখ চাপৰ। তাৰ মাটি পৰ্ব্বতৰ মাটিৰ দৰে টান আৰু ইটা বৰণীয়া। ঠায়ে ঠায়ে অলপ আঁতৰত পুখুৰীৰ দৰে কিছু ডাঙৰ ডাঙৰ গাঁত আছে; সকলো পুখুৰীৰ পানীৰ গুণ একেই। আমি এটাত লাহে লাহে নামিলোঁ; সেই সময়ত তাত পানী সৰহ নাই, আমাৰ এৰেকাল মান হে হৈছিল। পানীবোৰ উতলা পানীৰ দৰে তপত নহয়, মাত্র উমা উমা গৰম। সেইদেখিয়েই তাৰ গৰমপানী নাম হৈছে। পানীত হাত ভৰি গা-পা অনায়াসে ধুব পাৰি কিন্তু খাব নোৱাৰি। আমাৰ লগত যোৱা সৰু লৰা এটিৰ গাত খহু থকা বাবে তাত গা ধুলে, কাৰণ তাত গন্ধক থকা দেখি সি খহু-কাৰলৈ বৰ উপকাৰী। তাৰ পিছত আমি দিয়েশলাই কাঁঠী এটা মাৰি পানীৰ ওচৰত দি চালোঁ; দিয়া মাত্রকে হালধীয়া বৰণেৰে আৰু বেয়া গোন্ধেৰে সৰু জুই একুৰা ওলাল। ওচৰৰ বালিত গাঁত এটা খানি তাত দিয়েশলাই কাঠী দিলতো তেনেকুৱাই দেখা গল। তাৰপৰা অনুমান কৰিলোঁ যে তাত থকা গেচ্ টো "হাইড্রজন্ চলফাইড্ বা চলফেৰেটেড্ হাইড্রজন্।" সকলো পুখুৰীৰ গুণ একেই দেখিলোঁ। পানীবোৰ বোধকৰোঁ মাটিৰ তলৰপৰা ওলোৱা "হট্স্পৃং।" নগাওঁ জিলাতো বোলে এনেকুৱা স্পৃং কিছুমান আছে; সেইবোৰৰ কথা ব্ৰণচন্ চাহাবে তেওঁৰ "Descriptive account of Assam " অত এনেকৈ লেখিছে, "ভাৰতৰ আন আন ঠাইৰ এনেকুৱা স্পৃংবোৰ যেনেকৈ পবিত্ৰ বুলি ধৰি লৈছে আসামৰ এই স্পৃং বোৰক তেনেকৈ ধৰি লোৱা নাই; আৰু ইয়াৰ পানী দৰব-জাতিৰ বাবে উপযোগী বুলি বিখ্যাত নহয়।"

তন্ন তন্ন কৈ গৰম-পানী চাই আৰু এটি মনমোহা দৃশ্য চাবলৈ ওলালোঁ, তাৰ নাম ফটাশিল। কাঁইটৰ মাজত হে গোলাপ ফুল আৰু সুমথিৰা টেঙা থাকে, ঘিণলগা জোকেৰে ভৰা দুৰ্গম বাট আৰু বনৰীয়া হাতী বাঘ ইত্যাদি থকা গভীৰ অৰণ্যৰ মাজত এই সুন্দৰ মনোমুগ্ধকৰ দৃশ্যটি বিৰাজি আছে! তালৈ যাওঁতে আমি যি বাধা বিঘিনি অতিক্ৰম কৰিব লগা হলোঁ তাক জনমতো নেপাহৰোঁ। গেটেই বাটটোত চেনিজোক ঢেলাপেটীজোক আদি সকলো বিষয় জোক মাটি জুখি জুখি লি-লিয়াই ফুৰিছে। দেওদি দেওদি লৰ ধৰিব লগা হল, তথাপি জোকবোৰ ভৰিৰ আঙুলিৰ মাজত আঠা লগাদি লাগিবলৈ ধৰিলে। আমাৰ লগত এজনে সৰুৰপৰা জোকলৈ বৰ ভয় কৰিছিল, বাটত তেওঁৰ দুৰ্দ্দশা দেখি হাঁহিও উঠিছিল, সহানুভূতিও হৈছিল। যদিও তাৰ অলপ আগতে পৰীক্ষাত উত্তীৰ্ণ হোৱা বাতৰি পাই উলাহত তেওঁৰ হিয়া নধৰা হৈছিল তথাপি তেওঁ এই বিপদত পৰি 'ই ঔ! আই ঔ!" কৰি তৎ হেৰুৱালে। এইদৰে জোকৰ উৎপাত ভুগি গৈ থাকি এটা হাতী-গড়ৰ ওচৰ পাই অলপ তৰণি পালোঁ। পোনেই গৈ, আমাৰ ভৰিত "ট্রেচ্ পাচ্" কৰা দেখি কিছুমান জোকক প্ৰাণদণ্ড দিলোঁ আৰু কিছুমানক "ওৱাৰ্ণ" কৰি বা সতৰ্ক কৰি মুক্ত কৰি দিলোঁ। আমি কেবাজনেও জনমতো হাতীগড় দেখা নাছিলোঁ; সেইদেখি আমাৰ ভালকৈ চাই লবৰ ধাউতি হল। চাই, কাণ্ড-কাৰ্খানা দেখি তবধ মানিলোঁ; তাত বল, বুদ্ধি আৰু কৌশলৰ প্ৰয়োগ দেখি আমাৰ মানুহক নশলাগি নোৱাৰিলোঁ। হাতীৰ বিষয়ে ভালকৈ জনা এজনে হাতী ধৰাৰ উপায় আদি পুঙ্খানুপুঙ্খৰূপে আমাক বুজাই দিলে। শুনি বৰ ভাল লাগিল। মই ভাবিলোঁ যে যি অসমীয়া মানুহে কানীয়া সোৰোপা আদি বদনাম পাইছে সেই অসমীয়া মানুহেই যে এনে দুষ্কৰ কাম কৰিব পাৰে ই যথাৰ্থতে অনন্দ আৰু আশ্চৰ্য্যৰ কথা। বাস্তবিক আমাৰ মানুহে পলু ৰাখোঁতে, হাতী ধৰোঁতে, আৰু আন আন এনেকুৱা কাম কৰোঁতে যি বিপদলৈ আগ বাঢ়ে আৰু যিমান কষ্ট সহ্য কৰে তাক ভাবিলে তেওঁবিলাকক অন্তৰেৰে সৈতে ধন্যবাদ নিদি নোৱাৰি। সেই কাৰণে মাজে মাজে ভাবোঁ যে অসমীয়া মানুহে কৰোঁ বুলিলে ভালেমান উপকাৰী কাম কৰিব পাৰে। প্ৰকৃতিয়ে তেওঁবিলাকক সকলো সজুলি সকলো সৰঞ্জাম দিছে, সেইবোৰ ভালকৈ খটাব জানিলেই হয়।

হাতী-গড় হেঁপাহ পলুৱাই চাই চাই ফটা-শিললৈ খোজ ললোঁ। সেই শাস্তি দিয়া আৰু সতৰ্ক কৰা জোকবোৰৰ জাতিৰ প্ৰাণীয়ে প্ৰতিশোধ লবৰ কাৰণে আমাক উপদ্ৰব কৰিবলৈ আৰম্ভ কৰিলে। বাটত আৰু দুটা মান হাতী-গড় পাই গলোঁ। অলপ পাছতে দূৰত পানী

পৰাৰ শব্দ শুনা গল ; লাহে লাহে শব্দ স্পষ্ট হৈ আহিল। অতি সুন্দৰ মনোৰম দৃশ্য এটি দূৰৰপৰা ৰিণিকি ৰিণিকি দেখা গল। ওচৰ চাপি আহোঁমানে মন উলাহত নাচিবলৈ ধৰিলে। অলপ বেলিৰ পাছতে আমি আমাৰ হেঁপাহৰ ফটা-শিলত উপস্থিত হলোঁহি। ফটাশিল পাইয়ে গুৱাহাটীৰ বশিষ্ঠশ্ৰমলৈ মনত পৰিল। দুইৰো সৌন্দৰ্য্য গাম্ভীৰ্য্য আৰু মাধুৰ্য্য প্ৰায় সমান। ডাঙৰ ডাঙৰ পৰ্ব্বতীয়া শিলৰ মাজেদি হৰ হৰ শব্দৰে পানী বৈ যোৱা দেখি বোধ কৰোঁ সেই ঠাই ডোখৰে ফটাশিল নাম পাইছে। ঠাইখনৰ সৌন্দৰ্য্য বৰ্ণাই অন্ত কৰিব নোৱাৰি। গছৰ ডালত চৰাইবোৰে মধুৰ গান কৰি আমাক আলহীৰ নিচিনাকৈ অভ্যৰ্থনা কৰিছে ; গছৰ পাতবোৰে বতাহত হালিজালি উলাহত মতলীয়া হৈ আমাকো লগে লগে মতলীয়া কৰিছে। সেই গহন অৰণ্যতো সূৰ্য্যদেৱৰ প্ৰভাৱৰ নাটনি পৰা নাই ; তেওঁৰ উজ্জ্বল উজ্জ্বল অতি উজ্জ্বল কিৰণেৰে গছ লতা বন এটাইকে আনন্দ দি ঠাই খনৰ সৌন্দৰ্য্য অতিকৈ চৰাইছে। তাতে আকৌ জিলিবোৰে কাণ তাল মৰা সুৰেৰে বাজনা বজাইছে। ফটা-শিলৰপৰা আঁতৰত বোধকৰোঁ গুখ পৰ্ব্বত আছে, তাৰপৰা পানী বাগৰি আহি শিলৰ মাজেদি জল-প্ৰপ্ৰাতৰ দৰে বিম্বাশবদে তললৈ পৰিছে। পানীৰ এনে প্ৰবল সোঁত যে তাত কোনো মানুহ পৰিলে তেওঁৰ আৰু প্ৰাণৰ আশা নাথাকে। ঠায়ে ঠায়ে পানীৰ মাজত ডাঙৰ ডাঙৰ দ্বীপ বা মাজুলীৰ দৰে ওলাই আছে। ভালেমান বেলি এইদৰে সেই অপূৰ্ব্ব দৃশ্যটিৰ অপূৰ্ব্ব সৌন্দৰ্য্য উপভোগ কৰি আমি পানীত গাধুবলৈ সাৱধানে নামিলোঁ। তাৰ পানী বৰ চেচা, কিন্তু তেতিয়া গৰমকালি হোৱা বাবে আৰু তাতে আমি ভাগৰত ঘামি অহা বাবে পানীত নমা মাত্ৰকে গা শাঁত লাগি গল। আগেয়ে কৈ আহিছোঁ যে তাৰ পানীৰ বৰ সোত ; আমি চাই চিন্তি লাহে লাহে সোঁত নোহোৱা ঠাইলৈ গলোঁ। আমাৰ লগৰ এজনক সোঁতে নিব লগীয়া, ভাগ্যে পাছ ফালৰপৰা এজনে টানি আনিলে। ঘামকালি মহবোৰ পানীত পৰি থকাৰ দৰে আমি অলপ বেলি পানীত পৰি বৰ সুখ পাইছিলোঁ। তাৰ পিছত দ্বীপৰ নিচিনা শিল এটাত বহিবলৈ গলোঁ ; বহি বৰ ভাল লাগিল। ওচৰেদি হুৰ হুৰ কৰে পানী পৰিব লাগিছে। তাৰপৰা নামিবৰে মন নগৈছিল। বেলি বহুত হোৱা দেখি আকৌ পানীত নাদুৰি আৰু জোবোৱা মাৰি বামলৈ আহি কাপোৰকানি সলালোঁ। এজনে কাপোৰ সল্লাই চুৰিয়া আওদালোতে সোঁতে চুৰিয়াখন লৈ গল, ৰখাব নোৱাৰিলে। পাছফালৰ পৰা এজনে হাতত ধৰি টানি ননাহেঁতেন তেওঁকো সোঁতে লৈ যাবলগীয়া। এতিয়া এনে সুন্দৰ ঠাই এখনি এৰি থৈ যাবলগীয়া হল। যাবৰ সময়ত এবাৰ বৰ হেপাহেৰে ফটাশিললৈ চাই পঠিয়ালোঁ, আৰু বা কিমান দিনৰ মূৰত দেখা হয়। উভতি আহোঁতে আমাৰ লগত যোৱা চকিদাৰটোৱে আগৰ বাট এৰি আন এটা সুগম বাটেদি আমাক আনিলে। জুৰি এখনিয়েদি আমি নিৰাপদে যাবলৈ ধৰিলোঁ, সেই অত্যাচাৰী জোকবোৰৰপৰা কোনোমতে সাৰিলোঁ। গৈ থাকোঁতে জুৰিৰপৰা অলপ আঁতৰত অলপ আগতে সেইফালে যোৱা হাতী এটাৰ খোজ দেখিলোঁ; দেখি মনত ভয় উপজিল। ঈশ্বৰৰ কৃপাত সেই ডোখৰ বাট নিৰাপদে গৈ আকৌ গৰমপানী পালোঁগৈ। আৰু এবাৰ ঠাইখন ভালকৈ চাই-চিতি আগফালে খোজ ললোঁ আৰু ১৫ মিনিট মানৰ পিছত আমি থকা ঠাই পালোঁহি। পাইয়ে, খোৱা-বোৱাৰ দিহা কৰিলোঁ। ভোকত পেটে কলমলাই আছিল। দুপৰীয়া ২ মান বাজিল। এঘণ্টামানৰ পাছত শুদাই-নিকাই চাউল সিজোৱা লৈহে তৰণি পালোঁ। তিনিমান বজাত উলটি যাবলৈ ঠিক কৰিলোঁ ; কিন্তু আকৌ সেই নেটিভ্ পংছুৱেলিটিৰ হে প্ৰভাব ৰল। এজনে কলে, "ৰবাঁচোন হেঁ, কি তত নোপোৱা?" আন এজনে কলে "ধপাত চিলিম খাই লওঁ এখন্তক বাট চাব নোৱাৰা নে? আজি দিনটোৰ ভিতৰত পালেগৈয়ে হয়।" সি যি হওক ৪ মান বজাত আমাৰ গাড়ী এৰিলে, আকৌ আগৰ দৰে তাচ আৰু গানৰ মজলিচ হল। আমি দুজনমানে এইবাৰ একোতে যোগ নিদি কথা পাতিবলৈ ধৰিলোঁ। আমাৰ লগৰ বঙালী ভদ্ৰলোক এজনৰ থিয়েটৰ আদিত বৰ "চখ" থকা বাঘে তেওঁক অলপ ভাও দিবলৈ ধৰিলোঁ, তেওঁ আমাৰ কথামতে অতি সুন্দৰকৈ দিলে। তাৰ পিছত আমাৰ এজনে মাত লগালে, "আমাৰ ভাষাত হে বীৰৰস থকা ভাল নাটক ওলোৱা নাই? বঙালী ভদ্ৰলোকজনে এই চলতে কলে "অসমীয়া ভাষা বীৰৰসৰ বাবে উপযোগী নহয় কিয়?—বঙলাতকৈ বেচি বুলিলেও কম নহব ; পিছে ভাষা ভাল

হলে বা শব্দ ভাল থাকিলে কি হয়? ভালকৈ ব্যবহাৰ কৰোঁতা মানুহো ওলাব লাগে। কিছুমান হাতেলেখা অতি সুন্দৰ সুন্দৰ নাটক আছে ; সেইবোৰ নছপায় কিয় কব নোৱাৰে ; বোধকৰোঁ বিক্ৰী নহয় বুলি।" এনেতে আন এজনে কলে, "এৰা সেই বাবেই হবলা। বিক্ৰি নো বাৰু হব কেনেকৈ? উপহাৰ দিওঁতেই এসোপা যায়। উপহাৰ নোপোৱাজনেৰে উপহাৰ পোৱাবোৰৰপৰা আনি পঢ়িবলৈ পাব বুলি কিনাৰ আৱশ্যক নেদেখে।" বাটত এনেকৈ নানাবিধ কথা পাতি আমি যাবলৈ ধৰিলোঁ; যাওঁতে একো-বিঘিনি নাপালোঁ। নিশা ১০ মান বজাত নিৰাপদে গোলাঘাট পালোঁগৈ। এইদৰে দুখন চাবলগীয়া ঠাই চাই ৰং মনেৰে ঘৰলৈ উভতি আহিলোঁ।

শ্ৰীপদ্মধৰ চলিহা।

---

# বিলাতৰ কথা।

গল বাৰ পোৰ্টচেড্ এৰাৰ কথা লেখিছিলোঁ। পোটচেড এৰি আমাৰ জাহাজ নেপেল্চ্ মুৱা হল। আমাৰ মনত আছে জাহাজত উঠোতে আমাৰ খানচামাইতক গোমাংস শূকৰমাংস ইত্যাদি আমাৰ অখাদ্য, ইউৰোপীয় সকলৰ সুখাদ্য, আমাক দিবলৈ হাক্ দিছিলোঁ। মেডিটেৰেণিয়েন এৰি সেই হাক্ আমি ৰদ কৰিলোঁ ; কিয়নো, মনে মনে ভাবিলোঁ যে বিলাতত যেতিয়া ইমান দিনলৈকে থাকিবলৈ ওলাইছোঁ, তাত চাগৈ এনেবোৰৰ বাদে আন একো খোৱা বস্তু নেপায় (এইটো জানিছোঁ এতিয়া ভুল বুলি) ; হেনেজানি সেইবোৰ খাবলৈ আৰম্ভকে কৰা যাওক। সেইদেখি খোৱা আৰম্ভ কৰা গল।

ডনেৰা জাহাজে পোৰ্টচেডৰপৰা নেপেল্চলৈ যাওঁতে কিমান দিন লৈছিল এতিয়া আমাৰ লেখ নাই। কিন্তু ইউৰোপৰ বা গাত লগাৰেপৰা আমাৰ উৎসাহ আৰু উৎফুল্লতা যেন বাঢ়িল। লাহে লাহে এদিন দূৰৈত কেণ্ডিয়া দ্বীপে দেখা দিলে। তাৰ পাছত এদিন সন্ধ্যাৰ আহাৰৰ পাছত ডেকৰ ওপৰলৈ আহোঁতে দূৰৈত দুশাৰী চাকি দেখা পালোঁ। এন্ধাৰত সমুদ্ৰৰপৰা এনে দুশাৰী চাকি দেখি আমাৰ হঠাৎ দীপান্বিতাৰ কথা মনত পৰিল। তাৰ পাছত শুনিলোঁ বোলে আমি Sraits of Messina ষ্ট্ৰেইষ্টচ্ অব মেচিনাই দি যাব লাগিছোঁ। এফালে ইটালিৰ বেজিয়াম নগৰ আৰু আনফালে চিচিলিৰ মেচিনা। আমি এইবোৰ ভূগোলত পঢ়িছিলোঁ ; এতিয়া নিজে এইবোৰ ঠাই দেখি আৰু ভাবি যে এইবোৰ ঠায়েদিয়েই আমি যাব লাগিছোঁ, আমাৰ মনত যে কি আনন্দ অনুভৱ হৈছিল তাক লেখি জনাব নোৱাৰোঁ। আৰু এটি কথা দীঘল সমুদ্ৰ যাত্ৰাত এনেবোৰ দৃশ্য বৰ আনন্দবৰ্দ্ধনকাৰী। নেপেলচ বৰ সুন্দৰ ঠাই "See Naples and die" এনে এটি ইংৰাজীত বচন আছে, অৰ্থাৎ নেপলচ দেখি যদি মৰা যায় একো হানি নাই, এনে ভাল ঠাই। বে অব নেপলচ অতি বিতোপন ঠাই। দূৰৈত সোঁ-হাতে আগ্নেয়গিৰি ভেচুভিয়াচ। পম্পিয়াই ধ্বংসকাৰী ভেচুভিয়াচ এয়ে। জাহাজৰপৰা চহৰখনি দেখিবলৈ বৰ শুৱলা। জাহাজ লাগোঁতেই নাৱত আহি দুই তিনি দল মানুহে গান গাবলৈ ধৰিলেহি। নাৱৰীয়াবোৰ হেট পিন্ধা—তাৰ মানে সেই দেশী মানুহেই। আমাৰ দেশৰপৰা পোন প্ৰথমে গৈ ইউৰোপীয় মানুহবোৰে গাড়ী চলোৱা চাকৰ-বাকৰ কাম কৰা ইত্যাদি দেখিলে অলপ আচৰিত লাগিবৰে কথা। গান গোৱা মানুহবোৰে আহি জাহাজৰ ওচৰত নাওবোৰ ৰাখি গান গাই পইচা লয়হি। সেই তেতিয়াই আমি ম্যাণ্ডোলীন (Mandoline) বাজনা প্ৰথমে দেখোঁ। ম্যাণ্ডলীনৰ ধ্বনি ইটালীয় মুনিহ-মানুহ আৰু তিৰুতা গায়ক গায়িকাসকলৰ সুৰেৰে বেছকৈ মিলিছিল। আৰু আমাৰ "য়াম্বা য়াম্বা য়াম্বা য়াম্বি আই" আৰু "মাৰ্গেৰীট" গান বৰ ভাল লাগিছিল। আমাৰ আন আন সহযাত্ৰীসকলৰ কি আনন্দ! কত বছৰৰ পাছত ইউৰোপ পাই চাগৈ তেওঁলোকৰ বহুতৰ নথৈ আনন্দ হৈছিল । সেই আনন্দতে দুই চাৰিজন ব্ৰিটিচ সহযাত্ৰীক (বিশেষকৈ এজনক) একেবাৰেই বিহ্বল হোৱা মনত পৰে। অৱশ্যে আনন্দৰ লগে লগে বিহ্বলতাৰ আন কাৰণও আছিল যেন মনত হয়—যেনে ফটিকা।

এইবোৰ ইটালীয় গান শুনি আমাৰ স্বৰ্গীয় ডাক্তৰ ৰাধিকাৰাম ঢেকিয়াল ফুকনে গান গোৱাৰ কথা মনত

পৰিছিল। আমাৰ এই ইউৰোপ যাত্ৰাৰ তিনি চাৰি মাহ মান পূৰ্ব্বে তেওঁৰে সৈতে কলিকতাত দেখা হৈছিল। তেওঁক গান গাবলৈ কোৱাত এনেবোৰ গান গাইছিল—সেই গান অৱশ্যে আমাৰ বোধগম্য হোৱাকে নাছিল। সেইদেখি সেই গান হৈ থাকোঁতে আমাক দুইএবাৰ ইঁহা ডাক্তৰ ফুকনে দেখিলে। গান হৈ যোৱাৰ পাছত তেওঁ আমাক সেই বাবে খং কৰিছিল ;—তেতিয়া এই কথা মনত হল। নেপেলচৰ বন্দৰত গান শুনিও যে আমি কিছু বুজিব পাৰিছিলোঁ এনে নহয়—একণকে বুজা নাছিলোঁ। কিন্তু নতুন দেশ, নতুন মানুহ, নতুন উৎসাহ, এইবোৰৰ নিমিত্তে হে আমাৰ আনন্দ হৈছিল।

জাহাজ পুৱা ৮ মান বজাত বন্দৰত লাগিল। গান গোৱা মানুহৰ লগে লগে আন নাৱত গাইড কেজনমান আহিল। তাৰে এজন গাইডে আমাক চহৰ দেখুৱাবলৈ নেৰানেপেৰাকৈ লাগিল। আমি চহৰ চাবলৈ ওলালোঁ। অৱশ্যে সি ইংৰাজী জানিছিল। তাক কিমান দিব লগা হৈছিল আমাৰ মনত নাই—বোধকৰোঁ পাঁচ ছিলিং—ইমান দিনৰ কথা মনত নাই। কিন্তু আমাৰ যি খৰচ লাগিছিল পাঁচোটিয়ে সমানে ভাগ কৰি দিছিলোঁ। জাহাজৰপৰা ঘাট কিছু দূৰৈত, সেইদেখি নাৱেৰে যাব লাগে। গাইপতি সেই নাৱত কি দিব লাগে তাৰ এটা ধৰা-বন্ধা দস্তুৰ আছে। সেই দস্তুৰেৰেই আমি নাৱত দিলোঁ। এই গাইড যে সঁচা গাইড সি আমাক তাৰ "লাইচেঞ্চ" দেখুৱাইছিল। যাত্ৰীসকলৰ সেইবোৰ চাই চিন্তি যোৱা উচিত।

নেপেলচৰ ঘাটত আমাৰ নাওঁ লাগিলত আমাক বহুতো মানুহে চাবলৈ আহিল—অৰ্থাৎ বোধকৰোঁ পাঁচজন ভাৰতবৰ্ষীয়ক একে লগে দেখা ইয়াৰ আগেয়ে নেপেলচবাসীইঁতৰ ভাগ্যত হৈ উঠা নাছিল। আঙুৰ আপেল বেচা ছোৱালীবোৰে আমাক আঙুৰ আপেল বেচিবলৈ আহিল। পাছত গাইডৰ লগে লগে আমি সদৰ ৰাস্তালৈ গৈ এখন "ফিটন" গাড়ী কেৰেয়া কৰি চহৰ চাবলৈ আৰম্ভ কৰিলোঁ। আমি এজন হোৱা হলে গাড়ী কেৰেয়া কৰিব নোৱাৰিলোহেঁতেন ; কিয়নো, কেৰেয়া নিশ্চয় বহুত দিব লাগিছিল।

চহৰত সকলো নতুন লাগিল। এইয়ে ইউৰোপত আমাৰ প্ৰথম পদাৰ্পণ।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# পানিপথ।

## তৃতীয় অধ্যায়

কুতব বাহিৰলৈ ওলাই আহিল। ঘৰৰপৰা ওলাই আলিবাট পালেহি। তেওঁ ওপৰৰ পিনে চালে—দেখিলে অসীম সুনীল আকাশৰ মাজত সপ্তমীৰ জোন। চাৰিওপিনে লেখজোখ নোহোৱা তৰা। বাৰু! এই উজ্জ্বল জোনটিয়ে দেখোন কম-উজ্জ্বল তৰাবোৰৰ জেউতি মৰা নাই! ইয়াৰ ভিতৰতো কিমান সৰু সৰু তৰা দেখা যায়! কেতবোৰ কোনোমতে চকুত পৰে হে ; কেতবোৰক জুমি চালে হে দেখি, আন কেতবোৰ বহুত পৰ চাই থাকিলেহে এবাৰ ভুমকি মাৰি দেখা দিয়ে, আকৌ কেতবোৰ ডাঙৰ ডাঙৰ। ইমান উজ্জ্বলৰপৰা ইমান ডাঙৰৰপৰা ইমান অনুজ্জ্বল ইমান সৰুলৈকে আছে। ইহঁতৰ ভিতৰত তো একো খিয়লাখিয়লি ভাব নাই! যি যেনেকৈ আছে তেনেকৈ থাকে ; দেখাত সকলোৰে সমান ঠাই! ইয়াত তো হিংসা নাই! কেবল সাম্য আৰু মৈত্ৰীৰ হে বিকাশ। আকৌ বনত ফুল ফুলিছে, কাৰো গোন্ধেই বা বননি উপচি পৰিছে, কাৰো ৰূপ জলমলাই বননিত জোনৰ নিচিনা জ্বলি আছে, কাকো বা দেখিলেই ঘিণ লাগে। ইহঁতৰ ভিতৰতো তো খিয়লাখিয়লি নাই ; যি যেনে তেনেই আছে, নিজৰ যি আছে তাতেই সি সন্তুষ্ট। ইয়াত নিৰৈশ্বৰ্য্যৰ ওপৰত তো ঐশ্বৰ্য্যবানৰ অত্যাচাৰ নাই। তেন্তে মানুহে হে খিয়লাখিয়লি প্ৰভৃতিৰে প্ৰকৃতিৰ সৌম্য মূৰ্ত্তিক এনে বিকট কৰিছে নে কি? তেন্তে মানুহেই প্ৰকৃতিৰ শান্তিৰ লীলা-ভূমিত সংগ্ৰামৰ বিস্তাৰ কৰিছে নে কি? যত প্ৰকৃতিৰ অনুৰাগ আৰু ভালপোৱাৰ ভাব তাত মানুহেই হিংসা আৰু ঘৃণা আনি সেই সুখৰ ঠাইক দুখময় কৰি তুলেছে নে কি?

এনেকৈ ভাবি ভাবি যাওঁতে কুতবে গিয়াচুদ্দিন সেনাপতিৰ ঘৰ পালে গৈ। চাকৰৰ হাতত তেওঁ অহা সংবাদ পঠিয়ালে। গিয়াচুদ্দিনে কুতবক মৰম কৰিছিল, আৰু তেওঁৰ গুণ দেখি মোহিত হৈছিল। কুতবক তেওঁ ওপৰলৈ মাতি নিলে। এটি সুসজ্জিত ঘৰত কুতবক সুমুৱা হল। মাৰ্ব্বোল পাথৰৰ মজিয়া, তাৰ ওপৰত কাম-কৰা কোমল দলিছা পতা। তাৰ ওপৰত মছনদ। মছন্দত মূল্যবান পাথৰৰ জলম লগোৱা গাৰু। বেৰত নানা প্ৰকাৰ চিত্ৰ কৰা, মাজে মাজে দুই এখন চক্‌চকীয়া পাথৰ। ওপৰত নীল বৰণীয়া মখমলৰ চন্দ্ৰাতপ, মাজে মাজে সুন্দৰ সুন্দৰ টোপ। মাজতে ডাঙৰ এটি জাৰে টোপবোৰক তৰা আৰু চন্দ্ৰাতপক আকাশ কৰি লৈ সুন্দৰ পোহৰ বিকিৰণ কৰি নিজৰ "চন্দ্ৰত্ব" ৰক্ষা কৰিছে।

কুতব সেই ঘৰতে বহিল। সেনাপতিয়ে ওলাই আঁহি মুখখন হাঁহিৰ ৰেখাৰে পোহৰাই শুধিলে, "কুতব! এই ৰাতি অহাৰ উদ্দেশ্য কি?" কুতবৰ মন উজ্জ্বল নহয়। তেওঁ কলে, "এটি ডাঙৰ কাম আছে, সেইবাবেহে আহিছোঁ।" সেনাপতি—"কি কাম কোৱাঁ, কুতব?"

কুতব—"অপৰাধী বুলি যিবোৰ মানুহ ধৰি আনিছে সিহঁতক মুক্তি দিয়ক, সিহঁত নিৰ্দ্দোষ।"

সেনাপতি—"নিৰ্দ্দোষ বুলি কেনেকৈ জানিলা? যেতিয়া দোষী পোৱা নগৈছে,

সিহঁতকে দোষী সাব্যস্থ কৰা হৈছে।"

কুতব—"যি গুলি কৰিছিল, তাক পালে তো নিৰ্দ্দোষ বুলি জানিব?"

সেনা—" জানিম। কিন্তু কুতব। তুমি লৰামতীয়া মানুহ। যি গুলি কৰিছিল তাক জানিবা কেনেকৈ? সন্দেহৰ ওপৰত ধৰিলে ইহঁতক ধৰাৰ নিচিনাই হব।"

কুতব—"যদি সি নিজে সৈ কাঢ়ে?"

সেনা—"বাৰু বিবেচনা কৰা যাব।"

কুতব—"বিবেচনা কি? থিকৈকে কওক, এৰি দিব নে নিদিয়ে?"

সেনা—"দোষী নহলে এৰি দিয়াই যাব। কিন্তু যেতিয়া এবাৰ ধৰি অনা হৈছে— আচ্ছা, বাদ্‌ছাহত কৈ চোৱা যাব।"

কুতব—"তেন্তে এৰি দিব নহয়?"

সেনা—"ধৰাঁ, দিমেই। পিছে গুলি কৰাজনক পোৱা কত?"

কুতব—"ময়ে গুলি কৰিছিলোঁ। মোৰ যি দণ্ডবিধান কৰে কৰক। কিন্তু মই আপোনাৰ চৰণত ধৰিছোঁ, মোৰ হৈ নিৰ্দ্দোষ প্ৰাণ কেইটিক নেমাৰিব, নিৰপৰাধ পৰিবাৰ কেইটিক অনাথ নকৰিব।"

কুতবৰ চকুৰপৰা পানী ওলাল। গিয়াচে কিছুমান সময় তবধ লাগি মনে মনে থাকি কলে, "কুতব! তোমাৰ এনে কাম! মোৰ বিশ্বাস নজন্মে। দয়াৰ নিমিত্তে হে তুমি তোমাৰ ডিঙিত দোষ পাতি লব খুজিছা।" কুতবৰ চকুলৈ আকৌ পানী আহিল। তেওঁ এইবাৰ অলপ ডাঙৰকৈ কলে, "সেনাপতি! মোৰ হৃদয়ত দয়া থাকিলে এই নিৰ্দ্দোষ প্ৰাণ কেইটিৰ এই খিনি দুৰ্গতি নসহোঁ। ই মোৰ ফিৰোজাৰ দয়া। মই আল্লাৰ নামে শপত খাই কৈছোঁ, ময়ে সেই গুলি কৰা হয়।" কুতবৰ ভাবভঙ্গী স্বৰপ্ৰণালী চাই গিয়াচে অবিশ্বাস কৰিব নোৱাৰিলে। তেওঁ শুধিলে "তুমি এনে কিয় কৰিলা কুতব?" কুতবে আকৌ উত্তেজিত স্বৰেৰে কলে, "মই কিয় কৰিলোঁ?" ঢেৰ কাৰণ আছে। যেতিয়া তুৰ্কীস্থানৰপৰা ইয়ালৈ আহোঁ তেতিয়া বৰ বেয়া অৱস্থাত আহোঁ। ভনী ফিৰোজাৰ তেতিয়া ১৫।১৬ বছৰ। দেখিবলৈ শুৱনী। পঞ্জাবত দৌলতৰ চকুত পৰিল। দৌলতে ৰাজক্ষমতাৰ আৰত লুকাই ফিৰোজাৰ পবিত্ৰ সতীত্ব কলুষিত কৰিবৰ মানসে আমাক নিবলৈ মানুহ পঠিয়ালে। জেলাল মোৰ সৰু ভাই, তাৰ প্ৰখৰ বুদ্ধি আছিল। সি দৌলতৰ অভিপ্ৰায় কিবাৰূপে জানিব পাৰি আমাক পলুৱাই পঠিয়াই নিজে দৌলতৰ মানুহক ভুলাই ৰাখিলে। ফাকি দিয়া বুলি জনাত দৌলতে জেলালক ৰাজধানীলৈ ধৰাই নিয়ালে, আৰু পশুৰ নিচিনাকৈ মোৰ প্ৰাণৰ ভাইক হত্যা কৰিলে। সেই প্ৰতিহিংসাৰ অগণি, সেনাপতি! মোৰ মনত এতিয়াও জ্বলিছে। এতিয়াও দৌলতৰ শোণিতত ভাইৰ তৰ্পণ কৰিব নোৱাৰিলে এই ক্ৰোধৰ শান্তি নহয়। দৌলতে যি আঘাত দিছে তাৰ প্ৰতিহিংসাতেই মই তাক গুলি কৰিছিলোঁ। হাতীটোৱে ভাগ্যে ঘুৰি তাক ৰাখিলে। কিন্তু এতিয়াও মোৰ মনত পৰিছে ভাইৰ সেই বীৰোচিত মুখৰ ছবিটি। ঔদাৰ্য্যৰ প্ৰতিমা। এই ভাইক যি বুকৰপৰা কাঢ়ি নিছে তাৰ শোণিত পান কৰিব নোৱাৰিলোঁ এয়ে মোৰ

ক্ষোভ।" কুতবৰ মুখ খণ্ডত ৰঙা পৰিল, চকুৰে যেন দুইকুৰা জুই ওলাবলৈ ধৰিলে। সেনাপতিয়ে কুতবৰ এই বিকাৰ দেখি মনত কষ্ট পালে ; বস্তুত পৰ নমতা-নোবোলাকৈ থাকি পাছত কলে, "কুতব, তোমাৰ সকলো কথাকে বুজিছোঁ। কাম এটা কৰাঁ, মই কওঁ। কুতবে সেনাপতিৰ মুখৰ পিনে চালে, সেনাপতিয়ে কুতবক কলে, "বাৰু কওঁ, ইয়াৰপৰা আহাঁ। তাক বৰ গুপুতে হে কৰিব লাগিব; তেনে কৰিলে উভয় পক্ষে ৰক্ষা পাব পাৰে।" এই বুলি গিয়াচুদ্দিন উঠিল। কুতবো তেওঁৰ পাছে পাছে গল।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

---

# গুৰু-চৰিত্ৰ।

## (১৩)

### ব্ৰাহ্মণৰ দ্বেষ।

শ্ৰীশঙ্কৰদেৱে ভাগৱতৰপৰা সাৰ কাঢ়ি আনি হৰিভক্তি প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলত লোকসকল প্ৰায় চলিবলৈ ধৰিলে, ভকতিৰ ৰস পাই পূজা অৰ্চ্চনা আদি ব্ৰাহ্মণৰ কাৰ্য্য ক্ৰমে ঢিলা পৰি আহিল। গতিকে ব্ৰাহ্মণসকলৰ উপজীবিকাৰ পথ ক্ৰমে হ্ৰাস হোৱাত মনত বিৰক্ত পাই ৰজাত জনাই শঙ্কৰৰ মত লোপ কৰিবলৈ কাৰবাৰ লগালে। এদিন আচাৰ্য্য কন্দলি মিশ্ৰ উপাধ্যয় ভাৰতী উপাধিকাৰী ব্ৰাহ্মণসকল মিল হৈ আহোম ৰজা চুহমূঙ্গ স্বৰ্গদেউৰ চাঙ্গলৈ গৈ এই বুলি গোচৰ দিলে যে শঙ্কৰ নামে শূদ্ৰ এজনে শ্ৰাদ্ধ বিধি বৈদিক কাৰ্য্য ৰহিত কৰি ৰাজ্য নষ্টৰ উপায় কৰিছে। ৰজাই দূত পঠাই ধৰাই নি ব্ৰাহ্মণ আৰু শঙ্কৰদেৱক চাঙ্গত তুলিছে। ৰজাৰ দূতে ৰাজ আজ্ঞা মতে শঙ্কৰত সুধিছে তুমি বোলে ৰাজ্য নষ্ট কৰিলা। গুৰুৱে উত্তৰ দিছে, কেনেকৈ কি বেয়া কাম কৰি ৰাজ্য নষ্ট কৰিলোঁ মই একো নাজানো। পিছত ব্ৰাহ্মণ সকলত সুধিছে, তেওঁলোকে জনাইছে যে শঙ্কৰে শ্ৰাদ্ধ নকৰে আৰু ভকত সকলকো কৰিব নিদিয়ে। শ্ৰাদ্ধৰ কথা শুনি ৰজাই দ্বাৰিত সুধিছে শ্ৰাদ্ধ কাক বোলে। তেতিয়া দ্বাৰিয়ে কৈছে, মনুষ্য মৰিলে দহা আৰু শ্ৰাদ্ধ কৰে। মৰাৰ দশ দিনত দহা ত্ৰিশ দিনান্তে শ্ৰাদ্ধ। চাউল, কল, বসন, ভূষণ ইত্যাদি দ্ৰব্য দি মৃতকক বৰাৰ পিছত ব্ৰাহ্মণে সকলোকে নি খায়। ৰাজা ব্যৱহাৰ শুনি খঙ্গ কৰি কৈছে, মৃতকৰ বস্তু খায়, কাক-তুল্য, ছুবৰ যোগ্য নহয়। অতএব ব্ৰাহ্মণ সকলক চাঙ্গৰপৰা খেদাই দিয়াঁ। ৰাজাৰ আজ্ঞা মাত্ৰেই ব্ৰাহ্মণসকল ভয় পাই চাঙ্গৰপৰা নামি আহিল। শঙ্কৰক প্ৰশংসা কৰি চাউল চৰু দুগ্ধ দিছে। ব্ৰাহ্মণসকল আৰু গুৰুজন সকলোৱে দুগ্ধান্ন পাক কৰি ঈশ্বৰক নিবেদিছে। ব্ৰাহ্মণসকলে পায়স ঈশ্বৰক নিদিয়াকৈ ভোজন কৰিলে। গুৰুদত্ত দুই চৰু নলগা দেখি কাৰণ শোধাত প্ৰকাশ কৰিছে ; কুমাৰে চৰু গঢ়িবৰ সময় মাটিত পাৰৰ মৰা-ছাল মিহলি হৈ আছে।—বাক্যৰ সত্যতা বুজিবৰ নিমিত্তে চৰু ভাঙ্গিলত গুৰুবাক্য সত্য হৈছে। ৰজাই কাৰ্য্য দেখি বিস্ময় মানি শঙ্কৰৰ মত শুদ্ধ বুলি স্বীকাৰ পাইছে। আৰু আজ্ঞা দিছে সকলোৱে তেওঁৰ মতত চলিবা। ইয়াৰ বাহিৰে আন একো বাদ নহল। শঙ্কৰদেৱে ৰত্নাকৰ কন্দলিক প্ৰত্যহ গীতা পাঠ কৰিবলৈ দিয়ে, ব্যাসকলাই হৰিধ্বনি কৰি সকলোক ৰামনাম বোলাই সিদিনাত সেইদৰে হৰিধ্বনি কৰাই স্বয়ং দুটি শ্লোক পাঠ কৰিছে ; গীতা পাঠৰ প্ৰণালী দেখি ব্ৰাহ্মণসকলো বিস্ময় মানিছে। সেই দিনাৰপৰা ব্ৰাহ্মণসকলৰ মনত আৰু অধিক কক্ষা স্থায়ী হল। শূদ্ৰ এজন হৈ ব্ৰাহ্মণক লাঞ্ছনা দিয়ে ; প্ৰথম অৱস্থাতে যদি এনে হল ; ভবিষ্যতলৈ ব্ৰাহ্মণে থানকে নোপোৱা হব। এই প্ৰকাৰে নানা কুমন্ত্ৰনা কৰি গাওঁ ফুৰিবলৈ যোৱা ভকত সকলক সময়ত বহু লাঞ্ছনা দিবলৈ ধৰিলে। কাৰো হাতৰ মালা কাঢ়ি নি কুকুৰৰ নেজত আৰে, কাকো দলি ফৰমতি মাৰি শৰীৰত কষ্ট দিয়ে ; কোনো কোনোজনক অকৰ্মী চাণ্ডাল বুলি গালি দিয়ে। ভকতসকলে ব্ৰাহ্মণৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি গুৰুজনত সাৰশেষ বিবৰণ জনালে; গুৰুঈশ্বৰে উপায় নাপাই বুঢ়াখাঁত জনালে ব্ৰাহ্মণৰ উপদ্ৰৱত ভকত বাহিৰ ওলাব নোৱাৰা হল। তেওঁ শুনি কলে, অলপতে আমাৰ পিতৃশ্ৰাদ্ধ হব তালৈ

ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰা যাব; আপোনাসকল আহি মীমাংসা কৰি লব পাৰিব। সময় মতে শ্ৰাদ্ধ পৰিলহি। বুঢ়াখাঁই সকলো ব্ৰাহ্মণক নিমন্ত্ৰণ দিলে; শঙ্কৰকো ভকতসকলৰ সাহিত শ্ৰাদ্ধোপলক্ষে মতালে। সকলো ব্ৰাহ্মণ সমাজ পাতি বহিছে, শঙ্কৰদেৱ মাধৱকে আদি কৰি সমূহীয়া ভকত লৈ আড়ম্বৰ কৰি লৈ কমলি পাৰি বহিছে। যোৱাৰ সময়ত কৈছে আজি হয় মালা এৰি আহিম নহয় ভালকৈ লৈ আহিম। সমাজ যেতিয়া সম্পূৰ্ণ হৈছে তেতিয়া শঙ্কৰদেৱে ব্ৰাহ্মানন্দ আচাৰ্য্যক জিজ্ঞাসা কৰিছে, আতৈ, পাতকীৰ কৰ্ম্মত অধিকাৰ আছে নে? অথবা প্ৰায়শ্চিত্ত বা তিল কাঞ্চন দান কৰিলে উদ্ধাৰ হব পাৰে নে? আচাৰ্য্যে কলে পাতকীৰ কৰ্ম্মত অধিকাৰ নাই, প্ৰয়শ্চিত্তে শুদ্ধ কৰিব নোৱাৰে; কেৱল হৰি নামে হে পাতকী নিস্তাৰ পাব পাৰে। শঙ্কৰে বাৰ বাৰ দঢ়াই জিজ্ঞাসা কৰাত ব্ৰহ্মানন্দে হৰিনামৰ হে মহিমা ব্যাখ্যা কৰিছে। তাৰ পিছত পুনৰায় প্ৰশ্ন কৰিছে, যদি হৰি নামৰ ইমান মাহাত্ম্য হল, সকলো শাস্ত্ৰে আৰু বেদেও নামকেহে প্ৰশস্ত বুলি বাখ্যা কৰে, তেনহলে যি লোকে নামক নিন্দা কৰে তাক কি বোলা যায়। ব্ৰাহ্মানন্দে শাস্ত্ৰৰ সম্মত অনুসাৰে কৈছে ; নাম নিন্দকিজনক জাতি চণ্ডাল অপেক্ষাও হীন বোলা যায়। তাক দেখিলেও পাপ স্পৰ্শ কৰিলেও পাপ ; তাৰ নাম পৰ্য্যন্তও লব নোপায়। এই দৰে নাম অপৰাধীৰ ব্যাখ্যা কৰিছে। তৃতীয়তঃ গুৰুৱে পুনঃ প্ৰশ্ন কৰিছে, পাতকী বস্তু খাব পায় নে নেপায়? আচাৰ্য্যে কৈছে, পাপীৰ বস্তু গ্ৰহণ কৰিলে পাপী হব লাগে। সমাজৰ সকলো ব্ৰাহ্মণে এই বাক্যটি স্বীকাৰ পাইছে। তেতিয়া বুঢ়াখাঁত জিজ্ঞাসা কৰিছে, তুমি পাপী নে পুন্যশীল? তেওঁ উত্তৰ কৰিছে আমি সদাই মিছা-কথীয়া লোক, কেনেকৈ পুণ্যবান হম ; পাতকীকে বুলিব লাগে। তদনন্তৰ শঙ্কৰদেৱে ব্ৰাহ্মণসকলত সুধিছে, আপোনাসকলে পাপীৰ বস্তু গ্ৰহণ কৰে নে নকৰে? পূৰ্ব্বৰ চলিত কথা, বিশেষতঃ দেশীয় প্ৰথা থকাৰ নিমিত্তে খাবলগীয়া হৈছে, সময়ত খোৱাও পৰিছে। এতিয়া বুঢ়াখাৰ বস্তু খায় নে? সকলোৱে এক মুখে স্বীকাৰ পাইছে ; বাৰু আচাৰ্য্যদেৱ আৰু এটী কথা শোধা যাওঁক ; এজন লোক অশুচি বা চুৱা গাৰে আছে, তেওঁ নাম ললে কিবা দোষ বা পাপ হব পাৰে নে? ব্ৰহ্মানন্দে মনুৰ ব্যৱস্থা দেখুৱাই হৰিনামৰ চুৱা নাই বুলি প্ৰকাশ কৰিছে। এই কথা শুনি ব্যাসকলাই শৰ্ম্মাহি হাত তুলি উচ্চস্বৰে কৈছে "ব্ৰহ্মানন্দ আচাৰ্য্যে কহিলে হেন সাৰ। ৰাম নাম পৰে ধৰ্ম্ম শ্ৰেষ্ঠ নাহি আৰ॥" আটাই বাপুসকলে হৰি নামৰ শ্ৰেষ্ঠতা দেখি মাথা চপৰাই নিৰুত্তৰ হৈছে। যুক্তিযুক্ত কথাৰে দ্বিজ মণ্ডলিক জব্দ কৰি গুৰুঈশ্বৰে কৈছে ; তোমালোক পাপীৰ দ্ৰব্য গ্ৰহণকাৰী, নামনিন্দকী, বেদ অৱহেলাকাৰী, অনাচাৰী, ছুবৰ অযোগ্য। আমাৰ মালাধাৰী ভকতক নিন্দা কৰা, মালা কাঢ়ি নি নানা লাঞ্ছনা কৰা। যদি গীতা, সহস্ৰনাম, শ্ৰীমদ্ভাগৱত শাস্ত্ৰত মালাৰ ব্যৱস্থা নাই তেন্তে আমালোকে নিজে মালা পৰিত্যাগ কৰিম। যদি শাস্ত্ৰত আছে, সেই শাস্ত্ৰৰ সাৰ মৰ্ম্ম গ্ৰহণ কৰিব নোৱাৰি মিছাতে লোকক নিন্দাকেহে কৰিবলৈ শিকিছা, তেনেহলে কি হব? এই বুলি শঙ্কৰদেৱে সমুদায় মালা সৰাইত সজাই, ব্ৰাহ্মণৰ মাজত স্থাপিলে। তেওঁলোকে একো উত্তৰ কৰিব নোৱাৰি নামাতি থাকিল। আজিৰপৰা যদি আমাৰ ভকত সকলক কোনোবালোকে বিদ্ৰূপ কৰে তেনেহলে ভাল নহব। অত এব সাৱধান হৈ ব্যৱহাৰ কৰিবাহঁক। ব্ৰাহ্মণসকলৰ সহিত এই প্ৰকাৰে বাদ কৰাৰ পিছত বুঢ়াখাঁই চিৰা খাবৰ কাৰণ ভিতৰলৈ মাতিলে। সমাজৰপৰা উঠি ব্ৰাহ্মণসকলৰ সহিত ভিতৰলৈ গল। দুই চৰু গাখীৰ দিছিল ; এচৰু ললে ; আনটি নললে। কাৰণ শোধাত কৈছে, গাখীৰৰ চৰুৰ তলত চুলি পৰি আছে সেই বাবে ব্যৱহাৰ কৰিব নেপায়। গাখীৰৰ চৰু দাঙ্গি বাক্যৰ সত্যতা দেখি সকলো লোকে আচৰ্য্যন্বিত হৈছে। তেতিয়া ব্ৰাহ্মণসকলে শঙ্কৰক ঈশ্বৰ অংশাৱতাৰ বুলি স্বীকাৰ পাইছে। এইদৰে বামুণসকলৰ সহিত বাদত উত্তীৰ্ণ হৈ ভকতসকল লগত লৈ ঘৰলৈ আহিল। আৰু ব্ৰাহ্মণে আমনি কৰা নাই।

---

# বৰবৰুৱাৰ সৈতে "মুলাকাৎ"।

"সুই! সুই! টেমি! টেমি কম্ হিয়েৰ ইউ ৰাস্কেল!" তেওঁৰ টেমি নামৰ মৰমৰ কুকুৰটোৱে ঘৰৰ বাহিৰত ভুকা দেখি বৰবৰুৱাই সুহুৰিয়াই এইদৰে মাতিছিল। টেমিয়ে লৰি আহি বৰবৰুৱাৰ ওচৰ পালেহি। পিছতে শ্ৰীযুক্ত নাঙলুচন্দ্ৰ দাস বি, এ, মহাশয়ক দেখি বৰবৰুৱাই সাদৰ সম্ভাষণ কৰি বহিবলৈ চকি এখন দেখুৱাই দিলত তেওঁ উপবেশন কৰিলে।

বৰবৰুৱা—"ৱেল্ মিষ্টৰ দাস। কি খবৰ? মনটো দেখোন মাৰি আহিছা?"

দাস—"বিমোৰত পৰি এটা কথা শুধিবলৈ আহিলোঁ। মস্কিলত পৰিলেই বৰবৰুৱাৰ বৰ পেটৰ আশ্ৰয় লব লগীয়াত পৰোঁ।"

বৰবৰুৱা—"কোৱাঁ! 'O' it was at a fancy ball I met my charmer fair!'–Never mind me; go on Mr.Dass!"

দাস—"আজিকালি দেখিছোঁ বঙ্গালী লেখকসকলে অসমীয়া ভাষাক বঙ্গলা ভাষাৰ গ্ৰাম্য সংস্কৰণ বুলি শঙ্কৰ মাধৱ অনন্তকন্দলি মাধৱকন্দলি কংসাৰি, নাৰায়ণদেৱ, গোবিন্দ মিশ্ৰৰ পুথিবোৰকো সেই নামৰ গঙ্গাজল ছটিয়াই শুদ্ধ কৰি লৈ নিজৰ সম্পত্তিৰ ভৰাঁলটোৰ বৃহদায়তনৰ ফালে চাই সন্তোষেৰে শোৱে। নামনি-আসামৰ ন লেখাৰুসকলে আকৌ তেওঁলোকৰ মাতৰ বিশেষত্ববোৰক বিশুদ্ধ বৰৰ ঘৰৰ বুলি উজনি-আসামৰ লেখাৰুসকলৰ লেখাক সৰু মানুহৰ মুখৰ গ্ৰাম্য কথা বোলে। উজনি অসমীয়াইও নামনি অসমীয়াৰ মাতৰ বিশেষত্বক বহুকালৰ আগৰপৰা গ্ৰাম্য বিশেষণেৰে বিভূষিত কৰি আহিছে। গুৱালপাৰ বিভাগৰ ৰাজবংশীসকলে আকৌ কয় যে তেওঁলোকৰ মাত বঙ্গলা আৰু অসমীয়া ভাষাৰ জননী; গতিকে তেওঁলোকে বঙ্গলাক সাহ কৰি গ্ৰাম্য নুবুলিলেও আৰু বঙ্গ-দুহিতাৰ ভাষা চৰ্চ্চা কৰি সেই ভাষাত মাহেকীয়া কাকত উলিয়ালেও, আমাৰ অসমীয়া ভাষাক পাৰিলে গ্ৰাম্য বুলিব খোজেই। এইদেখি আপুনি আমাক কওঁকচোন, কোনটো ভাষা গ্ৰাম্য, অৰ্থাৎ গাৱঁলীয়া, আৰু কোনটো ভাষা নগৰীয়া?"

বৰবৰুৱা—"অ এই কথা? তেন্তে শুনা—Brignal banks are wild and fair, Greeta woods are green!- nekermind Mr. Das, I am coming to your topic presently. আজিকালিৰ বঙ্গালী লেখকসকলে অসমীয়া অনন্ত কন্দলি আদিৰ ৰচনাক গ্ৰাম্য বোলাত আচৰিত মানিবৰ কাৰণ নাই; কাৰণ তেওঁলোকৰ পেটত বৰ ভোক। তেওঁলোকে পাৰিলে ভাৰতবৰ্ষ গোটেইখন গিলিবৰে অভিলাষ ৰাখে। একালত হেনো তেওঁলোকৰ বঙ্গালীয়ে লঙ্কা বা সিংহল জয় কৰিছিল। এই কথা এজন বঙ্গালীয়ে সিদিনা এখন সৰু-সুৱা সভাত কওঁতে শ্ৰোতা এজনে খপ্ কৰে শুধিলে—সেই বঙ্গালীজনৰ নাম কি? দুখৰ বিষয়, বক্তাজনে নামটো পাহৰিছিল। সেই সভাতে ময়ো আছিলোঁ। বক্তাৰ বিপদ দেখি লাহেকৈ মাত লগালোঁ—'এইবাৰ ভাগ ভাই সমান সমান। লঙ্কায় যে গিয়েছিল বীৰ হনুমান।। তিব্বত চীন জাপানত বঙ্গালীয়ে একালত ধৰ্ম্ম প্ৰচাৰ কৰিছিল,—অৱশ্যে বঙ্গদেশৰ সৰহ ভাগ যেতিয়া সাগৰৰ তলত আছিল, আৰু নবদ্বীপে যেতিয়া সমুদ্ৰৰ মাজৰপৰা মূৰ উলিয়াই ন-কৈ দ্বীপ বা মাজুলিৰ আকাৰ ধৰিব খুজিছিল, আৰু মালদহ, জিনাদহ আদি দহ অৰ্থাৎ খাল বা হোলাবোৰত পল পৰি পোত যাব খুজিছিল। অধিকন্তু বেদৰ সূত্ৰকাৰ ঋষিসকলো বঙ্গালী আছিল। সেইদেখি হে তেওঁলোকৰ গোত্ৰ কাশ্যপ, ভৰদ্বাজ, শাণ্ডিল্য, বাৎস্য ইত্যাদি। এতেকে তেওঁলোকৰ গাত দায় নাই। এতদ্ধেতু তেওঁলোকৰ পোৰ্ট কেনিং, হাওড়া, ডায়েমণ্ডহাৰ্ব্বৰ, শিয়ালদহ আদি ঠাইৰ ভাষা "বুনিয়াদি" আৰু প্ৰাগ্জ্যোতিষপুৰ, শোণিতপুৰ, ৰত্নপুৰ, চম্পাৱতী, কমতাপুৰৰ ভাষা গ্ৰাম্য। ইতি ফলিতাৰ্থ।"

"নামনি-আসামৰ লেখকসকলে যে উজনিৰ ভাষাক গ্ৰাম্য বোলে, বুলিব পায়। কাৰণ, পুৰণি আইন ৰদ হয়, নতুন আইন বাহাল হয়, এইটো চিৰকলীয়া নিয়ম। বহুকাল যেতিয়া উজনিয়াই নামনিৰ মাতক গ্ৰাম্য বুলি আহিছে, এতিয়া নামনিয়াকো তেওঁলোকে Chance দিয়া উচিত। বৰুৱাৰ ঘৰৰ লৰাই হে যে সদায় (ভগা-ছিগা অৱস্থাতো) বৰুৱা হৈ থাকিব পায়, এনে আইন গেজেলা বৰবৰুৱাৰ হলে হব পাৰে, সোণামুৱা ঈশ্বৰৰ হলে নহয়। সেইদেখি শিৱসাগৰ, জোৰহাট, লক্ষীমপুৰ, তেজপুৰ, নগাৱঁৰ ভাষা

গ্ৰাম্য অৰ্থাৎ গাৱঁলীয়া মাত, আৰু সুবাঁলকুচি, নললবাৰীৰ মাত নগৰীয়া নহৈ কি হব? 'হোবেই কৰে'। সেইদেখিহে 'সাৰথি' কিতাপৰ ভাষা গ্ৰাম্য ; কাৰণ তাৰ গ্ৰন্থকাৰ গুৱাহাটী নিবাসী; তেওঁ যদি পাটাৰকুচি, কাঁহীকুচি, সথৈবাৰী বা পলাহবাৰী নিবাসী হলহেঁতেন আৰু সেই ঠাইৰ বিশেষত্ববিৰঞ্জিত মাতেৰে তেওঁ কিতাপ ৰচনা কৰিলেহেঁতেন তেন্তে সি বিশুদ্ধ নগৰীয়া ভাষাত ৰচিত পুস্তক হলহেঁহেতেন। —এতেকে হে দাস মহাশয়! মোৰ বাক্যচয় পৰ্ব্বতক প্ৰতি হানা ফৰ্ব্বৰ্ত সদৃশ গাছৰ বাৰি বুলি নাভাবিবা, আৰু নাথুকাৰ নকৰিব, শিমলী তুলা বুলি উৰাই নিদিবা, বিয়াতা তিৰীই স্বামীক সন্মান কৰাদি কৰিবা, কৈকলাগি গলা বুলি মোক প্ৰতি শোক কৰিবা, মোৰ গাত ধূলা দেখিলে ফুঙ্কি ফুঙ্কি উৰাই দি বিৰতু প্ৰকাশ কৰিবা, পেচাৰ দৰে সেঙেৰা হৈ টেকি হৈ কেটাৰ উলিয়াই বহি নাথিকিবা।—"

দাস।—"ৰব, ৰব, ৰবৰবৰুৱা ডাঙৰীয়া, ৰব ; পিছৰ এই কেইআষাৰ কি কলে মই দেখোন বুজিব নোৱাৰিলোঁ।"

ৰবৰবৰুৱা।—"নোৱাৰিবা তো ; কাৰণ তুমি গ্ৰাম্য মাত হে বুজা, নগৰীয়া সাধু মাত নুবুজা। মই মাধব কন্দলিৰ সাধু মাতেৰে কথা কৈছোঁ আৰু আগলৈকো কম বুলি ভাবিছোঁ। তেহেলৈ তুমি বুজাই বা নুবুজাই does not matter. এই তোমালোকৰ গ্ৰাম্য-ফ্ৰাম্য মাতবোৰ মই এৰি দিম একা ; কেহা লাগিছে আৰু !"

দাস।—"মাধব কন্দলিৰ মাত এতিয়া চলিব নে? ইংৰাজীত চচৰ আৰু স্পেন্সৰৰ নচলে দেখোন।"

ৰবৰবৰুৱা।—"নচলে নচলক, আমি চলাম। তোমালোকে তোমালোকৰ গ্ৰাম্য মাত লৈ আমাৰ ওপৰত ভালেমান দিন বৰ বাহাদুৰী কৰি আহিছা, এতিয়া বাট এৰি দিয়াঁ। সেইদেখি আমি গুৰিতে ধৰিছোঁহঁক, তোম্মাসাৰ গ্ৰাম্যৰ মুগুক চোবাইবোহোঁ কৌতুহলে। নব-ভাষা নব-কোষ মধুচক্ৰ ৰচিবোঁহোঁ এবে, আনন্দে অসমীয়া সবে যাতে কৰে পান সুখে নিৰবধি, পৰিত্যজি পুৰণি ভেষাক। তুমি এটা কথা জানা নে? হেম বৰুৱাই বৰ চালাকী খেলি গল। দুপ্ দুপ্ কৰে লৰি গৈ আমাৰ আগেয়েই তেওঁৰ উজনিৰ গ্ৰাম্য ভাষাত এখন "হেমকোষ" আৰু ব্যাকৰণ লেখি পেলাই ৰণ জিকি বিগুল বজালে। আমি তেতিয়া তেওঁৰ টেঙৰালি বুজিব নোৱাৰিলোঁ। তেওঁ মৰি সাৰি গল, নতুবা আজি তেওঁৰ ওপৰত আমি "দুৰ্ম্মতৰ দাবি" কৰি গোচৰ এটাকে কৰি চালোঁহেঁতেন। যাওঁক,"

দাস।—"উঠিলোঁহে।"

ৰবৰবৰুৱা।—"বাৰু।"

---

# গুটিদিয়েক চিন্তাৰ ঢৌ।

(৭)

পাঠকসকলে গধুৰকৈ চিন্তা কৰি দেখক, বুদ্ধ অৱতাৰ ভাওনা শেষ হোৱাৰ পিছৰপৰা ভাৰতবৰ্ষত এক নানকৰ ধৰ্ম্ম কিছুমান শিখৰ ভিতৰত প্ৰৰ্ব্বত্তাৰ বাহিৰে কোন প্ৰদেশত কোন মহাপুৰুষৰ ধৰ্ম্ম শুদ্ধৰূপে প্ৰবৰ্ত্তিত হৈছে? শিখবিলাক এতিয়ালৈকে প্ৰায় বঙাল হোৱা নাই। তেওঁবিলাক বীৰপুৰুষ সেই নিমিত্তে তেওঁবিলাকে ধৰ্ম্মক ধৰিব পাৰিছে, আৰু ধৰ্ম্মইও তেওঁবিলাকক ধৰিছে। যি মানুহ বা জাতিৰ সাহ নাই অৰ্থাৎ বীৰত্ব নাই তাৰ কোনো ধৰ্ম্মই নাই। সাহ নহলে কেতিয়াও কোনেও সত্যক গ্ৰহণ কৰিব নোৱাৰে। কোনো ভীৰু বা কাপুৰুষ জাতি কেতিয়াও সত্যত থিতাপি হৈ থাকিব নোৱাৰে, কাৰণ সত্যত থিতাপি দি থকা শক্তি বীৰৰ হে, ভীৰু বা কাপুৰুষৰ নহয়। গীতাতেই ভগৱানে কৈছে যে' অভয়ং সত্বঃ সংশুদ্ধি ধ্যান যোগেন ব্যবস্থিতঃ"। যি জাতি বঙাল হৈ পৰে সেই জাতিৰ সৎসাহস (Moral courage) নথকাৰ গতিকে সেই জাতিৰ নিমিত্তে সত্য প্ৰবৰ্ত্তাবলৈ কোনো মহাপুৰুষে জন্ম গ্ৰহণ কৰিলেও পোনতে প্ৰশংসা পিছত সেই মহাপুৰুষৰ নিন্দাভাজন হৈ পৰে, কাৰণ বংদি ফুৰা বেবেৰিবাং বঙালৰ মতৰ একো থিতাপি নাই। সত্য সঁচাৰ পক্ষেহে, সি মিছাৰ পক্ষে কদাপি নহয়। এই গতিকে বঙালে সত্যক গ্ৰহণ কৰিলে পোনতে নিজৰ অসুবিধা হয় বুলি তাক গ্ৰহণ কৰিব নোখোজে, আৰু এবাৰ কৰিলে পোনতে নিজৰ সুবিধাৰ ফালে পোনাই তাকেই আওপাকে বুজাই নিজৰ সুচলৰ বাট মোকোলাই লয়। যিবিলাক প্ৰথা আৰু আচাৰ ব্যৱহাৰ নিজৰ লোভ বা স্বাৰ্থৰ পক্ষে সুচল তাক বঙালে কেতিয়াও এৰিব নোখোজে, আৰু তাকেই তৰ্কৰ চাৰিউপিনে জাল পেলাই স্বধৰ্ম্ম পাতি লয়।

এই কাৰণে কোনো মহাপুৰুষেই বঙালৰ দেশত

টিকিব নোৱাৰে। আৰু এটি বঙালৰ আচৰিত স্বভাব এই যে ক্ষন্তকতে আগবাঢ়ে আৰু ততালিকতে পিছ হোঁহকে। এবাৰ যাক বা যিহক শলাগে উলটি তাকেই সেই মুখেৰেই নিন্দা কৰে। এবাৰ যিহক শলাগি শলাগি খায় বা গিলে তাকেই উলটি নিন্দা কৰি উকুলিয়াই পেলায়। এবেলি অখাদ্যক Forbidden food শুদ্ধ পাতি খায়, পিছে নাড়ীডাল ধুই পেলাই আনে খোৱা দেখিলেও তেওঁক সমাজচ্যুত কৰে। ধৰ্ম্ম নো বঙালে কেই বেলি কেই ৰকমৰ গ্ৰহণ আৰু পৰিত্যাগ কৰে তাৰ সীমা নাই। এবেলি বৈষ্ণৱ হৈ সেই ধৰ্ম্মত সুখ নাপাই উলটি তাকেই নিন্দা কৰি শাক্ত হয়। এবাৰ ক্ষন্তেকৰ উত্তেজনাত ব্ৰাহ্ম হৈ বঙালে লগুণ ছিঙি দলিয়াই পেলাই দোৱা বেলি ঘোৰ হিন্দু হৈ লগুণ লৈ ব্ৰাহ্মধৰ্ম্মৰ মহা মহা হিন্দুৰ অৱতাৰ হৈ পৰে। বঙালে এবাৰ মহাপুৰুষীয়া হৈ ঘুৰিবাৰ তান্ত্ৰিক হৈ আগৰ ধৰ্ম্মক নিন্দা কৰি ফুৰে। শাক্তই নিন্দা কৰে বৈষ্ণৱক, বৈষ্ণৱে নিন্দা কৰে শাক্তক, ব্ৰাহ্মই নিন্দা কৰে হিন্দুক, হিন্দুৱে নিন্দা কৰে ব্ৰাহ্মক, এইদৰে ওলটাউলটি কৈ ভাৰতবৰ্ষত অলেখ ধৰ্ম্ম সম্প্ৰদায়ৰ মানুহে ইটোৱে সিটোৰ ধৰ্ম্মক নিন্দা বন্দা কৰি থকাকেই হে জাতীয়ধৰ্ম্ম দেখা যায়। হায়! পৰেমেশ্বৰ। এই জাতিৰ নো কেতিয়া ধৰ্ম্মক লৈ খিয়লাখিয়লি স্বভাব গুচিব? কোন মহাপুৰুষৰ মতত এই জাতি একে মত হৈ চলিব? চৈতন্য নিমাই শঙ্কৰদেৱ, মাধৱদেৱ, ৰামানন্দ, তুলসীদাস, কবিৰ, নানক, যতত্ববলাক মহাপুৰুষে আমাক এক কৰিবলৈ অৱতাৰ হৈছিল, গাই গাই সকলোৱে ফেইল (Fail) হৈ এক গুচাই হাজাৰ ভাগ কৰিলে আৰু সিবিলাকৰ দ্বাৰাই অলেখ জাতৰ সৃষ্টি হৈ কেনেও কাৰো হাতে নোখোৱাৰ আৰু ছোৱামেলা নকৰাৰ ভাগ বেছি হল মাথোন। বৰ ভায়ে যদি শিল ডুখৰিক ঈশ্বৰ ভাবি পূজে, সৰু ভায়ে যদি তাক বিশ্বাস নকৰি নুপুজে বা বিশ্বাস নকৰে তেনেহলে সৰু ভাইটিৰ জাত গল আৰু তেওঁ লগ সঙ্গৰপৰা বাহিৰ হল। এজনে যদি প্ৰতিমা পূজা কৰে আনজনে যদি তাক নকৰে, যি পক্ষত সৰহ ভাগ মানুহ থাকে সেই পক্ষই আন পক্ষৰ তাকৰীয়া ভাগ মানুহক জাতি কুলৰপৰা বাহিৰ কৰি দিয়ে। এই অধঃপতিত জাতিৰ ভিতৰত যত মহাপুৰুষে সত্য-প্ৰৱৰ্ত্তাবলৈ জন্ম গ্ৰহণ কৰিছেমানে এক কৰিবলৈ আহি নান তৰহৰ জাত আৰু ধৰ্ম্মৰ মাথোন সৃষ্টি কৰিলে। আৰু তেওঁবিলাকৰ শুদ্ধধৰ্ম্মকো বঙালে আওপাকে ব্যাখ্যা কৰি নিজৰ মতেৰে সৈতে মিলাই অশুদ্ধ কৰি পেলালে। নানক, চৈতন্য, কবিৰ, শঙ্কৰ, ৰামকৃষ্ণ পৰমহংস, ৰাজা ৰামমোহন, কেশৱ এটাইবিলাকৰ মত মিলাই দেখা যায় যদি একেই। সত্যৰ বাহিৰে মিছাৰ কতো চিটা নাই। আন কি সত্য যুগ কি দ্বাপৰ যুগৰেপৰা যত অৱতাৰ হৈছেমানে কোনো অৱতাৰ পুৰুষে জাতিভেদ আৰু প্ৰতিমা পূজাৰ বিপক্ষে নোকোৱা নাই। আৰু কোনো মহাপুৰুষেও এই দুটি কথাক সমৰ্থন কৰা দেখা নাযায়; তথাপি বঙাল জাতিৰ ভিতৰত লিখা-পঢ়া শিকি জ্ঞান ঢুকি পোৱাবিলাকেও মহাপুৰুষবিলাকৰ মতৰ বিৰুদ্ধাচৰণ কৰে। চৈতন্যদেৱ নিতাই আহি পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম যেতিয়া প্ৰৱৰ্ত্তাবলৈ ধৰে, তেতিয়া বঙাল দেশত বৌঢ়ি ফুটি উঠিল যে চৈতন্য নিতাই সাক্ষাৎ কৃষ্ণ বলৰামৰ অৱতাৰ; আৰু তেতিয়া জাঁকে জাঁকে বঙালী তেওঁবিলাকৰ ধৰ্ম্মত প্ৰৱৰ্ত্তিবলৈ ধৰিলে; কিন্তু যেতিয়া উলটি বঙালে দেখিলে যে বৈষ্ণৱধৰ্ম্ম পলা বৰ টান কথা, কিয়নো ইয়াত মদ মঙহ তিৰী তিনিও বৰ্জ্জিত। ধৰ্ম্ম লাগে সুবিধাৰ নিমিত্তে, অসুবিধাৰ নিমিত্তে তো ধৰ্ম্ম নহয়। জীৱে দয়া, হৰিত প্ৰেম এইয়েই হৈছে বৈষ্ণৱ ধৰ্ম্মৰ সাৰ, কিন্তু বঙালে তাক পালন কৰা টান কথা, কিয়নো তাত ভোবোলা-ছাগলিৰ বলি দিয়াও নাই, তাৰ মঙহ খাবৰো নাই, বিশেষকৈ তিৰী লোভ সামৰা বৰ টান কথা, সেইদেখি বঙালে চৈতন্য দেৱে এফালে ধৰ্ম্ম প্ৰচাৰ কৰি গৈ থাকোঁতেই—মহাপ্ৰভুৰ জীৱন চৰিত পঢ়ি পোৱা যায়—ঘুৰি এই কথা কৈ দলে দলে শাক্ত হৈ পৰিল যে "কে মায়েৰ মাংস প্ৰসাদ (অৰ্থাৎ পাঠাৰ মঙহ) ছাড়িয়া লাউয়েৰ ঘণ্ট (অৰ্থাৎ লাওৰ খৰলি) খাইয়া মৰে।" চৈতন্য দেৱৰ প্ৰেম ৰাধাৰ প্ৰেম ৰাধাৰ প্ৰেম আছিল অৰ্থাৎ তেওঁ আত্মাক ৰাধা (তিৰোতা) পাতি পৰমাত্মাক পুৰুষ ভাবে শৃঙ্গাৰযোগ সাধনাত সিদ্ধিলাভ কৰিছিল। এই প্ৰেম তেওঁ তিৰী পুৰুষ উত্তম অধম সকলোকে সমানে বিলাইছিল। বঙালে এই ফেৰা কথাতে লেচু পাই বৈষ্ণৱ হৈ জাকে জাকে বাৰী-খাৰীক বৈষ্ণৱী পাতি ধৰ্ম্মটিক নিজৰ সুবিধাৰ ফলীয়া কৰি ললে। এতিয়া একো একোটি বৈষ্ণৱৰ লগত অনেক "সেৱাৰ দাসী" বৈষ্ণৱী থাকে। এনেকৈয়ে চৈতন্য দেৱৰ পবিত্ৰ বৈষ্ণৱধৰ্ম্মক বঙালে পাই নেফানেফ কৰিলে। বৰ্ত্তমান চৈতন্য দেৱৰ বৈষ্ণৱধৰ্ম্মৰ যে কি দুৰ্দ্দশা তাক সকলোৱে জানে। শ্ৰীশঙ্কৰদেৱৰ বৈষ্ণৱ (মহাপুৰুষীয়া) ধৰ্ম্ম যদিও তেনে অপবিত্ৰ হোৱা নাই তথাপি বঙালে পাই তাক ওভোতা বুজনে বুজিছে। যি শঙ্কৰদেৱে হৰিনাম কীৰ্ত্তনত বাজে একোৱে শুচি কৰিব নোৱাৰে বুলি বুজাইছিল

এতিয়া ভকতে পানীত কাউৰীৰ দৰে পৰি খোজটিতে গা ধোৱাটিকেই হে ধৰ্ম্ম পাতিছে। যেইকি নোহোক, তথাপি মহাপুৰুষীয়া ধৰ্ম্ম একেবেলিয়েই বেয়াৰ ফালে এই পৰ্য্যন্ত যাব পৰা যদিও নাই কিন্তু কিছুমান কেৱলীয়া ভকতৰ কথা হলে বৰ বিষম শুনা যায়। শ্ৰীশঙ্কৰে গোটেই অসম দেশখনকে ধৰ্ম্মৰ ডোলেৰে এক কৰি ৰাখিবৰ মন কৰিছিল, কিন্তু বঙালে শ্ৰীশঙ্কৰ শূদ্ৰিৰপৰা ধৰ্ম্ম লোৱা কথাটি জাত কুল নাশৰ মূল, এনে কথা সকলোকে বুজাই গোটেইখিনি বঙালেই নানা তৰহৰ কুবাদ শঙ্কৰৰ বিৰুদ্ধে ৰটনা কৰি এফলীয়া হৈ পৰিল। যি মহাপুৰুষ দামোদৰ দেৱে শঙ্কৰৰ মতকে পালন কৰি ধৰ্ম্ম প্ৰচাৰ কৰিছিল এতিয়া তাকো বঙালে পাই বেলেগকৈ পেলাইছে। মহাপুৰুষবিলাক যেই জাতিৰ ভিতৰতেই জন্মগ্ৰহণ কৰোক মই হলে গীতাৰ কথা ভগবানৰ বাক্য বুলি দৃঢ় বিশ্বাসকৈ ভগবানৰ অংশ অৱতাৰ বুলি মানো। আৰু দেখিবলৈ গলে প্ৰায় মহাপুৰুষেই কুল মান নথকাৰ ঘৰতেই হে জন্ম গ্ৰহণ কৰিছিল আৰু কৰেও ; তেনেহলে বঙালে শঙ্কৰদেৱক শূদ্ৰিৰ বুলি যদি মানিবলৈ লাজ পায় তেন্তে গুৱালৰ লৰা শ্ৰীকৃষ্ণক ভগবান বুলি মানে কিয়? এই গল শঙ্কৰদেৱৰ মহাপুৰুষীয়া ধৰ্ম্মৰ কথা। এইদৰে নানাক, কবিৰ আদি মহাপুৰুষসকলে যত সত্য ধৰ্ম্ম প্ৰচাৰ কৰিলে তাক বঙালে গ্ৰহণ নকৰি একো একোটি ধৰ্ম্ম সম্প্ৰদায়ৰ লোকক জাত কুলৰ বাহিৰ কৰি ভাগ ভাগ কৰিলে আৰু ধৰ্ম্মৰ একো একোটি নামকৰণ কৰি নাম দিলে।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

---

# বিদায়।

বিশাল জগত নব পোহৰত
নতুন বৰণ ধৰি,
উন্নতি বৰত ধৰি অবিৰত
দিছে আগলই ভৰি।
অবিদা আন্ধাৰ কলীয়া ভাবৰ
ধুলিৰ ধোৱাঁৰ আঁৰ।
বিদ্যা ধুমুহাই নিছে উৰুৱাই
দিশ কৰি জাতিস্কাৰ।
জ্ঞান বিজ্ঞানৰ বিমল পোহৰ
জিলিকিছে চাৰিফালে,
মঙ্গল উৰুলি আনন্দ কিৰিলি
উথলিছে ঢলে ঢলে।
বিশ্বমন্দিৰত সকলো ভকত
লগেৰে বঙেৰে মিলি,
কৰিছে যোগান বিত্তৰ সম্ভাৰ
শ্ৰীপদ পূজিব বুলি।
সকলো জাতিয়ে শক্তি অনুসাৰে
দিছে নিজ নিজ ভাগ,
ই মহাযজ্ঞত আমি কি মাথোঁন
থাকিম নহৈ আগ?
এলাহ ভীৰুতা স্ব-অৰ্থ-পৰতা,
আঁঠুতে বিচৰা সোণ,
পাছলৈ হোঁহোকা, দেখিও নিশিকা,
নিৰ্জীৱ জাতিৰ গুণ।

আমি অসমীয়া যদিও দুখীয়া
যদিও দুৰ্ব্বল কায়,
বইছে তেজৰ সোঁত শৰীৰত
এতিয়াও মৰা নাই।
এতিয়াও পাৰি পেলাব আচাৰি
যত নিৰ্জীৱৰ চিন ;
দুৰ্দ্দিন খেদাই পাৰি যতনাই
আনিব সুখৰ দিন।
পাৰি জননীক তুলি আনি দিব
এধাৰ ফুলৰ হাৰ,
স্বৰ্ণ থাল ভৰি ধুপ আদি কৰি
যোল বিধ উপচাৰ।
কিয় তেনেহলে দলে দলে দলে
নগৈ দেশে বিদেশে—
আসাম সন্তান হই হতজ্ঞান
থাকিব হীনৰ বেশে?
কিয় তেনেহলে জননী অসমে
নুপূজিব লগ ধৰি ;
পূজাৰ শেষত পবিত্ৰ নিৰ্ম্মালি
নিপিন্ধিব খোপা ভৰি?
অৱশ্যে পূজিব অৱশ্যে পিন্ধিব
অৱশ্যে সহায় পাব—
থাকিও সন্তান নহলে সহায়,
জগতে কুযশ গাব।

"সমূহ সন্তানে কুযশ গুচোৱাঁ"
বুলি আদেশিছে আয়ে,
আদেশ বচন অৰণ্য-ৰোদন
সদা কি থাকিব পাৰে?
সেয়েহে চাপিছোঁ উলাহে সকলো
বিদায় দিবলৈ বুলি;
মাতৃ আজ্ঞা বাণী ফুল সম মানি
লোৱাঁহি শিৰত তুলি।
হাঁহিৰে মেৰীৰ যি দেশ পোহৰ
যি দেশ আনন্দময়,
পূৰবে পশ্চিমে উত্তৰে দক্ষিণে
সকলোতে যাৰ জয়,
গুণীৰ জ্ঞানীৰ স্বদেশ ভক্তৰ
আদৰ্শ সন্তান যাৰ,
নীলাকাশ ভেদি যশস্তম্ভে যাৰ
লগাইছে চমৎকাৰ,

ভাগ্য ভাৰতৰ এহাতত যাৰ
যোৱাঁ সেই বৃটেনত;
শতকে অপায় হই যাব ছাঁই
জননীৰ আশীষত।
বৃটিছ পূজাৰী আছে কাছিপাৰি
শিকাব বুজাব গুণে;
যোৱাঁ কাষ চাপি লোৱাঁগৈ শুধি
শিকা গৈ একান্ত মনে।
কঠোৰ মহৎ ব্ৰত সাধনত
অকল নোহোৱা কদা;
পিতৃৰ মাতৃৰ মঙ্গল কামনা
কাষতে থাকিব সদা।
বন্ধু বান্ধবৰ কথা উছাহৰ
চেনেহ মৰম প্ৰীতি—
সকলোকে চৰি থাকিব আবৰি
বিশ্ব ব্ৰহ্মাণ্ডৰ পতি।*

শ্ৰীপ্ৰেমধৰ গোহাঁই।

---

## তুমি।

নিশাৰ নিচিনা গম্ভীৰ তুমি
গভীৰ সাগৰ প্ৰায়।
পৰ্ব্বতৰ দৰে গহীন মূৰতি
অচল অটল কায়।।
উষাৰ নিচিনা জ্যোতিৰ্ম্ময় তুমি
দুখ-শোক-তাপ হৰা।

সন্ধিয়াৰ দৰে মনোৰম কান্তি
জগত জিলিকি পৰা।।
পৰাণে পৰাণে হৃদয়ে হৃদয়ে
সৰগৰ অপূৰ্ব্ব জ্যোতি।
লভিলে দৰ্শন শোক-দুখ-তাপ
গুচি যাই সকলোটি।।

শ্ৰীকমলাকান্ত ফুকন।

---

## মিছা গৰ্ব্ব।

সাগৰক মেঘে কয় অতি গৰ্ব্বভৰে
'মোৰ পানীয়েই তাৰ-দেহ পূৰ্ণ কৰে।'
সাগৰে উত্তৰে "ঠিক! ন কৰোঁ সংশয়,
কিন্তু বোপা কোৱাঁচোন পিতৃৰ পৰিচয়।।"

শ্ৰীশ—

---

## অজ্ঞানতা।

নিবিছাৰোঁ তোক আমি, থাক দূৰতেই।
নাহিবি দুনাই মোৰ মনক এন্ধাৰি।
বাজিছে পূৰত জ্ঞান তন্ত্ৰী সেই—
মোৰো মন যায় যেন যাওঁ লৰ মাৰি।
তোৰ এন্ধাৰৰ মাজে তীব্ৰ ভঙ্গিমাৰে
নেচাবি; হৃদয় মোৰ নুবুৰাওঁ তাত।

শ্ৰীশ—

---

* শ্ৰীযুত তাৰাপ্ৰসাদ চলিহাক বিলাতলৈ বিদায় দিয়া সভাত পঢ়া হৈছিল।

# বিহুৰ বঁটা আৰু ওলগ।

ভাই অসমীয়া! আত্মসম্মান শিকাঁ।
আত্মমৰ্য্যাদা অমূল্য ধন।
নিজৰ ক্ষমতা আৰু শক্তিত
বিশ্বাস কৰিবলৈ শিকাঁ।
তেনেহলেই তোমাৰ হেৰোৱা মনুষ্যত্ব
তুমি আকৌ পাবা।

তেনেহলেই অসমীয়া জাতি এই
পৃথিবীত আকৌ মানুহমুৱা হৈ উঠিব পাৰিব।

বিদেশত পৰি থকা তোমালোকৰে নিঃকিন এজনৰপৰা তোমালোকলৈ বছেৰেকৰ মূৰত এই বিহুৰ বঁটা আৰু ওলগ।

—সম্পাদক।

# মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত।

শঙ্কৰদেৱে অৱতাৰ মানিছিল, তেওঁ লীলা-বিগ্ৰহধাৰী শ্ৰীকৃষ্ণৰ উপাসনা শিক্ষা দিছিল, গতিকে তেওঁ বহু-ঈশ্বৰবাদী আৰু পৌত্তলিক আছিল, এনে মন্তব্য প্ৰকাশ কৰা নিতান্ত ভুল। প্ৰকৃত সনাতন হিন্দুধৰ্ম্মৰ মুলত একেশ্বৰ বাদ। এই ধৰ্ম্মত জড়োপাসনা নাই। দুৰ্ভাগ্যবশতঃ ইউৰুপীয়ানবিলাকৰ মত অনুসৰি আমাৰ দেশীয় কোনো কোনো শিক্ষিত লোকে হিন্দুবিলাকক বহু-ঈশ্বৰবাদী জড়োপাসক বা পৌত্তলিক বুলি নিন্দা কৰে। হিন্দুবিলাকে জানে যে সমুদয় জড় পদাৰ্থতে এক অনাদি অনন্ত পৰমেশ্বৰ অন্তৰ্যামী হৈ আছে, সেই অন্তৰ্যামী পুৰুষক হে উপাসনা কৰা হয়, জড় পদাৰ্থ অৱলম্বন মাত্ৰ। যেনে প্ৰকাৰেই হওক ঈশ্বৰত চিত্ত সমাধান কৰিব পাৰিলেই তেওঁৰ উপাসনা কৰা হয়। সেই নিমিত্তে প্ৰতিমোপাসনাও প্ৰকৃত নিৰাকাৰৰ হে উপাসনা। নিৰাকাৰৰ ধাৰণা বা সাক্ষাৎ উপাসনা নহয় বাবে এনে উপায় অৱলম্বন কৰা হয়। ক্ষুদ্ৰমতি লৰাই বিস্তীৰ্ণ ভুমণ্ডলৰ বিষয় ধাৰণা কৰিব নোৱাৰে, সেই বাবে globe বা গোলকৰ সাহায্যত শিক্ষকে বুজাই দিয়ে। সাকাৰ উপাসনা নিন্দা কৰি যি সকলে নিৰ্গুণ নিৰাকাৰৰ উপাসনা কৰে তেওঁলোকেই দয়াময়, মঙ্গলময়, সৰ্ব্বশক্তিমান, ন্যায়বান প্ৰভৃতি বিশেষণ ব্ৰহ্মত প্ৰয়োগ কৰে। তেওঁলোকেও প্ৰাৰ্থনাৰ সময়ত নিৰাকাৰ ব্ৰহ্মৰ চৰণকমল, সিংহাসন, শান্তিময় ক্ৰোড় প্ৰভৃতিৰ উল্লেখ কৰে। ই তেওঁলোকৰ দোষ বুলিব নোৱাৰি, কাৰণ নিৰাকাৰ আৰু নিৰ্গুণৰ ধ্যান সাধাৰণৰ পক্ষে অসম্ভব বাবেই তেওঁলোকে অজ্ঞাত ভাবে সাকাৰৰ চিন্তা কৰিবলৈ বাধ্য হয়। লোকৰ অধিকাৰভেদে ভিন্ন ভিন্ন প্ৰকাৰ উপাসনাৰ সৃষ্টি, কিন্তু সকলোৰে লক্ষ এক পৰব্ৰহ্মৰ সাধনা।

"মায়া হ্যেষা মায়া সৃষ্টা যন্মাং পশ্যসি নাৰদ।
সৰ্ব্বভূত গুণৈৰ্মুক্তং মৈবং মাং দ্ৰষ্টু মৰ্হসি।।"

হে নাৰদ, তুমি যে মোক দেখিছা ই মোৰ মায়াৰে ফলত, নহলে মই গুণাতীত, মোক নেদেখিলাহেঁতেন। লোকৰ উপকাৰৰ নিমিত্তেই ভগৱানে মায়িক শৰীৰ গ্ৰহণ কৰে, এই কথা গীতাত আছে। এই মায়িক শৰীৰেই তেওঁৰ লীলা। মাধৱদেৱে ঘোষাত লিখিছে যে কঠিন আত্মতত্ত্ব লোকে সহজে বুজিবৰ নিমিত্তেই ভগৱানৰ লীলাৰ মূল কাৰণ।

"পৰম দুৰ্ব্বোধ আত্মতত্ত্ব, তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।"

মায়িক শৰীৰ পৰিগ্ৰহ কৰিলে নিৰ্গুণ ঈশ্বৰ সগুণ ৰূপে অৱতীৰ্ণ হয়। সেই সগুণ ঈশ্বৰৰ প্ৰতিহে ভক্তিৰ উদ্ৰেক হয়, তেওঁৰ সাধনা হয়। সেয়ে হলে হে আত্মতত্ত্ব জ্ঞান হব পাৰে। কেৱল শাস্ত্ৰ অধ্যয়ন, অনুশীলন বা চিন্তা দ্বাৰা যে তত্ত্বজ্ঞান হব পাৰে এনে বিশ্বাস একেবাৰে ভুল। ৰাশি ৰাশি শাস্ত্ৰ পঢ়িলেও প্ৰকৃত জ্ঞানী হব নোৱাৰে। শাস্ত্ৰজ্ঞান পাণ্ডিত্য নহয়, ব্ৰহ্মজ্ঞান হে পাণ্ডিত্য, বৃহদাৰণ্যক উপনিষদত এই কথা আছে। দৰাচলে ভক্তি নহলে জ্ঞান আৰু জ্ঞান নহলে মুক্তি নহয়, এই কথা শঙ্কৰাচাৰ্য্য আদি কৰি জ্ঞান মাৰ্গৰ আচাৰ্য্যবিলাকেও স্বীকাৰ কৰে। "ভক্ত্যা মামভিজানাতি যাবান্ যশ্চাস্মি তত্ত্বতঃ।" বৈষ্ণৱ প্ৰধান পূজ্যপাদ শ্ৰীধৰ স্বামীয়ে কয় যে ভক্তিয়েই মুক্তিৰ মূল কাৰণ ; জ্ঞান ভক্তিৰ ফল মাথোন। শঙ্কৰাচাৰ্য্য প্ৰভৃতিয়ে কিন্তু জ্ঞানকে হে মুক্তিৰ মুখ্যহেতু বুলি ধৰে। এই মাত্ৰ প্ৰভেদ। অপাৰগৰ পক্ষে হে ভক্তিমাৰ্গ শ্ৰেয়ঃ এনে সিদ্ধান্ত যে ভুল তাৰ কোনো সন্দেহ নাই। ভক্তি থাকিলে হে উপনিষদ জ্ঞানৰ আবিৰ্ভাৱ হয়। কেৱল বুদ্ধিৰ পৰিচালনা কৰি কি ব্ৰহ্মালাভ কৰিব পাৰি? (১)

এতেকে দেখা গল যে মাধৱদেৱে লিখামতে লোকৰ তত্ত্বজ্ঞানৰ সাহায্যাৰ্থেই বাস্তৱিক ভগবানৰ লীলা। এই লীলা অৱতাৰধাৰী ভগবানৰ প্ৰতি একান্ত নিষ্ঠ ভক্তিকেই শঙ্কৰ মাধৱ দুয়ো শিকাইছিল। সেই বাবে তেওঁলোকৰ কাকো বহু-ঈশ্বৰবাদী বুলি সিদ্ধান্ত কৰা নিতান্ত ভুল। উপনিষদৰপৰা একেশ্বৰবাদ ৰাজা ৰামমোহন ৰায়েও বুজাইছিল। "সদেব সোম্যেদমগ্ৰ আসিয়েকমেবাদ্বিতীয়ম" (ছান্দোগ্য)। এই উদ্ধৃত অংশৰ অৰ্থ অকল একেশ্বৰবাদেই নহয় ; ইয়াৰ বৈদান্তিক অৰ্থ বহুত গভীৰ। কেৱল যে পৰমেশ্বৰ এক এনে নহয় ; এক ব্ৰহ্মাৰ বাহিৰে সৎ আৰু একো নাই। ব্ৰহ্মাই এক সৎ আৰু অদ্বিতীয়। ব্ৰহ্ম আৰু জীবাত্মা এক, জগৎ মিথ্যা। ব্ৰহ্মবিদ্যা আৰু আত্মতত্ত্বজ্ঞান একে ; সেয়েহে মুক্তিৰ কাৰণ ; কৰ্ম্ম কোনো কালে মুক্তিৰ কাৰণ নহয়। যি বাবে আত্মা আৰু ব্ৰহ্মাৰ একত্ব বুজা নাযায় সেয়ে মায়া বা অবিদ্যা ; তাৰে নিমিত্তে অসৎ জগতকো সৎ যেন বোধ হয়। বিদ্যালাভ হলে অৰ্থাৎ অবিদ্যা নাশ হলে বুজা যাব যে এক ব্ৰহ্মাই সত্য আন সকলো মিথ্যা আৰু জীবাত্মা আৰু ব্ৰহ্ম অভেদ। এজন পণ্ডিতে লিখি গৈছে ঃ—

"শ্লোকাৰ্দ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থ কোটিভিঃ।
ব্ৰহ্ম সত্যং জগন্মিথ্যা জীবো ব্ৰহ্মৈব কেবলম।।"

কোটি গ্ৰন্থৰ দ্বাৰাই যি বুজোৱা হৈছে তাক মই অৰ্দ্ধ শ্লোকৰ দ্বাৰাই কওঁ ; অৰ্থাৎ ব্ৰহ্ম সত্য, জগৎ মিথ্যা। জীবাত্মা আৰু ব্ৰহ্ম এক। গীতাত আছে "অহমাত্মা গুড়াকেশ সৰ্ব্ব ভুতাশয়াস্থিত।" উপনিষদবিলাকতো এই কথাই বিশেষৰূপে বুজোৱা হৈছে। বাস্তৱিক এই monistic principle যে অধিক ভাগ উপনিষদৰ তাৎপৰ্য্য তাক সন্দেহ কৰাৰ কাৰণ খুব কমেই দেখা যায়। ভগৱান শঙ্কৰাচাৰ্য্যই এই কথা অতি স্পষ্টভাৱে কৈ গৈছে। ছান্দোগ্য উপনিষদত আৰুণিয়ে শ্বেতকেতুক উপদেশ দিছে "ঐতদাত্ম্যমিদং সৰ্ব্ব তৎ সতাংশ আত্মা তত্ত্বমসি শ্বেতকেতো"। ইয়াতো সেই একে কথাকে কৈছে। "তত্ত্বমসি" অৰ্থাৎ "তুমি সেই আত্মা," ইয়াৰ দ্বাৰাই জীবাত্মা পৰমাত্মা এক ইয়াকে বুজোৱা হৈছে। এয়ে অদ্বৈতবাদ।

বৈষ্ণৱ আৰ্য্যবিলাকৰো অদ্বৈতবাদ, কিন্তু সেয়ে বিশিষ্ট প্ৰকাৰৰ ; সেইদেখি এওঁলোকক বিশিষ্টাদ্বৈতবাদী

(১) It is through the heart that the Lord is seen and not through the intellect. The intellect is only the street-cleaner cleansing the path for us, a secondary worker, the policeman; * * * It is feeling that works, that moves with speed infinitely superior to that of electricity or anything else."
– Vivekananda.

ভগৱানে নিজে কৈছে

"তেষাং সততং যুক্তানাং ভজতাং প্ৰীতি পূৰ্ব্বকম্।
দদামি বুদ্ধি যোগং তং যেন মানুপযান্তি তে।।"
"ভগৱন্ত ভক্তিযুক্ত, পুৰুষৰ আত্মবোধ, মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত তেবে গুচয় সংসাৰ ভয়, এহি মানে গীতাৰ নিৰ্ণয়।।"
— নামঘোষা।

বোলা হয়। ব্ৰহ্ম অনাদি, অনন্ত, সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তিৰ মূলাধাৰ। সূৰ্য্যৰ এক এক ৰশ্মিৰ নিচিনা জীবাত্মাবিলাক ব্ৰহ্মৰ অংশ, কিন্তু সূৰ্য্য যেনেকৈ ৰশ্মিতকৈ অধিক সেই প্ৰকাৰ ব্ৰহ্ম জীবাত্মাতকৈ অধিক। জীবাত্মাসকল ব্ৰহ্মৰ দাস। (২)

এই ভাবৰ নিমিত্তেই বৈষ্ণৱ সম্প্ৰদায়ৰ আশ্ৰয় ভক্তিমাৰ্গ আৰু নিৰ্গুণ ব্ৰহ্মৰ সগুণভাৱে আৰাধনা। জ্ঞান নহলে মুক্তি নহয়, অথচ ভক্তি নহলে জ্ঞান নহয়। সেই বাবেই গীতাত ভগৱানে সগুণোপাসকক শ্ৰেষ্ঠ বুলিছে। গীতা উপনিষদৰ সাৰ। "সৰ্ব্বোপনিষদো গাবো" আৰু "দুগ্ধং গীতামৃতং মহৎ।" প্ৰকৃততে ভক্তিয়েই যে মুক্তিৰ মূল কাৰণ আৰু সেই নিমিত্তে সগুনোপাসনা সকলোতকৈ প্ৰশস্ত এই কথা উপনিষদসম্মত। বৈষ্ণৱ সমাজত গীতাৰ শাঙ্কৰ ভাষ্যতকৈ শ্ৰীধৰ স্বামীৰ টীকা বেছি আদৰণীয়।

দেখা যায় যে দুই শ্ৰেণীৰ লোকে সগুণোপাসনা নকৰে। ইয়াৰ এক শ্ৰেণী হৈছে মনুষ্য আকাৰে পশুবিলাক যাৰ কোনো ধৰ্ম্মজীৱন নাই। আন শ্ৰেণী হৈছে যিবিলাক জীৱন্মুক্ত পৰমহংস অৰ্থাৎ যিসকলে তত্ত্বজ্ঞান লাভ কৰি আত্মাত ঈশ্বৰক উপলব্ধি কৰিছে। যি ব্ৰহ্মলাভ কৰিছে তেওঁৰ আৰু কিহৰ নিমিত্তে চেষ্টাৰ আৱশ্যক? কিন্তু নাৰদাদি জীৱন্মুক্ত পুৰুষে মুক্তিকো ঠেলি পেলাই সগুণোপাসকৰ ভক্তিকে শ্ৰেষ্ঠ বুলি মানিছিল। সেই বাবেহে এওঁলোকক "মুক্তিতো নিস্পৃহ" বোলা হয়। মুক্তিৰ নিমিত্তে ভক্তিও তেওঁলোক সকাম ভক্তি যেন বিবেচনা কৰিছিল। "মুমুক্ষু ভকত, জনত কৰিও, কেৱল ভক্ত গৰিষ্ঠ।" "মই নিজে অমৃত হোৱাতকৈ সদাই অমৃত আস্বাদন কৰি থাকিম" এওঁলোকৰ এই ভাব আছিল। মিষ্টান্ন লোকে খাবলৈ বিচাৰে, কোনোৱে মিষ্টান্ন নিজে হবলৈ ইচ্ছা নকৰে। এই নিমিত্তেই প্ৰকৃত ভক্তসকলে জ্ঞান মাৰ্গৰ সোহহং ভাব ভাল নেপায়। তেওঁলোকে জ্ঞানকো তুচ্ছ যেন দেখে। (৩)

---

(২) "তোমাৰে সে অংশ আমি যত জীৱ জাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক।।"
"তুমি সত্য ব্ৰহ্ম, তোমাতে প্ৰকাশে, জগত ইটো অনন্ত।
জগততে সদায়, তুমিও প্ৰকাশা, অন্তৰ্যামী ভগৱন্ত।।
"তুমি আত্মা হেন, জানিয়া তোমাক, চিত্তে ভজে যিটোজন।
তুচ্ছ পুত্ৰ দাৰা, বিষয় ভোগত, নাই তাৰ প্ৰয়োজন।।"
অনন্ত জগতখান, তোমাত উদ্ভৱ ভৈল, সত্ত হেন প্ৰকাশে সদায়।
কৰ্ম্মজড় মনুষ্যৰ, মন মগ্ন ভৈল তাতে বেদৰ নুবুজে অভিপ্ৰায়।।
তোমাৰ অদ্বৈত ৰূপ, পৰম আনন্দ পদ, তাতে মোৰ মগ্ন হোক চিত্ত।।
ভৈলোহো দাসৰো দাস, জানি আৰে নৰহৰি, আমাক নেৰিবা কদাচিত। —কীৰ্ত্তন।

(৩) "নাৰদ সনত কুমাৰ সনন্দ, শুকমুনি আদি কৰি।
মুকুতি সুখক, ঠেলি ৰাম নাম, সদায় ফুৰে সুমৰি।।"
"ভকতজনৰ হৰিনামেসে সৰ্ব্বস্ব।
মুকুতিকো ঠেলি আগ হোৱে হৰিৰশ।।" —নামঘোষা।
"ভকতিৰ মহিমা দেখিও অদভুত।
ভৈল কৃতকৃত্য যিটো জীৱন্তে মুকুত।।
তথাপিতো প্ৰাৰ্থনা কৰয় ভকতিক।
জানিয়া আনন্দ অতি মোক্ষতো অধিক।।" — ভক্তি ৰত্নাৱলী।

"He (the Bhakta), soon, through the mercy of the Lord, reaches a plane where pedantic and powerless reason is left far behind, and the mere intellectural groping through the dark gives place to the day-light of direct perception. He no more reasons and believes, he almost perceives. He no more argues he senses. And is not this seeing God, and feeling God and enjoying God, higher than everything else? Nay bhaktas have not been wanting who have maintained that it is higher than even Moksha – Liberation."

–Vivekanda.

পূৰ্ব্বেই কোৱা হৈছে যে বৈষ্ণৱ আচাৰ্য্যবিলাক ঠিক অদ্বৈতবাদী নহলেও শঙ্কৰচাৰ্য্যৰ মত তেওঁলোকে ঠেলিব পৰা নাই। বুৰঞ্জীৰ আদিৰপৰা জগতত ভগবান শঙ্কৰাচাৰ্য্যৰ নিচিনা আধ্যাত্মিক বিষয়ে deep and bold thinker আৰু এজন বোধ কৰোঁ হোৱা নাই। ইউৰপীয়ান পণ্ডিতসকলে তেওঁৰ গভীৰ গবেষণা দেখি স্তম্ভিত হৈছে। তেওঁৰ শাৰিৰিক ভাষ্য ভাৰতবৰ্ষৰ সকলো ঠাইতে শীৰ্ষস্থানীয় বুলি বিবেচনা কৰা হয়। তেওঁৰ মায়াবাদ উল্লেখ কৰি কোনো কোনো কৰ্ম্মমাৰ্গৰ আচাৰ্য্যই— তেওঁৰ মত শূন্যবাদী বৌদ্ধমতৰ নামান্তৰ মাত্ৰ বা প্ৰচ্ছন্ন বৌদ্ধবাদ বুলি নিন্দা বা উপহাস কৰিছে। কিন্তু কি শৈবাচাৰ্য্য, কি বৈষ্ণৱাচাৰ্য্য সকলোৱেই প্ৰকাৰান্তৰে তেওঁৰ মত অবলম্বন নকৰাকৈ থকা নাই। সেই বাবেই শঙ্কৰ মাধৱ দুয়োৰো লেখাতে অদ্বৈতবাদ, মায়াবাদ প্ৰকৃতিৰ বিস্তৰ প্ৰমাণ পোৱা যায়। (৪)

যি হওক জগৎ অনিত্য হলেও আকাশ-কুসুম বা শ শ শৃঙ্গৰ নিচিনা অলীক নহয়। এই কথা মায়াবাদীয়েও কয়। জগৎ আছে হয় কিন্তু "মন্দান্ধকাৰে ৰজ্জুঃ সৰ্প ইব" অৰ্থাৎ কম পোহৰত দূৰৰপৰা লেজুকে যেনেকৈ সাপ যেন দেখা যায় সেই প্ৰকাৰ মায়াৰ গুণত জগতকো নিত্য যেন বোধ হয়। এক মাত্ৰ সৎ ভগাবান, কিন্তু জগৎ তেওঁৰ সৃষ্টি, গতিকে জগতক একেবাৰে তুচ্ছ জ্ঞান কৰা ঠিক নহয়। এই ভাব হে সংসাৰীৰ উপযুক্ত আৰু পাশ্চাত্য ধৰ্ম্মভাবৰ লগত এই ভাব অলপ মিলে। অন্নময় কোষ অৰ্থাৎ দেহৰ ধ্বংসৰ লগে লগে জগতৰ সম্বন্ধ ৰহিত হয়, সেই বাবেই জগৎ অনিত্য ; কিন্তু নিত্য আত্মাৰ লগত নিত্য পৰমাত্মাৰ সম্বন্ধ অবিচ্ছিন্ন আৰু চিৰস্থায়ী ; নিত্য বস্তু হে সাৰ ধন। তথাপি যিমান দিন দেহ থাকে সিমান দিন জগৎ সত্য যেন হে বোধ হয় ; আৰু শুদ্ধচিত্ত হৈ থাকিব পাৰিলে এনে ভাবে আত্মা পৰমাত্মাৰ নিকট আৰু চিৰস্থায়ী সম্বন্ধ কেতিয়াও পাহৰাব নোৱাৰে। ভক্তিতেই চিত্তশুদ্ধি হয়। পাৰ্থিব জীৱন একেবাৰে মূল্যহীন নুবুলি বৈষ্ণৱ গুৰুসকলে পৃথিৱীত নৰতনু লাভ যে কি সৌভাগ্যৰ কথা তাক বাৰ বাৰ কৈছে। নৰজীৱনৰূপ সুবিধা পাই জীৱই অকল ভক্তি আশ্ৰয় কৰি মুক্তি লাভ কৰিব পাৰে, শঙ্কৰে কীৰ্ত্তনৰ প্ৰায় প্ৰত্যেক অধ্যায়ৰ শেষত এই কথা লোকক বুজাবৰ চেষ্টা কৰিছে।

এই ভক্তি কেৱল একনিষ্ঠ বা অব্যভিচাৰী হব লাগে, নহলে ব্ৰহ্মলাভ নহয়। গীতাত ভগবানে কৈছে, "মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে। স গুণান সমতীত্যৈতান্ ব্ৰহ্মভূযায় কল্পতে।।" "সৰ্ব্ব ধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ"। নাম ঘোষাত লিখিছে:—

"মোত মাত্ৰ সদা দিয়া মন,
মোৰ ভক্ত হোৱাঁ সৰ্ব্বক্ষণ,
মোক পূজা মাত্ৰ মোকে কৰাঁ নমস্কাৰ।
কহিলোঁ তোমাত সত্যবাণী,
পাইবা সুখে মোক মহামানি,
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ।।"
"কৃষ্ণ নিগদতি সব্যসাচি,
পৰমাৰ্থ তত্ত্ব লয়ো বাছি,
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত্ত,
গায়ো মোৰ গুণ নাম গীত,
সকল শাস্ত্ৰৰ কহিলোঁ সাৰ সাক্ষাত।।"

এইদেখি শঙ্কৰ মাধৱে প্ৰচাৰ কৰা ধৰ্ম্মক "একশৰণ" ধৰ্ম্ম বোলা হয়, অৰ্থাৎ পৰমেশ্বৰৰ প্ৰতি নিষ্কাম, একনিষ্ঠ, সুদৃঢ় ভক্তিয়েই এই ধৰ্ম্মৰ মূল কথা। ভগবানৰ প্ৰসাদত যি মহাপুৰুষৰ এই প্ৰকাৰ একান্ত ভক্তি হৃদয়ত জন্মে তেওঁ মোক্ষপদকো আশা নকৰি অকল ভক্তিতেই মজি থাকে।

এই বাবেই মহাপুৰুষীয়া সম্প্ৰদায়ৰ মাজত অন্য

(৪) "আত্মা ঈশ্বৰক লাগ, প্ৰত্যক্ষে সততে পায়, মাপাৰ জানা তাক অবিদ্যাত। অবিদ্যা নাশিলে লাগ, কৃষ্ণক পাবয় যেন, কণ্ঠলগ্ন বস্তুক সাক্ষাত।"

"মায়া আদি কৰি যত, সমস্ত জগত জড়, কৃষ্ণসে চৈতন্য আত্মা শুদ্ধ।"

"মাধৱে সে আত্মা নিজ, মাধৱে সে ইষ্ট গুৰু, মাধৱে সে দেৱতা পৰম।"

"মুমুক্ষুজনৰ যেৱে, অবিদ্যাজনিত সুখে, বিৰকতি ভৈল অতিশয়। কেৱল আত্মাত মাত্ৰ, সদায়ে ৰমণ কৰে, তেৱে বিধি কিঙ্কৰ গুচয়।"

—নাম ঘোষা।

দেৱ দেবীৰ পূজা নিষিদ্ধ। "এক দেৱ এক সেৱ, এক বিনে নাহি কেৱ।" "অন্য দেবী দেৱ, নকৰিবা সেৱ, গৃহকো নাযাইবা, প্ৰসাদো নাখাইবা, ভক্তি হৈব ব্যভিচাৰ।" অন্য দেবী পূজা কৰিলে ভক্তি ব্যভিচাৰী হয়। দামোদৰদেৱেও এই ধৰ্ম্মকেহে শিক্ষা দিছিল। কালক্ৰমত এই শিক্ষা লৰচৰ হয়। বৰ্ত্তমান সময়ত কোনো কোনো দামোদৰী পন্থৰ বৈষ্ণৱ আচাৰ্য্যই শিষ্যক শাক্ত মন্ত্ৰ দিয়াও শুনা যায় আৰু তেনে শিষ্যই প্ৰকাশ্যে তান্ত্ৰিক নিয়মে দেৱ দেবীৰ পূজা কৰাও দেখা যায়। বিদ্যাবিনোদ মহাশয় নিজে বোধকৰোঁ ঘোৰ শাক্ত, সেইবাবে তেওঁৰ মানত বৈষ্ণৱৰ এনে আচৰণ উদাৰতাৰ লক্ষণ আৰু মহাপুৰুষীয়াৰ শাস্ত্ৰ অনুযায়ী অব্যভিচাৰী ভক্তি সঙ্কীৰ্ণতাৰ লক্ষণ! যি হওক এই বিষয়ে বিদ্যাবিনোদ মহাশয়ে নিজৰ মত লৈ থাকক ; তেওঁৰ সৈতে আমাৰ বিবাদৰ কোনো প্ৰয়োজন নাই।

## গুৰু-চৰিত্ৰ।

### জগন্নাথ মূৰ্ত্তি প্ৰতিষ্ঠা

গুৰুদেৱে মাধৱক নিজৰ সন্তান অপেক্ষাও স্নেহ কৰে, গুৰুমাতাই দেখি আচৰিত হৈ কৈছে, তিনিটি লৰা এজনী কন্যা থকাতো অহৰহ মাধৱ মাধৱ কৰি থাকে, সন্তানকো আদৰ নকৰে ; বাৰু এদিন পৰীক্ষা বুজিব লগা হল ; এই বুলি আইয়ে এটি দামুৰি পোৱালি হেচোক মাৰি কাপোৰ ঢাকি থৈ মৰা নিচিনা কৰি ৰাখিছে। গুৰুঈশ্বৰ শৌচ কৰি মূৰত গামছা লৈ আহি বহাত সুধিছে এইটি কি কাম হল ; দামুৰিটি দেখোঁ মৰিল। ঈশ্বৰ পুৰুষে বিস্ময় মানি হা হৰি শব্দ উচ্চাৰণ কৰিছে। আই সন্তান সৈতে ভিতৰলৈ গল ; মাধৱদেৱ আহি জিজ্ঞাসা কৰিছে, বাপ! কি হল? গৰু এটি মৰিল বুলি উত্তৰ দিছে। গোসাঁইৰ অস্থিৰতা দেখি মাধৱে সাবটি ধৰি স্নান কৰাইছে, আৰু কৈছে যে এইটি জগৰ আমাৰ গাত পৰিছে ; এই প্ৰকাৰে কোৱাত মাতৃদেবী ভিতৰৰ পৰা ওলাই আহি মাধৱক প্ৰশংসা কৰিছে ; গৰু পোৱালিটি কাপোৰ গুচাই উঠাই দিছে । আইয়ে গুৰুভক্তিৰ কাৰ্য্য দেখি আচৰিত হৈছে। কোনো এদিন ৰামদাস আতাৰ গৃহত নাম সেৱা হোৱাত শিষ্য সহিতে গুৰুজন গৈ নাম কীৰ্ত্তন কৰি প্ৰসাদ বিলাই ভকতসকল ঘৰাঘৰি গল ; এক চৰু মিঠাই আজ্ঞাৰ ঘৰৰ শিকিয়াৰ ওপৰত ভুল হৈ থকাত বিলাবলৈ নহল ; পিছত সেই দিনা নিশা বিধৱা বামুণী এজনীয়ে স্বপ্ন দেখিছে যে এটি সুন্দৰ ব্ৰাহ্মণৰ লৰাই সোণৰ আচাৰি এডালি লৈ শিকিয়াৰ ওপৰত থকা মিঠাই চৰু ৰখি আছে। এই কথা গুৰুঈশ্বৰত বামুণীয়ে জনোৱাত ৰামদাস আতাক মতাই আনি শোধাত তেওঁ শুনি আচৰিত হৈ আস্তেব্যস্তে ভিতৰ ঘৰলৈ যায় দেখে যে স্বপ্নৰ কথা মিছা নহয়। তেতিয়াই মিঠাইৰ চৰু সমাজলৈ আনিছে ; শঙ্কৰদেৱৰ আদেশমতে তাকৰীয়া মিঠাই হেতু গুড়ি কৰি ভগাই দিছে ; গুৰুজনে নিজে আগ বাঢ়ি হাত পাতি লৈছে ; আন ভকত সকলোৱে আঠু কাঢ়ি হাত পাতি লৈ ভোজন কৰিছে।

এই প্ৰকাৰে ধৰ্ম্ম প্ৰচাৰ কৰি থাকি এদিন শঙ্কৰদেৱ ৰামৰায় আতাক মাতি আনি আলোচনা কৰিলে যে একখানি জগন্নাথ মূৰ্ত্তি থাপবি লগা হল। ভাল বুলি প্ৰশংসা কৰি কোৱোলা বাঢ়েক মতাই আনি প্ৰতিমা সাজিবলৈ আজ্ঞা কৰিলে। গুৰু বাক্য শিৰোগত কৰি বাঢ়েয়ে প্ৰতিমাৰ কাঠ সংগ্ৰহ কৰি কোন আৰ্হিৰে প্ৰস্তুত কৰা হব বুলি জনালে। শঙ্কৰদেৱে উত্তৰ দিলে আমি স্নান কৰিবৰ সময় আহিলে প্ৰতিমাৰ আৰ্হি দেখিবলৈ পাবা। পিছ দিনা স্নান কৰিবৰ সময়ত বাঢ়ে আহি চতুৰ্ভুজ মূৰ্ত্তি দৰ্শন কৰি আচৰিত ভাবি শঙ্কৰক ঈশ্বৰ অৱতাৰ বুলি লোক প্ৰচাৰ কৰি চতুৰ্ভুজ মূৰ্ত্তিৰে প্ৰতিমা প্ৰস্তুত কৰি দিলেহি। প্ৰতিমা প্ৰতিষ্ঠাৰ নিমিত্তে ৰামৰায়ক ব্ৰাহ্মণ কৰিবলৈ আজ্ঞা হল। বিধি মতে নিমন্ত্ৰণ প্ৰচাৰ কৰিলত ব্ৰাহ্মণসকলে শঙ্কৰে মূৰ্ত্তি প্ৰতিষ্ঠাৰ ভান দেখুৱাই লোকসকলক ভকত কৰিবলৈ চালাকি কৰিছে বুলি প্ৰকাশ কৰিলে। বাঢ়েয়ে কাঠত ভৰি দি কটা প্ৰতিমা ব্ৰহ্মতনু হৈ কেনেকৈ সেৱা কৰা হব, এতেকে কোনো এজনো তালৈ যোৱা নহব। এই কথা ৰামৰায় জানিব পাৰি শঙ্কৰদেৱত জনোৱাত মহাপুৰুষে কলে তালৈ অকণো ভয় নকৰিবা, লুভীয়া দ্বিজ সৰহ লাভৰ আশা পালেই অনায়াসে আহিব। তুমি নিমন্ত্ৰণ পত্ৰত প্ৰকাশ কৰি দিয়াঁ যে যিসকল

ব্ৰাহ্মণ প্ৰতিষ্ঠালে আহিব তেওঁলোকে কোনোৱে এতোলা কোনোৱে আধা তোলা আৰু ধেনু একোজনী বস্ত্ৰাদি উপযোগী দক্ষিণা পাব ; আতাই এইদৰে ঘোষণা প্ৰচাৰ কৰিলত দ্বিজ সকল উপস্থিত হলহি। বেদ ব্যৱহাৰ মতে প্ৰতিমা থাপনৰ কাৰ্য্য আৰম্ভ হল। সমাজৰ উপস্থিত ব্ৰাহ্মণসকলত শঙ্কৰে জিজ্ঞাসা কৰিছে প্ৰস্তুতি মুৰ্ত্তিখানি মদনমোহন হয়নে নহয় ; আৰু এই মুৰ্ত্তি প্ৰতিষ্ঠা কৰি থাপি দেৱ ভাবে সেৱা কৰাত কিব দোষ আছেনে? আচাৰ্য্য, কন্দলি, মিশ্ৰ, উপধ্যায়, ভাৰতী প্ৰভৃতি পণ্ডিতসকলে এক বাক্যে স্বীকাৰ কৰিছে, দাৰু, মৃত্তিকা, জল প্ৰভৃতিক ঈশ্বৰত্ব ভাবে সেৱা কৰা যায় একো দোষ হব নোৱাৰে। তেনে হলে আমি যি মুৰ্ত্তি প্ৰতিষ্ঠা কৰি থাপা হল, সেৱা কৰি লোকে গতি পাব। তাৰা সকলে কৈছে অৱশ্য বাব ; বিশেষত ঃ আপুনি স্বয়ং ঈশ্বৰ হৈ ভগবানৰ প্ৰতিমা থাপন কৰিছে। প্ৰথমে ব্ৰহ্মানন্দ কন্দলিয়ে মুৰ্ত্তি প্ৰদক্ষিণ কৰি সেৱা কৰিছে। তাৰ পিছত আন আন ব্ৰাহ্মণ। সকলোকে যথোচিত দক্ষিণা দি বিদায় কৰিছে।

## দুইজনা গুৰুৰ চৰিত্ৰ।

শ্ৰীধৰ্ম্ম মুৰ্ত্তিয়ে প্ৰতি দিন আবেলি আহি আগচালিত বহি থাকে ; গুৰুঈশ্বৰ শয়নৰপৰা উঠি আহি সম্বোধন কৰে মাধৱ বান্ধৱ আহিলা নে? মাধৱে চৰণৰ ধুলি লৈ সেৱা কৰে। এদিন শয়নত অলপ বিলম্ব হোৱাত ৰুক্মিণীয়ে মহাপুৰুষৰ ওচৰলৈ গৈ জগাইছে ; আতা আপোনাৰ বান্ধৱ মাধৱ আহিছে, উঠক! গুৰুজনে আস্তেব্যস্তে উঠি ৰুক্মিণীক সাবটি ধৰি চুম্বন কৰি কৈছে ; মাধৱ বান্ধৱক চিনি পালা, সন্তোষৰ কথা। চান্দসায় নামে এজন যৱন (খলিফা) আছিল, তেওঁক এটি ছোলা সীয়াবৰ কাৰণ দিছিল ; বহু দিন হল, তথাপি ছোলা সীয়া নহল। এদিন ৰাতি চতুৰ্ভুজ ৰূপে স্বপ্ন দেখিলত পিছদিনা চাৰি হাত কৰি ছোলাটি প্ৰস্তুত কৰি আনি দিলে। শঙ্কৰে দেখা পাই চান্দসায়ত সুধিছে কি কৰিলা। বাপ! সপনত যেনে দেখিলোঁ তেনে কৰিলোঁ। পিছত দুটি হাত ৰাখি আন দুটি গুচাই দিছে। গুৰুপত্নী কালিন্দ্ৰী মাতাই এদিন স্বামীত জনাইছে আমাৰ কন্যাখানি মাধৱত বিবাহ দিব নোৱাৰি নে? ঈশ্বৰ পুৰুষে কৈছে তুমি পাৰিব পাৰা মই হলে নোৱাৰিম ; তথাপি তোমাৰ বাক্য ৰক্ষা কৰি এদিন শোধা হব।

মাধৱদেৱ এদিন ভৰালি দুবিৰপৰা আহিছে, গুৰুজনে জিজ্ঞাসা কৰিছে, বঢ়াৰ পো এটি কথা কোৱা হব লব পৰা হব নে? তাৰাই উত্তৰ কৰিছে বাপ! এটিৰ বাহিৰে আনবোৰ সকলোটি লব পৰা হ'ব। তেতিয়া শঙ্কৰদেৱে কৈছে, আমি বা বোলোঁ কোনটি তুমি বা লোৱা কোনটি। যিটো আজ্ঞা হব, আমি শ্ৰীমুখৰ ভাব দেখিয়েই থাৱৰ কৰিছোঁ। তেন্তে আমাৰ কন্যাখানি বিবাহ কৰিবলৈ সম্মত হক। মাধৱে কলে, বাপ ! নুবুলিব। কিয় গড় বান্ধি যুজিলে ভাল। মাধৱে পুনঃউত্তৰ কৰিছে, গড়ৰ ভিতৰত যুজিলে ৰথি, গড়ৰ বাহিৰে যুজিলে মহাৰথি বোলে। কাৰ বলত ইমান বলিয়ান হৈছে। আপোনাৰ শ্ৰীচৰণৰ ধূলাৰ বলে বল বন্ধা হৈছে। কিন্তু আয়ে ইমান কথা শুনিয়ো আশা পৰিত্যাগ কৰিব নোৱাৰি প্ৰতিদিন মাধৱৰ পৰিচৰ্য্যা কামত ৰুক্মিণী কন্যাক নিযুক্ত কৰিলে। পিছত এদিন বাটত কন্যাটী লগ পাই কান্ধত তুলি আনিছে ; গুৰুজনে দেখা পাই, আইক জনাইছে, দেখা মাধৱে কি কৰিলে। মাতৃয়ে দেখি মনত অত্যন্ত অসন্তোষ পাই, মাধৱক শাপ দিছে ; এতিয়া এটী গ্ৰহণ নকৰিলা, পিছত চাৰিটী পাবা।

# মাধৱদেৱৰ জোৰণৰ কন্যা পৰিত্যাগ।

শ্ৰীধৰ্ম্মমূৰ্ত্তি বস্তু মাধৱদেৱ এই প্ৰকাৰে গুৰু সুশ্ৰুষা কৰি আছে, এদিনা জনাইছে বাপ। আমি জোৰণৰ কন্যা পৰিত্যাগ কৰি অলঙ্কাৰ ফেৰা আনিবলৈ যাবৰ ইচ্ছা কৰা হৈছে ; শ্ৰীচৰণৰ আদেশ পালেই যাব পৰা হয়। ঈশ্বৰ পুৰুষে কৈছে অলঙ্কাৰ তোমাক কিয় দিব? আপোনাৰ পদৰজৰ প্ৰসাদত আনিব পৰা হব। তেনে হলে যোৱাঁ। মাধৱে গুৰুবাক্য শিৰোগত কৰি দুই খান ভাৰ তৈয়াৰ কৰাই লৈ কন্যাৰ ঘৰত উপস্থিত হলহি। ছোৱালীৰ পক্ষৰ লোকে তেওঁক আদৰ সম্ভাষণ নকৰিলে। নিজে নিজে খেৰ লৈ বহিল। তথাপি কোনো মানুহে একো কথাকে শোধা নাই। তেওঁৰ ব্যৱহাৰত মনত বৰ ৰং হে পাইছে। পিছত মিতিৰৰ লোকত সুধিছে আজি দেখোঁ কথাৰ ভাব অন্য প্ৰকাৰ, ইমান বেলি ভাৰ ছপোৱা নাই কাৰণ কি? আমি আজি ভাৰ লৈ বিয়াৰ খাতিৰ কৰিবলৈ আহিছোঁ ; বিবাহান্তে কন্যা আৰু মাতাক লৈ দাদাৰ ওচৰলৈ বাগুকালৈ যোৱা হব। বিয়াৰ পিছত কন্যা দূৰ দেশলৈ পঠাব লাগিব এই ভয়ত কন্যাৰ পিতাই কৈছে ; ইমান দিন তুমি নহাকৈ আছিলা, কন্যা আন ঠাইত দিয়া হল ; তোমাক কন্যা দান কৰিব পৰা নহব। এই কথা শুনি মাধৱে মনে মনে আহ্লাদ কৰি জনাইছে ; কন্যাখানি দিয়া হক, বিবাহৰ দিনৰো নিৰ্ণয় কৰি দিয়ক। মাধৱৰ কথাত কন্যা দাতাই আৰু বেচি ভয় পাই কলে, ছোৱালী দিব পৰা নহব, তোমাৰ পাব লগীয়া অলঙ্কাৰ আৰু ভাৰ ভেটীৰ মূল্য যি পাবা তাকে লৈ যোৱাঁ। ভাৰৰ মূল্য সহ গহনা ফিৰত পাই সন্তোষ মনেৰে গুচি আহিল। গুৰুজনৰ ওচৰলৈ আহি সকলো কথা প্ৰপঞ্চি কোৱাত ধন্য বঢ়া পো বুলি প্ৰশংসা কৰিছে।

# এখনি গাৱঁৰ মৰিশালিৰ ওচৰত।

(১)

কাষৰ দ'লৰপৰা ডবা শঙ্খ বাজি
সন্ধিয়াৰ দিছেহি জাননী,
ঘৰলৈ উভতিছে গৰখীয়াটিয়ে
পলুৱাই ভাগৰ আমনি।।

(২)

এন্ধাৰে ঢাকিছে আহি গছ লতা বন,
মাথোঁ মই অকলশৰীয়া,
নিৰল নিমাতে আছোঁ আকাশ তলত
—তধা লাগি বিশ্ব-ভাৱৰীখা।।

(৩)

কি এটি গহীন ভাৱ ধীৰে ধীৰে আহি
বিৰাজিছে প্ৰকৃতি বুকত,
আৰু এটি সকৰুণ বিষাদৰ সুৰ
উটি ফুৰে মলয়া লগত।

(৪)

আহঁত গছৰপৰা নিয়তী চৰায়ে
দুটি এটি চিয়ঁৰ মাৰিছে,
মাজে মাজে ফেৰুৱাৰ বিকট আৰাৱে
ঝাতিটিক গহীন কৰিছে।।

(৫)

শিমলু তলৰ এই ঠাইখনিতেই কতজন নিশবদে পৰি,
চিৰকাললই হায় মুদিলে নয়ন,
ভাই বন্ধু সকলো পাহৰি।।

(৬)

শীতল সমীৰে পুৱা ফুলে ফুলে বই
জগতক সৌৰভ বিলাব।
কুলিয়ে পুৱঁতীনিশা আমৰ ডালত
কতবাৰ কু-উ-উ কৰিব।।

(৭)
কিন্তু হায় প্ৰকৃতিৰ শত যতনেও
ইসবক নোৱাৰে তুলিব,
অনন্ত টোপনি এই শতেক জনৰ
কেতিয়াও নোৱাৰে ভাঙিব।।

(৮)
জুহালৰ কাষলই গধুলি পৰত
তেওঁলোক নাহে পুনৰায়,
চাৰি কাষে নাতি-পুতিবোৰে বেৰি ধৰি
সাধুকথা নুশুনে দুনাই,।।

(৯)
মাঘৰ ভোগালি বিহু কতনো ৰঙেৰে
পাতিছিল খেতিৰ শেষত,
ফুৰিছিল হাঁহি মাতি ঘৰে ঘৰে সবে
ৰঙালি বিহুত উলাহত।।

(১০)
গাৱঁলীয়া জীৱনৰ সৰলতা সনা
সুখৰ দুখৰ কথা শুনি—
নিজৰ সম্পত্তি দেখি নেহাঁহিবা হেৰা,
আগ পিছ্ একোকে নুগুণি।।

(১১)
ৰজা প্ৰজা ধনী দুখী যতে যেয়ে থাকা
শেষ দশা সবাৰে সমান,
অনিত্য সংসাৰ এই, নশ্বৰ জীৱন,
শেষ ঠাই সুন্দৰ শ্মশান।।

(১২)
পদুম পাতত পানী টলবল কৰি
থাকোঁতেই পৰে বতাহত,
সংসাৰত জীৱটিয়ে খেলি থাকোঁতেই
শেষ হয় কালৰ হাতত।।

(১৩)
তেন্তে কিয় মিছাকৈয়ে ধনৰ বিচাৰ,
মিছাকৈয়ে মান অপমান,
মিছাকৈয়ে সৰু বৰ মিছা ভেদাভেদ,
একোৰে তো নেৰাখিব প্ৰাণ।।

(১৪)
কোনোবা ধৰমী কোনো ৰাজবলে বলী
এই ঠাইতেই আহি শুলে,
নিজ নিজ গুণ যত লগতেই গল,
জগতত কেওঁ নেজানিলে।।

(১৫)
নেদেখিলে সংসাৰত জ্ঞানৰ পোহৰ,
দুখকেই মোৰ বুলি ললে,
বিপদ-ধুমুহা আহি আশাৰ পুলিটি
একেবাৰে মোহাৰি পেলালে।

(১৬)
অশেষ ৰতন থাকে সাগৰ বুকুত
মানুহৰ চকুৰ আঁৰত,
কতনো ধুনীয়া ফুল লেৰেলি শুকায়
নিৰজন বনৰ মাজত।।

(১৭)
কতজন সাহে-পিতে গদাধৰ হই
মূৰ তুলি আছিল গাৱঁত,
নীৰৱে বজাই বীণা কতবা শঙ্কৰে
শেষ শান্তি ললে শ্মশানত।।

(১৮)
নিজৰ কপাল দোষে সীমাৰ বাহিৰে
এখোজকো নোৱাৰিলে দিব,
জীৱন উছৰ্গি কোনো মহৎ কামত
নোৱাৰিলে সুনাম লভিব।।

(১৯)
তথাপি থাকিব নাম নিজৰ গাৱঁত,
লগৰীয়াসবে নেপাহৰে।
"আমাৰ লগৰে তেওঁ আছিল এজন"
—জগতক কব উলাহেৰে।।

(২০)
"গৰু মেলি পথাৰত বহোঁ সকলোৱে
ৰঙ মনে গছৰ তলত,
মধুৰ পেপাৰ মাতে দুপৰ ৰদত
সুৰ দিয়ে জিলীৰ লগত।"

(২১)
"কত গাৱঁলীয়া গীত গাওঁ উলাহেৰে
হাবি বন খলক লগাই,
কাষৰ বিলৰপৰা ভেট ফুল তুলি
লওঁ মালা ডিঙিত মেৰাই।।"

(২২)
"এনেদৰে সুখে দুখে সমনীয়া সৱে
হাঁহি মাতি জীৱন কটালোঁ,
হঠাতে হেৰাল তেওঁ কেনিবা এদিন
উৱাদিহ একোকে নেপালোঁ।"

(২৩)
"দুদিনৰ পাছে দেখোঁ আবেলি বেলিকা
চিতাজুই শিমলু তলত
ভাই বন্ধু সকলোটি কান্দি লালকাল
হিয়া ভগা বিয়োগ শোকত।"

(২৪)
"ইয়াতেই অন্ত হল জীৱনৰ খেলা
—এটি প্ৰাণ সৰল চিতীয়া,
মৰম চেনেহ তেওঁ একো নিবিচাৰে
মাগে মাথোঁ এটি হুমুনিয়া"।।*

যদু।



# বিহুৱা ডাঙৰীয়া।

বিদ্যাদিগ্‌গজ পণ্ডিত।—ৰ-ৰ-ৰ-ৰৱবি ; না-না-না-নাচিবি! বি-বি-বি-বিহু উৰ নাচ ব-ব-ববৰ নি-নি-নি-নিলাজ। ছু-ছাতৰবোৰ গু-গু-গুচ্ ইল।

নাওলু।—তুমি বিহু-নাম গাই, বিহু নাচ নাচি, নিলাজ কবিতা লেখি কুনীতি প্ৰচাৰ কৰি দেশখন তল নিয়ালা। হাক দিলে নুশুনাত পৰিলা যেতিয়া এই টোকোনেৰেই মৰিয়াই তোমাৰ ককালৰ যোৰা ভাঙিম এতিয়া।

* গ্ৰে কবিৰ Elegy ৰ ছাঁ লৈ লিখা।

# আগৰ দিনৰ অসমীয়া।

জগদীশ পণ্ডিত নামে আগৰ দিনৰ অসমীয়া (কামৰূপীয়া) এজনৰ কথা বঙ্গলা কাকত বসুমতীৰপৰা (১৫শ বর্ষ ২৫শ সংখ্যা) তুলি তলত দিলোঁ। ভাই অসমীয়া চোৱাঁ, আগৰ অসমীয়া কি আছিল, আৰু আজি তুমি কি হলা।—

"১০০০ হইতে ১৫০০ খৃষ্টাব্দের মধ্যে যখন মুসলমানদিগের ঘোর অত্যাচাৰে হিন্দুধর্ম্মের সর্ব্বনাশ সাধিত হইতেছিল, যখন হিন্দুধর্ম্মপ্রধান জনপদসমূহে ধর্ম্মবিপ্লব উপস্থিত হইয়াছিল ও যখন মুসলমানেরা ছলে, বলে, কলে কৌশলে কখন বা অর্থে কখন বা উচ্চপদেৰ প্রলোভনে হিন্দুদিগকে মুসলমান-ধর্ম্মে দীক্ষিত করিতেছিল, তখন হিন্দুরা স্বধর্ম্ম রক্ষার জন্য নানাবিধ উপায় অবলম্বন কৰিয়াছিলেন। ১৪০০ হইতে ১৫০০ খৃষ্টাব্দের মধ্যে বাঙ্গালায় সায়নাচার্য্য, পণ্ডিত জগদীশ ভট্ট, রঘুনাথ সিরোমণি রঘুনন্দন ও মহাপ্রভু চৈতন্যদেব প্রভৃতি কয়েকজন সর্ব্বশাস্ত্রবিশারদ পণ্ডিত ও মহাপুৰুষ জন্মগ্রহণ করিয়াছিলেন। তাঁহারা বেদভাষ্য প্রণয়ণ হিন্দুধর্ম্ম-নীতি সংগ্রহ ও অন্যান্য বহু ধর্ম্ম-প্রচার দ্বারা ধর্ম্ম বিপ্লবময় বঙ্গদেশে হিন্দুধর্ম্ম অক্ষুন্ন ও প্রবল রাখিবার জন্য বহু প্রয়াস পাইয়াছিলেন। পক্ষান্তরে,পণ্ডিত জগদীশ, মহাপ্রভু চৈতন্যদেৱও নিত্যানন্দ প্রভৃতি ভক্তগণ বৈষ্ণবধর্ম্ম-প্রচার মানসে চতুর্দ্দিকে, বিশেষতঃ নদীয়ায় শ্রীহরিনামানুকীর্ত্তন পূর্ব্বক সনাতন হিন্দুধর্ম্মের ব্যাখ্যা ও মাহাত্ম্য কীর্ত্তন করতঃ লোকের মনে ধর্ম্মভাব প্রণোদিত করিবার চেষ্টা পাইয়াছিলেন।

"পণ্ডিতবর জগদীশ ভট্ট পূর্ব্বদেশে (গৌহাটী অঞ্চলে) জন্মগ্রহণ করিয়াছিলেন। তাঁহার পিতা মাতা কমলাক্ষ গয়ঘরবান্দ্য ভট্টনারায়ণের সন্তান। তাঁহার পিতা মাতা উভয়েই পরম ভক্ত ও বিষ্ণু পরায়ণ ছিলেন। সৌভাগ্যফলে তাঁহারা বৈষ্ণব-চূড়ামণি পণ্ডিতাগ্রগণ্য জগদীশকে পুত্ররূপে প্রাপ্ত হইয়া জন্ম সার্থক করিয়াছিলেন। পিতা মাতাৰ মৃত্যুর পর পণ্ডিত জগদীশ স্বীয় ভার্য্যা দুঃখিনীও ভ্রাতা মহেশ পণ্ডিতকে সঙ্গে লইয়া পূর্ব্বাঞ্চল ত্যাগ করেন, এবং ভাগীরথী তীরে বাস করিবার মানসে নবদ্বীপে আসিয়া পরম বৈষ্ণব শ্রীজগন্নাথ মিশ্রের আলেয়ে বাস করেন। ১৪৮৫ খৃষ্টাব্দে মহাপ্রভু চৈতন্যদেৱ, পরমভক্ত বিষ্ণুপরায়ণ জগন্নাথ মিশ্রের গৃহে শচীদেবীর গর্ভে জন্ম গ্রহণ করেন। পণ্ডিত জগদীশ স্বয়ং ঈশ্বৰপারিষদ ও ভক্তাবতার ছিলেন বলিয়া মহাপ্রভু চৈতন্য দেবকে কলিযুগের অবতার বলিয়া অচিরে চিনিতে পারিয়াছিলেন। কলিকালে বিষয়াসক্ত জীবের অধোগতি অবলোকন করিয়া, কিসে মায়া-মোহাবিষ্ট জীৱ উদ্ধার পাইবে ও কি উপায়ে অজ্ঞানান্ধ জীৱ শ্রীবিষ্ণু ভক্ত হইয়া তাহার প্রসাদে ভববন্ধন-মুক্ত হইবে, এই চিন্তায় কাতর হইয়া তিনি মহাপ্রভু চৈতন্যদেবের শরণাপন্ন হন। তৎকালে দেশে হিন্দুরাজ-প্রাধান্য নাথাকায় উত্তরভাগে রামানন্দ মধ্যভাগে কবীর ও পূর্ব্বভাগে চৈতন্যদেব বৈষ্ণবধর্ম্ম বিস্তার মানসে সন্নাসীদিগের দ্বারা সাধারণের নিকট ধর্ম্মমাহাত্ম্য প্রচার করিতেছিলেন। চৈতন্যদেব পণ্ডিত জগদীশকে নীলাচলে (শ্রীক্ষেত্রধামে) যাইতে আদেশ করেন। তিনি তথায় গমন পূর্ব্বক নামসংকীর্ত্তনাদি দ্বারা হিন্দুধর্ম্ম প্রচার করিতে থাকেন। একদা তিনি শ্রীশ্রীজগন্নাথ দেবের ধ্যানে নিমগ্ন আছেন, এমন সময় ভক্তবাঞ্ছাপূর্ণকারী ভগবান তঁহাকে দর্শনদানে কৃতার্থ করিয়া বর লইতে আজ্ঞা করেন। পবিত্রচেতা পণ্ডিত জগদীশ এই ভিক্ষা করেন যে, তিনি যেন নীলাচল হইতে তাঁহার মূর্ত্তি লইয়া গিয়া, পতিতপাবনী সুরধনীর তীরে কোন পবিত্র স্থানে প্রতিষ্ঠা করিতে সক্ষম হন। শ্রীশ্রী জগন্নাথ দেব ভক্তের এই সাধু সঙ্কল্পে প্রীত হইয়া তাহাকে স্বপ্নাদেশে কহেন, "হে ভক্তপ্রধান। তুমি আমারই অংশ, কলিযুগে পরম ভক্তরূপে জন্মগ্রহণ করিয়াছ মাত্র ; অতএব তোমার অভিলাষ পূর্ণ হউক।' পণ্ডিত জগদীশ সানন্দচিত্তে জগন্নাথ দেবের এক মূর্ত্তি লইয়া আসিয়া, নদীয়া জেলার অন্তঃপাতী আধুনিক চাকদহ থানার এলাকধীন থানার এলাকাধীন ভাগীরথীরস্থ গ্রামে প্রতিষ্ঠা করেন। তাঁহাঁর উদ্দেশ্য যে, লোকে এখানেই শ্রীশ্রী জগন্নাথ দেব দর্শন করিয়া জন্ম সার্থক করিবে। মহাপ্রভু চৈতন্যদেব নিত্যানন্দ প্রভৃতি সাঙ্গাপাঙ্গ সমভিব্যাহারে দুইবার যশড়া ধামে আসিয়া জগদীশ-প্রষ্ঠিত শ্রীপাটে লীলাচ্ছলে মহামহোৎসব করিয়া

যান। তদবধি শ্ৰীপাট যশড়া জনসমাজে একটী প্রধান বৈষ্ণব তীর্থস্থান বলিয়া প্রসিদ্ধ। অদ্যাপি প্রতি বৎসর পৌষ মাসের পৌষী শুক্লা তৃতীয়ায় শ্ৰীশ্ৰী ঁজগদীশ পণ্ডিতের তিরোভাব উপলক্ষে মহোৎসব হয় এবং স্নানযাত্রা উপলক্ষে বহুলোকের সমাগম হইয়া থাকে।"

# কৃপাবৰ বৰুবাৰ সামৰণি।

অলিখিত চিঠি।

সম্পাদক দেও,—বিহু ওচৰ চাপি আহিছে। আপুনি বিহুৰ সংখ্যা বাঁহীত বিহুৰ কিবা ছবি উলিয়াব বুলি ভাবিছোঁ। সেইদেখি এতিয়াই আপোনাক একেষাৰ কথা কৈ থওঁ। গল বাৰৰ বিহুৰ সংখ্যাত আপুনি বিহুৰ অশ্লীল নাচ আৰু গীত উলিয়াইছিল। সাৱধান এইবাৰ যেন তেনে নকৰে। আমি সেই গ্রাম্য ছবি আৰু pastoral গীত দেখি যে কিমান লাজ পাইছিলোঁ তাক কি কম? বাঁহীত ছবি আৰু গীত বৰ্ত্তমান ওখ সভ্যতা আৰু উচ্চ শিক্ষা অনুসৰি হে হোৱা উচিত, বিহু-নাম আৰু বিহু-নাচ বোলোঁতেই অশ্লীল। আজিকালিৰ "বৈঠকী ট প্পা" থিয়েটৰৰ সুৰুচিব্যঞ্জক নাচ, হুইস্কি পানী, অভাৰত লাওপানী আৰু ভাং ইত্যাদি হে আমাৰ "ক্লবত" সোমাবৰ উপযুক্ত সভ্য বস্তু। আপুনি বিদেশত থকা বাবে আমাৰ দেশৰ উন্নত অৱস্থাৰ কথা একো নাজানি out-of date হৈ পৰিছে। কিমধিকমিতি।

শ্ৰীশ্ৰীলশৰ্ম্মা মিশ্ৰস্য।

ডাঙৰীয়া! —আপুনি বাঁহীত ইমানকৈ গ্রাম্য শব্দ ব্যৱহাৰ কৰি অসমীয়া ভাষাটোৰ মুণ্ডং চৰ্ব্বনং কৃতিং কিবং? মই মোৰ জীৱনত অনেক ঠাই পৰিভ্ৰমণ কৰিছোঁ,— শান্তিপুৰ, কছুকছি, দলদলি, ডিব্রুগৰ, লাদৈগৰ, গহপুৰ, শোণিতপুৰ; কতো কোনো উচ্চশিক্ষা পোৱা লোকে আপোনাৰ দৰে গ্রাম্য শব্দ ব্যৱহাৰ নকৰে, কোনেও আপোনাৰ দৰে "ছোট লোকৰ" উপমা ব্যৱহাৰ নকৰে। ইয়াৰ কাৰণ কি? আপোনাৰ ঘৰ শিৱসাগৰত আছিল বুলি শুনিছোঁ। আপোনাৰ পিতৃ মাতৃ ভালমানুহৰ ঘৰৰ বুলিও লোকপৰম্পাৰায় শুনা যায়। মইতো অবাক! মইওতো কৰ্দ্দৈবাৰী মৌজান্তৰ্গত বটাকুচি গ্ৰামনিবাসী বিখ্যাত ভোমকেৰেলা নামাখ্য মিশ্রোপাধিধাৰী দ্বিজস্য অপত্যং পুমান্; মই দেখোন ঋজুপাঠ পঞ্চতন্ত্ৰাদি তন্ত্ৰাণি ৰত্নমালা কঞ্চকলা দুগ্ধবোধ মুগ্ধবোধাদি শাস্ত্ৰাণি অধিতানি, তথাপিতানি একমাদিনি উপমানি বাক্যানি ন প্ৰাপ্তানি। ত্বং নো কুতঃ পালা হেঁ? অলমতি বিস্তৰেণ।

শ্ৰীটক্কৰুকান্ত বিদ্যাৰ্ণৱস্য।

সম্পাদক ককাই,—তোমাৰ নো পানেশৈ, বতাহী, চতৰী, আদি গল্পবোৰত "ওখ ভাবৰ পয়দা" নহয় কিয়? তুমি নো স্কুল কলেজত লেখা পঢ়া নিশিকি একেবাৰেই ফাকি মাৰি আছিলা নে কি? নাইবা, তাত ৰূপবান নিদি, মাথোন ধান দি লেখা পঢ়া সলাই লৈছিলা? তুমি ভল্টাৰ ইলেক্‌ট্রিচিটি, বুন্‌চেন্‌ৰ চেল্, নিউটনৰ ল-অব-গ্রেভিটেচন, গেলিলিও, কপৰ্নিকচৰ থিৱৰিৰ নাম শুনা নাই নে? সেইবোৰৰ উপমা আৰু ভাব তোমাৰ পানেশৈ, কেকোককা আদি সাধুবোৰত সুমাই দি সেইবোৰ গহীন নকৰি ফুচুৰি কৰিলা নো কিয় হেঁ? বিদ্যানাই, জ্ঞান নাই, কিতাপ লেখিবলৈ যোৱাঁ!

শ্ৰীহাতীয়ানন্দন ভূয়াঁ, বি, এ।

ডাঙৰীয়া,—সিদিনা শুনিলোঁ বোলে ৰংপুৰ, কোচবিহাৰ, জল্পাইগুৰি হেনো আগেয়ে আসামৰ ভিতৰত আছিল; সেইদেখি এতিয়াও সেই জিল্লাবোৰ আসামৰ ভিতৰুৱা কৰিবলৈ হেনো আপোনালোকে গগৰ্ণমণ্ডলৰ ঘৰত দৰ্খাস্ত দিব খুজিছে। কিন্তু এটা কথা আপুনি ভাবি চাইছে নে? আমি নামনি আসামৰ মানুহে উজনি-আসামৰ মাতক গ্রাম্য বুলিছোঁহঁক, আৰু কন্দলি সকলক খোৱাকী দি সাক্ষী ধৰিছোঁহঁক। এতিয়া ৰংপুৰ দিনাজপুৰ আসামৰ ভিতৰত সোমালে ৰংপুৰীয়াহঁতে যে ঘূৰি আমাৰ নামনি-আসামৰ কন্দলীয়া মাতক গ্রাম্য বুলি প্রমাণ কৰিবলৈ দ্বিজ কমললোচন, যদুনাথ, কৃষ্ণজীবন, কৃষ্ণহৰি দাস, ৰতিৰাম, দ্বিজ ৰামকান্ত, পণ্ডিত ৰুদ্ৰমঙ্গল ন্যায়ালঙ্কাৰ, কবি কালীচন্দ্ৰ ৰায় চৌধুৰী, দীনদয়াল গুপ্ত, হেয়াত মামুদ, ত্ৰাণউল্লা, আমীৰ বমুনিয়া, আসফ মামুদ, তেলেঙ্গা সাহা ফকিৰ, শেখ দোস্ত মহম্মদ, নাজেৰ মহম্মদ, শ্ৰীশ্বৰ বিদ্যালঙ্কাৰ,

ৰাজেন্দ্ৰ শাস্ত্ৰৰত্ন, নীলকমল লাহিড়ী প্ৰভৃতি ৰংপুৰীয়া প্ৰাচীন কবিসকলক শাক্ষী ধৰিব, তেতিয়া কি হব?

শ্ৰীবিবুধিনাথ দাস।

*

সম্পাদক ডাঙৰীয়া,—আপোনাক আজিকালি অনেকে আক্ৰমণ কৰি "গালি-গালাজ" কৰিছে দেখি আমি বৰ দুখ পাইছোঁ। আপোনাৰ পক্ষ সমৰ্থন কৰিবৰ নিমিত্তে আমি ককালত কাপোৰ বান্ধি সাজু হৈছোঁ! আপুনি অদ্বিতীয় কবি, লেখক, বক্তা, সাহিত্য সম্ৰাট; এই কথা প্ৰমাণ কৰি বিস্তাৰিতৰূপে লিখি এটি প্ৰবন্ধ আজি আমি দুয়ো ডাকত দিলোঁ, বাঁহীত ছপাই বাধিত কৰিব।

শ্ৰীসৰুকণ হাজৰিকা।
শ্ৰীথোলোক চন্দ্ৰ দাস।
হাইস্কুল ৫ম শ্ৰেণীৰ ছাত্ৰ।

*

পুঃ লগতে আমি কবিতা দুটি পঠিয়ালোঁ। বাঁহীত উলিয়াই সন্তোষ দিব। মাহে মাহে এইদৰে কবিতা আমি পঠিয়াই থাকিমহঁক; আপুনি "কবিতাৰ কুঞ্জ" নাম দি বাঁহীত ছপাই থাকিব।

স, থ।

*

ডাঙৰীয়া,—আজি দুখেৰে আষাৰচেৰেক কথা আপোনাৰ বাঁহীত প্ৰকাশ কৰিবলৈ লেখিলোঁ। আমাৰ এই চহৰখন গুচিল ৰসাতললৈ গল। আমাৰ ইয়াত গুণীৰ গুণ, মানীৰ মান নবুজা হল। শুনকচোন বাৰু—সিদিনা দৰবাৰত মই হেন মানুহটো থাকোঁতে আন এটাই "প্ৰক্লেমেচনখন" পঢ়ে! মই হেন লোকজন থাকোঁতে আমাৰ ভাষাৰ সভাত আন এমখাই টকচালি কৰে! লেখায়, পঢ়ায়, বক্তৃতায়, "চেহেৰায়" মানে, সম্ৰমে, মোৰ নিচিনা কোনটো ইয়াত আছে? মই নহলে চহৰখন এখোজ চলিব নোৱাৰে; তথাপি মোক অপমান! সেইদেখি আমি ভেৰ-ভজন সিদিনা উচাৎ মাৰি ফাটিলোঁ। মোক কাৰৌ কৰি নিনিলে মই সভা খান্তাং কৰিম, বন্ধ কৰিম, দেশত হুলস্থূল লগাম, সৰ্ব্বনাশ কৰিম!

মই! মই! মই! আপুনিও দেশৰ হিতৰ অৰ্থে বাঁহীত মোৰপক্ষে আন্দোলন কৰক।

আপোনাৰ ওল্ড ফ্ৰেণ্ড
শ্ৰীগদাধৰ বৰুৱা

*

সম্পাদক মহাশয়,—আপোনাৰ বাঁহীৰ এচুকত এই কেইআষাৰ কথা ছাপিলে বাধিত হম। আমাৰ মানুহজনক ঘোষাণা-পত্ৰ পঢ়িবলৈ নিদি আৰু আন নানা ৰকমে লঘু কৰা কথা শুনি মই বৰ বেজাৰ পাইছোঁ। এই কথা মই লৰ্ড ক্ৰুক কৈছোঁ, তেওঁ ৰজাৰ কাণ চুৱাব খুজিছে। ৰজাইও শুনিলে বৰ বেজাৰ পাব; কাৰণ পিতৃ ৰজাৰ দিনৰে সাম্ৰাজ্যৰ বৰ-খুটা যেন মানুহজনক এনে কৰাটো ভাল হোৱা নাই।

মণ্টেগু

*

মহাশয়,—মিষ্টাৰ মণ্টেগুৰ মুখে মই বৃত্তান্তটো শুনি দুখিত হলোঁ। মই আসামলৈ যাওঁতে শুনা তেখেতৰ যশস্যাৰ কথা এতিয়াও মোৰ মনত আছে। "চেকেণ্ড চেম্বৰত" মই এই বিষয়ে আন্দোলন কৰিম বুলি আপুনি তেওঁক কৈ "ঠাণ্ডা" কৰিব।

মহাশয়,—মই আজিকালি অপজিচনৰ লিডৰ নহওঁ; নতুবা এই কথা লৈ (Adjournment of the House)অলৈ (move) কৰিলোঁহেঁতেন। বনাৰ লক কম কৰিবলৈ।

বেলফুৰ

*

# নোপোৱা টেলিগ্ৰাম

ভাৰতৰ নৰ্থ-ইষ্ট ফ্ৰন্টিয়েৰ প্ৰভিঞ্চখন ট্ৰেটেজিক পইণ্ট্ অব্ ভিউৰ পৰা কিমান ইম্পৰ্টেণ্ট তাক সকলোৱে জানে। তাত পৱলিচ্ হোৱা মেগেজিন খনও সেইদৰেই ইম্পৰ্টেণ্ট। তাত ওলোৱা ভাষাৰ বিষয়ে আৰ্টিকেলটো পঢ়ি মই বৰ বেনিফিটেড্ হলোঁ।

কিচেনৰ

*

নৰ্থ-ইষ্ট ফ্ৰন্টিয়েৰ প্ৰভিঞ্চৰ অ, ভা,উ, সা, সভাৰ কন্সটিটিউস্যন আৰু কাৰ্য্য নিৰ্ব্বাহ প্ৰণালী দেখি মোৰ অ-ফুল এড্‌মিৰেস্যন হৈছে। মই এইবাৰ ইউনাইটেড্ ষ্টেটচৰ প্ৰেচিডেণ্ট হব পাৰিলে, আমাৰ কংগ্ৰেছৰ কন্সটিটিউস্যন আৰু কাৰ্য্যনিৰ্ব্বাহ প্ৰণালী সেই মডেলত গঢ়িম নিশ্চয়।

ৰুজভেল্ট

*

ফ্ৰন্টিয়েৰ-উইক্লি কাকতৰ এক কপি পঠিয়াই দিবা ; হৰ্ণলিৰ হতুৱাই decipher কৰাই ভাগুনিৰে সৈতে বৃটিচ্ মিউজিয়েমত থম।

টনি

*

বামুণে শূদিৰৰ হাতে পকা জলপান, আৰু শূদিৰে বামুণৰ হাতে কেচাতামোল খোৱাৰ কথা লৈ হোৱা দলাদলি আৰু পৰাচিতৰ বিষয়ে হোৱা আন্দোলনটোৰ সবিশেষ বৃত্তান্ত মোলৈ পঠিয়াব। মই আমাৰ লেবৰ সভাত আৰু ইণ্টনেচনেল কংগ্ৰেচ সভাত সেই বিষয়ে ৰিজলিউচন এটা (move) কৰিম।মেক্‌ডনাল্ড*

# চিঠি নেলেখোঁতাৰ প্ৰতি উত্তৰ

ন, ব,।—আপোনাৰ প্ৰবন্ধটো ছপাব নোৱাৰি দুখিত হলোঁ, কাৰণ সি চুটি। তাৰে তলত-পৰাখন হৈছে, জাপলে নাটনি পৰিল। সি আৰু অলপ দীঘল হোৱাহেঁতেন কোনো কথাই নাছিল।

হ, চ, পণ্ডিত।—আপোনাক যদি আপোনাৰ ছাত্ৰবোৰে নামানে, তেন্তে সিহঁতৰে সৈতে আপুনি চেলেউ হোপক, নিশ্চয় অবস্থাৰ উন্নতি ঘটিব।

গ, জ, ছাত্ৰ।—মাষ্টৰে যদি ডিচিপ্লিনৰ জৰী টানি তোমালোকক কষ্ট দিছে, তেন্তে কিলাগুটি ৰূদ্যং বিধেয়ং। সেই বাটেদি গলে আগলৈ তোমালোক একোজন বীৰ পুৰুষ হবা।

দ, ক,।—ঘৰে-ঘৰোৱাহে যদি তোমাক এই ছাত্ৰাবস্থাতে বিয়া কৰাবলৈ ধৰিছে, তেন্তে খাতাংকৈ কৈ দিয়া "নকৰাওঁ।"

খ, চ,।—আপুনি স্বাধীন ভদ্ৰলোক ; আপোনাৰ লগত যোৱাজন গ্ৰেজুৱেট ই, এ, চি,। তেওঁ যদি এ, বি, ৰেলৰ ইঞ্জিনিয়ৰ (বাঁঢ়ে) চাহাবক দেখি ঘোৰাৰ পৰা নামিল, আপুনি নো নানামিল কিয়? তেওঁতকৈ হবলা আপোনাৰ মানটো ডাঙৰ? তেওঁক সিদিনা যে গাৰঁত কিলালে, আপোনাক নো নিকিলালে কিয়? তাৰ মানেটো ভাবি নাই পোৱা হবলা? জানে নে—বৰ গছত হে বৰকৈ বতাহ লাগে? আৰু চিকা মাৰি কোনেও হাত নোগোন্ধোৱায়।

ড, হ।—আপুনি লেখিছে, বৰবৰুৱাই 'বৃদা চন্দ্ৰাৱলী" আদি নিলাজ কবিতা বাঁহীত লেখি পঢ়াশালিৰ ছাত্ৰবিলাকৰ মুৰ খালে আৰু তাৰ ফলত আপুনি নিজ চকুৰেই তলত দিয়া ঘটনা কেইটা হোৱা দেখিছে ;—(১) ৯টা স্কুলীয়া লৰাই প্ৰেম—কবিতা লেখি ৰষ্টিকেটেড্ হৈ ৰাজ আলিয়ে আলিয়ে চিগৰেট্ হুপি ফুৰিছে (২) এজনী বিবাহিতা তিৰুতাই গিৰিয়েকলৈ লিখা চিঠিত গিৰিয়েকক "প্ৰাণনাথ" বুলি সম্বোধন কৰিছে। (৩) এজন গ্ৰেজুৱেট হাকিমে

গধূলি বিংবিঙাই ফুৰি কিল খাইছে। (৪) এজন চেটোলমেণ্টৰ হাকিম, এজন এক্‌চাইজৰ হাকিম আৰুএজন চবৃডিপুটী হাকিমে হুইস্কি-পানী খাই খাৰৈত পৰিছে। (৫) ইটাখলি মৌজাৰ মণ্ডল "কিড্‌নেপিং কেচত" পৰিছে। (৬) মেবাকান্ত পণ্ডিতক ডোম-জ্বৰে ধৰিছে। ইত্যাদি কাৰণত আপুনি বৰবৰুৱাক গালি পাৰি এখন চিঠি লেখি ছপাব খুজি শুধিছে যে তাত আপোনাৰ নাম দিব নে নিদিব? আমি কওঁ নিদিব। মাত্র চিৰা-শত-দীৰ্ঘ-ঈকাৰ দি থৈ দিয়ক ; কাৰণ বৰবৰুৱা বৰ খটাসুৰ মানুহ ;—পালে তাক তেওঁৰ বৰকৈ কোবোৱা স্বভাৱ এটা আছে।

# পানিপথ

## চতুৰ্থ অধ্যায়

পাছ দিনা পুৱা সকলোপিনে ৰাষ্ট্ৰ হল, কুতবুদ্দিন দৌলত খাঁক গুলি কৰা অপৰাধত ধৰা পৰিছে ; তেওঁক ৰাজপ্ৰাসাদৰ ওচৰত থকা ফাটেক ঘৰতে ৰাখিছে ; আৰু বিচাৰৰ পাছত তেওঁৰ উচিত শাস্তি বিধান হব। ফিৰোজাই ককায়েকৰ কথা শুনিলে। তেওঁ মনে মনে ভাবিলে, হয় তো ককাইদেওৱে দয়াপৰবশ হৈ হে নিজৰ গাত মিছা অপৰাধ পাতি লৈছে ; নাইবা প্ৰতিহিংসা চৰিতাৰ্থ কৰিবৰ নিমিত্তে হে তেনে কৰিছে। মনে মনে ফিৰোজাই আকাশ পাতলে বহু ভাবিলে কিন্তু একো ঠিক নহল। কুতব যি কয়েদঘৰত আছে, তাৰ প্ৰধান ৰক্ষক মহাতব। ফিৰোজাই মহাতবক মাতি পঠিয়ালে। মহাতব ফিৰোজাহঁতৰ মৰমৰ আছিল, মহাতবেও তেওঁলোকক বৰ মৰম কৰিছিল।

ৰাজপ্ৰাসাদৰ পশ্চিম ফালে এই কয়েদঘৰ। এইটিকেবল ডাঙৰ ডাঙৰ মানুহবোৰে উৎকট অপৰাধ কৰিলে তেওঁলোকৰ বাবেহে। চাৰিওপিনে বৰ ওখ পকি দেৱাল ; দুইপিনৰপৰা সমান ; মাজত খোপ নাই। ওপৰত লোৰ গজাল, কাচৰখোলা প্ৰভৃতি নানাবিধ কাঁইটীয়া বস্তু—যাতে কোনোমতে কোনো কয়েদী পাৰ হব নোৱাৰে। ভিতৰত এটি ডাঙৰ ঘৰ, তাৰ চাৰিওপিনে বহু পহৰীয়াই পহৰা দি আছে—হাতত খোলা তৰোৱাল আৰু বন্দুক। এই ঘৰৰ দুৱাৰ এখন, সিও সদাই ভিতৰৰপৰা বন্ধ থাকে ; সাঁচাৰ-কাঠী প্ৰধান ৰক্ষকৰ হাতত। ইয়াৰ ভিতৰত আকৌ এটি ঘৰ—সৰু কিন্তু বৰ সুন্দৰ। ভিতৰত ভদ্ৰলোকৰ উপযোগী ৫।৬ টি সজোৱা পুলি। বাহিৰৰপৰা তাত পোহৰ বা বতাহ সোমাব নোৱাৰে। ওপৰত কাচৰ চাল, আৰু জাহাজবোৰত দিয়াৰ নিচিনা ৫.৬ টি নলা, তাৰেই ভিতৰলৈ বায়ু আৰু পোহৰ সোমায়। সেই ঘৰৰ ভিতৰতে দুৱাৰমুখত প্ৰধান ৰক্ষক মহাতব গড়ৰ বাহিৰে পহৰা কম। ওলাবলৈ বাট এটি মাথোন।

গধূলি হল। আগৰ নিচিনাই চহৰত সন্ধিয়াৰ কাৰ্য্যকলাপ আৰম্ভ হ'ল ; আগৰ নিচিনাই চহৰত অসংখ্য আলোকমালা জ্বলি উঠিল। কিন্তু ফিৰোজা বিবীৰ মন আগৰ নিচিনাই নেথাকিল ; তেওঁ আগৰ নিচিনা ঘৰৰ চালৰ ওপৰত উঠি সান্ধ্য সমীৰণ সেৱন কৰি কৰি উদাস দৃষ্টিৰে নানা কথা ভাবি থাকিব নোৱাৰিলে। ফিৰোজাই সুন্দৰ কাপোৰ-কানি পিন্ধি কুতব থকা ফাটেক ঘৰলৈ গল। গড়ৰ বাহিৰৰ প্ৰহৰীক বাদশ্যাহৰ অনুমতি-পত্ৰ দেখুৱালে। বাদশ্যাহে কুতবক দেখা কৰিবলৈ ফিৰোজা বিবীক যাব দিয়া দেখি ৰক্ষক সকলে তেওঁক বাট এৰি দিলে, ভিতৰৰ এজন পহৰীয়া গৈ ফিৰোজাক মহাতবৰ হাতত দি অপেক্ষা কৰি ৰ'ল। সাধাৰণ পহৰীয়াৰ ভিতৰলৈ যোৱা নিষেধ ; মহাতবে এনে ঠাইত ৰক্ষক স্বৰূপে থাকি ভদ্ৰ বন্দীসকলক তেওঁলোকক দেখা কৰিবলৈ অহা বন্ধু বান্ধৱৰলগত দেখা কৰিবলৈ দিয়ে। বাহিৰৰ প্ৰহৰী ডাঙৰ ঘৰটিত সোমাই ভিতৰৰ ঘৰৰ বাহিৰত থাকে। দেখা-সাক্ষাৎ হলে সি বন্দীৰ বন্ধুসকলক বাহিৰত থৈ আহে গৈ। মহাতবে ফিৰোজাৰ হাতত এটি চাকি দিলে, আৰু কলে "বৰ সাৱধানে সকলো কাজ 'হাছিল' কৰিবা'। ফিৰোজা ভিতৰলৈ সোমাই গল। মহাতব পুলিৰ বাহিৰত প্ৰহৰী হৈ থাকিল।

পুলি এটিৰ দুৱাৰ মেলি ফিৰোজা তাত সোমাল ; দেখিলে কুতব নহয়, আন এজন হে। তেওঁৰ দীঘল দেহ ; সুন্দৰ মুখৰ ছবি, মুখত এতিয়াও ডাঁটীবয়সৰ কোঁচ-খোৱা

চিন্ আদি পৰা নাই। সুন্দৰ দাড়ি গোফেৰে মুখ শোভিত। কিন্তু শোক দুখত তেওঁৰ সেই সুন্দৰ মুখৰ অলপ বিকৃতি হৈছে। ফিৰোজাই তাক লক্ষ্য কৰিলে। ভালকৈ চাই তেওঁ চিনিলে, এয়ে দৌলত খাঁ। দৌলত খাঁ কিয় বন্দী-ঘৰত, তাৰ একো কাৰণ তেওঁ অনুমান কৰিব নোৱাৰিলে। ফিৰোজাই বাবিলে, শুধিলে হানি কি? তেওঁ দৌলতৰ ওচৰ চাপি লাহেকৈ মাতিলে, "খাঁ চাহেব। খাঁ চাহেব।"

যিদিনা ৰাতি কুতবে সেনাপতিৰ আগত আহি নিজৰ দোষ স্বীকাৰ কৰে, সেই ৰাতিত দৌলত খাঁ বন্দী হল। কিয় বন্দী হ'ল তাৰ একো কাৰণ দৌলতে অনুমান কৰিব নোৱাৰিলে। তেওঁ ভাবিলে, ছলকৈ মাতি আনি বাদশ্যাহে তেওঁক মাৰিবৰ হে দিহা কৰিলে। দৌলত বাদশ্যাহৰ বৰ বিশ্বাসী কৰ্ম্মচাৰী আছিল। তেওঁৰ যত্নৰ গুণতে ইব্ৰাহিম তেতিয়াও সম্ৰাট ; সপোনতো এদিনো দৌলতে বাদশ্যাহৰ অনিষ্ট কৰিব খোজা নাই। তেওঁ ইব্ৰাহিমৰ বাপেকৰ দিনৰে কৰ্ম্মচাৰী। বাপেকে ইব্ৰাহিমক দৌলতক সঁপি দি গৈছে ; আৰু তাকেই চাই, নিজৰ অতুল ক্ষমতা থকাতো, এক নিমিষৰ নিমিত্তে, ইব্ৰাহিমক খেদি নিজে বাদ্শ্যাহ হ'ব পৰাতো, দৌলতে ৰাজদ্ৰোহ বা কোনো অবিশ্বাসী কাম কৰা নাই। এনে থলত সম্ৰাটৰ এনে বিশ্বাসঘাতকতা দেখি দৌলতে মৰ্ম্মান্তিক বেদনা পালে। ক্ৰোধ, ক্ষোভ, ঘৃণা, অপমানত দৌলতৰ মন জৰ্জ্জৰিত হল। দৌলতে ভাবিলে—সংসাৰত আচলতে ভালৰ আদৰ নাই। সৰলতাক কুটীলতা, আৰু দয়া মায়া ভালপোৱাক সত্ৰুৰ লুকাই থকা আচৰণ বুলি সংসাৰে সদাই লৈছে। যি ভাল ভাবেৰে এটি কাম কৰিব, আনে তাৰ বেয়াহে কৰা দেখা যায়। উপকাৰ কৰিলে অপকাৰ পায়। এই সংসাৰৰ গতিবিধি যেনে তেনেকৈ নচলি ভাল ভাবেৰে চলিব খুজিলে, বেঁকা পথ নধৰি সৰল পথ ল'লে, নিশ্চয় তাৰ খোজে খোজে বিপদ। তেওঁ এনেকৈ ভাবি বাবি সংসাৰৰ ওপৰত ব্যেছি বিৰক্ত হৈছে, আৰু প্ৰতি মূহুৰ্ত্ততে খং আৰু ঘৃণাৰ ভাবে তেওঁৰ মুখ আগুৰি পেলাইছে। এনেতে তেওঁৰ মনত পৰিল—সৰু সৰু ল'ৰা-ছোৱালী দুটীৰ কথা। সেই ছোৱালীজনী হাঁহি মুখেৰে আহি যেতিয়া দৌলতৰ কোলাত উঠে, আৰু আধাফুটা মাতেৰে "দেউতা"। "দেউতা" বুলি তেওঁৰ নাকে মুখে সাৰাটি ধৰি আদৰৰ আবেগত কুমলীয়া হাত দুখনেৰে টেপা মাৰি ধৰে! সেই লৰাটিয়ে যেতিয়া আহি দৌলতৰ আগত "আলিফ্" "বে" পঢ়ি পঢ়ি নিজৰ গুণৰ পৰিচয় দিয়ে, আৰু তেওঁৰ কোলাত উঠি সৰল প্ৰাণৰ আবেগময় অজ্ঞানতাৰ নানা কথা কয়! দৌলতৰ সকলো কথা মনত পৰিল। কালিলৈ সিহঁতৰ কি অৱস্থা হ'ব! আৰু গুল্জান! পতি সোহাগিণী—পতিৰ প্ৰাণতে যাৰ প্ৰাণ, সেই গুলজানৰ কি অৱস্থা হ'ব! হয় আন পুৰুষৰ হাতত পৰিব, নহয় বাটৰ মগনিয়াৰ হৈ খুজি খাই ফুৰিব! নাইবা! নাইবা! দৌলতে ভাবিবলৈও অসমৰ্থ—নাইবা ক্ৰুৰনিষ্ঠুৰৰ হাতত প্ৰাণ হেৰুৱাব। দৌলতে আৰু সহিব নোৱাৰিলে—শোক দুখত অজ্ঞান হৈ তেওঁ শয্যাত পৰিল।

সেই সংজ্ঞাহীন অৱস্থাতে দৌলতে এটি সপোন দেখিলে,—দেখিলে যেন মহাশূন্য। কতো একো নাই,—এন্ধাৰ নাই, পোহৰো নাই, গছ বৃক্ষ লতা পাত জীৱ জন্তু একো নাই। কেৱল বিষাদ-কালিমাৰ নিচিনা বিবৰ্ণ মহাশূন্য। তাৰ ভিতৰত দৌলত। যি পিনে চোৱা যায়, সেই পিনেই অসীম শূন্য—শূন্য—শূন্য। শব্দ নাই, অথচ নীৰৱতাৰ কি এটি ভয়ানক ঝাঁ ঝাঁ শব্দই দৌলতৰ কাণত তাল মাৰি ধৰিছে। দৌলত অকলৈ। চাৰিওপিনে কেৱল শূন্য! অলপৰ পিছতে তেওঁ দেখিলে,—সেই শূন্যতে তেওঁৰ ল'ৰা ছোৱালী দুটী, আৰু গুল্জান। কাৰো ওচৰত কোনো নাই। ইটোৱে সিটোৰ ওচৰলৈ যাব খোজে, কিন্তু কোনেও কাকো লগ নেপায়। অনন্ত মহাশূন্যত অদ্ভুতভাৱে সকলোটি ঘূৰি ফুৰিছে। এনেতে সেই ঠাইত এজনা দেবীৰ আবিৰ্ভাব হল। দেবীয়ে দৌলতক সেই মহাশূন্যৰপৰা উদ্ধাৰ কৰি পৃথিবীত থলে। এনেতে দৌলতে ফিৰোজা বিবীৰ মাত শুনিলে—"খাঁ চাহেব! খাঁ চাহেব!" দৌলতে "দেবি! মোৰ লৰা তিৰোতাক ৰক্ষা কৰিবা" বুলি চিয়ঁৰ মাৰি সাৰ পাই দেখিলে—আগতে অপৰূপ সুন্দৰী ৰমণী এজনী। দৌলতৰ বিশ্বাস নহল। এনেতে ফিৰোজা বিবীয়ে আকৌ মাতিলে, "খাঁ চাহেব! মনত পৰে নে? দৌলতৰ কি এটি অস্পষ্ট ছবি মনত পৰিল। কিন্তু কত! এই যুৱতীৰ নিৰুপম ভক্তিৰ প্ৰতিমা সেই প্ৰতিমাৰ লগত নিমিলে। ফিৰোজাই আৰু এবাৰ কলে, "খাঁ চাহেব! জেলালউদ্দিন নামে মানুহক জানিছিলা নে?" দৌলতৰ মনত পৰিব, দৌলতে কলে, "ফিৰোজা! যথেষ্ট হৈছে! তোমালোকৰ

অপৰাধ কৰিছোঁ, যেনে ইচ্ছা তেনে শাস্তি দিয়াঁ। আজি তাৰ নিমিত্তে সাস্তি পাবলৈ সাজু হৈছোঁ। কিন্তু ফিৰোজা! জেলালক মই মৰা নাই। ফাটেকৰপৰা পলাই গৈছে। কোনো সন্ধান নাই।" ফিৰোজাৰ মুখত আনন্দৰ ৰেখা পৰিল। যেনেকৈ ডাৱৰত বিজুলীৰ ৰেখাই দেখা দি পুনৰ লুকায়, তেনেকৈ এই বিষাদতো ফিৰোজাৰ মুখত আনন্দৰ কিৰণ-ছটা ভাহি উঠিল, আৰু তেতিয়াই তাতে লুকাল। ফিৰোজাই কলে, "খাঁ চাহেব! শাস্তি দিয়াৰ গৰাকী মানুহ নহয়। সকলোৰে বিধান কৰোঁতা সকলোৰে নিয়ন্তা ভগৱান আছে, তেওঁ যাৰ যেনে অপৰাধ তেনে শাস্তি দিব।" দৌলতে অশ্রুকণ্ঠেৰে কলে, "ফিৰোজা! ভগৱান আছে! ঠিক কৈছা। তেওঁ পাপ অনুযায়ী শাস্তি দিব। দুদিনৰ নিমিত্তে মানুহে যৌৱনৰ মদত বা সাংসাৰিক ভোগবিলাসকত মত্ত হৈ তেওঁৰ বিধান নেমানিব খোজে হয়, কিন্তু কালত সেই বিধান আপুনি-আপুনি আহে, আপুনি পৰে। কিন্তু ফিৰোজা, তোমাৰ ওচৰত মই যি দোষত দোষী, কোৱাঁ সেই বাবে তুমি মোক ক্ষমা কৰিলা। তোমাৰ ভৰিত ধৰিছোঁ কোৱাঁ ফিৰোজা তুমি মোক ক্ষমা কৰিলা।" দৌলতত চকুলো পৰিবলৈ ধৰিলে; তেওঁ কৰুণভাৱে ফিৰোজাৰ মুখৰ পিনে চাই ৰল। ফিৰোজাৰো চকুৰপৰা পানী ওলাল। এনেকৈ দুয়ো বহুত পৰ নমতাকৈ থাকিল। ঘৰত চাকিৰ পোহৰ; নিস্তব্ধ; ক'তো একো সাৰসুৰ নাই। ফিৰোজাই কলে, "খাঁ চাহেব! বাহিৰ হৈ যাবা নে? পলাবা নে?" দৌলতে আকৌ ভগা ভগা স্বৰেৰে কলে "কোৱাঁ ফিৰোজা! আগেয়ে কোৱাঁ তুমি মোক ক্ষমা কৰিছা।" ফিৰোজাই এটি হুমুনিয়াহ কাঢ়ি কলে, "খাঁ চাহেব! মই ক্ষমা কৰিলে যদি ঈশ্বৰে ক্ষমা কৰে, তেনেহলে বহুত আগেয়ে কৰিছোঁ। এতিয়া তেওঁক খাটাঁ,ময়ো খাটোঁ যেন তোমাক ক্ষমা কৰে। এতিয়া পলাই যাব খোজা নে?" দৌলতৰ বিশ্বাস নহল; নতুন উদ্যমেৰ তেওঁ ফিৰোজাৰ মুখৰ পিনে চালে। ফিৰোজাই বেছি দৃঢ়তাৰে কলে "যদি যোৱা তেনেহলে সাজু হোৱা। যাবা নে?" দৌলতে মুখ নমাই লাহেকৈ কলে, "নেযাওঁ।" "কিন্তু নেযাবা?" ফিৰোজাই পুনৰায় কলে, "নোযোৱা কিয়? খাঁ চাহেব?" দৌলতে ফিৰোজাৰ চকুলৈ চাই কলে, "ফিৰোজা তুমি দেৱী! তোমাৰদয়াত মই মোহিত হৈছোঁ। মোৰ এই পৰিণামেই বাঞ্ছনীয়। মই নেযাওঁ।" ফিৰোজাই কলে, "খাঁ চাহেব! তুমি নগ'লে হ্বব কিয়? চোৱাঁ, চোৱাঁ, দিল্লীৰ সিংহাসন টলমল। ইমান দিন তুমি ধৰি আছিলা বুলি তাৰ পতন হোৱা নাছিল; তোমাৰ মৃত্যুৰ পিছত, প্রজাৰ প্রতি অত্যাচাৰ, সিংহক প্রপীড়ন, লাঞ্ছনা আদি সকলো পাপৰ সমষ্টিয়ে দিল্লীৰ সিংহাসন মোহাৰি পেলাবহি। তেতিয়া কোনে তাক ৰক্ষা কৰে? খাঁ চাহেব! ৰাজলক্ষ্মী তোমাৰ অঙ্কভাগিণী হবলৈ বিয়াকুল। সেই চোৱাঁ, ভাৰত সম্রাটৰ মুকুট লাহে লাহে তোমাৰ মুৰৰ ওপৰলৈ আহিছে; এনে সময়ত তুমি নেযাবা কিয়? অন্ততঃ প্রজাকুলৰ ৰক্ষাণার্থেও তোমাৰ যোৱা উচিত।" দৌলতৰ মনত ভাৰতসাম্রাজ্য, দিল্লীৰ সিংহাসনৰ মোহ জাগ্রত হৈ উঠিল, তেওঁ কলে, "ফিৰোজা! দিন আহক, উচিত পুৰস্কাৰ পাবা। কিন্তু যোৱা হব কেনেকৈ?" ফিৰোজাই মনতে ভাবিলে, পুৰস্কাৰ কৰিবলৈ যথেষ্ট মিলিব। পাছে এটি দীঘল হুমুনিয়াহ কাঢ়ি তেওঁ ফুটাই কলে, "দৌলত খাঁ লোডী ইমান হীনবীর্য্য নহব পায় যাতে প্রহৰী এটাক মাৰি যাব নোৱাৰিব।" দৌলতে সগৰ্ব্বে উত্তৰ দিলে, "কিন্তু প্রধান প্রহৰীক মাৰিলেও সিপিনে কেনেকৈ যোৱা হব?" ফিৰোজাই কলে, "মহাতব প্রধান ৰক্ষক। তেওঁ বন্ধু। তেওঁক মৰাৰ দৰকাৰ নকৰে। বাহিৰৰ ঘৰলৈ একেটি মাত্র ৰক্ষক মোৰ লগত আহিছিল, তাৰ কাপোৰ-কানি নিলেই হব। কিন্তু খাঁ চাহেব! অনাহকতে প্রাণ এটি কিয় মাৰিবা। কোনো শব্দ নোহোৱাকৈ তাক অজ্ঞান কৰি এৰি যাবা।" দৌলতে আকৌ শুধিলে, "তোমাৰ ইয়াত কি আৱশ্যক? ফিৰোজাই কলে, "মোৰ আৱশ্যক এতিয়াও সম্পূর্ণ হোৱা নাই। ককাই কুতবক তোমাক গুলি কৰাঅপৰাধত ইয়াতে বন্দী কৰি থৈছে, তেওঁক মোকলাব লাগে। ককাইদেও তোমাৰ লগতে যাব; কোৱাঁ তুমি তেওঁক একো অন্যায় নকৰা।" দৌলতে কলে "তুমি মোৰ জীৱনদাত্রী! কুতবক কিয় অন্যায় কৰিম?" "তেন্তে আহাঁ" বুলি ফিৰোজাই আন এটি পুলিত সোমাই দেখিলে কুতব মোকোটা মাৰি শুই আছে। তেওঁৰ মুখত বিষাদৰ চিন্। ফিৰোজাই লাহে লাহে ককায়েকক জগালে; জেলাল যে মৰা নাই সেই বাতৰি কলে; আৰু দৌলতৰ প্রতি হিংসা কোপ এৰি তেওঁৰ সঙ্গী হবলৈ কলে। কুতব সন্মত হল। তেতিয়া ভায়েক ভনীয়েকে কাপোৰ ৰদলি কৰিলে;

কুতবে ফিৰোজাৰ কাপোৰ পিন্ধি ওলাল। তেতিয়া ফিৰোজাক দুয়ো শুধিলে, "তুমি যোৱাৰ উপায় ?" ফিৰোজাই হাঁহি উত্তৰ দিলে, "তাৰ উপায় আছে। মহাতব আছে।" তিনিওজন বাহিৰলৈ আহিল। মহাতবক ফিৰোজাই সকলো কথা কোৱাত মহাতবে কলে, "খাঁ চাহেব! এদিনাৰ অত্যাচাৰ মনত আছে নে? আজি তাৰ বিশেষ প্ৰতিফল দিব পাৰোঁ, কিন্তু দয়াময়ী ফিৰোজা! ফিৰোজাৰ অনুৰোধত যোৱাঁ। প্ৰহৰীৰ সাজ পিন্ধি যোৱাত যদি কোনোৱে সন্দেহ কৰি কিবা শোধে, তেন্তে উত্তৰ দিবা 'নুৰ'।" দৌলতে কলে, "মহাতব! আগৰ কথা এৰি দিয়াঁ। মই বৰ অনুতাপ কৰিছোঁ, ক্ষমা কৰাঁ।" দৌলত আৰু কুতব ওলাই আহিল। ফিৰোজাৰ বেশ দেখি ঘৰৰ ভিতৰত থকা প্ৰহৰী কুতবৰ ওচৰে ওচৰ আহিল। এনেতে আৰৰপৰা ওলাই আহি দৌলতে পাছফালৰপৰা প্ৰহৰীৰ টেটুত ভালকৈ টেপা মাৰি ধৰিলে। প্ৰহৰী অজ্ঞান হ'ল। তেতিয়া দৌলতে তাৰ কাপোৰকানি পিন্ধি সেই সাজেৰে বাহিৰ ওলাল। ফিৰোজাই মনে মনে ভাবিছিল, কুতবক এইদৰে প্ৰহৰীৰ সাজ পিন্ধাই নিব। কিন্তু দৌলতক মুক্তি দিবলৈ গৈ তেওঁ নিজে বন্দিনী হৈ থাকিল।

কুতব আৰু দৌলত বাহিৰ হৈ যোৱাত মহাতবে ফিৰোজাক কলে, "ফিৰোজা! উপায়? দৌলতক কিয় এনেকৈ এৰি দি নিজে মৰিলা? মোকো মাৰিলা? ফিৰোজাই কলে "মহাতব! সাধাৰণ তিৰোতা এজনীৰ প্ৰাণেৰে কি হ'ব? দৌলত জীয়াই থাওঁক, ভাল ৰকমে চলিলে দেশৰ কল্যাণ কৰিব পাৰিব, প্ৰজাক শান্তিত ৰাখিব পাৰিব। তোমাৰ উপায় মই বেছ কৰিছোঁ। বাদশ্যাহে যাতে তোমাক সন্দেহ নকৰে তাৰ উপায় আছে; দুদিন কাম গ'লেও সি দুদিনৰ নিমিত্তেহে। যেতিয়া দৌলত এই সিংহাসনত বহিব, এই ৰাজ্যৰ ৰজা হ'ব, তেতিয়া তুমিয়েই ৰাজ্যৰ সৰ্ব্বময় কৰ্ত্তা হবা। হোৱাঁ! এই টোপা খোৱাঁ।" এইবুলি এগিলাচ্ মদ ফিৰোজাই মহাতবক দিলে; মহাতবে তাক তেতিয়াই গিলি পেলালে।

# বিনন্দ।

মালতীৰ জীয়েকৰ নাম লং। লঙৰ বয় পাঁচ বছৰ। বিনন্দ আৰু দয়া দুয়ো সমনীয়া ল'ৰা। সিহঁত লঙতকৈ বয়সে ডাঙৰ। মালতী আৰু দয়াৰ মাক নোওৱা-ধুউৱা সখী। লং, বিনন্দ আৰু দয়া তিনিও একেলগে ধেমালি কৰে। এদিন সিহঁতে বালি-ভাত ৰান্ধিছে। লং ৰান্ধনী, বিনন্দে বস্তু-বেহানি গোটাই দিছে; দয়া হালোৱা। দয়া হাল বাই উভতি আহিল। বিনন্দে কলে—"ৰান্ধনী, ভাত বাঢ়া।" লঙে দুয়োকো ভাত বাঢ়ি দিলে। দয়াৰামে শুধিলে "দেউ, তুমি বামুণ মানুহ, লঙৰ হাতৰ ভাত কেনেকৈ খাবা?"

বিনন্দে কলে—"এ লং ঘৈণী হবলৈ হলে ভাল হল, ভাত খাবলৈ হে আকৌ বেয়া হল!"

দয়া—"কি কোৱা দেউ? লং মোৰহে ঘৰৰ মানুহ। কত বামুণী ছোৱালী আছে, শূদিৰণীজনী কিয়?"

বিনন্দ খঙত জ্বলি উঠিল—"কতা তোৰ ইমান সাহ, মোৰ ঘৰৰ মানুহক তোৰ নিজৰ তিৰোতা বোল!—দুয়োৰো অলপ চুপতা-চুপতি লাগিল।

লঙে কাজিয়া-পেচাল সমূলি ভাল নাপাইছিল। আৰু সিহঁত তিনিও ইমান মিলেৰে ধেমালি কৰিছিল যে আগে-পাছে সিহঁতৰ কেতিয়াও কাজিয়া লগা নাছিল। সেইদিনা মাথোন বালি-ভাতৰ পাতত বহি দুয়োৰো কাজিয়া লগা দেখি লঙে কলে—"যোৱা ৰাপু, আমি ধেমালিহে কৰিছোঁ; হাই কৰা কিয় আকৌ? দয়া তয়ো ভাল নহ'পাই; এইদৰে ধেমালিতে দন্ কৰিব লাগিলে আয়ে আকৌ আমাক ধেমালিকে কৰিবলৈ নিদিব। তহঁতে এইদৰে কাজিয়া কৰাতকৈ মই কওঁ মই দুয়োৰো ঘৈণী।"

ল'ৰা কাল এনেকুৱাই। সি একোৰে ধাৰ নেধাৰে; স্বাধীন; সকলো বান্ধোনৰপৰা মুকলি। তাৰ সদায় আনন্দ, সদায় ৰং, সদায় ধেমালি, কোনো ভাৱ নাই, চিন্তা নাই, একোৰে অভাৱ নাই; যি পালে খালে, য'তে পালে

থাকিল, যিহকে পালে ললে, একোতে আপত্তি নাই; কথা-বতৰাবিলাক সৰল—তাত কৃত্রিম ভাব নাই, সঙ্কোচ সৎসাহৰ অভাৱ নাই। লগুে বিনন্দ আৰু দয়াৰামৰ কাজিয়া মিতাবলৈ সমাজত কাৰো মুখত নোলোৱা একেষাৰ কথা কলে, নেজানিলে কিয় কলে, কথা আষাৰ কিমান গধুৰ।

সময়ৰ গতিত বিনন্দ লাহে লাহে ডাঙৰ হল। দয়া লচঙা ডাঙৰ হ'ল। বিনন্দক পিতাকে হাইস্কুলত নাম লগাই দিলে। দয়াক বাপেকে মধ্য অসমীয়া ইস্কুল এটাত নাম লগাই দিলে। বালিকা ইস্কুলৰ 'মেৰী' (Mary) মাষ্টৰণীয়েও মালতীক বৰাই-বুজাই লঙক স্কুললৈ নি ললে। তিনিওটি ধেমালিত যেনে পটু পঢ়াতো দোপত-দোপে উঠি গল। বিনন্দ্ এণ্ট্রেঞ্চ পৰীক্ষা পাছ কৰি কলেজলৈ গল। দয়াৰামে মধ্য-অসমীয়া পাছ কৰি জলপানী লৈ হাইস্কুললৈ গল। লং বালিকা ইস্কুলৰ পৰীক্ষা পাছ কৰি তাতে, চেকেণ্ড মাষ্টৰণী হল।

বিনন্দৰ পিতাকে কেবাবাৰো বিনন্দৰ বিয়া পাতে, কিন্তু বিনন্দৰ ইচ্ছা নোহোৱাত তেওঁ বোৱাৰীৰ আশা পৰিত্যাগ কৰিব লগাত পৰিছিল। দয়াৰামৰ পিতাকে দয়াৰামৰ বিয়া পাতে, কিন্তু দয়াই সমনীয়া বন্ধুৰ আগত, লঙক নহলে আনক বিয়া নকৰাই বুলি কৈ বিয়া ভঙাই দিয়ে। মালতীয়ে কেবাবেলিও জীয়েকৰ বিয়াৰ কুল-কুলায়, কিন্তু মেৰী মাষ্টৰণীয়ে গাঁৱলীয়া হালোৱা চহা ল'ৰালৈ লঙক দিয়া বেয়া বুলি মালতীক বুজাই দিয়ে। মালতীয়েও একেটী ছোৱালী উলিয়াই দিয়া ভাব বৰকৈ কাষ চপাব নোৱাৰিছিল।

বিনন্দৰ ঘৰ গাঁৱৰ মাজত হলেও, বিনন্দে কলিকতালৈ গৈ তেনেই মোট সলাই পেলাইছিল। বিনন্দৰ বুদ্ধি বৰ চোকা আছিল। তেওঁ কলেজত পঢ়াতো বেছ নাম কৰিছিল; ভাব গতিতো বহুত উন্নতি কৰিছিল। আসাম মেছৰ বন্ধুসকলেৰে সৈতে বিনন্দৰ দেশৰ বিষয়ে না-না কথা আলোচনা কৰা দস্তুৰ আছিল। তেওঁ বিধবা-বিবাহৰ বৰ পক্ষপাতী আছিল; জাতিভেদ ভাল নাপাইছিল। এজন বন্ধুৱে এদিন তেওঁক, মুখেৰে নকৈ ভাববিলাক কাৰ্য্যতো পৰিণত কৰিব লাগে বুলি ঠাট্টা কৰি কোৱা কথাৰ প্ৰত্যুত্তৰত তেওঁ কেতিয়াবা বিয়া কৰালে জাতিভেদ নাৰাখি বিয়া কৰাবলৈ প্ৰতিজ্ঞা কৰে। সকলোৱে শুনি বিনন্দক হাঁহি উৰাই দিলে; কলে কাৰ্য্যস্থলীত বিনন্দৰ প্ৰকৃত পৰিচয় পোৱা যাব।

যথাসময়ত বিনন্দে দুটা বিষয়ত 'অনাৰ্চ" লৈ বি-এ-পাছ কৰে। তাৰ পাছত এম এ আৰু বি এলো পাছ কৰে। পিতাকে ল'ৰাটোৰ ঘৰখন পাতি যাব নোৱাৰিলে।' দয়াৰামৰো বাপেক ঢুকাল, তথাপি তেওঁৰ বিয়া নহল। ইমান দিনে লঙৰ উপযুক্ত দৰাই নোলাল। লগুে অন্তৰেৰে বিনন্দক বৰ ভাল পাইছিল, কিন্তু দুৰাশা। দয়াৰামকো লগুে ভাল পাইছিল, বিনন্দৰে নামনাচত।

বিনন্দে সৰু কালৰেপৰা লঙক ভাল পাইছিল। দুয়ো যিমান ডাঙৰ হল, দুইৰো প্ৰীতি ভাবো সিমান প্ৰণয়ত পৰিণত হল। লগুে ভাবিছিল—বিনন্দ বামুণৰ ল'ৰা, বিনন্দৰ লগত তো তেওঁৰ বিয়া হোৱা অসম্ভৱ। বিনন্দে কিন্তু মনত দৃঢ় প্ৰতিজ্ঞা কৰিছিল যে তেওঁ কাৰো কথালৈ কাণ নকৰি সমাজৰ উন্নতি সাধন কৰিব আৰু তাৰ নিদৰ্শনস্বৰূপে প্ৰথমে লঙক বিয়া কৰাব। দয়াৰামৰ মনত দৃঢ় সংকল্প—লঙৰ বাহিৰে তেওঁ ইহ জীৱনত কাকো বিয়া নকৰায়।

বিনন্দে পাছ কৰি আঁতাই প্ৰথমে ওকালতি কৰিবলৈ ধৰিলে। তেওঁ সমাজৰ আৰু দেশৰ উন্নতিৰ অৰ্থে সভা সমিতি পাতি তাত নানা বক্তৃতা দিলে। জাতিভেদ তুলি দিবৰ নিমিত্তে নগৰৰ মানুহবিলাকক বুজাবলৈ ধৰিলে। ডাঙৰ ডাঙৰ পণ্ডিতক, তেওঁ লঙক বিয়া কৰাবলৈ মত খুজিলে। ক্ৰমে সকলোৱে জানিলে, তেওঁৰ লঙক বিয়া কৰাবৰ মন আৰু তাৰ বাবেই সমাজৰ উন্নতিৰ অৰ্থে ইমান দীঘল দীঘল বক্তৃতা। তেওঁ কাৰোপৰা উৎসাহ নাপালে। মৌজাদাৰকে আদি কৰি জনদিয়েক ভব্য ভব্য পুৰুষে তেওঁক দেখিও স্নান কৰাৰ ব্যৱস্থা উলিয়ালে। কোনোৱে কলে—বিনন্দ পঢ়ি-শুনি পগলা হল।

শেহত বিনন্দ উকিল লঙৰ প্ৰতি আসক্ত বুলি সকলোৱে জানিলে; তেওঁক আৰু জাতিযোৱা লোক বুলি ঠিক কৰিলে। গোটেই দেশত বিনন্দৰ বদ্‌নাম ফুটি-পাটি গল। তেওঁৰ ব্যৱসায় পৰি গল। যেয়ে সেয়ে তেওঁক ইতিকিং কৰিবলৈ ধৰিলে। তেওঁৰ ব্যৱসায় পৰি গল। যেয়ে সেয়ে তেওঁক ইতিকিং কৰিবলৈ ধৰিলে। তেওঁ

দেখিলে যে তেওঁৰ সেই স্থান পৰিত্যাগ কৰাই বিধেয়।

কলিকতাত তেওঁৰ নিচিনা বুদ্ধিমান লোকৰ বন্ধু বহুতো আছিল। এজন বঙ্গালী বন্ধুৰ সহায়ত তেওঁ হাইকোৰ্টত ওকালতি কৰিবলৈ আহিল। বালিগঞ্জত এটা ঘৰ ল'লে, ওকালতি কৰিলে, অলপ দিনৰ ভিতৰতে বিস্তৰ উন্নতি লাভ কৰিলে। এতিয়াতো তেওঁৰ একো বাধা-বিঘিনি নাই। যথাসময়ত তেওঁ লণ্ডক আনি ব্ৰাহ্ম মতে বিয়া কৰালে।

কিছুদিন তেওঁ বালিগঞ্জৰ ঘৰতে সুখে নিৰাপদে আছিল। কলিকতাত তেওঁৰ ভাল নাম হল, ডাঙৰ ডাঙৰ মানুহৰ সমাজৰ তেৰোঁ এজন হল। প্ৰায়বিলাক সভা সমিতিতে তেওঁ যোগ দিছিল, সকলো কামতে তেওঁৰ নাম ওলাবলৈ ধৰিলে। সিপোনে ব্যৱসায়তো তেওঁ উন্নতি কৰিলে, হাইকোৰ্টৰ এজন নাম-জ্বলা উকিল হল।

তেওঁ সুখ সন্তোষৰ মাজত থাকি তেওঁৰ বাল্যসুহৃদ্ দয়াৰামক পাহৰা নাছিল। দয়াৰামৰো মাক বাপেক ঢুকুবাৰ পাছত সংসাৰত আপোন বুলিবলৈ কোনোৱেই নাইকিয়া হল। বিনন্দে তেওঁক কলিকতালৈ মাতি আনিলে, তেওঁৰ ঘৰতে থাকিবলৈ দিলে। বিনন্দৰ নাম প্ৰখ্যাত হলত তেওঁৰ অনেক বন্ধু-বান্ধৱ হৈছিল। এবাৰ "কিদিৰপুৰ" ডকৰ বৰ চাহাবৰ ওপৰত এজন কেয়াঁই এটা মোকৰ্দ্দমা কৰে; বিনন্দে বহুত যত্ন কৰি চাহাবজনক ফাটকৰপৰা ৰক্ষা কৰে। তেতিয়াৰেপৰা চাহাবজন বিনন্দৰ বন্ধু হল। এদিন চাহাবক কথাপ্ৰসঙ্গত দয়াৰামৰ কথা কোৱা মাত্ৰকতে দয়াৰামক চাহাবে ২০০ টকা দৰ্ম্মহাৰ এটা কাম দিবলৈ স্বীকাৰ কৰে। দয়াৰামে অলপ ইংৰাজী জানিছিল আৰু বুদ্ধিতো চোকা আছিল।

অলপ দিনৰ ভিতৰতে দয়াৰাম নিজৰ কাম সুখ্যাতিৰে চলাই এজন ভাল অফিচৰ হৈ পৰিল। বিনন্দে উন্নতি কৰাৰ লগে লগে দয়াৰামেও যথেষ্ট উন্নতি কৰিলে।

বিনন্দ আৰু দয়াৰাম দুয়ো ককাই ভাই থকাদি থাকিছিল। বিনন্দৰ টকা-কড়িৰ হিচাপ, ঘৰ চলোৱা আদি কাম, সকলো দয়াৰামৰ ওপৰত। দিন সদায় সমানে নাযায়। অনিয়মিত পৰিশ্ৰমৰ বাবেই হওক, বা আন কোনো কাৰণতে হওক, বিনন্দৰ স্বাস্থ্য ক্ৰমাত বেয়া হ'বলৈ ধৰিলে। ডাঙৰ ডাঙৰ ডাক্তৰ কবিৰাজক দেখুৱা হল, কিন্তু কোনেও একো গুণ ধৰাব নোৱাৰিলে। শেহত মেডিকেল কলেজৰ ডাক্তৰ চাহাবে তেওঁক বিলাতলৈ যাবলৈ উপদেশ দিলে; বাথ, ব্ৰাইটন্ আদি ঠাইত স্নান কৰি, কিছুদিন 'ঠাণ্ডা হাৱাত" থাকি ডাঙৰ ডাক্তৰৰ হতুৱাই চিকিৎসা কৰাবলৈ কলে।

শুনি লণ্ডেও বিনন্দক যাবলৈ অনুৰোধ কৰিলে। কলে যে তেওঁৰ শৰীৰতকৈ একো বহুমূলীয়া ধন নাই। চন্দন পোনাটিক বুকত বান্ধি লং দয়াৰামৰ সহায়তে থাকিব, তেওঁ বিলাতলৈ গৈ গাটো চোৱাই-চিতাই আহক গৈ। কিছু দিনৰ পাছতে বিনন্দেও বিলাতৰে ফালে যোৱাকে থিৰ কৰিলে। অলপ টকা-কড়ি, তিনি বছৰীয়া কেচুৱা পুতেক চন্দন আৰু লণ্ডক দয়াৰামৰ হাতত গতাই বিনন্দে বিলাতলৈ যাত্ৰা কৰিলে।

বিনন্দে বিলাত পায়ে ডাঙৰ ডাক্তৰক তেওঁৰ নৰিয়া দেখুৱালে। সকলোৱে তেওঁৰ 'পিঠিৰ ৰাজহাড় ক্ৰমে পচি গৈছে, বেমাৰ কোনো প্ৰকাৰে ভাল নহয়' ইয়াকে মাথোঁন সমিধান দিলে। বিনন্দে জীৱনৰ আশা পৰিত্যাগ কৰিলে। ডাক্তৰৰ উপদেশ মতে তেওঁ বাথ, ব্ৰাইটন আদি ঠাইত ফুৰি এবাৰ বাৰ্মিহামলৈ গৈ তাত মৰামুছা নৰিয়াত পৰিল। ইয়াৰ আগেয়ে তেওঁ ঘৰলৈ চিঠি-পত্ৰ দি আছিল, কিন্তু এইবাৰ সকলো বাতৰি বন্ধ হল। এই নৰিয়াতে বিনন্দৰ হাতৰ সম্বলৰো ওৰ পৰিল। তেওঁ অলপ বাৰু হৈ দয়াৰামৰপৰা টকা-কড়ি অনাই ল'লে। বিনন্দে জীৱনৰ ওপৰত ভৰসা নথকা আৰু ঘূৰি ভাৰত নেদেখা ভাবৰ চিঠিও লণ্ডলৈ লিখিছিল।

ইপোনে দয়াৰামে কামত উন্নতি কৰি ৮০০ টকা দৰ্মহাৰ এটা কাম পালেগৈ। বিনন্দে দি যোৱা টকা দুবেলি তিনি বেলিয়ে দয়াই বিনন্দলৈ পঠালে। লণ্ডৰ হাতত যি আছিল তাকো দয়াৰামৰ হতুৱাই বিনন্দৰ কুশলৰ নিমিত্তে লণ্ডে পঠিয়ালে। লণ্ডে বিনন্দৰপৰা কোনো বাতৰি নোপোৱা হল। কোনো খবৰ নাপাই লণ্ডে ভাবিলে কিজানি বিনন্দৰ ইমানতে শেষ। * * *

দয়াই প্ৰথমে লণ্ডে সৈতে গাৰীত উঠি "হাৱা খোৱা" দস্তুৰ ল'লে; তাৰ পাছত "ইডেন্ গাৰ্ডেনত"

একেলগে ফুৰা দয়াই ক্ৰমে লণ্ডৰ হিয়া অধিকাৰ কৰিলে। প্ৰথমে লণ্ডে বিনন্দ জীয়াই আছে বুলি সন্দেহ কৰিছিল, কিন্তু একেলানিয়ে দুবছৰ তিনি বছৰ কোনো সংবাদ নাপাই বিনন্দৰ মৃত্যু সঠিক বুলি মানি ললে। লণ্ডে ভাবিলে বিনন্দৰ অবিহনে দয়াৰ গাতে নাউজিলে লণ্ডৰ গতি কাউৰী শগুণে নোখোৱা হ'ব। চন্দনক পঢ়াই শুনাই মানুহ কৰিব লাগিব। দয়াই চন্দনক বৰ মৰম কৰিছিল, চন্দনেও দয়াক 'পাপা' বুলি মাতিছিল। বিনন্দৰ ঘৰত দয়াৰাম এতিয়া আলহি নহয়।

ইপোনে দয়াৰামে অলপ সাহ পালে ; লণ্ডৰ প্ৰকৃত ভাব বুজিবৰ তেওঁৰ ইচ্ছা হল। এদিন দয়াৰাম অফিচৰপৰা আহি মন মাৰি বহি আছে ; লণ্ডে বিমৰ্ষ ভাবৰ কাৰণ শুধিলে ; দয়াৰামে কওঁ-নকওঁকৈ কলে—"আজি বৰ চাহাবে মোক এটা কথাৰ নিমিত্তে অলপ বেয়া বুলিলে। কথাটো মোৰ কিন্তু কবৰ ইচ্ছা নাই।" লণ্ডে বিশেষ ব্যগ্ৰ ভাব দেখুৱালে। অগত্যা খুব অনিচ্ছাৰে কোৱাদি দয়াৰামে কলে যে তেওঁ ইমান দিনে বিয়া নকৰোৱাৰ বাবে চাহাবে বেয়া বুলিলে ; আৰু সম্ভ্ৰান্ত কুলৰ ছোৱালী এজনী তেওঁলৈ চাহাবে ঠিক কৰি দিব খুজিছে। তেৰোঁ বিয়া কৰাবলৈ স্বীকাৰ কৰি আহিছে। লণ্ডে শুনি বৰণ সলালে আৰু অলপ কৰুণ ভাৱেৰে কলে—"ইমান দিন যদি ৰোৱাই হল আৰু ছমাহ বা বছেৰেক বাদে বিয়া কৰালে কি হানি নহয়?" দয়াৰামে লণ্ডৰ প্ৰকৃত ভাব বুজ পালে।

কিছু দিন অতীত হল। আগ পাছ বহুত গুণি লণ্ডে দয়াৰামক দ্বিতীয় বাৰ স্বামী গ্ৰহণ কৰিলে ; দয়াৰামৰ ইচ্ছা পূৰ্ণ হল।

কিছুদিনৰ পাছত কলিকতা মেডিকেল কলেজত বুঢ়া চানেকীয়া এজন মানুহ সোমালহি। মানুহজনৰ খোজ কাঢ়ি আহিবলৈ শক্তি নাছিল, এখন তৃতীয় শ্ৰেণীৰ গাড়ীত দুটা চিপাহিয়ে তেওঁক তুলি আনি থৈ গলহি। মানুহজনক এজনী ফৰিদপুৰবাসিনী গাভৰু নৰ্চে (Nurse) পৰিচৰ্য্যা কৰিছিল। এদিন নাৰ্চজনীয়ে শুধিলে—

"মহাশয়, আপোনাৰ ঘৰ কত? ডাক্তৰে কোৱাত আপোনাৰ মৃত্যু অতি ওচৰত ; এনে সময়ত আপোনাৰ কোনো আত্মীয় কুটুম্ব থাকিলে মাতি অনাই দিব পাৰোঁ।"

বি—"মাদাম, এই বিষয়ে আপোনাৰ ওচৰত মোৰ এটা বিশেষ অনুৰোধ আছে, আপুনি যেতিয়া উপযাচি গাত লৈছে সেই বাবে আপোনাক ধন্যবাদ দিছোঁ কিন্তু আপুনি অলপ কষ্ট স্বীকাৰ কৰিব লাগিব।"

ন—"আপোনাৰ কথা-বতৰা আৰু আচাৰ ব্যৱহাৰ দেখি আপুনি কোনো সম্ভ্ৰান্ত কুলত জন্ম হোৱা বুলি বিশ্বাস হয়। কওক কি কৰিব লাগে, অৱশ্যে যথাসাধ্য কৰি দিম।"

বি—"ময়ো গাত গম পাইছোঁ যে মোৰ মৃত্যু কাষত। কিন্তু মোৰ কথাবিলাক মোৰ জীবিত অৱস্থাত কোনেও জানিব নালাগে, এই বিষয়ে আপোনাক অনুৰোধ কৰিলোঁ। মোৰ নাম বিনন্দচন্দ্ৰ বৰুৱা, ঘৰ বালিগঞ্জত।' নৰ্চ—কি কয় আপুনি মিঃ বৰুৱা। তেওঁ বিলাতত বেমাৰ চোৱাবলৈ গৈ তাতে প্ৰাণ হেৰুৱালে নহয়?'

বি—'নহয় শুনক, প্ৰায় ১০ বছৰৰ আগেয়ে মই বিলাতলৈ গৈছিলোঁ। তাত নানা ডাক্তৰক মোৰ বেমাৰ দেখুৱাই ভাল হোৱাৰ আশা নাপালোঁ। এবাৰ বাৰ্মিং-হামত মৰামূছা নৰিয়াত পৰোঁ। প্ৰায় ডেৰ বছৰৰ মূৰত অলপ ভাল হওঁ ; কিন্তু সেই বেমাৰতে মোৰ চেহেৰা সম্পূৰ্ণ ৰকমে পৰিবৰ্ত্তিত হয়। তাৰপৰা জৰ্ম্মানীলৈ যাওঁ। মোৰ বন্ধু দয়াৰামক টকা খুজি চিঠি লিখোঁ, একো উত্তৰ নাপাওঁ। দুখন তিনিখন চিঠি লিখি বিমোৰত পৰোঁ, বেমাৰি অৱস্থাতে বিদেশত মগনিয়াৰ হলোঁ। সেইবিলাক দেশত আমাৰ দেশৰ দৰে ভিক্ষা নিদিয়ে ; মগনিয়াৰ থোৱা ঘৰত মোক থৈ দিলে। তাৰপৰাও দয়াৰামলৈ চিঠি লিখিছিলোঁ, কিন্তু কোনো উত্তৰ নাপালোঁ। ভাবিলোঁ দয়াৰাম আৰু মোৰ পত্নী পুত্ৰৰ বা কি হৈছে! জৰ্ম্মানীৰপৰা তিনি বছৰৰ মূৰত ফ্ৰান্সলৈ আহোঁ। তাতো মই মগনিয়াৰ। শেহত মাৰ্চেলিচ নগৰত বেমাৰি ভিক্ষাৰি থকা ঘৰত প্ৰায় চাৰি বছৰ থাকোঁ। তাৰপৰাও দয়াৰামলৈ চিঠি লিখি চালোঁ, কিন্তু কোনো উত্তৰ নাপালোঁ। ইপোনে মোৰ শৰীৰ ক্ৰমাত বেয়া হৈ আহিবলৈ ধৰিলে।

পিঠিত সমূলি বল নাইকিয়া হল। তেতিয়া সকলোলৈকে পাহৰিব পাৰিলেও মোৰ তেজ মাংসে দি গঢ়া প্ৰতিমা মোৰ ল'ৰাটিক পাহৰিব নোৱাৰিছিলোঁ। ভাবিলোঁ—মৰণতো কাষত, কিন্তু ল'ৰাটোৰ মুখ নেদেখাকৈ বিদেশত

বিদেশীৰ মাজত হাড় পেলাওঁ কেনেকৈ? লগত তেতিয়াও যি সম্বল আছিল সকলোখিনি বেচি যি অলপ পইচা পালোঁ তাকে ভাৰতবৰ্ষলৈ অহা এখন জাহাজৰ এটা খালাচীক দিলোঁ। সি মোক তাৰ চাকৰ বুলি কৈ, গৰু-ছাগলী অনাদি আনি বম্বেত নমাই দিলে। বম্বেৰপৰা আহি বহুৎ দুখ কৰি বালিগঞ্জলৈ গৈ দেখা পাওঁ, মোৰ ঘৰো আছে দুৱাৰো আছে। আক তাক শুধি জানিব পাৰিলোঁ, মোৰ পৰিবাৰে দয়াৰামক পুনৰ্বাৰ স্বামী গ্ৰহণ কৰিলে আপুনি বেয়া নাপাব, এনে কথা শুনি মোৰ তিৰোতা জাতিটোৰ ওপৰত ভয়ানক অভক্তি হল। যত এনে কথা শুনিলোঁ, তাৰপৰা আৰু মোৰ ভৰি নচলিল। তাতে মূৰ্চ্ছা গ'লো। মোৰ চেহেৰা ইমান পৰিবৰ্ত্তিত হল যে মোক কোনেও চিনিব নোৱাৰিলে। পুলিচে আনি ইয়াত থৈ গলহি।"

ন—"মিঃ বৰুৱা, মই আপোনাক শত অপৰাধ কৰিছোঁ। মই আপোনাৰপৰা আগেয়ে পোৱা উপকাৰৰ কথা ইহজীৱনত পাহৰিব নোৱাৰো। মোৰ দোষ ক্ষমা কৰক। অলপ আগেয়েই আপোনাৰ পৰিচয় নিদিলে কিয়?"

বি—"মনে মনে থাকক, মোৰ এতিয়াও পৰিচয় দিয়াৰ ইচ্ছা নাছিল। দেখিলোঁ ভেলৰপৰা জীৱটো ওলাই যাবলৈ সময় অলপ হে আছে। মোৰ বন্ধু দয়াৰামৰ সুখৰ বাটত থিয় দিয়া মোৰ ইচ্ছা নহয়। এতিয়াও মোৰ অবিহনে মোৰ নাবালক ল'ৰাটোৰ তেৱেঁই অভিভাৱক হব। কিন্তু তেওঁৰ লৰা-ছোৱালী হলে তাৰ হানি হ'ব পাৰে অতএব এখন উইল লিখি দিওঁ আপুনি তাক দিব।"

ইয়াকে কৈ তেওঁ পুতেক চন্দনক যাবত সম্পত্তি উইল কৰি দিলে আৰু নৰ্চজনীক পুতেকক মতাই অনাবলৈ অনুৰোধ কৰিলে। দুঘণ্টা মানৰ পাছতে চন্দন আহি পালেহি। চন্দনক দেখি বিনন্দৰ দুধাৰি চকুলো বৈ গল। মুখেৰে একো ক'ব নোৱাৰিলে; দীঘল এটা হুমুনিয়াহ কাঢ়িলে; বৰকৈ চকু দুটা মেলি এবাৰ চাই ল'লে আৰু নিমিষতে চকু দুটা মুদি পেলালে। সেই মুদা চকু আৰু মেল নাখালে। ইয়াৰ পাছতে নৰ্চজনীয়ে চন্দনক উইলখন দিলে। কোৱা বাহুল্য যে ইতিমধ্যে বাতৰি পাই লং আৰু দয়াৰাম দুয়ো আহি মেডিকেল কলেজত বিনন্দৰ মৰাশ চালেহি আৰু তাৰ দিহা কৰিলে।

"দেশ"

# মণিপুৰ-যাত্ৰা

## (১১)

পাছ দিনাখন আমি আটাইকিজন একেলগে বজাৰলৈ ওলালোঁ। গৃহস্থৰ অনুৰোধত আমাৰ লগত আন এজন মানুহও ওলাল। আমাৰ লগৰীয়া নতুন মানুহজনৰ ইয়াতে অলপ চিনাকী দি থওঁ। তেওঁ মণিপুৰলৈ অহা ৪৪ নংসেনাদলৰ পেঞ্চন-লোৱা "হাওলদাৰ", জাতিত হিন্দুস্থানী "আহিৰ।" এওঁৰ ঘৰটো আমি থকা ঘৰটোৰ নিচেই গাতে। সেইবাবে যেই সেই কথাতে আমি এওঁক যেতিয়াই তেতিয়াই ঢুকি পাইছিলোঁ। এওঁও আগেয়ে—ডিব্ৰুগড়ত আছিল। এওঁ এতিয়া মণিপুৰতে স্থায়ীভাৱে বাস কৰিছে। ঘৈণীয়েকো মণিপুৰিয়াণী। এওঁ নিজ মুখেই আমাক কলে যে যুদ্ধ ভাগিবৰ পাছত তেওঁ কোনোবা এটা মণিপুৰীয়াৰ পৰা নিচেই কম বয়সীয়া মাউৰী চেচুৰী ছোৱালী এজনী কিনি লয়। সেই ছোৱালীটিয়েই তেওঁৰ বৰ্ত্তমান ঘৈণীয়েক। তেওঁৰ মাত দুষাৰ এবাৰ আমাৰ কাণত পৰাত আমি বেছ বুজিব পাৰিলোঁ যে তেওঁ আজিকালি পৰিষ্কাৰ হিন্দী কব পাৰে। ঘৈণীয়েকৰ বৰণ বগা। 'হাওলদাৰ' এতিয়া বুঢ়াৰ ভাগত পৰিছে। তেওঁৰ কেবাটাও দাঁত সৰি নাইকিয়া হল; কিন্তু গাটো এতিয়াও বৰকৈ পোটোকা পৰা নাই। ডেকা কালত তেওঁ নিশ্চয় বেছ বলী মানুহ আছিল।

চিপাহীবোৰে পিন্ধা দৰে পট্‌লুঙৰ ওপৰত পট্টি মাৰি আৰু বুট পিন্ধি তেওঁ আমাৰ লগত ওলাল। বাটৰ ঠাইবোৰৰ সম্বন্ধে তেওঁ নানা কথা আমাক কৈ যাবলৈ ধৰিলে। এখন সৰু পাহাৰ দেখুৱাই কলে তাৰ ওপৰত বৰতোপ বহুৱাই মণিপুৰীয়াবোৰে হেনো তেওঁবিলাকৰ পল্টনৰ আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰিছিল। ইংৰাজ সৈন্যবোৰ কোন ফালে কেনেকৈ আছিল তাকো কলে। মণিপুৰীয়াবোৰে

হেনো ইংৰাজ সৈন্যক আগবঢ়া দেখি বৰতোপ চৰতোপ এৰি পলাই হে তৰণী পালে। বৰতোপ আৰু মৰা নহল। যুদ্ধও প্ৰায় নহল। তেওঁ বুজাই দিলে আৰু আমি বেছ বুজিলোঁ যে মণিপুৰিয়াইঁতে বৰ সুবিধাজনক ঠাইত বৰতোপ বহুৱাইছিল। কিয়নো, পাহাড়খনে ইংৰাজ সৈন্য থকা সমতল ভূমিৰ গোটাইখনি ঠাইকে বৰ বঢ়িয়াকৈ commond কৰিছিল ; কিন্তু মণিপুৰীয়াবিলাকে দুই চাৰিটি বন্দুকৰ আৱাজ কৰিয়েই হেনো পলাই গল। ইংৰাজ সৈন্যই হেনো প্ৰায় বিনাৰক্তপাতে বৰতোপ অধিকাৰ কৰি ললে। ইত্যাদি।

'হাওলদাৰক' লগত গৈ আমি এটা ঘৰত ওলালোঁগৈ। সেইখন হেনো দোকান। কোনোবা মান্না কোম্পানীৰ দোকান। ইয়াত বিলাতীপানী কিনিবলৈ পোৱা যায়। মণিপুৰত বিলাতীপানী পোৱা অৱশ্যে অলপ আচৰিত কথা। আমি লেমনেড কিনি খালোঁ। আমাক বটলত মুখ দি লেমনেড খোৱা দেখি "হাওলদাৰে" মুখে একো নকলে। কিন্তু তেওঁৰ চকু আৰু মুখভঙ্গীয়ে বেছ পৰিষ্কাৰকৈ কলে "ও, তোমালোকে খ্ৰীষ্টানী ফাললৈ কিছু গৈছা" যুদ্ধক্ষেত্ৰ আৰু নাও, জাহাজ ইত্যাদিৰ ওপৰত খোৱামেলাত চুৱা নাই।" কিন্তু অইন অৱস্থাত হলে অলপতে চুৱা। চডা আৰু লেমনেড পানী বিলাতৰপৰা নাহে ; কিন্তু তেও তাৰ নাম "বিলাতী"। ইংৰাজৰ অদ্ভুত কল কৌশল আৰু বিদ্যাবুদ্ধিৰ আগত ভাৰতবাসী মন্ত্ৰমুগ্ধ। যোগ্য সকলো ঠাইতে পূজ্য। আমি তাত বহি থাকোঁতে এজন মানুহে "খুকুৰী" এখনৰ ভাল বেয়া সম্বন্ধে কিবা তৰ্ক উলিয়ালে। "হাওলদাৰে" ৰূপ এটকা হাতত লৈ খুকুৰীৰ ধাৰটো তাৰ ওপৰত বহুৱাই, খুকুৰীখন লাহেকৈ ওপৰলৈ তুলি পৰীক্ষা কৰিলে। ৰূপ টকা উঠি নাহিল। ইয়াৰ পাছত, খুকুৰী ভাল নহয় বুলি তেওঁ তৎক্ষণাৎ সমিধান দিলে। ভাল খুকুৰীৰ ধাৰটো হেনো এইদৰে ৰূপত বহুৱালে ৰূপটকা উঠি আহে।

ইয়াৰ পাছত আমি গৈ বজাৰ ওলালোঁগৈ। মই এক, দুইৰ মণিপুৰীয়া মাত কাগজত লেখি লৈছিলোঁ। ইয়াৰ নমুনা তলত অলপ দিয়া হল—

এক = আম্মা। দুই = আন্নি। তিনি = আউহুম্। চাৰি = মৰ্‌বী। পাঁচ = ম্মঙা। ইত্যাদি। এটকা পাঁচ অনা = চিকি স্মাঙা থ্নয়চা মৰ্‌বী। এটকা = ৰূপা আম্মা! দাম কিমান? = মামূল কেয়ান্? ভাল দে = অফবা পীৰো। ইত্যাদি।

এইকিটা কথা শিকি লৈ, মই কিছু পৰিমাণে বস্তু দৰাব পৰা হৈছিলো। সেই বাবে মই লগৰীয়া কিজনৰ লগ এৰি অকলশৰে বজাৰৰ এফালে বস্তু দৰাই ফুৰিছিলোঁ। মই এজনী মণিপুৰীয়ানীৰ পোহাৰত এইদৰে কিবা বস্তু দৰাই আছোঁ, এনেতে এজন ডেকা ৰঙালী বাবু কৰবাৰপৰা তালৈকে আহি বস্তু দৰাবলৈ ধৰিলে। মোৰ লগত আলাপ কৰাহে তেওঁৰ উদ্দেশ্য আছিল, বস্তু দৰোৱাটো ছলনা মাত্ৰ। তেওঁ খুলনা জিলাৰ মানুহ, ইয়াত কিবা কাম কৰিছে! তেওঁ মোৰ লগত খুব ভদ্ৰ ভাৱেৰে কথাবতৰা কৈ শুচি গল। তেওঁ যোৱাৰ অলপ পৰৰ পাছতে এটা বঙালী চাপৰাচীয়ে আহি মোক ধৰিলেহি আৰু মোৰ আঁতিগুৰি লবলৈ ধৰিলে, মই কেলৈ আহিছোঁ, কত থাকোঁ ইত্যাদি সম্বন্ধে খুচৰি প্ৰশ্ন কৰিবলৈ ধৰিলে। প্ৰশ্নবোৰ বিৰক্তিজনক হলেও মই উত্তৰ দিবলৈ বাধ্য হলোঁ! "মই মন্ত্ৰীপুখুৰীত থাকোঁ আৰু সৌ হাওলদাৰৰ লগত বজাৰলৈ আহিছোঁ" বুলি তেওঁলৈ আঙুলিয়াই দেখুৱাত, চাপৰাছীটোৱে 'হাওলদাৰৰ' ওচৰলৈ গৈ মোলৈ আঙুলিয়াই কিবা শুধিলে। মই দূৰৈৰপৰা দেখিলোঁ, হাওলদাৰেও মূৰ জোকাৰি "হয়" বুলি কিবা কলে। ইয়াৰ পাছত মইও ওচৰ চাপিলোঁ। চাপৰাছীটোৱে আমাক শীঘ্ৰে শীঘ্ৰে উভতিবলৈ উপদেশ দিলে। আমি দুই এদিনৰ ভিতৰতে উভতিম বুলি জ্ঞাপন কৰিলোঁ।

মণিপুৰৰ সামান্য চাপৰাছীটোও দেখোঁ বঙালী। আমি শুনিলোঁ মণিপুৰৰ এটা পল্লীৰ নাম 'বাবুপাড়া'। ইয়াত হেনো বঙালী বাবুবিলাকৰ ঘৰ। কোনোবা এজন কুণ্ডু বাবুৰ মণিপুৰত অখণ্ড প্ৰতাপ। তেওঁক কোট পেণ্ট পিন্ধি ঘোঁৰাত উঠি যোৱাও দেখিলোঁ। মোৰ বিশ্বাস বঙালী ডেকা বাবুজনেই এই চাপৰাছীটো মোলৈ ফেটাই দিছিল।

মণিপুৰিয়ানীবিলাকে "লাইডং" নামে এবিধ "দৰি" বা সৎৰঞ্চি জাতীয় কাপোৰ তৈয়াৰ কৰে। এই কাপোৰ বেছ মজপুত। ঠেক পুতলৰ কেবাখণ্ড যোৰা দিহে একোখন "লাইডং" তৈয়াৰ কৰে। মণিপুৰিয়ানীবিলাকে সুন্দৰ মিহি চেলেংও তৈয়াৰ কৰে। এই চেলেং ভাল

'সিমলাই চাদৰ'তকৈ নিকৃষ্ট নহয়। কিন্তু ইও ঠেক পুতলৰ দুডোখৰ কাপোৰ যোৰা দি কৰা। মণিপুৰীয়ানীয়ে কাপোৰ বহলকৈ বব নোৱাৰে। কাপোৰৰ ওপৰত ৰং বোলোৱা বেছ। বিলাতী কাপোৰৰ হলেও, মণিপুৰীয়া আঁঠুৱা খুব বঢ়িয়া। আমাৰ দেশত তেনে সুন্দৰ আঁঠুৱা বজাৰত পোৱা নেযায়। ঘৰত বাতি লোৱা কপাহী সুতাৰে কৰা কাপোৰবোৰও বৰ মজপুত। মণিপুৰীয়া বিছনা-চাদৰবোৰও বৰ মজপুত। মই ইম্ফালৰ বজাৰত কিনি লোৱা দুখন বিছনা চাদৰ আজিলৈকে ভাল অৱস্থাত আছে। মই কবলৈ পাহৰি আহিছোঁ "কুকি জিম" নামে এবিধ কাপোৰ আমি কহিমাত দেখিছিলোঁ। এই কাপোৰ এনে বঢ়িয়া আৰু লাগী যে বৰ বিলাসী মানুহৰ মনও তালৈ আকৃষ্ট নোহোৱাকৈ নোৱাৰে। কহিমাৰ নগা কাপোৰবোৰও বৰ মজপুত আৰু স্থায়ী। মোৰ বিশ্বাস, চলাব জানিলে এইবোৰ বস্তুৰ বেপাৰ কলিকতা প্ৰভৃতি ঠাইত বেছ চলিব পাৰে।

শ্ৰীজ্ঞানানন্দ জগতী

# চাকৰী স্তোত্ৰ।

মূৰ্খ কুলি মাৰিকে,
বাবুকুল পালিকে,
গৃহস্থালী নাশিকে,
প্ৰবসুৱা তাৰিকে,
নমামি চাক্ৰিকে।
'সম-বঙ্গ ভেদিকে,
লোটা ঘটী ধাৰিকে,
কলমম্ চালিকে,
পৰীক্ষা দায়িকে,
সুসভ্য কাৰিকে,
অসভ্য হানিকে,
নমামি চাক্ৰিকে!
পুৰাতন ঘাটিকে,
ডাঙৰীয়া লোপিকে,
বিষয়ীয়া পাতিকে,
ভেটিভুটা গ্ৰাহিকে,
নমামি চাক্ৰীকে!
ন্যুভাচিটি চাৰিকে,
ফেউ ফেউ নাদিকে,
বি, এ, পাচ কাৰিকে,
গড্ডলিকা বাহিকে,
"গুৰু-ট্ৰেন ইঙ্গিকে,"
স্থূল পুচ্ছ শীৰিকে,
নমামি চাক্ৰিকে!
ফিফ্ ক্লাচ শিক্ষিকে,
মহৰীত্ব লোভিকে,
প্ৰেণ্টিচ মোহিকে,
নমামি চাক্ৰিকে!
"চৰ্ব্বেইং ক্লাচিকে,"
মণ্ডল পাতিকে,
শৰণ্যং ত্ৰায়িকে,
নমামি চাক্ৰিকে!
স্বাধীনতা হাৰিকে,
প্ৰভুপদ লেহিকে,
দহ পাঁচ ঘটিকে,
মাসান্তৰ মুদ্ৰিকে,
তৎপৰ উৰিকে,
নমামি চাক্ৰিকে!
হলিডে বৰ্দ্ধিকে,
খোচামুদি হ্লাদিকে,
খেতিবাতি নিন্দিকে
নমামি চাক্ৰিকে!

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা

# বিলাতৰ কথা

আমি নেপেলচ্ পুৱা আঠমান বজাত পালোঁগৈ। জাহাজ দহ বাৰ ঘণ্টামান তাত আছিল। নেপেলচৰ সৌন্দৰ্য্যৰ কথা গল বাৰ উল্লেখ কৰিছিলোঁ। মানুহৰ ভিতৰত যেনেকৈ অৰিয়াঅৰি লাগে, এটাই কয়, "মই ডাঙৰ," সিটোৱে কয়, "নহয়, মই হে ডাঙৰ, মই হে ভাল," সেইদৰেই মানুহে চহৰকো অৰিয়াঅৰিৰ বশবৰ্ত্তী কৰি দিয়ে। আমি নেপেলচ্ দেখিছোঁ, আমি কওঁ নেপেলচ্ দেখিবলৈ ভাল ; আকৌ যি মানুহে কন্‌ষ্টেণ্টীনোপোল দেখিছে, তেওঁ কয়, সেই ঠাই নেপেলচ্‌তকৈও সুন্দৰ। যি হওক, নেপেলচ্‌ৰ সৌন্দৰ্য্য ভালকৈ অনুভৱ কৰিবলৈ হলে সমুদ্ৰৰ পৰাহে ভালকৈ অনুভৱ কৰিব পাৰি। আগেয়েই কৈছোঁ, নেপেলচৰ বে জগদ্বিখ্যাত।

ইউৰোপ মহাপ্ৰদেশৰ প্ৰধান ধৰ্ম্ম ৰোমান্ কেথলিক খ্ৰীষ্টধৰ্ম্ম। এই নেপেলচ্‌ত এজন ৰোমান কেথলিক আৰ্চবিচপৰ মঠ—তেওঁৰ তলতীয়া বহুতো ধৰ্ম্মযাজক। তাৰ ৰোমান কেথলিক গিৰ্জ্জাৰ সংখ্যা ২৫৭ টি আৰু ৫৭ টি খ্ৰীষ্টধৰ্ম্মৰ আন সম্প্ৰদায়ৰ গিৰ্জ্জা। আমাৰ মনত আছে, আমাৰ গাইডে আমাক নেপেলচৰ এটি বৰ গিৰ্জ্জা দেখুৱাবলৈ লৈ যোৱা। যেতিয়া আমাক লৈ গৈছিল তেতিয়া তাত পাদুৰীয়ে বক্তৃতা কৰিছিল আৰু কিছু উপাসকে সেই বক্তৃতা মনোযোগেৰে শুনিছিল। আমি লাহে লাহে আঁতৰৰপৰা সসম্ভ্ৰমে মূৰৰ টুপি খুলি গিৰ্জ্জাৰ আন ফালে গলোঁ। ইয়াৰ গিৰ্জ্জাবোৰ চাবলগীয়া। ইউৰোপৰ সকলো ঠাইতে কেথিড্ৰেলবোৰ (বৰ গিৰ্জ্জা) চাবলগীয়া। কেথিড্ৰেলবোৰৰ, বিশেষত্ব আছে। এই বিশেষত্ববোৰ চাবৰ নিমিত্তেই বহুতো ইউৰোপীয় আৰু মাৰ্কিন দেশীয় মানুহে ইউৰোপৰ এঠাইৰপৰা আন ঠাইলৈ ফুৰি ফুৰে।

ইয়াত এটি বিশ্ববিদ্যালয়ো আছে। ঠাইয়ে ঠাইয়ে এনে বিশ্ববিদ্যালয় আমাৰ ভাৰতত কেতিয়া হব।

তাৰ পাছত আমি নেপেলচৰ জাতীয় মিউজীয়ম চালোঁগৈ। "জাতীয়" (নেচনেল) নামটো গেৰিবল্ডীৰ দিনৰপৰা হৈছে ; আগেয়ে ইয়াৰ নাম মিউজীও বৰবনিকো আছিল। এই মিউজীয়মত যে কিমান পাথৰৰ মূৰ্ত্তি (ষ্টেচিউ) দেখিলোঁ, কিমান নক্‌চা কিমান ভাল ভাল জগদ্বিখ্যাত চিত্ৰকৰৰ চিত্ৰ দেখিলোঁ। তাৰ লেখজোখ নাই। পোম্‌পিয়াইৰ ভগ্নাৱশেষো ইয়াত বহুতো দেখিলোঁ।

এই চহৰত বহুতো মানুহ। শুনিছোঁ বোলে এই ঠাইতে, ইউৰোপৰ ভিতৰত, মানুহৰ গেজাগেজি। আমাৰ এই ঠাইয়েই ইউৰোপৰ প্ৰথম ঠাই—সেই দেখি ইয়াত যি দেখিছিলোঁ ভাল লাগিছিল। ইয়াৰ ঘৰবোৰ পাঁচ ছয় মহলা ওখ। ইয়াত আলি গলি বহুতো। বহুত বছৰৰ পাছত যেতিয়া কাশীলৈ যাওঁ, কাশীৰ গলিবোৰ দেখি নেপেলচ্‌ৰ কথা মনত পৰিছিল।

আৰু এটা কথা আমাৰ মনত আছে। ফিটন গাৰীৰ ভিতৰত আটাইৰে ঠাই নহব দেখি আমি কোচওৱানৰ ওচৰত বহি চহৰ চাই ফুৰিছিলোঁ। আঙুলিৰে মুখেৰে ভঙ্গি কৰি আমি তাৰে সৈতে কথা পতা মনত আছে। তাৰ কোচওৱানবোৰে ঘোৰাক নোকোবায় অৰ্থাৎ ঘোৰাৰ গাত চাবুক নেমাৰে এনেয়ে চাবুক চটপ চটপ কৰি গাৰ ওচৰত শবদ কৰে। সেই শবদ আমাৰ নতুন লাগিছিল।

নেপেলচ্‌সাঁজ বেলিকা এৰিলোঁ। নেপেলচৰ কথা ভাবিলে আমাৰ য়াম্বা য়াম্বা" আৰু "মাৰ্গেৰীট" গান আৰু মেণ্ডোলীন বাজানাৰ বিষয়ে হে মনত পৰে।

নেপেলচ এৰি জাহাজ আৰু কতো নৰৈ একেবাৰেই প্লীমাথত ৰলগৈ। আমাৰ বহুতো মানুহে ইয়াক প্লাইমাউথ কয় ; কিন্তু উচ্চাৰণ প্লিমাথ হে।

শ্ৰীজ্ঞানদাভিৰাম বড়ুৱা

# হাজি মহম্মদ মহচিন্

১৭৩২ খৃষ্টাব্দত হাজি মহম্মদ মহচিনে হুগলিত জন্ম গ্রহণ কৰে। এই সময়ৰ কিছু আগৰেপৰা মুছলমান ক্ষমতা পৰি আহিছিল বুলিও দেশত মুছলমান ক্ষমতাই সৰ্ব্বপ্ৰধান আছিল। সেই সময়ত হুগলি তেতিয়াৰ কলিকতাতকৈ অনেক গুণে সমৃদ্ধিশালী আছিল। কলিকতা তেতিয়া এখন সৰু নগৰ আছিল বুলিলেও অত্যুক্তি নহয়।

মহম্মদে লৰাকালত এজন বিখ্যাত বিদ্বান মানুহৰ ওচৰত শিক্ষা লাভ কৰিছিল। শিক্ষকৰ উত্তম শিকোৱা প্ৰণালীৰ বাবেই হওক বা ছাত্ৰৰ উচ্চ শিক্ষা পাবৰ বৰ হেঁপাহ থকাৰ নিমিত্তেই হওক, মহম্মদৰ দিনে নতুন নতুন কথা, নতুন নতুন জ্ঞান আৰ্জ্জিবৰ অভিলাষ বয়সৰ লগে লগে বাঢ়ি যাবলৈ ধৰিলে। কিছুকাল শিক্ষা কৰাৰ পিছতেই, আৰবিক আৰু পাৰ্চী ভাষা শিকি উত্তম জ্ঞান লাভ কৰিবৰ ইচ্ছা তেওঁৰ মনত ব্যগ্ৰ হৈ উঠিল। দেশ পৰ্য্যটন কৰি নানা দেশৰ ৰীতি নীতি জানিবৰ ইচ্ছা তেওঁৰ অন্তৰত কেতিয়াবাৰপৰাই ঠাই পাইছিল।

মহম্মদৰ শিক্ষাৰ উন্নতিৰ লগে লগে, তেওঁৰ বিষয়-বাসনা ধন-সম্পত্তিৰ প্ৰতি ঘৃণা উপজিবলৈ ধৰিলে ; কাৰণ তেওঁ বেছ বুজিছিল যে ধন-সম্পত্তি বিষয়-বাসনা ক্ষণস্থায়ী আৰু এইবোৰ জীৱনৰ মুখ্য উদ্দেশ্য নহয়। তেওঁ বেছ বুজিছিল যে জ্ঞান উপাৰ্জ্জনেই মানুহৰ জীৱনৰ প্ৰধান উদ্দেশ্য হব লাগে ; কাৰণ জ্ঞানে মানুহক সৎকামত প্ৰবৃত্ত কৰায় আৰু এই সৎকৰ্ম্মৰ ছাব জগতত অক্ষুণ্ণ থাকি যুগ যুগান্তৰলৈ মনুষ্যৰ বিস্তৰ উপকাৰ সাধি থাকে।

শিক্ষকৰ ওচৰত লৰাকালৰ শিক্ষা শেষ কৰি, লৰাকালৰেপৰা অন্তৰত পুহি থকা জ্ঞান উপাৰ্জ্জন কৰিবৰ ইচ্ছা কামত পৰিণত কৰিবলৈ তেওঁ মুৰ্চ্ছিদাবাদলৈ গল। তাততেওঁ বিদ্বান মৌলবী আৰু দেৱতুল্য মহাপুৰুষসকলৰ সংসৰ্গত থাকি বিস্তৰ জ্ঞান অৰ্জ্জন কৰি মনৰ হেপাহ আৰু আশা কিছু পৰিমাণে পূৰণ কৰিলে।

মহম্মদৰ লিখা শক্তি উৎকৃষ্ট আছিল। সেই সময়ত প্ৰায় মানুহবোৰেই বিলাসী আৰু চৰিত্ৰহীন আছিল ; বিশেষকৈ তেওঁৰ নিজ জন্ম ভূমি হুগলিত নানা ৰকম পাপে বৃদ্ধি পাইছিল। কিন্তু যদিও মহম্মদে মানুহৰ বিপদসঙ্কুল যৌবন কাল, পাপৰ অতিশয় বৃদ্ধি পোৱা ঠাই হুগলি আৰু মুৰ্চ্ছিদাবাদত কটাইছিল, তেওঁৰ চৰিত্ৰ আৰু হৃদয় আৰ্চিৰ নিচিনা নিৰ্ম্মল আছিল। কাম, ক্ৰোধ, পাপ, তাপ আদি কুপ্ৰবৃত্তিৰ কলঙ্কই তেওঁৰ মহৎ হৃদয়ত ঠাই নেপাইছিল। তেওঁ কি দৰে নিজকে নিজে সেই সময়ৰ কুপ্ৰবৃত্তিবোৰৰ প্ৰলোভনৰপৰা আঁতৰাই ৰাখিছিল তাক বিশেষ মনযোগ দি শিকিব লগীয়া। তেওঁৰ আত্মসংযম সকলোৰে অনুকৰণীয়। যিবোৰ গুণৰ বাবে মানুহে মহৎ নাম পায় সেইবোৰ গুণৰ গজালিয়ে তেওঁৰ লৰাকলীয়া কোমল হৃদয় অধিকাৰ কৰিছিল। তেওঁৰ মানসিক আৰু নৈতিক বল যিদৰে প্ৰবল আছিল সেইদৰে তেওঁৰ শৰীৰো সুস্থ আৰু সবল আছিল। দৰাচলতে একেলগে সুস্থ শৰীৰ আৰু সুস্থ মন বহুত কম মানুহৰ ভাগ্যত হে মিলে। সকলো কামতে মহম্মদৰ মুখ উজ্জ্বল আৰু প্ৰফুল্ল আছিল। তেওঁ যিদৰে এজন জ্ঞানী আৰু বিদ্বান আছিল সেইদৰে তেওঁ এজন ভাল খেলুৱাই আছিল। তেওঁ ঘোৰাত উঠিব ভালকৈ পাৰিছিল আৰু অস্ত্ৰ চলোৱাত বেছ নিপুণ আছিল।

তেওঁৰ গান শিকাও এটা ইচ্ছা আছিল আৰু জীৱনৰ শেহছোৱাত আহৰি সময়ত ধৰ্ম্মসঙ্গীত গাই সময়ৰ সৎব্যৱহাৰ কৰিছিল।

মহম্মদে সদাই ধৰ্ম্ম চিন্তা আৰু পৰোপকাৰ কৰি কাল কটাইছিল। পৰোপকাৰেই তেওঁৰ জীৱনৰ মহাব্ৰত আছিল। তেওঁ ধনী আছিল কিন্তু ধনত আকৃষ্ট নাছিল। ধনৰ সৎব্যৱহাৰ কৰা তেওঁৰ জীৱনত আমি সুন্দৰ উদাহৰণ দেখিবলৈ পাওঁ। তেওঁ সহস্ৰাধিক দুখীয়া মুছলমান লৰাক ধন দি পঢ়াইছিল। বাস্তৱিকতে সকলো ধনী মানুহেই যদি মহম্মদৰ উদাহৰণ অনুকৰণ কৰিলেহেঁতেন।

বদান্যতা গুণত হিন্দু মুছলমান সকলোলৈকে সকলো কথাতে মহম্মদ সমদৰ্শী আছিল। দুখীয়া লৰাৰ সুবিধাৰ অৰ্থে তেওঁ ভাৰতবৰ্ষৰ বহুত ঠাইতে বিস্তৰ টকা খৰচ কৰি "মদ্ৰাচা" আৰু পঢ়াশালি নিৰ্ম্মাণ কৰাই দিছিল। এইবোৰ এতিয়াও আছে আৰু দূৰ-দূৰণিত দেশে-বিদেশে এইবোৰে তেওঁৰ নাম যুগমীয়া কৰি ৰাখিছে! হুগলিৰ প্ৰসিদ্ধ "ইমান বাৰা" তেওঁৰে কীৰ্ত্তিৰ চিন। ইয়াত শই শই দুখীয়া

বেমাৰী মানুহে বিনামূল্যে ঔষধ পাতি আৰু আহাৰ পাই থাকে। কোনো উৎসৱ আদি হলে দুখীয়া মানুহক কাপোৰ-কানিও বিলোৱা হয়।

দেশ পৰ্য্যটন কৰা তেওঁৰ এক প্ৰধান ইচ্ছা আছিল বুলি ওপৰতে কৈ অহা হৈছে। স্কুলৰ শিক্ষা সমাপ্ত কৰি মহম্মদ আৰব আৰু পাৰশ্যলৈ গৈছিল। এইদৰে তেওঁ ভাৰতবৰ্ষ, আৰব আৰু পাৰশ্যৰ বহুত ঠাই ভ্ৰমণ কৰি ইজিপ্তলৈ গৈ তাৰ পিছত টৰ্কিলৈ গৈছিল। জ্ঞানীসকলে কয় যে দেশ পৰ্য্যটনৰপৰা মানুহে অনেক শিক্ষা লাভ কৰিব পাৰে ; এই কথা মহম্মদৰ গাতে বেছ প্ৰকাশ পাইছিল। বহুত সময় তেওঁ বিদেশ ভ্ৰমণত কটাইছিল আৰু ভিন্ন দেশৰ ভিন্ন জাতিৰ আওভাও আৰু ভাষা তেওঁৰ আয়ত্ব হৈছিল। বিদেশ ভ্ৰমণ কালতে তেওঁৰ ভনীয়েক মানুজা খানুম বাঁৰী হয়। মহচিন এই বাতৰি পাই নিজ দেশলৈ উভতি আহিব লগাত পৰে। মানুজাৰ গিৰীয়েকৰ যশোৰত অপাৰ স্থাৱৰ সম্পত্তি আছিল আৰু তেওঁৰ মৃত্যুত এই সম্পত্তি বিধৱা পত্নীয়ে ককায়েক মহম্মদৰ তত্বাৱধানত ৰাখিলে। ১৮০৩ খৃষ্টাব্দত মানুজাই ককায়েকক এই বিপুল সম্পত্তিৰ অধিকাৰী কৰি ইহলীলা সম্বৰণ কৰে। জ্ঞানী মহচিনে ইয়াৰ কেৱল তত্বাৱধান হে কৰিছিল, ইয়াৰপৰা উৎপন্ন হোৱা লাভ দুখীয়াৰ নিমিত্তে খৰচ কৰিছিল। ওপৰত কৈ অহা হৈছে যে মহম্মদৰ বিষয়-বাসনাত তৃপ্তি নাছিল। এই ধন সম্পত্তিৰে কেনেকৈ নিজৰ সংসাৰসুলভ সুখ হয় তাৰ নিমিত্তে তেওঁ যত্নবান নাছিল। কেনেকৈ ইয়াৰে লোকৰ উপকাৰ হয় তাৰ নিমিত্তেহে সদাই তেওঁৰ চেষ্টা আছিল। তেওঁৰ দানত জাতিভেদ নাছিল। হিন্দু মুছলমান উভয়কে তেওঁ সমান চকুৰে চাইছিল।

মহম্মদ গুণী আৰু জ্ঞানী আছিল কিন্তু যশপ্ৰাৰ্থী নাছিল। তেওঁ লোকক উপকাৰ কৰা আৰু নিজৰ গুণৰ কথা কাকো কৈ নুফুৰিছিল। ইয়াৰ জ্বলন্ত উদাহৰণ—ৰাতি হলে তেওঁ দুখীয়া মানুহবোৰৰ ওচৰলৈ গৈ আনে নেদেখাকৈ সিহঁতক যৎপৰোনাস্তি সহায় কৰিছিল। ইয়াতকৈ আৰু মহত্বৰ চিন কি আছে? তেওঁৰ প্ৰকৃত মহত্ব ইয়াতে বেছ প্ৰকাশ পাইছিল।

দকৈ গমি চালেই দেখা যায় যে সত্যবাদিতা গুণটি থাকিল মহত্বৰ আন আন গুণবোৰো আপুনি ওচৰ চাপি আহে। সত্যবাদিতাই আন গুণবোৰক চুম্বক লোৰ দৰে টানি আনে আৰু এই সত্যবাদিতাৰ বাহিৰে মহম্মদে আন একো নাজানিছিল।

১৮১২ খৃষ্টাব্দত দেৱতুল্য মহম্মদৰ মৃত্যু হয়। মৃত্যুৰ আগতে তেওঁ তেওঁৰ তত্বাৱধানত থকা ভনীয়েকৰ স্থাৱৰ সম্পত্তি গবৰ্ণমেণ্টৰ হাতত গতাই দি গল আৰু কৈ গল যে ইয়াৰপৰা উৎপন্ন হোৱা সকলো লাভ যেন ঈশ্বৰৰ কামত নিয়োগ কৰা হয়। "ঈশ্বৰৰ কামত" এই কথা কেইটাতো মহম্মদৰ বিশেষ অৰ্থ আছিল অৰ্থাৎ যি মানুহৰ উপকাৰ কৰে তেওঁ ঈশ্বৰৰ প্ৰিয়ভাজন হয়। পুতেকৰ উপকাৰ কৰিলে বাপেকৰো উপকাৰ কৰা হয়। গতিকে ঈশ্বৰৰ সন্তান মানুহৰ উপকাৰ কৰিলে ঈশ্বৰ সন্তুষ্ট হয়।

ঈশ্বৰৰ কামত নিয়োগ কৰিবলৈ দিয়া এই সম্পত্তিৰ গবৰ্ণমেণ্টে দেশৰ কেউপিনে কলেজ, চিকিৎসালয় আৰু স্কুল পাতি দি মানুহৰ বিস্তৰ উপকাৰ সাধি স্বৰ্গীয় মহম্মদৰ গৌৰৱ বঢ়াব লাগিছে।

# ৰবীন্দ্ৰনাথ

ৰমণী-ৰঞ্জিত-স্বৰে সঙ্গীত মধুৰ
গাই মুহি জগতৰ মন, বিৰাজিছা
কবিবৰ নৱভাব লই, সুকোমল
শান্তি নিকেতনে। আহা কিবা মূৰুতি মধুৰ!
কবি-কাননৰ তুমি পাৰিজাত ফুল,—
নন্দন কানন ত্যজি ধৰাত উদ্ভূত ;
নৱ নৱ ৰসে ৰচি কবিতা সঙ্গীত
বিতৰিছা সুধা, শ্ৰেষ্ঠ কবি ই যুগৰ।

পূৰ্ণ প্ৰেমে পূৰ্ণ হই লভি দিব্যজ্ঞান,
কবিত্বসুলভ ত্যজি সংসাৰ বাসনা,
ঈশ প্ৰেমে মুগ্ধ হই লভি মূলাধাৰ,
সত্ব, সত্য,স্বৰূপক কৰিছা সাধন।
ধন্য হে ৰবীন্দ্ৰনাথ ভাৰত ভূষণ।
ভাৰতবাসীৰ তুমি চিত্তবিমোহন।

শ্ৰীৰুদ্ৰকান্ত গোস্বামী

# জননী জন্মভূমি

অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্রী দুহিতা।
হিমাচলোত্তুঙ্গ উদীচিদিশা
জীমূত ভূত সলিলা
লৌহিত্য মধ্য প্রবাহশীলা
জয়তু জননী ধৰিত্রী দুহিতা।
প্রাগেব জ্যোতিৰাননা
(অধুনা) দুর্ভাগ্য নিমীলিত নয়না
অনন্ত ৰত্ন প্রভবা
সৌভাগ্য স্থিৰ সম্ভবা
কোটিলোক পালিকা
কামৰূপা কামদা
স্বভাব কাম্য কাননা
শ্যামলা স্বৰ্ণ শস্য মালিকা।

শ্রীচন্দ্রকুমাৰ আগৰৱালা

## কৰ্ম্ম

কৰ্ম্মৰ জনম জানা তোমাৰ লগতে,
তাৰে সৈতে এৰা এৰি নাই।
তোমাৰ হাততে আছে কৰম সজুলি,
মন মাথোঁ কৰিবৰ উপায়।।

শ্রীলক্ষ্মীনাথ বেজবৰুৱা

## গীত

মাতিছো কাকুতি কৰি বন্ধুগণ
নেথাকিবা আৰু স্বাৰ্থত মগন।
দুখিত জনৰ চোৱা মুখলৈ
দুখভাৰ, তাৰ দিয়া পাতলাই।
নিজ সুখ দুখ অতি তুচ্ছ কথা।
পশুৱেও বুজে আপোনাৰ বেথা।
মানবী জনমে পৰহিত সাধোঁ
পৰক আপোন কৰি প্রাণ বৰ্ত্তা।
কেওঁ নোহে পৰ মানুহ তোমাৰ,
কুটুমে কুটুমে ভৰা যে সংসাৰ।

শ্রীচন্দ্রকুমাৰ আগৰৱালা।

# মহাপুৰুষীয়া সম্প্রদায়ৰ ধৰ্ম্মমত

(৩)

একমেবাদ্বিতীয়ম্ পৰমেশ্বৰৰ প্রতি একনিষ্ঠ অব্যভিচাৰী ভক্তি যে শঙ্কৰ মাধবৰ ধৰ্ম্মৰ মূল ভিত্তি আছিল এই কথা বাৰে বাৰে উল্লেখ কৰা হৈছে। এই বাবে গুৰু দুজনাই আন দেব দেবীৰ পূজা একেবাৰে মানা কৰিছিল আৰু যিবিলাক শিষ্যই এই নিষেধ নামানিছিল সিহঁতক একেবাৰে পৰিত্যাগ কৰিছিল । ইয়াৰ ভাল উদাহৰণ ব্যাসকলাই বাপু। এইজন ব্রাহ্মণ শিষ্য আদিৰ পৰা শঙ্কৰৰ পৰম ভক্ত আছিল। বৰদোৱাত ব্রাহ্মণবিলাকে শঙ্কৰৰ প্রতি অত্যন্ত দ্বেষভাব আচৰণ কৰাৰ সময়ত ৰত্নাকৰ কন্দলি আৰু এওঁ দুয়ো দৃঢ় ভাবে শঙ্কৰৰ পক্ষ অবলম্বন কৰি আছিল। ভটিয়াই কামৰূপ দেশলৈ আহোতে এওঁ গুৰুৰ লগ নেৰি গুৰুৰ লগতে ভটিয়াই আহিছিল। আহোতে বাটতে এওঁৰ এটি পুত্রৰ 'বৰ খহ' অৰ্থাৎ বসন্তৰোগত মৃত্যু হয়। পাছত বৰপেটাত থাকোতে এওঁৰ দ্বিতীয় পুত্রৰো সেই ৰোগ উপস্থিত হোৱাত ব্রাহ্মণে পুত্রৰ মায়াত গুৰুৰ নিষেধ স্বত্বেও শঙ্কৰে নজনাকৈ মনে মনে ওচৰৰ চপৰা গাৱঁলৈ গৈ তাতে শীতলাৰ পূজা কৰিছিল। শঙ্কৰে এই কথা ভু পাই ব্যাসকলাই বাপুৰ মুখ নেচাওঁ বুলি তেনে জন হিতকাৰী শিষ্যকো পৰিত্যাগ কৰিলে। শেহত হাজাৰ অনুনয় বিনয় কৰ স্বত্বেও শঙ্কৰে তেওঁক ক্ষমা নকৰিলে। ব্যাসকলাই বাপুৱে শেহত শ্রীক্ষেত্রলৈ গৈ সাগৰত পৰি প্রাণ

ত্যাগ কৰিলে। ব্যাসকলাই বাপুৰ প্ৰতি এনে আচৰণ কৰি যে শঙ্কৰে নিজে মৰ্ম্মান্তিক বেদনা পাইছিল তাৰ কোনো সন্দেহ নাই ; কিন্তু তেওঁ নিজে যি ধৰ্ম্ম নীতি প্ৰচাৰ কৰিছিল সেই নীতিৰ বিৰুদ্ধে কাৰ্য্য কৰা লোকক তেওঁ প্ৰশ্ৰয় দিলে যে ফল অতি বিষম হ'লেহেঁতেন এই কথা তেওঁ ভালকৈ বুজিছিল।

একমাত্ৰ ঈশ্বৰ চৈতন্য আন দেব দেবী সমস্ত জড়। (১) এতেকে জড়ৰ উপাসনা কৰা কৰ্ত্তব্য নহয়। "চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে, কিনো লোক অধম মুগুধ।" একমেবাদ্বিতীয়ম্ ঈশ্বৰৰ আগত অন্য দেব দেবী তুচ্ছ। (২)

ঘোষাত আছে ঃ হৰিৰ গৃহৰ দ্বাৰে, বেত্ৰৰ প্ৰহাৰ যোগ্য, ব্ৰহ্মা ইন্দ্ৰ আদি দেব জাক।" শ্ৰীক্ষেত্ৰ আদি তীৰ্থত যাত্ৰীৰ ইমান বেছি সমাগম হয় যে পাণ্ডাবিলাকে বেতেৰে কোবাই আগলৈ হেচি যোৱা মানুহবিলাকক আঁতৰত ৰাখিব লাগে। মাধবদেব নিজে শ্ৰীক্ষেত্ৰলৈ গৈছিল আৰু তাতে এনে দুৰৱস্থা দেখি এই উপমা দিয়া যেন বোধ হয়। যি হওক এই উপমাৰ দ্বাৰাই একমাত্ৰ চৈতন্য ঈশ্বৰ আৰু জড় দেবদেবীৰ ভিতৰত কেনে পাৰ্থক্য তাক ভালকৈ বুজা যায়।

কোচ ৰজাৰ প্ৰধান বিষয়া বিষ্ণ কাৰ্কিৰ সভাত মাধবদেৱে এদিন এক পৰমেশ্বৰত বাজে আন দেবতা জড় বুলি প্ৰকাশ কৰাত বিৰুৱে মাধৱক নথৈ তিৰস্কাৰ কৰিছিল আৰু সভাস্থ ব্ৰাহ্মণসকলে মাধৱক নানা উপহাস কৰিছিল। মাধবে তেতিয়া ভগবানৰ মোহিনী লীলা উল্লেখ কৰি দেখুৱালে যে ভগবানৰ মায়াই আন দেৱতা নেলাগে যাক দেৱাদিদেৱ মহাদেব বোলা হয় তেওঁকো মুহিছিল। জড়কহে মায়াই মোহিত কৰিব পাৰে, চৈতন্যৰ মোহ হব নোৱাৰে। মহাদেৱে অহংকাৰ কৰি কৈছিল,—

"মহাযোগবলে শুদ্ধ কৰি আছোঁ কায়া।
ব্ৰহ্মময় দেখোঁ কি কৰিব পাৰে মায়া।।"

কিন্তু সেই অহংকাৰ চূৰ্ণ হল। এতেকে এক অনন্ত ভগৱানেই নিত্য, শুদ্ধ, বুদ্ধ,আন সকলো মায়াৰ বশ,

---

(১) "হৰি সে চৈতন্য, আত্মা জ্ঞানময় আৰৰু সমস্তে জড়।
বেদ বেদান্তৰ, সমস্ত শাস্ত্ৰৰ, এহিসে বিচাৰ বড়।।"
"হৰি মাত্ৰ সত্য, চৈতন্য ঈশ্বৰ, পৰম তত্ত্ব নিৰ্ণয়।"
"হে কৃষ্ণ তুমি মাত্ৰ, চৈতন্য স্বৰূপ নিত্য, সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ, চৰাচৰ মায়াৰ কল্পিত।।
"পৰম পুৰুষ ভগবন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তুমি সে চৈতন্য সমস্ত ভব ভাৱন্তা।" — ঘোষা।
"জানিলো সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজ্ঞান।।
তুমিসে কেবল সঁচা সবে মায়াময়।
তোমাতেসে হন্তে সৃষ্টি হোৱে স্থিতি লয়।।" — দশম স্কন্ধ।।

(২) "কৃষ্ণ একেদেব দুঃখ হাৰী, কাল মায়াদিৰো অধিকাৰী
কৃষ্ণবিনে শ্ৰেষ্ঠ দেব নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেব তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।। — ঘোষা।
"দেৱৰো দেৱতা হৰি, জানিয়া যতন কৰি
লৈয়ো এক শৰণ কৃষ্ণত।
গাৱা গুণ নাম গীত, কৰিয়া একান্ত চিত্ত,
তেবে থান পাইবা বৈকুণ্ঠত।। — দশম স্কন্ধ।।
"বুজিবা মনত সবে কৰিয়া নিশ্চয়।
কৃষ্ণ বিনে আন শ্ৰেষ্ঠ দেব নাহি কয়।।
কৃষ্ণেসে ভজনি দেব জানা নিষ্ঠ কৰি।
লৈয়োক শৰণ সবে আন পৰিহৰি।।"
— ভক্তি ৰত্নাকৰ।।

গতিকে জড়। ভগবানৰ এই লীলাৰপৰা এই কথা ভালকৈ বুজা যায় আৰু এই উদ্দেশ্যেই শঙ্কৰৰ "কীৰ্ত্তনতো" "হৰমোহন" অধ্যায় লিখা হৈছিল। বহুদিন হল, "জোনাকীত" এজন লিখকে অশ্লীল, কুৰুচিপূৰ্ণ কথা থকা "হৰমোহন" অধ্যায়ে কীৰ্ত্তনত ঠাই পোৱা দেখি দুঃখ প্ৰকাশ কৰি লিখিছিল। সেইজন লিখকে এই অধ্যায়ৰ গূঢ় তাৎপৰ্য্য বুজা নাছিল এনে অনুমান হয়। এই অধ্যায়ত এটি এনে সুন্দৰ স্তুতি আছে যে সেইটি ইয়াত তুলি নিদি নোৱাৰিলোঁ। স্তুতিটি এই ঃ—

"নমো নমো মাধৱ বিধিৰ বিধি দাতা।
তুমি জগতৰ গতি মতি পিতা মাতা।।
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।।
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানতে মূঢ়জনে দেখে ভিন ভিন।।
তোমাৰে সে মায়ায়ে মোহিত সৰ্ব্বক্ষণে।
তুমি আত্মা তোমাক নজানে একোজনে।।
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত।।
তুমি সে কেবলে সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান।।
নমাগোহোঁ সুখ ভোগ নালাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি।।"

এই স্তুতিতে বেদান্তৰ তাৎপৰ্য্য সুন্দৰৰূপে পোৱা যায়।

একনিষ্ঠ ভক্তি সহকাৰে এক চৈতন্য ঈশ্বৰৰ আৰাধনাই ধৰ্ম্মৰ মূল কথা। এই আৰাধনাৰ উপায় পূজা, হোম, যজ্ঞ আদি নহয়, কেৱল ঈশ্বৰৰ নাম গুণ শ্ৰৱণ কীৰ্ত্তন। উত্তৰ হব পাৰে যে অকল হৰিনাম উচ্চাৰণ কৰিয়েই কি জীৱৰ উদ্ধাৰ হব পাৰে? কত লোকে খাওঁতে বহোঁতে শোওঁতে হৰি নাম লয় কিন্তু তেনে লোকৰো চৰিত্ৰ মলিন দেখা যায়, তেনে লোকৰো বস্তুত প্ৰকৃত ধাৰ্ম্মিক নহয়। কথিত আছে যে ৰূপ গোস্বামীয়েও এনে প্ৰকাৰ সন্দেহ কৰি এদিন শ্ৰীচৈতন্যক সুধিছিল যে কি ভাবৰ নাম কীৰ্ত্তনৰ দ্বাৰা ঈশ্বৰ ভজনা কৰিব লাগে। ইয়াৰ উত্তৰত চৈতন্য দেৱে এটি শ্লোক মাতিছিল। শ্লোকটি এই ;—

তৃণাদপি সুনীচেন তৰোৰিব সহিষ্ণুনা।
অমানিনা মানদেন কীৰ্ত্তনীয়ঃ সদা হৰিঃ।।

নিজক তৃণতকৈও হীন যেন ভাবি, তৰুৰ নিচিনা সহিষ্ণু হৈ, নিজে মান নিবিচাৰি, পৰক মান দেখুৱাই হৰি কীৰ্ত্তন কৰিব লাগে। ইয়াৰ অৰ্থ অলপ আলোচনা কৰি দেখা যাওক।

পৰমেশ্বৰক ভজনা কৰিব খুজিলে অহঙ্কাৰ দাম্ভিকতা আদি অন্তৰৰপৰা একে বাৰে যাব লাগে। নিজক তৃণতকৈও হীন যেন জ্ঞান কৰিব পাৰিলেহে পৰমেশ্বৰক ভজনা কৰিব পাৰি, অৰ্থাৎ বিনয় নহলে ভক্তি নহয় আৰু অন্তৰত ভক্তি নহলে অকল নাম উচ্চাৰণৰ দ্বাৰাই কি ফল লাভ হব? জগদীশ্বৰৰ ভৰিত বিনীত হৈ প্ৰাৰ্থনা কৰিব নোৱাৰিলে ব্ৰহ্মকৃপা লাভ নহয়। যি অহংকাৰী সি নিজৰ আৰাধনাকে নিজে কৰে ; মই কেনে পণ্ডিত, কেনে বুদ্ধিমান কেনে ধাৰ্ম্মিক ইত্যাদি। তেনে মানুহে ভগবানৰ আৰাধনা কেনেকৈ কৰিব? এতেকে দেখা গল বিনয় আৱশ্যক। দ্বিতীয়ত আৱশ্যক সহিষ্ণুতা। বৃক্ষই সহিষ্ণুতাৰ সুন্দৰ শিক্ষা দিয়ে। ৰদ, বৰষুণ, ধুমুহা সকলোকে বৃক্ষই সহ্য কৰে কিন্তু জীৱৰ হিত সাধন বৃক্ষই সদাই কৰি আছে। চৰাই বিলাকক বৃক্ষই আশ্ৰয় দিয়ে, ৰদত দুখ পোৱা প্ৰাণীক বৃক্ষই ছায়া দিয়ে। যি মানুহে বৃক্ষৰ ডাল কাটি নিয়ে তাকো বৃক্ষই ছায়া নিদিয়াকৈ নাথাকে। বৃক্ষৰ কেনে সহিষ্ণুতা, ধৈৰ্য্য আৰু পৰোপকাৰিতা! বৃক্ষৰ একনিষ্ঠিতাও অনুকৰণ যোগ্য। বৃক্ষই একে ঠাইতে শিপা মেলি তলৰ মাটি খামোচ মাৰি ধৰি অটলভাৱে থাকে। ঈশ্বৰ সাধানাতো সেই প্ৰকাৰ একনিষ্ঠভাৱে এক পৰমেশ্বৰৰ পাদ পদ্মত চিত্ত নিৰ্দ্দিষ্ট কৰিব লাগে। বিষয়ৰ নানা জঞ্জালে চিত্ত অস্থিৰ কৰিলে ঈশ্বৰ ভজনা নহয়। সাধনাৰ আৱশ্যক। ধৈৰ্য্য, সহিষ্ণুতা নহলে কোনো বিষয়ে সাধনা নহয়। ঈশ্বৰ সাধনাতো এইবিলাক গুণ নহলে কেনেকৈ হব? অন্য সাধনাতকৈতো ঈশ্বৰ সাধনা সহজ নহয়। শ্লোকটিত আকৌ কৈছে "অমানিনা মানদেন।" নিজে মান যশস্যাৰ বাবে হেঁপাহ নকৰিবা কিন্তু আনক সম্মান কৰিবা। যি সদাই মান যশ আদিৰ বাবে চিন্তা কৰি থাকে তাৰ ঈশ্বৰৰ প্ৰতি ভক্তি হোৱা অসম্ভৱ। লোকক দেখুৱাবলৈ

বাহিৰে বিনীত ভাৱ আৰু দীনতা প্ৰকাশ কৰি অন্তৰত মান, যশ, ধন, পদগৌৰব আদিৰ নিমিত্তে চিন্তা কৰিলে ভয়ানক কপটতা হয়। তেনে কপট হৃদয়ত ভক্তিৰ বীজ কেতিয়াও অঙ্কুৰিত নহয়। এতেকে বাহিৰাকৈ নহয়, অন্তৰত দীন হবা আৰু এনে অৱস্থা হলেহে আন প্ৰাণীকো একে ব্ৰহ্মাৰ অংশ বুলি বিবেচনা কৰি সিহঁতক বাহ্যিকভাবে নহয়, অন্তৰেৰে সৈতে সম্মান কৰিব পাৰিবা। চৈতন্য দেবৰ এই মহা উপদেশ বাস্তবিক অমূল্য।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰো শিকনি এয়ে। সুদৃঢ় বিশ্বাস আৰু শ্ৰদ্ধা পূৰ্ব্বক একপ্ৰাণ হৈ হৰি নাম শ্ৰৱণ কীৰ্ত্তন কৰিব নোৱাৰিলে সিদ্ধি নহয়। এইভাবে নাম প্ৰসঙ্গ কৰিব পাৰিলে লাহে লাহে নামত ৰুচি, ক্ৰমে নামত আগ্ৰহ আৰু শেহত নামত আনন্দ জন্মিব আৰু তেতিয়া ঈশ্বৰ নিজেই হৃদয়ত প্ৰকাশিত হব। লোকক দেখাই কেবল "হৰি হৰি" বুলি কপটতা কৰিলে একো সিদ্ধি নহয়। যি লোকে দেহ জন অৰ্থ পদমৰ্য্যদা আদিৰ আশা কৰি হৰিনাম লয় তেওঁলোকক হৰিনামে তাৰিব নোৱাৰে। তেওঁলোকৰ ভক্তিমাৰ্গ আশ্ৰয় কৰা বৃথা। শঙ্কৰ মাধৱ দুইৰো পুথিবিলাকত এইবিলাক কথা বাৰে বাৰে উল্লেখ কৰা আছে। (৩)

ভক্তিৰ নৱবিধ লক্ষণ অৰ্থাৎ সাধনৰ উপায় উক্ত আছে, যথা ঃ—

---

(৩) "সুদৃঢ় বিশ্বাস কৰি যিটোজন
সদা ৰাম নাম গাৱে।
তাক পাপদায় দিয়া দুষ্ট কলি
দূৰতো দূৰ পলাৱে।।"
"কৃষ্ণ কথা শুনে গাৱে যিটো শ্ৰদ্ধা কৰি।
অল্প কালে হিয়াত প্ৰবেশ হোন্ত হৰি।"
"ৰহস্যক জানে যিটো লোক সতত কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ় ব্ৰত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাবে
তাৰ মোৰ এৰা এৰি নাই কদাচিত।"
"মুকুত সবৰো মনক টানিয়া আনয় হৰিৰ গুণে।
এক প্ৰাণ হুয়া মহন্তসকলে গাৱয় কহয় শুনে।।"
"দেহ ধন জন অৰ্থ লোভে পাষণ্ড বুদ্ধিৰে যিটো লৱে
সিটো হৰিনামে তাৰিতে শীঘ্ৰ নপাৰে।।"
—ঘোষা

দৈত্য শিশুবিলাকক উপদেশ দিওঁতে প্ৰহ্লাদে কৈছেঃ—
"কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন।।
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত।।
হেন জানি প্ৰাণাধিক কৰিব সৎকাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক তোমাৰ।।
হৰিৰ সেবাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈবন্ত হৰি হৃদয়ত বাস।।" —কীৰ্ত্তন
"এহি মানে মাত্ৰ শ্ৰেষ্ঠ ধৰ্ম্ম পুৰুষৰ।
একচিত্তে ভক্তি আচৰিয়া মাধবৰ।।
শ্ৰৱণ কীৰ্ত্তন তান কৰিব সদায়।
ভকতিও আতপৰে আৰ শ্ৰেষ্ঠ নাই।।
পৰম শ্ৰদ্ধায়ে নিতে হৰিগুণ যত।
শ্ৰৱণ কীৰ্ত্তন সুখে কৰয় সতত।।
"অতি অল্পকালে আসি প্ৰভু ভগৱন্ত।
হিয়াত সাক্ষাতে তাৰ প্ৰকাশ হোৱন্ত।।" —ভক্তি ৰত্নাৱলী।
"এৰি লোক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্ৰ ভজে দৃঢ়মতি।।
তাহাৰ পাতক যদি সিজে প্ৰমাদত।
নাশ হোৱে সিও ঈশ্বৰৰ প্ৰসাদত।।" —নিমি নৱসিদ্ধ সংবাদ
"শুনৈ কৃষ্ণ কথা যিটো কৰিয়া যতন।
তাহাৰ হিয়াত প্ৰবেশয় নাৰায়ণ।।"
"শুনন্তে কৃষ্ণৰ কথা সাধুৰ সঙ্গত।
পৰম নিশ্চল ভক্তি হোৱয় কৃষ্ণত।।
আত্মা ঈশ্বৰত মাত্ৰ দৃষ্টি হোৱে তাৰ।
কৃষ্ণ কথা শ্ৰৱণৰ মহিমা অপাৰ।।
ঈশ্বৰ কৃষ্ণৰ লীলা চৰিত্ৰ সিজনে।
পৰম শ্ৰদ্ধায়ে সদা কৰন্ত শ্ৰৱণে।।
অতি অল্পকালে আসি তাহাৰ হিয়াত।
হোন্ত ভগৱন্ত কৃষ্ণ প্ৰকাশ সাক্ষাত।।
কৃষ্ণ পাৱে এক শৰণ পশিয়া কৃষ্ণক সদা স্মৰয়।
হোৱে পাপক্ষয় মুকুতি মিলয় এহিসে ভৈলা নিৰ্ণয়।।"
—ভক্তি ৰত্নাকৰ।

শ্ৰবণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদ-সেবনম।
অৰ্চ্চনং বন্দনং দাস্যং সংখ্যামাত্মনিবেদনম্।।

শঙ্কৰদেৱে ৰচিত কীৰ্ত্তনতো আছে ঃ—

"শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদসেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহা অৰ্পণ।।
নৱবিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।"

এই নৱবিধ ভক্তিৰ বিষয় বিষ্ণুপুৰী সন্যাসীৰ ভক্তি ৰত্নাৱলীত বিশদৰূপে লিখা আছে। ইয়াৰ চুম্বক মৰ্ম্ম এই ঃ—

শ্ৰৱণ—অন্যৰ দ্বাৰাই উক্ত বা কীৰ্ত্তিত হৰি কথা গুণ শুনা। সাধু সঙ্গত হৰি কথা আলাপ।

কীৰ্ত্তন—নিজে হৰি কথা আৰু হৰি গুণ নাম কীৰ্ত্তন আৰু প্ৰসঙ্গ কৰা।

বিষ্ণোঃ স্মৰণ—মনত হৰিৰ নাম ৰূপ স্মৰণ।

পদ সেৱন—কোনো বিগ্ৰহ অৱলম্বন কৰি তদন্তৰ্যামী ভগবানৰ পৰিচৰ্য্যা।

অৰ্চ্চন—ভগবানৰ উদ্দেশ্যে জল ফুল আদিৰ দ্বাৰাই পূজা।

দাস্য—নিজক ভগবানৰ কিঙ্কৰ ভাবি সমস্ত কৰ্ম্ম ঈশ্বৰত অৰ্পণ কৰা। ভৃত্যৰ নিচিনা প্ৰভুৰ প্ৰতি একান্ত অনুৰাগ, বিশ্বাস, আৰু ভক্তি ; প্ৰভুৰ কৰুণাৰ নিমিত্তে কৃতজ্ঞতা প্ৰকাশ ; প্ৰভুৰ আজ্ঞাপালন, প্ৰভুৰ প্ৰীতিকৰ কাৰ্য্যসাধন আৰু অপ্ৰীতিকৰ কাৰ্য্যৰ পৰা নিৰস্ত হোৱা ; প্ৰভুৰ সৰ্ব্বতোভাৱে সেৱা ইত্যাদি এই ৰূপ সাধনাৰ কাৰ্য্য।

সখ্য—ঈশ্বৰকে পৰম সুহৃদ বুলি বিবেচনা কৰি তেওঁতে পৰম বিশ্বাস স্থাপন কৰা। বন্ধুৱে কোনো দোষত বন্ধুক নেৰে বৰং দোষৰ পৰা কেনেকৈ বন্ধু ৰক্ষা পৰে তাৰে চেষ্টা কৰে। সেই প্ৰকাৰ ঈশ্বৰেও ভক্তক কেতিয়াও নেৰে। পাপ কাৰ্য্য কৰিলেও যাতে পাপৰ পৰা ভক্তই উদ্ধাৰ পায় তাৰে পথ ঈশ্বৰে দেখুৱাই দিয়ে।

আত্ম নিবেদন—দেহ সমৰ্পণ। অকল ভগবানৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি থকা। গৰুৰ গিৰিহঁতে লোকক গৰু বেচিলে গৰুৰ পোহপাল যি গৰাকীয়ে কিনি লয় তেওঁৱেই দিব বুলি নিশ্চিন্ত হৈ থাকে, সেই প্ৰকাৰ যি ভক্তই ঈশ্বৰত আত্মসমৰ্পণ কৰে তেওঁ সম্পূৰ্ণ ভাৱে ঈশ্বৰত নিৰ্ভৰ কৰি নিশ্চিন্ত থাকে।

বন্দন—"সৰ্ব্বং খল্বিদং ব্ৰহ্ম" এই উপনিষদ বাক্য সাৰ কৰি সংসাৰৰ সকলো বস্তুতে ঈশ্বৰক দেখি সকলোকে নমস্কাৰ কৰিলেই মাধৱক নমস্কাৰ কৰা হয়। বন্দনৰ অৰ্থ নমস্কাৰ। ভক্তিৰত্নাৱলীত আছে ঃ—

"জল বায়ু বহ্নি মহী নক্ষত্ৰ আকাশ।
বৃক্ষ নদী সমুদ্ৰ তটস্থ দিশ পাশ।।
আছে আনো সংসাৰত বস্তু যত যত।
কৃষ্ণক দেখিব মাত্ৰ মনে সমস্তত।
হৰিৰ শৰীৰ ইটো হেন বুদ্ধি কৰি।।
সবাহাক নমস্কাৰ কৰিব সাদৰি।।

এই কেবিধ ভক্তিৰ ভিতৰত শ্ৰৱণ কীৰ্ত্তনকে সাধনৰ মুখ্য উপায় বুলি শঙ্কৰ মাধৱ দুয়ো ধৰিছে। এই দুটি হলেই ইবিলাক আপোনাআপুনি হয় এনে বুজোৱা হৈছে আৰু হৰি গুণ নাম কীৰ্ত্তনেই কলিৰ লোকৰ শ্ৰেষ্ঠ ধৰ্ম্ম বুলি ব্যাখ্যা কৰা হৈছে। "হৰেৰ্নামৈব কেবলম্ কলৌ নাস্ত্যেব নাস্ত্যেব গতিৰ ন্যথা।" অৰ্চ্চন পদসেৱন আদিত যি পূজা আছে তাৰ আৱশ্যকতা সম্পৰ্কে মহাপুৰুষ দুজনৰ পুথিত বিশেষ একো লিখা পোৱা নাযায়। সাধনৰ এই দুটি অঙ্গ সিমান আৱশ্যক বা উপযুক্ত নহয় এয়ে তেওঁলোকৰ অভিপ্ৰায় যেন বুজা যায়। বিশেষ এই প্ৰকাৰ পূজা নিষ্কাম হলেহে ফলপ্ৰদ হয় আৰু এই পূজাৰ সামগ্ৰি ধন-বিত সুবৰ্ণ আদি নহয়, তাত নাৰায়ণৰ তৃপ্তি নহয় ; অকপট শুদ্ধ ভক্তিহে পূজাৰ পৰম বস্তু এই কথা স্পষ্টভাৱে লিখা আছে। (৪)

---

(৪) ইন্দ্ৰিয়ৰ সুখ অৰ্থে অৰ্চ্চয় তোমাক।
সিটো মূঢ়মতি বঞ্চিলেক আপোনাক।।
"নুহি যোগ্য প্ৰাৰ্থিবে তোমাৰ চৰণত।
বিষয় সম্বন্ধ সুখ আছে যত যত।।"
"শুনা কৃষ্ণ পূজাৰ সামগ্ৰি যেন মত।।
গৰ্ব্ব আদি দুষিত যতেক বহু ধন।
তাত অতি তৃপিতি নুহিকে নাৰায়ণ।।
অকপট শুদ্ধ ভাব আদি হৃদয়ৰ।
পূজাৰ পৰম বস্তু সেহিসে কৃষ্ণৰ।।
"তযু পাদ পঙ্কজে নিশ্চল বুদ্ধি নৰে।
জলে ফুলে অব্যভিচাৰিণী পূজা কৰে।।" — ভক্তি ৰত্নাৱলী।
"জলে ফুলে পত্ৰে মাত্ৰ হৰি পুজিবেক।
আলোচিয়া মনত নিশ্চয় কৰিলেক।।
এতেকতে তৃপ্তি হুয়া প্ৰভু ভগৱন্ত।
পৰম্পদ বৈকুণ্ঠক দিবাক খোজন্ত।।
কৃপালু কৃষ্ণৰ গুণ কহন নযায়।
নতু পূজা কৰন্তে পূৰ্ব্বতে পূজা পায়।।" — ভক্তি ৰত্নাকৰ।
"ভক্তি ৰত্নাকৰ" শঙ্কৰদেৱে ৰচা সংস্কৃত ভাষাৰ এখনি গ্ৰন্থ। ৰামচৰণ ঠাকুৰে ইয়াৰ অসমীয়া পদ কৰিছে।

আন আন মত অনুসাৰে ভক্তিৰ নিম্নলিখিত প্ৰকাৰৰ বেলেগ বেলেগ (stage) বা স্তৰৰ কথা পোৱা যায় যেনে শান্ত, দাস্য, সখ্য, বাৎসল্য, মধুৰ। এইবিলাককো সাধনৰ পথ বুলিব পাৰি। বাৎসল্য ভাৱত শিশুক যেনেকৈ স্নেহ কৰা যায়, ঈশ্বৰকো সেই প্ৰকাৰ স্নেহ কৰা হয়। ভাৰতবৰ্ষৰ শিশু কানাই আৰু খৃষ্টানবিলাক (Baby Jesus) এই ভাৱৰ পৰা সমুদ্ভুত। মধুৰ ভাব অকল ভাৰতবৰ্ষতহে দেখিবলৈ পোৱা যায়। এই ভাবত সংসাৰৰ সকলো জীৱ স্ত্ৰী, পুৰুষ একমাত্ৰ ভগবান। স্ত্ৰী পুৰুষৰ যি নিকট সম্বন্ধ, ঈশ্বৰেৰে সৈতে তেনে সম্বন্ধ এই ভাবত কৰা হয়। এই ভাবতহে ৰাসলীলা হয়। মহাপ্ৰেমিক চৈতন্যৰ মতে এই ভাবৰ ভক্তিয়েই সৰ্বোত্তম। সেইদেখি তেওঁৰ এই ভাবৰ সাধনা আছিল। কথিত আছে যে দুষ্টা ব্যভিচাৰিণী ব্ৰজৰ যুবতীবিলাকেও এই কাম ভাবে শ্ৰীকৃষ্ণক ভজি উদ্ধাৰ পাইছিল। সাধাৰণৰ পক্ষে যে এই ভাব অনুপযুক্ত তাক কোৱা বাহুল্য মাত্ৰ। বঙ্গদেশৰ "নেড়া-নেড়ীৰ" কথা যি জানে তেওঁৱেই বুজিব এই প্ৰকাৰ ধৰ্ম্ম সাধনাৰ ফল কি হয়। আসামৰ মঙ্গলৰ অৰ্থেই শঙ্কৰ মাধৱে শ্ৰীকৃষ্ণৰ লগত শ্ৰীৰাধাৰ সমাবেশ কৰা নাছিল। শান্ত ভাবত ধ্যান ধাৰণা আদি হয়। দৰাচলে এই ভাব নিৰ্গুণোপাসনাৰহে উপযুক্ত। সেইদেখি শঙ্কৰ মাধৱৰ প্ৰদৰ্শিত ধৰ্ম্মত সখ্য আৰু দাস্য ভাৱৰ ঈশ্বৰ সাধনাহে শ্ৰেষ্ঠ কৰি বুজোৱা হৈছে। (৫)

# গুৰু চৰিত্ৰ

## (১৫)

## "হৰি জোৱাঁইৰ মৃত্যু"

অসম ৰাজাৰ হাতী ধৰিবৰ মন হল, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ হাতী ধৰিবৰ কাৰণ লোকজন পঠালে; সন্ধিকৈ প্ৰধান ভাৰ গ্ৰহণ কৰি আহিছিল। সকলো ভূঞাসকলক হাতী খেদা পাল দিলে। শঙ্কৰৰ বংশীয় ভূঞা সকলোৱে কোনো এক দিকে পাল পাইছিল; দুৰ্ভাগ্যবশতঃ খেদা হাতী এওঁলোকৰ পালেদি ভাগিল। সন্ধিকৈ বিচাৰ কৰি ভূঞাসকলক ধৰাই নিবলৈ কটোৱাল পঠালে। শঙ্কৰদেৱ সহিতে সকলো ভূঞাক ধৰি নিলে। যাওঁতে সকলোবিলাক নৌকা কৰি গৈছিল; গুৰুদেৱৰ ক্ষুধা হোৱাত ভকত সহিতে বামত উঠিল। নাজিৰাৰ বজাৰলৈ আম কিনিবলৈ গৈছিল; বাটতে কামেশ্বৰ ভূঞাৰ পুত্ৰ গোপালক লগ পালে; তেতিয়া তেওঁ ল'ৰা বয়সৰ। গোপালে কলে, আপোনাসকলে আম কিনিব নেলাগে, আমি পাৰি দিওঁ; অনুগ্ৰহ কৰি ভক্ষণ কৰক; এইবুলি গোপালে গছত উঠি আম জোকাৰি দিছে সকলো ভকতে বুটলি লৈছে। তেওঁ দুই থুপি আম হাতত কৰি লৈ আহিছে; এখোপাত ৫ টী

---

(৫) সখ্য — "হৰিক বান্ধৱ বুলিয়া যিজন কৰয়ে হৰি কীৰ্ত্তন।
সমস্ত শাস্ত্ৰৰ তত্ত্বক জানিল জানা সেহি মহাজন।।"
"হৰি ও হৰি কৰুণা সাগৰ কৰিও কৃপা আমাক।
"প্ৰিয়তম আত্ম সখা ইষ্ট গুৰু মানিয়া আছো তোমাক।।"
"কিনো অপৰাধ কৰি আছোঁ আমি বান্ধৱ মাধৱ প্ৰাণ।
"কৃষ্ণ নিজ ইষ্ট দেৱ আত্মা প্ৰিয়তম গুৰু সুহৃদ সোদৰ বন্ধুজন।
"যিটোজনে শুদ্ধ ভাবে হৰিত শৰণ লৈয়া হৰিক সুহৃদ বুলি আছে।"
"হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ সাগৰ হৰি কৃপা দৃষ্টি চাহিওক মোক।"
দাস্য — "মই অনাথক দয়া কৰাই পৰমানন্দ দাস বুলি ধৰিও মনত। যৈও নিজ ভৃত্যৰ সঙ্গত। আঙ্গুলি মুখত কৰো দান্তে তৃণ তুলি ধৰো কেশ ছিণ্ডি চৰণত।।"
"হে হৰি মোক, দাস হেন মানি, কৰিওক কৃপাময়।।"
"নিজ দাস কৰি হৰি মোক কিনা কিনা। আন ধন নলাগয় নাম ধন বিনা।।" — ঘোষা।

এথোপাত ৭ টী আম আছিল। পাঁচোটীয়া থোপটী শঙ্কৰদেৱক সাতোটীয়া থোপাটী মাধৱক দিছে। তেতিয়া গুৰুজনে কৈছে; বঢ়াৰ পো, এওঁ আমাক দেখিলে তোমাত লাগিব; আটাইফেৰা প্ৰপঞ্চি দেখুৱাবা। এই প্ৰকাৰে লীলা কৰি গৈ ৰজা নগৰ পাইছে; বিচাৰত নিৰ্দ্দোষী হইছে। কিন্তু চেঙ্গেলীয়া ভূঞা কেতবোৰক লিগিৰা কৰি ৰাখিলে। গুৰুজন যোড়হাতেদি ভটিয়াই আহিছে; এনে সময়ত ৰজাৰ কুঁৱৰী এজনাৰ মৃত্যু হল। মৈদাম বান্ধিছে, বৃদ্ধ লোক এজনে আহি এটী জড়াটেঙ্গা গুৰু ঈশ্বৰক ভেটিছে; সকলোবিলাকে ভাগ বাটি খাইছে। বুঢ়টীক ধৰি নি কুঁৱৰীৰ লগত পুতিলে। শঙ্কৰদেৱে এই কথাটী শুনি ৰজাৰ ব্যৱহাৰত ঘৃণা উপস্থিত হৈছে। তাৰ পিছত পশ্চিম দেশীয় সাধু এজনক লগ পাই তীৰ্থস্থানৰ বাতৰি সুধিছে; আৰু সেই দেশৰ ৰজাৰ ৰাজ্য পালনৰ খবৰ শোধাত কৈছে; আমাৰ দেশৰ ৰজা ধাৰ্ম্মিক তাৰ প্ৰমাণ এই; আমাৰ ৰাজাই নাৰায়ণ তেল কৰিবৰ কাৰণ বেজক বছৰি এক লক্ষ টাকা দিয়ে; বেজে তেল তৈয়াৰ কৰি বছৰান্তে এভাৰ তেল ৰজাক শোধায়। এদিন এজন ভাৰী তেল লৈ অহাত বাটত পিছল খাই পৰিল; তাতে তেল সমুদায় নষ্ট হল; ৰজায় শোধাত কলে, কি কৰিম, মহাৰাজ আন লোকে দুই পায়ে খোজ কাঢ়ে; মই তিনি পায়ে আহিছিলোঁ; তথাপি থাৱৰিব নোৱাৰি পৰিলোঁ। ৰজাই কথা সন্তোষ পাই, আকৌ এক লাখ টকাৰ তেল তৈয়াৰ কৰিবলৈ দিলে। গুৰু ঈশ্বৰে এই কথা শুনি সন্তোষ পাই অসম ৰজাক বহুত নিন্দা কৰি তেতিয়াৰ পৰা মন চঞ্চল কৰিছে। অৰ্থাৎ সৎ ৰাজ্যত বাস হলেহে সৎ উদ্দেশ্য সাধিব পৰা হব। এই প্ৰকাৰে পথত নানা বাধা বিঘ্ন লঙ্ঘন কৰি ধুঞাহাটা বেলগুৰি পালেহি।

এইবোৰ কথা লগণীয়া মানুহে ৰাজাত লগোৱাত স্বৰ্গী ৰজাই ভূঞাসকলক ধৰি নিবলৈ দূত পঠাই দিলে; খবৰ পোৱা মাত্ৰকে সকলো পলাই পটঙ্গ মাৰিলে। শঙ্কৰদেৱৰ পদুলিত উপস্থিত হৈ ঘৰৰ দুৱাৰত দুইজনে ধৰিছিল; পিছত গুৰু ঈশ্বৰে সিহঁতক হেছোক মাৰি পেলাই চৈধ হাত বহলৰ খাল দেই গল; টেকেলাই দেখি বিস্ময় মানিছে। তেওঁক খেদি ধৰিব নোৱাৰি ফিৰি অহাত বাটতে মাধৱদেৱ আৰু হৰি জোঁৱাই পাই ধৰি নি ৰজাত ভেটিছে। মাধৱৰ গাত ফটা কথা মাথোন আছিল, জোঁৱাইৰ চোলা চুৰিয়া মূৰত পাগ গলত মণি আদি গহনা পৰিধেয় দেখিছে। ৰজাই মাধৱত সুধিছে তোমাক কোনে আনিলে। স্বৰ্গদেৱৰ হুকুমে আনিছে। ৰজাই শুনি সন্তোষ পাই তেওঁক কাটিবলৈ নিদি বন্দি কৰি ৰাখিছে। হৰি জোঁৱাইত সুধিলে তোমাক কোনে আনিলে। কব নোৱাৰে বুলি উত্তৰ দিয়াত কাটিবলৈ হুকুম দিছে। ইতিপূৰ্ব্বে বাটত যাওঁতে উভয়ে আলোচন কৰিছিল মৃত্যুৰ সময়ত পৰস্পৰ নাম স্মৰণ কৰা হব। সেই কথা মতে হৰি জোঁৱাইক কটাৰ সময়ত মাধৱদেৱে এই গীতটী গাই সোঁৱৰাইছে "হুয়ো ভাই সাৱধান যাৱে নতু ছুটে প্ৰাণ" গীতটী শেষ হৈছে, কটোৱালে কোব মাৰিছে; কাটা মুণ্ডে ৰাম ৰাম ৰাম বুলি দেও মাৰি উফৰি পৰিছে; দৰ্শসকলে কাৰ্য্য দেখি আচৰিত মানিছে। মাধৱক ভটিয়া পাৰাত এবছৰ বন্দি কৰি ৰাখিছিল। এদিন ৰখীয়াইঁতত কলে, মোৰ প্ৰাণ সখিক কাটিলাইঁক মোকো কাটা অকাৰণ কষ্ট দিলে কি লাভ পাবা; কিন্তু ৰক্ষকসকলে তেওঁৰ গীত মাতত সন্তোষ পাই ঈশ্বৰ বুদ্ধিৰে ভক্তি কৰিছিল; সেইবাবে কলে কালি ৰজা আহিব, আপুনি দেখা ঠাইত থাকিব। সেইমতে মাধৱ এটা ওখ ঠাইত থিয় দি আছে; ৰজাই দেখা পাই জিজ্ঞাসা কৰিলে। সৌটী কোন? এজন ৰখীয়াই জনাইছে তাহানিখনৰ ধৰি অনা ভূঞাৰ এজন কটা পৰিল এওঁ আছে। এই কথা শুনা মাত্ৰেই ৰজাই এৰি দিবলৈ আদেশ কৰিছে। ইয়াত শঙ্কৰদেৱ সদাই মনৰ দুখেৰে আছে; খোৱা লোৱাৰ সুখ শান্তি নাই। আশঁত গছ জুপিৰ তলত কমলি ধৰাই আসন পাৰি দিয়ে তাতে বহি পথ নিৰীক্ষণ কৰি থাকে। মাধৱেও বহুদিন গুৰু দৰ্শন নোপোৱাত বৰ অশান্তিৰে কাল কটাইছিল, মুকলি হোৱা মাত্ৰেই ধুঞাহাটা মুখে গমন কৰিছে; বাটত এনিশা থাকি পিছদিন গুৰুৰ চৰণত সেৱা কৰিছেহি। শঙ্কৰেও মাধৱক পাই হেৰোৱা ধন পোৱাদি পাইছে, উভয়ে উভয়ক সম্ভাষণ কৰি ক্ৰন্দন কৰিছে। কিছু সময় এজনেও এজনক কথা সুধিব পৰা নাছিল। অনেক ক্ষণৰ পিছত মাধৱে চৰণত ধৰি জনাইছে বাপ! প্ৰিয় সখি হৰিক হেৰুৱাই আহিলোঁ। নিৰ্দ্দয় পাষাণমতি আহোমে কাটিলে। জোঁৱাইৰ মৃত্যু শুনি যদিও বা মনত কিছু কষ্ট পাইছোঁ; কিন্তু

তোমাক পাই সেই দুখ একেবাৰে নিবৃত্তি হল। স্বামীৰ মৃত্যু শুনি মনু কন্যাই পিতৃদেৱৰ চৰণত পৰি কান্দিছে, গুৰুৱে শান্ত্বনা কৰি প্ৰবোধ দিছে তুমি মনত দুখ নকৰিবা। তোমাৰ নাতিত হন্তে আমাৰ ধৰ্ম্ম প্ৰচাৰ হব।

কোনো এদিন ৰামদাস আতা আৰু মাধৱদেৱ দুইজনে পথাৰলৈ ভূঁই নিৰাবলৈ যোৱাত হঠাৎ শিল বৰষণ হয়; কলৈকো যাব নোৱাৰি এজোপা ইকৰাৰ আশ্ৰয় ললে, পিঠিত ভগা পিঠিয়া লৈ মূড় সোমাই ৰাম নাম লৈ আছে। ৰামদাস আতাই নাম নলৈ ঈশ্বৰৰ ৰূপ চিন্তিছে; হঠাৎ বুঢ়া আঙ্গুলিত শিল পৰিল। তেতিয়া মাধৱে কৈছে, ভাল ৰূপ চিন্তাৰ সময় পাইছা, নাম লোৱাঁ; এনে বিপদৰ সময় ৰূপ চিন্তিলে মন স্থিৰ নহয়। হাবিত গুৰুজনে ভকত সহিতে ঘৰত ভগ্নী আৰু মাতাই দুখে কান্দিছে। সেই দিনৰ শিল পৰি অনেক মনুষ্যৰ মৃত্যু হৈছে। পশু পক্ষী মৰিছে নল খাগৰি বাঁহ প্ৰভৃতি উদ্ভিজ বস্তুবিলাক ভাগি চুৰমাৰ হৈ গৈছে। ইমান শিল বৰষণতো পুৰুষ দুজনৰ এডালি নোমো নলৰিল, বৰষুণ নিবাৰণ হলত ঘৰলৈ আহিছে; শঙ্কৰদেৱে দেখা পাই মাধৱক জিজ্ঞাসা কৰিছে, ভালে অহা হৈছেনে? বাপ। শ্ৰীচৰণৰ প্ৰসাদে কায় কষ্টে অহা হৈছে। বেলগুৰিত ১৪ বছৰ আছিল।

# পানিপথ

## পঞ্চম অধ্যায়

যিদিনা কুতব পলাই গল, তাৰ পাছদিনা তেওঁলোকৰ বিচাৰৰ দিন। কিন্তু পুৱাই সকলোপিনে খবৰ ওলাল যে কুতব আৰু দৌলত পলাই গল। সেনাপতি প্ৰভৃতি ডাঙৰ ডাঙৰ মানুহ কিছুমানে ফাটেকলৈ গৈ দেখিলে, তাত কুতব বা দৌলত কোনো নাই, ফিৰোজা ভিতৰত; বাহিৰত মহাতব অচেতন হৈ পৰি আছে। আকৌ অলপ অনুসন্ধান কৰাৰ পাছত দেখা গল, আন এজন প্ৰহৰী অজ্ঞান অৱস্থাত, আৰু তাৰ ওপৰত দৌলতৰ কাপোৰ কানি। তেতিয়া অনেকে অনুমান কৰিলে, দৌলতে মহাতব আৰু প্ৰহৰীজনক মাৰি কুতবক পলুৱাই গৈ গল। কিন্তু কেনি গল, ফিৰোজা তাত কিয়, তাৰ একো কাৰণ অনুসন্ধান কৰি কোনেও নেপালে। বহুত চেষ্টাৰ পিছত মহাতবৰ আৰু প্ৰহৰীজনৰ সংজ্ঞা হল। এনেতে পহৰীয়াজনে কলে, যে তাক কোনোবাই টেটুত টেঁপা মাৰি ধৰি তাতে পেলাই থৈ গল, তাৰপৰা কি হল সি কব নোৱাৰে। মহাতবে কলে যে তেওঁ ফিৰোজা ঘৰৰ ভিতৰত সোমোৱা কব পাৰে, তাৰ পিছত কি হৈছে তেওঁৰ মনত নাই। তেতিয়া ফিৰোজাৰ পাল পৰিল।

ফিৰোজাই কলে—দৌলত আৰু কুতব পলাই যোৱাত তেৱেঁ সহায় কৰিছে। মহাতবৰ লগত তেওঁলোকৰ পৰিচয় আছে। কয়েদ-কুঠৰিত সোমাই যাওঁতে ফিৰোজাই মহাতবক এগিলাছ মদ দিছিল , সেই মদত অজ্ঞান কৰিব পৰা ঔষধ আছিল, তাক খোৱা মাত্ৰকতে মহাতব অজ্ঞান হৈ পৰে। এনেতে তেওঁ নিজে গৈ কুতব আৰু দৌলতক মুকলি কৰি দিয়ে। কুতবে ফিৰোজাৰ পোছাক পিন্ধি বাহিৰ হল; ফিৰোজাই কুতবৰ কাপোৰ-কানি লৈ তাতেই থাকিল। দৌলত এনেই বাহিৰলৈ আহিল। তেতিয়া ফিৰোজাৰ পৰামৰ্শ মতে, যেতিয়া পহৰীয়া জনে কুতবকে ফিৰোজা বিবি বুলি তেওঁৰ পাছে পাছে গৈছিল, তেতিয়াই দৌলতখাঁই পিচপিনৰ পৰা আহি তাৰ টেটুত উশাহ নোপোৱাকৈ ধৰিলে, আৰু নাকত এটি ঔষধৰ ভাপ দিলে, সেই মুহূৰ্ত্তত পহৰীয়াটো অচেতন হৈ পৰাত দৌলতে সেই পোছাক পিন্ধি কুতবৰ লগত পলাই গল। আন আন পহৰীয়াই হয়তো টোপনীৰ ৰাগিতে বা এলাহৰ উদগণিতে তাৰ বিচাৰ লোৱা বৰ দৰকাৰী বুলি নেভাবিলে। এইখিনি আংশিক সত্য, আংশিক মিছাৰে ঘটনাটি কৈ, ফিৰোজাই বাদ্ছাহৰ আগত কলে, "জাঁহাপনা, এই অপৰাধৰ ময়ে ভাগী। ইয়াত মহাতব বা আন প্ৰহৰী সম্পূৰ্ণ নিৰ্দ্দোষী। যি দণ্ডবিধান হয়, মোৰ ওপৰত হওক, এই নিৰ্দ্দোষ প্ৰহৰী কেইজনক মুক্তি দিবৰ আদেশ হওক।" সকলোৱে মিলি বিবেচনা কৰি দেখিলে, মহাতব বা আনৰ ওপৰত দোষ নপৰে। তাতে ফিৰোজাই ইমান সৰলভাৱে কথাবোৰ

কলে, যে কাৰো অবিশ্বাসৰ কোনো কাৰণ নেথাকিল। বাদছাহে তেতিয়া অমাত্যসকলক পৰামৰ্শ শুধিলে, সকলোৱে প্ৰহৰীসকলক নিৰ্দ্দোষ বুলিলে। তেতিয়া বাদছাহে হুকুম দিলে, "মহাতব আদি প্ৰহৰীসকলক নিৰ্দ্দোষ দেখা গৈছে; কিন্তু সিহঁতে ভাল পহৰা দিব নোৱাৰিলে দেখি কামৰপৰা সিহঁতক অৱসৰ দিয়া হল; আৰু সিহঁতৰ অৰ্থসম্পত্তি সকলো ৰাজ-ভাণ্ডাৰলৈ আহিব; আৰু সিহঁতৰ ভবিষ্যবংশত কোনেও কেতিয়াও চৰকাৰী কামত সোমাব নোৱাৰিব। ফিৰোজাৰ কথা ভাবিব লগীয়া। তিৰোতা এজনী হৈ এনে অসমসাহসিকতাৰ কাৰ্য্য কৰা গৰ্হিত। তিৰোতা নহলে, যিমান কঠোৰ শাস্তি বিহিত হ'ব পাৰে সিমানে কৰা উচিত আছিল বুলিও কিন্তু ফিৰোজাৰ প্ৰাণদণ্ডেই উপযুক্ত শাস্তি; সেই শাস্তি নিষ্ঠুৰ ৰূপে নকৰি জল্লাদে আজি সন্ধ্যাৰ সময়তে তাইক কাটি পেলাব। তিৰোতা বুলি বিনা অনুমতিত তালৈ মানুহ যাব নোৱাৰিব। এতিয়াই এই আদেশ প্ৰতিপালিত হ'ক।" তেতিয়াই প্ৰহৰীবোৰৰ পৰা চৰকাৰী কাপোৰ-কানিৰ লগত সকলো ক্ষমতা আৰু নিজা নিজা সম্পত্তি কাঢ়ি লোৱা হল। ফিৰোজাক আন কিছুমানে ভৰিয়ে হাতে লোৰ শিকলিৰে বান্ধি কয়েদ-ঘৰৰ অতি অন্ধকাৰ কুঠৰিত নি সুমাই থলে। অৱসৰ পোৱা পহৰীয়াবোৰে হিয়া মুৰ ভুকুৰাই ভুকুৰাই, লৰা তিৰোতাক কিহেৰে প্ৰতিপাল কৰে ইয়াকে ভাবি ভাবি গুচি গল।

মহাতবৰ যি মুখত গৰ্ব্ব আৰু অভিমানৰ ভাব এটি সদাই বিচৰণ কৰিছিল আজি মলিন হল; যি চলনত অৱজ্ঞাৰ ভঙ্গিমা এটি ফুটি উঠিছিল সি আজি মৃদু আৰু বিনীত হল। দিল্লীৰ কোনো মানুহৰ ওচৰত মহাতবৰ অলপ টকা পাওনা আছিল, আজি মহাতবে তাকে সাধিবলৈ গল, কাৰণ সেইখিনি নেপালে লৰা তিৰোতাক পুহিবৰ উপায় নাই। লাহে লাহে হিতোপদেশৰ হৃতসৰ্ব্বস্ব হিৰণ্য এন্দুৰৰ নিচিনা মহাতবে খোজ ল'লে। কিছুমান গৈ হঠাৎ পাছৰ পিনৰ পৰা তেওঁ বাধা পালে। উভতি চাই দেখিলে—এজন দীৰ্ঘকায় পুৰুষ; মুৰত পাগুৰী, গাত মুছলমানী পোছাক, মুখত গোফ। তেতিয়া সেই অপৰিচিত জনে মহাতবৰ মুখৰ পিনে চাই হাঁহিবলৈ ধৰিলে আৰু অলপ পাছত কলে,"মহাতব! মোক চিনি পোৱা নাই নে?" মহাতব অবাক! ক'ৰ মানুহে? দেখা নাই শুনা নাই! ই আৰু এইখন কি বকিছে? মহাতবৰ নামকেই বা জানিলে কেনেকৈ! মহাতবে চকু দুটাৰে ঢেল্ ঢেল্ কৈ তাৰ পিনে চাই ৰল। মানুহজনে আকৌ হাঁহিবলৈ ধৰিলে। বহুত পৰ চাই চাই মহাতবৰ মনত পৰিল—ঠিক জেলালৰ নিচিনা মুখখন! কিন্তু! জেলালক যে দৌলতে মাৰিছিল। যেই সেই মানুহ হলে ভূত বুলি মহাতব ভয়তে কোঁচ খাই গলহেঁতেন, কিন্তু মহাতবৰ সাহ বেছি; ভূত নমনা নহলেও ভয় কম। তথাপি তেওঁৰ বুকুখনে অলপ টিপ্‌টিপালে; নাক মুখ বুকুৰেদি শিয়ঁৰা ভাব এটি গল। মহাতবে খুব সাৱধানে শুধিলে, "জেলাল! জেলাল হয় নে?" জেলালে মাত দিলে "চিনি পালাযে এয়ে কত ভাগ্য।! পিছে যোৱা হৈছিল কলৈ? তোমালোকৰ খবৰ কি?" মহাতবে শুধিলে, "বাৰু খবৰ শুনিবা; তুমি ক'ৰ পৰা ওলালা?" জেলালে কলে, "দৌলতে বন্দী কৰি নি মোক কাৰাগাৰত ৰাখিলে হয়; কিন্তু বতাহক বান্ধি ৰাখিব পাৰি নে? দৌলতৰ বাপেক ককাক চৌধ পুৰুষ আহিলেও জেলালক বন্দী কৈ ৰাখিব পৰা ঘৰ নাই। মই তাৰপৰা পলালোঁ। পলাই চাৰিওপিনে দেশবোৰ চাই ফুৰিলোঁ; পঞ্জাব চালোঁ, কাশ্মীৰ চালোঁ, বঙ্গদেশ, আসাম, বিহাৰ হায়দৰাবাদ, মহীশুৰ, আফ্‌গানিস্থান সকলো দেশ চালোঁ। তুমি শুধিব খুজিছা হবলা মই খাবলৈ পালোঁ কত; টকা পইচা পালোঁ কত? জেলালৰ ভাতৰ ক'ত অকাল? আল্লাৰ কৃপা থাওক মাথোন বাঁহৰ আগতো জেলালৰ ভাত।দৌলতৰ ফাটেকৰপৰা ওলায়ে দস্যু এদলৰ লগ লাগিলোঁ। যেই সোমালোঁ, সেই সম্পূৰ্ণ অধিকাৰ; দলপতিয়ে মোক বৰ মৰম কৰিবলৈ ধৰিলে। তেনে আদৰ মনত পৰিলে এতিয়াও আকৌ সিহঁতৰ লগ লৈ যাবৰ হে ইচ্ছা হয়; কিজানি ককাইদেওৰ লগত দেখা কৰি যাওঁ গৈয়ে। তাৰপৰা দলপতিয়ে কোনোমতে এৰি নিদিয়ে; কত কলে; তথাপি মই বাধা নুশুনিলোঁ। বোলোঁ ককাইদেওহত দিল্লীত থকা শুনিছোঁ, এবাৰ খবৰ লোৱা ভাল। এই বুলি আহিছোঁ। আজি ইয়াত সোমায়েই মাথোন তোমাক লগ পাইছোঁ। এতিয়া বলা, ককাইদেও ক'ত আছে তালৈকে যাওঁ।" মহাতবে দীঘল হুমুনিয়াহ এটি কাঢ়িলে আৰু কলে, "জেলাল! তুমি সকলো কথা

নেজানা। শুনা বাৰু।" এইবুলি সকলো কথা বিবৰি জেলালৰ আগত মহাতবে কলে। ফিৰোজাই দৌলতক এৰি দিয়া শুনি আৰু কুতৱ তেওঁৰ লগতে যোৱা শুনি জেলালৰ খং উঠিল; জেলালে কলে, "মই এনে দয়া-তয়া নুবুজোঁ, মহাতৱ! ইয়াক আৰু কি বোলে? যি দৌলতে ফিৰোজাক এনে অপমান কৰিব খুজিছিল, তাক আৰু কিহৰ দয়া। সি মৰিলহেঁতেন, মনত সন্তোষ হলহেঁতেন বুকু জুৰ পৰিলহেঁতেন। মই হলে মোটামুটি কথা জানো; ই আৰু কি দয়া কি মায়া। যি যেনে তাক তেনে কৰিব লাগে। ককাইদেৱেই বা কি? তেওঁ দৌলতৰ লগত গল কিয়? ছি! ছি! মই হলে ইজ্জততো নহয়েই, মৰিলেও দৌলতক ক্ষমা কৰিব নোৱাৰোঁ। বেছ হৈছে। যেনে দয়াময়ী দেবী ওলাইছিল, তেনে শাস্তি হক! ইয়াত মই কি কৰিম। পাৰিলেও মই একো নকৰোঁ; আমি তেনে দয়াৰো মানুহ নহয়, তেনে দয়াবতীকো উদ্ধাৰ কৰা আমাৰ বল নাই। মই যাওঁ, তেন্তে তুমি ক'লৈ আহিছিলা যোৱা।" এইবুলি কৈ জেলালে তেতিয়াই মুখখন ৰঙা কৰি গুজ্ গুজ্ কৈ কিছুমান খোজ দিলে; তেতিয়া মহাতবে চিয়ঁৰি কলে "জেলাল! জেলাল! যাবা ৰবাচোন! যাবা ৰবা! একাষাৰ, কথা শুনা।"

"কি কথা?" বুলি খঙৰ ভাবেৰে মুখখন ওলোমাই জেলাল উভতি থিয় হল। মহাতবে ওচৰ চাপি কলে, "জেলাল! এনে খং কৰা কিয়? যি হলতো হৈ গ'লেই; তাক আৰু ঘুৰাব নোৱাৰা। পিছে ফিৰোজাতো তোমাৰ ভনীয়েৰা। তুমিতো তেওঁৰ ককায়েক; পিছে—" জেলালে অধীৰ হৈ কলে "এৰা! সেইবোৰ এৰাঁ। আন কথা আছে যদি কোৱাঁ, নহলে যাবলৈ দিয়াঁ।" "আন কথা আৰু কি?" মহাতবে জেলালৰ হাতত ধৰি চকুৰে চকুৰে চাই কলে, "আন কথা আৰু কি জেলাল! আন কথা একো নাই। ভায়েক ভনীয়েকৰ ভিতৰত যদি এইখিনিও নহয়, তেন্তে তেনে গাঢ় সম্বন্ধ কিহৰ? সকলোতে ভায়েক ভনীয়েকৰ ভিতৰত সকলোৱে বেয়া কৰিলে ডাঙৰজনে শুধৰাই দি তেনে কাম কৰিবলৈ নিদিয়ে। তুমিও তাকে কৰা। ফিৰোজাক উদ্ধাৰ কৰা, পাছে ভালকৈ শিকোৱাঁ যে দয়া ভাল গুণ হলেও তাৰো সীমা আছে; অপাত্ৰত দয়া দিলেও তাৰপৰা অপকাৰ হে হয়। আৰু জেলাল! প্ৰবৃত্তিৰ বশীভূত হৈ প্ৰথমে এটা কাম কৰি তাৰবাবে নথৈ অনুতাপ কৰিবলগীয়া হয়। খঙৰ বেগতে তুমি তেনে কৰিব পাৰিব পাৰা; কিন্তু নিশ্চয় খং মাৰ গলে অনুতাপ আহিব। তাৰ প্ৰমাণ হাততে পাবা।" তেতিয়া জেলালে অলপ পৰ নমতাকৈ থাকি কলে "আজিয়েই" নে কি ফিৰোজাৰ হত্যাৰ দিন?" "আজিয়েই" বুলি মহাতবে উত্তৰ দিলে। "বাৰু! তুমি এতিয়া কলৈ যাবা যোৱাঁ। দুপৰীয়া তোমাৰ ঘৰলৈ মই যাম। যেনে ভাল হয় তেনে কৰিব লাগিব। তোমাৰ ঘৰ কত?" মহাতবে এতিয়া যি ঘৰত আছিল, তাৰ ঠিকনা কৈ দিলত জলাল এপিনে আৰু মহাতৱ আনপিনে গুচি গল।

# প্ৰাগ্‌জ্যোতিষাধিপতি মহাৰাজ বলবৰ্ম্মদেৱৰ তামৰ ফলি

স্বস্থি। ভবতু ভবতিমিৰভিদুৰস্তেজো ৰৌদ্ৰং প্ৰশান্তয়ে জগতঃ।

পৰিবৰ্ত্ততে সমগ্ৰং নেযৎ।।১

সুৰকাৰমদচন্দ্ৰকিতং ২ সলিলং লৌহিত্যবাৰিধেৰমলম্ ৩।

কৈলাসকটকমৃগমদবাসিতম্ (প) ৪ হৰতু দুৰিতংবঃ।।৫

প্ৰলয়পয়োধৌ মগ্নামুজ্জৰতোবসুমতীমুপ্ৰেন্দ্ৰস্য।

নৰক ইতি সূনুৰাসীদসুৰসুহৃৎ ক্ৰাড়ৰূপধৃতঃ।।৩

ত্ৰৈলোক্যবিজয়তুঙ্গং যেনাপহৃতং যশোমহেন্দ্ৰস্য।

আদিতেঃ কুণ্ডলযুগলং কপোলদোলায়িতং হৰতা।।

তাম্বুলবল্লীপৰিনদ্ধপূগ কৃষ্ণাগুৰুস্কন্ধনিবেশিতৈলম্।

সকামৰূপেজিতকামৰূপঃ প্ৰাগ্‌জ্যোতিষাখ্যং পুৰমধ্যুবাস।।৫।।

মদাঙ্কগন্ধদ্বিপকৰ্ণতালনৃত্যস্মমুৰোপবনে য তস্মিন্।

বসন্ সমাসাদ্য মুৰাৰিচক্ৰং ৰণে ৰণেষী দিবমাৰুৰোহ।।৬।।
ভুপালমৌলিমণিচুম্বিতপাদপীঠস্তস্যাত্মজোহভূস্তগদত্তনামা।
ৰাজাপ্ৰজাৰঞ্জনলব্ধবৰ্ণো৯বৰ্ণাশ্ৰমানাং গুৰুৰেকবীৰঃ।।৭।।
উপগতবতি সুৰলোকং তস্মিংস্তস্যানুজোহভবত্তুমেঃ।
পতিৰমলভক্তিৰীশে যঃ প্ৰাহৰ্বজ্ৰদত্ত ইতিকবয়ঃ।।৮।।
তদ্বংশে বনবপ্ৰাম্পৰিখীকৃতসাগৰা য়হীংভুক্তা।
অস্তঙ্গতেষু ৰাজসু সালস্তম্ভোহভবন্নৃপতিঃ।।৯।।
পালকবিজয়প্ৰভৃতিষু (সমতিক্ৰান্তেষু) ১৩ তস্য বংশেষু।
অভবদ্ভুবি নৃপচন্দ্ৰোদ্বিষজ্জ্বৰোহৰ্জ্জৰেনাম।।১০।।
অহমহমিকয়া বিবন্দিষুণাং [যদৰুণপাদনখ]১৪ প্ৰভাবিতানৈঃ।
ন মুকুটমণয়োবিভান্তি ৰাজ্ঞাংৰবিকৰসংবলিতাইব প্ৰদীপাঃ১১।।
তস্যাত্মজঃ শ্ৰীবনমালদেবোৰাজা চিৰম্ভক্তিপৰোভবেহভূৎ।
বিশালবক্ষাস্তনুবৃত্তমধ্যঃ১৫ পিনদ্ধকণ্ঠঃ পৰিঘাপবাহুঃ।।১২।।
ন ক্ৰুদ্ধং বিকৃতাস্যং নচ হসিতং নচ বচশ্ শ্ৰুতম্নীচাৎ।
নচ কিঞ্চিদুক্তমহিতম্মহিতংশীলংসদৈব যস্যাভূৎ।।১৩।।
যেনাতুলাপি সতুলাজগতিবিশালাপিভুৰিকৃতশালা।
পংক্তিঃ প্ৰাসাদামকৃতবিচিত্ৰাপি সচ্চিত্ৰাঃ।।১৪।।
তস্যাত্মজঃ শ্ৰীজয়মালদেবঃ ক্ষীৰাম্বুৰাশেৰিব শীতৰশ্মিঃ।
বভূব যস্যাস্খলিতংভ্ৰমন্তিযশাংসি ১৬ কুন্দেন্দুসম প্ৰভাণি।।১৫।।
সশ্ৰীমান্‌বনমালোহপি ৰাজা ৰাজীবলোচনঃ।
অবেক্ষবিনয়োপেতংতনুজংপ্ৰাপ্তযৌবনম১৭।।১৬।।
ছত্ৰং শশধৰধবলং চামৰযুগলান্বিতং ১৯ প্ৰদায়াস্মৈ।
অনশনবিধিনা বীৰস্তেজসি মাহেশ্বৰে লীনঃ।।১৭।।

শ্ৰীগৌৰীদত্তমিশ্ৰবিদ্যাভূষণ
এম্, আৰ, এ, এচ, (লণ্ডন)

---

(২) অনুৰূপ ভাবোযথামাঘে —
"যাংচন্দ্ৰকৈৰ্মদজলস্য মহানদীনাং নেত্ৰশ্ৰিয়ং বিকৰ্ষতো বিদধুৰ্গজেন্দ্ৰাঃ" ।।৫।।৪০"
(৫) মূলত আছে "দুষিতস্বঃ"।
(৬) মূলত আছে "দোলাইতং"।
(৭) ৬।৬৪ ৰঘুবংশে তাম্বুলবল্লী পৰিনদ্ধপুগাস্বেলালতালিঙ্গিতচন্দনাসু।
(৮) তথাচ ভোজপ্ৰবন্ধে —
"ভুপালমৌলিমণিমণ্ডিত পাদপীঠহেসাহসাঙ্কক বয়ামিবয়ামিযামি"।।
(৯) ৰঘুবংশে ৬।২১ "ৰাজাপ্ৰজাৰঞ্জনলব্ধবৰ্ণঃ পৰন্তপোনামযথাৰ্থনামা"।।
(১০) ৰঘুবংশে ৫।২৯ — "বৰ্ণাশ্ৰমাণাং গুৰবে সবৰ্ণী বিচক্ষণঃ প্ৰস্তুমাচচক্ষে।"

# বৰবৰুৱা




সাধুভাষা ভাষী, গ্রাম্যভাষা নাশী,
অশ্লীলস্য দাহক পাবক।
"দৰা" "কন্যা" নিৰাকাৰ, "দাৰা" "কান্যা" সাকাৰ,
বৰবৰুৱা সাকাৰ উপাসক।।

ইতি সৃষ্টিতত্ত্বস্য প্ৰথমোহধ্যায়ঃ

# বিলাতৰ কথা

নেপেলচ্‌ এৰি আমি প্লিমাথ মুৱা হলোঁ। আমি জাহাজ খনিকে নিজৰ ঘৰ বাৰী যেন ভাবি প্ৰফুল্ল মনেৰে যাবলৈ ধৰিলোঁ এইখিনিত আমাৰ উল্লেখযোগ্য ঘটনা এটি হৈছিল।

আমি জিব্রল্‌টাৰ এৰিলোঁ—এই ঠাইত আমাৰ জাহাজ ৰোৱা নাছিল। বে-অব্‌-বিচ্‌কে পালোঁ। এই বে-অব্‌-বিচ্‌কে জগদ্বিখ্যাত—এই সমুদ্ৰ সদাই অলপ নে অলপ উত্ৰাবল। অন্ততঃ এই নিমিত্তেই এই বে বিখ্যাত। বে-অব্‌-বেঙ্গলও এই নিমিত্তে বিখ্যাত। বে-অব্‌-বিচ্‌কেত জাহাজ বেছি ভাল (roll) কৰে অৰ্থাৎ ইকাতি সিকাতি হয়। আৰু বে-অব্‌-বেঙ্গলত (pitch) কৰে অৰ্থাৎ এমূৰৰপৰা সি মূৰলৈ জাহাজ দোলে। কোনো কোনো ঠাইত (roll pitch) দুই কৰে, সেই তেতিয়াই সমুদ্ৰ-নৰীয়া (sea-sickness) হোৱা বেছি ভাগ সম্ভাৱনা। বে-অব্‌-বিচ্‌কেত জাহাজ (roll) কৰিছিল সঁচা কিন্তু আমাৰ কাৰো সমুদ্ৰ-নৰীয়া হোৱা মনত নপৰে। কিয়নো আমাৰ ভাৰতৰ সমুদ্ৰ বে-অব্‌-বেঙ্গলতে তাৰ এপালি হৈ গল।

বে-অব্‌-বিচ্‌কে এট্‌লাণ্টিক মহা সমুদ্ৰৰে এভাগ। প্লিমাথ পাবৰ দু তিন দিন মান আছে। অলপ অলপ জাৰ অনুভৱ কৰিবলৈ ধৰিলোঁহঁক। এদিন ১ বজাৰ আহাৰৰ

পাছত আমি ডেকৰ ওপৰত বহি শুই গপ্ পাতি আছোঁ, এনেতে জাহাজৰপৰা ওচৰতে এখন সৰু নাও দেখিলোঁ। সেই নাও নৈ কি কূলৰ ওচৰত দেখা হলে একো আচৰিত হ'বলগীয়া কথা নাছিল। কিন্তু কূল বহুত দূৰত, ঠাই মহা সমুদ্র। তাৰপাছত দেখিলোঁ তাত মানুহ—আৰু তাৰে এটা মানুহে তাৰ কামিজ লাখুঁটী কি কিবা এনে বস্তুত বান্ধি আমাৰ জাহাজৰ পিনে প্ৰাণপণে জোকাৰিবলৈ ধৰিলে আৰু তাৰ লগে লগে অলপ চিয়ৰাও শুনিলোঁ আমাৰ দ্বিতীয় শ্ৰেণীৰ ডেকত আমি এজন বাদে আৰু কেওঁ নাছিল, বোধ কৰো আন আনবোৰে আহাৰৰ পাছত তলত বিশ্ৰাম কৰিছিল। আমি সেই নাও কামিজ দেখি জোকৰা চিয়ৰ শুনি আচৰিত হলোঁ আৰু আমিও চিয়ঁৰিলোঁ। তাৰ পাছত যিজন বিষয়াই সেই সময়ত জাহাজৰ তত্বাৱধান কৰিছিল—জাহাজৰ বিষয়াসকলে ভাগ বাটি পহৰা দিয়ে,—চাৰি ঘণ্টা হয়তো কাপ্তানে নিজে দিব, চাৰি ঘণ্টা হয়তো প্ৰথম বিষয়াই, চাৰি ঘণ্টা হয়তো 'দ্বিতীয় বিষয়াই এনেকৈ জাহাজ ডাঙৰ সৰু চাই বিষয়াৰ সংখ্যা সৰহ তাকৰ। ইপিনে "এঞ্জিন ৰুমতো" তেনেকৈ এঞ্জিনীয়েৰ সকলে ভাগ বাটি কাম কৰে। এনে কি খালাচীবোৰে সেই নিয়মৰ অধীন)—তেওঁ সেই চিয়ৰণী, কামিজ জোকৰা দেখি সেই মহাসমুদ্ৰত জাহাজ সেই নাৱৰ আৰু অলপ ওচৰলৈ লৈ গৈ ৰখালে। জাহাজ পূৰ্ণজোখৰ বেগত চলা নিমিত্তে ৰখোৱাত দুই তিনি মিনিট মান লাগিছিল। জাহাজ ৰখোৱা হলত, নাও ওচৰ চাপি আহিলহি। জাহাজৰ সকলো যাত্ৰী, বিষয়াসকল ডেকত গোট খালেহি। নাওখন যেতিয়া ওচৰ চাপি আহিল, তেতিয়া দুডাল তিনি ডাল শকত জৰী জাহাজৰ পৰা ওলমাই দিয়া হল, সেই জৰীৰে ধৰি এটা এটাকৈ দহোটা কি এঘাৰটা মানুহ জাহাজৰ ওপৰলৈ আহিল, সিহঁতৰ লগত এটা কুকুৰো আছিল, কুকুৰটোকো অনা হ'ল। জাহাজৰ ডাক্তৰ আৰু যাত্ৰীবোৰৰ ভিতৰৰো এজন ডাক্তৰ আছিল তেৰোঁ ষ্টেথস্কোপ লৈ ঠিয় হৈ পৰীক্ষা কৰিবলৈ প্ৰস্তুত আছিল। এটা এটাকৈ সকলোটী যেতিয়া ওপৰলৈ আহিল নাওখন উটাই দিয়া হল।

এতিয়া পাঠকসকলক সকলো কথা খুলি কওঁ। কাডিফৰ পৰা আন এঠাইলৈ এখন সৰু সামুদ্ৰিক মাল জাহাজে নাগমাটি লৈ গৈছিল। বাটত জাহাজৰ তলত দুটা এটা ফুটা হৈ পানী সোমাবলৈ উপক্ৰম হোৱাত কাপ্তানক সেই বিষয় কোৱা হল। কিন্তু কাপ্তানে সেই বিষয় আওকাণ কৰি ফটিকা সেৱন কৰিবলৈ ধৰিলে। তাৰ পাছত তাৰ এঞ্জিনীয়েৰজনে ফুটা মেৰামত কৰিবলৈ আৰম্ভ কৰিলে—কিন্তু তেতিয়া সকলো চেষ্টা কৰিও জাহাজ ৰক্ষা কৰিব নোৱাৰিলে। সেইখন যাত্ৰী যোৱা জাহাজ নাছিল—সেই গুণে বেগা-বেগিকৈ খালাচীবোৰে নাও এখন জাহাজৰপৰা নমাই যেয়ে যেনেকৈ পাৰিলে তালৈ নামিল। লগতে কুকুৰটোও জঁপিয়াই নাৱত পৰিল। কাপ্তান লাজত আৰু বাহিৰলৈ নোলাল—তেওঁ তেওঁৰ কেবিনৰ দুৱাৰ জঁপাই জাহাজৰ লগতে সমুদ্ৰৰ তললৈ গল। সমুদ্ৰ সেইখিনি সময়ত বৰ উত্তাৱল আছিল, তাতে এন্ধাৰ নিশা। এঞ্জিনীয়েৰ মিস্ত্ৰীটী জাহাজৰ পৰা নাৱলৈ জাপ দিবলৈ যাওঁতে সমুদ্ৰৰ উত্তাৱল অৱস্থাৰ গুণে নাৱত নপৰি সমুদ্ৰত পৰিল, তেওঁ কিমান চেষ্টা কৰিলে নাৱত আৰু উঠিব নোৱাৰিলে। সমুদ্ৰত তেৰোঁ ডুবি মৰিল। নাৱত উঠা আন আন মানুহৰ সমুখতে এই মৃত্যু ঘটিল কিন্তু এনে সময়ত সকলো মৃত্যুৰ সমুখত, এইবোৰ কথালৈ কাণ দিয়া নেযায়। তাৰে এজনে তেওঁৰ গাৰ কামিজটোকে পালৰ কাম কৰিবলৈ দি যলৈকে যিমান দূৰ যিমান দিনলৈকে ইচ্ছা বতাহ আৰু সমুদ্ৰৰ ওচৰত প্ৰাণ সঁপিলে। আমাৰ জাহাজ লগ পোৱাৰ আগেয়ে তেওঁলোকে আৰু দুই তিনিখন জাহাজ লগ পাইছিল। কিন্তু সেই জাহাজবোৰৰ পৰা কোনো সহায় নেপালে—হয়তো জাহাজবোৰ নাওখনৰ সিমান ওচৰেদি নগৈছিল। সেই মাল জাহাজখন ইটালী দেশীয়। আটাইবোৰ খালাচীয়েই সেই দেশৰ, কেৱল মাথোন এটা ইংৰাজৰ লৰা আছিল, সি কাপ্তানৰ "বয়" আছিল। সিহঁত মুকলি নাৱত অপাৰ সমুদ্ৰত দুদিন দুৰাতি উটি ফুৰিছিল। সিহঁতৰ কেনে অৱস্থা বুজিবই পাৰি। আমাৰ ডনেৰা জাহাজৰ কৰ্ম্মচাৰীসকলে আৰু আটায়ে সিহঁতৰ প্ৰতি মৰম দেখুৱাই কাপোৰ কানি নোহোৱাবোৰক কাপোৰ কানি দিলে আৰু ডাক্তৰবোৰে পৰীক্ষা কৰি দৰব জাতি পথ্যৰ বন্দবস্ত কৰি দিলে আমাৰ লগতে সিহঁতক ইংলণ্ডলৈ লৈ যোৱা হল। সিহঁত যেতিয়া জৰীয়েদি বগাই বগাই এটা এটাকৈ নাৱৰ

পৰা জাহাজৰ ওপৰলৈ আহিল তেতিয়া সিহঁতৰ চকুৰেদি কৃতজ্ঞতাৰ অশ্রু বৈ গৈছিল। পাঠকসকলে অলপ ভাবি চালেই গম পাব—দুদিন দুৰাতি সিহঁত অনন্ত অপাৰ সমুদ্ৰৰ ওপৰত, বঠা নাই। (আৰু বঠা থাকিলেই বা কি হলহেঁতেন?) সহায়হীন আশ্রয়হীন, কেৱল বিপদৰ বন্ধু কৰুণাময় পতিতপাৱনেই সিহঁতৰ এক মাত্ৰ অৱলম্বন। কোনো কোনো যাত্ৰীৰো চকুৰপানীৰে গা তিতি যোৱা আমাৰ মনত আছে। ইংৰাজ লৰাটীৰ নিমিত্তে এটা চব্‌চক্রিপশ্যন্ খোলা হ'ল। ইটালীয় খালাচীবোৰক ইটালী দেশৰ লণ্ডনত থকা ৰাজদূতৰ কচাৰীত চাগে পঁহুচাই দিয়া হল। ইহঁত নাৱৰ পৰা আমাৰ জাহাজত উঠোঁতে সৌভাগ্যক্রমে সমুদ্ৰ নদীহেন আছিল সেই দেখি সকলোটী সুকলমে বিনা কষ্ট আৰু নিৰ্ব্বিঘ্নে জাহাজত উঠিবলৈ সক্ষম হৈছিল। যাৰ শেহ ভাল তাৰ সকলোৱেই ভাল।

শ্রীজ্ঞানদাভিৰাম বৰুৱা

# মণিপুৰ যাত্ৰা

## (১২)

আমি বজাৰৰ পৰা উভতিবৰ সময়ত এখন কুকী বিয়া আলীয়েদি যোৱাও দেখিলোঁ। এটা কি দুটা কুকুৰা-চৰাই দুটা কুকীয়ে কাঁধতকৈ নিয়া মাৰি এডালৰপৰা ওলোমাই নিছিল আৰু জাকৰ মানুহে মাজে মাজে একোটা ডিঙি ফটা চিঞৰ মাৰি মাৰি গৈছিল। বিয়াখনত মুথে ৬টা কি ৭টা মানুহ। পেঁপা এটাও আছিল হবলা, কিন্তু এতিয়া থিৰাংকৈ মনত নপৰে।

পাছদিনাখন মই অকলৈ আকৌ "জিলালৈ" গলোঁ আৰু পূৰ্ব্বে কৈ অহা অসমীয়া মানুহজনৰ ঘৰ বিচাৰি উলিয়ালোঁ। বেছি বিচাৰিব নেলাগিল। কিয়নো তেওঁৰ ঘৰ বজাৰৰ বেছি দূৰৈত নাছিল আৰু ইতিপূৰ্ব্বেই তেওঁ মোক ঘৰৰ বৰ্ণনাও দি থৈছিল। সৌভাগ্যক্রমে মানুহজনক ঘৰতে পালোঁ ; তেওঁ বাহিৰতে বহি আছিল। আগত বাৰান্দা থকা টুপ লগা ঘৰ। তেওঁ মোক বহিবলৈ দি মণিপুৰীয়াবোৰৰ সম্বন্ধে বহুত কথা কলে। তেওঁৰ বৰ্ত্তমান তিৰোতাজনী হেনো তেওঁৰ নৱমা তিৰোতা। আগৰ আঠজনী মৰিলনে কি বুলি সোধাত, মোক হাঁহি হাঁহি কলে 'এজনীৰ বাহিৰে বাকী এটাই কিজনীয়েই আছে।' তেওঁ হেনো ভাল বুলি অনুমান কৰি একোজনীকৈ তিৰোতা আনে আৰু মন নিমিলা বাবে কিছুদিনৰ মূৰত তাইৰ লগত এৰা-এৰি হবলৈ বাধ্য হয়। তেওঁ যেতিয়াই তিৰোতা বাছিছে তেতিয়াই হেনো সৰ্ব্বোচ্চ বংশৰ পৰাহে বাছিছে। তেওঁৰ কোনো লৰাছোৱালী নাই। আজি কালি হেনো এবাৰ মাইকী আনি আকৌ এৰিবলৈ অলপ টান হৈছে। কিয়নো চাহাবে এনে এটা নতুন নিয়ম কৰিছে যে, কোনো বিদেশীয়ে যদি কোনো মণিপুৰীয়ানীক এবাৰ নি আকৌ এৰি দিয়ে তেনেহলে এৰোঁতাজনে তিৰোতাজনীক ৫০ টকা ৰূপ দিব লাগিব ইত্যাদি। তেওঁ মণিপুৰিয়ানীবোৰৰ সম্বন্ধে আৰু এটা কথা কলে। সেইটো কথা শুনি মই অলপ আচৰিত হলোঁ। মণিপুৰীয়া মতাই হেনো বিশেষ বনবাৰী নকৰি গা ঘেলাই ফুৰে। তেওঁক খুউৱা বুউৱাৰ ভাৰ সকলো, তেওঁৰ ঘৈণীয়েকজনী বা ঘৈণীয়েক কিজনীৰ ওপৰত। ঘৈণীয়েকে বজাৰৰ চীৰা, শুকান মাছ, কাপোৰ ইত্যাদি বেচি কিনি তাৰ লাভেৰে গিৰিয়েকক পুহিব লাগে। গিৰিয়েকে যদি কোনো দিনা মাছে শাকে ভালকৈ দৰণীকৈ খাবলৈ নাপায় তেনেহলে হেনো তেওঁ ঘৈণীয়েকক 'সাৱধান" কৰি দি কয় 'চা, আজি মোৰ খোৱা ভাল নহল। তই যদি মোক ভালকৈ খুৱাব নোৱাৰ, তেনেহলে মই তোক এৰি দি অইন এজনী আনিবলৈ বাধ্য হম।" ইত্যাদি। এইবাবে ঘৈণীয়েকে হেনো প্ৰাণপণে পৰিশ্ৰম কৰি গিৰিয়েকক পুহিবলৈ চেষ্টা কৰে। কথাটো বিশ্বাস কৰিবৰ মন নেযায়। বোধকৰোঁ আমাৰ ন চিনাকীয়ে নিম্নশ্ৰেণীৰ কোনো কোনো বিশেষ পৰিয়ালৰ সম্বন্ধে এই কথা কৈছিল। কিয়নো সাধাৰণ মণিপুৰীয়াক মই বেচ কৰ্ম্মঠ যেন হে পাইছিলোঁ। আমাৰ আসামতো এই বিধৰ মতা একেবাৰে নাই বুলিব নোৱাৰি।

আসাম আৰু অসমীয়াৰ কথা কওঁতে আমাৰ ন চিনাকীৰ কোনো প্ৰকাৰ ভাবান্তৰ ঘটা নাছিল। স্বদেশী

মানুহ দেখি যে তেওঁৰ মনত স্বদেশৰ সম্বন্ধে কোনো কোমল ভাবৰ উদয় হৈছিল তেনেও বোধ নহল।

তেওঁৰ পৰা বিদায় লৈ বাটত আহোঁতে দেখিলোঁ কেইজনমান মণিপুৰীয়াই লগ লাগি এটা কুকীক চৰ ভুকু গোৰ ইত্যাদি মাৰিছে। কুকীটোৱে মদ খাই গোলমাল কৰিছিল। পিচ্ছাই উৰাই কুকীটো মণিপুৰীয়াৰ দৰে।

বজাৰৰ এচুকে কিছুমান মুছলমান মণিপুৰীয়াও দেখিলোঁ। সিহঁতে কুকুৰা, কুকুৰা কণি ইত্যাদি বেচিবলৈ আনিছিল। সিহঁতৰ অৱস্থা বৰ ভাল যেন বোধ নহল— কিবা নিস্তেজ নিৰানন্দ ভাব।

বজাৰ আৰু ক্যান্টৰ মেণ্টৰ মাজেদি এখন সৰু নৈ বৈ গৈছে। সোত বৰ কোবাল। গৰা বৰ ঠিয়। নৈখন বহলে কলিকতাৰ (Mahratta Ditch) অৰ প্ৰায়-সমান। ডাঙৰ নৈৰ দাতিত ফুৰোঁতে তেনে নেলাগে। মই বোধ কৰোঁ একেখন নৈ অকাই পকাই অহা গতিকে তাক আমি বাটত ঘনে ঘনে পাৰ হব লগিয়াত পৰিছিলোঁ। সেইবাবে বাটত বহুত নৈ পাই অহা যেন লাগিছিল। আচলতে নৈ এখনহে হবলা। সম্ভবতঃ এইখন নৈয়েই। এইখনেই ডিমাপুৰ পাইছেগৈ।

পাছ দিনা ৰাতি আমাৰ গৃহস্থই তেওঁৰ ঠাকুৰবাৰীত নাচ পাতিলে আৰু তাকে চাবলৈ যাবলৈ আমাক অনুৰোধ কৰিলে। মণিপুৰীয়া নাচ। তিৰোতাই নাচিব। লৰা, ডেকা, বুঢ়া, তিৰোতা সকলোৱে গোট খাই চাব। এনে বিধৰ নাচত প্ৰকাশ্যৰূপে উপস্থিত থকাত সৰুৰে পৰা মোৰ অমত। মই যে এনে নাচ চোৱা নাই (অন্ততঃ নিলগে নিলগে) আৰু মই যে যুধিষ্ঠিৰৰ দৰে নিখঁত ধাৰ্ম্মিক তেনে কথা কব নোখোজোঁ। কিন্তু এনেবিধৰ নাচত দেখা শুনাকৈ যোগ দিলে সাধাৰণৰ আগত বেয়া দৃষ্টান্ত দেখুৱা হয় বুলি সৰুৰে পৰা মোৰ ধাৰণা। সেইবাবে এনে নাচত প্ৰাকাশ্যৰূপে মই কেতিয়াও যোগ নিদিওঁ (অন্ততঃ যি ঠাইত অইনে আমাৰ দৃষ্টান্তৰ অনুকৰণ কৰিবৰ ভয় থাকে।) সেইবাবে মই মোৰ বন্ধুকিজনক কলোঁ যে মই নাচলৈ নেযাওঁ। বিশেষতঃ মোৰ গাও বৰ ভাল নাছিল। বন্ধুকিজনে কিন্তু গৃহস্থই বেয়া পাবৰ ভয়ত মোক যাবলৈ বাধ্য কৰিলে। মইও নোযোৱাকৈ নোৱাৰিলোঁ। "কিন্তু পয়ছা কড়ি হলে এটীকে খৰচ নকৰোঁ" বুলি মই আগেয়েই কৈ থলোঁ। কিয়নো এনে নাচক (Patronize) কৰাটো মই অন্যায় বুলি ভাবোঁ, ইত্যাদি।

ৰাতি খোৱাবোৱাৰ পাছত ঠাকুৰবাৰীলৈ গলোঁ। ঠাকুৰবাৰীৰ ঘৰটোৰ চাল খেৰৰ আৰু খুটা কাঠৰ। বেচ ডাঙৰ। এচুকে মাইকী মানুহবিলাকৰ নিমিত্তে নাম মাত্ৰ আঁৰকাপোৰ তৰি দিছে। কিন্তু সেইফালে চাকিৰ পোহৰ বৰকৈনপৰাকৈ দিয়াত তিৰোতাবিলাকৰ আবুৰৰ কোনো হানি হোৱা নাই। আমি গৈ দেখিলোঁ যে নাচ আৰম্ভ হৈছে। দুজনী মণিপুৰিয়ানী ছোৱালীয়ে নাচিছে। এজনীৰ বয়স আন্দাজ ৯।১০ বছৰ, আনজনীৰ বয়স আন্দাজ ১২।১৩ বছৰ। সৰুজনী নিৰোগী কিন্তু ডাঙৰজনীৰ স্বাস্থ্য বৰ ভাল নাছিল। ছোৱালীকিজনীয়ে একোজন মানুহৰ ওচৰলৈ গৈ নাচি আৰু গান গাই পয়ছা উলিয়াবৰ চেষ্টা কৰে। মানুহজনেও দুই চাৰি পয়ছা দিয়ে। ইতিপূৰ্ব্বেই কৈ আহিছোঁ যে মণিপুৰত দুইচাৰি পয়চাৰ মূল্য বৰ সামান্য নহয়। নাচত ছোৱালীকিজনীৰ লগত কোনেও কোনো প্ৰকাৰ অভদ্ৰ ব্যৱহাৰ কৰা নাছিল। ছোৱালীকিজনীয়ে কেবাবাৰো আমাৰ গুৰিলৈ আহিল। বন্ধুকিজনে শিকিটো আদমহীয়টোকে দিলে। মই কিন্তু একোকে নিদিলোঁ। মোৰ পৰা পয়ছা উলিয়াবৰ নিষ্ফল চেষ্টা কৰি ছোৱালীকিজনীক কেবাবাৰো ওভতি যোৱা দেখি উপস্থিত মানুহবিলাকে প্ৰথমতে খুব হাঁহিলে আৰু আমোদ সম্ভোগ কৰিলে কিন্তু শেহলৈ তেওঁবিলাকৰ মুখ ক্ৰমে গম্ভীৰ হল। ছোৱালীকিজনীয়েও মোৰ পৰা পয়ছা পাবৰ আশাত নিৰাশ হৈ ক্ৰমে মোৰ ওচৰত বৰকৈ নোৱোৱা হল। উপস্থিত মতা তিৰোতা সকলোৰে মই যে অলপ ইতিকিং আৰু তাচ্ছল্যৰ পাত্ৰ হৈ পৰিছোঁ, সেইটো বেচ বুজিব পাৰিলোঁ। মই নিজক বৰ অপদস্থ যেন অনুভব কৰিবলৈ ধৰিলোঁ। নাচ চাইছোঁ অথচ পয়ছা নিদিয়াকৈ যাম এইটোও বৰ ন্যায় সঙ্গত কথা যেন বোধ নহল। শেহত পয়ছা দিয়াটোৱেই ঠিক কৰিলোঁ। কিন্তু ছোৱালীকিজনী মোৰ ওচৰত সৰহ পৰ নৰৈ সাউৎ কৰে গুচি যায়, সেইবাবে কেবাবাৰো দিওঁ দিওঁ বুলিও দিব নোৱাৰিলোঁ। অৱশেষত এটকাৰূপ আগৰে পৰা উলিয়াই হাতত লৈ থাকিলোঁ। এইবাৰ নাচনীজনী মোৰ ওচৰ পোৱা মাত্ৰকেই ঘপ্‌কৰে তাইৰ হাতত দি পেলালোঁ। তই কাৰো পৰা গোটা এটকা ৰূপ পোৱা

নাছিল। ৰূপ টকাই তাইক ইমান আনন্দ দিলে যে তাই নাচ বন্ধ কৰি 'এচ্ৰাজ' ৰজোৱা ওস্তাদটোৰ ওচৰলৈ গৈ "ৰূপ্পা আম্মা" "ৰূপ্পা আম্মা" বুলি মোলৈ আঙুলিয়াই কিবা কবলৈ ধৰিলে। মোক ইতিকিং কৰোঁতা মানুহবোৰ এতিয়া নিজেই লাজত পৰিল। মইও এতিয়া মূৰ ডাঙি বহিব পৰা হলোঁ। ইয়াৰ পাছত মোৰ আৰু আধলী এটা গল কিন্তু এই খৰচে নাচৰ মজলিচৰ পৰা মুখ লুকুৱাই অহাৰ পৰা মোক ৰক্ষা কৰিলে। বহুত ৰাতিলৈকে নাচ চলিল। বহি থাকি থাকি আমাৰে আমনি লাগিল। নাচোঁতা আৰু বজাওঁতাবিলাক যে খুব ভাগৰিছিল তাত কোনো সন্দেহ নাই। কিন্তু নাচনী আৰু বজাওঁতাবিলাকৰ ভাগৰলৈ কোনে চকু দিয়ে? সকলোৱে নিজৰ সুখলৈহে চায়। লোকৰ সুখেই হ'ক বা দুখেই হ'ক। বিশেষতঃ সিহঁতক নাচিবৰ নিমিত্তে টকা দিয়া হৈছে। সিহঁতে নাচিবই লাগিব। এহেলৈ মৰকেই বা তৰকেই। অলপ গমি চালেই বুজিব পাৰিব যে এই শ্ৰেণীৰ নৰ্ত্তকীৰ জীৱনটো বৰ সুখৰ নহয়। হেপাহ কৰি নাচ গান কৰা এটা কথা আৰু পেটৰ নিমিত্তে বাধ্য হৈ নাচ গান কৰা আন এটা কথা।

সুৰ, তাল, বজনা, আটাইবোৰ আমাৰ দেশৰ দৰেই। গানও বঙলা। কি গান গাইছে, প্ৰথমতে বহুত পৰলৈকে মই বুজিব নোৱাৰিলোঁ। সুৰটো শুনা শুনা যেন লাগে, কিন্তু গানটো নুবুজোঁ। এনে বিকৃত উচ্চাৰণৰ বঙলা গান মই ক'তো শুনা নাছিলোঁ। "শ্যামেৰ সৰল বাশেৰ বাঁণী কি গুণ জানে?" দৰশন বিনে প্ৰাণ যে যায়" ইত্যাদি মান্ধাতাৰ দিনৰ পুৰণা বঙলা গানবোৰকে গাইছিল। উচ্চাৰণ এনে বিকৃত যে বহুত পৰৰ মূৰতহে মই গান কিটা বুজিব পাৰিছিলোঁ।

ইয়াৰ পাছত আৰু কেইদিনমান আমি মণিপুৰত আছিলোঁ; কিন্তু বতৰ বেয়া গতিকে আৰু বাটপথ ভাল নোপোৱা বাবে আৰু লগত লৈ ফুৰাঁওতা মানুহ নোপোৱা বাবে কেনিও যাব নোৱাৰিলোঁ। যি কিদিন আছিলোঁ তাৰ প্ৰায় এটাই কিদিনেই শুনিবলৈ পাইছিলোঁ, আজি কি মামুক "বস্তিত" ৰাস, কালি কি আমুক "বস্তীত" আমুক তিথি উপলক্ষে নাচ ইত্যাদি। মণিপুৰীয়াবিলাক বৈষ্ণব, তেওঁবিলাকে উৎসব আমোদ বৰ ভাল পায়।

এদিন মণিপুৰৰ মহাৰাজাক মন্ত্ৰিপুখুৰীলৈ ঘোৰা চেকুৰাই অহা দেখিলোঁ। তেওঁৰ বয়স ১৭।১৮ বছৰমান মাথোন। লগত আৰু ৩/৪ জন মান মানুহ ঘোৰাত আহিছিল। মহাৰাজাৰ মূৰত বগা পাগুৰী আৰু গাত পায়জামাৰ ওপৰত দীঘল কোট, বৰণ বগা নহয়। এওঁ আজমীৰ ৰাজকুমাৰ কলেজত শিভা পাইছে। মহাৰাজা মন্ত্ৰিপুখুৰীৰ পৰাই উভতি গল।

আৰু এদিন স্থানীয় পল্টনৰ চিপাহীবিলাকৰ (mock fight) দেখিলোঁ। এজাকে কলা পাগুৰী মাৰি এটি পাহাড়ৰ দাতিত আছিল। আন এজাকে বগা পাগুৰী মাৰি আন ফালে আছিল। সৈন্যবিলাকক নানা ৰকমে ইফাল সিফাল কৰা দেখিলোঁ। বৰতোপ মৰাও শুনিলোঁ, কিন্তু জয় পৰাজয় সম্বন্ধে একোকে বুজিব নোৱাৰিলোঁ।

ৰজাৰ মণিপুৰীয়া চিপাহীও দুজন এজন দেখিলোঁ। মূৰত তাজ পিন্ধা পোছাক; কিবা অচিপাহী ধৰণৰ। কোনো কোনো বাগিচাৰ চাহাবৰ চহিচৰ পোছাকতকৈ বৰ বেছি ভাল নহয়। চিপাহীৰ আকৃতি প্ৰকৃতিও নিচেই চকুত নলগা যেন পালোঁ।

মণিপুৰীয়াবোৰে আসামক "তেখাও" বোলে।

শ্ৰীজ্ঞানানন্দ জগতী

# গুটিদিয়েক চিন্তাৰ ঢৌ

এই পৃথিবীত দেখা যায় চাৰি শ্ৰেণী বা জাতি মানুহৰ বাস, আচল (Real) বিচল (crude or raw) নকল (initative) বঙাল (Degenerate or Degraded) বা অপভ্ৰষ্ট। এই চাৰি জাতি মানুহৰ কেনেকুৱা ধৰ্ম্ম আৰু "চাল চলন" তাক আগতে বৰ্ণনা কৰোঁ। আচল জাতি মানুহ পৃথিবীৰ ভিতৰত আদি সভ্য। এনে জাতি মানুহৰ পৰাই পোনতে পৃথিবীৰ আন আন জাতিয়ে জ্ঞান শিক্ষা কৰি আৰু সভ্যতা নকল কৰি পিছে কেউপ্ৰকাৰে সভ্য, উন্নত হৈ পৰে। আচল জাতি মানুহক ভগৱানে পৃথিবীৰ আন আন জাতিক উপকাৰ কৰাৰ অৰ্থে স্বয়ং

শিক্ষক হৈ শিক্ষা দিয়ে। আৰু সেই জাতিৰ ভিতৰত পোনতে ভগবানৰ অংশ লৈ অনেক মহাপুৰুষে জন্মগ্ৰহণ কৰে। এই জাতিক মহাজ্ঞানী কৰিবৰ অৰ্থে ভগবানে মহাপুৰুষবিলাকৰ দ্বাৰাই আপ্ত বাক্য (Revelation) প্ৰচাৰ কৰায়—সেইবিলাকেই বেদ, বাইবেল, কোৰাণ। এনে জাতি জ্ঞানৰ বলত মহা পৰাক্ৰমী হৈ মানব জগতৰ গুৰু হৈ পৰে। এই জাতিয়ে বলে, ছলে, কৌশলে বিচল (জড়) জাতিক শিষ্য কৰি নকল জাতি কৰায়, যেনে আৰ্য্য হিন্দু আৰু ইহুদি জাতি প্ৰভৃতিয়ে এসময়ত মানব জগতৰ বিচল জাতিবিলাকক শিষ্য কৰিছিল। বৰ্ত্তমান ইউৰুপীয় জাতিবিলাকেও অনেক বিচল (অসভ্য) জাতিৰ দেশ দখল কৰি অতি কষ্ট স্বীকাৰ কৰিও সেইবিলাক জাতিক জ্ঞান ধৰ্ম্ম শিক্ষা দি সভ্য কৰিবৰ চেষ্টা কৰিছে আৰু সভ্য কৰিছেও। এই কাৰ্যকেই স্বাভাবিকেই পৰশ্ৰী কাতৰ বা চকু চৰহা অজাতি অধৰমী বঙালে বৰ্ত্তমান সভ্য জাতিবিলাকৰ দোষ ধৰি হিন্দু আৰ্য্যৰ আদি সভ্যতাৰে সৈতে ৰিজাই বৰ্ত্তমান সভ্যতাক নানা প্ৰকাৰে নিন্দা কৰে। নপুংসক অৰ্থাৎ অকৰ্ম্মণ্য এলেহুৱাৰ নিন্দা কৰাই ধৰ্ম্ম যে তাৰ ভুল কি? জ্ঞান বিয়পি নপৰাকৈ একে ঠাইতে কেতিয়াও বহি নাথাকে। বিচলক সভ্য বা নকল কৰাবলৈ গলে পোনতে সময়, বলৰো প্ৰয়োজন হয়, তাক নকৰি বিচলক (অসভ্যক) যেনে আছে তেনে থাকক বুলি ৰাখিলে চাৰিও কাষৰৰ বিচলবিলাক লগলাগি সভ্যজাতিয়ে অতি পৰিশ্ৰমেৰে যুগে যুগে গোটাই অনা জ্ঞানক একেবাৰে উৰাই দি পাহৰণি-সাগৰতপেলাই দিব পাৰে। বিচলে অনেক পুৰণী সভ জাতিৰ জ্ঞান আৰু সভ্যতাৰ বুৰঞ্জীক তেনে কৰাৰ নিমিত্তে এতিয়া তাৰ কোনো চিনকে পোৱা টান। আদি সভ্য ভাৰতবৰ্ষৰ আৰ্য্য হিন্দুবিলাকেও এতিয়াৰ দৰে বলে ছলে কৌশলে বিচলক সভ্য কৰিছিল যে আৰু শিক্ষা দি নকল কৰাইছিল যে তাৰ প্ৰমাণ মনুশাস্ত্ৰতেই পোৱা যায়, যথা "এতদ্দেপ্ৰসূতস্য সকাসাদগ্ৰজন্মনি স্বং স্বং চৰিত্ৰং শিক্ষেৰণ্ পৃথিব্যাং সৰ্ব্বমানবাঃ।" হায়! তেতিয়া সনাতন ধৰ্ম্ম অসভ্য বা ম্লেচ্ছবিলাকৰ ভিতৰত প্ৰচাৰ কৰোঁতে ধৰ্ম্মৰ জাত নগৈছিল, কিন্তু বৰ্ত্তমান ভট্টাচাৰ্য্য দেউসকলে হিন্দু ধৰ্ম্ম, গাৰো, ডফলা, নগা আবৰ আদি ম্লেচ্ছ জাতিৰ ভিতৰত প্ৰচাৰ কৰি সিহঁতক হিন্দু বা হিন্দুৰ ফলীয়া কৰিলে তাৰ জাত যায়। আনপিনে পাদুৰি চাহাববিলাকে সিহঁতক খৃষ্টিয়ান কৰিলেও দোষ ধৰা, নিন্দা কৰা। ধন্য বঙালৰ নিজে অকৰ্ম্মণ্য বাবে হিংসুকী স্বভাৱ আৰু গগুপ, ফুটনি। হে বঙাল সকল তোমালোকে কোৱা মতেই ইউৰূপ আৰু জাপান প্ৰভৃতি বৰ্ত্তমান সভ্য জাতিবিলাক নকল বুলি স্বীকাৰ কৰোঁ কিন্তু তীক্ষ্ণ বুদ্ধিৰ শিষ্য হলে গুৰুৰ পৰা পোণতে শিক্ষা পাই উলটি সেই ছাত্ৰে গুৰুকে শিক্ষা দিব পাৰে তাক স্বীকাৰ কৰা নে নকৰা? আমি পোণতে কুমাৰমাটীৰে চৰু কলহ গঢ়ি পাগত দি পুৰি উলিয়ালোঁ, তাকে আন জাতিয়ে দেখা পাই সেই মাটীৰ সজুলিকে চক চকিয়াকৈ ঠুনুৱাই নভঙ্গা চিনা বাচন কৰিলে, আমি কিন্তু তেনে কৰিব নাজানো, এতিয়া উলটি শিষ্যকে গুৰু পাতি চিনা বাচন গঢ়ি, আমাৰ গঢ়া মাটীৰ বাচনক মানুহে চিনা বাচন দেখি কিনিবলৈ এঙোৱা কথাটীকে গুচাম নে আগৰটীকে ৰাখি আমাৰ পৰাহে আনে শিক্ষা পাইছে বুলি অহঙ্কাৰত মুখ ওফোন্দাই বহি থাকিম? পৃথিৱীৰ ইতিহাস পঢ়িলে জনা যায়, যি জাতি আচল জাতিৰ পৰা অপভ্ৰষ্ট হৈ বঙাল হৈ পৰে সেই জাতিয়ে প্ৰায় সহজে নতুন সময়ৰ নতুন জ্ঞান আনৰ পৰা শিক্ষা কৰিব নোখোজে, কিয়নো অতিজৰ উচ্চ জাতি বা উচ্চবংশ ভবা গগুপ গাৰ পৰা গুচাব নোৱাৰে। এনে জাতিয়ে আদি সভ্যতা জ্ঞানকেই ওখ খাপৰ যেন বিশ্বাস কৰি অতীতক ওলোটাই আনিব খোজে আৰু যোৱা দিন উভটি আহিব বিশ্বাস কৰি অতীতৰ চাল চলন ধৰণ কৰণ শিক্ষা কৰিব খোজে আৰু ধৰিব ধৰেও। "ফটা হোক চিঁটা হোক পাটৰ টঙ্গালি, ভগা হোক চিগা হোক ভূয়াঁৰ পোৱালি।" এনেকুৱা ফিটাহি পূৰ্ব্ব পিতা প্ৰপিতামহ বৰুৱা ফুকন পদ থকা বৰ্ত্তমান অসমীয়া সন্তানবিলাকৰো দেখা যায়। ইবিলাকে মান যায় বুলি কটিত ফটা কানি নোহোৱা হলেও নিজ হাতে পৰিশ্ৰম কৰি ধন ঘটি সুখে খাই বৈ থাকিব নোখোজে, কাৰণ অধঃপতন হলে মানুহৰ স্বভাৱ এনেকুৱাই হৈ পৰে। আমাৰ ভাৰতবৰ্ষীয় বৰ্ত্তমান ভ্ৰষ্ট হিন্দু বা আৰ্য্য সন্তানবিলাকৰো সেই একেই কথা। আমাৰ আসামৰ যেনেকৈ পুৰণিকলীয়া ফুকন, বৰুৱা আদি ডাঙ্গৰীয়াসকলৰ লৰাবিলাক বৰ্ত্তমান কুলিৰ শাৰীলৈ নামি অহাৰ অৱস্থাতো আমি অমুকৰ ঘৰৰ, তেওঁ তমুকৰ ঘৰৰ, সিগোলামৰ ঘৰৰ,

তহক নাম নথকাৰ ঘৰৰ, ভছুকৰ বাপেকে অমুকৰ ঘৰত ঢৌ মলি ভাত খাইছিল, এতিয়া কপালৰ গুণে ডাঙ্গৰ মানুহ বা হাকিম বোলাইছে, তথাপি কি হল, এতিয়া আগৰ নাম কি লুকাব পাৰে? এনেবিলাক গপ পাতি নিজৰ বুকু পোৰনিক চেঁচনি দি থাকে, তেনেকৈ ভাৰতৰ বঙালবিলাকেও পৃথিবীৰ আন আন জাতি জ্ঞানে, বলে, ধনে মানে এতিয়া উন্নত হোৱা দেখি সিবিলাকক, অকহী পুৰুষৰ বল বিক্ৰম সুঁৱৰি ম্লেচ্ছ, যৱন, পূৰ্ব্বৰ গুৰি ঘোৰ অসভ্য আছিল এনেবিলাক ঘিণৰ কথা পাতি সন্তোষ লাভ কৰে। অতীজতে যি মানুহ বা জাতিয়ে প্ৰভুত কৰি আহিছে তাৰেই এনে স্বভাব হৈ পৰে যে ইয়াৰ কোনো ভুল নাই। কিন্তু এনে স্বভাব কি ব্যক্তিগত কি জাতিগ উন্নতিৰ পক্ষে বৰ মাৰাত্মক, কিয়নো মই বৰ স্বভাৱে কাৰো সহানুভূতি টানি আনিব নোৱাৰে। "মইবৰ" স্বভাৱৰ গুৰি এবাৰ মই আগতে উবাৰি দেখাই আহিছোঁ, এতিয়া উলটি আকৌ তাকেই ভাল দৰে বুজাই কওঁ। কোনো এটি মানুহ বা জাতিয়ে যেতিয়া উন্নতিৰ অতি ওখ অৱস্থা লাভ কৰে, তেতিয়া তাৰ সমনীয়া বা তাতকৈ বৰ কাকো দেখা নাপাই "মইবৰ" স্বভাৱী অৰ্থাৎ তমো গুণৰ (Destructive Casu) মদ-প্ৰধান প্ৰকৃতিৰ হৈ তৃণং-মন্যতে-জগৎ-ভাবী হয়। এনে স্বভাৱ যেতিয়া কোনো মানুহ বা জাতিৰ হয় তেতিয়া সি পৃথিবীৰ শত্ৰু হৈ অধঃপতন অৱস্থা লাভ কৰে। "মৰিলেও নুগুচে ধনঞ্জয় বায়ু।" "মইবৰ" ৰোগটি যাৰ বা যি জাতিৰ গাত এবাৰ সোমায় তাক পুৰুষ পুৰুষানুক্ৰমে সতকাই নেৰে। আচল বা গুৰিত নকল এই দুটি জাতি যেতিয়া বলে বিক্ৰমে পৃথিৱীত বৰ পৰাক্ৰমী হৈ উঠে মদ-প্ৰধান অৰ্থাৎ "মইবৰ" খহুণীয়া ৰোগে ধৰি আনৰ তলতীয়া কৰাৰ বেলিকা জাতিৰ প্ৰধান ভাগৰ মুখীয়াল মানুহবিলাকে নিজৰ জাতিটিক বৰ, মধ্যম, সৰু, এনেদৰে শ্ৰেণীপাতি ভাগ ভাগ কৰি জাতৰ বিভাগ গঢ়ে। আৰু ডাঙ্গৰবিলাকে তলতীয়াবিলাকক ইতিকিং চকুৰে দেখো। এই দোষতেই পূৰ্ব্বৰ জাতীয় একতা নাশ পায়। আৰু এটি কথা যে সেই সময়ত সেই মদ-গৰ্ব্বী জাতিটিয়ে কৰ্ম্ম বলাককো ভাগ ভাগকৈ শক্তিশালী, চতুৰ ডাঙ্গৰীয়াবিলাকে বৰৰ বৰ কাম, মজলীয়াৰ মজলীয়া কাম, সৰুৰ সৰু বা নীচ কাম এনেকৈ যাৰ যি কামক সাত পুৰুষীয়া সম্পত্তি কৰি আঙুলি-কতপা লগাই মোহৰ মাৰি পেলায়। এনেৰূপ আঙুলি-কতপা লগাই কৰ্ম্মক ভাগ ভাগকৈ একো একো ফৈদৰ মানুহক ভাগে ভাগে কৰ্ম্মৰ গৰাকী পতাৰ দ্বাৰাই নানা তৰহৰ জাতি ভেদৰ সৃষ্টি হয়। জাতিভেদ যে গুৰিতে মদ-প্ৰধান অৰ্থাৎ মইবৰ দোষ বা ৰোগৰ পৰা সৃষ্টি তাৰ অকণো ভুল নাই। কোনো এটি জাতিৰ গুণ অনুসৰি কৰ্ম্ম বিভাগ নহলে অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ নাথাকি এটি জাতীয় শৰীৰ হৈ জাতীয় জীৱন যে হব নোৱাৰে তাক মই নুই নকৰোঁ। সেই জাতীয় শৰীৰ আচল বা গুৰিতে নকল হৈ পিছে আচল হোৱা জাতিয়ে গঢ়ে তাক গীতাৰ মতে"গুণকৰ্ম্ম বিভাগশঃ" জাতীয় শৰীৰ বোলে, কিন্তু নোখোৱা, নোছোৱা জাতি ভেদ নোবোলে। আচল, বিচল, নকল এই তিনি ভাগ মানুহৰ জাতিভেদৰ বঙালৰ দৰে নাই। আচল আৰু নকল এই দুই জাতিত সত্য যুগ থকা গতিকে তাত বঙালৰ দৰে জাতি ভেদ থাকিব নোৱাৰে। বিচল জড়, তাত আদি যুগ এৰি কোনো যুগেই নাই, সেই গতিকে তাতো জাতি ভেদ নাই; সেই বাবে সি সহজে নকল হব পাৰে। আৰ্য্য হিন্দু বিলাক গুৰিত অৰ্থাৎ সিবিলাকৰ সত্য, ত্ৰেতা যুগত আচল থকা গতিকে সেই কালত কৰ্ম্ম বিভাগ থকা স্থলতো জাতি ভেদ বঙালৰ দৰে নামানিছিল। সেই কালৰ মনু শাস্ত্ৰতেই প্ৰমাণ পোৱা যায় যে তেতিয়াৰ দিনত বঙালৰ দৰে জাত পুৰুষীয়া সম্পত্তি নাছিল, জাত তেতিয়া গুণানুসাৰে খিতাপৰ দৰে হে লাভ কৰিব পাৰিছিল, এই কাৰণে "নচ বিপ্ৰো ভবেৎ বিপ্ৰো ব্ৰাহ্মণো নচ ব্ৰাহ্মণঃ" বামুণৰ ঘৰত জন্ম হলেই যে ব্ৰাহ্মণ হব পাৰিছিল এনে নহয়, "শূদ্ৰো ব্ৰাহ্মণতামেতি ব্ৰাহ্মণঃ শূদ্ৰতাং ব্ৰজেৎ" গুণ থাকিলে শূদিৰো বামুণ হব পাৰিছিল, আৰু গুণ নেথাকিলে বামুণো শূদিৰ হৈছিল, এই ৰূপে গুণানুসাৰে ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য আৰু অবিদ্যাৰ দ্বাৰাই অৰ্থাৎ মূৰ্খ হলে বামুণৰ ঘৰতেই জন্ম হওক তথাপি সি তললৈ নামি শূদিৰ হৈছিল। "ঋষ্যশৃঙ্গ হীনকুলাৎ মাতঙ্গী চাণ্ডালাৎ দ্বৌ ব্ৰহ্মণত্বং গতৌ।" এনেকৈ ব্যাস, বশিষ্ঠ ক্ষত্ৰিয় বিশ্বামিত্ৰকে ধৰি সত্য যুগত বামুণ হোৱাৰ অনেক উপমা দিব পাৰি, কিন্তু তাকে কলে কি হব? বঙালে কেতিয়াও শাস্ত্ৰ মানি

নচলে, বঙালৰ অকল্প অধঃপতনৰ দিনৰ দেশাচাৰেই হে শাস্ত্র মাথোন। আচল, বিচল, নকল, এই তিনি জাতি মানুহৰ কিয় জাতিভেদ বঙালৰ দৰে থাকিব নোৱাৰে তাৰ মূল কাৰণ যদি বিচাৰ কৰি চোৱা যায়, মোৰ মনেৰে ইয়াকেই হে ঢুকি পোৱা যায় যে আদি যুগ আৰু সত্য ত্রেতা এই তিনটি যুগে যি জাতিৰ লগ ধৰে, তাৰ জাতিভেদ নোছোৱা, নোলোৱা, নেখোৱা ইত্যাদি ধৰণৰ নহয় যে সেইকেটী যুগত অজ্ঞানতাৰ গতিকেই ·হওক জ্ঞানৰ উন্নতিৰ জখলাত খোপে খোলে ওপৰলৈ উঠি যোৱাৰ গতিকেই হওক মানুহৰ প্রকৃতি লৰাৰ দৰে সৰল থাকে। সৰলতাৰ লগত সত্যৰ অংশ বেছি ভাগ থকাৰ বাবে মানুহে ডাঙ্গৰ সৰু ভাব ইতি সিটিৰ ওপৰত কম ৰাখে। এই কাৰণে কোনো এটি জাতিৰ তেতিয়া শকতকৈ মাৰ (constitution) বান্ধ খায়। মাৰ বান্ধ খ্যালেই কোনো কথাই নাই, মুঠও (organisation) বান্ধ খায়। এনে মাৰ আৰু মুঠ বান্ধ খোৱাৰ ঘাই কাৰণ গোটেই জাতিটিয়ে পৰস্পৰ সমনীয়া ভাৱে থিতাপি দিয়া বা জাতিৰ প্রধান ধৰণি সকলে গুণক আদৰ কৰি গুণক সম্মান কৰা পূজা কৰা বা পুৰস্কাৰ দিয়া। পক্ষপাতশূন্যতা আৰু নিঃস্বার্থপৰতাই হৈছে জাতীয় মাৰ বা মুঠৰ মূল কাৰণ আচল, বিচল আৰু নকল এই তিনিবিধ জাতিৰ মাৰ আৰু মুঠ থকাৰ মানে গুৰিত সত্য অর্থাৎ সচাই বাহবন্ধা। এই কাৰণে এই তিনিবিধ জাতিত সত্য যুগ থাকে। সত্য যুগ থাকে বুলি যে সিবিলাকৰ ভিতৰত মনুষ্য চৰিত্রৰ এন্ধাৰ ফাল বা পাপ নাথাকে এনে নহয়, কিন্তু মানুহে পাপ কৰিলেও দোৱা (doubles) পাপ আসৈ মাতি নকৰে, তাক কিন্তু বঙালে হলে কৰে। পাপ কৰিলেও মানুহৰ সৈ কঢ়া স্বভাৱ থকা গতিকে মোটত সত্য যুগৰ দিনৰ মানুহক বা জাতিক সত্যত থকা বোলে। নিজ বয়সৰ যুগবিলাকক গধুৰকৈ চিন্তা কৰি দেখা। শিশু বা কেচুৱা অৱস্থা হৈছে পাপ পুণ্য বুজি নোপোৱা অজ্ঞান অৱস্থা, সেই অৱস্থাকে জানিবা বিচলৰ অৱস্থা। লৰাৰ পৰা চেমনীয়া (কিশোৰ) অৱস্থাটি সত্য যুগৰ অৱস্থা ঃ কিয়নো সেই সময়ত মানুহৰ সৰলতা বেছি পৰিমাণে থকা গতিকে ৰজা কি বাদস্যাহৰ লৰাৰে সৈতে সৰু মানুহৰ লৰাৰে একো প্রভেদ নাথাকে। আৰু জাতৰো বিচাৰ নাথাকে, ৰজা বাদ্স্যাহৰ লৰাইও সৰু মানুহৰ লৰাৰে সৈতে ধেমালি খেদি ডাঙ্গৰ সৰু ভাব নাৰাখে, আৰু একেমন একে প্রাণ কৈ পৰে। এই চালুকীয়া আৰু চেমনীয়া অৱস্থাৰ পিছত ত্রেতা যুগৰ অৱস্থা আহি পৰে। তেতিয়া সত্য যুগৰ এঠেং ছিগি তিন ঠেং মাত্র বাকি থাকে। কিয়নো চালুকীয়াৰ পৰা চেমনীয়া অৱস্থালৈকে লৰাই যেনেকৈ মিছা কথা বা পাপ, পিতৃ মাতৃৰ কুশিক্ষাৰ দোষতকলে বা কৰিলেও প্রায় সৈ কাঢ়ে। কিন্তু ত্রেতা যুগৰ অৱস্থাত প্রায় তেনে নহয়। এই সময়ত সৰলতা থাকিলেও অলপ সৰুবৰৰ দুখ আৰু অহঙ্কাৰ ভাব থাকে। চেমনীয়া (কিশোৰ) অৱস্থাৰ পিছত লৰাৰ দ্বাপৰ বা ভৰ দুপৰৰ অৱস্থা ঘটে, এই অৱস্থাকে ইংৰাজী ভাষাত (zenith) বোলে। এই দুপৰ অৱস্থা বা যুগতেই সত্যৰ সাম্য, মৈত্রী, সাহ, স্বাধীনতা চাৰি ঠেঙৰ ভিতৰৰ সাম্য মৈত্রী দুঠেঙ্গ ছিগি পৰে, কেৱল সাহ স্বাধীনতা দুঠেং বাকি থাকে। এই ভৰ দুপৰীয়া বা ভৰ পুৰ ডেকা অৱস্থাক মানুহৰ বা জাতিৰ পুৰঠ অৱস্থা বোলে। এই দ্বাপৰ যুগেই মানুহৰ দুনাৱত দুভৰি দিয়া মহা সমস্যাৰ অৱস্থা। এই বেলা মানুহৰ বাহিৰ ভিতৰ দুইফালৰ জ্ঞানেই পুৰঠ হৈ ইটি সিটিয়ে তুমুল যুদ্ধ কৰে। এই খিনিতে দুইফালৰ জ্ঞানাকেই মানুহ সমান ওজনত ৰাখিব নোৱাৰিলে কোনো এফালৰ জ্ঞানৰ ওজন বেছি হলেই, হয় মানুহে চয়তানৰ শিষ্য হৈ পোনতে পৃথিৱীত উৎপাত আৰম্ভ কৰি, পিছে অকর্ম্মণ্য হৈ মহা পতন অৱস্থা আনে, নহয় তেওঁ মানুহৰ কর্ত্তব্য কাম, জ্ঞানকে কর্ম্মকে দুইকো সমানে মিলাই সংসাৰৰ উন্নতি কৰাৰ ফালে পিঠি দি সংসাৰ ত্যাগ কৰি নিস্কর্ম্মা বৈৰাগী হয়।

এই অৱস্থাক মানুহে বা জাতিয়ে বিবেকৰ অধীন হৈ জ্ঞান শিকলিৰ আওঠি নিছিগাকৈ শাসন কৰি ৰাখিব পাৰিলে বহুদিন সুখ ভুঞ্জি নিজৰ দেশৰ বা সংসাৰৰ উন্নতি সাধন কৰি ঈশ্বৰৰ আদেশ পালন কৰিব পাৰে। গাইগুটীয়া মানুহৰ জীৱনৰ অৱস্থা মই যি দেখাইছোঁ এটি জাতীয় জীৱনৰ অৱস্থাও সেয়েই। দ্বাপৰ যুগত কোনো মানুহ বা জাতিৰ যদিও প্রকৃতিয়ে উপযাচি দিয়া সাম্য মৈত্রী দুঠেং কাঢ়ি নিয়ে, তথাপি কোনো মানুহে বা জাতিয়ে সাহ আৰু স্বাধীনতা থকাৰ নিমিত্তে নিজক

জ্ঞানেৰে শাসন কৰি ওলোটাই তাক অনা অসম্ভৱ নহয়। কিন্তু কোনো মানুহ বা জাতি একেবাৰে বঙাল হৈ পৰিলে তেনে কৰিব কেতিয়াও নোৱাৰে কিয়নো তেতিয়া সত্যৰ একেবাৰে চাৰিউ খনি ঠেং ছিগি পৰে, এখনো বাকি নাথাকে। মুঠতে প্ৰকৃতিৰ বিবৰ্ত্ত (evalution) ক্ৰিয়া দেখিবলৈ গলে ইয়াকেহে জনা যায় যে দ্বাপৰ যুগ কোনো এটি স্বাধীন জাতিৰ বলে বীৰ্য্যে জ্ঞানে মানে ধনে পূৰ্ণবিকাশৰ যুগ। এই দ্বাপৰ যুগতেই পৃথিবীৰ অনেক ঐতিহাসিক পৰাক্ৰমী জাতিয়ে অতুল ক্ষমাৰে সৈতে উন্নতি লাভ কৰি জাতীয় গৌৰব বঢ়াই শেহত নিজ পাপৰ ফলতেই আজি কালি নাম নোহোৱাৰ দৰে হৈছে। কিয়নো দ্বাপৰ যুগতো তেওঁবিলাকৰ থিতাপি ভাল দৰে ৰাখিব নোৱাৰি পিছে বঙাল হৈ পৰিল। এইদৰে বঙাল হৈ পৰা যিখন দেশত তাকৰিয়া মানুহ আছিল সি নিৰ্মূল বা কেলেহুৱা হৈ পৰিল, আৰু যত সৰহ মানুহ সি আনৰ গোলাম হল। বাস্তৱিকে দ্বাপৰ যুগ যেই সেই জাতিৰেই বৰ সাৱধানে থাকিব লগীয়া যুগ; কিয়নো এই যুগত কোনো জাতি বা মানুহৰ পূৰ্ণ বিকাশ হোৱা গতিকে প্ৰকৃতিয়ে স্বাধীনকৈ এৰি দিয়ে। মাকে যেনেকৈ সন্তানক সৰুৰে পৰা চেমনিয়া অৱস্থালৈকে নিজৰ তত্বাৱধানত থাকি বেয়াৰ ফালৰপৰা উলমুলাই ভালৰ ফাললৈ নিয়ে, পিছে তাৰ ডেকা বয়স হলেই নিজে চলিবলৈ এৰি দিয়ে, প্ৰকৃতিয়েও তেনেদৰে কোনো এটি জাতিক বা মানুহক সত্য ত্ৰেতা উঠনৰ দিনতনিজৰ হাতত ৰাখি দ্বাপৰ বা দুপৰ উৰণৰ দিনত তাক বা তেওঁক স্বাধীন ভাবে চলিবলৈ এৰি দিয়ে। এই গতিকে দ্বাপৰত যি মানুহ বা জাতিয়ে বিবেকৰ মতেৰে চলি ঠিক থাকিব পাৰে সিয়েই বলে বীৰ্য্যে ধনে মানে ধৰ্ম্মে কৰ্ম্মে জ্ঞানে মানে কেউপ্ৰকাৰে উন্নতি কৰিব পাৰে। হিন্দু আৰ্য্য জাতিৰ দ্বাপৰ জাতিৰ দ্বাপৰ যুগ মহাগৌৰৱৰ যুগ আছিল। হিন্দু আৰ্য্য জাতিৰ দ্বাপৰ যুগ যিমান দীৰ্ঘকাল ব্যাপি আছিল পৃথিবীৰ পুৰণি জাতিৰ বুৰঞ্জী পঢ়িলে জনা যায় যে পৌৰাণিক কালত কোনো জাতিয়েই সিমান দীঘলীয়া কাল দ্বাপৰ যুগ ৰাখি কেউ প্ৰকাৰে মহা উন্ন জাতি হব পৰা নাছিল। নিনেভ, বেবিলন, মিছৰ, কাৰ্থেজ, গ্ৰীচ, ৰোম যৰেই ইতিহাস পঢ়া যায় তাতেই দেখা যায় দ্বাপৰ যুগক, তেজ দৰ্পৰ বলত সেইবিলাক জাতিয়ে অপব্যৱহাৰ কৰাৰ দোষতেই ততালিকে খহি পৰিল; কিন্তু হিন্দু আৰ্য্যজাতিৰ তেনে হোৱা নাছিল, ই দুপৰ বেলাৰপৰা একে বাৰে লাহ দিয়াৰ সময়তহে (অৰ্থাৎ আলৰ আথৰ বুঢ়া বয়সত) পতনৰ অৱস্থা পালে। কোনো এটি মানুহ বা জাতি আলৰ-আথৰ বুঢ়ী কোন বেলা হয়? যেতিয়া একেবাৰে বঙাল হৈ পৰে। বুঢ়া হোৱাৰ মানে মই শৰীৰটি বুঢ়া হোৱাক বৰকৈ নাপাতোঁ। মন জড় হোৱাকহে বুঢ়া বোলো। এই নিমিত্তে কোনো এটি জাতিৰ মন যেতিয়া আগবঢ়া নহৈ পিছহোহঁকা দিয়া হৈ যেনে সময়ৰ গতি গোত্ৰ দেখিও তাৰপিনে আওকাণ মাৰি, যোৱা দিনৰ সপোন দেখি থাকে, তেতিয়া সেই জাতি বঙাল হৈ পৰে। বঙাল হলেই সেই জাতি কেউপ্ৰকাৰে পৰাধীন হৈ পৃথিবীৰ আন উন্নত জাতিৰ সেৱক হৈ পৰে। এইৰূপ সেৱক হোৱাকেই বৰ্ত্তমান যুগৰ অভিধানত কুলি হোৱা বোলে। যি জাতি বঙাল হয় সেইয়েই কুলি হয়, তেতিয়া সেই জাতিৰেই কলিযুগ হয়।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য

# অসমীয়াৰ কৃতিত্ব

যোৱা মাৰ্চ মাহৰ ২২ তাৰিখে অনৰেবল্ মিষ্টৰ জষ্টিচ্ এ, চৌধুৰীৰ ঘৰত শ্ৰীযুক্ত ৰবীন্দ্ৰনাথ ঠাকুৰ বিৰচিত "বাল্মিকী প্ৰতিভা" নামে এখন নাটকৰ অভিনয় হৈছিল। সেই অভিনয় চাবলৈ ভাইচ্ৰয়ৰ সহধৰ্ম্মিনী লেডি হাৰ্ডিং, বঙ্গৰ ভূতপূৰ্ব্ব সৰুলাত, লেডি ডিউক, আৰু হাইকোৰ্টৰ চিফ্ জষ্টিচকে প্ৰমুখ্য কৰি জজ আৰু কলিকতাৰ ৰজা, মহাৰজা, জমিদাৰ, বাৰিষ্টৰ, চিভিলিয়ান আদি গণ্য মান্য মানুহ প্ৰায় এহেজাৰ মান নিমন্ত্ৰিত হৈ গৈছিল। নাটৰ অভিনয়ত ভাও দিয়া ভাৱৰীয়াসকল ঠাকুৰ আৰু চৌধুৰী পৰিবাৰৰ লোক—পুৰুষৰ ভাও পুৰুষে, আৰু তিৰোতাৰ ভাও তিৰুতাই লৈছিল। অভিনয় ইমান উৎকৃষ্ট হৈছিল যে বৰলাটপত্নী, সৰুলাট আৰু সৰুলাট পত্নী, চিফ্ জষ্টিচকে

আদি কৰি সকলোৱে একবাক্যে তাৰ প্ৰশংসা কৰিছিল, আৰু তেওঁলোকে তেনে অভিনয় আকৌ যেন সোনকালে দেখিবলৈ পায় তাৰ নিমিত্তে জজ চৌধুৰী চাহাবক অনুৰোধ কৰিছিল। সকলোৱে কৈছিল, যে কলিকতাত এনে ওখ শাৰীৰ অভিনয়, কি ব্যৱসায়ৰ অৰ্থে চলোৱা থিয়েটৰত, কি আত্মবিনোদনৰ অৰ্থে অভিনয় কৰোঁতাসকলৰ ভিতৰত কতো কেতিয়াও তেওঁলোকে দেখা নাছিল। কলিকতাৰ ইংলিংশ্‌মেন, ষ্টেট্‌চ্‌মেন, ডেলিনিউচ্, এম্পায়াৰ, কেপিটেল আদি ইংৰাজৰ দ্বাৰাই সম্পাদিত কাকতবিলাকে, আৰু বেঙ্গলী, অমৃত বাজাৰ, ইণ্ডিয়ান মিৰৰ আদি দেশীয় মানুহৰ দ্বাৰাই সম্পাদিত কাকতবিলাকে এই অভিনয়ৰ নথৈ সুখ্যাতি কৰিছিল। বৰ আনন্দৰকথা যে এই অভিনয়ৰ ভাৱৰীয়াসকলৰ ভিতৰত অসমীয়াও আছিল তেওঁলোক,—শ্ৰীযুক্ত জ্ঞানদাভিৰাম বৰুৱা বেৰিষ্টৰ এট্-ল, আৰু শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱাৰ দুটী জীয়েক শ্ৰীমতী অৰুণা আৰু শ্ৰীমতী ৰত্নাৱলী। শ্ৰীযুক্ত জ্ঞানদাভিৰাম বৰুৱাই ডকাইতৰ চৰ্দ্দাৰ আৰু অৰুণা আৰু ৰত্নাৱলীয়ে বনদেবী (wood-nymp) সকলৰ ভিতৰৰ দুই বনদেবীৰ ভাও দিছিল। আমিও নিমন্ত্ৰিত হৈ সেই অভিনয় চাবলৈ গৈছিলোঁ, আৰু দেখি মোহিত, স্তম্ভিত আৰু আনন্দত আপ্লুত হৈছিলোঁ। সকলোবোৰ ভাৱৰীয়াৰ ভিতৰত আমাৰ বেৰিষ্টৰ বৰুৱা ডাঙৰীয়াৰ ভাও ইমান ভাল, আৰু ইমান আনন্দ-দায়ক আৰু স্বাভাবিক হৈছিল যে সকলোৱে দেখি মুক্তকণ্ঠে তেওঁক প্ৰশংসা কৰিছিল। আজিলৈকে বৰুৱা ডাঙৰীয়াৰ ভাওৰ সুখ্যাতি কলিকতাৰ মানুহৰ মুখৰ পৰা গুচা নাই। বৰলাট পত্নী লেডি হাডিঙে বৰুৱা ডাঙৰীয়াৰ "একটিং" দেখি ইমান প্ৰীতি লভিছিল, যে সেইজন অভিনেতা কোন, এই কথা জজ চৌধুৰী চাহাবৰ পত্নীক শুদি জানি লৈছিল। এম্পায়াৰ কাকতৰ পৰা দুশাৰীমান তলত তুলি আমাৰ কথা আভাষ দিওঁ মাথোন,— "Incidentally to the main plot, there were a dozen wood-nymophs who capivated the hearts of all and a band of jovial decoits whether on the stage or off. The lieutenant of the gang was Mr. J. Borooah who was a most popular villain". – Empire, 23rd March, 1912.

বাস্তৱিক অসমীয়া এজনে বঙ্গালীৰ চূড়ান্ত ওখ সমাজত বঙ্গলা বাষাৰে বঙ্গলা নাটকৰ অভিনয়ত এই দৰে ভাও দি সুখ্যাতি উপাৰ্জ্জন কৰা দেখি কোন অসমীয়া নিজক গৌৰবান্বিত নাভাবিব? আমি আমাৰ ডেকা বন্ধু বেৰিষ্টৰ বৰুৱা চাহাবৰ দীৰ্ঘজীৱন আৰু উন্নতি কামনা কৰোঁ।

ৰত্নাকৰ দস্যু কেনেকৈ সৰস্বতীৰ বৰত জগতৰ প্ৰধান আদি মহাকবি বাল্মিকী হল, এই কথা "বাল্মিকী প্ৰতিভা" নাটকৰ বিষয়। জজ চৌধুৰী চাহাবৰ কন্যাই সৰস্বতীৰ ভাও, আৰু মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ প্ৰপৌত্ৰ শ্ৰীযুক্ত দিনেন্দ্ৰনাথ ঠাকুৰে বাল্মিকীৰ ভাও দিছিল। কোৱা বাহুল্য যে তেওঁলোকৰ ভাও অতি উৎকৃষ্ট হৈছিল। বেজবৰুৱাৰ কন্যা অৰুণা আৰু ৰত্নাৱলীৰ ভাওৱো যে কি চিকুণ মোহ লগা হৈছিল, তাক নেদেখিলে অনুভৱ কৰা টান। লক্ষ্মীৰ ভাও বাৰিষ্টৰ মুখাৰ্জ্জীৰ পত্নী শ্ৰীমতী শোভনা দেবীয়ে, এজনা বনদেবীৰ ভাও বাৰিষ্টৰ বৰুৱাৰ পত্নী শ্ৰীমতী লতিকা দেবীয়ে, আৰু এজন দস্যুৰ ভাও ডাক্তৰ সুহৃদ চৌধুৰীয়ে দিছিল। কোৱা বাহুল্য যে এওঁলোকৰো ভাও বৰ শুৱলা হৈছিল।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা

---

## প্ৰতিবাদ

সম্পাদক ডাঙৰীয়া,

শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য নামে এজনে ৩য় বছৰ ৫ম সংখ্যা বাঁহীত "গুটিদিয়েক চিন্তাৰ ঢৌ" প্ৰবন্ধত লিখিছে যে মহাপুৰুষ দামোদৰ দেৱে শঙ্কৰৰ মতকে পালন কৰি ধৰ্ম্ম প্ৰচাৰ কৰিছিল। এই কথা আমাৰ বা তেওঁ কত শুনিলে বা কোন শাস্ত্ৰত পালে, আমি আৰু তাক ভাবি উলিয়াব নোৱাৰিলোঁ। বোধ কৰোঁ চিন্তাৰ ঢৌত তেওঁ ভাহি ভাহি কৰবাত এইবোৰ উৰা বাতৰি শুনিলে। আমি ডাঠি কব পাৰোঁ যে, শঙ্কৰ আৰু দামোদৰৰ ধৰ্ম্মমত একে নহয়। শঙ্কৰৰ ধৰ্ম্মমত বেলেগ আৰু দামোদৰৰ ধৰ্ম্মমত

বেলেগ। শঙ্কৰৰ ধৰ্ম্মমতে বামুণৰ প্ৰাধান্য নাই, দেৱ দেবীৰ পূজা অৰ্চ্চনা নাই, শ্ৰদ্ধা নাই। কিন্তু দেৱে দামোদৰৰ মতে তেনে নহয়। আগৰ ঋষি মুনিসকলে বেদত যে লিখি গৈছে তাক অৱলম্বন কৰিয়েই দেব দামোদৰে ধৰ্ম্ম প্ৰচাৰ কৰি গৈছে। তেওঁৰ ধৰ্ম্মৰ মতে বামুণক দান দক্ষিণা কৰিব লাগে, দেৱ দেবীৰ পূজা অৰ্চ্চনা আছে ইত্যাদি। এনে স্থলত তেওঁ কেনেকৈ দামোদৰ দেৱে শঙ্কৰৰ ধৰ্ম্ম মতকে প্ৰচাৰ কৰা বুলি কয় আমি কব নোৱাৰিলোঁ। সব শেষত জনাব লগীয়া এই যে, বাঁহীৰ নিচিনা এনে এখন কাকতত এনেকুৱা আনক আক্ৰমণ কৰা বিদ্বেষসূচক কথা থকা নিতান্ত বেয়া (১)। কাৰণ বাঁহী সকলো অসমীয়াৰে আদৰৰ বস্তু। বিশেষ শ্ৰীযুক্ত বেজবৰুৱা ডাঙ্গৰীয়াক এনেকুৱা প্ৰবন্ধ বাঁহীত বৰ বেছিকৈ ঠাই দিয়া দেখা গৈছে। তাৰ দ্বাৰা বুজা যায় যে, সম্পাদক নিজেই সেই মতৰ মানুহ। ই বাস্তৱিক ঘৃণনীয় কথা (২)। বিশেষতঃ বেজবৰুৱা ডাঙ্গৰীয়াৰ নিচিনা এজন জনা শুনা মানুহৰ পক্ষে। আমি দেখিছোঁ ২য় বছৰ ১১শ সংখ্যা বাঁহীত প্ৰতিবাদ সম্পাদকে তৰা আৰু আন আন চিন দি দি বহুত কথাৰ তেওঁ নিজে প্ৰতিবাদ কৰি লিখকক যথেষ্ট নিৰুৎসাহ কৰিছে। ই দুই ধৰ্ম্মৰ মাজত কাজিয়া লগাই দিয়া উদ্দেশ্য যেন দেখা গৈছে (৩)। এতিয়া আমালোকে বেজবৰুৱা ডাঙ্গৰীয়াক কওঁ যে, তেওঁ আগলৈ যেন এনেকুৱা অমূলক কথা বাঁহীত ঠাই নিদিয়ে। আৰু যিজনে তেনেকুৱা প্ৰবন্ধ লেখিছে বোধ হয় তেওঁ * * * সুতৰাং তেওঁৰ পক্ষে তেনে কথা শোভা পায়। কিন্তু তেওঁৰ সেই অসাৰ কথা এখন মাহিলী কাকতত ঠাই দি আসামৰ বহু হিন্দুৰ মনত দুঃখ দিয়া উচিত নহয়। এতেকে বেজবৰুৱা ডাঙ্গৰীয়াক দুনাই কওঁ যেন তেওঁ এই অলপ কথা খিনি বাঁহীৰ এচুকত ঠাই দি অনুগৃহীত কৰে। ইতি

এজন অসমীয়া।

## সম্পাদকৰ বক্তব্য।

ওপৰৰ প্ৰতিবাদ প্ৰবন্ধটো আমি অলপো লৰচৰ নকৰাকৈ ছপালোঁ, মাত্ৰ যত "গুটিদিয়েক চিন্তাৰ ঢৌ" প্ৰবন্ধ লিখকক ব্যক্তিগত আক্ৰমণ কৰি গালি পৰা হৈছে সেইবোৰ হে তৰা চিন দি উহ্য কৰি দিছোঁ। আগৰ কোনো এটা প্ৰবন্ধৰ এনে আক্ৰমণবোৰ তৰা চিন দি লুপ্ত কৰি দিয়াত প্ৰতিবাদ লেখকে আমাক বেয়া বোলাতও, আজি তেওঁৰ প্ৰবন্ধত আমি নিৰুপায় হৈ তাকে কৰিব লগীয়াত পৰিলোঁ। এইটো বাৰু দুখৰ কথা নহয় নে? বাৰু লেখকে কওকচোন ব্যক্তিগত আক্ৰমণ আৰু গালি আলোচনী কাকতত ছপা হোৱা উচিত নে? আমি এটা প্ৰস্তাব কৰোঁ—লেখক তো গুৱাহাটীৰ মানুহ; আমি তেওঁৰ প্ৰতিবাদ প্ৰবন্ধটো গুৱাহাটীৰ অ, ভা, উ, সা সভালৈ পঠিয়াই দিওঁ; সভাই চাই বিচাৰ কৰক যে তৰা চিন দি লুপ্ত কৰি থোৱা কথাবোৰ ব্যক্তিগত আক্ৰমণ হয় নে নহয়, আৰু তেনে আক্ৰমণ কোনো ভাল আলোচনী কাকততে ছপা হোৱা উচিত নে অনুচিত। প্ৰতিবাদ লেখকৰ অনুমতি পালেই আমি এনে কৰিবলৈ সাজু থাকিলোঁ। প্ৰতিবাদ লেখকে নিশ্চয় নাজানে যে তেওঁৰ প্ৰবন্ধৰ লুপ্ত কথা কেইশাৰী প্ৰকাশিত হলে তেওঁক আইনৰ লাইবেল ধাৰাই নিমন্ত্ৰণ কৰি পঠিয়াটোও অসম্ভৱ নহয়। সম্পাদকে তেওঁক তেনে অপ্ৰীতিকৰ নিমন্ত্ৰণৰ পৰা আঁতৰাই ৰাখিবলৈ যোৱা বাবে শলাগ নাপাই কেহেটো মাত আৰু ঘৃণা পোৱাটো ধৰমৰ কাম হৈছে নে?

প্ৰতিবাদ লেখকে আৰু এটা কথা ভালকৈ নাজানে হব পায়, যে কাৰো মতেৰে সৈতে তেওঁৰ মত নিমিলিলে, বা কাৰো মত তেওঁৰ মতৰ বিপৰীতে গলে বিৰুদ্ধ মতাৱলম্বীক গালি নাপাৰি যুক্তিৰে সেইমত খণ্ডন কৰিবলৈ যোৱাটোহে ভদ্ৰতাৰ কাৰ্য্য। শঙ্কৰদেৱৰ ধৰ্ম্মমতকে দামোদৰদেৱে প্ৰচাৰ কৰা বুলি ভট্টাচাৰ্য্য মহাশয়ে কোৱা কথা, প্ৰতিবাদ লেখকে নহয় বুলিছে, ভাল কথা, কিন্তু সেই কথা যুক্তি তৰ্কেৰে খণ্ডন কৰাহে উচিত নে, তীব্ৰ ভাষা আৰু ব্যক্তিগত আক্ৰমণেৰে? স্পষ্ট ওলাই আছে যে ভট্টাচাৰ্য্যই "চিন্তাৰ ঢৌত ভাহি, এই উৰা বাতৰি" পোৱা নাই, শঙ্কৰ মাধবদেৱৰ জীৱনচৰিত্ৰৰ যতবোৰ পুথি আছে, এটাইবোৰতে এই কথা ফট্‌ফটীয়াকৈ লেখা আছে। প্ৰতিবাদ লেখকে যদি সেই কথা যুক্তিৰে ভুল বুলি প্ৰমাণ কৰিব

পাৰে কৰক, তাত আমাৰ অসন্তোষৰ কাৰণ নাই ; কাৰণ আমাক সত্যহে লাগে, অসত্যৰ ঢাকোন নেলাগে।

"আগৰ ঋষি মুনিসকলে বেদত যি লিখি গৈছে তাক অৱলম্বন কৰিয়েই দেৱ দামোদৰে ধৰ্ম্ম প্ৰচাৰ কৰি গৈছে," শঙ্কৰদেৱে কৰা নাই নে? প্ৰতিবাদ লেখকে তেওঁৰ কথা প্ৰমাণ কৰি দেখুৱাটো ভাল নে এনেই ভৰক মাৰি কোৱা ভাল? ভৰক মাৰি কোৱা কথাৰ মূল্য কি? আচৰিত কথা যে প্ৰতিবাদ লেখকৰ মতে বাঁহীয়ে "আনক আক্ৰমণ কৰা বিদ্বেষ-সূচক কথা" ছপায় (প্ৰতিবাদ প্ৰবন্ধত (১) চিন চোৱাঁ।) উলুৱনিৰ মাজত লেখকৰ ভৰি নাই নে? বাঁহীত বিদ্বেষসূচক প্ৰবন্ধ বেছিঁকৈ ঠাই দিয়াত নে, মহাপুৰুষীয়া সম্প্ৰদায় বা শঙ্কৰদেৱৰ সম্পৰ্কে প্ৰবন্ধ বেছিঁকৈ ঠাই দিয়াত প্ৰতিবাদ লেখকে সম্পাদকক সেই মতৰ মানুহ বুলি তেওঁৰ কাৰ্য্যৰ প্ৰতি ঘৃণা প্ৰকাশ কৰিছে? কোনটো? যদিহে পিছৰটি, তেন্তে সম্পাদকে লাজ নাপাই ধন্য মানিছে।

অন্তত আমি ইয়াকে কওঁ যে বাঁহী যে কোনো সম্প্ৰদায়ৰ কাকতনহয় এইটো কোৱা সৰহৰ ভাগ। বাঁহীৰ উদ্দেশ্য কোনো কথা আলোচনা কৰি সত্য প্ৰকাশ কৰাহে। সকলো লোকৰ সম্প্ৰদায়ৰ মত কথালৈ বাঁহীত ঠাই আছে, কিন্তু গালি আৰু ব্যক্তিগত আক্ৰমণলৈ নাই, লেখকসকলে এইটো ভালকৈ জানি থব। দুখৰ বিষয় এই যে আজি কালি অনেক অসমীয়া লেখকে প্ৰতিবাদ মানে গালি বুলি শিকি থৈছে। আসামত ৰাতি কেতিয়া পুৱাব? "Tell me O! When?"

---

## চমু মন্তব্য।

আমাৰ খেতি—প্ৰণেতা শ্ৰীযুত কনকচন্দ্ৰ শৰ্ম্মণ, ভেটেৰিনেৰি চৰ্জন। বাঁহীত ওলোৱা এই প্ৰবন্ধটো লেখকে ক্ষুদ্ৰ কিতাপৰ আকাৰেৰে ছপাই আমাৰ গাঁৱলীয়া খেতিয়ক সকলৰ মাজত বিলাই দিছে। লেখকৰ কাৰ্য্য সাধু, আৰু ওখ শাৰীৰ। ঈশ্বৰে যেন তেওঁক দেশৰ এনেকুৱা মঙ্গল কাৰ্য্য কৰিবলৈ দিৰ্ঘায়ু, কৰি ৰাখে এই আমাৰ প্ৰাৰ্থনা।

নীতি-সোপান—শ্ৰীহলিৰাম মহন্ত দ্বাৰা প্ৰণীত। বেচ তিনি অনা। এই কিতাপখন আসামৰ তল খাপৰ স্কুলবোৰত চলিবৰ নিমিত্তে-যুগুত কৰা হৈছে। কিতাপখনিত হিন্দু সাহিত্যৰ পৰা দৃষ্টান্ত সংগ্ৰহ কৰি নীতি উপদেশবিলাক ব্যাখ্যা কৰা হৈছে। গ্ৰন্থকাৰৰ পৰিশ্ৰম শলাগিব লগীয়া।

হেড়ম্ব ৰাজ্যেৰ দণ্ড বিধি। কাছাড়েৰ শেষ ভূপতি গোবিন্দচন্দ্ৰ প্ৰণীত। (সংস্কৃত ও বঙ্গভাষায় লিখিত।) গৌহাটি বঙ্গ সাহিত্যানুশীলনী সভাধ্যক্ষ শ্ৰীযুক্ত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ এম, এ, মহোদয় কৰ্ত্তৃক লিখিত সচিত্ৰ ভূমিকা সমেত। গৌহাটি বঙ্গ সাহিত্যানুশীলনী সভা কৰ্ত্তৃক প্ৰকাশিত। মূল্য ছয় আনা মাত্ৰ।" এই কিতাপখন পাই আমি সন্তোষ পাইছোঁ। বিদ্যাবিনোদ মহোদয়ৰ যত্ন আৰু অধ্যৱসায় শলাগিব লগীয়া। "গৌহাটি বঙ্গসাহিত্যানুশীলনী সভাই" ভালেমান কাম কৰিছে যিবোৰ আমাৰ অ. ভা. উ. সা. সভাবোৰৰ আৰ্হি হোৱা উচিত।

---

# দামোদৰদেৱ কেইজনা?

আমি এখনি সন্তাবলী নামে গ্ৰন্থ কৰিব খুজিছোঁ। এই গ্ৰন্থত আসাম বাসী সকলো মহন্তৰ উৎপত্তি লিখিত হব। আৰু কোন সকল প্ৰথম শ্ৰেণীৰ, দ্বিতীয় শ্ৰেণীৰ, তৃতীয় শ্ৰেণীৰ ইয়াকো উল্লেখ কৰা হব। কোনসকল ব্ৰহ্ম সংহতি, কোনসকল কাল সংহতিৰ, কোনসকল পুৰুষ সংহতিৰ— ইয়াৰো বিৱৰণ ওলাব। প্ৰথমতে ঁদামোদৰদেৱৰ বিষয়ে ভয়ানক গণ্ডগোল হৈ উঠিছে। সেই বিষয় তলত লিখা প্ৰশ্ন কেইটিৰ দ্বাৰা সকলোৰে ওচৰত প্ৰাৰ্থনা কৰো যে ৫ জনা দামোদৰ দেৱ গুচাই এজনাকে কৰা যাব নে, ৫ জনাকে ৰখা যাব তাৰ এটা মীমাংসা কৰা হয় যেন।

১। ৰামৰায় কৃত গুৰু চৰিতত দামোদৰৰ বিষয়ে এইদৰে লিখিছে—যে বৰদোৱাৰ অন্তৰ্গত নলচাগাওঁত সদানন্দ ব্ৰাহ্মণৰ ঔৰসে সুশীলাৰ গৰ্ভত ঁদামোদৰদেৱ জন্ম ধৰে।ঁ শঙ্কৰদেৱেই তেওঁৰ দামোদৰদেৱ নাম ৰাখে। অৱশেষত হয়গ্ৰীৱ মাধৱৰ বৰাহ কুণ্ডৰ ওচৰত বৈকুণ্ঠৰ পৰা সন্ন্যাসী ৰূপ ধৰি আহি নাৰদদেৱে দীক্ষা দিয়ে। আৰু দামোদৰদেৱ স্বয়ং বিষ্ণুৰূপে অৱতাৰ। শঙ্কৰদেৱ শিৱ ৰূপে অৱতাৰ। এইদৰে দুইজনাই বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। শঙ্কৰৰ পাছত ঁদামোদৰদেৱক কোচবেহাৰৰ পৰীক্ষিত ৰাজাই, “ছাগলি কাটি পূজা কৰে যদি ইয়াতে থাওক, নকৰে যদি বাহিৰ হৈ যাওক” বুলি অনুমতি দিয়াত দামোদৰদেৱ দুঃখিত হৈ বলি নেকাটি বেহাৰ এৰি যাব খোজাত পাত্ৰ মন্ত্ৰীসকলে কলে যে প্ৰভুৰ নামকৈ আমি বলি কাটো, তথাপি প্ৰভু ইয়াতে থাওক, এই কথা শুনি দামোদৰদেৱে বিষ্ণু ২ স্মৰি বলি নেকাটি নকটাই বেহাৰ এৰি বিজয়পুৰলৈ গল। বাটত যাওঁতে ৰাত্ৰি হোৱা দেখি গাহৰি কুকুৰা থকা গৃহস্থ এঘৰত ৰজনী বঞ্চিছিল। কিন্তু তেওঁ সেই গৃহস্থ জনক কৃষ্ণত শৰণ লগাই আসুৰিক অৰীতিয়া গাহৰী কুকুৰা গুচাই তাৰ চাউল সিধা ভোজন কৰিলে। ইয়াৰ দ্বাৰা বুজা গল যে তেওঁ নাম ধৰ্ম্ম প্ৰচাৰকহে আছিল। বলি কাটি পূজা কৰাৰ কাৰণ বাম আছিল।

২। দক্ষিণ পাটৰ বৰ্ত্তমান ঁৰ পুৰুষে এইদৰে লেখিছে যে—“কোৰ দামোদৰ নহয়; আমাৰ দেউদামোদৰ গৰুড়াচলৰ ওচৰৰ ৰত্নেশ্বৰ গ্ৰামত ১৪১০ শকত গৌতমবংশত ঁদামোদৰদেৱ জন্ম হয়। শঙ্কৰদেৱে নিজে বাৰ স্কন্ধ ভাগৱত লেখি সোণৰ শলখা দি দামোদৰদেৱক দিছিল। সেই ভাগৱত অদ্য পৰিমিত আমাৰ সত্ৰত আছে। আৰু সেই দামোদৰদেৱৰ পূজিত লক্ষ্মীনাৰায়ণ ৰাজাই নগৰৰ ওচৰত তৰুৱা ধাপ নামে সত্ৰ কৰাই দামোদৰদেৱক ৰাখিছিল। তেওঁৰ শিষ্য বনমালী দেৱ আমাৰ অত্যুৎ বৃদ্ধপ্ৰপিতামহ আমাৰ দক্ষিণ পাত্ৰ সত্ৰৰ সংস্থাপক। আৰু দামোদৰদেৱ আগম নিগম উভয় ধৰ্ম্মত চলিছিল। সেই কাৰণে আমি শিষ্যৰ মনস্থমতেশাক্ত, শৈৱ,গাণপত্য,সৌৰ, বৈষ্ণৱ, ইত্যাদি যেয়ে যেই দেৱতাৰ মন্ত্ৰ খোজে আমি তাকে সেই দেৱতাৰ মন্ত্ৰ দিওঁ। শাক্তসকলে বলি কাটি দুৰ্গোৎসব, কালীপূজা আদি মহ ছাগ বলি দি পূজা কৰে, ও চণ্ডী আদিও পাঠ কৰায়। বৈষ্ণৱসকলে তাৰ বিপৰীত আচৰণ কৰে। এই নিমিত্তে আমাৰ সত্ৰত সকলো ধৰ্ম্ম পায়।” ইয়াৰ দ্বাৰা বুজা গল ৰামৰায় কৃত চৰিতৰ ঁদামোদৰ এজনা ও দক্ষিণাট্যৰ দামোদৰো এজন। উভয়ে দুজন।

৩। জখলাবন্ধা গোসাঁইৰ চৰিত্ৰ মতেও তেওঁবিলাকৰ এজন গোসাঁইৰ পৰা এই কথা পোৱা যায় যে—“দামোদৰ দেৱ গৌতমবংশক উদ্ধাৰ কৰিবৰ নিমিত্তে দামোদৰ নামে অৱতাৰ হয়। শ্ৰীচৈতন্যত শিষ্য হৈ ধৰ্ম্ম প্ৰচাৰ কৰে। শঙ্কৰদেৱে সৈতে কোনো সম্পৰ্ক নাই। শঙ্কৰদেৱৰ কৃত্য আমাৰ কোনো বিষয় আচৰণ কৰা নিয়ম নাই।” এইদৰে হলে দামোদৰ দেৱ এইজনো বেলেগ। কিন্তু শ্ৰীচৈতন্যৰ ধৰ্ম্ম হোৱা হলে তেওঁ ১৬ নাম প্ৰচাৰ কৰিলেহেঁতেন; কিন্তু তেওঁবিলাকৰ ৪ নাম ও শিষ্যাদিকো চাৰি নামকেহে দিয়ে।

৪। লখিমপুৰৰ অন্তৰ্গতৰ নাৰায়ণপুৰ গাঁৱত ১৪১৫ শকত ভাদৰ কৃষ্ণা পঞ্চমীৰ দিনা দুপৰীয়া হৰিদেৱ নামেৰে সাক্ষাত ঈশ্বৰ অৱতাৰ হয়। এওঁকে হৰিব্যাস বোলে। এওঁ আঠনামে ধৰ্ম্ম প্ৰচাৰ কৰে। এওঁৰ সহানুভূতি দামোদৰদেৱৰ ফালে। এইদৰে সৈতে দামোদৰদেৱ ৪

জন হৈছে! এওঁৰ শঙ্কৰদেৱৰ সৈতে দেখাসাক্ষাত আছিল কিন্তু ধৰ্ম্ম বিষয়ে কোনো সম্পৰ্ক নাই। আৰু হৰিব্যাসেইহে পাটবাউসী সত্ৰ স্থাপন কৰা বুলি কয়।

৫। "শঙ্কৰদেৱৰ চৰিত্ৰত" দামোদৰদেৱৰ কথা এইদৰে লিখিছে বৰদোৱাৰ দক্ষিণে নগছাগ্ৰামত গৌতম গোত্ৰীয় সদানন্দ ব্ৰাহ্মণৰ ১৪২০ শকত তিনিটি লৰা জন্ম হয়। প্ৰথমটী সৰ্ব্বেশ্বৰ, দ্বিতীয়জন ৰত্নাকৰ, তৃতীয়জন দামোদৰ দেৱ। শঙ্কৰদেৱে এওঁৰ দামোদৰ নাম ৰাখে। অবশেষত কছাৰি বিভ্ৰাটত থাকিব নোৱাৰিলে। শঙ্কৰদেৱ মাজুলীৰ বেলগুৰি থানত ১৮ বছৰ বাস কৰে। তাতে মাধৱে সৈতে মিল হয়। সেই মিলকে মণি কাঞ্চন যোগ বোলে। সেই বিভ্ৰাটত থাকিব নোৱাৰি সদানন্দ ব্ৰাহ্মণেও সপৰিবাৰে গুৱাহাটীৰ অন্তৰ্গত ব্যাস কুচিত ঘৰ বাৰি লৈ থাকে। তাতে দামোদৰদেৱৰ পুত্ৰ ভাৰ্য্যা, সৰ্ব্বেশ্বৰ, মাক বাপেক সমস্ত পৰলোক প্ৰাপ্ত হয়। ৰত্নাকৰৰ দুটি পুত্ৰ। এটিৰ নাম শ্ৰীকৃষ্ণ, আনটিৰ নাম মুকুন্দ। লৰা দুটি মাক আৰু দামোদৰ এই চাৰিজনক ভৰণ পোষণ দামোদৰে কৰিব লগাত পৰিছিল। একো উপায় নেপাই কোৰ মাৰি খেতি কৰি জীৱিকা চলাইছিল। কতোদিনৰ পাছত শঙ্কৰদেৱ মাধৱদেৱ সহ বৰপেটাৰ অন্তৰ্গত পাটবাউসী সত্ৰত ধৰ্ম্ম প্ৰচাৰ কৰি থাকে। সেই সময়তে তেওঁৰ নামঘৰৰ ওচৰেদি দামোদৰ দেৱ কাণত কোৰ লৈ খেতি কৰিবলৈ যায়। এক দিন দেখা পাই পৰস্পৰ দুয়ো কথাবাৰ্ত্তা হৈ মিলন হয়। সেই শঙ্কৰদেৱেই হাতৰপৰা কোৰ গুচাই ৰাম ৰাম গুৰুত শৰণ লগাই সোণৰ শলখাযুক্ত ভাগৱত শাস্ত্ৰ দি পাটবাউসীত অধিকাৰ পাতে। এই দামোদৰতে বংশী গোপাল প্ৰভৃতি বহুত ব্ৰাহ্মণ সকলে শৰণ লয়। এইৰূপে অনেক দিন গল। ১৪৯০ শঁকত মহাপুৰুষৰ তিথিলৈ দামোদৰদেৱক নিমন্ত্ৰণ কৰাত অহঙ্কাৰ কৰি নেযাও বোলাত মাধৱদেৱে নাৰায়ণ ঠাকুৰক পঠিয়াই মতাই আনি, সমাদৰ পূৰ্ব্বক আসনত বহুৱাই শঙ্কৰৰ জ্যেষ্ঠ পুত্ৰ ৰামনন্দৰ হতুৱাই পাট কাপোৰ এজুৰি ও শঙ্কদেৱৰ উত্তৰীত থকা আঙ্গঠীটী দামোদৰদেৱক দক্ষিণা সহ দিয়াই মাধৱদেৱে প্ৰাকাশ্যে এই কথা কলে—"দামোদৰদেৱ, তোমাক শঙ্কৰদেৱে হাতৰ কোৰ গুচাই ডাঙৰ মানুহ পাতিলে। যাৰ যহত শাক সেন্দুৰ তাকে পাতিলা ভোকোন্দা এন্দুৰ। তুমি নমতাকৈয়ে গুৰুৰ তীথিলৈ আহিব লাগে। তেনে স্থলত মাতিলতো নাহিলা, বহুত কথা কৈ মাতি অনাত আহি গুৰুৰ বৰ গ্ৰহণ কৰিলা। দক্ষিণা গ্ৰহণ কৰিলা। আৰু বহুত কথা কলা। এই নিমিত্তে তোমাক আমি আজিৰ পৰা পৰিত্যাগ কৰিলো। তোমাৰ আমাৰ আজিৰ পৰা দেখা দেখি নাই।" ইয়াৰ দ্বাৰাই বুজা যায় যে শঙ্কৰদেৱৰ ধৰ্ম্মৰ সৈতে দামোদৰদেৱৰ ধৰ্ম্মৰ অনৈক্য হোৱাৰ এইয়ে গুৰি। এইদৰে হলে "দামোদৰদেৱ পাঁচজনা হল। পাঠকসকলে কওক, আমি নো কোনজনা দামোদৰদেৱৰ কথা "সন্তাৱলীত" লেখিম। যিজনেই আশঙ্কা দূৰ কৰিব পাৰে তেওঁৰে ওচৰত চিৰ বাধিত থাকিম। যদি শঙ্কৰদেৱৰ চৰিত্ৰত লেখা জন আচল দামোদৰ নহয় তেনেহলে এটা কথা—

১। পশ্চিমে শ্ৰীচৈতন্যৰ ১৬ নাম, দক্ষিণে ৰমানন্দৰ ১২ নাম, উত্তৰে হৰিব্যাসৰ ৮ নাম, পূবে শ্ৰীশঙ্কৰৰ ৪ নাম। যদি প্ৰকৃত পক্ষে শঙ্কৰদেৱৰ চৰিত্ৰত লিখা দামোদৰ নহয় তেন্তে এই দামোদৰৰ কেই নাম? আমি মন্ত্ৰৰ কথা শোধা নাই, কেৱল সংখ্যাৰ কথাহে শুধিছোঁ।

২। দামোদৰীয়া সকলৰ মালা আছেনে নাই? যদি আছে অমেৰুকানে সমেৰুকা? বুলনী যুক্ত নে অযুক্ত? প্ৰসঙ্গাদি কি ৰূপে কৰে? মহাপুৰুষীয়া ঘোষা কীৰ্ত্তন গোৱাৰ নিয়ম আছেনে নাই? যদি গায় পৃথক বোলে কিয়!! যদি নেগায়—কিনো গায়!!!

৩। গোঁসাই, গোস্বামী, সন্ত, সাধু, মহন্ত, মহাজন, মেধি, সত্ৰীয়া এই শব্দ কেইটাৰ অৰ্থ কি সুস্পষ্ট ৰূপে জানিবলৈ পালে আমি বৰ সুখী হম। শূদ্ৰ সকলে গোস্বামী বা গোঁসাই শব্দ লেখিব পাৰেনে? যদি পাৰে ব্ৰাহ্মণ সকলে বেয়া বোলে কিয়? যদি লেখিব নেপায় তেওঁবিলাকে লিখে কিয়? পাঠক সকলৰ পৰা উত্তৰ পাবলৈ প্ৰাৰ্থনা কৰা হল।

শ্ৰীদ্বাৰিকানাথ গোস্বামী

# এখনি চিঠি

আসামবাসী সকলো সাধু, সন্ত, মহন্ত, গোস্বামী সকলৰ প্ৰতি—প্ৰণতি পূৰ্ব্বক নিবেদন—

আসামবাসী সকলো সন্ত মহন্ত সকলৰ উৎপত্তি লিখি সন্তাৱলী নামে এখনি চৰিত্ৰ কৰিবৰ কাৰণে আয়োজন কৰা হৈছে। অনেক চৰিত্ৰ ও বুৰঞ্জি চাই, অনেক লোকৰ মুখৰ পৰাও কিছু কথা লোৱা হৈছে। অতএব আপোনাসৈ লিখিলো তলত লিখা প্ৰশ্নকেইটাৰ উত্তৰ দি সুখী কৰিব। উত্তৰ নিদিলে যিহকে পোৱা যায় তাকে লিখা হব, পাছে আমাৰ ওপৰত দোষাৰোপ কৰিব নোৱাৰিব।

এই কৰ্ম্ম অকল মোৰ দ্বাৰাই সম্পাদিত হোৱা নাই। কলিকতাৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, গোলাঘাট নিবাসী শ্ৰীযুত ঘনশ্যাম বৰুৱা বি. এল. উকিল ও শ্ৰীযুত জগচ্চন্দ্ৰ গোস্বামী ও শ্ৰীযুত শ্ৰীনাথ বেজবৰুৱা আদিয়ে যোগদান দিহে কাৰ্য্যত মতি সাধিছে।

১। আপোনাসকলৰ সত্ৰ খনি কেনেকৈ হল, কি নাম, সত্ৰ কিয় বোলে, সত্ৰ শব্দৰ অৰ্থ কি, আপোনাসকলৰ আদি পুৰুষ জনৰ নাম কি, তেওঁৰ জীৱনী, বিষয়ে কি জানে, মহন্ত হোৱাৰ পূৰ্ব্বে কি কৰি খাইছিল?

২। কোন শকত, কোন ৰজাৰ দিনত, কোনে আপোনাসকলক মহন্ত পাতিলে, আপোনাসকলৰ ধৰ্ম্ম মহাপুৰুষীয়া নে দামোদৰীয়া?

৩। মহাপুৰুষীয়া, দামোদৰীয়া—ইয়াৰ প্ৰভেদ কি, ঘোষা কীৰ্ত্তন গোৱাৰ নিয়ম আছেনে নাই, প্ৰসঙ্গাদি কিৰূপে কৰে?

৪। আপোনাসকলৰ বৰ বাৰজনীয়ানে সৰু বাৰুজনীয়া? কিম্বা আন কোনো ভাগৰ, আপোনাসকলৰ শাৰীৰ কোন কোন মহন্ত, সেই সকলে সৈতে বহাৰ কিবা তাৰতম্য আছেনে?

৫। আপোনাসকল অটকা মহন্তৰ বাহিৰ নে ভিতৰ, অটকা মহন্তৰ অৰ্থ কি?

৬। আপোনাসকলৰ কোন সংহতি, সংহতিৰ অৰ্থ

৭। ৰজাঘৰৰ পৰা কিবা মান মৰ্য্যাদা সম্পত্তি পাইছিল নে? যদি পাইছিল কোন শকত, কোন ৰজাই দিয়ে, কিম্বা কোনো পাত্ৰ মন্ত্ৰীয়ে দিয়ে? শাৰীৰ অন্য মহন্তসকলক নিদি আপোনাসকলক দিয়াৰ কাৰণ কি? স্পষ্ট লিখিব।

৮। গোঁসাই, গোস্বামী, মহন্ত, মহাজন, সাধু, এই শব্দকিটাৰ অৰ্থ কি, আপোনাসকলে কোনটি শব্দ গ্ৰহণ কৰে? শূদ্ৰসকলে গোস্বামী বা গোঁসাই লিখিলে কিবা দোষ আছে নে? যদি আছে বাহুল্য ৰূপে লিখিব—কোনেও দোষ দিব পাৰিব নেলাগে।

৯। আপোনাসকল কোন শ্ৰেণীৰ, এই শ্ৰেণী নো কেনেকৈ হল, কোনে কৰিলে, চৰিত্ৰৰ পৰা জানিছে নে ইতি কিম্বদন্তী শুনা আছে?

১০। আপোনাসকলক যিজনে মহন্ত পাতিলে তেওঁ ধৰ্ম্ম কাৰপৰা পালে, গুৰুৰ নাম কি? তেওঁৰ সুস্পষ্ট ৰূপে জীৱনী যি জানে তাক লিখিব। তেওঁ কিমান মহন্ত পাতিলে? সেইসকলৰ সত্ৰবিলাক যদি জানে নাম লিখিব।

১১। আগম নিগম ধৰ্ম্মৰ অৰ্থ কি? আপোনাসকল আগম নে নিগম—স্পষ্ট লিখিব। সকলো কথা সুস্পষ্ট ৰূপে লিখিব যাতে চৰিত্ৰই সৈতে মিলে।

১২। আপোনাসকলৰ বংশীয় কোনো লোকে আন নাম লৈ সত্ৰ পাতি আছেনে? যদি আছে সমুদয় লিখিব। ইতি

মধুমিশ্ৰ সত্ৰ— প্ৰাৰ্থনাকাৰী—
পোঃ গণক পুখুৰী। শ্ৰীদ্বাৰিকানাথ দেৱশৰ্ম্মা গোস্বামী।

# নিৰঞ্জনাষ্টকম।*

(১)

স্থানং ন মানং নচ নাদবিন্দু ৰূপং ন ৰেখা নচ ধাতুবর্ণং।
দ্রষ্টা ন দৃশ্যঃ শ্রবণং ন শ্রাব্যং তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
স্থান মান নাদ বিন্দু নাই ৰূপ যাৰ।
নোহে ধাতু নাই ৰেখা বর্ণ আদি যাৰ।।
দৃশ্য শ্রাব্য নোহে নাই দর্শক শ্রবণ।
নমস্কাৰ কৰোঁ সেই ব্রহ্ম নিৰঞ্জন।।

(২)

বৃক্ষোন মূলং ন চ বীজকুলং শাখা ন পত্রং নচ বল্লিপল্লবং।
পুস্পং ন গন্ধং ন ফলং ন ছায়া তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
বৃক্ষৰূপ হয় কিন্তু নাই বীজ মূল।
নাই ডাল পাত লতা নাই ফল ফুল।।
বৃক্ষৰূপ কিন্তু নাই ছায়া আদি যাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

(৩)

বেদং ন শাস্ত্রং ন চ শৌচসন্ধ্যা মন্ত্রং ন জাপ্যং নচ ধ্যানধ্যেয়ং।
হোমো ন যজ্ঞো নচ দেবপূজা তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
বেদশাস্ত্র অধ্যয়ন মন্ত্র উচ্চাৰণ।
শৌচ সন্ধ্যা হোম যজ্ঞ দেৱতা পূজন।।
নাই জপ ধ্যান ধ্যেয় জাপ্য নাই যাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

(৪)

অধোন উর্দ্ধং ন শিবোন শক্তিঃ পুমান্ ন নাৰী নচ লিঙ্গ মূর্ত্তিঃ।
ন ব্রহ্মা ন বিষ্ণুর্নচ দেবৰুদ্রো তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
অধঃ কিম্বা উর্দ্ধ নোহে শিব কিম্বা শক্তি।
পুৰুষ কি নাৰী নোহে কিম্বা লিঙ্গ মূর্ত্তি।।
নোহে ব্রহ্মা বিষ্ণু দেব ৰূদ্র যিটোজন।
কৰোঁ নমস্কাৰ সেই ব্রহ্মনিৰঞ্জন।।

(৫)

অখণ্ডখণ্ডং ন চ দণ্ডদণ্ডং কালোঽপি জীবো ন গুৰ্ব্বন শিষ্যঃ।
গ্রহোন তাৰা নচ মেঘমালা তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
অখণ্ড বা খণ্ড নোহে কাল দণ্ড পল।
নোহে জীৱ কিম্ব গ্রহ তাৰা মেঘদল।।
নোহে কাৰো গুৰু যিটো গুৰু নাই যাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

(৬)

শ্বেতং ন পীতং নচ ৰক্তৰেতং হেমং ন ৰৌপ্যং নচ বর্ণবর্ণং।
চন্দ্রার্ক বহ্নে-ৰুদয়ো ন চাস্তং তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
শ্বেত পীত নোহে যিটো ৰক্ত ৰেত বর্ণ।
নোহে বহ্নি নোহে যিটো ৰজত সুবর্ণ।।
নোহে চন্দ্র সূর্য্য নাই উদয়াস্ত যাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

(৭)

স্বর্গে ন পংক্তির্নগৰে ন ক্ষেত্রে জাতেৰতীতং নচ ভেদভিন্নং।
নাহং ন তত্ত্বং ন পৃথক পৃথক্ত্বাৎ তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
স্বর্গে কিম্বা মর্ত্ত্যে যাৰ নাই বাসস্থান।
জাতিৰ অতীত যিটো নাই ভেদ ভিন।।
নহওঁ পৃথক তুমি আমি যিজনাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

(৮)

গম্ভীৰধীৰং ন নির্ব্বাণশূন্যং সংসাৰসাৰং নচ পাপপুণ্যং।
ব্যক্তং নচাব্যক্তমভেদভিন্নং তস্মৈ নমো ব্রহ্মনিৰঞ্জনায়।।
নোহে যি গম্ভীৰ ধীৰ নির্ব্বাণ ৰহিত।
সংসাৰৰ সাৰ পাপ পুণ্যৰ অতীত।।
ব্যক্ত বা অব্যক্ত নাই ভেদ ভিন যাৰ।
নিৰঞ্জন সেই ব্রহ্ম কৰোঁ নমস্কাৰ।।

---

* ভগবান শঙ্কৰাচার্য্য ৰচিত মূল সংস্কৃত আৰু অসমীয়া পদ।

# গৌতম বুদ্ধ। (১)

খৃষ্টীয় শকৰ ৫৬৭ বছৰৰ আগেয়ে হিমালয় পৰ্ব্বতৰ নামানত নেপাল দেশৰ দক্ষিণে ৰোহিণী (২) নৈৰ পাৰৰ কপিলবস্তু (৩) নগৰত শাক্যবংশীয় (৪) শুদ্ধোদন ৰজাৰ ঔৰসত ৰাণী মায়াদেবীৰ গৰ্ভত বুদ্ধদেৱৰ জন্ম হয়। মহাৰাজ শুদ্ধোদন অতি ধাৰ্ম্মিক, ন্যায়বান আৰু প্ৰবল প্ৰতাপী ৰজা আছিল। তেওঁৰ দয়া আৰু বিচাৰ গুণত ৰাজ্যত সুখ শান্তি চিৰবিৰাজমান আছিল। প্ৰকৃততে তেওঁ এজন আদৰ্শ ৰজা।

কপিলবস্তু নগৰৰ ওচৰতে কলি নাম আন এখনি সৰু ৰাজ আছিল। এই ৰাজ্যৰ ৰাজধানীৰ নাম দেবদহ। শুদ্ধোদনে কলিৰাজ অঞ্জনৰ (৫) কন্যা মহামায়া আৰু যশোধৰা দুইৰো পাণিগ্ৰহণ কৰে। মহামায়াক মায়াদেবী বুলিও জনা যায় আৰু যশোধৰাৰ (৬) আন এটি নাম গৌতমী। পাটৰাণী মহামায়া ৰজাৰ অতি চেনেহৰ ভাৰ্য্যা। এওঁবিলাকৰ সকলো সুখৰ মাজত এটি দুখে সদায় জীৱন আন্ধাৰ কৰি তুলিছিল। ৰাজ্যৰ প্ৰজাসকলো তেওঁবিলাকৰ পিতৃতুল্য ৰজাৰ দুখত সমানে দুখী। মহামায়াৰ দুকুৰি বছৰ অতীত হৈ গল, তেতিয়ালৈকে ৰজা শুদ্ধোদনে পুত্ৰমুখ দেখিবলৈ নাপালে। তেওঁৰ পিছত বংশলোপ হব এনে আশঙ্কাই ৰজাৰ বেজাৰৰ প্ৰধান কাৰণ।

ৰাজকুঁৱৰী মায়াদেবী সুন্দৰী, মৰমিয়াল, ধাৰ্ম্মিকা আৰু পতিব্ৰতা আছিল। তেওঁ পাটৰাণী বুলিও অলপো অহঙ্কাৰ নকৰিছিল, কাকো টান কথা কব নোৱাৰিছিল, পেটতকোনো ৰকমৰ কুটিল ভাবে ঠাই নাপাইছিল। সৰহ ভাগ সময় তেওঁ ঈশ্বৰৰ উপাসনাত কটাইছিল। ৪৫ বছৰ বয়সত এদিন তেওঁ এটি আচৰিত স্বপ্ন দেখিছিল। সেই স্বপ্নৰ ফলত ৰাজসভাৰ পণ্ডিতসকলে মহাৰাজৰ জগতবিজয়ী পুত্ৰ হব বুলি কৈছিল। মায়াদেবীয়ে প্ৰসৱৰ সময়ত যাতে তেওঁ মাকৰ ঘৰত থাকিবলৈ পায় এনে ইচ্ছা প্ৰকাশ কৰাত শুদ্ধোদনে গৰ্ভৰ দহ মাহ সোমাওঁতেই অলেখ দাসী লগত দি ৰাণীক কলি ৰাজ্যলৈ পঠাই দিলে। কপিলবস্তু নগৰৰ প্ৰান্তৰত সকলো ৰকমৰ ফুলে জকমকোৱা অনেক ৰকমৰ গছ থকা অতি শুৱনী লুম্বিনী (৭) নামেৰে এখনি উদ্যান আছিল। মহামায়াই সেই উদ্যানতে ক্ষন্তেক জুৰাবৰ হাবিলাষ কৰি সখীসকলক লগত লৈ প্ৰকৃতিৰ শোভা চাই আনন্দ-সাগৰত মগ্ন হৈ ইজোপা ফুলৰপৰা সি জোপাৰ গুৰিলৈ অতি মৃদু খোজেৰে ভৰি চলাই ফুৰিছিল। অস্তত শাল গছৰ-কুঁহিপাত দেখি অতি হেঁপাহেৰে গছৰ-

---

(১) বৌদ্ধবিলাকৰ মতে অতীততো একোজন বুদ্ধ আবিৰ্ভাব হৈ জগতত জ্ঞানৰ পোহৰ দিছিল, আৰু ভবিষ্যতলৈকো এনেকৈ একোজন বুদ্ধৰ আবিৰ্ভাব হৈ থাকিব। যুগে যুগে জগতক অজ্ঞান-আন্ধাৰে আবৰি ধৰিলেই মানব-জাতিৰ জ্ঞান-চকু মুকলি কৰি দিবলৈ এৰে একোজন বুদ্ধ ওলাইছিল, আৰু আগলৈকো ওলাব। (ডাক্তৰ ৰাজেন্দ্ৰলাল মিত্ৰৰ ললিত বিস্তাৰৰ ভাঙনি)। সিদ্ধাৰ্থক অন্যান্য বুদ্ধাৱতাৰসকলৰ পৰা প্ৰভেদ কৰিবলৈকে গৌতম বুদ্ধ বোলা যায়, কাৰণ তেওঁ গৌতম বংশত জন্ম লৈছিল। সেইদৰেই তেওঁক শাক্য-বংশৰ শ্ৰেষ্ঠ পুৰুষ গুণে শাক্য-সিংহ বোলা যায়।

(২) এখনি সৰু পৰ্ব্বতীয়া জুৰি ; আজিকালিৰ নাম 'কোহানা'।

(৩) কপিলবস্তু এখনি সৰু পৰ্ব্বতীয়া ৰাজ্যৰ ৰাজধানী। এই ঠাইৰ বৰ্ত্তমান নাম 'নগৰ খাচ' (বুদ্ধ চৰিত)। নেপালৰ দক্ষিণে আধুনিক গোৰক্ষপুৰৰ ওচৰত কপিলবস্তু নামে এখন নগৰ আছিল।

(৪) শাক্যকুল ইক্ষাকুবংশৰ এটি ঠাল মাথোন। প্ৰবাদ আছে যে ইক্ষাকু বংশৰ কোনোবা এজন মানুহে পিতৃ শাপৰ ভয়ত গৌতম বংশীয় কপিল মুনিৰ আশ্ৰমত 'শাক' বৃক্ষত লুকাই বাস কৰিছিল। সেই কাৰণেই তেওঁৰ বংশ শাক্য গৌতম এই দুই নামেৰেই জনাজাত হয়।

(৫) 'ললিত বিস্তৰত' মায়াদেবীক 'সুপ্ৰবুদ্ধ' ৰজাৰ জীয়াৰী বুলি চিনাকি দিছে।

(৬) ললিত বিস্তৰত গৌতমী বুলিছে ; প্ৰজাবতী নাম বুদ্ধচৰিতত আছে। কিন্তু ললিত বিস্তৰত প্ৰজাবতী গৌতমী নামৰ বিশেষণ ৰূপেহে ব্যৱহৃত হৈছে।

(৭) লুম্বিনী উদ্যানৰ আধুনিক নাম ৰুম্নি ডিঈ (Rumni Dei in the Nepalese Terai) ই এতিয়া নেপালৰ তিৰাই অৰণ্যানীৰ মাজত।

পুলিটি ডালত ধৰি পাত ছিঙি লব খোজোঁতেই তেওঁৰ গৰ্ভবেদনাৰ অনুভৱ হল। তেওঁ তেতিয়াই কল্পতৰুৰ তলত তাৰ ডালত ধৰি থিয় হৈ থাকোঁতেই কোনো কষ্ট নোহোৱাকৈ বৰ মোহ-লগা আৰু সৰ্ব্বসুলক্ষণীয়া এই "গৌতম" শিশুক প্ৰসৱ কৰিলে। সেই দিনা শুক্ৰবাৰ বসন্ত পূৰ্ণিমা। শাক্যসকলে লুম্বিনী উদ্যানলৈ আহি ৰাজশিশুক দেখি জয়ধ্বনি কৰিবলৈ ধৰিলে; ৰজা শুদ্ধোদনে পুত্ৰৰ মঙ্গলৰ অৰ্থে দীন-দুখীসকলক অনেক ধন ৰত্ন দান কৰিলে।

লৰা ওপজাৰ সাদিনৰ দিনাই মায়াদেবীয়ে ইহসংসাৰ পৰিত্যাগ কৰে। ৰাজ্যৰ সকলোৰে সুখৰ মাজত বিষাদ-বিননি শুনা গল। সুন্দৰী আৰু গুণৱতী ৰাণী যশোধৰাই তেওঁৰ অতি আগ্ৰহৰ অতি যত্নৰ বাইদেৱেকৰ পুতেকক সাদিনৰেপৰা মাতৃস্বৰূপে প্ৰতিপালন কৰিবলৈ ধৰিলে। মহামায়াৰ শৱ সৎকাৰৰ পাছত ৰাজ-শিশুক ৰজা-ঘৰলৈ গীত-বাদ্য কৰি মহা সমাৰোহেৰে নিয়া হল। গায়ন বায়নবিলাকে অতি সুমধুৰ সুৰেৰে শাক্য-কুলৰ গুণ-কীৰ্ত্তন কৰি কপিলবস্তু নগৰক উৎসৱ-পুৰী কৰি তুলিলে; ব্ৰাহ্মণসকলে শিশুৰ মঙ্গলৰ কাৰণে সময়োপযোগী মন্ত্ৰাদি পাঠ কৰি আশীৰ্ব্বাদ বচনেৰে ৰাজপুৰী পবিত্ৰ কৰি তুলিলে, আৰু ৰমণীসকলে অনেক অলঙ্কাৰ আৰু বহুমূলীয়া নানা বৰণীয়া কাপোৰ পিন্ধি ৰাজ-আলিৰ দুই দাঁতিয়ে থিয় হৈ নগৰৰ শোভা বৰ্দ্ধন কৰি মঙ্গল উৰুলি দি শাক্য-পুৰীক দেৱ-পুৰী কৰি তুলিলে। বাস্তৱিক ৰাজপুৰীয়ে সেই দিনাৰেপৰা যেন নতুন ৰূপ ধাৰণ কৰিলে, সকলোৰে মনত এটি শান্তিৰ পবিত্ৰ ভাবৰ উদয় হল।

কুমাৰ চন্দ্ৰকলাৰ নিচিনাকৈ দিনে দিনে ডাঙৰ হবলৈ ধৰিলে। ৰজাৰ মাথোন একেটি সন্তান—তেওঁ সন্তানৰ সুখৰ কাৰণে কোনো ৰকমৰ উপায় নকৰিবলৈ নথলে। ৰাজকুমাৰৰ জন্মত ৰজাৰ সকলো অভীষ্ট পূৰ্ণ হল, সৰ্ব্ব উদ্দেশ্য সিদ্ধ হল, সেইনিমিত্তে সৰ্ব্বাৰ্থসিদ্ধ বা চমুকৈ সিদ্ধাৰ্থ (৮) নাম ৰাখি নামকৰণ ক্ৰিয়া সম্পন্ন কৰালে। কোঁৱৰৰ জন্ম-পত্ৰিকা কৰিবলৈ ৰাজ-সভাৰ আঠজন জ্যোতিষত পাৰদৰ্শী ব্ৰাহ্মণ নিযুক্ত হৈছিল। ৰাম, ধ্বজ, লক্ষ্মণ, মন্ত্ৰিণ, ভোজ, সুযাম ও সুদত্ত সকলোৱে ৰজাক জনালে যে যদি সিদ্ধাৰ্থই গৃহস্থাশ্ৰমত থাকে দিগ্বিজয় কৰি চক্ৰবৰ্ত্তী ৰজা হব; যদি সন্ন্যাসাশ্ৰম লয় নতুন ধৰ্ম্মেৰে মানুহক মোক্ষৰ উপায় দি জগত জিনিব। কিন্তু, ৰাজপণ্ডিতসকলৰ ভিতৰত সৰ্ব্বকনিষ্ঠ কোণ্ডাণ্যই মাত লগালে মহাৰাজ এওঁ কেতিয়াও গৃহস্থাশ্ৰমত সৰহ দিন নাথাকে, মানুহৰ মাজত ঘটা চাৰিটা (৯) সাধাৰণ ঘটনা দেখি এওঁ জগতত নতুন ধৰ্ম্মৰ বিলনীয়া হব।

কোঁৱৰৰ বিদ্যাৰম্ভৰ সময় হলত অধ্যাপক বিশ্বামিত আচাৰ্য্যক বিদ্যাশিক্ষাৰ ভাৰ দিয়া হল। সিদ্ধাৰ্থৰ ইমান প্ৰখৰ বুদ্ধি আৰু স্মৰণ-শক্তি আছিল যে শীঘ্ৰে অনেক শাস্ত্ৰ অধ্যয়ন কৰি তেওঁ চিন্তাশীল হৈ পৰিল। তেওঁৰ অন্তৰত আধ্যাত্মিক জ্ঞান বিজুলীয়ে চিকমিকাবলৈ ধৰিলে, তেওঁ যে পৃথিবীত অক্ষয়-কীৰ্ত্তি ৰাখি যাব তাৰ লক্ষণ তেতিয়াই দেখা গল। বয়সৰ লগে লগে চিন্তা আৰু গাম্ভীৰ্য্যই ছায়াৰূপে তেওঁৰ লগ লৈছিল, তেওঁৰ লগ লৈছিল, তেওঁ অন্যান্য লৰাৰ নিচিনাকৈ ধেমালিত কাল নকটাইছিল। ধীৰ গম্ভীৰ কোঁৱৰে নিৰ্জ্জন চিন্তাত মগ্ন হবলৈ এই নুমলীয়া কালৰেপৰা শিকিছিল। সমনীয়াসকলৰ লগত ফুৰিবলৈ ফুলনীলৈ যায় কিন্তু তেওঁ সঙ্গীসকলৰ লগ এৰা দি ফুলনীৰ মাজত থকা অতি সুন্দৰ এজোপা জামুগছৰ তলত গভীৰ চিন্তাত কাল কটায়। সঙ্গীসকলে কেতিয়াবা মাতিও মাত নাপায়।

হলকৰ্ষণোৎসৱ সেই কালৰ এটি বাৎসৰিক উৎসৱ। ইয়াত ৰজা প্ৰজা সকলোৱে যোগ দিয়ে। ৰজাই পথাৰৰ

---

(৮) ১ম বছৰৰ ৯ম সংখ্যা আসাম বান্ধৱত 'বুদ্ধদেবৰ জীবন চৰিত্ৰ' প্ৰবন্ধ লিখকে অনুমান কৰিছে এই (সিদ্ধাৰ্থ) নামে। তেওঁ বুঢ়াবয়সতহে পাইছিল।' কিন্তু এই অনুমান কাল্পনিক মাথোন। শুদ্ধোদনে পুত্ৰ লাভ কৰিলত সকলো অভীষ্ট সিদ্ধি হ'ল বুলি পুতেকৰ সিদ্ধাৰ্থ নাম দিছিল। অৱশ্যে শেহ বয়সত সিদ্ধাৰ্থ নাম 'যাৰ অৰ্থ সিদ্ধি হৈছে' এনে অৰ্থত বুদ্ধদেৱৰ নিজৰ গাতে খাটিছিল। এই আখ্যা যে শেহত দুই অৰ্থতে সঁচা হৈছিল ই মাথোন দৈবসংঘটন (mere accidental coincidence.)

(৯) জৰাজীৰ্ণ বৃদ্ধ, ৰোগশীৰ্ণ মানুহ, মৰা শৱ আৰু ভিক্ষু (সন্ন্যাসী) এই চাৰিটা দেখিয়েই কুমাৰে মোক্ষৰ উপায় বিচাৰিবলৈ সাজু হয়।

ইমূৰৰপৰা সিমূৰলৈ এবাৰ সোণৰ নাঙল চলাই দিয়ে, তেতিয়া সভাসদসকলে আৰু ডাঙৰীয়াসকলে ৰূপৰ নাঙলেৰে এ-চিৰলি মাটি তোলে (অৰ্থাৎ হাল বায়) সকলোৰে শেহত হালোৱা প্ৰজাসকলে সেই বছৰৰ নিমিত্তে ন-হাল জোৰে। এই উৎসৱত সকলোৰে বৰ আনন্দ; কৃষিপ্ৰধান জাতিৰ আনন্দ হবৰে কথা। কপিলবস্তু নগৰত হলকৰ্ষণ উৎসৱৰ দিনা সিদ্ধাৰ্থক অনুচৰসকলে উৎসৱ দেখুৱাবলৈ লৈ গল; কিন্তু কোঁৱৰ যে কোন সময় তৰং ধেমালিৰ মাজৰপৰা আঁতৰি আহি জম্বু-বৃক্ষৰ (১০) তলত বহিলহি কোনেও তাৰ উৱাদি নাপালে। সেই ঠাইত তেওঁ ইমান ধ্যান-মগ্ন হৈ আছিল যে ৰজা শুদ্ধোদনে তেওঁক নেদেখি বিচাৰি আহি জামুগছৰ তলত যি দেখিলে আচৰিত হল—ৰাজ-পুত্ৰই স্থিৰ গম্ভীৰ ৰূপ ধাৰণ কৰি আধ্যাত্মিক ধ্যানত মগ্ন হৈ আছে। আহা! এনে কোমল বয়সত ধুনীয়া কেচা-সোণ-বৰণীয়া ল'ৰা এটিয়ে গছৰ তলত যোগাসনত বহি গভীৰ চিন্তাত মগ্ন হৈ আছে—তেওঁ কি ভাবিছিল কোনে জানে? ধ্যানৰপৰা উঠি তেওঁ ৰজাক দেখি কবলৈ ধৰিলে "হে পিতা! এই কৃষিকাৰ্য্য হিংসাৰ কাম, আপুনি ইয়াক পৰিত্যাগ কৰি যোগাসক্ত হওক"। ৰজাৰ পুত্ৰস্নেহ সেই দিনাৰপৰা দুগুণে বাঢ়িল।

ৰাজকোঁৱৰ লাহে লাহে ডেকা হল, কিন্তু কি আচৰিত, যৌৱনত ভৰি দিলতো তেওঁৰ গভীৰ চিন্তাত, নিৰ্জ্জন ধ্যানত মন বেছি হল। তেওঁৰ এই অৱস্থা দেখি ৰজাৰ মনত অনেক সন্দেহ উপস্থিত হল; শুদ্ধোদনে কেনেকৈ কোঁৱৰক সাংসাৰিক সুখত মগ্ন ৰাখে তাৰ নানা উপায় ভাবিবলৈ ধৰিলে। অৱশেষত একোৱেই কুমাৰৰ মন সংসাৰলৈ টানিব নোৱৰা দেখি তেওঁ আত্মীয় সকলেৰে পৰামৰ্শ কৰি বিয়া পাতিবলৈ স্থিৰ কৰিলে। সমনীয়াসকলে সিদ্ধাৰ্থক বিয়া কৰাবৰ কাৰণে অনেক অনুৰোধ কৰিলে, কিন্তু কোঁৱৰ মান্তি নহল। মন্ত্ৰীয়ে ৰজাৰ আদেশ মতে কোঁৱৰক অকলৈ লগ ধৰি অনেক বুজনি দিলত, তেওঁ সাদিনৰ সময় খুজিলে। সিদ্ধাৰ্থই তেওঁৰ জীৱনৰ কি উদ্দেশ্য, আৰু বিবাহ-বন্ধনেৰে আবদ্ধ হলে সেই উদ্দেশ্যত কোনো বাধা জন্মিবৰ সম্ভৱ আছেনে নাই এই বিষয়ে অনেক চিন্তা কৰিবলৈ ধৰিলে। প্ৰথমতে ভাবিছিল বিবাহ কৰিলে তেওঁৰ লক্ষ্য ভ্ৰষ্ট হব, কিন্তু শেহত এই সিদ্ধান্ত কৰিলে যে সংসাৰ এৰি আগলৈ এটা তল-খাপৰ আদৰ্শ ৰাখি গলে জগতৰ অনিষ্ট হব; তেওঁ ভাবিলে যে গৃহস্থী হৈ জীৱনৰ লক্ষ্য স্থিৰ ৰাখি কাৰ্য্য কৰাই মহত্বৰ চিন। যদিও তেওঁৰ কাম-ভোগত অলপো স্পৃহা নাছিল, কেৱল ধ্যান সমাধি সুখত শান্ত চিত্তেৰে নিৰ্জ্জনত বাস কৰাই তেওঁৰ উদ্দেশ্য তথাপি লোক-শিক্ষাৰ নিমিত্তে আগৰ বোধি-সত্ববিলাকৰ পথ অনুসৰি পৰিবাৰ-বল লাভ কৰি জগতক সৎশিক্ষা দিবলৈ, উচ্চ আদৰ্শ ৰাখি যাবলৈ তেওঁ বিবাহত মত দিছিল। সাদিনৰ দিনা তেওঁ এই কথা পিতাকক জনাইছিল। তেওঁ কৈছিল যে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, যেই জাতৰেই হওক, গুণৱতী, সত্যৱতী, ৰূপৱতী, ধাৰ্ম্মিকা, পতিব্ৰতা আৰু ৰূপযৌবন-গৰ্ব্ব-শূন্যা কন্যা পালে তেওঁ বিবাহ কৰাব পাৰে (১১)। ৰাজ্যৰ মাজত এই কথা প্ৰচাৰ কৰিবলৈ ৰজাৰ আদেশ হল, মন্ত্ৰীয়ে নিজে কন্যা বিচাৰি ফুৰিবলৈ ধৰিলে। কুমাৰে কোৱা গুণবিলাক লিখি লৈ মন্ত্ৰীয়ে সকলোকে শুনাই দিছিল।

কলি ৰাজ্যত সেই সময়ত দণ্ডপাণি ৰজা আছিল। এওঁ কোঁৱৰৰ আপোন মোমায়েক। দণ্ডপাণিৰ সৰ্ব্বসুলক্ষণা কন্যা গোপাই মন্ত্ৰীৰ ঘোষণা শুনি বিনয়েৰে জনালে যে কুমাৰে কোৱা গুণবিলাক তেওঁৰ গাতে আছে বুলি নিজৰ বিশ্বাস। শুদ্ধোদনক মন্ত্ৰীয়ে এই কথা জনালত ৰজাই ভাবিলে কন্যা কুমাৰে নিজে বাছি লোৱাই ভাল, কাৰণ কুমাৰৰ মনানুযায়ী কন্যা নহলে শেহত বেয়া হব পাৰে। সেই কাৰণে তেওঁ কুমাৰে এখনি মহিলা-দৰবাৰ পাতি জীয়াৰীসকলক অশোক-চাকি (১১) দিব বুলি বিবাহযোগ্যা কন্যাবিলাকক ৰাজ প্ৰাসাদলৈ নিমন্ত্ৰণ কৰালে। কুমাৰে নেদেখাকৈ ৰজাই ঠায়ে ঠায়ে গুপ্তচৰ ৰাখিলে, যাতে

(১০) প্ৰবাদ আছে যে সিদ্ধাৰ্থই যেতিয়া জম্বু বৃক্ষৰ তলত ধ্যান মগ্ন বা চিন্তাযুক্ত হৈ বহি থাকে তেতিয়া সকলো গছবিলাকৰে ছাঁ পশ্চিমৰ পৰা পূব পালেও সেই জম্বু গছৰ ঘূৰণীয়া ছাঁ লৰচৰ নহৈ একে থিৰে থাকে।

(১১) ললিত বিস্তৰত বুদ্ধই কোৱা কন্যাৰ গুণবিলাক আঠোটা শ্লোকেৰেহে বৰ্ণাইছে।

কোন কন্যাক দেখি কুমাৰৰ কেনে ভাব হয় ৰজাই চৰৰপৰা জানিব পাৰে।

এটি এটিকৈ চৌৰাশি হাজাৰ কন্যা কোঁৱৰৰ ওচৰলৈ অনা হল। কোঁৱৰে সকলোকে আদৰে আশ্বাস কৰি সুৱলা গাঁথনিৰে গঁথা অশোক-ফুলৰ চাকি (১১) দি বিদায় দিলে। দণ্ডপাণি-কন্যা গোপাদেবীয়ে আগৰেপৰা (অর্থাত্ ঘোষণা শুনিবৰেপৰা) সিদ্ধার্থক মনে মনে পতি বৰি থৈছিল, তেওঁ ইচ্ছা কৰি সকলোৰে পিছত আহিবলৈ ছেগ চাই আছিল। সকলোকে বিদায় দিয়া হল, অশোক-চাকিৰো অন্ত পৰিল, তেনেতে ৰাজহংস গতিৰে মুখত মধুৰ হাঁহিৰে গোপাদেবী কুমাৰৰ সমুখলৈ আহিল। গোপাক দেখিয়েই ৰাজ-কোঁৱৰৰ কি যেন এটি নতুন ভাবে মনত ঠাই ললে। চাৰি চকুৰ মিলন হল, দুয়ো যেন লাজত ৰঙা পৰি তলমূৰ কৰিলে। গোপাই ভাবিলে কি কৰিবলৈ আহি কি কৰিলোঁ ; অশোক-চাকি লবলৈ আহি প্ৰাণ উছৰ্গিলোঁহি। ৰাজকুমাৰো অলপ অপ্ৰতিভ হল, ইপিনে অশোক-চাকিও নাই, উপায় ভাবি ক্ষন্তেক বৈ আছে। গোপাই বীণাতকৈও মনমুগ্ধকৰ অতি মৃদুস্বৰেৰে মাত লগালে "মই আপোনাৰ কি কৰিলোঁ, মোক কিয় অশোক-চাকিৰপৰা বঞ্চিত কৰি অপমান দিলোঁ?" কোঁৱৰে কলে "মই তোমাক অপমান কৰা নাই। তুমি সকলোৰে শেহত আহিলা কিয়? যি হওক মই এই হাতৰ আঙ্গঠিটিকে তোমাক দিলো।" গোপাই আগতকৈ অলপ লাহেকৈ মাত দিলে "অশোক-ফুলৰ-চাকি আৰু সুবৰ্ণ-অলঙ্কাৰ যে মোৰ সমানে প্ৰাপ্য"? কুমাৰে গাৰ আভৰণ সকলো দিব খোজাত গোপাই কলে "মোৰ ইচ্ছা পূৰ্ণে হল, আপোনাক অলঙ্কাৰ-শোভা-বিহীন কৰিবৰ মোৰ সমূলি ধাউতি নাই।"গোপা ধীৰে ধীৰে আঁতৰি গল।

চৰসকলে ৰজাক, দাসীসকলে কোঁৱৰৰ চেনেহৰ মাহীয়েক ৰাণীক সকলো কথা কলে। কাৰো বুজিবলৈ বাকী নাথাকিল যে গোপাক পালেই ৰাজপুত্ৰ সুখী হব। তেওঁৱেই তেওঁৰ একমাত্ৰ আদৰ্শ পত্নী।

## গুৰুচৰিত্ৰ

### (১৬)

### "ধুঞাহাটা পৰিত্যাগ"

এনে সময়তে ৰাজ দূত উপস্থিত হৈ জনাইছে আপোনাসকলক ধৰি নিবলৈ ৰাজ আজ্ঞা হৈছে, বিলম্ব নকৰি যাবলৈ সাজু হক। গুৰু জনে নাও ভৰা দি বঢ়াৰ পোক জনাইছে সকলো বস্তুবোৰ লৈ শীঘ্ৰে ওলোৱা; একো বস্তু এড়ি নাহিবা। আটাইবোৰে নাও বোজাই কৰি উজাই যাবলৈ প্ৰস্তুত হৈছে; এনে সময়তে দৈববাণি হৈছে যে শঙ্কৰ তুমি ভটিয়াই যোৱা, উজনিলৈ নেযাবা। দুইজনা মহাপুৰুষে এই বাক্য শুনি দিনৰ-বেলা নাও উজাই ৰাত্ৰি যোগে ভাটি মুখে নাও মেলি দিলে। দিনত উজাই অহাত যিসকলে দেখা পাইছিল তেওঁলোক গোঁসাইৰ লগত আহিল, নেদেখাসকল উজাই গল। শ্ৰীমাধৱদেৱ মদনগোপাল মূৰ্ত্তি বেলগছ খুলি লুকাই ৰাখিলে; আৰু পদ্মশিলা মাটিত পুতি থলে। নাও তাকৰ, লোকজন সৰহ হোৱা বাবে কেতবোৰে কলৰ ভূৰ সাজি ভটিয়াই গৈছে। এখনি নাৱত শঙ্কৰদেৱ আনখনত মাধৱদেৱ আৰু ৰামদাস আতা গৈছে। কিন্তু সৰ্ব্বজয় আতৈ, বুৰা দৈবজ্ঞ আতৈ নাৱত উঠিবৰ ঠাই নোপোৱাত গুৰুজনক জনোৱাত মাধৱৰ নাৱত ঠাই আছে তাতে আহিবা বুলি আজ্ঞা কৰিছে। যেতিয়া মাধৱৰ নৌকা ওচৰ পালেহি তেওঁলোক দুইজনে কৈছে, আমাকো নিবলৈ আজ্ঞা হক। দয়ালু পুৰুষে আতৈ

---

(১২) ললিতবিস্তৰৰ দ্বাদশ অধ্যায়ত অশোক-ভাণ্ড বিবৰণ বুলিছে। ডাক্তৰ ৰাজেন্দ্ৰলাল মিত্ৰই কয় যে ভাণ্ড মানে অশোক ফুলৰ এবিধ মাঙ্গলিক বা মাঙ্গল্য অলঙ্কাৰ, মালা নহয় কাৰণ অশোক ফুলৰ মালা গঁথা নহয়। ৰাৱণে সীতাক অশোক বনত থোৱাৰ পৰাই অশোক ফুল তিৰোতাসকলৰ আদৰৰ বস্তু হৈছে।

দুইজনাক আনিবৰ কাৰণ নাও চপাবলৈ কোৱাত ৰামদাস আতাই ঠাই নাই বুলি আপত্তি কৰিছে। আতাৰ ভাবগতি বেয়া দেখি মাধৱে নিজে বঠা ধৰি নাও কাষৰ চপাই নিজৰ কাপোৰ বাসনাৰ জপা দুটি পেলাই দি ভকত দুইজনক উঠাই আনিছে। ৰামদাস আতাই খণ্ড কৰাত মাধৱদেৱে উত্তৰ দিছে, তোমাৰ একো হানি হোৱা নাই। নাৱৰ আধা ভাগ মোৰো অংশ আছে, তাতে তুলি নিম। এই প্ৰকাৰে নাও মেলি ভটিয়াই যোৱাত নদীৰ পাক পোনাই যোৱা হেতু পিছৰ নৌকা আগ বাঢ়িল। মনোৰমা আইৰ শৰীৰ কিছু অসুস্থ আছিল গতিকে নৌকা ৰাখি চাউল সিজাবলৈ উদ্যোগ কৰিছে। এনে সময়ত শঙ্কৰদেৱৰ নাও পালেহি। গুৰুৱে কৈছে,মাধৱ তুমি চাউল সিদ্ধ ভোজন কৰি আহা; আমি অলপ আগবাঢ়োঁ। মাধৱে ইয়াৰ আগেয়ে কোনো দিন গুৰু সেৱা নধৰাকৈ ভোজন কৰা নাই; সুতৰাং আজিও ভোজন নকৰি মাতা ঠাকুৰাণীক ভোজন কৰাই নাও মেলি গুৰু দৰ্শন কৰিছেহি। তেতিয়া শঙ্কৰে সুধিছে বঢ়াৰ পো ভোজন হলনে? বাপ কেনেকৈ ভোজন হব; শ্ৰীচৰণৰ ভোজনৰ আগেয়ে কি বন্দীয়ে ভোজন কৰিব পাৰে নে? সকলোৱে চাউল সিজাবলৈ যোগাৰ কৰি ঠাই অতাইছে, কিন্তু খৰিৰ কষ্ট হোৱাত ভকতসকলে বিচাৰি গৈ দুটি জাঁজি পালে। সেই জাঁজিৰ ওপৰত দুটা মানুহৰ মূৰ বজি আছে, ভকতে খৰি নানি পুনৰ এই কথা শঙ্কৰদেৱত জনাইছে। গুৰুৱে ব্যৱস্থা দিছে, এডালি খৰিকা মাৰিবা, যদি পোনে একেবাৰে ওলায় তেন্তে আনিব নেলাগে; যদিহে তিনি পাক মাৰি সোমায় তেনেহলে আনিবা। এইদৰে পৰীক্ষা কৰি খৰি আনি ধুই লৈ ভোজন কৰিছে। ভকতসকলে এই ফেৰা কথাত আশঙ্কা ধৰাত কৈছে প্ৰথমটি অভকতৰ, ২য়টি ভকতৰ মাথা। আহাৰান্তে বিশ্ৰাম কৰি গুৰুৱে মাধৱত সুধিছে সকলো সৰ্ব্বস্ব অনা হলনে? তেওঁ উত্তৰ কৰিছে সকলো বস্তু অনা হৈছে। কিন্তু ৰামদাস আতাই মাত লগালে জা দুটী পেলাই ভকত দুজন আনিছে। এই কথা শুনি গুৰু ঈশ্বৰে কৈছে মোৰ মাধৱে সৰ্ব্বস্ব চিনি পাইছে, তোমালোকে পোৱা নাই; মাধৱ তুমি ধন্য। এই প্ৰকাৰে সদালাপ কৰি থকাত এজন মুদৈ নাৱৰ পৰা উঠি জুই আনিবলৈ গৈছে; জপাৰ কথা শুনি তেওঁ কৈছে— বাপ, জপা দুটী আমি পাই আনিছো; যুগল পদৰ আদেশ পালেই আনি দিব পৰা হয়। এই কথা শুনি মাধৱে কৈছে এৰা বস্তুৰ আৱশ্যক কি? সকলোৱে গ্ৰহণ কৰিবলৈ অনুমতি কৰাত জপা দুটী গ্ৰহণ কৰিছে। তাৰ পৰা নাও মেলি ভটিয়াই গৈছে, নিশা হলেই নাও ৰাখে, মাধৱদেৱে খোৱা শোৱাৰ আল ধৰি গুৰুজনৰ শয়নৰ পিছতহে তেওঁ ভোজন কৰি শয়ন কৰে। এদিন দুপৰিয়া নাও ৰাখি ভোজনৰ আয়োজন কৰিছে, হৰি আতৈ শৌচ কৰিবলৈ গৈ ব্ৰহ্মপুত্ৰৰ এৰা দোৱাৰত মাছ কমলি লাগি থকা দেখি কেতবোৰ ধৰি আনি গুৰুজনক ভেটাইছে। ভকতসকলে দেখি বৰ সন্তোষ পাইছে; কিন্তু শঙ্কৰদেৱে কৈছে—আতৈ। ইমানবোৰ জীৱৰ কিয় বধ ললা? আতৈয়ে জনাইছে বাপ, আপুনি মৰাহেঁতেন কি হল হয়। তেন্তে মৰিবৰ সময়ত ব্ৰাহ্মণক বধিলেও পাপ নহব নে? ভক্তবৃন্দে আহাৰ কৰা বাবে আতৈয়ে জীৱ বধৰ পাপৰ পৰা হাত সাৰিছে। তাৰ পৰা ভটিয়াই গৈ ক্ষেত্ৰি মৌজাৰ কাপালাত সত্ৰ পাতি ছয় মাহ আছে; সেই ঠাইতে সৰ্ব্বজয় আতৈ, বুঢ়া দৈবজ্ঞ, মনোৰমা আই প্ৰভৃতি কেতবোৰ ভকত পৰলোক প্ৰাপ্ত হৈ মোক্ষ পাইছে।

# মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত।

## (৪)

দাস্য সখ্য ভাবৰ ঈশ্বৰ সাধনা বাস্তবিক সংসাৰীৰ বিশেষ উপযুক্ত। শান্ত ভাবৰ ধাৰণা কিম্বা মধুৰ ভাবৰ প্ৰেমৰসৰ আস্বাদ সমাজভুক্ত সংসাৰীৰ উপযুক্ত নহয়। সেইবাবে ধ্যান মগ্ন যোগী আৰু মধুৰ ভাবৰ সাধক প্ৰেম ৰসাস্বাদী বৈৰাগী উভয়ে সংসাৰত্যাগী সন্ন্যাসী। কিন্তু জগতৰ অধিক ভাগ লোক সংসাৰী। ব্ৰহ্মৰ সাধনা যোগী ঋষিৰহে সাধ্য, সংসাৰীলোকৰ অসাধ্য, সংসাৰী কেৱল বেদবিহিত কৰ্ম্মৰ অধিকাৰী অৰ্থাৎ সংসাৰীৰ পক্ষে

ৰেদবিবাহত দেবোপাসনা আৰু ওপৰৰ খাপৰ জ্ঞানীসকলৰ নিমিত্তে ব্ৰহ্মাৰ সাধনা শ্ৰেয় এনে ধাৰণা বহুতৰ আছে। এই ধাৰণা ভুল। এই ভুল ধাৰণাৰ নিমিত্তেই সংসাৰীয়ে হোম, যাগ, প্ৰায়শ্চিত্ত আদি ক্ৰিয়াৰ দ্বাৰা দেৱতা উপদেৱতাক পূজি পূণ্য আৰ্জি স্বৰ্গাদি সুখৰ আশা কৰে। এই প্ৰকাৰ স্বৰ্গসুখ কিন্তু স্থায়ী নহয়। পুণ্যক্ষয় হলে কৰ্ম্মীৰ আকৌ পতন হয়। সকাম কৰ্ম্ম বন্ধৰ কাৰণ। গীতাত আছে যে ঈশ্বৰ উদ্দেশে যি কৰ্ম্ম কৰা হয় তদ্ভিন্ন আন কৰ্ম্ম কেৱল বন্ধৰ কাৰণ। "যজ্ঞাৰ্থাৎ কৰ্ম্মণোহন্যত্র লোকোহয়ংকৰ্ম্মবন্ধনঃ।" ইয়াত "যজ্ঞৰ" অৰ্থ কৰোঁতে শঙ্কৰাচাৰ্য্যই কৈছে "যজ্ঞোবৈ বিষ্ণুঃ।" অৰ্থাৎ যজ্ঞাৰ্থ কৰ্ম্ম কৰা মানে ঈশ্বৰ উদ্দেশে কৰ্ম্ম কৰা। এয়ে দাস্য সাধনাৰ মূল। সংসাৰীয়েও দাস্য সখ্য ভাবে ঈশ্বৰ সাধনা কৰিব পাৰে। শঙ্কৰ মাধৱ উভয়ে এই কথা লোকক বুজাব চেষ্টা কৰিছিল। (১) সকলো কৰ্ম্ম ঈশ্বৰত সমৰ্পণ কৰি ঈশ্বৰৰ প্ৰিয় কাৰ্য্য সাধন আৰু অপ্ৰিয় কাৰ্য্য বৰ্জ্জন, এয়ে দাস্য ভক্তিৰ উদ্দেশ্য। সংসাৰী হৈ সন্তানৰ লালন পালন, সিহঁতক চৰিত্ৰবান্ আৰু ধাৰ্ম্মিক কৰিবৰ চেষ্টা—ইও ঈশ্বৰৰ প্ৰিয়কাৰ্য্য। এই যে দৰিদ্ৰই অন্নাভাবত কষ্ট পাব লাগিছে, ৰোগীয়ে শুশ্ৰূষা খুজিছে, দুৰ্ব্বলে বলীৰ অত্যাচাৰৰ পৰা পৰিত্ৰাণ পাবলৈ অফুট কাতৰোক্তি কৰিব লাগিছে—চকুৰ আগত সদাই কত এনে অৱস্থা দেখিব লাগিছোঁ। দৰিদ্ৰক প্ৰতিপালন, ৰোগীৰ শুশ্ৰূষা, দুৰ্ব্বলীক ৰক্ষা ইত্যাদি ঈশ্বৰৰ আদেশ নহয়নে? জীৱনৰ সকলো ঘটনা সকলো কাৰ্য্যৰ ভিতৰেদি ঈশ্বৰক স্মৰণ ৰাখিব লাগিব। সংসাৰী ব্ৰহ্ম সাধনাৰ উপযুক্ত নহয়—এনে অভিপ্ৰায় ঈশ্বৰৰ নহয়। প্ৰাচীন কালত ধৰ্ম্ম সাধনাৰ নিমিত্তে স্ত্ৰী পুত্ৰৰ বন্ধন ছিঙি সংসাৰ ত্যাগ কৰি নিৰ্জ্জন হাবিত নাইবা পৰ্ব্বতৰ গুহাত জীৱন কটোৱা বধি আছিল। কিন্তু পৰবৰ্ত্তী সময়ত ধৰ্ম্মৰ আদৰ্শ পৰিবৰ্ত্তিত হল। সত্য, ত্ৰেতা, দ্বাপৰ যুগৰ ধৰ্ম্ম সাধনৰ উপায় কলি যুগত অনুপযুক্ত। বৰ্ত্তমান যুগত ধৰ্ম্মৰ নিমিত্তে নিৰ্জ্জন সাধনৰ আৱশ্যকতা থাকিলেও একেবাৰে সংসাৰ ত্যাগ কৰাৰ আবশ্যক নাই। সংসাৰতহে মনুষ্যত্বৰ পূৰ্ণ বিকাশ হয়। সংসাৰৰ নানা প্ৰলোভন আদিৰ মাজত চিত্ত স্থিৰ ৰাখি ঈশ্বৰ ভজনা কৰি ঈশ্বৰৰ কৰুণাৰ বলে বলী হৈ সমাজ সেবা, মানব সেবা কৰিব লাগিব। একেবাৰে বিষয়াসক্ত হৈ ধন মান আদিৰ কাৰণ চিন্তা কৰি থাকিলে চিত্ত স্থিৰ নেথাকে। সংসাৰত থাকি বাসনা পৰিত্যাগ কৰিব পাৰিলেই যথাৰ্থ বৈৰাগ্য হয়। যিসকল দেখাই বৈৰাগী কিন্তু প্ৰকৃততে

---

১) বৃহৎ হাৰিত সংহিতাত দাস্য সাধনাৰ বিষয় এই প্ৰকাৰ লিখা আছে —

"তং স্বীকুৰ্ব্বন্তি বিদ্‌বাংসঃ স্ব স্ব ৰূপতয়া সদা।
নৈসৰ্গিকং হি সৰ্ব্বেয়াং দাস্যমেব হৰেঃ সদা।।
স্বাম্যং পৰস্বৰূপং স্যাদ্দাষাং জীবস্য সৰ্ব্বদা।
প্ৰকৃত্যাতাত্মনোৰূপং স্বাম্যং দাস্যমিতি স্থিতিঃ।
দাস্যমেব পৰং ধৰ্ম্ম দাস্যমেব পৰং হিতম্।
দাস্যেনৈব ভবেম্মুক্তিৰন্যথা নিৰয়ং ভবেৎ।।
বিষ্ণোৰ্দ্দাস্যং পৰাভক্তিৰেষা তুন ভবেৎ ক্বচিৎ।
তেষামেব হি সংস্পৃষ্টং নিৰয়ং ব্ৰহ্মণা নৃপ।।

* * *

তস্মাদ্দাস্যং পণং ভক্তিমালম্ব্য নৃপসত্তম।
নিত্যং নৈমিত্তিকং সৰ্ব্বং কুৰ্য্যাৎ প্ৰীত্যৈ হৰেঃ সদা।।'

তাৎপৰ্য্য ঃ

উচ্চশ্ৰেণীৰ ভক্তসকলে নিজৰ আধ্যাত্মিক উন্নতিৰ গুণে উচ্চভাবৰ ভক্তিৰ নানা প্ৰকাৰ সাধনা কৰিব পাৰে, কিন্তু জনসাধাৰণৰ নিমিত্তে সেব্য সেবকৰ ভাবৰ ভক্তিয়েই স্বভাবতে ভাল।

সৰ্ব্বশক্তিমান পৰমেশ্বৰ সকলোৰে প্ৰভু, জীৱবিলাক তেওঁৰ দাস ; এই সম্বন্ধ স্বাভাবিক।

দাস্য সাধনাই পৰম ধৰ্ম্ম আৰু পৰম হিতকাৰী। এই সাধনাৰ দ্বাৰাই মোক্ষ লাভ হয়। অন্য পন্থা অবলম্বন কৰাবিলাক নৰকত পৰে।

দাস্য ভাবৰ সাধনাও অতি শ্ৰেষ্ঠ সাধনা। ইয়াৰ দ্বাৰা অতি উচ্চভাবৰ ভক্তি জন্মে। হে নৃপ ভক্তিহীন জনক ছুলেই ব্ৰাহ্মণ নৰকগামী হয়।

সেই নিমিত্তে হে পুণ্যবান ৰাজন্, তুমি দাস্য ভাবৰ সাধনা অৱলম্বন কৰি ঈশ্বৰ প্ৰীতিৰ অৰ্থে নিত্য নৈমিত্তিক কৰ্ম্মবিলাক কৰা।

বাসনা এৰিব পৰা নাই সেইবিলাক কপট আৰু অধাৰ্ম্মিক। সেইবিলাকহে ঘোৰ সংসাৰী। এনে বৈৰাগীক মাধৱদেৱে শূকৰৰে তুলনা কৰিছে ঃ—

গৃহবাসে কিবা ভক্তি কৰিবে বাধয়।
গৃহে থাকি ভকতি কৰিবে সুবালয়।।
এৰে গৃহ বাস নতু হোৱন্তে বিৰক্তি।
পাছত ধৰয় সিটো শূৱৰৰ বৃত্তি।

* * *

যেন আপোনাৰ বিষ্ঠা শূৱৰে এৰয়।
পৰৰ বিষ্ঠাক পাছে ভোজন কৰয়।।
—দৈত্যাৰি ঠাকুৰ কৃতগুৰুচৰিত্ৰ।

এই বিষয়ে ভক্তিৰত্নাকৰত আছে ঃ—

প্ৰমত্ত পুৰুষ যদি বনে চলি যায়।
বনতো সংসাৰ তাৰ জানা নুগুচয়।।
যিবা হেতু ছয় শত্ৰু লগতে থাকয়।

* * *

যিটো জ্ঞানী জিতেন্দ্ৰিয় আত্মাতে ৰময়।
গৃহবাস দোষে বা তাহাঙ্ক কি কৰয়।।
হৰিৰ সেৱক তুমি পৰম মহন্ত।
ইন্দ্ৰিয় সবক জিনি ভৈলা উপশান্ত।।
গৃহবাসে বনবাসে সমান তোমাৰ।

শুদ্ধচিত্ত হৈ সংসাৰত থকাই ভাল, বনবাসৰ কোনো আবশ্যক নাই। সংসাৰ ত্যাগী জ্ঞান পন্থৰ যোগীয়ে নিৰ্গুণ ব্ৰহ্মৰ সত্বা লৈয়ে থাকে। সেই সত্বাত যোগীয়ে নিজক আৰু জগতক ডুবাই দিয়ে। সংসাৰী ভক্তৰ ঈশ্বৰ নিত্য হলেও লীলাময়। যাৰেই নিত্যতা তেওঁৰেই লীলা। সেই দেখি ভক্তই জগতক মিথ্যা বুলি এৰি নিদিয়ে, কাৰণ জগত ঈশ্বৰৰে লীলা। জ্ঞান পন্থৰ যোগীৰ নিৰ্জ্জন সাধনা, কিন্তু সংসাৰী ভক্তৰ নামঘৰ, সমাজ-ঘৰ, গিৰ্জ্জা, মচ্‌জিদ প্ৰভৃতিত সমবেত কীৰ্ত্তন নাম, উপাসনা, প্ৰাৰ্থনা, প্ৰসঙ্গ। সংসাৰী ভক্তৰ ধৰ্ম্ম যেনে ঈশ্বৰমুখী তেনে সমাজমুখী। গাই গোটা সাধন এই ধৰ্ম্মৰ অনুমোদিত ব্যৱস্থা নহয়। সেই দেখি ৰাজহুৱা নামঘৰ, কীৰ্ত্তন ঘৰ, আদিত ভক্তসকলে গোট খাই সমবেত প্ৰসঙ্গ, নাম, কীৰ্ত্তন আদি কৰা অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ ধৰ্ম্মৰ প্ৰধান অঙ্গ। চাপৰি বজাই তাল নাগাৰা আদিৰ সাহায্যে নাম কীৰ্ত্তন কৰা হয়। বঙ্গ দেশীয় বৈষ্ণৱবিলাকৰ নিচিনা নগৰ সঙ্কীৰ্ত্তন, নৃত্য আদি অসমীয়া বৈষ্ণৱৰ মাজত প্ৰচলিত নাই। সমবেত কীৰ্ত্তনৰ বাহিৰেও বহুতে নিজ নিজ ঘৰত প্ৰসঙ্গ আদিৰ দ্বাৰা পাৰিবাৰিক উপাসনা কৰে, আৰু এই বাবে পাৰিবাৰিক উপাসনা ঘৰ বা নাম ঘৰ প্ৰায় লোকৰ আছে। প্ৰসঙ্গ বা প্ৰাৰ্থনাৰ (prayer) কেইটি মান ঘাই ভাগ আছে যাক ছন্দ বোলা হয় যেনে নাম ছন্দ, শৰণ ছন্দ। ইয়াৰ বাহিৰেও মাধৱদেৱৰ ঘোষাত, প্ৰশংসা, ভজন, উপদেশ, মহিমা, আত্ম উপদেশ, আত্ম নিন্দা, কাকুতি প্ৰভৃতি প্ৰসঙ্গৰ অঙ্গ দেখা যায়।

শঙ্কৰ মাধব উভয়ে কৰ্ম্মবাদী মীমাংসক আচাৰ্য্যসকলৰ মতৰ বিৰুদ্ধে শিক্ষা দিছিল। ইয়াৰ কাৰণ এই যে এতিয়াতকৈও তেওঁলোকৰ সময়ত জনসাধাৰণৰ মাজত কৰ্ম্মবাদীসকলৰ প্ৰাধ্যন্য খুব বেছি আছিল। মীমাংসক আচাৰ্য্যবিলাক নিৰাশ্বৰবাদী, অৰ্থাৎ যাক আজি কালি সাধাৰণ চলিত ভাষাত নাস্তিক (atheist) বোলা হয়। (২) তেওঁলোকৰ মতে বেদ নিত্য আৰু অভ্ৰান্ত আৰু জীৱৰ ধৰ্ম্ম বেদবিহিত যাগ পূজাদি দ্বাৰা স্বৰ্গ কামনা কৰা। "যজেত স্বৰ্গকামঃ।" ইন্দ্ৰাদি দেৱতাৰ উদ্দেশ্যে যজ্ঞ কৰা হয় সত্য, কিন্তু দেৱতা গৌণ মাত্ৰ, প্ৰয়োজনীয় নহয়। দেৱতা কেৱল মন্ত্ৰাত্মক। বিধি নিষেধ আদি পালন কৰি অভ্ৰান্ত বেদৰ কৰ্ম্ম কৰিলেই পূণ্য সঞ্চয় হয়, ঈশ্বৰৰ প্ৰয়োজন নাই—এয়ে তেওঁলোকৰ মত। তেওঁলোকে জগৎস্ৰষ্টা বা পালনকৰ্ত্তা এজন ঈশ্বৰ আছে বুলি স্বীকাৰ নকৰে। প্ৰকৃততে তেওঁলোকৰ ধৰ্ম্ম (Godless religion) (৩)। কৰ্ম্মবাদীসকলৰ এই

---

(২) দাৰ্শনিক ভাষাত যিসকলে দেহৰ অতিৰিক্ত আত্মাৰ স্বতন্ত্ৰতা স্বীকাৰ নকৰে অৰ্থাৎ যিবিলাক দেহাত্মবাদী (materialist) তেওঁবিলাকক নাস্তিক বোলা হয়। চাৰ্ব্বাক এই শ্ৰেণীৰ ঘাই আচাৰ্য্য। জৈমিনি প্ৰভৃতি মীমাংসক আচাৰ্যসকল আৰু কপিল প্ৰমুখ্য সাংখ্যবাদী আচাৰ্য্য সকল নিৰীশ্বৰবাদী হলেও তেওঁলোকক নাস্তিক বোলা নহয়, কাৰণ তেওঁলোকে আত্মাৰ স্বতন্ত্ৰ অস্তিত্ব মানে।

(৩) মহামহোপাধ্যায় মহেশ চন্দ্ৰ ন্যায়ৰত্নৰ মীমাংসা দৰ্শনৰ পাতনিত লিখিছে —

"But though dealing so largely with the sacred Seriptures of the Hindus and thus commanding a large share of their respect, oddly enough, it propounds a Godless system of religion. The main drift of its argruments is to show that if blish be the fruit of good works, the interposition of a deity is simply superfluous."

ঈশ্বৰবিমুখী ধৰ্ম্ম পূৰ্ব্বাপৰজন সাধাৰণৰ মাজত প্ৰচলিত আছে—ই বাস্তৱিক আশ্চৰ্য্যৰ বিষয়। এতিয়াও যিসকলে মীমাংসকবিলাকৰ অনুমোদিত ভাৱে স্বৰ্গাদি সুখৰ আশা কৰি বা আন সংকল্প কৰি (machine) বা যন্ত্ৰৰ নিচিনাকৈ যাগ যজ্ঞ পূজাদি কৰে তেওঁলোকেই সমাজত গোৰা হিন্দু বুলি পৰিচিত। ঈশ্বৰৰ উদ্দেশে কৰ্ম্ম কেইজনে কৰে? হায়, এই প্ৰকাৰ কৰ্ম্মৰ পৰা নিৰস্ত কৰি লোকক ঈশ্বৰমুখী কৰিবলৈ যত্ন কৰাৰ বাবেই শঙ্কৰ মাধৱ আদিয়ে, নানা প্ৰকাৰ নিৰ্য্যাতন সহ্য কৰিব লগাত পৰিছিল। এতিয়াও তেওঁলোকক সমাজবিৰোধী ধৰ্ম্মৰ প্ৰচাৰক বুলি জনাশুনা লোকেও ব্যাখ্যা কৰে!! শঙ্কৰ মাধৱে যি কৰ্ম্মযোগ শিক্ষা দিছিল সি সম্পূৰ্ণভাৱে ঈশ্বৰমুখী।

"চেতসা সৰ্ব্বকৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰঃ।
বুদ্ধিযোগমুপাশ্ৰিত্য মচ্চিত্তঃ ভব।"
"ব্ৰহ্মণ্যাধায় কৰ্ম্মাণি সঙ্গং ত্যক্ত্বা কৰোতি যঃ।
লিপ্যতে ন স পাপেন পদ্মপত্ৰমিবাম্ভসা।।"

গীতা।

"নুবুজে বেদ অভিপ্ৰায় গূঢ়।।
কৰ্ম্মক কৰিবে নজানে মূঢ়।।
মুৰ্খ হুয়া বোলে মই পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰো চিত্ত।
নিষ্কামে কৰিয়া সকল কৰ্ম্ম।
বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম।।'

—কীৰ্ত্তন।

ঈশ্বৰত সমস্ত ধৰ্ম্ম সমৰ্পণ কৰাই দাস্য ভক্তিৰ মূল কথা আৰু এই প্ৰকাৰ ভক্তিয়েই মহাপুৰুষীয়া ধৰ্ম্মৰ সাৰ, এই কথা বাৰে বাৰে উল্লেখ কৰা হৈছে। যি কৰ্ম্মৰ মূলত সংকল্প লাভৰ আশা নাই, যি কৰ্ম্ম নিৰহংকাৰী ভাৱে কেৱল ভগবানৰ উদ্দেশে কৰা হয় সেয়েহে প্ৰকৃত যজ্ঞ কৰ্ম্ম। যজ্ঞৰ প্ৰকৃত ভাব—ত্যাগ (sacrifice)। এই যজ্ঞৰ বেদী—জগতৰ হিত, ত্যাগ—আত্ম বলিদান আৰু যজ্ঞেশ্বৰ স্বয়ং ঈশ্বৰ। এনে ধৰ্ম্ম ঈশ্বৰমুখী আৰু সমাজমুখী।

সদ্ গুৰুৰ আৱশ্যকতা সম্পৰ্কে মহাপুৰুষীয়া সম্প্ৰদায়ৰ মত এই ঃ—গুৰুৰ উপদেশ ধৰ্ম্ম সাধনৰ নিমিত্তে আৱশ্যকীয় কিন্তু সেই গুৰু উপযুক্ত গুৰু হব লাগে নতুবা বিশেষ হানি হয়। উত্তম গুৰু কেনে ভক্তি ৰত্নাকৰত লিখিছেঃ—

"বেদৰ ৰহস্য তত্ত্বসকলে জানন্ত।
কৃষ্ণক ভকতি বলে সাক্ষাত কৰন্ত।।
এহেন্তে উত্তম গুৰু কহিলোঁ সম্প্ৰতি।
ইহাৰেসে উপদেশে শুদ্ধ হোৱে মতি।।"

শাস্ত্ৰ জানে অথচ ভক্ত নহয় এনেজনৰ উপদেশ উপকাৰী নহয়। হাজাৰ শাস্ত্ৰ পঢ়াৰ পৰা বা মেধাৰ দ্বাৰা ব্ৰহ্মজ্ঞান নহয়। "নায়মাত্মাপ্ৰবচনেন লভ্যো ন মেধয়া ন বহুনা শ্ৰুতেন।" (কঠোপনিষৎ) ভক্ত অথচ শাস্ত্ৰজ্ঞান নাই এনে গুৰুৱে শিষ্যৰ সংশয় গুচাব নোৱাৰে। সেই দেখি গুৰু একাধাৰে শাস্ত্ৰজ্ঞানী আৰু ভক্ত হব লাগে। কোনো বিশেষ বৰ্ণ বা জাতিৰ লোকহে গুৰু হব পাৰে এনে কথা পোৱা নাযায়। কিন্তু ধৰ্ম্মগুৰু আৰু শিষ্য একে ধৰ্ম্মাৱলম্বী হোৱা নিতান্ত আৱশ্যক। বৈষ্ণৱ ধৰ্ম্মাৱলম্বী গুৰুৱে শিষ্যক শাক্ত ধৰ্ম্ম দিয়া যেনে অনুচিত তেনেকৈ বৈষ্ণৱ ধৰ্ম্মাৱলম্বী শিষ্য শাক্ত মতৱালম্বী গুৰুৰ ওচৰলৈ যোৱা ও অযুগুত। এনে বেমেজালী বৰ্ত্তমান সময়ত আসামত হৈছে কিন্তু ভাৰতবৰ্ষৰ অন্য ঠাইত এনে বোধ কৰোঁ হোৱা নাই।

# ধৰ্ম্মমতৰ সমস্যা

যোৱা জেঠ মাহৰ বাঁহীত দ্বাৰকানাথ গোস্বামীৰ "'দামোদৰদেৱ কেইজনা?" এই প্ৰবন্ধ আৰু গুৱাহটীয়া "এজন অসমীয়াৰ" প্ৰতিবাদটি পঢ়ি মোৰ ও কেইটিমান প্ৰশ্ন কৰিবৰ মন গল। বাঁহীৰ পাঠকবৰ্গৰ কোনোৱে শান্ত আৰু শিষ্ট ভাৱে, অনাহক কেতবোৰ (Dogmatic assertions) নকৰি, যুক্তি প্ৰমাণ দেখুৱাই তাৰ উত্তৰ দিলে বিশেষ উপকাৰ পাম। উত্তৰ বাঁহীৰ সম্পাদকলৈ পঠালেই আমি পাম।

১। দামোদৰদেৱৰ গুৰু কোন আছিল এই লৈ বিষম গোলমাল। এই গোলমাল মীমাংসা কৰা বৰ্ত্তমানত সহজ নহয়, সেই বাবে এই বিষয়ে এৰিলোঁ। কিন্তু দামোদৰদেৱে

কি ধৰ্ম্ম প্ৰচাৰ কৰিছিল এই কথা লৈও এতিয়া মৰামৰি আৰম্ভ হল। শঙ্কৰদেৱে যি ধৰ্ম্ম প্ৰচাৰ কৰিছিল সেই ধৰ্ম্মকে দামোদৰদেৱে প্ৰচাৰ কৰিছিল এনে কথা দামোদৰদেৱৰ চৰিত্ৰ-লিখক ৰামৰায় দ্বিজৰ ওপৰত ভিৰ দি কৰলৈ গলেও কোনো কোনো দামোদৰীয়াই গালি বিদ্ৰূপ প্ৰভৃতি অস্ত্ৰ লৈ যুদ্ধ কৰিবলৈ খেদি আছে। ৰামৰায়ে যদি চৰিত্ৰত অমূলক কথা লিখিছে তেন্তে তাৰ কোন অংশ মিছা আৰু কোন অংশ সঁচা, নে গোটেই মিছা?

২। গুৱাহাটীয়া প্ৰতিবাদ-লিখকৰ মতে দামোদৰদেৱে দেবদেবীৰ অৰ্চ্চনা শিক্ষা দিছিল আৰু শ্ৰীযুত দ্বাৰকানাথ গোস্বামীৰ প্ৰবন্ধত তুলি দিয়া দক্ষিণাপাট সত্ৰৰ বৰ্ত্তমান অধিকাৰ প্ৰভুৰ মত অনুসাৰে দামোদৰদেৱে আগম নিগম উভয় ধৰ্ম্ম শিক্ষা দিছিল আৰু সেই কাৰণে দামোদৰীয়া আচাৰ্য্যসকলে শাক্ত, শৈব, বৈষ্ণৱ, সৌৰ,গাণপত্য সকলো মন্ত্ৰ দিয়ে। এতিয়া প্ৰশ্ন এই যে যি সকল দামোদৰীয়া আচাৰ্য্যই এনেকৈ সকলো পন্থৰ ধৰ্ম্মশিক্ষা দিয়ে, পশু বধ কৰি কালীপূজা দুৰ্গোৎসৱ আদি কৰিবলৈ দিয়ে তেওঁলোক কোন পন্থাৱলম্বী—শাক্ত নে বৈষ্ণৱ? এওঁলোকৰ শিষ্যবিলাকে চেন্সচত শাক্ত নে বৈষ্ণৱ বুলি লিখায়?

৩। কাৰো মতে সন্ন্যাসী-ৰূপী নাৰদ ঋষি, অন্য কাৰো মতে শ্ৰীচৈতন্য দামোদৰদেৱৰ গুৰু আছিল নাৰদ আৰু চৈতন্য উভয়ে কিন্তু বৈষ্ণৱ শিৰোমণি। এনে পৰম বৈষ্ণৱৰ পৰা ধৰ্ম্ম শিক্ষা পাই দামোদৰদেৱে এক কৃষ্ণত ভক্তিত বাহিৰে আন দেৱদেবীৰ উপাসনা প্ৰচাৰ কৰিছিল এই কথা মানিম নে নামানিম?

৪। বহুত লোকে কয় দামোদৰদেৱে প্ৰচাৰ কৰা ধৰ্ম্ম ভাগৱত মতানুযায়ী ধৰ্ম্ম বা ভাগৱতী ধৰ্ম্ম। তেনেহলে সেই ধৰ্ম্ম আৰু শঙ্কৰৰ দ্বাৰা প্ৰচাৰিত ধৰ্ম্মৰ মাজত কেনেকৈ প্ৰভেদ হয়? ভাগৱতী ধৰ্ম্মত তান্ত্ৰিক আচাৰ বলি কাটি কালী পূজা আদি কৰাৰ বিধি আছেনে কি? যদি নাই তেন্তে দামোদৰীয়া গুৰু সকলে কিয় এনে বিধি দিয়ে?

৫। দক্ষিণপাটৰ অধিকাৰ প্ৰভুৰ নিচিনা এজন শাস্ত্ৰজ্ঞ লোকৰ কথা অৱশ্য মানিব লগীয়া; কিন্তু আমি জানোতে আগম আৰু নিগম, প্ৰবৃত্তি আৰু নিবৃত্তি ধৰ্ম্ম পৰস্পৰ-বিৰোধী। একে জন ধৰ্ম্ম গুৰুৱে কেনেকৈ এনে পৰস্পৰ বিৰোধী ধৰ্ম্ম শিক্ষা দিয়ে? এই বিষয়ে আমাৰ সংশয় গুচা নাই, কোনোবাই গুচাব নে?

৬। শাক্ত মতাৱলম্বী বা শাক্ত ধৰ্ম্ম প্ৰচাৰক আচাৰ্য্যক "গোস্বামী" বোলা আমি কতো শুনা নাই। শান্তিপুৰীয়া ভট্টাচাৰ্য্য ৰজাৰ গুৰু হৈ কামাখ্যা পৰ্ব্বতত বাস কৰাৰ বাবে তেওঁৰ সন্ততিবিলাকক অসমীয়া মানুহে ভুলকৈ "পৰ্ব্বতীয়া গোঁসাই" বোলে। তেওঁলোক নিজে শাক্ত বাবে নিজ নামত আজিলৈকে "ভট্টাচাৰ্য্য"হে লিখে, "গোস্বামী" কেতিয়াও নিলিখে। আমাৰ প্ৰশ্ন এই শাক্ত মন্ত্ৰ দিয়া দামোদৰীয়া গুৰুসকলক কি যুক্তি অনুসাৰে "গোস্বামী" বোলা হয়?

৭। ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, দ্বিজ ৰামানন্দ, দ্বিজ ভূষণ, অনিৰুদ্ধ এই কেজনৰ লিখা গুৰুচৰিত্ৰ দামোদৰদেৱৰ পৰা বংশী গোপাল আদি ব্ৰাহ্মণে ধৰ্ম্ম লোৱা কথা আমি পোৱা নাই। শ্ৰীযুত দ্বাৰকানাথ গোস্বামীয়ে কোনখন চৰিত্ৰত পালে কব নোৱাৰোঁ। শ্ৰীযুত ঋষভচন্দ্ৰ অধিকাৰ গোস্বামীয়ে সংগ্ৰহ কৰা পুথিত দেখা যায় যে মাধৱদেৱৰ পৰা ধৰ্ম্ম লৈ বংশীগোপালে দেবেৰাপাৰত সত্ৰ স্থাপন কৰে।" দীননাথ বেজবৰুৱাৰ "আচাৰ্য্য সংহতিত" মাধৱদেৱৰ যি বাৰজন আচাৰ্য্যৰ নাম উল্লেখ আছে তাৰ ভিতৰৰ তিনিজন ব্ৰাহ্মণ, যথা বংশী গোপাল (দেবেৰাপাৰ) যদুমণি (মাহাৰা) আৰু শ্ৰীহৰি (লাইহাটী)। অনিৰুদ্ধকৃত গুৰুচৰিত্ৰত এই তিনিওজনে সুন্দৰীদিয়ালৈ আহি মাধৱদেৱৰ পৰা ধৰ্ম্ম লোৱা স্পষ্টভাৱে লিখা আছে। যোৱা বহাগ মাহৰ "আসাম বান্ধৱত" কবি বিদ্যাপঞ্চাননৰ জীৱনবৃত্তান্ত উদ্ধাৰ কৰি শ্ৰীযুত ভাৰত চন্দ্ৰ দাসে লিখিছে "" মাধৱ গুৰুৰ শিষ্য গোপাল দেৱ"। বংশীগোপাল আৰু গোপালদেৱ যে একেজন লোক এই কথা সকলেই মানে। এতেকে যদি ওপৰত উল্লেখ কৰা তিনিজন ব্ৰাহ্মণক মাধৱদেৱে আচাৰ্য্য পাতিছিল তেন্তে তেওঁলোকৰপৰা বঢ়া সত্ৰবিলাকক বৰ্ত্তমান সময়ত কোন পন্থী বোলা হয়? এই সত্ৰবিলাকৰ শিষ্যবোৰে চেন্সচগণনাত দামোদৰীয়া নেমহাপুৰুষীয়া বুলি লিখায়?

আজি কালি সমালোচনাৰ যুগ। এনে যুগত লুপ্ত সত্য তল পৰি থাকিব নোৱাৰে। এতেকে সত্যৰ জয় হওক। ইতি।

সত্যমেব জয়তে।

# অসমীয়া সাহিত্যৰ জাগৰণ আৰু জাতীয় ভাব

উপস্থিত সাহিত্যিক ডাঙৰীয়া সকল,*

আপোনালোকৰ এই মহতী সভাত মোৰ আজি প্ৰথম যোগদান। পৰস্পৰ আমি সকলো এক ভাৰত মাতাৰ সন্তান—এই সূত্ৰেৰে একতা বন্ধনত বদ্ধ হলেও জাতীয় ভাষা আৰু দেশীয় আচাৰ ব্যৱহাৰ আদিৰ অনৈক্যতাৰ দ্বাৰা আমাৰ ভিতৰত অনেক বিষয়ত স্বতন্ত্ৰতা অব্যাহত ৰাখিব লগীয়াত পৰিছোঁ। আজি আপোনালোক বিদেশৰ পৰা আমাৰ নিজ ঘৰত উপস্থিত হৈছেহি, আমাৰ জন্মভূমিৰ জীবন্ত জননী স্বৰূপ কামাখ্যা দেবীৰ গৌৰব অক্ষুণ্ণ ৰাখিবৰ কাৰণে ৰাজকীয় সদৰ ঠাই গৌহাটী এৰিও এই উন্নত পৰ্ব্বতৰ ওপৰত আপোনালোকৰ জননী স্বৰূপ মাতৃভাষাৰ উন্নতি সাধিনী সাহিত্য পৰিষদৰ অধিবেশন কৰিছে, ই আমাৰ অতি সৌভাগ্য আৰু গৌৰবৰ কথা। এই সদনুষ্ঠানৰ নিমিত্তে আমি আগবাঢ়ি আপোনালোকক মাতি আনিব লাগিছিল, কিন্তু ঈশ্বৰৰ ইচ্ছা ক্ৰমে আমিহে আজি আপোনালোকৰ নিমন্ত্ৰিত। সি যি হওক এটি প্ৰবন্ধ লিখিবৰ নিমিত্তে মোক ভাৰ দিয়া হৈছিল যি প্ৰবন্ধৰ দ্বাৰা বঙ্গীয় সাহিত্যিকসকলে আসামৰ কিছু নতুন কথা জানিব পাৰে। আদেশ একেবাৰে অসময়ত হলেও যথাসাধ্যে প্ৰথম কথাটি ৰক্ষা কৰা হৈছে। দ্বিতীয়টিত (অৰ্থাৎ নতুন কথা জনোৱাত) আপোনালোকৰ কথা এৰিও মই নিজকে নিজে পতিয়াব পৰা নাই। উপস্থিত সভ্যমণ্ডলীৰ ভিতৰত অনেক এনেকুৱা মহানুভব আছে, যিসকলে প্ৰত্নতত্ত্বৰ গভীৰ অভিজ্ঞতাৰ দ্বাৰাই জগতৰ সমুদায় খবৰ জানিব পাৰিছে, তাৰ ভিতৰত বঙ্গদেশৰ একেবাৰে লগালগি এই ক্ষুদ্ৰ আসাম দেশটিৰ কিবা বাতৰি যে তেওঁলোকৰ মনত নতুন হব ই কথাই মোৰ মনতে ঠাই নাপায়। দ্বিতীয় কথা, কোনো এটা বিষয় ততালিকে বুজিবৰ হলে তাৰ ভাব ভাষা সকলো নিজা হোৱা উচিত। নতুবা অচিনাকি ভাব ভাষাৰ তাৎপৰ্য্য ভেদ কৰি অৰ্থৰ কাষ চুকি পোৱা ততালিকৰ কাম নহয়। কিন্তু এই বিষয়ত আপনালোকে এটা কথা মোক জানিবলৈ দি সাহ জন্মাইছে যে, 'বঙ্গ ও আসাম প্ৰদেশেৰ সাহিত্য সেবিগণেৰ মধ্যে পৰস্পৰ পৰিচয় ও ভাব বিনিময়েৰ সৌকাৰ্য্যাৰ্থে" এই অধিবেশন হৈছে। গতিকে নিজ নিজ ভাব প্ৰকাশ কৰিবলৈ যে, সকলোৱে নিজ নিজ ভাষা আশ্ৰয় কৰিব লাগিব, তাত একো সংশয় কৰিবলগীয়া নাই?

মোৰ বিষয় অসমীয়া সাহিত্যৰ জাগৰণ আৰু জাতীয় ভাব। মানৱ সৃষ্টিৰ ক্ৰমবিকাশৰ লগত কেনেকৈ ভাব প্ৰকাশক ভাষা জাগ্ৰত হয় আৰু ক্ৰমে সেই ভাষা ক্ৰমিক উন্নততৰ অৱস্থা প্ৰাপ্ত হৈ বিকশিত হৈ উঠে আপোনালোকৰ আগত সেইবিলাক কথাৰ বিশেষ আলোচনা কৰাৰ একো প্ৰয়োজন নাই, বৰঞ্চ চৰ্ব্বিত চৰ্ব্বণ মাত্ৰ। বৈদিক, পৌৰাণিক আৰু তান্ত্ৰিক যুগৰ মহামহা ব্যাপাৰবিলাক আলোচনা কৰাৰ ফলত এইটোও আপনালোকৰ অবিদিত থকা নাই যেন বোধ হয় যে, আসাম এখান অতি পুৰণি কলীয়া আৰ্য্য প্ৰধান দেশ। আৰ্য্যজাতিৰ প্ৰাচীন ভাষা সংস্কৃত আৰু প্ৰাকৃত, গতিকে ভাৰত আন ২ দেশৰ ভাষাৰ দৰে অসমীয়া ভাষা ও এটা সংস্কৃতমূলক স্বতন্ত্ৰ ভাষা। মোৰ এই কথাত কেতবিলাক বঙ্গদেশীয় সাহিত্যিক ডাঙৰীয়াৰ অলপ মতৰ অনৈক্য হব পাৰে, কিয়নো সময়ে ২ আমি বঙ্গালী সাহিত্যিক ডাঙৰীয়াসকলৰ ভিতৰত দুই এজনৰ পৰা শুনিবলৈ পাওঁ যে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা সম্বন্ধে এতিয়াও তেওঁলোকৰ সন্দেহ আছে। অনেকে অনুমান কৰে যে, ইংৰাজবিলাকৰ কুমন্ত্ৰণা মতেহে অসমীয়া বঙ্গভাষাৰ পৰা অলপ মাথোন বেলেগ হৈছে। অসমীয়াই কথা ভাষাটিকে এটি স্বাধীন ভাষা বুলি গ্ৰহণ কৰিলে, নতুবা তেওঁলোকৰ ভাষা ও বঙ্গলাই আছিল। স্বৰূপ পক্ষত এই কথাটি ওলোটাহে, অৰ্থাৎ ইংৰাজ অধিকাৰৰ প্ৰথম ভাগত ইয়ালৈ সমুদায় ৰাজকীয় কৰ্ম্মচাৰী বঙ্গালীলোক অহাৰ কাৰণে কিছু দিনৰ নিমিত্তে ৰাজঘৰত দেশীয় ভাষা স্তম্ভিত অৱস্থাত থাকিবলৈ বাধ্য হৈছিল। নতুবা ষষ্ঠ শতাব্দীৰ ডাক, অষ্টম শতাব্দীৰ পুৰুষোত্তম গজপতি, চতুৰ্দ্দশ শতাব্দীৰ মাধৱ কন্দলী,

* উত্তৰ বঙ্গ সাহিত্য সম্মিলনত পঠিত।

পঞ্চদশ শতাব্দীৰ মনকৰ, দুৰ্গাবৰ, শঙ্কৰ, মাধৱ, ৰামসৰস্বতী, অনন্তকন্দলী শ্ৰীধৰকন্দলী আদি কবিসকলৰ আৰু ভাগৱত ভট্টাচাৰ্য্য ভট্টদেৱৰ গদ্য কাব্যৰ ভাষা আৰু বিংশ শতিকাৰ প্ৰাৰম্ভলৈকে আহোম বংশীয় ৰজাসকলৰ দিনৰ ৰাজকীয় বুৰঞ্জীৰ ভাষা দেখিলে কোনে স্বীকাৰ নকৰি থাকিব পাৰে যে, অসমীয়া এটা স্বতন্ত্ৰ সংস্কৃতমূলক ভাষা আৰু প্ৰাচীন অভ্যুদয়ৰ দ্বাৰা ভাৰতৰ কোনো মাতৃভাষাতকৈ ই নিকৃষ্ট নহয়?

আজি আপোনালোকৰ ওচৰত সেই অসমীয়া অতীত কবিসকলৰ মহতী প্ৰতিভাৰ দুটি এটি ক্ষুদ্ৰ ক্ষুদ্ৰ অংশ উপস্থিত কৰিলোঁ, কবিৰ কবিত্ব আৰু জাতীয় উপমা অলঙ্কাৰ আদি আপোনালোকৰ ভাল ৰকমে লক্ষ্য কৰিব। ৬ষ্ঠ শতিকাৰ ডাকৰ বচনৰ—"তিনিশ ষাঠি জোপা ৰুবাহে কল, মাহেকে পখে তাৰ চিকুনাবা তল। পাত পচলা লাভত খাবা, লঙ্কাৰ বণিজ ঘৰতে পাবা।" "আঠীয়াত গোবৰ, মনোহৰত জাবৰ, পুৰাত ছাই, মালভোগত খাই।" "সাতত পাতল, পাচত ঘন, ছয়ত তামোল নদন বদন।" "পূবে হাহ, পশ্চিমে বাঁহ, উত্তৰে গুৱা, দক্ষিণে ধুৱা" "ঘন সৰিয়হ, পাতল মাহ, আৱৰণ দি দিবাহে কপাহ।" "ডাক মৰিল আপোন বুদ্ধি, অপঘাত মৃত্যুত তেৰাত্ৰ শুদ্ধি।"

ডাকৰ কথা লৈ আপোনালোকে আপত্তি কৰিব পাৰে যে চক্ৰেৰ্টিচ ডাক বঙ্গালী, আমাৰ দীনেশ বাবুৰ বঙ্গালী কবিৰ তালিকাত তেওঁৰ নাম উঠিছে। এই বিষয় শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই বাঁহীত ভাল ৰকমে আলোচনা কৰিছে। মই অতি সংক্ষেপতে কওঁ যে, দীনেশ বাবুৰ তালিকাত পৰিলেও ডাক অসমীয়া মানুহহে আছিল। তেওঁৰ জন্মস্থান বৰপেটাৰ অন্তৰ্গত লেহেদিয়া বা লেহিডাঙৰা গাওঁ। বেণীমাধব দেব প্ৰকাশিত "ডাকেৰ বচন" নামে পুথিত "কাখে কলসী পানীক যায়, হেট মুণ্ডে কাহাকো নাচায়" আদি ভাষাৰ অৱস্থা লক্ষ্য কৰিলেই তাক বুজিব পাৰিব। অধিকন্তু আসামত ডাকৰ ভণিতা দুই চাৰি ফাকি শিক্ষিত অশিক্ষিত পুৰুষ তিৰুতা সকলোৰে মুখত শুনিব। তাৰ উপৰি আৰু দীনেশ বাবু ডাকৰ বিষয় সম্পূৰ্ণ অনভিজ্ঞ, নতুবা যি ডাকৰ ভণিতাত :—'অশৌচ বাজে মঙ্গল কৰি, সূৰ্য্যক দেখাইব নয়ন ভৰি। তেবেসে পুত্ৰৰ হৈব কুশল, জয় হৰি বুলি কৰা মঙ্গল। শুনা সৰ্ব্বজন ডাক চৰিত্ৰ, ৰাম ৰাম বুলি তৰা কলিত। অনিত্য দেহত নকৰা আশ, হৰিৰ নামত কৰা বিশ্বাস। আৰু জানি সবে আলাস এৰি, সঘনে ডাকিয়া ঘোষিয়ো হৰি।' ইত্যাদি পৰম আস্তিক হিন্দু ধৰ্ম্মমূলক অলেখ উপদেশ পাওঁ সেই ডাকৰ ওপৰত তেওঁৰ :—"ইহাতে পুষ্কৰিণী খনন, বৰ্ত্মনিৰ্ম্মান, বৃক্ষৰোপণ ইত্যাদি সাধাৰণেৰ উপকাৰজনক ধৰ্ম্ম অৱশ্যপালনীয়, তাহা অনেক বাৰ নিৰ্দ্ধাৰিত হইয়াছে। কিন্তু একটি বাৰও হৰি কি অন্য দেৱতাৰ নাম লইবাৰ সূত্ৰ গৃহস্থকে পালন কৰিতে আহ্বান কৰা হয় নাই" এনেকুৱা অসম্ভব অভিমত প্ৰকাশিত হবৰ একো কথা নাছিল।

ৰামচন্দ্ৰ বনলৈ যোৱাত শোকাতুৰ দশৰথ ৰাজাৰ মৃত্যুসময়ত উক্তি সম্বন্ধে কবিবৰ মাধৱ কন্দলীৰ ৰচনা :—"কৌশল্যা সুমিত্ৰা দুয়ো সতী শোক মনে, ৰাজাৰ দুই পাশে শুতিলন্ত দুই জনে। মধ্য নিশা ভৈলে ৰাজা চেতনক পাইল, শয্যাত বসিয়া দুইয়ো ভাৰ্য্যাক জগাইল। পূৰ্ব্বৰ কথাক মই সুমৰিয়া পাইলোঁ, নিশ্চয় জানিলো এবে প্ৰাণ হেৰুৱাইলোঁ। আম্ৰবন দেখি যেন ৰুইলোহো পলাশ, কালে ফলশূন্য দেখি হইলোহো হতাশ! নুগুণিয়া ৰামক দিলোহো বনবাস, ঋষি শাপে আসি মোৰ মিলালে বিনাশ। পূৰ্ব্বকালে মন্দকৰ্ম্ম কৰিলো দুৰ্ম্মতি, তাৰ ফলে অন্য কৰ্ম্ম ফলিল সম্প্ৰতি। তোক নতু বিহা কৰো যুবৰাজ ভৈলোঁ বাৰিষা কালত হাতে ধনুশৰ লৈলোঁ। তুণ-বাণ সাজিয়া দুৰ্জ্জয় মহাবীৰ, নিশাকালে পাইলো গৈয়া সৰযূৰ তীৰ। শব্দভেদি মই লুকি দিলোহো তথাত, শব্দ লক্ষি পশু মাৰিলোহা অসংখ্যাত। কতো বেলি আছো যেবে ধনুশৰ ধৰি জলকুম্ভ ভৰান্তে বাজিলা ঘটাং কৰি। মই বোলো হস্তী গোটে জলপান কৰে গৰজন্তে আছয় মুখত জলধৰে। যাৱে আহি নতু উঠে সৰযূৰ ঘাট,এই বুলি শীঘ্ৰে হানি লোহো শৰপাট। হা মাৰিলোহো বুলি দিলেক আটাশ, কোন হেন মতে মোৰ চিন্তিলে বিনাশ। কৰো মন্দ নিচিন্তিলো ঋষৰতনয়, অন্ধ মাৱ বাপ দুইৰো শোকক জ্বালায়। মইতো জানো কাৰো নতু চিন্তো অপকাৰ, কোননো পাপিষ্ঠে কৈল হৃদয়ে প্ৰহাৰ। অন্ধ মাৱ বাপ মোৰ দুইৰো মই লাঠি, তিনিকো মাৰিলে কোনে

এহি শৰকাঠি। হেন শুনি মোৰ বৰ মিলিল তৰাস, ধীৰে ধীৰে গৈয়া তাৰ চাপিলোহো পাশ ভয়ে গাৱ কম্পয় লাগিল ধসমসি,ৰাঙ্গুৰ আগত যেন পূর্ণিমাৰ শশী। হৃদয়ত শৰ দেখো ঋষিৰ কুমাৰ, সর্ব্বাঙ্গ পানীত আছে তটে জটা ভাৰ। জাজ্জ্বল্য মই কি কৰিলো তোক, কি কাৰণে শৰে হানি মাৰিলিহি মোক। অন্ধ বাপ মাৱৰ জ্বলাইলি কেনে শোক, বাপৰ শাপত আজি যাইবি যমলোক। আমাৰ বাপৰ শাপ প্রচণ্ড অগনি,শুকান বনক যেন দহিবেক ছুন্নি। এৰাইতে পাৰস যদি বিনয় ভাবত, আমাৰ বার্ত্তাক কহি ধৰ চৰণত। ব্রহ্মাবধ ভৈল তাক নজানিবি তই, ব্রহ্মাঋষি জনিল শূদ্রাৰ পুত্র মই। হৃদয়ৰ কাঢ় শৰ প্রাণক জুৰাওঁ, সৰযু জলত মৰি স্বর্গে চলি যাওঁ।" ইত্যাদি।

মহাপুৰুষ শ্রীশঙ্কৰদেৱৰ হৰিনাম মাহাত্ম্য বর্ণনা ঃ—"পদ্মপুৰাণৰ স্বর্গখণ্ডত, নিৰূপি আছে কলি ধর্ম্মমত। তাক শুনা অতি একান্ত চিত্তে, যাৰ ইচ্ছা আছে ভব তৰিতে। আছে চাৰি সিদ্ধ জ্ঞানী পৰম ব্রহ্মাৰ চাৰিও পুত্র প্রথম। তাসম্বাক চায়া নাৰ ঋষি, পুছিলা সংশয় কথা হৰিষি। ঈশ্বৰ ভগৱন্ত কৃপাময়। বহিছা যিটো মহাপাপচয়। কেন মতে হোৱে বিনাশ তাৰ, কলিত কোন পুণ্যে পাৱে পাৰ? কহিয়ো ছেদিয়ো সংশয় যত, চাৰিও তোৰা মহাভাগৱত। শুনিয়া সনতকুমাৰ মুনি, দিলন্ত উত্তৰ মনত গুণি। গোবিন্দৰ প্রিয় নাৰদ শুনা ভাগৱত ধর্ম্ম আপুনি জানা। হৌক মোক্ষ বুলি সব লোকৰ কৰিলাপ্রশ্ন সংসাৰত সাৰ। * * * পুত্রদাৰা ধন আতেসে ৰতি, সবাতো অধম যি মন্দমতি। সি সবো পাপত হোৱে তৰণ যদি হৰিপদে লৱে শৰণ।" ইত্যাদি।

"মহাপুৰুষ মাধৱদেৱৰ নামঘোষা ঃ—গোবিন্দক নাৰাধিয়া, কোন কালে কদাচিত, সুখী হৈয়া আছে কোন জন।" "হেন শিক্ষা মনে ধৰি, ডাউকে বোলয় সদা, কোবা কোৱা কুবাক্য বচন।।" "হৰি ভক্তি সৰোবৰে, সন্তোষ অমৃত জলে, কৃষ্ণপাদ পদ্ম প্রকাশয়। ৰাম নাম ৰাজ হংস, চানিয়া আৰাৱ কৰে, শুনি অতি কৌতুক মিলয়।"

কবিবৰ ৰামসৰস্বতীৰ মহাভাৰতৰ কুলাচল বধ ঃ— মৰ সাস কৰি বায়ুসুত মহাবলী, কোবাইবে লাগিলা ঘোৰ গদা গোট তুলি। কাৰো কাৰো ভৰি ভাঙ্গে কাৰো জান মৰে, মহাচোটে দুঃখ পায়া বাগাৰিয়া পৰে। হানিবাক প্রতি কেহো নপাৰয় ঘৰ, হুহি লাগি গৈলা সবে বীৰ দানবৰ। কতোহো পলাৱে কতো ফুৰেবগুৰাই, পলায় উট খৰ কতো বাহন পেলাই! আই বাপু বুলি কতো আটাশ পাৰয়। আপোনাৰ সৈন্য কতো গচকি মাৰয়। ইত্যাদি।"

আৰু এই অসমীয়া প্রাচীন সাহিত্য-সাগৰ মথি মথি আপোনালোকক বিৰক্ত কৰিবৰ ইচ্ছা নকৰোঁ। কেৱল ইয়াকেহে মাত্র আপোনালোকক দেখুৱালোঁ যে, যি আসামক আন আন দেশবাসীসকলে অশিক্ষিত অনার্য্য বুলি ঘৃণা কৰিব খোজে, আসামৰ সীমাত ভৰিৰ আঙুলি কেইটা নৌপৰোঁতেই "আসাম ভ্রমণ", "আসামেৰ ইতিহাস" প্রভৃতি নাম দি কিতাপ লিখা বিদেশীয় মহোদয়সকলে "আসাম অসভ্য বর্ব্বৰেৰ দেশ, আসামে বিবাহপ্রথা নাই, লোকগণ কথা কহিতে পাৰেনা, কাপড় পৰে না" প্রভৃতি অসম্ভৱ কথা কাকতে পত্রে প্রকাশিত কৰি ভাৰতবাসীৰ ওচৰত এই আর্য্যপ্রধান পবিত্র দেশটোৰ নামত কলঙ্ক আৰোপণ কৰে, আপোনালোকে বিবেচনা কৰি চাওক ৬ষ্ঠ শতকাৰপৰা সেই জাতিৰ সাহিত্য ভঁৰালৰ কেনে অৱস্থা আছিল। গতিকে এনে এটা উন্নত জাতিৰ ওপৰতএনেকুৱা কলঙ্ক আৰোপণ কোনো ৰকমে শোভা পায়নে?

সকলো দেশত সকলো সময়তে জাতীয় সাহিত্যলেখকসকলৰ ভিতৰত দুটা দল দেখিবলৈ পোৱা যায়। ১ম দল সংকীর্ণ, সম্পূর্ণ জাতীয়, ২য় দল, উদাৰ সার্ব্বজনীন। যোৱা উত্তৰ বঙ্গ সাহিত্য পৰিষদত মাননীয় বিদ্যাবিনোদ মহাশয়ে অৱশ্যে এই দল দুটি অকল অসমীয়াৰ ভিতৰতহে বুলি লিখিছিল। আপোনালোকে বিবেচনা কৰি ভাবি চালে সকলো দেশৰ সাহিত্যিক সকলৰ ভিতৰত এনে দুটা দল দেখিবলৈ পাব। আগেয়ে কোৱা হৈছে যে, ভাৰতৰ আন আন সংস্কৃত-প্রধান ভাষাৰ দৰে অসমীয়া ভাষাও এটা সংস্কৃতমূলক ভাষা। গতিকে ইয়াৰ ভাষা-সেৱকসকলৰ ভিতৰত যে, এটা সংস্কৃতৰ ফালে ঢাল লোৱা, আন টা কিঞ্চিৎ পৰিমাণে গ্রাম্য দুটা দল হব—ই একেবাৰে সম্ভৱপৰ কথা। এনে দলাদলিৰপৰা

সাহিত্য-জগতত লাভ ভিন্ন ক্ষতিৰ একো কাৰণ দেখা নাযায়। ইয়াৰ এটা চতুৰ্দ্দশ শতিকাৰ উদাহৰণ দেখুৱাবৰ কাৰণে মই আকৌ এটি প্ৰাচীন কবিৰ প্ৰতিভা আপোনালোকৰ আগত উপস্থিত কৰিলোঁ।

যাৰ অনুগ্ৰহত আমি এই নীলাচল ধামত মাতৃ দৰ্শন কৰিবলৈ পাইছোঁ, অবিদিত মাতৃৰ পীঠস্থান চিনি পাইছোঁ, সেই কামৰূপৰ অতীত মহাৰাজা পুণ্যশ্লোক বিশ্বসিংহৰ সমসাময়িক এই কামাখ্যা পৰ্ব্বত নিবাসী কবি দুৰ্গাবৰে "দুৰ্গাবৰী" নাম দি বেহুলা লখিন্দাৰৰ ইতিহাস এখন লিখে। দুৰ্গাবৰ মাধৱ কন্দলী আৰু শঙ্কৰদেৱৰ মধ্যৱৰ্ত্তী কবি। অথচ দুৰ্গাবৰৰ ভাষা কেনে ঘৰুৱা চাওক ঃ—

"মুখচায়া ঘনে লুণ্ঠয় গাৱ, পুত্ৰ বুলি কান্দে সনেকা মাৱ। হা পুতা লখাই গইলি কই, কাল নিন্দে পুতা আছিলি শুই। মই মৰোঁ পুতা তোৰ লগত, এহি বুলি মুষ্টি মাৰে বুকুত। ধাকুৰে কপাল আজোৰে চুল, কবি দুৰ্গাবৰ গীত অমুল। জিভা খান পুৰি মোৰ চাৰি শিষ্যে খাবি, নিশিখাওঁ গুণ গান আপুনিসে পাবি।"

দুৰ্গাবৰৰ পৰবৰ্ত্তী শঙ্কৰদেৱৰ সমসাময়িক নাৰায়ণদেৱৰ ৰচনা ঃ—

"মূৰ শিথানত আছে কন্যা জাৰিভৰা পানী, তাৰে মোৰ মুখে এক টোপা দিয়া আনি। ককাল থান ডকিম বালাৰ আতি বৰ সৰু, আটিলে মুঠিত লুকে হৃষৰ ডম্বৰু।"

ইয়াৰ দ্বাৰাই আমাৰ উক্ত কথা ভাল ৰকমে প্ৰমাণিত নহয় নে?

চতুৰ্দ্দশ শতিকাৰ অসমীয়া গদ্যকাব্য। মই আদিতে সাৰ্ব্বজনীন সাহিত্যৰ মাধৱকন্দলী, শঙ্কৰদেৱ আৰু মাধৱদেৱ, ৰামসৰস্বতীৰ যি কেইটা উদাহৰণ উদ্ধৃত কৰি আহিলোঁ, তাত ভাল ৰকমে লক্ষ্য কৰি আপোনালোকে অৱশ্যে বুজিছে যে,অতীতৰ অসমীয়া সাহিত্যত বহুত মৈথিলী আৰু ব্ৰজবলী শব্দ সোমাইছিল, অধিকন্তু দুৰ্গাবৰ বা নাৰায়ণদেৱৰ কবিতাত সি ভাব নাই। চতুৰ্দ্দশ শতিকাৰ (?) গদ্যলেখক প্ৰভু ভট্টদেৱ গোস্বামীৰ গদ্য শ্ৰীমদ্ভাগৱত আৰু গীতাতো এই ভাব দুটি প্ৰবল ৰকমে দেখিবলৈ পাব।

শ্ৰীমদ্ভাগৱত প্ৰথম স্কন্ধ ঃ—

"নৈমিষাৰণ্যত শৌনকাদি মুনি গণে বিষ্ণু প্ৰাপ্তি অৰ্থে সহস্ৰ বৎসৰ যজ্ঞ কৰন্তঃ এক দিনা প্ৰভাতে সৰ্ব্ব কৰ্ম্ম কৰি পুৰাণবক্তা সূতক আদৰি প্ৰশ্ন কৰন্তঃ হে সূত,তুমি পুৰাণ ভাৰত ধৰ্ম্মশাস্ত্ৰচয় পঢ়ি ব্যাখ্যা কৰিছাঃ আৰু ব্যাসাদি মুনিগণে যি জানন্ত তাকো জানাঃ যাঁতো প্ৰিয় শিষ্যত গুৰুসবে গুহ্যক কহেঃ সেই সেই শাস্ত্ৰত পুৰুষৰ একান্তিক শ্ৰেয়সঃ তুমি নিশ্চয় কৰি সুগম মতে কহঃ বুলিবা আনে বিচাৰি জানোক তাক নপাৰেঃ যাতো কলিযুগে লোক অল্পায়ু অল্প মতিঃ অল্প ভাগ্য আৰু নানা তাপে আশিতঃ এতেকে বহুশাস্ত্ৰ বিভাগি শুনাইতে লোকে নপাৰেঃ তাক জানি সৰ্ব্বশাস্ত্ৰ উদ্ধাৰি লোকৰ কুশলৰ অৰ্থে কহঃ যাতে লোকৰ মন প্ৰসন্ন হৈবকঃ আৰো প্ৰশ্ন কৰো ভগৱন্ত দৈবকী গৰ্ভে কি নিমিত্তে উপজিলা।" ইত্যাদি।

অসমীয়াৰ প্ৰাচীন এই এটি চিত্ৰ নিশ্চয় আপোনালোকৰ আগ্ৰহৰ সামগ্ৰী হব, কাৰণ চতুৰ্দ্দশ (?) শতিকাত ভট্টদেৱৰ নিচিনা গদ্যলেখক বঙ্গদেশত কোনোবা আছিল বুলি আমি এতিয়ালৈকে একো প্ৰমাণ পোৱা নাই।

অসমীয়া নাটক। অসমীয়া নাটকৰ প্ৰথম সৃষ্টিকৰ্ত্তা শ্ৰীশঙ্কৰদেৱ। তেওঁৰ নাটকৰ ভাষা গীত সমুদায়কেই সম্পূৰ্ণ ৰকমে ব্ৰজবলি সাঁচত সজাইছিল। যিমান দূৰ আমি অনুসন্ধান কৰি জানিব পাৰিছোঁ, ভাৰতৰ ভিতৰত বিদ্যাপতি, হৰ্ষনাথ আদিৰ মৈথিলী নাটকৰ ঠিক পাছতেই সেই আৰ্হিৰে শ্ৰীশঙ্কৰে অসমীয়াত নাটক লিখে, গতিকে ১ম মৈথিলি নাট ২য় অসমীয়া নাট।

| মৈথিলী— | অসমীয়া |
|---|---|
| পাৰিজাত হৰণ—বিদ্যাপতি। | পাৰিজাত হৰণ—শঙ্কৰদেৱ। |
| ৰুক্মিণী হৰণ—বিদ্যাপতি। | ৰুক্মিণী হৰণ—শঙ্কৰদেৱ। |
| উষাহৰণ—হৰ্ষনাথ। | উষাহৰণ—শঙ্কৰদেৱ। |
| গৌৰীপৰিণয়—কবিনাথ। | সীতাস্বয়ম্বৰ—মাধৱদেৱ। |
| প্ৰভাৱতী হৰণ—ভূতনাথৰ। | চোৰধৰা—মাধৱদেৱ। |

শ্ৰোতাসকলৰ কৌতুহল নিবাৰণৰ নিমিত্তে শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ নাটৰ পৰা এটা গীত সূত্ৰ আৰু বচন দুটিমান উদ্ধৃত কৰিলোঁ ঃ—

গীত ৰাগ সুহাই, একতাল।

আৱত ৰুক্মিণী কয়া পচাৰ, সখীগণ সঙ্গে ৰঙ্গে কৰত

বিহাৰ। ঈষত হাসত মুখ চান্দ উজোৰ, উত্তিমমোতিমযৈচে নয়ন চকোৰ। মণিময় মকৰ কুণ্ডল দোলে, কনক পুতলি তনু নয়ন মন ভুলে। কৰে কেয়ুৰ কঙ্কন চমৎকাৰ, মাণিকৰ কাঞ্চি ৰচিতহেমহাৰ। চলৈতে চৰণ মঞ্জিৰ কৰে ৰোল, ৰূপে ভুবন মোহে শঙ্কৰে বোল। সূত্র। আহে লোক, সে গোসানী দেৱী ৰুক্মিণী সখীসব সহিতে নৃত্য কৰি এক পাশ হৈয়া ৰহল। তদন্তৰে প্ৰস্তুত কথা শুনহ। সুৰভি নামে এক ভিক্ষুক ভাট কুণ্ডিল নগৰী হন্তেদ্বাৰকাপুৰ প্ৰবেশিয়ে শ্ৰীকৃষ্ণক দৰশন ভেল। তাহে কৃষ্ণ বাত্ত পুছত।

কৃষ্ণ—অএ ভিক্ষুক ভাট, তোহো কোঠাইৰ হন্তে আৱলি? ঠিক প্ৰস্তুত বাত কহ।

ভিক্ষুক,—হে স্বামি, হামো সুৰভি নামে ভাট, কুণ্ডিল নগৰী হন্তে তোহাক দৰশন নিমিত্তে আয়লো ঠিক। আঃ তোহাক ৰূপ সম্প্ৰতিকমহিমাকি কহব। হে স্বামি হামাৰ ৰাজনন্দিনী ৰুক্মিণী যব তোহাৰ গৃহিণী হয়, তবে তব গৃহবাস সম্ফল হয়।”

দেহবিচাৰৰ গীত বঙ্গদেশৰ কোনো কোনো পল্লীতহে কদাচিৎ একেবাৰে সাধাৰণ শ্ৰেণীৰ দাড়ি মাঝিৰ মুখৰপৰা দুটা এটা প্ৰাচীন মনসাৰ ভাসান বা মাল্‌সি গান শুনিবলৈ পোৱা যায়। শিক্ষিত বা অৰ্দ্ধশিক্ষিত সম্প্ৰদায়ৰ ভিতৰত অৱশ্যে বৰ্ত্তমান সময়ৰ ৰবি বাবুৰ, ডি. এল. ৰায়ৰ বা গিৰীশ বাবুৰ গানৰ অভাব নাই, কিন্তু আমাৰ অসমীয়াৰ ভিতৰত শিক্ষিত বা অশিক্ষিত, স্ত্ৰী পুৰুষৰ সকলোৱে যেনেকৈ দুই চাৰিটি প্ৰাচিন কবিৰ সুগভীৰ গান জানে আৰু গায়, তেওঁলোকৰ ভিতৰত তেনে অতি বিৰল। সেই অসমীয়াৰ প্ৰাচীন গীত সমুদ্ৰৰ দুটি এটি ক্ষুদ্ৰ তৰঙ্গ মাত্ৰ আপোনালোকৰ আগত উপস্থিত কৰিলোঁ।

“গোবিন্দ বিনে হৰি গোবিন্দ ৰাম সকল ভৰসা হৰি তোমাৰ নাম। কাটিলা নৌকা খান সুকাঠি জানি, বিন্ধে নানান পোকে নজৰে পানী। সুকাঠৰ নৌকাখানি বিন্ধিলা ঘুণে, বুৰি গল পাপৰ নৌকা তাহে কোন দিনে। ৰাও কৰিয়া চকিয়াই ডাকে,যাবলৈ নোৱাৰোঁ দাৰুণ শোকে।”

ইয়াত সুকাঠৰ নৌকা শব্দে অনিত্য পাঞ্চভৌতিক দেহ আৰু চকিয়া মানে পাশবদ্ধ জীবাত্মাক লক্ষ্য কৰা হৈছে।

“শুনিয়া চোৰা মন ভাবিয়া চোৰা মন, চাকণ চিকণ দেহা মিছাত মৰণ। আজি ভজো কালি ভজো আলচন্তে যাই, কোনবা দিনা দেহা পৰে থান থিতি নাই। সুবৰ্ণৰ খুটা কামি মাণিকৰ ৰুৱা,তাত বহি ভোজন কৰে শগুণ বপুৰা ৰবি উঠি শগুণে শৃগাল মহাদানী, শৃগালে দোকান দেই মাংসে খাই টানি। পৰুৱা পিপিৰা যেন খান্দিতুলে মাটি, জোৰাই জোৰাই গুলকি পৰে শৰীৰৰ গাঠি। ভব নদী পাৰ হই জীৱে আছে চাই, দেখা দেখা নৰলোক ভেলৰ বিলাই। ধন জনক নকৰাশা এতে ৰব পৰি, পুত্ৰ ভাৰ্য্যাক নকৰ আশা লগে নযায় মৰি। মিছা ঘৰ মিছা বাড়ী মিছা কামত বন্দী হলো হৰাল চেতনা।”

অনুমান কৰি চাওক, এই গীতবিলাকৰ ভাব কেনে উচ্চতম; অথচ ভাষা কেনেসৰল ঘৰুৱা। এইবিলাক জাতীয় ভাব আৰু সাহিত্য জাগৰণৰ পক্ষে প্ৰধান উপকৰণ। এইবিলাক কিমান শতাব্দীৰপৰা প্ৰচলিত হৈছে; তাৰ আমি এতিয়ালৈকে ভাল ৰকমে অৱধি ঠিক কৰিব পৰা নাই। শুনিবলৈ পাওঁ, মুছলমান সন্তান দালিমুছা ভকতে হিন্দুধৰ্ম্ম গ্ৰহণ কৰি প্ৰথমতে তেওঁৱে এনেকুৱা গীতৰ সৃষ্টি কৰে। আমাৰ অনুমান মতে দালিমুছা পঞ্চদশ শতিকাৰ পাছৰ নহয়, ইয়াৰ সত্য উদ্ধাৰৰ নিমিত্তে মই বৰ চেষ্টিত আছোঁ।

উল্লিখিত কবিসকলৰ প্ৰতিভাৰ দ্বাৰাই আমি অতি সহজত অনুমান কৰিব পাৰোঁ দ্বাদশ বা ত্ৰয়োদশ শতিকাৰপৰা অসমীয়া সাহিত্য জাগ্ৰত হয় আৰু পঞ্চম বা ষষ্ঠ শতিকাৰপৰা অঙ্কুৰিত হয়। ইন্দ্ৰবংশীয় আহোম ৰজাসকলে তেওঁলোকৰ নিজৰ শ্যান দেশীয় ভাষা এৰি এই অসমীয়া ভাষাকেই নিজৰ মাতৃভাষা বুলি গ্ৰহণ কৰে আৰু সেই ভাষাৰেই তেওঁলোকৰ ৰাজকীয় বুৰঞ্জী লেখায়। আহোম বুৰঞ্জী মতে আহোম ৰজাসকলৰ ইন্দ্ৰবংশীয়ত্বৰ প্ৰমাণ :—“অৰ্থ আহোম ৰজা ইন্দ্ৰবংশীৰ প্ৰস্তাৱ। ভৈৰবী নদীৰে পৰা দিক্‌কৰবাসিনী অৰ্থাৎ সদিয়াৰকেচাইখাতী পৰ্য্যন্তে সৌমাৰপীঠ বোলে; এই সৌমাৰ পীঠৰ পূৰ্ব্বে হিৰকুট পৰ্ব্বতৰ দক্ষিণ স্বৰ্ণাদ্ৰিৰ উত্তৰ এই সীমাৰ মধ্যতে গৃহগাদী নামৰ পৰ্ব্বতৰ উপৰি বত্নাভূমী নামক স্থানতে সুন্দৰ স্থান দেখি, এক সময়ত সখীগণ সহিতে শচী ও ইন্দ্ৰ উভয়েই ক্ৰীড়া কৰি ফুৰিছিলে। সেই পৰ্ব্বতৰ গুহাতে বশিষ্ঠ মুনি

থাকে, তাৰে পৰা স্নান কৰিবলৈ মুনি ওলাই তেওঁৰ ফুলনিতে ক্ৰীড়া কৰা দেখি, কুপিত হৈ ইন্দ্ৰক অন্ত্যজা স্ত্ৰীত পতিত হ বুলি শাপ দি, সেই স্থান এৰি বহ্নপীঠৰ ঈশান কোণৰ নীলাচললৈ গুচি গল। পৰে তৎখনে কাণে নুশুনা কলা ও বোবা এনে দৈত্যাকাৰ মনুষ্য হল। ইন্দ্ৰৰ সেই অৱস্থা দেখি সখীগণ সহিতে দুঃখাতুৰা হৈ শচী স্বৰ্গলৈ গুচি গল। এনেতে সেই পৰ্ব্বত নিবাসী অন্ত্যজৰ এক সুন্দৰী স্ত্ৰী ফুৰি ফুৰি ঐ ইন্দ্ৰৰ ওচৰ চপাত, কামোদ্বেগ দ্বাৰা উভয়েৰে সংগত হলত ইন্দ্ৰ শাপৰ পৰা মোচন হৈ ঐ স্ত্ৰীত কলে বোলে, তোমাৰ গৰ্ভত এটি পুত্ৰ আছে; কালত জন্মি সেয়ে ৰজা হব; এইবুলি ইন্দ্ৰ স্বৰ্গলৈ গল, ঐ স্ত্ৰীও আপোন ঘৰলৈ গল।

"পৰে ঐ গৰ্ভৰ পৰা জন্মা কালত আকাশৰ দেৱতাসকলে হৰ্ষিত হৈ অনেক বাদ্য কৰিলে, গন্ধৰ্ব্বসকলে গান কৰিলে, তদপেখ্যাতে অপ্সৰাই নৰ্ত্তন কৰিলে,দশোদিশ প্ৰসন্ন হল, সৰোবৰসকল অতি নিৰ্ম্মল হল, এনে কালতে অতি সুলক্ষণ বালক এটি জন্মিল, সেই বালকৰ নাম খেনখাম। পৰে ঐ বালক যুবা হলত কোনো এক সময়ত ইন্দ্ৰে আসুৰিকমতে পূজা কৰিবলৈ চোমদেও নামে এক দেৱতা, ও এখনি হেমদাঙ্গ নামেৰে অস্ত্ৰ ও এজোৰ ঢাক নামে বাদ্য,ও কাই চেঙ্গমুঙ্গ নামেৰে দুই জুৰি কুকুৰা এই সকল দ্ৰব্যাদি সকলো দ্ৰব্যৰ গুণ ও কৰম উপৰি উক্তখণি বুজাই দিলেহি। ঐসকল দৈবিক দ্ৰব্যাদিৰ প্ৰভাবেৰেই অতি বলবন্ত হৈ, স্বৰ্গাদি পৰ্যন্ত আক্ৰমণ কৰি ৰজা হল।"

(তামুলি ফুকনৰ আহোম বুৰঞ্জী ৭৬ পৃঃ)

আমাৰ সংগৃহীত এই বুৰঞ্জীখন একেবাৰে নুমলীয়া, এইখন ৰাজেশ্বৰ সিংহৰ দিনত ৰচিত হয়। ইয়াৰ আদিৰ বহুত বুৰঞ্জীৰ যে ৰাজেশ্বৰ সিংহৰ দ্বাৰাই ধ্বংস সাধিত হয় তাৰ আভাষো আমি এই বুৰঞ্জীতে পাওঁ—"এনেতে বৰগোহাই ডাঙ্গৰীয়াই চকৰিফেটি নামে এখান বুৰঞ্জী উলিয়াই বকতিয়ালৰ ঘৰ জলমৰটা বুলি কোবা শুনি ধৰবৰুৱাই নবাব পৰা বঙ্গহৰ মানুহ আনি আচল অহম হই যেন বুজায়, স্বৰ্গদেৱত জনালে বোলে বন্দী প্ৰধান হৈ থাকোতে এই বেৱস্থা, আগলৈ বা কাৰ ঘৰৰ কি লিখি থই, আৰু ৰজাঘৰৰ বা কেনে কথা কেনেদৰে লিখে এতেকে অহম ডাঙ্গৰীয়া কাকতী কটকী যাৰ যাৰ ঘৰত যত বুৰঞ্জী আছে, সকলো খনি আনিব দিয়ক। এইৰূপ জনালত স্বৰ্গদেৱে আজ্ঞা কৰিলে তদনুসাৰে দেশৰ যাৰ২ ঘৰত বুৰঞ্জী আছিল সকলো খনিস্বৰ্গদেৱে চাবলৈ বিচাৰিছে বুলি কৈ যি কেইখন পালে তাকে চপাই লৈ তাৰে যি কেইখন বিষম পালে পুৰি পেলালে।" (উক্ত বুৰঞ্জী ৪০ পৃঃ)

আমাৰ পুৰণি দিনৰ কথাৰ ইমানতে সামৰণি পেলালোঁ। বৰ্ত্তমান সময়ৰ লিখিত ভাষা আৰু ঘৰুৱা ব্যৱহাৰিক শব্দ সম্বন্ধে দুই চাৰি আষাৰ কৈ মোৰ প্ৰবন্ধৰো সামৰণি পেলাম।

বৰ্ত্তমানত আপোনালোকৰ নিচিনা আমিও পুৰাতন সাহিত্য ভঁৰালত ভৰ দি আধুনিক ভাষা, ভাব অনুসৰি সাহিত্যৰ অঙ্গ পুষ্ট কৰিবৰ চেষ্টা কৰিছোঁ। ভাষা সকলো ৰকমে সাৰ্ব্বজনীন, সুগম আৰু সৰল সৰস হব লাগে, এই যত্নৰ আমিও ত্ৰুটি কৰা নাই। বহুদিন বঙ্গদেশীয় লোকৰ লগত সম্পৰ্ক আৰু বঙ্গদেশত বাস কৰাৰ কাৰণে ইয়াৰ বহুত শিক্ষিত মানুহে যেনেকৈ বঙ্গলা ভাষা ভাল ৰকমে বুজিব বা কব পাৰে, আমাৰভাষাও যাতে তেনেকুৱা বঙ্গালীসকলৰ সুখবোধ্য হয় তাৰ নিমিত্তেও আমি চেষ্টা কৰিছোঁ। আসামত এতিয়াও ঘৰে ঘৰে সাচিপাতত লিখা অপ্ৰকাশিত বহুত সাহিত্য আছে, সেইবিলাক সাহিত্য প্ৰকাশিত কৰিবৰ কাৰণেও বহুত সদাশয় পুৰুষে যত্ন কৰিব ধৰিছে। বৰ্ত্তমানত আসামত ইমুৰৰপৰা সিমুৰলৈকে শিক্ষিত সমাজৰ মনত সাহিত্যৰ এটা নতুন ঢৌ উপস্থিত হৈছে। জাতীয় সাহিত্যৰ দ্বাৰাই জাতীয় জীৱন গঠিত কৰি জাতীয় সম্মান অক্ষুন্ন ৰাখিবৰ কাৰণে সকলোৰে মন আকুলিত হৈ উঠিছে।

বৰ্ত্তমানত আপোনালোক আমাৰ একেবাৰে ওচৰচুবুৰীয়া এটা উন্নত জাতি। আমি নানা বিষয়ত আপোনালোকৰপৰা সহায় লবলৈও ঘৃণা বোধ নকৰো। স্বৰূপতে আমাৰ মাতৃভাষা সুকীয়া সুকীয়া হলেও মাতৃভাষাৰ জননী একেজনী, এক সংস্কৃতৰপৰা অসমীয়া আৰু বঙ্গলা উভয় ভাষাৰ উৎপত্তি। বহুতে আপত্তি কৰিব পাৰে "ওচৰচুবুৰীয়া ইমান উন্নত ভাষা এটা থকাত আৰু এইক্ষুদ্ৰ দেশতঅল্পসংখ্যক মানুহৰ ভিতৰত এটা স্বতন্ত্ৰ

ভাষা স্বাধীন ভাবে ৰখাৰ সকাম কি?" ইয়াৰ উত্তৰ বৰ জটিল আৰু গভীৰ। অবশ্যে অকল বঙ্গ আসাম কিয়, ঈশ্বৰীৰ ইচ্ছাক্রমে সমুদায় ভাৰততেই যদিএটা ভাষা প্রচলিত হয় তেনেহলে যে আৰু আমাৰ কিমান আনন্দৰ বিষয় হব তাক কৈ ওৰ পেলাব নোৱাৰি। কিন্তু এই আনন্দলাভ কৰিবলৈ উদ্যম কৰাৰ আদিতে কেতবিলাক সুবিধা আৰু অসুবিধাৰ ফালে ভাল ৰকমে চকু দিব লাগিব।যি দেশত যিটো সাৰ্ব্বজনীন লিখিত ভাষাৰ প্রচলন হব, সমুদায়কথ্য ভাষাৰ লগত মিল নাথাকিলেও তাৰ ঢাল আৰু অধিকাংশ শব্দৰ লগত সেই দেশীয় সমুদায় মানুহৰেই বিশেষ সম্বন্ধ থাকিব লাগিব। নতুবা আন গাইৰ দামুৰি আন গাইৰ লগত দিয়াৰ নিচিনাহে হব। ইয়াৰ বিশেষ ব্যাখ্যাৰ নিমিত্তে তলত কেইটামান উদাহৰণ দিলো,—

| আসামত | বঙ্গদেশত |
|---|---|
| মই ফুৰিবলৈ গৈছিলোঁ | আমি বেড়াইতে গিয়াছিলাম |
| চৰু বহাইছোঁ | হাঁড়ী চাপান হইয়াছে। |
| ডলাৰ বগৰি ফুৰা দিয়ে | এক স্থানে স্থিৰ থাকিতে পাৰে না। |
| কাঠিৰ কুকুৰ নলৰা হৈছে | বৃষ্টিৰ জন্য বাহিৰ হওয়া যাইতেছে না। |
| আয়তীসকলে জোকাৰ দিছে | এয়ো স্ত্রীগণ হুলুধ্বনি কৰিতেছে। |
| খুদেকণে যিহকে পালোঁ তাকে খালোঁ | যাহা মিলিল তাহাই খাইলাম। |
| জোকাই জোকাই বলিয়া কৰিছে | ক্ষেপাইতে ক্ষেপাইতে পাগল কৰিতেছে। |
| ভৰিৰ তলে তলে | পায়েৰ তলায় তলায় |
| পিপীৰা ফুৰা দিয়ে | পিপড়াৰ মত ঘোৰে। |
| মৰকত পৰি বহুত মানুহ মৰিল | কলেৰায় অনেক লোক মাৰা গেল। |

উল্লিখিত উদাহৰণকেইটিলৈ অনেকে এনেকুৱা সিদ্ধান্ত কৰিব পাৰে যে কুকুৰ, সকল, মৰা, পিপীৰা প্রভৃতি শব্দ বঙ্গলাতও আছে। মই কিন্তু সেই ভাবে কোৱা নাই। মই এইটোকেহে দেখুৱাইছোঁ যে উক্ত দুই ৰকম উদাহৰণৰ পৰস্পৰৰ ভিতৰত শব্দগত অনেক মিল থাকিলেও কথাৰ ভাব আৰু ঢাল সম্পূর্ণ সুকীয়া। প্রথম ভাগ বঙ্গালীৰ শিক্ষিতৰ পৰা অশিক্ষিত লৰা ছোৱালী সকলোৰে যেনে সুগমে বুজিব আৰু তাত যেনে জাতীয় ভাবৰ আনন্দ পাব, দ্বিতীয় ভাগ অসমীয়াৰ পক্ষে ঠিক তেনে হব। জাতীয় ভাষা অকল শিক্ষিত লোক কেইজনৰ নিমিত্তে নহয়, জাতীয় ভাষাৰ উন্নতিৰ দ্বাৰাই পতিত জাতিক তুলিব পাৰি। গতিকে যিমান সম্ভব আপামৰ সাধাৰণৰ সম্বন্ধ থকা হব লাগে। মই যদি আজি ভোকত আতুৰ হৈ ঘৰলৈ গৈ চিঞৰি চিঞৰি কওঁ, "আমাৰ খুব ক্ষুধা পেয়েছে, এখনো তোমাৰ ৰান্না হয় নি ?" তেনেহলে ক্ষুধা নিবাৰণ কৰা দূৰৈৰ কথা সেই ক্ষুধাত জীৱন গলেও প্রতিকাৰৰ আশা নহব। যিবিলাকে ঘৰৰপৰা ভৰি বাহিৰ কৰা নাই, তেওঁলোকৰ মনত সেইবিলাক ভাষা ইংৰাজী ভাষা যেন লাগে। অধিকন্তু এই ভাষাত লিখিত সামাজিক নাটক নভেল আদিৰ দ্বাৰাইও সমাজৰ একো উপকাৰৰ আশা নাথাকে। মই অকল অসমীয়া আৰু বঙ্গলীৰ ভিতৰতে দেখুৱাইছোঁ, এই আপত্তি কিন্তু পৰাপৰ পৃথিবীৰ সমুদায় ভাষাতেই খাটিব। যদি কেতিয়াবা আমাৰ এনে দিন আহে যে, ভাৰতৰ ইমুৰৰপৰা সিমূৰলৈকে সকলোৱে সমানে একেটা ভাষাকেই বুজিব পাৰে, ভাব চাল সকলো একেটা ভাষাতে হৈ উঠে, তেনে হলে তেতিয়াহে আমাৰ এই আশা ফলৱতী হব পাৰিব।

সম্প্রতি আমাৰ কাৰো ভাষাত কোনোৰে একো বাধা নিদিয়াকৈ সৎ উদ্দেশ্যেৰে পৰস্পৰৰ ভিতৰত মিলাপ্রীতি ৰাখি নিজ নিজ ভাষাৰ চৰ্চ্চা কৰিবৰ দিন। আৱশ্যক মতে আপোনালোকৰ পৰাও সহায়তা আৰু আমাৰ পৰাও আপোনালোকৰ সহায়তা গ্রহণ কৰা যুগুত। আপোনালোকে এইটো একেবাৰে হাঁহি উৰাই নিদিব যে আমাৰ ভাষা এনেয়ে অতি উন্নত গতিকে তোমালোকৰ ক্ষুদ্র ভাষাৰপৰা আমাক কি সহায়তা লাগিছে আপোনালোকৰ মানুহৰ সংখ্যা বঢ়া আৰু বহুদিন আগৰ পৰা ইংৰাজী শিক্ষাৰ সুগম পাইছে, গতিকে আপোনালোকৰ ভাষাৰ কিতাপ আৰু সেৱকৰ সংখ্যা আমাতকৈ বহুত গুণে বঢ়া হলেও আমাৰ ভাষা বহুদিনৰ পুৰণি আৰু প্রাচীন সাহিত্যভঁৰাল বৰ ডাঙৰ। দীনেশ বাবুৰ বঙ্গভাষা ও সাহিত্যৰ নিচিনা চাৰিখন মান কিতাপ কৰিলেহে কিজানি যদি অকলে অসমীয়া পুৰণি সাহিত্যৰ বুৰঞ্জী শেষ হব পাৰে। গতিকে এই ভাষাৰ পুৰণি ইতিহাস আৰু আধুনিক সাহিত্যৰ দ্বাৰাইও আপোনালোকৰ যথাকথঞ্চিৎ উপকাৰ সাধিত হব পাৰে।

শ্রীতাৰানাথ চক্রবর্ত্তী।

# ˚দক্ষিণপাট সত্ৰৰ বিবৰণ*

১। স্বৰ্গীয় জয়ধ্বজসিংহ মহাৰাজাই ১৫৭৬ শকৰ পৌষ মাস ভটিয়া পাবৰ পুখুৰি খনাই সেই পুখৰিৰ জল উলিয়াই উৎসৰ্গা কৰাৰ কাৰণে ভাল মহন্ত ব্ৰাহ্মণ বিচৰাত ভেলাই পাচনি নামে এজন লোকে মহাৰাজাত জনালে, যে বেহাৰত অতি সাধক মহন্ত ব্ৰাহ্মণ ˚বনমালী নামে আছে, তেওঁকে অনাই পুখুৰিৰ জল উলিয়াই উৎৰ্গ কৰা ভদ্ৰ। এই কথা ৰজাই মঞ্জুৰ কৰি ৰজাৰ শ্বশুৰ গুৱাহাটিত থকা সেনাপতি বৰফুকনলৈ বনমালীদেৱে গোসাঁইক অনাবলৈ পত্ৰ দি মানুহ পঠালে বৰফুকনে কটকী এজন টেকেলা তিনিজন সহ বেহাৰৰ দামোদৰদেৱৰ স্থাপিত সত্ৰৰ পৰা গোসাঁইক আনিবলৈ পঠাই গোঁসইক অনোৱাই ৰজাৰ ওচৰলৈ উজাই পঠিয়ালে। ৰজাই গোঁসাই আহিবৰ সম্বাদ শুনি পাত্ৰ মন্ত্ৰীসকলক পঠিয়াই গৌৰবেৰে আগ বঢ়াই নিয়ায়। শাকবাৰি নাওঁশালিৰ ওচৰত ঘৰ বাহৰ কৰাই ৰোজগাৰ দি ৰখালে।

কিন্তু বনমালীদেৱক আগ বঢ়াওতে সেই সময়ত আউনীআটীয় ˚নিৰঞ্জন দেৱো আহিছিল, তেওঁকো আগবঢ়াই নি সেই শাকবাৰিতে থাকিবলৈ ঠাই দিলে। তাৰ পাছত বনমালীদেৱে ভাটিয়াপাৰৰ পুখুৰিৰ জল উলিয়াই দি, ৰজাত যাবলৈ বিদায় জনোৱাত, ৰজাই বিদায় নিদি, মাজুলী, লুহিতৰ দক্ষিণে ৰজাৰ ৰাঙ্গলী বাহৰ পাট নগৰৰ ওচৰতে বনমালীদেৱৰ সত্ৰ পাতি দি ৰাখিলে, আৰু অনেক জমি বৃত্তিও দিলে। জয়ধ্বজসিংহ মহাৰাজা পূৰ্ব্বে আউনীআটীৰ নিৰঞ্জন দেৱৰ শৰণীয়া আছিল, বনমালীদেৱৰ অসীম মাহাত্ম্য দেখি উক্ত মহাৰজাই, তন্ত্ৰোক্ত মতে মন্ত্ৰ গ্ৰহণ কৰিলে। কিছু দিনৰ পাছে ১৫৮৫ শকত উক্ত মহাৰাজাৰ অন্তিম সময়ত বনমালীদেৱ গোসাঁইক নিয়াই ৰাঙ্গলী বাহৰ পাটনগৰাদি সমৰ্পণ কৰি, তেওঁ স্বৰ্গী হয়। তেতিয়াৰপৰা দক্ষিণপাট সত্ৰ নাম প্ৰখ্যাত হয়, ৰজাৰ পাট নগৰতে সত্ৰ পতাই দিয়া বাবে দক্ষিণপাট সত্ৰ বোলে।

বনমালীদেৱৰ চক্ৰধ্বজ আৰু লৰাৰজা শিষ্য আছিল, আৰু দৰঙ্গৰ ৰজাও শিষ্য আছিল। বৰ্ত্তমান দৰঙ্গৰ ৰজাৰ সন্তানসকল দক্ষিণপাটৰ শিষ্য হৈ আছে।

২। পূৰ্ব্বে বনমালীদেৱে বেহাৰত দামোদৰদেৱৰ সত্ৰত দামোদৰদেৱৰ ধৰ্ম্মাৱলম্বী হৈ ˚বলদেৱ আৰু পৰমানন্দ দেৱৰপৰা ধৰ্ম্মগাদি পাই অধিকাৰ হৈ আছিল, ৰজাই তাৰপৰাহে উজনীলৈ অনায়।

৩। বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা, বৰফুকন এবমাদি ভদ্ৰলোক শিষ্য হোৱা কাৰণে শিষ্যৰ বেছি সংখ্যা বুজাইছে ঃ—

৪।˚বনমালীদেৱৰ ১৪৯৮ শকৰ ভাদ্ৰ মাহৰ কৃষ্ণা জন্মাষ্টমী তিথিত অচ্যুতপুৰ অৰ্থাৎ কলাবাৰিত জন্ম হয়। বনমালীদেৱে পাচ বছৰ বয়সতে˚ গোপালদেৱৰ আগত ভাগৱত ব্যাখ্যা কৰিছিল। আৰু তেওঁ যুধিষ্ঠিৰ মহাৰাজাৰ যজ্ঞমুৰ্ত্তি˚ যাদৱৰায়ক শ্ৰীক্ষেত্ৰৰপৰা আনি সেই পাটনগৰৰ ওচৰত ৰজাই পাতি দিয়া দক্ষিণপাট সত্ৰতে স্থাপন কৰে। ১৬০৫ শকৰ আশ্বিন মাহৰ শুক্লা সপ্তমী তিথিত ভতিজাক ৰামদেৱ গোসাঁইক ধৰ্ম্ম মালা দি অচ্যুতপুৰ অৰ্থাৎ কলাবাৰি সত্ৰত বৈকুণ্ঠপ্ৰয়াণ হয়।

৫।˚বনমালীদেৱ উদাস অধিকাৰ আছিল। তেওঁৰ ভ্ৰাতৃবংশীয় বৰ্ত্তমান আমি বিলাকেই বনমালীদেৱ আমাৰ অত্যাতিবৃদ্ধপ্ৰপিতামহ হয়। আৰু বৰ্ত্তমান আউনীআটীয় অধিকাৰ শ্ৰীশ্ৰীকমলদেৱৰো ˚বনমালীদেৱ অত্যাতি

---

শ্ৰীহৰি

এই প্ৰশ্নোত্তৰ শ্ৰী শ্ৰীযুক্ত দক্ষিণপাট সত্ৰাধিকাৰ প্ৰভুৰপৰা পোৱা গৈছিল।

শ্ৰীদ্বাৰকানাথ শৰ্ম্মা মহন্তৰ প্ৰতি আশীৰ্ব্বাদ

তোমাৰ ৪ ফাগুণৰ পত্ৰ সহ প্ৰশ্নাৱলী পাই সকলো কথা অবগত হলো। আমি যি জানো প্ৰশ্নৰ উত্তৰ দিছোঁ। তুমি সত্ৰাৱলী পুথিখন কৰিব খোজা শুনি বৰ আনন্দিত হৈছোঁ।

শক ১৮৩৩। ২৩ ফাগুণ।

শ্ৰীশ্ৰীদক্ষিণপটীয়া গোস্বামী।

বৃদ্ধপ্ৰপিতামহ হয়। ইয়াত বাজে অন্য ঠাইত কোনো নাই।

৬। শঙ্কৰদেৱৰ জীৱনীত লিখা কোৰ দামোদৰ নহয়, আমাৰ গৌতম গোত্ৰীয় গৰুড়াচলৰ উত্তৰ ৰত্নেশ্বৰ গ্ৰামত ১৪১০ শকত জন্ম গ্ৰহণ কৰা দেৱ দামোদৰ। শঙ্কৰদেৱে নিজে বাৰ স্কন্ধ ভাগৱত লিখি সোণৰ শলখা দি দামোদৰদেৱক দিছিল—সেই ভাগৱত অদ্য পৰিমিত আমাৰ সত্ৰত আছে। আৰু সেই দামোদৰদেৱৰ পূজিত দামোদৰ আৰু লক্ষ্মীনাৰায়ণ শালগ্ৰাম যন্ত্ৰ অদ্য পৰ্য্যন্ত আমাৰ পূজিত হৈ আছে। আৰু সেই দামোদৰদেৱক বেহাৰৰ লক্ষ্মীনাৰায়ণ ৰাজাৰ হুকুম মতে জাৰৰ বৰ কায়স্থে পশ্চিমে গড়ঘাট নদীৰ ভিতৰুৱা ঢাপৰ ওচৰত তৰুৱা ঢাপ নামে সত্ৰ কৰাই দিছিল।

৭। দামোদৰদেৱৰ বংশৰ সতি সন্ততি কোন আছে ইদানিক আমাৰ বিদিত নাই। কামৰূপত বিচাৰিলে বুজিব পাৰিব।

৮। মহাপুৰুষীয়া ধৰ্ম্মৰে আমাৰ ধৰ্ম্মৰ কিছু বিভিন্নতা আছে। আমি তান্ত্ৰিক আৰু বৈদিক উভয় মতেই চলোঁ।

৯। আমাৰ পূৰ্ব্বৰ দেৱসকলে কৰি থৈ যোৱা গীত আৰু ঘোষা গোৱাৰ নিয়ম আছে, প্ৰসঙ্গো সেই দৰেই কৰা হয়।

১০। আমাৰ ব্ৰহ্ম সংহতি।

১১। আগম নিগম উভয়ত চলা হয়। আগম হৈছে শিবোক্ত তন্ত্ৰ ; নিগম হৈছে বেদ।

১২। আমাৰ মালা আছে, বাহুল্য লেখা অনাৱশ্যক। কেই নাম তাক প্ৰকাশ কৰা অযুক্ত।

১৩। আমি চাৰি সত্ৰীয়া আদি কৰি এটকা মহন্ত—এটকা মহন্তৰ নাম অটাইবিলাকৰ বিশেষ কৰি কব নোৱাৰোঁ।

১৪। দামোদৰদেৱে কামৰূপ অঞ্চলত পতা সত্ৰ বহুত আছে, আমি সেই সকল সত্ৰৰ নাম বিবৰি কব নোৱাৰো—

১৫। আমাৰ বনমালীদেৱে পতা সত্ৰ প্ৰথম নিজ দক্ষিণপাট, দ্বিতীয় গোপালপুৰ, তৃতীয় কলাবাৰি, চতুৰ্থ কলিয়াবৰ, পঞ্চম দিপোতা। এবমাদি অপৰ অধিকাৰসকলে পতা পাসৰিয়া সত্ৰ অনেক খনি অনেক ঠাইত আছে।

১৬। গুৱাহাটীৰ বংশৰিয়া দামোদৰি সত্ৰ বোলে। তাত দামোদৰি সত্ৰ অনেক আছে—সেইবিলাক সত্ৰৰে দক্ষিণপাট সত্ৰৰ কোনো সম্বন্ধ নাই, ধৰ্ম্ম হলে একেই।

১৭। আমি উল্লেখ কৰা দামোদৰেই হয়, কিন্তু আমিবিলাকে তন্ত্ৰমতে চলা কাৰণে শাক্ত, শৈব, বৈষ্ণব তিনি প্ৰকাৰে শিষ্যৰ ইচ্ছানুসাৰে মন্ত্ৰ দিয়া হয়। শাক্তবিলাকে বলি কাটে। বৈষ্ণৱে নেকাটে।

১৮। চৌধ প্ৰশ্নৰ উত্তৰ প্ৰথম প্ৰশ্নতেই পাব।

১৯। বনমালীদেৱৰ মৃত্যু অচ্যুতপুৰত অৰ্থাৎ কলাবাৰি সত্ৰত হয়, শ্ৰাদ্ধাদি তেওঁৰ ভতিজাক কামদেৱ অধিকাৰে কৰিছিল।

২০। আমাৰ সত্ৰ আগ, আউনীআটীয় সত্ৰ অলপৰ পাছতহে হোৱা, কাৰণ প্ৰথম আমাৰ দেৱ দামোদৰৰ বেহাৰতে ধৰ্ম্মাবলম্বী হৈ সেই বেহাৰতে অধিকাৰ আছিল।

২১। আমাৰ দক্ষিণপাট সত্ৰৰপৰা কোনো সত্ৰৰ মহন্ত বাঢ়ি যোৱা নাই।

# পানিপথ।

## ষষ্ঠ অধ্যায়

বেলিটিয়ে দিনমান আকাশখনত ফুৰি ফুৰি বৰ ভাগৰ লগাৰ গুণে তেওঁৰ পছিমীয়া বিছনাঘৰত লালকাল হৈ এটি বাগৰ দিলে ; চৰাই-চিৰিকটিৰ কেছমেছনি, মানুহৰ হাইৰোল শুনিব নোৱাৰি তাৰপৰাও লাহেকৈ কোনোৱে নেদেখা ঠাই এডুখৰিলৈ মনৰ শান্তিৰে বিশ্ৰাম লভিবলৈ গুচি গল। বহুত চাকি জ্বলিল ; তৰা উঠিল, জোনাকী পৰুৱাৰো অবিৰ্ভাব হল ; চন্দ্ৰয়ো দেখা দিলে ; কিন্তু সকলোটি মিলিও সূৰ্য্যৰ ঠাই পূৰাবলৈ সমৰ্থ নহল। হয়েই বা কেনেকৈ? যাৰ যি ঠাইত যেনে শোভা তাক আনে পূৰাব নোৱাৰে। গোলাপৰ ঠাই জানো গোলাপী আতৰে কোনোবা দিনা পূৰাব পাৰে?

মশানত আজি ফিৰোজাৰ মূৰটি দীঘল অথচ গোল গলৰপৰা খহি পৰিব। তিৰোতাৰ এনে শাস্তি কদাকৃচিৎহে হয় ; সেই বাবে বহুত মানুহৰ সমাগম। মশানভূমিৰ ভিতৰতো অলেখ মানুহ। সম্ৰাটৰ আদেশ, অনুমতি নোহোৱাকৈ কোনো ভিতৰলৈ যাব নোৱাৰিব ; কিন্তু, অনুমতি লৈয়ে ইমান মানুহ গল যে আন সময়তকৈ বেছিহে হল। বধ্যভূমিৰ চাৰিও পিনে বেৰা আছে ; সেই বেৰৰ বাহিৰে মানুহৰ সংখ্যাই নাই। সকলো চাবলৈ উৎকণ্ঠিত—কিদৰে সাধাৰণ তিৰোতা এজনীয়ে এনে অদ্ভুত কাম এটি সম্পাদন কৰিলে,—সেই তিৰোতাজনী। কোনোৱে কৈছে তিৰোতাজনীৰ ভূত-সাধন আছে, কোনোৱে কৈছে তিৰোতাজনী নহয়, আন কোনোবাইহে কৰিলে ; কোনোৱে কৈছে তিৰোতাজনীয়েই ভূত—কেনে দাঁত, কেনে মুখ,কেনে বিকটাকাৰ! আৰু যি অলপ সাহিয়াল বিধৰ সি বা তৰ্ক কৰিছে তিৰোতা হল বুলি নোৱাৰিব কিয়? আৰু তাৰ কথাৰ প্ৰমাণ স্বৰূপে নানা ইতিহাসৰ নানা তথ্য বৰ্ণনা কৰি কৰি নিজৰ জ্ঞানগৌৰব আৰু বিদ্যাৰ পৰিচয় দিছে।

ইপিনে ফাটেক ঘৰত ফিৰোজা। ফিৰোজাই জানিছে তেওঁৰ মৃত্যু অতি ওচৰতে ; তথাপি তেওঁৰ মনত উদ্বেগ নাই ; ভয়ো নাই। এন্ধাৰে পোহৰে মিহলি হৈ ঘৰৰ ভিতৰ ধোঁৱাবৰণীয়া হৈছে ; তাৰে একোণত বিছনা এখনৰ গাৰুত বাওঁহাতৰ কিলাগুটি আৰু হাতৰ তলুৱাত বাওঁগাল খন থৈ উদ্দেশ্যহীন চকু দুটিৰে ওপৰৰ পিনে ফিৰোজাই ভাবিছে—"জীৱন নাটৰ শেহ অঙ্ক শেহ পৰে পৰে প্ৰায়! এই জীৱনত কি কৰিলোঁ, সংসাৰলৈ আহি কি কৰিলোঁ! নেজানি নুশুনি পৰমেশ্বৰৰ ওচৰত কিমান অপৰাধত অপৰাধী ; তেওঁৰ আদেশৰ বিৰুদ্ধে কিমান আচৰণ কৰিছোঁ। এই পাপবোৰ কৰিলোঁ, কি হব। আজি এই জীৱনৰ শেষ সীমাত তোমাক হে দয়াময় পিতঃ তোমাক স্মৰণ কৰিছোঁ। সকলো দোষ, সকলো পাপ, সকলো তোমাৰ নিয়োগমতেই সম্পাদন কৰিছোঁ ; তোমাৰ ওচৰত আজি, যেতিয়া আৰু সময় নাই, কৰযোৰে কাকুতি কৰিছোঁ—অজ্ঞানতাৰ বাবে যি কৰিলোঁ সকলোকে ক্ষমা কৰা। আৰু কি ইচ্ছা আছে! আৰু কি আছে! একো নাই! সংসাৰলৈ আহিছিলোঁ অনন্তৰ ইপাৰে, এই সংসাৰত আজিৰপৰা সকলো লীলাখেলাৰ সমাপতি! বিদায় সংসাৰ! বিদায় পবিত্ৰ মানবমূৰতি! বিদায় সুন্দৰ পশুপক্ষী। বিদায় শুৱনী ফল ফুলগছলতা! বিদায়! বিদায়। বিদায়! সকলোৰে বিদায় দিয়াঁ। মৰণৰ সিপাৰে কি সাঁচি থোৱা আছে, তাক সৰ্ব্বনিয়ন্তাৰ বাজে আনে নেজানে! তেন্তে পাৰ্থিব ভোগসুখ, লালসা-বাসনা, সকলো বিদায়! বিদায় পবিত্ৰ ভালপোৱা! বিদায় পবিত্ৰ প্ৰেম! চাকি নুমাও নুমাও। তথাপি! তথাপি! যেন পৃথিবীৰ মায়ামোহৰ মুগ্ধবন্ধনৰপৰা মুকলি হবলৈ ইচ্ছা নহয়! তথাপি যেন ইচ্ছা হয়—যদি আৰু কিছুমান দিন জীলোঁহেঁতেন! কিজানি,—কি জানি সেই চিকুণ মুখ, প্ৰেমৰ গঠন সেই মূৰতি চাই মৰিবলৈ পালোঁহেঁতেন। সেই নিমিত্তেই মৰণক আলিঙ্গন কৰিব নোৱৰোঁ। অন্ততঃ যদি জানিও মৰিবলৈ পালোঁহেঁতেন যে, অভাগিনী ফিৰোজাৰ যেতিয়া হাৰছাল মাটিৰ লগত মিহলি হৈ যাব, এই নশ্বৰ সংসাৰত যেতিয়া অভাগিনীৰ কোনো চিনেই নেথাকিব, তেতিয়াও প্ৰেম আৰু কৰুণাতে তিতি উঠা এজুৰি চকুৰ পবিত্ৰ তপত পানী হতভাগিনী ফিৰোজাৰ

উদ্দেশ্যে পৰি পৰি অৱহেলাতে ম্রিয়মাণ হৈ মাটিত মিহলি হৈ যাব, আৰু তাৰেই মুখৰ মহিমা অনন্ত আকাশ ভেদি মহাশূন্যত বিলীন হৈ যাব, তেতিয়াও মনৰ শান্তিৰে মৰিব পাৰিলোঁহেঁতেন! তেতিয়াও জানিলোঁহেঁতেন ফিৰোজাৰ বাবে এটি প্ৰাণে কান্দিছে, এটি আত্মাই প্ৰেমৰ শোকত ডুবিছে! কিন্তু সকলো নিৰাশ কল্পনা, আকাশৰ ফুল, জুইৰ শীতলতা! বিদায় সকলো বিদায়! দৌলত! প্ৰাণৰ দৌলত! বুকৰ দৌলত! মৰমৰ প্ৰেমৰ প্ৰাণৰো প্ৰাণৰ দৌলত! বিদায় বিদায়! তোমাৰ উদ্দেশ্যে হতভাগিনীৰ প্ৰণিপাত বিদায়!" সেই অৱস্থাতে ফিৰোজাৰ চকুৰ পৰা জৰ্ জৰ্ কৈ চকুপানী পৰিল। কান্দি তেওঁৰ হৃদয় লঘু হল। ফিৰোজাই আকৌ ভাবিলে, "প্ৰভু! দয়াময়! সকলো তোমাৰ ইচ্ছা; অন্তিমত বল দিয়াঁ, তোমাৰ ৰাজীৱ চৰণ চিন্তি যেন মৰিব পাৰোঁ।" এনেতে সেই ঘৰত ঘাতক সোমাল; ফিৰোজাৰ প্ৰেম আৰু ভক্তি, উজ্জ্বল তিতা চকুৰে শোভাপোৱা সুন্দৰ মুখখন দেখি নিলগতে থিয় দিলে। পাছক্ষণতে ভৰি হাতত পাৰে মানে কোমল ভাবে লোৰ শিকলি লগাই ফিৰোজাক ভৰি হাতে বান্ধি বধ্যভূমিলৈ লৈ গল।

বধ্যভূমিত জুমুৰি খাই থকা মানুহৰ ভিতৰত আৰু হুৰামূৰা লাগিল; কোনো কোনো ভৰিৰ বুঢ়া আঙুলিত ভৰ দি থিয় হল; কোনো কোনো আনৰ কান্ধত ধৰি থিয় দিলে; কোনো কোনোৱে মাজে মাজে একোটি জাঁপ মাৰি ফিৰোজাক একোবাৰ চাই ললে।

যেতিয়া আচল ঠাই ডোখৰলৈ, আহিল, তেতিয়া ফিৰোজাৰ বুকুখন লৰিল,মনত ভয় হল; ভাবিলে তেওঁৰ আজিৰপৰা অস্তিত্ব লোপ হল; নিজে নিজে ভাবি অলপ চঁক খাই উঠিল। তেতিয়া দেখিলে ঘাতকৰ তৰোৱাল ওপৰলৈ উঠিছে। ফিৰোজাই চকু মুদিলে, মনে মনে ভাবিলে—পৰমেশ্বৰ ৰক্ষা কৰাঁ। এনেতে কোন পিনৰপৰা অলক্ষিতে আহি ঘাতকৰ গলত এপাট শৰ পৰিল। ঘাতক বাগৰি পৰিল। হাতৰ তৰোৱাল খহি পৰিল। চাৰিওপিনে গোলমাল লাগিল, প্ৰহৰীবোৰে চাৰিওপিনে অনুসন্ধান কৰিবলৈ ধৰিলে, বধ্যভূমিৰ এপিনৰপৰা আনপিনলৈ মানুহৰ শ্ৰোত; তেতিয়া আৰু বেৰ তেৰৰ প্ৰতিবন্ধক নেথাকিল। মানুহৰ লৰালৰি দৌড়াদৌড়ি হাইৰোল হৈচৈ! গণ্ডগোল যেতিয়া অলপ ৰল, তেতিয়া প্ৰহৰীবিলাকে ফিৰোজালৈ চায় যে ফিৰোজা নাই; তেওঁ থিয় দি থকা ঠাইত তিনিজন প্ৰহৰী মৃত্যু অৱস্থাত! গলৰপৰা তেজ বৈ পৰিছে।

---

# বিলাতৰ কথা।

ভগৱানৰ কি ইচ্ছা! যোৱা বাৰ আমাৰ ডনেৰা জাহাজে সমুদ্ৰত মানুহ উদ্ধাৰ কৰাৰ কথা লেখিছিলোঁ। ছাপাখানালৈ সেই বিষয় লেখি পঠোৱাৰ পাছতেই পৃথিবীৰ ভিতৰত এটি ভয়াব ঘটনা হৈ গল। সভ্য জগতৰ ভিতৰত আটাইতকৈ ডাঙৰ জাহাজ সুসজ্জিত, মহাৰাজ ৰজা সকলৰো লোভ লগা আধুনিক সভ্যতা আৰু বিলাসিতাৰ চৰম সীমাৰ চানেকী "টাইটেনিক" জাহাজ যোল শ মানুহ লৈ সমুদ্ৰগৰ্ভত মগ্ন হল। ভগৱানৰ কি লীলা! এই জাহাজখনত নথকা একো বস্তু নাছিল আৰু এই জাহাজ যে বৰফৰ পৰ্ব্বতৰ লগত সংঘৰ্ষণ লাগি কি আন কোনো উপায়েৰে ডুবিব পাৰে কোনেও সপোনতো ভবা নাছিল। এই বিষয় বাঁহীৰ পাঠক পাঠিকাসকলে নিশ্চয় দৈনিক বাতৰি কাকতত পঢ়িছে—কিন্তু সমুদ্ৰত এনে বিপদ হোৱা কোনোৱে শুনা নাই। বহুতো ডাঙৰ সৰু মানুহৰ মৃত্যু হল। তাৰ লগত বিলাতৰ এজন প্ৰধান লেখক সম্পাদক, ভাৰতৰ এজন প্ৰধান বন্ধু ধুকাল। মিষ্টেৰ ষ্টেড ৰিভিউ অব্ ৰিভিউজনৰ সম্পাদকো মৃত্যু হোৱা মানুহৰ লেখত পৰিল। তেওঁৰ মৃত্যুত সকলোৰেই দুখিত। সমুদ্ৰত বিপদ আপদ হলে, জাহাজ ডুবাৰ শঙ্কা হলে আগেয়ে তিৰুতা আৰু সৰু লৰাছোৱালীক নিৰাপদে সৰু নাৱত ভৰাই

শেহতহে মতা মানুহবোৰ নাৱত উঠে। ই নিয়ম যে নায়সঙ্গত তাৰ একো সন্দেহ নাই। সেইদিনা ৰাতি সত্তৰজনী তিৰুতাই গিৰীয়েকক এৰি নাৱত উঠে। কোনো কোনো তিৰুতাই গিৰীয়েকক নেৰি গিৰিয়েকৰে সৈতে একে লগে ডুবিল। কাকো কাকো বলেৰে টানি নি নাৱত ভৰোৱা হল। মৃত্যু সন্নিকট দেখিও ভ্রুক্ষেপ নকৰি কিমান মানুহে আনক ৰক্ষা কৰি নিজ প্রাণ হেৰুৱালে। প্রত্যেক জাহাজত এদন বেগু বজোৱা মানুহ থাকে। এই টাইটেনিকত যে নেথাকিব ই নহয়। যেতিয়া গম পোৱা গল যে জাহাজ ডুবিব আৰু ৰক্ষা নাই, বেগু-বজোৱা মানুহদলে মানুহক উৎসাহ আৰু আশ্বাস দিবৰ নিমিত্তে নানান্ তৰহৰ গীত বাদ্য কৰিবলৈ ধৰিলে ; শেহত যেতিয়া জাহাজে ডুবিবলৈ আৰম্ভ কৰিলে "nearer my god to thee" বুলি প্রশিদ্ধ সঙ্গীতৰ বাদ্য বজাবলৈ ধৰিলে। কি সাহস, কি বীৰত্ব, কি মৃত্যু সেই বাদ্য বজাই থাকোঁতেই সানন্দে ভগবানৰ নাম লৈ সকলো সমুদ্রগৰ্ভলৈ গল। কিমান বীৰত্বৰ কথা, ধৈৰ্য্য, সহিষ্ণুতা, নিঃস্বার্থপৰতাৰে কথা কবা। এঞ্জিন ৰুমত আকৌ জুই চোৱা মানুহসকলে শেহলৈকে কাম কিৰ, কামৰ লগত ইটোৱে সিটোক আৰু আন মানুহক উৎসাহ আৰু আশ্বাস দিবৰ অৰ্থে নাৱৰীয়াসকলেগোৱা গীত গাই মৃত্যু সন্নিকট জানিও সমূদ্রৰ তললৈ গল। এই যে লেখিছোঁ সেই মৃত্যু হোৱা যোল শ মানুহৰ অসমী সাহসিকতা, বীৰত্ব আৰু নিৰ্ভীকতাৰ অলপ স্মৃতিচিহ্ন বুলিহে লেখিছোঁ। করুণাময় পৰমেশ্বৰৰ লীলা আমি কেনেকৈ বুজিম?

লাহে লাহে আমি ইংলগুৰ ওচৰ চাপিবলৈ ধৰিলোঁ। তাৰ পাছত এদিন পুৱতী নিশা প্লিমাথ পালো গৈ ইয়াতে বহুতো যাত্রী নামি গল। প্লিমাথ ডেভনচিয়েৰত। ইয়াৰপৰা গ্রেট্‌বেষ্টাৰ্ণ ৰেলে দি লগুনলৈ যোৱা যায়। ইয়াৰে পৰা বহুতো যাত্রীয়ে টেলিগ্রাম কৰি বন্ধু বান্ধৱ আত্মীয় স্বজনক নিজৰ বাৰ্ত্তা দিয়ে। আমি দিয়া নাছিলোঁ, কিন্তু আমাৰ লগৰ দুজন এজনে দিলে।

ইয়াত গ্রিণ্ডলে, হেন্‌ৰী এচ্ কিং ইত্যাদিৰ এজেণ্ট আহি উঠিলহি। এই এজেণ্টবোৰে যাত্রীসকলক সাহায্য কৰে। বিলাতলৈ যোৱা নতুন মানুহে ইহঁতৰপৰা বহুতো সাহায্য পায়। ইহঁতৰপৰা সকলো খবৰ পায়। লণ্ডনৰ ডক্‌চত কাষ্টম হাউচৰ বিষয়াসকলে বাকচ্ টাকচ্ খুলি বহুতো সময় নষ্ট কৰে। এই এজেণ্টবোৰৰ হাতত বাকচৰ ভাৰ নিঃসন্দেহে দিয়া যায়—ইহঁতক সেই বাকচবোৰৰ সাঁচাৰো দিব লাগে। চুৰটাৰিৰ ভয় নাই। লণ্ডন কি আন কোনো ঠাইৰ ঠিকনা থৈ গলে সিহঁতে সেই ঠাইলৈ বস্তুবোৰ পঠাই দিবলৈ ভাৰ লয়। ইয়াৰ নিমিত্তে অৱশ্যে অলপ টকাসিহঁতে লয়। সৰু এটা হাত বেগ হাতত থৈ জাহাজৰ পৰা নামিলেই সুবিধা—আন বাকচবোৰ সিহঁতৰ জিয়াত থৈ নিৰ্ব্বিঘ্নে নিঃসন্দেহ চিত্তে লণ্ডনলৈ নতুনকৈ যোৱা মানুহে আসোঁৱাহ বিহীন হৈ হোটেল, বোৰ্ডিং হাউচ্ কি ঘৰত থিতাপী হব গৈ পাৰে। তেতিয়া লাহে লাহে আন বস্তুবোৰ গৈ পালে সুন্দৰৰূপে সময় লৈ বস্তুবাহানীবোৰ ঠিক ঠাক কৰি থোৱা যায়। আমি হেন্‌ৰী এচ্ কিঙৰ মানুহটোক আমাৰ বস্তুবোৰ গতাই দিলে। প্রথমে দিব নুখুজিছিলোঁ, পাছত মানুহটোৱে বুজুৱাত আৰু আন আন মানুহে দিয়াত আমিও দিলোঁ।

লণ্ডনৰ ডক্‌চ্ চাবলগীয়া ঠাই। আমি লণ্ডনৰ ডক্‌চৰ মুখত অলপ পৰ ৰলোঁ। তেতিয়া আমি জাহাজত আমাৰ শেহ আহাৰ খাই ললোঁ—এটা বজাৰ ডিনাৰ। তাৰ পাছত আমাৰ চাকৰবাকৰক অলপ বকচিচ্ দিজাহাজ এৰিবলৈ সাজু হলোঁ।

শ্রীজ্ঞানদাভিৰাম বৰুৱা

---

# চমু মন্তব্য।

বেউলা।—শ্ৰীযুক্ত তাৰানাথ চক্ৰবৰ্ত্তী ৰচিত আৰু প্ৰকাশিত। বেচ।অনা মাথোন। এই কিতাপখন পাই আমি সন্তোষ পাইছোঁ আৰু গ্ৰন্থকাৰৰ পৰিশ্ৰমৰ শলাগ লৈছোঁ। পাহৰণিয়ে হৰিব খোজা অসমীয়া জাতীয় উপাখ্যান এটা উদ্ধাৰ কৰি আজিকালিৰ কিতাপৰ অন্তৰ্গত কৰা বাবে গ্ৰন্থকৰ্ত্তাৰ ওচৰত অসমীয়া সাহিত্য ধৰুৱা হল।

গ্ৰন্থকাৰে বেহুলাক "বেউলা" বুলিলে কিয় বুজিব নোৱাৰিলোঁ, আমি কিন্তু আসামত আৰু বঙ্গদেশতো সদায় বেহুলাহে শুনি আহিছোঁ। বেহুলা লখিন্দাৰৰ সাধু আমাৰ সকলে পৰা চিনাকি বস্তু। আজিকালি নামনি আসামত যদি কাৰো কাৰো মুখে "বেউলাহে" ওলায় সেই মাত গ্ৰন্থৰ অন্তেষপুৰলৈ অনাটো কিমান শোভন হৈছে এই কথাত আমাৰ সন্দেহ আছে।

গ্ৰন্থকাৰে পাতনিত কৈছে—"এই ঘটনাতআৰম্ভৰে পৰা বহুত অস্বাভাবিক ইতিহাস-বিৰুদ্ধ কথা আছে। পদ্মাৱতীৰ জন্ম,লখিন্দাৰৰ মৃত্যু,পুনৰ্জ্জীৱন লাভ আদি ঘটনা পাৰস্য আৰব্য উপন্যাসৰ অলৌকিক অদ্ভুত ঘটনাৰ নিচিনা।দুৰ্গাবৰ আৰু নাৰায়ণদেৱে যে নাম মাত্ৰ ঐতিহাসিক ঘটনা লৈ নিজৰ কবিত্ব প্ৰকাশ কৰিছিল, তাত অলপো সন্দেহ নাই।" আমিও কওঁ সঁচা; আৰু সেই দেখি বেহুলাৰ উপাখ্যানক ঐতিহাসিক ঘটনা বুলি ধৰি লোৱাটো ভুল। ই এটা উপকথা বা সাধুকথা মাথোন যাৰ গুৰিতে নাওমান সত্য ঘটনা থকাটো অসম্ভৱ নহয়। সাধুকথাৰ মাত্ৰৰে উদ্দেশ্য কেইবাটাও থাকে। বেহুলাৰ উপাখ্যানৰ উদ্দেশ্য যে ঘাইকৈ পদ্মাৱতী বা বিষহৰি বা মনসা পূজা প্ৰচাৰ কৰা তাৰ ভুল নাই। দুৰ্গাবৰা আৰু নাৰায়ণদেৱৰ পুথি মনসাপুৰাণ বা পদ্মাপুৰাণ। ভাৰতত একো একোখন পুৰাণ একো একোজনা দেৱতাৰ পূজাৰ শ্ৰেষ্ঠতা প্ৰচাৰৰ অৰ্থে ৰচিত হৈ আহিছে। সাপৰ দেৱী বিষহৰি সৰ্পবহুল নামনি আসামত সৰ্পভয় বিনাশনৰ অৰ্থে পূজিত হোৱাটো স্বাভাবিক। বোধ কৰোঁ মুখে মুখে কিছু কালৰ পৰা চলি অহা এই উপাখ্যানটো প্ৰথামতে দুৰ্গাবৰে, তাৰ পিছত নাৰায়ণদেৱে পুথিৰ আকাৰলৈ নিলে। আমাৰ মনত খেলায় যে মনসা পূজাৰ উৎপত্তি বিচাৰি গলে কিজানি আসামৰ অনাৰ্য্যসকলৰ ওচৰ ওলাব লাগিব। বিষহৰি পূজা অকল হিন্দু আৰ্য্যৰ বাপতীশাহোন নহয় দেখিয়েই অসমীয়া হিন্দু মুছলমান দুইকো তাত ভাগ বহুৱা দেখা গৈছিল। বিষহৰিৰ পূজা বেহুলাৰ উপাখ্যানৰ হিন্দু সাজ পিন্ধাই আৰু মহাদেৱ ইন্দ্ৰ আদি দেৱতাসকলৰ কীৰ্ত্তিকলাপৰ অলঙ্কাৰ তাত পিন্ধাই হিন্দু কৰাটো কাৰ্য্য আহোম ৰজাসকলৰ আদি পুৰুষক ইন্দ্ৰবংশীয় পাতি হিন্দু কৰোঁতা হিন্দু পণ্ডিতসকলৰ যে কাৰ্য্য এইটোও মনত নেখেলোৱাকৈ নাথাকে। এই খিনিতে এইটোও কোৱা উচিত যে বেহুলাৰ উপাখ্যান সৃষ্ট হোৱা কালত কামৰূপত যে শিৱপূজা আৰু শক্তি পূজা প্ৰবল আছিল, তাক বুজিব পাৰি। বেহুলাৰ উপাখ্যান বৰ্ণোৱা পুৰাণে বেহুলাৰ এই অলৌকিক স্বামীভক্তি আৰু সতীত্বৰ গৌৰৱ প্ৰদৰ্শন কৰি সেই ঢালৰ আঁৰ লৈ দুৰ্দ্ধোৰ সংগ্ৰাম কৰি বিষহৰিক শিৱ আৰু শক্তিৰ মন্দিৰৰ এচুকত ঠাই দিয়ালে। কামৰূপত শিৱশক্তিৰ পূজাৰে সৈতে বিষহৰি বা মনসা পূজাৰ শেষ যুদ্ধ আৰু শেষ জয় হল (final struggle) আৰু (final victory) আৰু দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ বেহুলা উপাখ্যানৰ পুথিৰ জয়-জয়কাৰ হল।

জাতীয় বণিক চন্দ্ৰধৰ বা চান্দো সদাগৰেচৈধ্যখন "ডিঙ্গা" অৰ্থাৎ নাও লৈ দ্বীপ দ্বীপান্তৰত বাণিজ্য কৰি ফুৰা কথাৰ উল্লেখ কৰি গ্ৰন্থকাৰে পাতনিত লেখা কথাত তেওঁৰ সহৃদয়তা আৰু স্বদেশপ্ৰেম যে প্ৰকাশ পাইছে তাত কোনো ভুল নাই। কিন্তু এই কথা সাধু নুবুলি ইতিহাস বুলি ধৰিলেহে মস্কিলত পৰা যায়। চান্দোৱে ১৪ খন ডাঙ্গৰ নাৱত (বজৰা) নাৰিকল, মাটিৰ চৰু কলহ, ভেৰা ছাগলি মৰিচ (লঙ্কা) আদি অনেক বেহাৰ বস্তু আৰু লা-লগুৱা-নাৱৰীয়া আদি ৭১০০০ হাজাৰ মানুহ ভৰা দি "কাকৰা সাগৰেদি" অৰ্থাৎ কেকোৰা নামৰ সৰু মৰ নৈ এখন দি ওলাই "গুঞ্জৰী সাগৰ" অৰ্থাৎ ব্ৰহ্মপুত্ৰই দি গৈ মহাসাগৰত পৰিল। সাগৰে সাগৰে গৈ লঙ্কাৰ বিভীষণেৰে সৈতে তেওঁ বেহা বেপাৰ কৰিলে। লঙ্কাধিপতি বিভীষণৰ চকুত নাৰিকল সম্পূৰ্ণ নতুন লাগিল। দূতৰ মুখে তেওঁ তাক খাদ্য বুলি শুনি প্ৰথমতে সাহ কৰি নিজে নাখাই এজন বিশ্বাসী মানুহক খাবলৈ দিলে। মানুহটোৱে নাৰিকলৰ বাকলিত

কামুৰি তাৰ দাঁত ভাঙ্গি মুখ তেজেৰে ৰাঙলি কৰিলে, ইত্যাদি কথা ইতিহাস বুলি চোবাবলৈ গলে আমাৰো দশা সেই নাৰিকল কামোৰাৰ নিচিনা হব। ব্ৰহ্মপুত্ৰৰ কথা এৰি দিও, কেকোৰা মৰি বিলখন সাগৰ বোলা যায় কেনেকৈ? নাৰিকলৰ গছেৰে পূৰ্ণ লঙ্কাত নাৰিকলৰ অভাব হল কেনেকৈ? ১৪খন নাৱত বেহাৰ বস্তুৰ বাহিৰে ৭১০০০ মানুহ গৈছিল কেনেকৈ! সিদিনা বুৰা প্ৰকাণ্ড টাইটেনিক জাহাজত ২৫০০-৩০০০ মানুহলৈহে ঠাই আছিল। চান্দোৰ নাওবোৰ তাতকৈও ডাঙৰ নে?

বেহুলাৰ উপাখ্যান যে অসমীয়াৰ, আৰু তাৰ উৎপত্তি যে আসামত, এই কথাত আমাৰ সন্দেহ নাই। চক্ৰবৰ্ত্তী মহাশয়ে কৈছে যে অসমীয়া কৱি দুৰ্গাবৰ আৰু মনকৰে এই ঘটনা প্ৰথমতে পদ্য ছন্দত অঙ্কিত কৰে। তেওঁলোকৰ পিছত নাৰায়ণদেৱে তাকে প্ৰাঞ্জল ভাবে অঙ্কিত কৰে। নাৰায়ণদেৱক বঙ্গালীসকলে শ্ৰীহট্টৰ মানুহ বুলি তেওঁৰ পুথি আৰু উপাখ্যানটোৰ জাতি বঙ্গালী বুলি থিৰ কৰিছে। নাৰায়ণদেৱৰ পুথিৰ ভাষা যে বঙ্গলা নহয়, সেইটো কথা, আমাৰ বঙ্গালী বন্ধুসকলে বিষম পালেও আমি নকৈ নোৱাৰোঁ। তেওঁৰ জন্মস্থান শ্ৰীহট্ট নহয় বুলিও আমাৰ ধাৰণা আছে। কিন্তু যদিহে শ্ৰীহট্ট, তেন্তে শ্ৰীহট্ট যে আগেয়ে অসম বা কামৰূপৰ এক অংশ আছিল, আৰু তাৰ ভাষা যে অসমীয়া আছিল, এইটোৱে সেইটোৰহে প্ৰমাণ দিয়ে। এতিয়াৰ শ্ৰীহট্টীয়া সকলে নিজৰ পুৰণি মাতৃভাষা অসমীয়া পৰিহৰি ন চহকী বঙ্গলা ভাষা গ্ৰহণ কৰাটো সুপুত্ৰৰ কাম হৈছে বুলিনো আমি কেনেকৈ কওঁ? শ্ৰীহট্ট যে অসমীয়া দেশ, আৰু তাৰ ভাষাৰ হাড় মগজু যে অসমীয়া (অৱশ্যে বিকৃত) এই কথাৰ ৰাশি ৰাশি প্ৰমাণ আছে, তেহেলৈ চিলঠীয়াসকলে আজিকালি যিহকে কওক। পুৰণি আসামৰ সভ্যতা, জ্ঞান বিদ্যা, আৰু ভাষাই যে আজিকালিৰ আদখিনি বঙ্গদেশৰ প্ৰাণ, এইষাৰ কথা আমাৰ মুখত সোপা দি ধৰিলেও ওলাব। বংশীদাসে যে নাৰায়ণদেৱৰ পুথিকে অৱলম্বন কৰি তেওঁৰ পুথি লেখিছে, এই বিষয়ে চক্ৰৱৰ্ত্তী মহাশয়ে যি কৈছে ঠিক।

"বেউলা" কিতাপৰ ভাষা ভাল। অৱশ্যে আজিকালি নামনি আসামৰ জনচেৰেক অসমীয়াৰ, বিকৃত পৰগনীয়া অসমীয়া মাত চলোৱাৰ যি এটা বিকৃত চেষ্টা দেখা গৈছে, তাৰ অনুৰোধত গ্ৰন্থকৰ্ত্তাই যিবোৰ শব্দ ব্যৱহাৰ কৰিছে সেইবোৰলৈ চকু নিদি এই কথা কৈছোঁ। তেওঁলোকে ওপৰক "উপৰ," পৰাক "পাৰা," সোমাই আছেক" সুমাই আছে," উখল মাখলক "উখাল মুখাল" ঘাটোৱানী ডুমুনীক "ঘাটোবানী ডুমুনী," গা খজোৱাইক "গা খুজোৱাই," হব খোজাক "হব খুজে," মোৰ পেটলৈ ভাত নোযোৱাকে "মোৰ পেটক ভাত নোযোৱা," কোবাই ফুৰাক "কুবাই ফুৰা", শহৰ শাহুৰী," জুৰলিক "জিয়লি," জীয়াই তোলাক "জীয়াই তুলা," ভাত মোকলাইছোঁক ভাত "মুকলাইছোঁ" নোসোমালক "নুসুমা," থকাক "থাকা," উজানিক "উজনি" ইত্যাদি বিকৃতাকাৰ শব্দক কিতাপৰ ভিতৰত ঠাই দিবলৈ যিমান চেষ্টা কৰক, এইটো নিশ্চয় যে কোনো ভাল অসমীয়া লেখকক তেওঁলোকে এই কাৰ্য্যত লগৰীয়া নাপায়। গ্ৰন্থকাৰৰ কিছুমান কথাক আমি অসমীয়া বুলি সৈ কাঢ়িবলৈকে টান পাওঁ ; যেনে—"সতীৰ চকুৰ পৰা দৰ দৰ কৰি পানী পৰিব ধৰিলে।" "বুক দুৰ্ দুৰ্ কৰি কঁপিছে" "আই দুটি দিনতো মায়েৰ ঘৰত জুৰনিল।" ইত্যাদি।

সকৰ্ম্মক অকাৰান্ত কৰ্ত্তাত "এ"ৰ অভাৱ অনেক ঠাইত আছে। যেনে—"পদ্মাৱতী ভৰিত পৰি ক্ষমা মাগি কান্দিব ধৰিলে।" "শান্তি মনত ভাবিলে" "সতী বিনাই বিনাই কান্দিব ধৰিলে" ইত্যাদি।

আমি ইমান দিন অসমীয়া ভাষা ঘাঁটিলোঁ ঘুটিলোঁ, কিন্তু আসে নামাতি কওঁ যে এই কিতাপত ব্যৱহৃত কিছুমান শব্দ আৰু বাক্যৰ আমি যতন কৰিও আশয়কে নাপালো যেনে—"কুৰুৱাৰ হুলু হুলু" "ময়ূৰৰ চি-চি—চি-চি ধ্বনি" "গাতলৈ বৈ যোৱা তৃণ" "কাণশাল সাপ" "অপত্য স্নেহৰ মোহীয়সী শক্তি" "নিদ্ৰাদেৱী বিবুদ্ধিনী হৈ উঠিল" "নিতাল নিদ্ৰাত পৰি নিপয়হ মাৰিছে" "কাল ভূজঙ্গৰ অগ্নিময় বিষ নিমেষতে মাৰ্ মাৰ্ কৰি চানি উঠিল" "শাহুৰ শাহুৰীৰ চকুৰ কাড় কৰি মোক জীয়াই নাৰাখিবি" "ৰদত লেলেপা স্বৰ্ণলতিকা" "ফুলবিলাক লেলেপি নোযোৱা" "নাগৰিক বিলাকে ঢোল জোকাৰ আদি মাঙ্গল্যক্ৰিয়া" "উৰাতৰ গাৰু কৰি দি" "পদ্মাৰ দহাই শুনি" "সতীৰ হৃদয়ত সজাতীয় সহাসৰ সঞ্চাৰ হল" "সন্ন্যাসিনী কাড় সঞ্চাৰে লৰি গৈ" "নদীৰ পাৰত হাট পাতি থৈ শান্তি ভিঙ্গা মেলি গুছি গল" "লৰা

ছোৱালী ধেমালিৰে কোঢ়াল পিটি আছে” “আই কবলৈ সত নুফুৰে” “দক্ দক্ কৰি জুই উঠে” “স্বপ্ন দেখিছোঁ নে সচিতত আছোঁ” “সনেকা দেবী উৰুল-ধাতু হৈ ঘনাই বাট ওলাই ওলাই বেউলাৰ আগমন অপেক্ষা কৰিছে” “তোমাৰ লগত দুৰ্গাৰ একো অন্তৰ নাই” “ছমাহিলীক শ্ৰাদ্ধ” ইত্যাদি।

দুঠাইত এঠাইত ('The court of the Amraboti” “The godess floating on the river” এনে ইংৰাজী হেডিং দিয়াৰ সাৰ্থকতাও আমি নুবুজিলোঁ। গ্ৰন্থকৰ্ত্ত আমাৰ বন্ধু। সত্যৰ অনুৰোধত তেওঁৰ গ্ৰন্থৰ বিষয়ে যি কেই আষাৰ কথা কলোঁ, তাত যেন তেওঁ ক্ষুণ্ণ নহয়, এই আশা কৰিলোঁ।

# কোন তুমি?

কোন তুমি নিজানত নিফুট সুৰেৰে নিতে আহি বাঁহীটি বজোৱা
গছলতা নই বিল নিজম পেলাই প্ৰকৃতিক বিষাদ বিলোৱা?
চৰাই চিৰ্কতিবোৰে একে থৰে শুনি ভোল যায় তোমাৰ সুৰত
আছে নানা কাম কিন্তু শুনিলে সি মাত এবেলিও নপৰে মনত।
বিৰিখৰ পাত বোৰে তলমূৰ কৰি বেজাৰত টোকে চকুপানী,
বাটৰুৱা নিমগন তোমাৰ সুৰত নিগমন যতেক পৰাণী।
তোমাৰ বাঁহীত মই শুনো নিতে নিতে বিষাদৰ করুণ ৰাগিণী,
মাজে মাজে এটি দুটি হুমুনীয়া কঢ়া শুনি বয় চকুপানী।
সিদিনা পূৰঁতী নিশা উষা মিলনত এন্ধাৰত জলে শুকতৰা,
নৰনাৰী কাৰো ক'তো সাৰসুৰ নাই অচেতন এই বসুন্ধৰা।
মোৰ কিন্তু চকু দুটি আছিল সজাগে টোপনিৰ লেশমাত্ৰ নাই—
হৃদয়ৰ মন্দিৰত স্মৃতি বন্তি জ্বলে মনে অঁকা ছবি পোহৰাই।
তেতিয়াও শুনিছিলোঁ নদীৰ পাৰত তুমি সেই বাঁহীটি বজোৱা,
পালোঁহি উমান যেন তোমাৰ সুৰত মোৰো আত্মা একেলগ হোৱা।
ভাবিছিলোঁ কোনোজন প্ৰকৃতি সন্তানে জননীক নিচুকাবলই,
বাইছেহি বাঁহী যেন, নিশা বিৰহত হুমুনীয়া কাঢ়ে ৰই ৰই।
মূৰুলীৰ ধ্বনি শুনি হৰিণে যিদৰে চাপি কাষ যায় বননীত,
ময়ো সেই বাঁহীটিৰ সুৰে খোঁজ ললোঁ মোৰ কিন্তু উত্ৰাৱল চিত।
আঁতৰিল প্ৰকৃতিৰ কলীয়া কাচোন বিৰহত দিন আৰু ৰাতি,
পূবত ৰাঙলী ৰেখা জিলিকি উঠিল প্ৰভাতৰ চৰিল জেউতি।
পালোঁহি নদীৰ পাৰ, নেদেখিলোঁ হাঁয় বাঁহী বোৱা অচিনাকী জন,
মলয়াত উটি গল বিষাদ ৰাগিণী, হৃদয়ত সুখৰ সপোন।
দুপৰীয়া সেই মাত শুনিলোঁ এদিন গলোঁ চাপি নই কাষলই,
অত কামনাৰ ফলে আজি দেখা পাম, গলোঁ এই আশা বান্ধি লই।
তেওঁচোন নেদেখিলোঁ তোমাৰ মূৰতি দেখি মোক কেনি বা পলালাঁ,
মাথোঁ এটি ঢউ খেলি তটিনী বুকুত, নিমিষতে তুমি আঁতৰিলাঁ।
দেখা নাই আগে পিছে তোমাৰ ছাবিটি, দেখা নাই দেহাৰ চকুৰে,
মানসী তুলিৰে কিন্তু আকিলোঁ তোমাক আতমাত থাপি যতনেৰে।
এদিন সন্ধিয়া বেলি মিলন গীতিত তৰাপ্ৰাণ অথিৰ অবিৰ,
দেখিলোঁ আকাশ যেন নীল সাগৰত তাৰকাৰ মিলন মন্দিৰ।
প্ৰকৃতিৰ পূজা অৰ্থে মুগুধ সন্তানে দিছে যেন সাঁজৰ আৰতি,
জ্বলিছে তৰাৰ বন্তি পূজা মণ্ডপত সেবিবৃন্দ পুলকিত অতি।
তেতিয়াও তুমি গই নদীৰ পাৰত সেই বাঁহী হাতত ললাঁহি,
ইমন সুৰত তুলি আকউ বজালাঁ তোমাৰ বিষাদময় বাঁহী।
ভাবিলোঁ কোনোবাজনে বৃন্দাবন-লীলা পাতিছেহি যমুনা পাৰত,
ব্ৰজাঙ্গনা প্ৰাণ মাতি বাঁহীটি বজায় নিতে আহি নিজান থলত।
অনঙ্গী সুৰত বাজে বৃন্দাবন বাঁহী নাই তাত বিষাদৰ লেশ,
তোমাৰ বাঁহীত কিন্তু চিৰ বিষাদৰ কিবা এটি সুৰ সমাবেশ।
মিলনৰ আগে হোৱা আশা নিৰাশাৰে মোৰ হিয়া থউকি বাথউ,
ভাবিলোঁ তোমাক পাই উঠিব ইবাৰ হৃদয়ত আনন্দৰ ঢউ।
সন্ধিয়াৰ লগে লগে ময়ো গই পালোঁ বিজুলি গতিৰে নই দাতি,
নিলগৰেপৰা মই দেখিলোঁ তোমাৰ ছঁয়াময়া বিষাদ মূৰতি।
দেখা মাত্ৰে তুমিচোন টিপতে লুকালাঁ তটিনীৰ অথাই তলিত,
নেদেখি তোমাক মই প্ৰকৃতিক চালোঁ থিৰ হই নদীৰ দাঁতিত।
দেখিলোঁ তাৰকা এটি নাইকিয়া হল ছাঁতকৰে আকাশৰ পৰা।
ওপৰৰ মিচিকীয়া হাঁহিটি লুকাল বিস্ময়ত কঁপিলে ই ধৰা।
তেতিয়াৰেপৰা মই নুশুনা হলোঁহি বহুদিন সেই বাঁহী মাত,
উষা কি দুপৰ কাল সন্ধিয়া বেলিকা থাকোঁ ৰই কতনা আশাত।
পুনু সিদিনাৰে পৰা নদীৰ সিপাৰে সেই মাত শুনো ৰিণি ৰিণি
ইপাৰৰে পৰা মই একেথৰে শুনো হৃদয়ত হয় প্ৰতিধ্বনি।
কৰিলো বাসনা মহ নই পাৰ হই চামগই তোমাৰ মূৰতি
অতদিন সাঁচি থোৱা বাসনা পূৰাম নয়নেও লভিব তৃপিতি।

দাঁতিতে ঘাটৰ পজা, কলোঁ বিনয়েৰে—"নাৱৰীয়া কৰাঁ মোক পাৰ
সি পাৰত আছে মোৰ আতমা লগৰী জীৱনৰ অমিয়া ভাণ্ডাৰ!
সৰল তোমাৰ প্ৰাণ, প্ৰেম মন্দাকিনী এতিয়াও বয় হৃদয়ত,
কুটিল পথেদি তুমিখোজলোৱা নাই, ভ্ৰাতৃ নৰ তোমাৰ মানত।
সেই দেখি কওঁ মোক পাৰ কৰি দিয়া,চাওঁগই সিপৰুৱা জন,
তোমাৰ কৃপাত আজি হোক অতদিনে আতমাৰে আতমা মিলন।"
মুখত কথাটি নাই, মোৰ কথা শুনি নাৱৰীয়া তবধ মানিলে,
আকাশৰ ফালে চাই, গহীন চকুৰে পিছবাৰ মোৰ পিনে চালে।
সেইদৰে চায়েৰল, মোৰ অন্তৰত সেয়ে হল যুগ যুগান্তৰ ;—
কপালত দেখা পালোঁ কৰ্ত্তব্যৰ ৰেখা, নয়নত ভাষা চেনেহৰ।
কলে তেওঁ—'এতিয়াও পৰ হোৱা নাই, সাধাঁগই জীৱনৰ কাম,
নোৱাৰোঁ কৰিব পাৰ, লঙ্ঘিম কিমতে বিধতাৰ বিচিত্ৰ বিধান?'
কৰিলোঁ মিনতি কত, তেওঁ নটলিল পাটুনীৰ কঠুৱা হৃদয়,
কৰ্ত্তব্য নেওচি তেওঁ নোৱাৰে শুনিব মোৰ সকৰুণ অনুনয়।
নিৰাশাৰ লগ লই আহিলোঁ উলটি শান্তিহীন ভগা পজালই,
ভাবিলোঁ, তোমাৰে কথা পৰিল মনত তোমাৰ সি বাঁহী মাতলই।

যদিও তোমাৰে কথা ভাবো দিনে ৰাতি তুমি কোন চিনি পোৱা নাই,
দিঠকৰ চকু মোৰ মায়াত অন্ধলা, চিনি কিন্তু পালে আতমাই।
তুমি নেকি প্ৰকৃতিৰ অজলা সন্তান মানৱৰ পৰশ নোলোৱা?
কিয়নো তৰঙ্গাকুল সংসাৰ নদীত এবেলিও তৰণি নোবোৱা?
তুমি কি নিলাজী বন, পৰশ পালেই লাজতে যে মূছকছ যোৱা?
নতু কোনো সুন্দৰীৰ নবীন যৌবন দেখিলে যে কেনিবা পলোৱা?
কোনেও নেদেখে যাতে এনেকুৱাকই প্ৰকৃতিক উপাসনা কৰা,
যদিস্যাতো সংসাৰত নিদিয়া চৰণ তেওঁ তাৰ আলিকাষে ফুৰা।
কুটিল সংসাৰ দেখি বিষাদত গই ললা বাস নিজম দেশত,
মানৱৰ ছলনাৰ আঁতৰে সি ঠাই, সকৰুণ প্ৰকৃতি বুকত।
যি দুদিন ভাৰতত আছিলা জীয়াই সুখ কিনো তাক নেজানিলা,
য'ৰে সুখ ওখ আশ ত'তে মাৰ গল, আজীবন বিষাদহে পালা।
বিষাদ শৰীৰ জুৰি বিয়পি পৰিল আতমাতো ললে আহি ঠাই,
সেই দেখি সংসাৰত দুয়ো পাৰে থাকা বিষাদৰ বাঁহীটি বজাই।
মৃত্যু আৰু জীৱনৰ সংগম থথিল বীৰ ভাবে বইছে তটিনী,
ইপাৰে বিৰহ মেলা সিপাৰে মিলন---বিষাদত আনন্দৰ ধ্বনি,
ভাগৰত অনন্ত জিৰণি।

শ্ৰীসূৰ্য্যকুমাৰ ভূএগ

# প্ৰকৃতি।

আঁতৰি ধাৰাসাৰ নিশাৰ আন্ধাৰ ছাটি,
পুবাৰ মুখত আঁকি আলসুৱা ভাব এটি।
অজ্ঞান দেশৰপৰা কুলিয়ে দিলেহি জ্ঞান,
শয্যা এৰি হুবলৈ কৰ্ত্তব্যত আগুৱান।
এবাৰ চকুত পৰে এবাৰ নপৰা হয়,
গছৰ শাৰীৰপৰা ফেঁচাই বাতৰি কয়।
দীঘল উৰুলি পাৰি জগৎ বলিয়া কৰি,
"পো উঠ,জী উঠ" মাতিলেহি থেও ধৰি।
বিৰহী চৰায়ে যেন যাচি প্ৰিয় সমিধান
"কেতেকী কেতেকী" বুলি বিয়াকুল মন প্ৰাণ।
'সখি ঔ' সখিয়তী নিমাতী সখিটি হাঁয়
উদাসিন মাতে মাথো সংসাৰিক কন্দুৱাই।
সেউজীয়া আভৰণ গালত প্ৰেমাশ্ৰু ভৰা
একেথিৰে গোলাপীয়ে লেখিছে পুৱাৰ তৰা।
বিশ্বৰ হাঁহিৰ গাত মিলাই নিজৰ হাঁহি
আকৌ শুনিছে যে নুশুনা সুৰৰ বাঁহী।
নীলাম্বৰা প্ৰকৃতিৰ আদৰ সাদৰ ঠেলি
পুবেদি ওলাব খোজে জগতৰ প্ৰাণ বেলি।
বিৰহত বুকু শুদা স্বধৰ্ম্মৰ অনুৰোধ,
দিব লাগে সংসাৰত কৰ্ত্তব্যৰ সাৰ বোধ।
গছ-পাত বননিত বেজাৰ উপচি বলা
প্ৰকৃতিৰ অশ্ৰুজলে গাঁথিছে মুকুতা-মালা।
শোকত আৰক্ত বেলি পোহৰ কাঁচলি তুলি
মছি দিয়ে প্ৰকৃতিৰ আলসুৱা গালখনি।
অফুত ভাষাৰে যেন মৰমে মৰমে গঁথা
সম্বোধি সাদৰি কলে নিজ উদ্দেশ্যৰ কথা—
'তোমাৰ অতুল ৰূপ জগতৰ চকু ভৰি
দিবলৈ সাজু হলোঁ কৰ্ত্তব্য পাছ ধৰি।'
হৃদয় উপচি পৰে উত্ৰাৱল মন প্ৰাণ
সাদৰি উষাই কৰে প্ৰকৃতিক সমিধান।
দেৱাঙ্গ-বসন লৈ প্ৰাণ ভৰি হাঁহি হাঁহি,
সজাওঁ সখিটি বুলি আকোৱালি ধৰে আহি।
মিলনে মিলনে মুহি সংসাৰীৰ মন প্ৰাণ,
উদয়-গিৰিত দুয়ো হল আহি অধিষ্ঠান।
আন্ধাৰে পোহৰে কৰি মৰমৰ চুমাচুমি
দেখুৱালে সংসাৰীক প্ৰণয় কোনেনো বুলি।
ইষ্ট নাম মুখে মুখে নিস্তব্ধতা ভেদ কৰি
সুষুপ্ত কাণত আহি পৰিছেহি জৰি জৰি।
ব্ৰহ্ম মুহূৰ্ত্তৰ হল মন্ত্ৰ পূজা সমাপন,
কাৰ্য্য-তৎপৰা ভাবে দিলে আহি দৰিশন।
নীল আকাশৰ গাত তৰাৰ চাকিৰ দৰে
সেউজীয়া পথাৰৰ বুকুত জিলিকি পৰে।
অসংখ্য নিলাজী ফুল লাজত ৰাঙলী হৈ
বিশ্বনিয়ন্তাৰ যশ গায় যেন বৈ বৈ।
জগতৰ প্ৰাণৰক্ষা-ব্ৰত উপাসনা কৰি,
কৃষক কৰ্ত্তব্য ভুলা দুখ শোক পৰিহৰি।
অন্তৰৰ উদাৰতা মুখৰ গঢ়ত আঁকি
জগতৰ হিত চিন্তি দিয়ে যেন হিয়া বাকি।
সাত্বিকৰ কপালত ৰাজসিক ফোঁট যেনে
উদ্যম সাঙুৰি লৈ সমতাও হল তেনে।
অন্ত হল প্ৰভাতৰ প্ৰাকৃতিক লীলা খেলা,
মাৰিলে ভুমুকি আহি প্ৰখৰ দুপৰ বেলা।
মাৰ গল মাথো এটি ক্ষুদ্ৰ ঢৌ অনন্তৰ!
বিয়পি সূৰ্য্যৰ তেজে ললে দিগদিগন্তৰ।
প্ৰখৰ ৰদৰ তাপ লগত লিগিৰা ল,
ভৰ আকাশৰ সীমা সূৰ্য্যদেৱে পালেগৈ।
বিষম তাপত যেন ভস্ম হয় বসুন্ধৰা,
নিজৰ তেজত বেলি নিজেই পৰিছে ধৰা।
নিয়তী নিমাতী হল জিন গল কাঁহ পৰি,
লক্ষ পানীপিয়া উৰে পানী পিঁউ পিঁউ কৰি।
এঠেং পাখিত লৈ এঠেং ডালত থৈ,
চৰাই ধ্যানত মগ্ন চকু মুদি আছে বৈ।
হিংসকৰ দুষ্ট ভাবে মনত ললেহি ঠাই,
চকমক কৰি মাথো চকু এটি মেলি চাই।
অচল বতাহ যেন সমূলি লাগিব থিৰ,

নাই কতো লৰচৰ গছ্ লতা বননিৰ।
নিৰাশ ৰাগিণী ধৰি চালত কপৌ পৰি,
আম সংসাৰ বুলি দিয়ে কল মন মাৰি।
বেলি-মুৰা কুকুৰৰ বিলাপ বিঁলে শুনি,
ইনাই-বিনাই কান্দে আকাশী চিলনীজনী।
চেনেহ-গাঁঠিৰ ডোল হিয়াই হিয়াই আঁতি,
সিচেহি ফুলত পানী মিলি বাই ভনী দুটী।
ছটিয়ায় একোবাৰ ৰদৰ উদ্দেশে আৰু—
কিজানি চেৰেঙা ৰদ নোহোৱা কৰিব পাৰোঁ।
সোঁ-আধি বয়সত আগপাছ্ লক্ষ কৰি
শূন্য সংসাৰত যেন বেলিয়ে মেলিলে ভৰি।
প্ৰকৃতিৰ শৰীৰত সাঁজৰ সলনি দেখি,
অদৃশ্য বেগেৰে কোনে আকাশত দিলে লেখি।
সন্ধিয়া সন্ধিয়া বুলি অবুজ ভাষাৰ শাৰী
ঢাকিলে আকৌ কোনে ৰহণ এছাটি মাৰি।
প্ৰথম তৰাৰ ফোঁট জিলিকি পৰে,
এবাৰ আকৌ যেন কোনোবাই ঢাকি ধৰে।
চেনেহ-দোৰোল খুলি আকাশেদি ছাটি মাৰি
ঢাকি দিয়ে ডাণ্ডি নিয়ে কোনোবাই ঘূৰি ঘূৰি।
পচিম সাগৰ হল ৰঙত হিয়া উতলা,
সন্তান আহিছে বুলি পাতিছে পথালী-কোলা।
ঘৰ-মুৰা হেম্বেলনি ৰখীয়াৰ বাঁহী শুনি
সন্ধিয়া আহিল বুলি কৰে লোকে কণাকণি।
দিনটীয়া ভগনৰ কৰ্ত্তব্য সমাধা কৰি
আকাশ বাটেদি উৰে নীলা বগলীৰ শাৰী।
পৰিল ডবাত কোব উঠিল শঙ্খৰ বোল,
পানীতোলা ঢুলীয়াই কৰবাত বাই ঢোল।
গধূলিগোপাল যত ফুলে জকমক কৰি,
ৰজনীগন্ধাৰ গোন্ধে মন প্ৰাণ নিয়ে হৰি।
উঠিল ঢোপৰ খেল সাঁথৰ-ভাঙনি ধুম।
মৰামৰি ধৰাধৰি লৰাই পাতিছে জুম।
পচিমত মাৰ যোৱা সোণোৱালি ৰেখ কিটি
পূব আকাশৰ ফালে আকৌ চালে উভতি।
দূৰ দিগন্তত আহি জোনোয়ে মাৰিলে হাঁহি,
'ওৱাকৰ' মৌ মাত পৰেহি কাণত আহি।
চন্দ্ৰৰ কলঙ্ক দেখি আকৌ প্ৰশ্নৰ মেল,
মৃগপছ তুলসীৰ আকৌ যে খেল খেল।
"জোনাবাই চাবলৈ আয়ে নেমাতিলে মোক,"
"নেখাও নেযাওঁ" বুলি লাৱণ্যই কৰে শোক।
আঁতৰিল সন্ধিয়াৰ জগৎ-মোহিনী পট,
এলাহে ভাগৰে মিলি হৰিলে জীৱৰ তত।
জীৱৰ জীৱন হাঁয় নশ্বৰ শৰীৰ এৰি
অনন্ত আত্মাত যেন মিলিল দুনাই ঘূৰি।
চেতনা বিদায় হল, অচেতন থাকি গল,
অখিল সংসাৰ হায় সমূলি নিমাত হল।
চিন্তা নাই খেদ নাই নাই আৰু মোৰ মোৰ,
নাই ঘৰ নাই জন সকলো পৰিল ওৰ।
এক সৰ্ব্ব শূন্য ভাব অকলশৰীয়া হৈ
আকাশে আকাশে ঘূৰি চেতনাতে মাতে গৈ।
প্ৰকৃতি দেবীয়ে কিবা শুনি শুনি একোবাৰ
খহায় নিজৰ যেন বেশ ভূষা অলঙ্কাৰ।
ক্ষন্তেক আজৰি পাই নিদ্ৰাৰ আশ্ৰয় কৰি
লব খোজে দিনটীয়া ভাগৰ জিৰণি ফেৰি।
বাজিল এনেতে দেহি পূৰবী নিশাৰ বাঁহী,
উঠিল প্ৰকৃতি যেন আকৌ মিচিকি হাঁহি।
পৰিবৰ্ত্তনৰ ভাব আকৌ আহিল ঘূৰি
আকৌ উঠিল গীত জগৎ বলিয়া কৰি।

---

# মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত।

## (৫)

উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু গীতা এই তিনি ভাগ গ্ৰন্থক যে আমাৰ শাস্ত্ৰত প্ৰস্থানত্ৰয় বোলা হয় ইয়াৰ ভাবাৰ্থ এনে অনুমান হয় যে মূল হিন্দুশাস্ত্ৰৰ ভিতৰত এই তিনিটি ভাগত প্ৰকৃত ঈশ্বৰ প্ৰতিপাদক আৰু ঈশ্বৰ সাধনামূলক, আৰু সেইদেখি এই তিনিওটিৰ শিক্ষা আশ্ৰয় কৰি জীৱই নিৰ্ভয় ইহলোকৰপৰা অনন্ত লোকলৈ প্ৰস্থান কৰিব পাৰে। ব্ৰহ্মসূত্ৰৰ বিশদ ব্যাখ্যা উপনিষদবিলাকত পোৱা যায় আৰু গীতা উপনিষদৰ সাৰ। এই নিমিত্তে গীতাক প্ৰস্থানত্ৰয়ৰ সাৰ বুলিব পাৰি। সচৰাচৰ চোৱা হয় যে সহস্ৰনামৰ নাম, ভাগৱতৰ সৎসঙ্গ আৰু গীতাৰ একশৰণ এই লৈয়ে মহাপুৰুষীয়া ধৰ্ম্ম। তই তিনিটি অঙ্গৰ ভিতৰত শৰণেই যে ঘাই আৰু ধৰ্ম্মৰ মূল ভিত্তি তাক 'কোৱা বাহুল্য মাথোন। গীতাৰ এক শৰণ কি? নে এক পৰমেশ্বৰত সুদৃঢ় বিশ্বাস, সকলো ধৰ্ম্ম কৰ্ম্ম তেওঁতে সমৰ্পণ, কায়মনোবাক্যে এক-শৰণ, তেওঁৰ প্ৰতি অব্যভিচাৰী বক্তি।

"মন্মানা ভব মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি যুক্তৈমাত্মানং মৎ পৰায়ণঃ।।"
"মচ্চিতা মগ্‌দত প্ৰাণা বোধয়ন্তঃ পৰস্পৰম।
কথয়ন্তশ্চ মাং নিত্যং তুষ্যন্তিচ ৰমন্তি চ।।"
"তমেব শৰণংগচ্ছ সৰ্ব্ব ভাবেন ভাৰত।
তৎ প্ৰসাদাৎ পৰাং শান্তং স্থানং প্ৰাপ্স্যসিস্বাশ্বতম।।"
"যোগীনামপি সৰ্ব্বোষাং মদ্‌গতেনান্তৰাত্মনা।
শ্ৰদ্ধাবান্ ভজতে যো মাং সমে যুক্ততমো মতঃ।।"
"মৎকৰ্ম্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গবৰ্জ্জিতঃ।
নিৰ্ব্বৈৰঃ সৰ্ব্বভূতেষু যঃস মামেতি পাণ্ডব।"
"যেতু সৰ্ব্বানি কৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰাঃ।
অনন্যেনৈব যোগেন মাং ধ্যায়ন্ত উপাসতে।।
তেষামহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰসাগৰাৎ।
ভবামি ন চিৰাৎ পাৰ্থ ময্যাবেশিত চেতসাম।।"
"ময্যেব মন আধৎস্ব ময়ি বুদ্ধিং নিবেশয়।
নিবসিষ্যসি ময্যেব অত উৰ্দ্ধং ন সংশয়ঃ।।"
মাঞ্চ যোহব্যভিচাৰেণ ভক্তি যোগেন সেবতে।
স গুণান্ সমতীত্যৈতান ব্ৰহ্মভূষায় কল্পতে।।"
"যো মামেবমসংমূঢ়ো জানাতি পুৰুষোত্তমম্।
স সৰ্ব্ব বিদ্ভজতি মাং সৰ্ব্ব ভাবেন ভাৰত।।"
গীতা।

মাধৱদেৱৰ ঘোষাত গীতাৰ এইবিলাক শ্লোকৰ সুন্দৰ মৰ্ম্ম পোৱা যায়। এক-শৰণেই গীতাৰ মূল শিক্ষা। এয়ে বিশ্বাসৰ ধৰ্ম্ম, ভক্তিৰ ধৰ্ম্ম, এক-শৰণ ধৰ্ম্ম। ইয়াতকৈ আৰু উচ্চ ধৰ্ম্ম শিক্ষা যে গীতাত আছে এনে মনে নধৰে।

গীতাত কৰ্ম্মযোগ, জ্ঞানযোগ, ধ্যানযোগ আৰু ভক্তিযোগৰ এক অপূৰ্ব্ব সামঞ্জস্য কৰা হৈছে। হিন্দুদৰ্শন এটাইবিলাক দুখবাদৰ ওপৰত নিৰ্ভৰ কৰে। ঐকান্তিক দুখ নিবৃত্তিয়েই জীৱৰ ধৰ্ম্ম আৰু পুৰুষাৰ্থ, এয়ে হিন্দুদৰ্শনৰ মূল শিক্ষা যেন বোধ হয়, আৰু এয়ে পাশ্চাত্যসকলৰ (Hedonism)ৰ নিচিনা শিক্ষা। পূৰ্ব্বেই দেখুৱা হৈছে যে নিৰীশ্বৰবাদী মীমাংসকসকলৰ মতে বেদৰ কৰ্ম্ম কাণ্ডই ঘাই, জ্ঞানকাণ্ড অনাৱশ্যকীয়। বেদবিহিত কৰ্ম্ম কৰিব পাৰিলেই ইহলোকৰ অন্তত জীৱৰ স্বৰ্গাদি সুখ হয়। সাংখ্যবাদীসকলৰ মতে কৰ্ম্মই দুখ নিবৃত্তি কৰিব নোৱাৰে; কাৰণ কৰ্ম্মবন্ধৰ কাৰণ কৰ্ম্মফলৰ নিমিত্তে জীৱ ঘূৰি ঘূৰি সংসাৰলৈ আহিব লাগে। বিশেষ স্বৰ্গাদি সুখ স্থায়ী নহয়, আৰু অনন্তকাল স্থায়ী আত্মাৰ পক্ষে অস্থায়ী সুখৰ আৱশ্যক কি? সেইদেখি দুখ নিবৃত্তিৰ সাংখ্যমতে একমাত্ৰ উপায় জ্ঞান—পঞ্চবিংশতি তত্ত্বজ্ঞান। পুৰুষ বা আত্মাৰ প্ৰকৃতিৰ লগত সংযোগৰ বাবেই যত দুখ। প্ৰকৃতিৰপৰা পুৰুষৰ ভেদ সাক্ষাৎকাৰ হলেই সকলো সুখ দুখৰ অন্ত পৰে। এই অৱস্থাৰ নামেই কৈবল্য অৰ্থাৎ পুৰুষৰ বা আত্মাৰ স্বতন্ত্ৰতা বোধ। পুনঃ পুনঃ তত্ত্ব আলোচনাৰ দ্বাৰাই এই অৱস্থা লাভ হয়। এই দৰ্শনত ঈশ্বৰৰ অস্তিত্ব কিম্বা আৱশ্যকতা একেবাৰে নাই; বৰং "ঈশ্বৰাসিদ্ধেঃ," "প্ৰমানাভাবান্নতৎ সিদ্ধিঃ" ইত্যাদি সাংখ্য সূত্ৰৰ দ্বাৰাই ঈশ্বৰ এক প্ৰকাৰ অস্বীকাৰ কৰা হৈছে। পতঞ্জলিৰ যোগ

শাস্ত্র সাংখ্য তত্ত্বৰ ওপৰত নিৰ্ভৰ কৰে। সাংখ্যৰ কৈবল্য অৱস্থা আৰু যোগ মাৰ্গৰ "নিৰ্ব্বীজ সমাধি" একে কথা। এই দুই দৰ্শনৰ প্ৰভেদ ইয়াকে দেখা যায় যে পতঞ্জলিয়ে ঈশ্বৰ মানিছিল আৰু চিত্তবৃত্তি নিৰোধ দ্বাৰা সমাধি সিদ্ধিৰ বাবে অন্য অন্য উপায়ৰ লগত ঈশ্বৰৰ প্ৰণিধানও এটি উপায় বুলি তেওঁ উল্লেখ কৰিছে; "ঈশ্বৰ প্ৰণিধানাদ্ব।"। ইয়াৰ দ্বাৰাই বুজা যায় যে ঈশ্বৰ প্ৰণিধানৰ বাহিৰে আন উপায়ৰ দ্বাৰাইও চিত্তবৃত্তি নিৰোধ কৰি সমাধি সাধন কৰিব পাৰি। এতেকে দেখা যায় মীমাংসা দৰ্শনৰ কৰ্ম্মযোগ, সংখ্য দৰ্শনৰ জ্ঞানযোগ আৰু পাতঞ্জল দৰ্শনৰ ধ্যানযোগ প্ৰকৃত ঈশ্বৰ মুখী নহয়। এনে বুজা যায় যে জ্ঞানযোগৰ কৈবল্য আৰু ধ্যানযোগৰ সমাধি অৱস্থা এক প্ৰকাৰ (psychical exercise) ফল মাত্ৰ। এনে আত্মা সাক্ষাৎকাৰ অৱস্থা কেনে তাক ভাষাত বুজোৱা টান আৰু তেনে অৱস্থা হলেই যে একেবাৰে দুখ নিবৃত্তি হয় তাক নিশ্চয় কৰি কোৱা টান। ইয়াতে এই মাত্ৰ কব লাগে যে বেদান্ত যদিও ব্ৰহ্ম প্ৰতিপাদক তথাপি বেদান্তৰ নিৰ্গুণ ব্ৰহ্ম মানুহৰ ধাৰণা, জ্ঞান ভক্তি আদিৰ অতীত আৰু বেদান্ত দৰ্শনৰ মূল উদ্দেশ্য নিৰ্গুণ ব্ৰহ্মাত স্থিতি বা মোক্ষ লাভ— সাংখ্য বাদীৰ কৈবল্য আৰু যোগ শাস্ত্ৰৰ "নিৰ্ব্বীজ সমাধি" প্ৰায় একে যেন অনুমান হয়। গীতাৰ ঈশ্বৰ কিন্তু সৰ্ব্বজন বা সগুণ যাক ভক্তি কৰিব পৰা যায়। এই সবিশেষ বা সগুণ ব্ৰহ্মাৰ উপাসনা হে গীতাত শ্ৰেষ্ঠ বোলা হৈছে। গীতাত কৈছে যে নিৰ্গুণ সাধক সকলেও ভগবানক পায় হয় কিন্তু তেওঁলোকৰ পথ অতি ক্লেশকৰ।

"ক্লেশোহধিকতৰস্তেষামব্যক্তাসক্তচেতসাম্।
অব্যক্তা হি গতিৰ্দুঃখং দেহবদ্ভিৰবাপ্যতে।।" গীতা।

গীতাই কৰ্ম্মবাদীক কয়, তোমাৰ সকলো কৰ্ম্ম ঈশ্বৰত অৰ্পণ কৰাঁ; ফল কামনা এৰি কৰ্ত্তৃত্ব ভাব এৰি কৰ্ম্ম কৰাঁ, অৰ্থাৎ কৰ্ম্ম সন্ন্যাসৰ আবশ্যক নাই, কিন্তু কৰ্ম্মফল সন্ন্যাসৰ সম্পূৰ্ণ আৱশ্যক। ঈশ্বৰমুখী হৈ কৰ্ম্ম কৰাঁ। গীতাই সাংখ্যবাদীক কয় তোমাৰ তত্ত্বজ্ঞান কেবল অনাদি অগন্ত ভগবানৰ স্বৰূপ জ্ঞান, তোমাৰ প্ৰকৃতি কিম্ব-পুৰুষ স্বতন্ত্ৰ নহয়, উভয়ে ঈশ্বৰৰ অধীন; ঈশ্বৰ সাধনা নহলে তোমাৰ কৈবল্য লাভ নহয়। গীতাই যোগ মাৰ্গাৱলম্বীক কয়, ঈশ্বৰত চিত্ত সংযোগেই তোমাৰ যোগৰ মুখ্য উদ্দেশ্য। এই যোগৰ ফল যে নিৰ্ব্বজ সমাধি বা আত্মা সাক্ষাৎকাৰ মাত্ৰ এনে নহয়, এই যোগৰ ফল ঈশ্বৰৰ সঙ্গ লাভ। মুঠতে দেখা যায় যে গীতাত কৰ্ম্মযোগ, ধ্যানযোগ জ্ঞানযোগ সকলো ভক্তি মূলক কৰি ভক্তিযোগৰে প্ৰাধান্য দেখুৱাইছে। এয়ে হে গীতাৰ পুৰ্ণধৰ্ম্মৰ তাৎপৰ্য্য। যদি কোনোবাই বুজে যে গীতাৰ পুৰ্ণধৰ্ম্মত নিৰীশ্বৰ বাদী, ঈশ্বৰবাদী সকলো দৰ্শনৰ ভিন্ন ভিন্ন মত ৰাখিছে, আগম নিগম, প্ৰবৃত্তি নিবৃত্তি সকলো পন্থৰ ধৰ্ম্ম সত্য বুলি স্থিৰ কৰিছে, তেন্তে সেই বুজা ভুল বুজা। বৈদিক যুগৰ ইন্দ্ৰ, বৰুণ, উষা আদি নৈসৰ্গিক শক্তিৰ আৰাধনা (Nature Worship) দাৰ্শনিক যুগৰ গূঢ় আধ্যাত্মিক তত্ত্বমূলক ধৰ্ম্ম (Rationalism) অদ্বৈতাবাদ আৰু কোনো কোনোৱে কয় যে পূৰ্ণ হিন্দুধৰ্ম্মৰ এভাগ সত্য বুলি মানি বাকী ভাগ অসত্য বা অসাৰ বুলি ধৰা সাম্প্ৰদায়িকতাৰ দোষ। অভ্ৰান্ত শাস্ত্ৰৰ খাতিৰত পুৰণিকলীয়া মত আৰু বিশ্বাসৰ প্ৰতি শ্ৰদ্ধাৰ খাতিৰত এনে লোকে পৰস্পৰ বিৰুদ্ধ ধৰ্ম্মমতৰ ভিতৰৰ এক প্ৰকাৰ মিলন বা সন্ধি স্থাপন কৰিব খোজে। এনে মিলন গোজামিলন মাথোন। সত্য ধৰ্ম্মৰ লগত এনে গোজামিলন নচলে। সি সত্য ধৰ্ম্ম সি কি নিম্ন অধিকাৰী, কি উচ্চ অধিকাৰী, সকলোৰে পক্ষে জাতি বৰ্ণ নিৰ্ব্বিশেষে সত্য আৰু পালনীয়? গীতাত ভিন ভিন পন্থৰ যি মিলন কৰা হৈছে সি গোজামিলন নহয়। গীতাই কৰ্ম্মীৰ কৰ্ম্ম, জ্ঞানীৰ জ্ঞান, যোগীৰ ধ্যান ঈশ্বৰমুখী কৰি বিশ্বাস আৰু একশৰণ ভক্তিৰ ধৰ্ম্ম প্ৰচাৰ কৰিছে। গীতাত কৰ্ম্ম, গীতাত ঈশ্বৰৰ জ্ঞান, গীতাৰ ধ্যান ঈশ্বৰৰ ধ্যান। এই অপূৰ্ব মিলনত কৰ্ম্ম, জ্ঞান, ধ্যান সকলো ভক্তিযোগৰ অন্তৰ্গত হৈছে শেষফল কৰ্ম্ম ভক্তিমূলক, জ্ঞান ভক্তিমূলক আৰু ধ্যান ভক্তিমূলক। ভক্তিবিবৰ্জ্জিত কৰ্ম্ম জ্ঞান আৰু ধ্যান অকৰ্ম্মণ্য, ফুটুকাৰ ফেন। গীতাৰ ভক্তিমূলক বিশ্বাস আৰু শৰণৰ ধৰ্ম্ম উচ্চৰপৰা নিম্নলৈকে সকলোৰে পক্ষে উপযুক্ত। এয়ে সাৰ্ব্বলৌকিক আৰু সাৰ্ব্বভৌমিক ধৰ্ম্ম।

ধৰ্ম্ম সাধনৰ নানা উপায়, নানা মত, নানা পন্থা দেখা যায়। শান্তভাব, দাস্যভাব, বীৰভাব, স্ত্ৰীভাব, সন্তানভাব আদি আছে; নিৰাকাৰ পোষক আছে, পৌত্তলিক আছে, জড়োপাসক আছে, কঠোৰ তপস্যাব্ৰত ধৰা যোগী আছে, পশুঘাত কৰি পশুৰক্তৰ দ্বাৰাই পূজা কৰা শক্তি

উপাসক আছে, কাপালিক আছে, অঘোৰপন্থী আছে, সহজ ভজন আছে, বাতি-খোৱা পূৰ্ণধৰীয়া ভকতো আছে। সকলো পথ সত্য পথ নহয়। সকলো পথ সমান নহয়। কোনো পথ সহজ আৰু সুগম, কোনো পথ দুৰ্গম আৰু বিপদপূৰ্ণ আৰু কোনো পথ ঘৃনণীয়। অমুকৰ ঘৰলৈ যাব লাগিলে তেওঁৰ পদূলিয়েদি বাট-ঘৰৰ তলেদি চৰাঘৰলৈ যাব পাৰি, নাইবা তেওঁৰ ঢাপৰ বাহিৰৰ তিনিহতীয়া খাল ডেই, থিয় ঢাপ বগাই, ঢাপত বোৱা বাঁহৰ জেওনিৰ আঁজোৰ খাই, বাঁহৰ চেচুকত গজা চোৰাতৰ মাজেদিও ওলাবগৈ পাৰি ; নাইবা তেওঁৰ বাৰীৰ পিছ ফালৰ চুৰাপাতনিৰ ওপৰেদিও যাব পাৰি। সহজ ভাল পথ থকাত বেয়া পথ অৱলম্বন কৰা উচিত নহয়। বেয়া পথেদি গলে অনেক সময়ত নানা বাধা, বিপদ, প্ৰলোভন আদিৰ বাবে গম্য ঠাইত উপস্থিত হোৱা অসম্ভৱ হৈ পৰে।

এইদেখি শঙ্কৰ মাধৱ আৰু দামোদৰ এওঁলোকে শিকাইছিল যে ঈশ্বৰত দৃঢ় বিশ্বাস আৰু একান্ত শৰণেই প্ৰকৃত ধৰ্ম্ম আৰু এয়ে সহজ ধৰ্ম্মপথ। ৰজা প্ৰজা, ধনী, নিৰ্ধনী, পণ্ডিত, মুৰ্খ, গৃহী, উদাসিন, সাধক, অসাধক, আৰ্য্য, ম্লেচ্ছ, ব্ৰাহ্মণ, চণ্ডাল, সকলোৰে নিমিত্তে এই বিশ্বাসৰ ধৰ্ম্ম এই একশৰণ ধৰ্ম্ম উপযুক্ত আৰু সৰ্ব্বতোভাবে আৱশ্যকীয়। এই ধৰ্ম্মৰ ঈশ্বৰ সাধনাৰ উপায় দাস্য ভাবে, অৰ্থাৎ গীতাৰ উপদিষ্ট ভাবে, সকলো ঈশ্বৰত সমৰ্পণ, ঈশ্বৰৰ প্ৰীয় কাৰ্য্য সাধন, অপ্ৰিয় কাৰ্য্য বৰ্জ্জন, ঈশ্বৰৰ নামগুণ শ্ৰৱণ কীৰ্ত্তন, নামৰূপ স্মৰণৰ দ্বাৰাই নিত্য তেওঁৰ উপাসনা।

"কৰ্ণে কথা মনে ৰূপ মুখে তবু নাম।
ৰহোক সদাই ডাকি বোলা ৰাম ৰাম।"

মহাপুৰুষসকলে বুজাইছিল যে ধ্যান ধাৰণা যজ্ঞ পূজা আদি সত্য ত্ৰেতা দ্বাপৰ আদি যুগৰ উপযুক্ত ধৰ্ম্ম সাধনৰ উপায় আছিল অৰ্থাৎ সেইবিলাক বৰ্ত্তমান যুগৰ পাপমতি লোকৰ পক্ষে অনুপযুক্ত। শ্ৰৱণ কীৰ্ত্তন স্মৰণৰ দ্বাৰায়ে ব্ৰহ্মানুভূতি সম্ভৱ হয়। শ্ৰদ্ধা ভক্তি সহকাৰে নিত্য শ্ৰৱণ কীৰ্ত্তন স্মৰণ কৰিব পাৰিলে অলপ কালৰ ভিতৰতে হৃদয়ত ঈশ্বৰ প্ৰকাশিত হয়। এনে আশ্বাসপূৰ্ণ উপদেশৰপৰা বাস্তৱিক সংসাৰীৰ মনত আশাৰ সঞ্চাৰ হয়, হৃদয়ত বল হয়। প্ৰাচীন কালত আৰ্য্য ঋষিয়ে এইদৰে বিশ্ববাসী সকলোকে আশ্বাস দি কৈছিল ঃ—

"শৃণ্বন্তু বিশ্বেহমৃতস্য পুত্ৰা
আ যে ধামানি দিব্যানি তস্থু ঃ।।
বেদাহমেতং পুৰুষং মহান্ত—
মাদিত্য বৰ্ণং তমসঃ পৰস্তাৎ।।
তমেব বিদিত্বাতিমৃত্যুমেতি
নান্যঃ পন্থা বিদ্যতেহয়নায়।।"

দিব্য ধামবাসী যত অমৃত সন্তান সবে
শুনা শুনা হই সাৱধান।
জানিছোঁ নিশ্চয় মই তিমিৰ অতীত সেই
জ্যোতিৰ্ম্ময় পুৰুষ মহান।।
জানিলে মানবে যাক বিধিৰ কিঙ্কৰ গুচে,
নাথাকিব মৰণৰ ভয়।
কহিলোঁ ধ্ৰুৰূপ সাৰ, মৃত্যু ভয় তৰিবৰ
আন পন্থা আৰু নাই নাই।

## * ফাহীয়ান আৰু তেওঁৰ ভাৰত ভ্ৰমণ।

"The acomplishing of great deeds arise from forgetting or disregarding what is generally considered as important, and attaching importance to what is generally forgotten," – Dr. Legge.

খৃষ্টাব্দ ৩৭০—৩৮০ ৰ মাজতে চীন দেশৰ নান্‌কিন্

* গুৱাহাটীৰ College ৰ Unionত পাঠ কৰা হয়।

চহৰৰ ওচৰত থকা গাওঁ এখনিত এজন মহাপুৰুষৰ জন্ম হয়। এই মহাপুৰুষে তেওঁৰ বহুমূলীয়া জীৱনৰ ছাঁয়াপট্‌খনি নিজে নিজেই অলৌকিক ঘটনাৰে আঁকি, সভ্যজগতক নিজৰ চিনাকি দিবলৈ এৰি যায়। নিজে আঁকা পট্‌খনিৰেই ফাহীয়ান আজি সভ্য জগতত পৰিচিত।

কথাতে কয়, যি মূলা বাঢ়ে তাৰ দুপতীয়াতে চিন। ফাহীয়ানৰ ওখ ভাব আৰু মহৎ উদ্দেশ্যৰ কথা তেওঁৰ কামত সৰুৰেপৰা প্ৰকাশ পাইছিল।

পিতাকৰ চাৰিজন পুতেকৰ ভিতৰত কণ্ডেই (ফাহীয়ানেই) নুমলীয়া। নিচেই কুমলীয়া বয়সতে তিনিওটি বৰ পুতেকে মাক বাপেকৰ বুকু উদঙাই যোৱাত তেওঁবিলাকৰ গোটেই মৰম একেটি নুমলীয়া ল'ৰা ফাহীয়ানতে সোমাল। সেইহে আমি ফাহীয়ানক বৰ আলসুৱা বুলি জানো। এনে মৰমৰ লৰাৰ এবাৰ মৰামুছা নৰীয়া হোৱাত মাক বাপেকৰ ধাতু যায় যেন হল ; ভয়ত বিবুদ্ধি খাই, আমাৰ বৰ সবাহলৈ টোপোলা আগ বঢ়োৱাৰ দৰে ফাহীয়ানক তেওঁলোকে ভিক্ষু আশ্ৰমত গতাই দিলে। ভিক্ষুসকলৰ আপডালত ফাহীয়ানৰ নৰীয়া লাহে লাহে ভাল হবলৈ ধৰিলে। নৰীয়া তিল পৰিমাণে টুটি তেনেই ভাল হলত ফাহীয়ানে আৰু ঘৰলৈ যাবলৈ মন নকৰিলে। বুদ্ধদেৱৰ মউসনা উপদেশবিলাক ভিক্ষুসকলৰ মুখে ওলাই তেওঁৰ কুমলীয়া মনত থিত ল'লে। ফাহীয়ানে জলকাৰ নিচিনা হৈ আশ্ৰমৰ এচুকত বহি কিবাকিবি ভাবিবলৈ লাগিল। এনে কোমল তেওঁ কিবা বস্তুৰ বাবে বলীয়া।

দহ বছৰ বয়সত বাপেক ঢুকুৱাত, যেতিয়া অকলশৰীয়া বাঁৰী মাকক চাৰি আষাৰ কথা কৈ বুজনি দিবলৈ যিবা এটি কণাৰ-লাখুটি লৰা আছিল সিও ঘৰত নেথাকি আশ্ৰমত, তেতিয়া দদায়েকে ফাহীয়ানক ঘৰলৈ আহিবলৈ কোৱাত, তেওঁ ইয়াকে উত্তৰ দিলে "মই বোপাইৰ কথামতে ঘৰ এৰি আশ্ৰমত থাকিবলৈ অহা নাছিলোঁ। কুটিল মানুহৰপৰা আঁতৰত থাকিবৰ কাৰণেহে মই আজি সংসাৰী নহৈ বৰাগী।" দহ বছৰীয়া লৰাৰ মুখ এনে গধুৰ ভাবৰ কথা শুনোৱা টান যদিও ফাহীয়ানৰ পক্ষে ই একো অসম্ভৱ কথা নহৈছিল।

বাপেক ঢুকুৱাৰ পাছত ফাহীয়ানে বুদ্ধৰ দীক্ষা, শিক্ষাপদ লয়। শিক্ষাপদ লোৱা ভিক্ষুৱে দহোটি নিয় আচৰিব লাগে ;—তেওঁ আত্মহত্যা কৰিব নোৱাৰে, চুৰ কৰিব কৰিব নোৱাৰে, অশুচি হ'ব নোৱাৰে, বাগীয়াল বস্তু খাব নোৱাৰে, দুপৰৰ পিছৰপৰা কোনো আহাৰ কৰিব নোৱাৰে, গান বাজনা কৰিব নোৱাৰে, বিলাস কৰিব নোৱাৰে, বহল আৰু ওখ শয্যাত শুব নোৱাৰে, আৰু ধন-সোণ লব নোৱাৰে। ফাহীয়ানেও এই শিক্ষাপদকে ললে। এই শিক্ষাপদ লোৱাৰ অলপ দিনৰ পাছতে তেওঁৰ মাকঢুকুৱাত তেওঁ ঘৰলৈ যায়। ঘৰত দুদিন মান থাকি তেওঁ আকৌ আশ্ৰমলৈ আহে।

ফাহীয়ানৰ মানত তেওঁৰ মাক বাপেক দেৱতাৰ নিচিনা আছিল। যি চেনেহ পৰমেশ্বৰৰ নিজ অংশৰপৰা বাহিৰ হৈ আহি আই বোপাইৰ গাত প্ৰকাশ পায় সেই চেনেহক তেওঁ পূজা কৰিছিল। আইৰ চেনেহত তেওঁ জগতৰ চেনেহী আইক দেখিছিল আৰু বোপাইৰ ভিতৰত তেওঁ বিশ্বৰ পিতৃদেৱতাক দেখিছিল। সেই কাৰণেহে মাকবাপেকৰ বিয়োগতো ফাহীয়ানৰ চকুত এটোপা পানী নোলাইছিল। তেওঁ সদায় দেৱৰূপত তেওঁবিলাকক দেখিছিল আৰু সেই অনুসাৰে নিজৰ আন্তৰিক ভক্তি তেওঁএলাকক জনাইছিল। তেওঁ মাক বাপেকৰ আচল পো আছিল।

বুদ্ধদেৱ স্বৰ্গী হোৱাৰ পাছত ভিক্ষুসকলে তেওঁৰ উপদেশবিলাক লিখি লয় আৰু সেইবিলাকক তিনি ভাগ কৰে। ইয়াৰে এভাগক সূত্ৰ, এভাগক বিনয় আৰু বাকী ভাগক অভিধৰ্ম্ম বোলে। ভিক্ষুসকলে কি কি নিয়ম আচৰি চলিব লাগে এই কথাবোৰবিনয়ৰ পুথিত লিখি থোৱা হয় সেই কাৰণে বৌদ্ধ ধৰ্ম্মাবলম্বী চীনত বিনয়ৰপুথিৰ বৰ দৰকাৰ হৈছিল। বিনয়ৰ পুথি নো ক'ত পায়, কি উপায়েৰেপাব পাৰি আৰু কেনেকৈ পাব পাৰি আৰু কেনেকৈ চীনলৈ আনিব পাৰি এই কথাবিলাক বাতিয়ে দিনে ফাহীয়ানে ভাবিবলৈ লাগিল। বিনয়ৰ পুথিবিলাক চীন ভাষালৈ অনুবাদ কৰি বৌদ্ধধৰ্ম্ম চীনত বিস্তাৰ কৰাটোৱেই ফাহীয়ানৰ জীৱনৰ লক্ষ আৰু পুথিবিলাকেই তেওঁৰ সম্বুলি। এই পুথিবিলাক ভাৰতত বাজে আন কোনো ঠাইত নাই বুলি ফাহীয়ানে জানিছিল আৰু তেওঁ নিজৰ পেটৰ কথা সমনীয়া ভিক্ষুসকলক খুলি কোৱাত,চাৰিজনমান ভিক্ষুৱে তেওঁৰ

সাহত ভৰ দি ফাহীয়ানক এই কামত সহায় কৰিবলৈ সাজু হল। তেওঁলোকে ভাৰতলৈ যাত্ৰা কৰাটোকেই ঠিক কৰিলে।

খৃষ্টাব্দ ৩৯৯ ৰ সময়ত যেতিয়া জগতে বৰ্ত্তমান সভ্যতাৰ সুযোগবিলাক লাভ কৰিবলৈ নেপাইছিল, যেতিয়া দেশত আলি পদুলি নিচেই ক'ম আছিল, যেতিয়া ইখন সিখন ৰাজ্যৰ মাজত চলাচল কম আছিল, তেতিয়া চীনৰ নান্‌কিন্ চহৰৰ ওচৰত থকা চাংঙ্গান নামেৰে ঠাই এখনৰপৰা চাৰিজনমান চীনা যাত্ৰীয়ে গাত হালধীয়া চোলা আৰু হাতত ভিক্ষুৰ মোনা লৈ, কেতিয়াবা বনৰীয়া জন্তুৰে ভৰি থকা অগাধ হাবিৰ মাজেদি, কেতিয়াবা পৰ্ব্বতৰ গুহাৰ ভিতৰেদি আৰু কেতিয়াবা ৰাক্ষসৰ নিচিনা অসভ্য জাতিৰ মাজেদি, ভাৰতৰ ফালে আহিবলৈ ধৰিলে। ফাহীয়ানো এওঁলোকৰ মাজৰে এজন।

চীনৰ চাংঙ্গান এৰি, গোবী মৰুভূমিৰ জুই-যেনন-তপত বালিৰ ওপৰেদি বাটকুৰি বাই, কিছুমান দিনৰ পাছত যাত্ৰী কিজনে খোটেন্দ পায়হি। আফগানিস্থান আৰু বেলুচিস্থানৰ উত্তৰ সীমাইদি আহি দেৰ বছৰমানৰ পাছত তেওঁবিলাকে পুণ্যভূমি ভাৰতত ভৰি দিয়ে।

ভাৰতত ভৰি দিয়েই ফাহীয়ানৰ হিয়া আনন্দেৰে ভৰিল। উত্তৰ ভাৰতত নগৰে নগৰে ঘৰে ঘৰে মুখে মুখে বুদ্ধৰ নাম। নগৰে নগৰে দুই তিনিটি ভিক্ষুসকলৰ আশ্ৰম আৰু প্ৰত্যেক আশ্ৰমতে দহ বাৰ শ ভিক্ষু। ৰজা প্ৰজা সকলোকেই এই ভিক্ষুসকলক খাবলৈ আহাৰ আৰু পিন্ধিবলৈ কাপোৰ যোগায়। দানেই ধৰ্ম্মৰ প্ৰধান কাম আৰু অহিংসাই পৰম ধৰ্ম্ম বুলি ভাৰতৰ ৰজাৰপৰা প্ৰজালৈকে সকলোৱে জানিছিল। যি যি ঠাইত বুদ্ধদেৱ ফুৰিছিল সেই ঠাইবিলাকত তেওঁৰ সোঁৱৰণীৰ নিমিত্তে স্তূপ, বিহাৰ আদি মঠ মন্দিৰবিলাক ৰজা প্ৰজা সকলোৱে সাজি দিছিল আৰু সেই ধৰমক্ষেত্ৰবিলাকত কোনে কিমান ধন সোণ দান কৰিব পাৰে তাৰ নিমিত্তে সকলোৱে অৰিয়াঅৰি কৰিছিল।

যিমান এই স্মৃতিচিনবিলাক ফাহীয়ানৰ চকুত পৰিছিল, তিমান তেওঁৰ হিয়া ভক্তিত পমি গৈছিল; তিমান তেওঁ দুগালে দুধাৰি চকুলো বৈ গৈছিল। সিন্ধু পাৰ হৈ ফাহীয়ানে কনিষ্কৰ স্তূপ দেখে। তাৰ পাছত বুদ্ধৰ ভিক্ষাজুলিৰ ঠাই দেখে। কনিষ্কৰ স্তূপৰপৰা কিছু দূৰত বুদ্ধৰ অস্থি পায়। ইয়াৰ পাছত মথুৰা, কান্যকুব্জ, কপিলাবস্তু, কুশনগৰ, ৰাজগৃহ আদি ঠাইৰ মাজেদি আহি ফাহীয়ানে গৃধ্ৰকুট পৰ্ব্ব পায়হি। তেওঁৰ লগৰীয়াবিলাকে তেওঁক বাটতে এৰি আন এটা বাটেদি গল। আৰু এজনে বাটতে কালৰ হাতত প্ৰাণ হেৰুৱালে। ফাহীয়ান অকলৈ অকলৈ গৃধ্ৰকুট পৰ্ব্বতৰ গহ্বৰত এৰাতি থাকে। সেইদিনা ৰাতি গহ্বৰৰ মাজত শিলৰ ওপৰত বুদ্ধৰ ভৰিৰ চিন এটি দেখি ফাহীয়ানে ইয়াকে কলে ঃ—"বুদ্ধ, ফাহীয়ানে আজি তোমাক দেখিবলৈ নেপালে! তোমাৰ স্মৃতিৰ চিন চাবলৈ, জীৱনৰ আশা ভৰসা এৰি, চীনৰ চাংঙ্গানৰপৰা আজি ফাহীয়ান এইখিনিত! তুমি এই নিজম গুহাতে আছিলা! সৌৱা, তোমাৰ চৰণৰ খোজ শিলৰ ওপৰত পৰি আছে, কিন্তু তুমি আৰু মৰতত নাই।" এই কথাকিটি কওঁতে ফাহীয়ানৰ দুগালে দুধাৰি চকুলো বৈ গৈছিল। এইয়ে ধৰ্ম্মবীৰৰ প্ৰেম!—স্বৰ্গীয় প্ৰেম!—মৰমৰ চকুলো!—

সেইদিনা ৰাতি গৃধ্ৰকুটতে থাকি তাৰ পিছ দিনা ফাহীয়ানে পূবৰ ফালে খোজ ল'লে। ইয়াৰ অলপ দিনৰ পাছতে তেওঁ শ্ৰুতিপূৰ্ণ গহ্বৰ পায়। ইয়াৰ পাছত গয়া আৰু বাৰণসী পায়। বাৰাণসী এৰি পাটনালৈ আহে। এই পাটনা চহৰতে ফাহীয়ানে তেওঁৰ জীৱনৰ সঁজুলি বিনয়ৰ পুথিবিলাক পায়। ইমান দিনৰ মূৰত তেওঁৰ আশা পুৰ হল, তেওঁ যিহকে বিচাৰি আহিছিল তাকে পালে। এই পুথিৰ ভিতৰত কি ৰত্ন আছে তাক পাবৰ নিমিত্তে পাটনা চহৰত ফাহীয়ানে তিনি বছৰ সংস্কৃত পঢ়ে। তিনি বছৰৰ মূৰত চীনা ভাষালৈ এই পুথি কিখনি তেওঁ অনুবাদ কৰে। ইয়াৰ পাছত তেওঁ সাগৰৰ দাঁতিত থকা চম্পা আৰু তাম্ৰলিপি নগৰলৈ যায়। তাম্ৰলিপ্তি নগৰত তিনি বছৰ থাকি ফাহীয়ানে বুদ্ধৰ সূত্ৰবিলাক চীনলৈ অনুবাদ কৰে।

এইদৰে ১২ বাৰ বছৰ ফাহীয়ানে ভাৰতত কটায়। চীনৰ চাঙ্গান এৰি মধ্যভাৰত তেওঁৰ পাওঁতে ৬ বছৰ লাগিছিল আৰু ভাৰতত তেওঁ ৬ বছৰ আছিল। তেওঁ যি অমৃত বিচাৰি ভাৰতলৈ আহিছিল এযুগৰ পিছত নানা বাধা বিঘিনি পাৰ হৈ সেই অমৃত গোটালে। এতিয়া সেই অমৃত তেওঁ কি উপায়েৰে নিজৰ দেশী ভায়েকহঁতক

বিলাই দি অমৰ কৰিব এই কথা ফাহীয়ানে দিনে ৰাতিয়ে ভাবিবলৈ ধৰিলে। তেওঁৰ লগৰ ভিক্ষু কিজনে ভাৰতত জ্ঞানৰ অমৃত পিবলৈ পাই, দেশলৈ উলটি নগৈ ভাৰততে হাড় পেলাবলৈ মন কৰিলে। কিন্তু ফাহীয়ান আপোনপেটীয়া নাছিল। তেওঁ লোকলৈকো ভাবিছিল। সেই কাৰণে পুথি কিখনি বুকত বান্ধি তেওঁ দেশলৈ যাবলৈ ওলাল।

ফাহীয়ানৰ দিনত ভাৰত পৃথিবীৰ সকলো দেশতকৈ প্ৰথম দেশ আছিল। সকলো বিষয়তে ধনে মানে জ্ঞানে ভাৰত প্ৰধান আছিল। ভাৰতৰ সদাগৰে চীন, জাপান, যাভা, * সিংহল আদি দেশেৰে বেহা বেপাৰ চলাইছিল। ভাৰতৰ সদাগৰে ভাৰত আৰু প্ৰশান্ত মহাসাগৰৰওপৰেদিপাল-তৰা জাহাজত দুশ আঢ়েশ মানুহ লৈ মুকুতা আৰু ৰেচম কাপোৰৰ বেপাৰ চলাইছিল। ভাৰতৰ ব্ৰাহ্মণে যাভা আদি মাজুলীলৈ গৈ অসভ্য জাতিক হিন্দু ধৰ্ম্ম শিকাইছিল আৰু সাগৰৰ মাজে মাজে মাজুলীত উপনিবেশ কৰি আছিল। এনে সময়ত ফাহীয়ানে চীনলৈ যোৱা কথা একো টান বুলি নেভাবিছিল। তেওঁ ৪১৪ খৃষ্টাব্দত সাগৰৰ দাঁতিত থকা চম্পা নগৰৰ বন্দৰত ভাৰতৰ সদাগৰৰ জাহাজত উঠিল। এইয়ে ফাহীয়ানৰ ভাৰতৰপৰা শেষ বিদায়।

দুশ যাত্ৰী বুকত লৈ জাহাজখনিয়ে সিংহলৰ ফালে চলিবলৈ ধৰিলে। ৭০০ যোজন গৈ সিংহলত জাহাজ লাগিল আৰু তাতে ফাহীয়ান নামিল। সিংহলত তেতিয়া বৌদ্ধধৰ্ম্ম প্ৰচলিত আছিল। ফাহীয়ানে সিংহলতো দুবছৰ কটায়। ইয়াত থাকোঁতে এদিন তেওঁৰ মনত বৰ বেজাৰ লাগি তেওঁ কবলৈ ধৰিলে :- "মোৰ লগৰীয়া কিজনৰ ভিতৰত এজনে কালৰ হাতত বাটতে প্ৰাণ এৰিলে, বাকী কিজনেও ভাৰততে হাড় পেলাবলৈ থাকিল। মই পুথি কিখনি বুকত বান্ধি দেশলৈ ওলাইছোঁ। প্ৰভু, মই অকলশৰীয়া! এই জীৱনত মোৰ* দেশ পাম গৈ নে? মোৰ জীৱনৰ লক্ষ এই জনমত পাম গৈনে? দেশী ভাইহঁতৰ মাজত বিনয়ৰ অমৃত বিলাব পাৰিম নে?"

ফাহীয়ানৰ এই দেশৰ নিমিত্তে অনুৰাগৰ কথা— এই সুৰৰ ৰাগিণী সকলোৰে হৃদয়-তন্ত্ৰীত যাউতিযুগীয়া হৈ বাজি থাকিব। ফাহীয়ান কৰ্ম্ম-জগতৰ প্ৰকৃত বীৰ আৰু দেশৰ আচল ভক্ত। ভাৰতত বুদ্ধৰ জন্ম আৰু ভাৰততেই বুদ্ধৰ বৈকুণ্ঠপ্ৰয়াণ হয়; ভাৰতত বুদ্ধৰ নাম নগৰে নগৰে, ঘৰে ঘৰে মুখে মুখে; তেন্তে এই পুণ্যভূমি ভাৰত এৰি কিয় তেওঁ চীনলৈ যাবলৈ ওলাল? তেওঁৰ ঘৰত আই বুলিবলৈ কোনো নাই, বোপাই বুলিবলৈ কোনো নাই, মৰমৰ ভাই ভনী বুলিবলৈ কোনো নাই; তেন্তে কাৰ মৰমে তেওঁক চীনলৈ টানিছিল? চীনৰ মৰমে ফাহীয়ানক ভাৰতলৈ টানি আনিছিল আৰু ভাৰতৰপৰা চীনলৈ টানি নিছিল। সেই কাৰণে হে ফাহীয়ানে সিংহলৰপৰা আকৌ চীনলৈ যাবলৈ সদাগৰৰ জাহাজত উঠিল। এই বেলি সাগৰৰ মাজত তেওঁবিলাকক বৰ ধুমুহাই পাইছিল। কোনোমতে ধুমুহাৰ হাতৰপৰা এৰাই বহুত দিনৰ মূৰত জাহাজখনি যাভাত লাগিল গৈ। ফাহীয়ান যাভাত নামি তাতে কিছুমান দিন থাকিল। যাভাত তেতিয়া হিন্দুধৰ্ম্ম প্ৰচলিত আছিল আৰু তাত বহুত ভাৰতৰ ব্ৰাহ্মণ বসতি কৰি আছিল। ফাহীয়ানে যাভাত কিছুদিন থাকি আকৌ সদাগৰৰ জাহাজত উঠিল।

কিছুমান দিন জাহাজখনিয়ে প্ৰশান্ত মহাসাগৰৰ ওপৰেদি যাওঁতে, বৰ ধুমুহাই পাই জাহাজখনি বুৰাব খোজাত, জাহাজৰ মানুহবিলাকে ফাহীয়ানৰ নিচিনা আপদীয়া ভিক্ষু জাহাজত থকা বাবেই তেওঁবিলাকৰ এনে দুৰ্গতি হৈছে বুলি ভাবি, ফাহীয়ানক প্ৰাশান্ত মহাসাগৰৰ মাজত থকা অকলশৰীয়া মাজুলী এটিত এৰি যাব খুজিছিল। বৰ মৰমিয়াল মানুহ এজনেহে ফাহীয়ানক এই মহাবিপদৰপৰা ৰক্ষা কৰে। এনে বিপদত ফাহীয়ানে হানৰ ভিক্ষুসকলৰ আশীৰ্ব্বাদত যেন এই পুথি কিখনি হান পায় গৈ!" ঘোৰ বিপদতো তেওঁ সাগৰৰ নিচিনা গভীৰ আৰু পৰ্ব্বতৰ দৰে অটল। দেশৰ নিমিত্তে যি কৰিব লাগে সেইটো ঈশ্বৰৰ নিমিত্তে কৰাৰ দৰে হয় বুলি তেওঁ জানিছিল।

---

* ভাৰতৰ সিংহল নামে এজন সদাগৰে Caylon আবিষ্কাৰ কৰাত Caylon সিংহল বোলে।

* হান চীনৰ পুৰণি নাম

পোন্ধৰ বছৰৰ পাছত নানা দুখ দুৰ্গতি পাব হৈ ফাহীয়ানে মৰমৰ হানদেশ পালেহি। চীনৰ মানুহে তেওঁৰ এই অদ্ভুত ভ্ৰমণৰ কথা শুনি মূৰে কপালে হাত দিছিল। ৰজা প্ৰজা সকলোৱে তেওঁক আদৰেৰে আগবঢ়াই লৈ গৈছিল। ফাহীয়ান নানকিনলৈ গৈ আকৌ নিজৰ কামত লাগিল। জীৱনৰ বাকী অংশ তেওঁ ধৰ্ম্ম বিলাওঁতেই কটালে। ধৰ্ম্ম আৰু কৰ্ম্ম জগতত বীৰৰ চিনাকি দি, বসুগৰ্ভা পৃথিবীৰ তলত থকা সাতাম-পুৰুষীয়া ধন কি বাচনিৰে চাই উলিয়াব লাগে তাক জগতক শিকাই, চীনাইতৰ মাজত ভোটাতৰাৰ দৰে জিলিকি, চাৰি কুৰি আঠ বছৰ বয়সত হুপী নামেৰে ঠাইত মহাত্মা ফাহীয়ানে এই সংসাৰ এৰি গল। তেওঁৰ জীৱনে আমাক অতীতৰ লুকাই থকা বস্তু কেনেকৈ উলিয়াব লাগে তাৰ উপায় দিলে, তাৰ বাচনি দিলে। তেওঁৰ জীৱনে আমাক শিকালে যে জীৱনৰ লক্ষ ঠিক হলে বাটত অপায় বিঘিনিয়ে একো কৰিব নোৱাৰে। ফাহীয়ানে নিজেই তেওঁৰ সমনীয়া বন্ধু এজনক কৈছিল, "মই আগেয়ে যিবিলাক কাম কৰিলোঁ, সেই ঘটনাবিলাকৰ কথা মনত পৰিলে মোৰ গা শিয়ঁৰি উঠে আৰু গাৰপৰা চৌ-চৌ-কৰে ঘাম ওলাবলৈ ধৰে। মোৰ জীৱনৰ লক্ষ ঠিক আৰু মন সৰল থকা বাবেহে মই কৰ্ম্মজগতত টান কাম সমাধা কৰিব পাৰিছিলোঁ। দহ হেজাৰ অংশৰ যদি এক অংশ কাম মই কৰিব পাৰোঁ তাতে মোৰ আশা পূৰ হ'ব বুলি মই ভাবিছিলোঁ।

শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা

---

# "সম্পাদকৰ বক্তব্য"ৰ প্ৰতিবাদ*

সম্পাদক ডাঙৰীয়া,

জেঠ মাহৰ "বাঁহীত" প্ৰকাশিত প্ৰতিবাদ আৰু সম্পাদকৰ বক্তব্য পাঠ কৰিলো। ব্যক্তিগত আক্ৰমণ অৰ্থে আপুনি কি বুজাব খোজে বোধগম্য নহল। আপোনাৰ মতে দেব দামোদৰ সম্পৰ্কে নিন্দাপবাদ প্ৰচাৰ বোধ হয় ব্যক্তিগত আক্ৰমণ নহয়। বহুদিন পূৰ্ব্বে উক্ত গুৰু পুৰষৰ মানৱ লীলা সম্বৰণ, আইনৰ লাইবেলৰ ধাৰায় দি তেওঁ কাকো নিমন্ত্ৰণ নকৰে এয়েকি ইয়াৰ কাৰণ না অন্যৰূপ কাৰণ বৰ্ত্তমান আছে। ব্যক্তিগত আক্ৰমণ হে কেবল দূষণীয়া না? সমাজৰ বা সম্প্ৰদায় বিশেষৰ আক্ৰমণ জানো দূষণীয় নহয়? যদি হয় তেন্তে শঙ্কৰদেৱ ও তদীয় ধৰ্ম্মৰ প্ৰবন্ধচ্ছলে আপোনাৰ "বাঁহীত" মাজে মাজে নানা সুৰে * দামোদৰদেৱে আৰু ব্ৰাহ্মণগণৰ নিন্দাপবাদৰ সুমধুৰ বংশীধ্বনি ওলাই কিষ্কিন্ধ্যাক ধেই ধেই নচোৱা আৰু সুমেৰুক "স্থান ত্যাগ" কৰিব লাগা কৰা হয় যে? অবশ্যে ব্যবসায় বুদ্ধিৰ পৰাকাষ্ঠা বুলি কেৱে কলেও মানিব নোৱাৰো। কাৰণ যিয়েই হক,বংশীৰবে আকৃষ্ট হৈ হিতাহিত জ্ঞানশূন্য হৰিণ মৰে বুলি শুনা যায়; বহুত হোজা অজলাইঁতৰো সেই দশা পোৱাৰ আশঙ্কা নাই ত? দামোদৰীয় আৰু মহাপুৰুষীয়া দুই সম্প্ৰদায়ৰ ভিতৰত এটা উদ্যোগপৰ্ব্বৰ কোলাহল বাঁহীৰ ক্ষেত্ৰৰ পৰা শুনা যায় যে?

যজ্ঞধৰৰ মত দেবদত্তৰ মতত নিমিলিলে যুক্তি দ্বাৰা সেই মত খণ্ডন কৰা দেবদত্তৰ পক্ষে ভদ্ৰতাৰ কাৰ্য্য বুলি আপুনি লিখিছে—অতি উত্তম কথা। কিন্তু খণ্ডন কৰিলে হব কি, শত সহস্ৰ বাৰ খণ্ডন কৰিলেও সেইমতে ৰক্তবীজৰ দৰে কুযুক্তিৰ বলে "সুযুক্তিৰ মুণ্ডত ভৰি দিয়া হৰি গুণ গায়া নাচে"—কৰ্ম্ম কৰা যে অহৰহঃ দেখি আহিছো; গতিকে দেবদত্তে যুক্তিৰ শৰণাপন্ন হয় কোন আশাত? কাৰ অকপট কথাত? ঈশ্বৰৰ লিখিত বাঘ আৰু ভেড়া পোৱালীৰ কথা তো বহুতৰে জানা আছে। অন্য পক্ষে "তৰ্ক শাস্ত্ৰ মহাব্যাঘ্ৰী তাহাৰ নিপুণ পতি, তাৰ শিষ্য ভৈল

* এই প্ৰতিবাদটো অলপো লৰচৰ নকৰাকৈ ছপালোঁ—সম্পাদক।

পুত্ৰ প্ৰায়। সংসাৰ বনত পশি পতি পত্ৰ সমন্বিতে উপনিষৎ ধেনু ধৰি খায়।" ধৰ্ম্মৰ কথাৰ দৰে সাংসাৰিকতো ই সমানে প্ৰযোজ্য গতিকে দেবদত্তই তৰ্ক কৰে কোন আশাত? ধৰ্ম্মৰ কাহিনী শুনে কোনে? অতএব ৰাম বুলি মন শুদ্ধ কৰাক এৰি অন্য কিবা উপায় আছে না?

মিঃ ভট্টাচাৰ্য্যই* শঙ্কৰ মাধবদেৱৰ জীৱন চৰিত্ৰত ফট্‌ফটীয়া থাকা কথা হে লিখিছে আৰু আপুনিও তাকে মহানন্দে সমৰ্থন কৰিছে ভাল, অতি উত্তম। পাচে, গুৰুলীলা প্ৰভৃতি * দামোদৰ দেবৰ চৰিত্ৰত আপোনালোকৰ শুভ দৃষ্টি নপৰাৰ গূঢ় ৰহস্য কি?* শঙ্কৰ দেবে * দামোদৰ দেবত ধৰ্ম্ম পোৱাৰ কথা লিখা আছে দেখি হবলা? বাৰু, ভ্ৰমেও গুৰুলীলাৰ সেই কথা এবাৰ উল্লেখ নকৰিলে কিয়? নিৰপেক্ষতা আৰু সত্য প্ৰকাশাৰ্থ আগ্ৰহাতিশয্যকে তাৰ কাৰণ বুলি ধৰিব লাগিব নাকি?

* শঙ্কৰ মাধবদেৱৰ জীৱনী লিখিত সমগ্ৰ কথাকে, একান্ত নিষ্কাম ভকত আৰু আপোনালোকে বাইবেল, কোৰাণ, বা মিডিয়মদ্বাৰা মহাত্মাই লিখা প্ৰবন্ধৰ দৰে কায় মনো বাক্যে অভ্ৰান্ত সত্য বুলি মানিব পাৰে কিন্তু আমি সকামী অভকত বিলাকে সেই লিখিত নিন্দাপবাদক মিথ্যা বুলি জানো। জীৱনী লেখকে এটা সত্য লুকাবলৈ দহটা কাল্পনিক কথাৰ অবতাৰণা কৰিছে; তাৰ যুক্তি প্ৰমাণ সেই জীৱনী আৰু অন্যান্য পুস্তকত যথেষ্ট আছে। সেইবিলাক আঙ্গুলীয়াই মানুহৰ মমোবেদনা, ক্ৰোধ,আৰু কলহৰ বীজবপন কৰা বৰ্ত্তমান যুগুত আবশ্যক নহ'ব বুলি ভাবিছিলো কিন্তু "বাহীৰ" পুনঃ পুনঃ ৰণ শিঙ্গা ধ্বনিয়ে সুদাই নাৰাখিব দেখিহে আমাৰ আশঙ্কা হৈছে।

* শঙ্কৰ মাধবৰ জীৱনীত লিখা সকলো কথাকে কি আপুনি আৰু ৰেভাৰেণ্ড ভাই ভট্টাচাৰ্য্যই সম্পূৰ্ণ বিশ্বাস কৰে? জানিব দিবছোন। যদি নকৰে তেনেহলে যিখিনি আপোনালোকৰ আবশ্যক বোধ হয় তাকে হে পতিয়ায়— (কাজে কাজে সি যুক্তিমূলক হোৱা স্বতঃসিদ্ধ, আৰু দামোদৰ সম্বন্ধীয় ৰেভাৰেণ্ড মিঃ ভট্টাচাৰ্য্যৰ মন্তব্যও ইয়াৰে অন্তৰ্গত হ'ব পায়—নহয় না?) কিন্তু নিৰপেক্ষ শিক্ষিত লোকৰ কথাই নাই, ঈশ্বৰৰ "ছিন্ন লাঙ্গুল শৃগাল" 'বাঘ ও ভেড়া পোৱালী" "মূষিক ও সিংহ" ইত্যাদি মাত্ৰ গল্প বা নীতিশিক্ষা পঢ়া অল্পশিক্ষিত বালকেও বোধ হয় পুৰ্ব্বোক্ত কথাৰ অসাৰত্ব বুজিব পাৰিব।

বোপ দেৱাদি মুনিসকলে ভাগবত প্ৰভৃতি পুৰাণত যি লিখি গৈছে, অধিকাৰ ভেদে জনসমাজৰ মঙ্গলাৰ্থে * শঙ্কৰদেবেও তাকে অবলম্বন কৰি ৰাম ৰাম গুৰু প্ৰভৃতি ব্ৰাহ্মণগনৰ সাহায্যত আসামত পূৰ্ব্বৰ পৰা বৰ্ত্তমান বৈষ্ণৱ ধৰ্ম্মৰ বিস্তৃতি সাধিছে, অসমীয়া হিন্দু সমাজৰ সীমা বঢ়াইছে আৰু আৰ্য্যেতৰ জাতিৰ মাজতো অধৰ্ম্ম ভাব কিয়ৎ পৰিমাণে হ্ৰাস কৰি গৈছে—সচা। ইয়াকে নকৰি অন্যৰূপ ধৰ্ম্ম প্ৰচাৰ কৰিব গলে "শ্ৰাদ্ধ বহু দূৰ গড়াইত।" ইত্যাদি কাৰণে* শঙ্কৰদেৱ সকলো সম্প্ৰদায়ৰে অতিশয় মাননীয় তেওঁৰ—উদ্যোগ ও প্ৰশংসনীয়, এনে আমাৰ বিশ্বাস। কিন্তু "অক্ষিৰোগে সমুৎপন্নে কৰ্ণে ছিত্বা গুদং দহেৎ।" বচনানুসাৰে দিয়া ৰাজ চিকিৎসাৰে দিয়া ৰাজ চিকিৎসাৰ ব্যৱস্থাৰ দৰে মহা পুৰুষীয়া ধৰ্ম্ম পন্থাৰ ভালেমান নিষ্কাম মল্লিনাথে হে আমাৰ (বোধ হয় অনেক অকপট মহা পুৰুষীয়া ভক্তৰো) সেই বিশ্বাসৰ মূলত কুঠাৰাঘাত কৰি আহিছে। যিহক জগতত এনে বিচিত্ৰতা আছিল, আছে, থাকিবও, এয়ে কিঞ্চিৎ শান্তনাৰ বিষয়।

*শঙ্কৰদেবৰ জীৱনীত তেওঁৰ গুৰুৰ নাম উল্লেখ নাই। নাথাকিবৰে কথা; থাকিলে* দামোদৰদেৱৰ নিন্দা বিদ্ৰূপাদি কথা নাথাকিল হয়। লেখকসকলে ধৰ্ম্ম বিষয়ে শঙ্কৰদেৱক স্বাধীন কৰি দিছে। আজি কালিও কেৱে কেৱে কয় যে তেওঁ ভাগৱতাৰ পৰা Inspiration পাইছিল, মানৰ গুৰু নাই, ভাগবতেই তেওঁৰ গুৰু। কোৱা বাহুল্য যে এই ৰূপ কথা ব্ৰাহ্মণ বিদ্বেষপ্ৰসূত। বাৰু, যদি সেই কথাকে ধৰি লোৱা যায় তেন্তে সেই দৃষ্টান্ত অনুসাৰে একান্ত ভকত সকলৰ ভিতৰতো দুই এজনে কদলী বৃক্ষাদিৰপৰাও Inspiration পালেহেঁতেন, তাৰ সৌন্দৰ্য্য, ফলৰ মিষ্টত্বাদি পৰমেশ্বৰ বহুবিধ অবিৰ্ব্বচনীয় কৌশল, দয়া প্ৰভৃতিৰ প্ৰমাণ পাই ভক্তিৰসে আপ্লুত হৈ ৰামৰম্ভা-তৰুকে গুৰু বুলি মানিলেহেঁতেন। কিন্তু এইৰূপ কোনো সন্ত মহন্তৰ নাম এতিয়া লৈ শুনা নাই। আছল কথা এই যে* দামোদৰ চৰিত্ৰত তেওঁৰেই যে* শঙ্কৰদেবৰ গুৰু বুলি লেখা আছে সেয়ে ঠিক। বাস্তবিক এই সত্যটো অপ্ৰামাণ্য কৰিবৰ উদ্দেশ্যেহে

কোনো কোনো ব্ৰাহ্মণৰ প্ৰাধান্য অসহিষ্ণু লেখকে দামোদৰদেৱক বঙ্গ বেৰঙ্গে চিত্ৰিত কৰিছে আৰু তেওঁত শঙ্কৰৰ শিষ্যত্ব আৰোপ কৰি নিজ নিজ হৃদয়ৰ প্ৰকৃত বৰ্ণ দেখুৱাই গৈছে। মহীৰঙ্গ প্ৰভৃতিৰ ৰাজ্য অসম দেশত এনে বিষয় কথা লিখা—কোৱা—পতিয়োৱাও আশ্চৰ্য্যৰ বিষয় নহয়। যিহক সেইবিলাক বাহুল্যকৈ বাহুল্যকৈ লিখিবৰ ইচ্ছা নাই। জানা উচিত যে 'প্ৰতিবধাতি হি শ্ৰেয়ঃ পূজ্য পূজা ব্যতিক্ৰমঃ" কিন্তু ইদানীং সাম্য মৈত্ৰীৰ যুগত সেইবিলাক কথা উদ্গীৰণ পূৰ্ব্বক ৰোমন্থন কৰা দেখি হে বিস্মিত হ'ব লাগে।

যদি সত্য প্ৰকাশৰ খাঁতিৰে সকলো কথা সবিস্তাৰে লিখিবলৈ আমাক নিত্যন্তই বাধ্য কৰে আৰু বাঁহীতে উলিয়াবলৈ সম্মতও হয়, তেন্তে প্ৰমাণ যুক্তি প্ৰয়োগ পূৰ্ব্বক ভৱিষ্যতে তাক লিখি পঠিয়াম। প্ৰমাণাদিৰ সহিত সকলো কথা খোলছা লিখাত কোনো কোনো কথা কিছুমানৰ কাণত বা জিভাত সোৱাদ নালাগা অনিবাৰ্য্য গতিকে তাৰ দায়িত্বও আপোনাৰে লব লাগিব (নহলে সত্য প্ৰকাশাৰ্থ আগ্ৰহটো সৰল ভাবিব পৰা যাব না?) এইদৰে যদি সম্মত হয় তেনেহলে হাটৰ মাজতে হাড়ি ভাঙ্গি দিব পাৰা যাব—জোলোঙাৰপৰা মেকুৰীকো কোবাই উলিয়োৱা হ'ব, তেতিয়া গোটেই সোপা সত্য অন্ধকাৰৰ পৰা আলোক প্ৰাপ্ত হ'ব—সত্য প্ৰকাশৰ নিমিত্তে আপোনালোকৰ পৰিশ্ৰম পন্ধৰ আনা কমিব। সম্মত আছে না? যদি নহয় তেন্তে "যথৈবাস্তু তথৈবাস্তু কাচঃ কাচো মণিস্মণিঃ" বুলি নীৰব থাকা ভিন্ন সম্প্ৰতি আমাৰ অন্যপথ নাই। আপোনালোকে ইচ্ছামতে মহাস্ফূৰ্ত্তিৰ সহিত * দামোদৰকহে নালাগে বিশ্ব ব্ৰহ্মাণ্ডকে * কমলা বাড়ীৰ শিষ্য প্ৰশিষ্য বুলি তাৰ স্বৰে ঘোষণা কৰক, আমি হয় হাঁহি উৰুৱাই দিম, নহয় কাণত সোপা দিম।

অন্য এটা কথা—

"পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ গুণৰ নাহিকে অন্ত, ইহাৰ তত্ত্বক জানিবা কেবলে শঙ্কৰে মাত্ৰ জানন্ত। শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি প্ৰচাৰিলা কৃষ্ণৰ ভকতি। তাঙ্ক এৰি কি কাৰণে আনেক বোলয় কিনো লোক মহামূঢ় মতি।।"

এই পদৰ সত্যানুসাৰে* শঙ্কৰদেৱক এৰি ঈশ্বৰ তত্ত্ব নাজানা পৃথিৱীৰ যাবতীয় গুৰু আৰু তেওঁলোকৰ শিষ্যবিলাকৰ কি উপায় হ'ব? হায়! এই "মহামূঢ়মতি" গুৰু আৰু শিষ্যবিলাকে শঙ্কৰদেৱক গুৰু নামানি কি মহা মুৰ্খামিৰ কাম কৰিছে! এওঁলোকৰ উদ্ধাৰাৰ্থ এটা উপায় কৰকছোন।

পৰিশেষত কওঁ ঃ—আসামত বেগতে ৰাতি পুৱাবৰ আশা নাই—ভাবিলো ময়ে "লঙ্কাকত" "লঙ্কাকত" লগাই লগাই দিউ। যিহক নিৰস্ত হলো—কাৰণ কোনোবাই কুম্ভীৰৰ ক্ৰন্দন বুলি সন্দেহ কৰিব পাৰে।

পৰিশেষত পুনশ্চ কওঁ যে এইবিলাক কথা লিখিবৰ মোৰ মুঠে ইচ্ছা নাছিল, কিন্তু কথাত বাঢ়ে—বক্তব্য বাঢ়ে। বেভাৰেগু ভাই ভট্টাচাৰ্যৰ লিখা আৰু সম্পাদকৰ বক্তব্যই হে এইবিলাক কথা পেটৰ পৰা টানি উলিয়াইছে। গতিকে এই প্ৰবন্ধৰ নিমিত্তে প্ৰশংসা পাব লাগিলে তেওঁ দুজনে পোৱা উচিত। নিৰপেক্ষ বিজ্ঞ পাঠকসকলে সকলো লেখাৰ তাৰতম্য আৰু সাৰবত্তাৰ ভাবি চায় যেন ইতি—শিবং।

সকলো দেৱতাকে ব্ৰহ্মাৰ অংশ বা ব্ৰহ্মাৰ পৰা অভিন্ন বুলি জানা এজন সৰ্ব্ব দেব পূজক।

# সম্পাদকৰ কবলগীয়া।

বাৰে-বঙলুৱা ভাষাত লিখা ওপৰৰ এই প্ৰতিবাদ প্ৰবন্ধটোৰ যোগ্য ঠাই যে আমাৰ ফটা-কাকতৰ পাচী, তাত আমাৰ সন্দেহ নাই। কিন্তু ইয়াক পাচীত ঠাই নিদি বাঁহীত ঠাই দিলোঁ কিয় তাৰ কাৰণ পাঠকসকলে শুধিব পাৰে। কাৰণটো কৈ দিওঁ ;—আজিকালি এশাৰীৰ অসমীয়া লেখকে প্ৰতিবাদ বুলি এজতুৱা প্ৰবন্ধ লিখে। তেনেকুৱা প্ৰবন্ধ লিখাটো আৰু লিখিলেও কাকতত ছপোৱাটো অযুগুত এই কথা তেওঁলোকৰ মূৰত নোসোমায়। আমিও কৈ কৈ হুৰিলোঁ। সেইদেখি আজি এইটো প্ৰবন্ধ চানেকী স্বৰূপে ছপাই দিয়া গল, কিজানি কিবা গুণ ধৰেই। এই শাৰীৰ এধা-কেচেলুৱা লেখকসকলে যুক্তি প্ৰমাণ আদিৰ ওচৰলৈকে নগৈ, ব্যঙ্গ বিদ্ৰূপ আৰু গালিৰে আযাৰচেৰেক ঘূৰাই পকাই লেখিয়েই ভাবে যে তেওঁলোকে মস্ত প্ৰতিবাদ লেখিলে। এই বাবে হে আমি আমাৰ আগৰ মন্তব্যত লেখিছিলোঁ, আসামত ৰাতি কেতিয়া পুৱাব? তাৰ উত্তৰত এইজন প্ৰতিবাদ লেখকে "লঙ্কা কত" "লঙ্কা কত" লগাই ৰাতি পুৱাই দিব খুজিছে; কিন্তু কোনবাই তেওঁৰ সেই ডাকক "কুম্ভীৰৰ ক্ৰন্দন বুলি সন্দেহ কৰে' বুলি হে হেনো তেওঁ নিৰস্ত হল। আমি কওঁ "লঙ্কা কত" মাত এটাইৰে চিনাকী, আৰু সেই জন্তুটোও চিনাকী; সেইদেখি সেই ডাক ঘৰিয়ালৰ কান্দোনেৰে সৈতে মিহলি হৈ যাবৰ ভয় নাই ; গতিকে তেওঁক লগা হলে খাণ্ডত বা গৰালত নিবিচাৰি নৈৰ জুবলিলৈ কোনো নাযায়। কিন্তু তেওঁ জানিব যে তেওঁৰ নিচিনা জাল (fraud) চৰাইয়ে নামাতিলেও ৰাতিপুৱাত কোনো ব্যঘাত নঘটে, তেওঁ মাতিছে দেখিহে আচল চৰায়ে "মৌনং হি শোভনং" নীতি অনুসৰণ কৰি আছে।

ব্যক্তিগত আক্ৰমণ কাক বোলে প্ৰতিবাদ লিখাকে নাজানে বুলি সৈ কাঢ়িছে। আমিও দেখিছোঁ যে তেওঁ সঁচাকৈয়ে নাজানে ; নতুবা তেওঁ প্ৰতিবাদ প্ৰবন্ধত ভট্টাচাৰ্য্য মহাশয়ক "ৰেভাৰেণ্ড ভাই ভট্টাচাৰ্য্য" বুলি উল্লেখ কৰি তেওঁৰ কুৰুচ ৰুচিৰ পৰিচয় নিদিলেহেঁতেন। এনে লেখকে আকৌ প্ৰতিবাদ প্ৰবন্ধৰ নিচিনা গুৰুতৰ কাৰ্য্য হাতত লয় কিয় আমি হলে নাজানো, আল্লাই হে জানে! তেওঁ ভাবিছে হবলা যে ভট্টাচাৰ্য্য মহাশয়ে তেওঁৰ আৰ্হি লৈ তেওঁকো ধৰক, "মৌলবী গোস্বামী" বা "মোল্লা মহন্ত" বুলি চুপতাচুপতি কৰিব? ভট্টাচাৰ্য্যৰ শিক্ষা এই বাটৰ প্ৰতি বন্ধক হব বুলি আমাৰ বিশ্বাস। দেৱদত্তই যুক্তিৰে তৰ্ক কৰি কোনো কথা খণ্ডন কৰিবলৈ গলে আনৰ কুযুক্তি তৰ্ক এৰি ব্যঙ্গ বিদ্ৰূপ কৰাটোকে শ্ৰেয়ঃ বুলি ভাবিছে। আমি কওঁ—তেনে প্ৰবন্ধ বাঁহীয়েও নচপাওঁ বুলি ভাবি থৈ দিছে, তেনেহলে সি দেৱদত্তৰপৰাই আহক বা মৌলাবকচৰপৰাই আহক লাগে।

শঙ্কৰদেৱ আৰু দামোদৰদেৱৰ বিষয়ে আলোচনা কৰা প্ৰবন্ধ বাঁহীয়ে ছপোৱাটোক প্ৰতিবাদ কৰোঁতাজনে মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ ভিতৰত দন্দ লগাবলৈ কৰা "ৰণশিঙ্গা ধ্বনি" বুলিছে। প্ৰতিবাদ লিখকৰ বঙ্গলা প্ৰৱচনৰ খোচৰা-ব্যাধি আমাৰ গাতো লাগিছে ; সেইদেখি বঙ্গলা মাতেৰেই আমি কওঁ যে প্ৰতিবাদ লিখকৰ "ঘটে আক্কেল পৌঁছিতে এখনও ঢেৰ দেৰী আছে।"

শঙ্কৰদেৱৰ গুৰুৰ কথা কওঁতে প্ৰতিবাদ লিখকে "ৰামৰম্ভা তৰুৰ" বিষয়ে যি বক্তৃতা কৰিছে সেই বিষয়ে ইয়াকে কওঁ, যে বাঁহীত সেই কথা ছপাই আমি যি অমাৰ্জ্জনীয় দোষ কৰিছোঁ, আমাৰ সেই দোষ বাঁহীৰ ভদ্ৰলোক পাঠকসকলে এই বাৰলৈ মৰিষণ কৰে। আগেয়েই কৈছোঁ যে, এইখন চানেকী প্ৰতিবাদ বুলিহে ছপা কৰি (Preserve) কৰি ৰাখিছোঁ, "হাটত হাড়ি ভঙ্গা" "অক্ষিৰোগে সমুৎপন্নে" ইত্যাদি যিবোৰ অশ্লীল প্ৰবচন এই প্ৰবন্ধত আছে সেইবোৰও এই কাৰণতে ছপা কৰা গল, যদিও সেই বাবে আমি লজ্জিত হৈছোঁ। বাঁহীয়ে "গৰাণ্টি" দিলে লেখকে হেনো এনে প্ৰবন্ধ আগলৈকো বাঁহীত ছপাবলৈ পঠিয়াব ; আমি কওঁ যথেষ্ট হৈছে , আৰু নালাগে, তেওঁৰ এই ৰূপটি সম্বৰণ কৰিলেই ভাল।

"কাকস্য চঞ্চু যদি হেমযুক্তা,

মাণিক্য যুক্তৌ চৰণৌচ তস্য,
এৰৈক পক্ষে গজৰাজমুক্তা,
তথাপি কাকো নচ ৰাজহংসঃ।”

তেওঁৰ প্ৰবন্ধ ৰাজহাঁহ হবৰ আশা নাই। লেখকে আমাক ভয় দেখুৱাইছে যে তেওঁ লাগিলে “গোটেই সোপা সত্য অন্ধকাৰৰ পৰা আলোকে প্ৰাপ্ত কৰিব আৰু মেকুৰী জোলোঙাৰ পৰা কোবাই উলিয়াব। আমি কওঁ যে এনে ভাবুকি দিয়াৰ সকাম নাই; কাৰণ আমাৰো উদ্দেশ্য সেয়েই হে। অৱশ্যে আমাৰ বাট—বিচাৰ, আলচ, যুক্তি আৰু প্ৰমাণ; ভাবুকি নহয়।

গুৰুলীলাত লিখিত দামোদৰদেৱক শঙ্কৰদেৱৰ গুৰু বোলা কথাত বিশ্বাস কৰিবলৈ হলে তাক আন আন প্ৰমাণেৰে থিয় কৰিব নালাগিব নে? লেখকে তাকে ৰকৰি নানাসুৰীয়া কথা কোৱাটো জানো ভাল? লেখকে যদি বাঁহীত ওলোৱা “শঙ্কৰদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ” আদি প্ৰবন্ধবোৰ মন দি পঢ়িলেহেঁতেন তেন্তে তেওঁৰ এনেকৈ কবৰ প্ৰয়োজন নাথাকিলহেঁতেন। আমি কওঁ, তেওঁ ধীৰভাৱে বিষয়টো (study) কৰক, কৰি, ধীৰভাৱে যুক্তিৰে তেওঁৰ বক্তব্য কৈ থাওকচোন, তেনে কথা বাঁহীয়ে আদৰেৰে ঠাই দিয়ে নে নিদিয়ে তেওঁ নাচায় কিয়? সাৰ নথকা কথা ফেণাই তাকে প্ৰবন্ধ এটা কৰি কাকতৰ কান্ধত তুলি দিবলৈ পঠিয়ালে তাক ফটা-কাকতৰ পাচীত ঠাই নিদি নো কি কৰা যাব?

শেহত কওঁ, প্ৰতিবাদ প্ৰবন্ধটো যদিও অসমৰ এঠাইৰ এজন ভদ্ৰলোকে পঠিয়াইছে, তথাপি কিয় কব নোৱাৰোঁ, পঢ়ি যাওঁতে তাৰ শাৰীয়ে শাৰীয়ে আমাৰ লগত খেলাইছে, যে সি কোনো এধাখুন্দা স্কুল-পণ্ডিতৰ নন্দন। অৱশ্যে আমাৰ ভুল হোৱাটোও অসম্ভৱ নহয়। আৰু এটা কথা কওঁ যে, ভট্টাচাৰ্য্য মহাশয়ে তেওঁৰ প্ৰবন্ধবোৰ নিজৰ নাম দি ছপাইছে, কিন্তু তেওঁৰ প্ৰতিবাদকসকলে বেনামীকৈয়ে মাৰি আছে। সেইদেখি শোধোঁ—সাহ কাৰ ফালে বিচাৰিলে পোৱা যাব মোৰ কুটুম?

# কৃপাবৰ বৰুৱাৰ সামৰণি।

## দৰ্খাস্ত

আজি অনেক “ভাবি-চিন্পি” মই পৰম পূজনীয় শ্ৰীল শ্ৰীযুক্ত বিধাতা পিতাদেউ খোদাবান্দাৰ ওচৰত এখন দৰ্কাচ দিলোঁ। আশা কৰোঁ খোদাবান্দাই সেৱকৰ দায় জগৰ নধৰিব। বৰ বেজাই পাইহে সেৱকে মহামান্য তিতাৰাম মুক্তিয়াৰৰ হতুৱাই এই দৰ্কাচখন লেখালে, নতুবা নেলেখালেহেঁতেন।

প্ৰথমতে কওঁ, হে খোদাবান্দা! তুমি মোৰ ওপৰত খং নকৰিবা; মোক পুতৌ কৰিবা; কাৰণ মই তোমাৰ “বাচ্ছা”—আগেয়েও আছিলোঁ, এতিয়াও আছোঁ আৰু আগলৈকো থাকিবৰ মন আছে; যি হেতু, তুমি মোৰ “মা-বাপ মই তোমাৰ “বাচ্ছা-বাচ্ছী”।

(১) হে খোদাবান্দা! মোৰ লগুৱাটোৰ হাতৰপৰা তুমি মোক মুক্তি দিয়া। সি বৰ দগাবাজ। মোৰ হাতনি-পেৰাৰপৰা নিতৌ সি পইচা চুৰ কৰে, অথচ মই তাক ধৰিব নোৱাৰোঁ। শুনিবা নে তাৰ “প্লেন”টো? ধৰাঁ মোৰ পেৰাত এটকা ৰূপৰ পইচা, আদমহীয়া, শিকি, আধলি আছে। সি তাৰপৰা দুঅনা নি চৈধ্য অনা এৰি থলে। মই “দুই অনা কৰবাত খৰচ কৰিলোঁ, মনত নপৰে” বুলি বহি থাকিলোঁ! এইদৰে আকৌ ধৰাঁ, পেৰাত দহ টকা আছে। সি তাৰপৰা একাধলি চুৰ কৰি ৯॥০ মোলৈ এৰিলে। মই ভেবা গঙ্গাৰাম হৈ বহি থাকিলোঁ। আগেয়ে মোৰ কাৰো ওপৰত চোভাই নহৈছিল; এতিয়া লাহে লাহে মই তাৰ ফাকতি বুজিব পাৰিছোঁ। কিন্তু তাক ধৰোঁ কেনেকৈ, প্ৰভু মোক কৈ দিয়াঁচোন?

(২) হে পিতৃপুৰুষ বিধাতা! গুৱালপাৰ বিভাগৰ জমিদাৰ জনদিয়েকক তেওঁলোক কোন দেশৰ মানুহ কৈ দিবা নে? অকল কৈ দিলেই নহ'ব, সেই কথাটো তেওঁলোকে মনত ৰাখিব পৰাটোৰও দিহা কৰি দিব লাগিব; কাৰণ তেওঁলোকে বৰ পাহৰে।

(৩) হে ইন্দ্ৰ! হে বৃত্ৰহন্তক! হে বৰুণ! হে উষণস! এটা কথা তোমাক খাটিলোঁ, কৰি দিবই লাগিব, নহ'লে নেৰোঁ; — যজুৰ্ব্বেদান্তৰ্গত কন্বশাখা-শাখী ত্ৰিপ্ৰবৰস্য ভোমকেৰোলা গোত্ৰস্য দ্বিজ মেৰাকান্ত পণ্ডিতক খৰচি মাৰি সংস্কৃত শিকাই দিয়াঁ; আৰু তেওঁক কৈ দিয়াঁ যে ভাষাতত্ত্ব, 'কম্পেৰেটিভ ফাইললজি' আৰু ভাষাৰ ইতিহাস আদি নজনাকৈ তেওঁ যেন মাহিলি কাকতত ভাষাৰ বিষয়ে প্ৰবন্ধ নেলেখে; কাৰণ, তেওঁ হাঁহিয়াতৰ পাত্ৰ হলে মই বিষম পাওঁ; কিয়নো, তেওঁৰ গোত্ৰটো মোৰ গোত্ৰৰে শালপতিয়েক যেন লাহে।

(৪) হে ঈশ্বৰ। এটা কাম কৰি দিব পাৰিলে বৰ উপকাৰ হয়।— বোলোঁ নাঙলু, — নাঙলুৰ সম্পৰ্কে এটা কাম মোৰ ঈশ্বৰ! তুমি শ্ৰীযুক্ত নাঙলুচন্দ্ৰ দাস বি এ ৰ বোদগম্য কৰি দিয়াঁ, যে তেওঁ সুস্থ কম্বুসৰ্ব্ববিদ্যা অকল মুখস্থ কৰি যি, এ মহলাত উঠা বাবেই যে সৰ্ব্ববিদ্যাবিশাৰদ হলোঁ ভাবি পৃথিবীৰ সকলো বিষয়ৰ ওপৰতে কলম চলাবলৈ চনন্দ-পত্ৰ পাইছে, এনে ভাবটো ভুল। আৰু তেওঁৰ পিতাক আগৰ দিনত বৰবৰুৱাৰ পিতৃদেৱেকৰ হাতী-মাউতৰ পদত অধিষ্ঠিত আছিল বাবেই যে পুত্ৰই আজিকালি চৰ্কাৰৰ ঘৰত ডাঙৰ বিষয় পাই, বৰবৰুৱাক মিছাতে সদায় কটু-কাটব্ব কৰি পুৰণি পৈতৃক খং সাৰিব, এইটো কথাও ভাল নহয়। আৰু এষাৰ কথা তেওঁক কৈ দিয়াটোও ভাল যেন দেখিছোঁ, — যে তেওঁৰ 'ওপৰবালা' চাহাবৰ আগত তেওঁ থিয় দি কথা কৈ থাকোঁতে তেওঁ যেন নকঁপে; কাৰণ তেওঁৰ পিছফালৰ পৰা তেওঁৰ চোলাত ধৰি থাকি তেওঁক নপৰাকৈ থিয় কৰি ৰাখিবলৈ সততে মানুহ পোৱাটো মস্কিল, আৰু সেইটো দেখিবলৈকো কিবা আপচু যেন লাগে।

(৫) আৰু এটা খাটনি ধৰিব লগীয়াত পাৰিলোঁ মোৰ খোদাবান্দা!— তুমি ফেচু-মৰীয়া মহন্ত গোস্বামীক শিকাই দিবলৈ ভাল লোৰাঁ, যে প্ৰতিবাদ মানে গালি নহয়, আৰু প্ৰবন্দ মানে ফুটুকাৰ ফেন সোপাও নহয়। সেই কথা আমাৰ অসাধ্য। তুমি এইটো কাম আমাৰ অসাধ্য। তুমি এইটো কাম কৰিব পাৰিলে দুখীয়া সম্পাদকসমূহৰ নিশ্চয় আশীৰ্ব্বাদ পাবা মোৰ কৃপালু গুৰু!

(৬) উজনিৰ শ্ৰীযুক্ত বগলাচৰণ বি, এল, উকিলক এটা কথা 'ওৱাকিপ' কৰাই দিয়াঁ মোৰ প্ৰভূ! দহোকুৰি;— ঘটিচুৰি আৰু ছোৱালীচুৰি মকৰ্দ্দমা জিকি টকাচেৰেক ৰূপ ঘটিলেই, ডালত উঠি নিজক Superior Person বা বৰ মানুহ বোলাই দুখীয়া অসমৰ দুখীয়া অসমৰ দুখীয়া মাহেকীয়া কাকত কেখন ঘিণাই লোকৰ আগত নাক কোঁচাই দেখুৱাবৰ অধিকাৰ যে নজন্মে, এইটো।

(৭) শ্ৰীমান্ থোলোকে চন্দ্ৰ আৰু সৰুকণ ৰোপাইটিইঁতক কৈ দিয়াঁ পৰমেশ্বৰ! যে তেওঁলোকে এতিয়া কবিতা নভেল আৰু সমালোচনা নেলেখি আৰু নছপাই, যেন স্কুলৰ 'লেচন তৈয়াৰ' কৰে। অকল কৈ দিলেই হ'ব, কোবাবৰ সকাম নাই।

(৮) এটা কথা পাহৰি গৈছোঁ প্ৰভু ঈশ্বৰ! মই-বৰ-চন্দ্ৰ হাকিম ডাঙৰীয়াক কৈ দিয়াঁ, যেন 'অহং' শব্দটোৰ ওখ চনকা ডালত উঠি তেওঁ বৰকৈ ভিৰ নিদিয়ে। তেওঁৰ কিবা এটা অঘটন ঘটিব লাগিলে হাকিমনীয়ে যে বেজাই পাবই, আমি হাটৰুৱা-বাটৰুৱাইও বিষম পামহঁক।

(৯) বাঁহী কাকতৰ পইচা নিদিয়া গ্ৰাহকসকলক, পইচা দিবলৈ তেওঁলোকৰ হৃদয়ত খুন্দিয়াই দিয়া মোৰ খোদাই। তেওঁলোকৰ ব্যৱহাৰত সম্পাদকে বৰ বেয়া পাইছে বুলি সিদিনা মোক কৈছিল। দুই পক্ষৰ ভিতৰত মিলাপ্ৰীতি থকাটোৱেই ভাল।

(১০) অ, কবলৈ পাহৰি গৈছিলোঁ হে বিধাতা ডাঙৰীয়! সৌভাগ্যৱতী শ্ৰীমতী মালতী বৰাক কৈ দিয়াঁ যে তেওঁ অসমীয়া চিকুণ ৰিহা-মেখেলাজোৰ এৰি বঙলৱা শাৰীখন পিন্ধাটো ভাল হোৱা নাই। আমি মতাবিলাকে ইংৰাজী, পাচী যি সাজকে নিন্ধি ডেকালি কাৰোহক তেওঁলোকে যেন তেনে নকৰে; কাৰণ তেওঁলোক হল ঘৰ ঘৈণী অৰ্থাৎ ঘৰৰ ধৰণী। তেওঁলোক গোঁজ, আমি নাও। নাওখন সোঁতত যিমানকে কঁপি-জপি টলংভটং কৰি থাকক, গোঁজত বন্ধা থাকিলে উটি যাবৰ ভয় নাই। কিন্তু গোঁজটোও যদি উঘলি যায় তেন্তে আমাৰ গতি কি হ'ব? সেইদেখি আজিকালি পঞ্জাবী, মহাৰাষ্ট্ৰী, মাদ্ৰাজী,বঙালী "বিলাত-ফেৰ্ত্তাসকলে ইংৰাজী সাজ পিন্ধিও ঘৈণীয়েকহঁতৰ গাব পৰা শাৰী গুচোৱা নাই। হে গোসাঁই ঈশ্বৰ প্ৰভু পিতাদেৱ। ভনী মালতীক ভালকৈ বুজাই দিয়াঁ, যে তেওঁলোক শাৰী নহয়, "দাড়ি হে; আৰু আমিও "দাড়ি" নহওঁ, শাৰী হে। শাৰী মানে বাক্য "লাইন" (line); "দাড়ি মানে কুট, "ফুলষ্টপ" (full stop)। তেওঁলোক থিয় দি থাকিলে আমাৰ উদ্দাম গতি ৰোধ হবই হব।

(১১) মোৰ লগুৱাটোৰ কথা আকৌ মনত পৰিছে, মোৰ প্ৰভুদেউ! মোৰ লগুৱাটোক অলপ ডবিয়াই দিয়াঁচোন, সি যেন বজাৰৰপৰা মোলৈ গেলা মাছ নানে; ১ নম্বৰৰ ভেৰাৰ মঙহ বুলি ৩ নম্বৰৰ ভেৰাৰ মঙহ নানে; মই ওলাই গলে মোৰ হোকাত ধপাত নাখায়, মোৰ মাচীয়াত নবহে, আৰু মোৰ বিজুলীৰ পাখাখন মেলি দি বা নলয়।

(১২) মোৰ বন্ধু মিষ্টাৰ ভৰক্দাস দাসক শিখাই দিয়াঁ, হেৰাঁ প্ৰভু! যে দিনে ৰাতিয়ে তেওঁ যেন "হাম এইস্যা কিয়া। হাম তেইস্যা কিয়া! মই ইমান ডাঙৰ মানুহ।" ইত্যাদি ওফাইদাং কথা কৈ কৈ নিজৰ সময় নষ্ট নকৰে। আৰু এটা বেয়া কামৰ বুজ তেওঁক দি দিয়াঁ, যে অনাহকত সাজি সজ লোকৰ বদনাম কৈ থকাটো বেয়া; আৰু তাতকৈও পাপৰ কাম—মিছা কথা কৈ থকাটো।

## গুৰু চৰিত্ৰ।

### (১৭)

### নাৰায়ণ ঠাকুৰৰ চৰিত্ৰ

কাপালাত অনেক প্ৰাণী মৃত্যু হোৱা দেখি ঠাই বেয়া মনে কৰি গুৰুজন চুণ পোৰা পালঙ্গাদিত চানি কৰি আছেগৈ, তাতে ভৱানন্দক ভকত কৰাইছে। সুৱায়িৰ পুত্ৰ সাগৰ, তেওঁৰ পুত্ৰৰ নাম যশধৰ, তেওঁৰ পুত্ৰ ৰূপধৰ, তেওঁৰ পুত্ৰ ধৰ্ম্ম, ধৰ্ম্মৰ পুত্ৰ ভবানন্দ। তেওঁলোকৰ জন্মভূমি সৈলবড়ি। বহু সম্পত্তিৰ লোক আছিল; ভোটে দৌৰাত্ম্য কৰাত দদায়েক চৈতন্য আতৈ সহিতে নৌকা ভৰা দি নদী পাৰ হবলৈ যোৱাত লাহ বিলাহৰ পাকত পৰি নাও ডুবি সমস্ত বস্তু নষ্ট পায়। লোক দুজন কোনোমতে বঠাৰ সহায় লৈ কিনাৰা পায়, কিন্তু পানীত পৰি অহা বাবে গাত বস্ত্ৰ নাথাকিল। এজনী তিৰোতাই পানী নিবলৈ আহি তেওঁলোকৰ দুৰৱস্থা দেখি নিজৰ শৰীৰৰ ৰিহা আৰু মুৰৰ আধাৰি পেলাই দিছে। তাকে পৰিধান কৰি কোনোমতে বামলৈ আহিছে। তিৰোতাজনীয়ে গিৰিয়েকক পঠাই মতাই নি বস্ত্ৰ দি জাৰ গুচাবলৈ জুই দিছে আৰু আহাৰ কৰাইছে। তাৰ পৰা মাহিয়েকৰ ঘৰলৈ আহিছে; তাত সাদৰ নাপাই এজন ধৰুৱাৰ ওচৰ পাইছে; তাৰ পৰা কিছু অৰ্থ সাৰি লৈ পুনৰ ঘৰ সাজি আছেহি। তেওঁলোক থকা ঠাইৰ ওচৰত এজন লোকে বেপাৰ কৰে। এদিন আতাক ওচৰত ৰাখি ঘৰলৈ যোৱাত পাণবোৰ বেচি বহু পয়চা পাইছে; বেপাৰিয়ে দেখি সন্তোষ পাই চাৰি পোন কড়ি দিছে। এই অৰ্থেৰে পাণৰ বেপাৰ কৰি কিছু টকা জমা কৰিলে। আৰু এজন লোকৰ এজনী ছাগলী আনি পুহি কিছু টকা গোটালে। এজন মুদৈৰ লগত জুৱা খেলি তাক ঠগাই তাতো কিছু অৰ্থ সংগ্ৰহ কৰিলে। এই প্ৰকাৰে পুনৰ অৰ্থৰ গৰাকী হৈ এজনী ছোৱালী বিয়া কৰালে। ক্ৰমে ভৱানন্দ মুদৈ বেহা বেপাৰ কৰি উজনি ভাটীলৈ যাবলৈ ধৰিলে; লক্ষ্মীদেৱী দূৰৈত থাকিবলৈ ঠাই নাপাই তেওঁৰ ঘৰত বাহ ললেহি। বেপাৰত ফুৰাত কেতিয়াবা ঠেকত পৰিলে ৰাজাৰ জোৱাঁই বুলি পৰিচয় দি সাৰি আহে। এদিন মনত ভাবিছে মই বেয়া ফাঁকি দি ফুৰিছো, ৰজাই শুনিলে কেতিয়াবা দায়ী কৰিব, এইবুলি ৰাজ ঘৰলৈ গৈ ৰজাত জনাইছে, আমি এটা কথা কবৰ কাৰণে মহাৰাজাৰ ওচৰলৈ আহিছো; দৃষ্টান্তেৰে কোৱা হবনে পটন্তৰেৰ কোৱা হব, আদেশ হলে জনাব পৰা হয়। ৰজাই কৈছে পটন্তৰেৰে কোৱাঁ; আতাই কবলৈ আৰম্ভ কৰিলে—এজন লোকৰ এজনী ছাগলী হেৰাই হাবিত সোমাল; শিয়ালে বাঘে খাব খোজাত ছাগলীয়ে কলে, মই সিংহৰ মাহীয়েক। সিংহৰ ভয়ত নাখালে। তাৰ পিছত এটি হাতী লগ পালে। মাৰিব খোজাত কলে মই সিংহৰ মাহিয়েক। এই কথা শুনি হাতীয়ে পিঠিত তুলি লৈ ফুৰালে। বছেৰেকত হাতীয়ে সিংহক পঁচা দিব লাগে; পিছত ছাগলীক কলে, তুমি মোৰ পঁচা এৰুৱাই দিব পাৰা নে? সিংহক ফাকি দি এৰুৱাই দিছে। আমিও সেইদৰে মহাৰাজাৰ জোৱাঁই বোলাই গুণ গাই মুদৈ হৈ ফুৰি জীবিকা চলাইছো।

ৰজাই মুদৈৰ কথাত সন্তোষ পাই সনদ দি কোনোৱে ধৰিব নোৱৰা কৰি দিছে। এই প্ৰকাৰে বেপাৰ কৰি আছে। প্ৰায় লোকে যোল্ল নাম গ্ৰহণ কৰিছে; আইয়ে বোলে আমাৰো লব লাগিল। আতা পত্নীৰ বাক্যত নিশ্চয় কৰি দ্ৰব্যাদি আনিবৰ কাৰণ হাটলৈ গৈছে; ইতিমধ্যে এজন পুৰুষ সন্ন্যাসী ভেশে ঠাকুৰৰ ঘৰলৈ যোৱাত তেওঁৰ পত্নীয়ে বহিবলৈ আসন দিছে; আতা হাটৰ পৰা আহিলত সুধিছে কলৈ যোৱা হৈছিল; তাৰাই কলে, কালি যোল নাম গ্ৰহণ কৰাৰ দিন; হাটলৈ যোৱা হৈছিল। সন্ন্যাসীয়ে কলে, এই নাম সন্ন্যাস লোৱা লোকৰ পক্ষে, শ্ৰেষ্ঠ গৃহীৰ উপযোগী নহয়, অতএব এতিয়া নাম গ্ৰহণ কৰিবৰ আৱশ্যক নকৰে। বিশিষ্ট সাধু লগ পাবা, তেতিয়া নাম গ্ৰহণ কৰিব পাৰিবা। এওঁৰ বাক্যত প্ৰত্যয় কৰি যোল নামৰ আশা পৰিত্যাগ কৰিছে। তাৰ পিছে অভ্যাগত মহাত্মাক ভোজন কৰাই একখানি বস্ত্ৰ দি সেৱা কৰিছে; তেওঁ বাক্য ৰখা দেখি সকলো বস্তু পালো বুলি আহ্লাদ পাইছে। সাদৰেৰে বাটলৈ আগ বঢ়াই যোৱাত হঠাৎ অদৃশ্য হোৱা দেখি বিস্ময় মানি আৰু নিশ্চয় কৰিছে। তদন্তৰ বস্তুযাত লৈ মহাকালীৰাম আতৈক গুৱীয়াল লৈ উজাই যোৱাত সন্তৰা বিলাতৰ নদীত ভাস্কৰ গুৰুক লগ পাইছে। এজন ইপাৰে এজন সিপাৰে নাও ৰাখিছে। ঠাকুৰ আতাই ব্ৰাহ্মণৰ নিয়মে স্নান কৰিছে। ভাস্কৰ গুৰুৱে শূদ্ৰৰ ব্যৱহাৰে স্নানিছে। গুৰুৱে শূদ্ৰ গোটৰ ব্যৱহাৰ দেখি জিজ্ঞাসা কৰিছে; তোমাৰ নাম কি? জাতিত শূদ্ৰ হবলা? তেওঁ কৈছে আমাৰ নাম ভবানন্দ, জাতিত শূদ্ৰ হওঁ। পিছত আতাই শুধিছে তোমাৰ নাম কি? জাতিত ব্ৰাহ্মণ নোহোৱা নে? গুৰুৱে কৈছে, আমাৰ নাম ভাস্কৰ, জাতিত ব্ৰাহ্মণ। অ! সেই বাবেহে জোবোৰা মাৰি চাউল সিজোৱা গ্ৰহণ কৰিলা।" তুমিনো ভাটাং ভোটোং কৰি কি পালা, পানী তিনি আঁজলি কাক দিয়া; কোনে পালে? তুমি যিভাৱে অৰ্পণ কৰিলা তেনেহলে বেলগুৰিত ৰুই অহা কলজোপাত পানী ইয়াৰ পৰা দিলেও পাব পাৰিব। দূৰৈত ৰোৱা উদ্ভিজত পানী দিয়া তোমাৰ পানী দিয়া সমান কথা; তোমাৰ পায় যদি অমোৰো পাব। কথাটী সঁচা যেন ভাবি আতাৰ মনত খটৰ লাগিছে। তেতিয়া সুধিছে তুমি শুদ্ধ পথ কাৰ পৰা পাইছা, কত আছে? ভাস্কৰ গুৰুৱে কৈছে সেইজন পুৰুষ বেলগুৰিত আছে। তেন্তে তুমি তেনে গুণশীল-মহিমাযুক্ত সাধু এৰি কিয় আহিলা? তাৰাৰ মায়াই মুহিলে, জগন্নাথ দৰ্শনৰ আশাৰে আহিছে। আতা কৈছে আমাকো নিয়ক। গুৰুৱে কৈছে, যাব নেলাগে, আগে গুৰু দৰ্শন কৰা, পিছত যেনে মন হব কৰিবা। এই বুলি ভাস্কৰ গুৰু ভটিয়াই গল; আতা উজাই আহি হালধিয়া পাইছেহি। ভকতসকলে চুণপোৰা গছৰ তলত নাও ৰাখি শঙ্কৰৰ ভণিতা দি গীত ধৰিছে। আতাই শঙ্কৰৰ নাম শুনি সুধিছে, আতৈসকল সেইজনা পুৰুষ কত আছে। তেওঁ লোকে কৈছে গছৰ গুৰিত আছে। এই কথা শুনি আতা আহলাদ কৰি গুৰু দৰ্শন পাবলৈ মন কৰিছে। চাউল এতোম আৰু মগুমাহ এপুৰাৰ ভাৰ লৈ গৈ গুৰুক দৰ্শন পাইছে। যেতিয়া আতা শঙ্কৰদেৱৰ ওচৰলৈ গৈছিল সেই সময় নাৰায়ণ নাম শ্ৰীমুখৰ পৰা বাহিৰ হোৱাত ভবানন্দৰ নাম নাৰায়ণ দিলে। উভয়ৰ পৰিচয় উভয়ে জিজ্ঞাসা কৰিছে,যাৰযেনে বংশ সেই দৰে ব্যাখ্যা কৰিছে। সেই কথাৰ প্ৰসঙ্গে ৰাম ৰায় গুৰু মাধৱ দেৱকে আদি কৰি সঙ্গৰ আনবিলাক ভকতৰ পৰিচয় দিয়াইছে। ঠাকুৰ আতাই সবিনয়ে জনাইছে এই দাসকো প্ৰথমে দেখুৱা দুইজনৰ সঙ্গত আশ্ৰয় দিয়ক। সজ কথা একো বেয়া নহয়। পিছত মাধৱক সমাজত নেদেখি সুধিছে, মাধৱ নামে সাধুজন দেখো নাই; তেওঁ কলৈ গৈছে। তেওঁৰ মাতৃ বিয়োগ হৈছে, কড়ি বিচাৰি কাৰবাৰ ওচৰলৈ যাব পায়। কালি তোমাৰ ওচৰলৈ পঠাম,পাৰিলে অলপ সহায় কৰিবা। এই প্ৰকাৰে আলাপ কৰি ঠাকুৰে বিদায় লৈ নিজ নাৱলৈ গল। কড়ি বিচাৰি মাধৱ ফিৰি আহিছে। শঙ্কৰে জনাইছে তোমাৰ জোৰৰ এজন পোৱা হৈছে, ইমান দিন অকল আছিলা; আজিৰ পৰা লগ পালা; শুনি বোধ কৰো সন্তেষ পাবা। তোমাৰ বাতৰি সুধিছিল, কড়ি বিচাৰিবলৈ যোৱা শুনি মাতি গৈছে, যোৱা তেওঁৰ পৰা অলপ সহায় পাবা। মাধৱৰ অন্তৰত যদিও বা যাবৰ ইচ্ছা নাছিল, গুৰু আজ্ঞা হোৱাৰ নিমিত্তে যাবলৈ বাধ্য হল। পিছ দিন ৰাতি পুৱা শুই উঠি ঠাকুৰৰ নাৱলৈ গৈছে, আতা নাৱত বহি থাকি দূৰৈতে দেখি ভাবিছে কালিৰ লোকজন হব পায়। কিছু ওচৰ পোৱাত জিজ্ঞাসা কৰিছে আপুনি কোন? তেওঁ

কৈছে আমাৰ নাম মাধৱ। শ্ৰৱণ মাত্ৰকে আস্তে ব্যস্তে উঠি আগ বঢ়াই আনি আসনত বহাইছে; তাৰ পিছত চৰণত ধৰি পদ সেৱা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত বাধা দি দুইজনে আলিঙ্গন কৰিছে। বহু বেলি উভয়ে উভয়ৰ পৰিচয় লৈ গুৰুঈশ্বৰৰ অৱতাৰৰ কাৰণ সুধিছে, কি কাৰণে ভটিয়াই অহা হল ইত্যাদি অনেক বিষয়ৰ আলাপ কৰিছে। পিছত মাতৃৰ প্ৰেতাদি কৰ্ম্মৰ নিমিত্তে দ্ৰব্যাদিৰ খবৰ কৰি টাকা এটা, চাউল দুই পছৰি দিলে; তেওঁ পৰম সন্তোষ মনেৰে গ্ৰহণ কৰি ঘৰলৈ আহিছে অলপ দিনতে নাৰায়ণ ঠাকুৰে বস্তু লাভ কৰি নাও মেলি ঘৰলৈ গৈছে; গুৰু ঈশ্বৰে চুণপোৱাগছৰ তলত নামঘৰ হাটিঘৰ, মনিকুট নিৰ্ম্মাণ কৰি তিনি প্ৰসঙ্গৰ শ্ৰৱন কীৰ্ত্তন কৰি থাকে, মাধৱে বাৰাদিৰ পৰা মাতৃ শ্ৰাদ্ধ সমাপন কৰি প্ৰতিদিন সঙ্গত থাকি শ্ৰবণ কীৰ্ত্তন কৰি থাকে। ঠাকুৰ আতা বস্তু লাভ কৰি আপনাৰ নিমিত্তে গুণমালা শাস্ত্ৰখানি লাভ কৰিলে; আৰু গুৰু ঈশ্বৰে আতাক জনাইছে তুমি ঘৰলৈ যোৱাঁ। তেওঁ লোকক সজ কৰি সোনকালে ফিৰি আহিবা; ইয়াত ঠাই ভাল পোৱা নাই। আতা নাও মেলি গৈ ঘাটত চপাইছে, ঘৰৰ লোকসকল বাতৰি পাই আহিছে; তেওঁলোকক কৈছে, আনবাৰ দেহৰ বস্তু অনা হয়, এইবাৰ জীৱৰ বস্তু অনা হৈছে; যদি তোমালোকে আচৰণ কৰা তেন্তে নাৱৰ পৰা উঠা যাব, নহলে নেযাওঁ। সকলোৱে স্বীকাৰ পোৱাত আতা ঘৰলৈ গৈ পাগ পতিলা পেলোৱাই উপবাসে ৰাখি গৃহৰ লোকসকলক গুণমালা পুথি থাপি ভকত কৰাইছে।

# পাঁনিপথ।

## সপ্তম অধ্যায়

দিল্লীলৈ দৌলতৰ লগত বহু মানুহ আহিছিল। যেতিয়া সিহঁতে শুনিলে দৌলতক বন্দী কৰা হৈছে তেতিয়া সিহঁতে নিজৰ বিপদ হব পাৰে বুলি পলাবলৈ দিহা কৰিলে; কিন্তু সেই চেষ্টাত কৃতকাৰ্য্য হোৱাৰ আগেয়ে বাদস্যাহৰ সৈন্যই বেচিভাগকৈ ধৰিলে; অতি কম সংখ্যক মানুহ হে কোনোমতে পলাই সাৰিল।

দৌলতৰ ঘৈণীয়েক গুলজানে ইমান দিনৰ ভিতৰতো দৌলতৰ একো সংবাদ নেপাই অধীৰ হৈ পৰিল। তেওঁ দিল্লীলৈ বাতৰি লবলৈ মানুহ পঠিয়ালে; কিন্তু মানুহো উভতি নাহিল। তেতিয়া গুলজানৰ মনত ভালকৈ সন্দেহ হল, জানোবা দৌলতৰ কিব বিপদ হে হল। এদিনাখন আবেলি গুলজানে ভিতৰত বহি মনে মনে ভাবি আছে দৌলতৰ বিষয়ে; আগতে ছোৱালীজনী সন্ধকালৰ অবোধ খেলাত নিমগন। চকা পাতত বহোঁ বহোঁ, এতিয়াও ৰঙা পৰা নাই, কিন্তু পৰিবলৈ বৰ পলমো নাই, একটীয়া কিৰণ বেবাই দুৰ্ব্বলভাৱে গছৰ আগত, অট্টালিকাৰ চালত লাহে লাহে ইফাল সিফাল কৰিছে। এনেতে টান পাইজামা আৰু দীঘল চোলা পিন্ধি হাতত এটি সৰু বন্দুক লৈ আগত ওলাল গুলজানৰ পুতক গুলজানে তেতিয়াও ভাবি আছে, আৰু মাজে মাজে অৰ্থশূন্য দৃষ্টিৰে ছোৱালীজনীলৈ চাইছে। তেওঁৰ পুতেক মোবাৰক আহি যে আগত থিয় দিছে সেইটো তেওঁৰ চকুত নপৰিল। মোবাৰকৰ বয়স ৬।৭ বছৰৰ ভিতৰতে মোবৰকে কলে "আই বাহিৰত এটা মানুহে দেউতাৰ কিবাবিলাক কথা কৈছে আৰু কান্দিছে। মই শোধাত সি তোক হে এবাৰ দেখা কৰিব খুজিছে কিবা কথা আছে বোলে।" গুল্জানে আধাআধি মোবাৰকৰ কথা শুনিলে। তেওঁ পুনৰ শুধিলে, "কি? মোবাৰক?" মোবাৰকে আকৌ তাকে কোৱাত লৰালৰিকৈ উঠি গুলজান বাহিৰলৈ আহিল। গুলজানে বৰ ব্যস্তভাৱে মানুহজনত শুধিলে "কি কৈছা?" মানুহজনে সকলো কথা বিবৰি কলে। গুলজানৰ মূৰত বজ্ৰাঘাত পৰিল। কান্দিবও নোৱাৰি, মাতিবও নোৱাৰি গুলজান মূচ্‌কচ গৈ পৰিল। মোবাৰকে কি হল ভালকৈ নুবুজিলে, মাথোন ইমানখিনি বুজিলে যে দেউতাকৰ বৰ বিপদ। দৌলত যে পলাই গৈছে সেই খবৰ মানুহজনে নেজানে। দেউদাকৰ এনে সংবাদ দিয়াত হে যে মাক অজ্ঞান হৈছে তাকো মোবাৰকে বুজিলে; এইবাৰে মানুহজনৰ ওপৰত মোবাৰকৰ খং উঠিল। "তই কেলৈ মিছামিছিকৈ এনে খবৰ দি আইক দুখ দিছ?" বুলি

মোবাৰকে সেই মানুহটোক মাৰিবলৈ বন্দুকটি ডাঙিলে। এনেতে বাহিৰত কিবা হোৱা শুনি ঘৰৰ বেঁটী বান্দীবোৰ ওলাই আহিল আৰু লৰালৰিকৈ গুল্‌জানক ভিতৰলৈ নিলে। কিছুমান সময়ৰ পাছত গুল্‌জানৰ চেতনা হল। কিন্তু তেওঁ মোবাৰক আৰু ছোৱালীজনীৰ মূৰত গাত হাত বুলাবলৈ ধৰিলে আৰু শূন্য দৃষ্টিৰে ওপৰৰ পিনে চাই থাকিল। মাকৰ এনে হোৱা দেখি ছোৱালীজনী "আই আই" বুলি তেওঁৰ কোলাত উঠিবলৈ গল। মোবাৰকে বুজি পালে মাকৰ দুখ লাগিছে, মাকে কিবা এটা ভাবিছে। সি কৈ উঠিল, "আই তই কি ভাবিছ! কোন আহে আহকচোন, মই এই বন্দুকেৰেই তাক গুলি কৰি মাৰিম। নেকান্দিবি তই।" তেতিয়া গুল্‌জানৰ চকুৰপৰা সহস্রধাৰে পানী পৰিবলৈ ধৰিলে।

এতিয়া সকলোৱে জানিলে দৌলতৰ কি অৱস্থা হৈছে। চাকৰ-বাকৰে বুজিলে, এতিয়াই দিল্লীৰপৰা আন মানুহ আহি পঞ্জাবৰ শাসনভাৰ লব; তেতিয়া হয়তো সিহঁতৰ বিপদ হ'বও পাৰে। ইয়াকে ভাবি গুলজানৰ বিনা অনুমতিতে আৰু এবাৰ তেওঁক দেখা নিদিয়াকৈয়ে সকলো বান্দী বেঁটী চাকৰ-বাকৰ গুচি গল। তিনি চাৰিজনী বান্দীয়ে যি গুলজানক, বিশেষকৈ ল'ৰা-ছোৱালী দুটীক বৰ মৰম কৰিছিল, গুলজানক শুধিলে, "আই, কি উপায় হ'ব?" গুলজানে শুধিলে "আন চাকৰ-নাকৰবোৰ কলৈ গল?" যেতিয়া তেওঁ শুনিলে সকলোবোৰ পলাই গৈছে, তেওঁৰ বুকুখন লৰিল, মনত বৰ আতঙ্ক উপস্থিত হল। গুলজান নিস্তব্ধ হৈ ৰল। মোবাৰকে কলে "সিহঁতক ধৰি আন। কিয় যাব। মই সকলোকে মাৰি হে এৰিম।"

ৰাজধানীৰ ওচৰতে সিদ্ধনাথ বুলি এজন আদবয়সীয়া পণ্ডিত বামুণ দৌলতৰ বৰ প্রিয় আছিল। তেওঁৰ জ্যোতিষগণনামতে আৰু তেওঁৰ পৰামৰ্শমতে দৌলতে সকলো কামকে কৰিছিল। এইবাৰ সিদ্ধনাথে দৌলতক কৈছিল যে যোগিনী সমুখত দৌলতৰ দিল্লীলৈ যোৱা বৰ ভাল নহয়। কিন্তু দৌলতে বাদস্যাহৰপৰা সন্মানৰ আশাত সেই কথা নামানিলে। সিদ্ধনাথৰ দৌলতৰ ঘৰত এনেহে প্রতিপত্তি আছিল, যে বান্দীবোৰেও জানে সিদ্ধনাথ কেনে মানুহ। সিহঁতে আলচ কৰি থিৰ কৰিলে সিদ্ধনাথক এই সময়ত অনা উচিত। এজনীয়ে গৈ সিদ্ধনাথক খবৰ দিলে; সিদ্ধনাথ তেতিয়াই আহিল। মোবাৰকে সিদ্ধনাথক আতা বুলি মাতিছিল। সি কলে, "আতা, আয়ে কি কৰিছে চোৱাঁ। মই তেতিয়াৰপৰা কান্দিবলৈ হাক দিছোঁ, তথাপি তেওঁ কান্দিয়েই আছে।"

সিদ্ধনাথ আহিলত গুলজানে তেওঁক কলে "দেউ, এতিয়া কি উপায় কৰোঁ! ল'ৰা-ছোৱালী দুটীৰ কি হ'ব!" সিদ্ধনাথে উত্তৰ দিলে, "আই, একো নেভাবিব। হয়তো কোনোবা শত্রু মানুহে মিছাকৈহে কৈছে। ঈশ্বৰে কৰক এনে যেন নহয়। বাৰু এটা ঠিক খবৰলৈ অপেক্ষা কৰা যাওক, পাছে কৰ্ত্তব্য থিৰ কৰিম।" গুলজানে কলে, "দেউ, মোৰ নিমিত্তে একো কথা নাই, মই মৰিলেও মৰিলোঁ। কিন্তু ল'ৰা-ছোৱালী দুটিক ইয়াত ৰাখোঁ কেনেকৈ?" সিদ্ধনাথে অলপ ভাবি কলে "আই, একো ভাবনা নাই। মোৰে ভগাই-ছিগাই যি ডোখৰ ঘৰ আছে, একো আপত্তি নহলে তালৈকেই বোপাইঁতক লৈ যাওঁ। আপুনি ইয়াতে থাকক। মোৰ মনেৰে কথাটো সঁচা যেন নেলাগে।" গুলজানে কলে,"দেউ! সেইতো নহ'ব। এই সময়ত মই সিহঁতক নেদেখাকৈ থাকিব নোৱাৰোঁ।" সিদ্ধনাথে আকৌ ভাবিলে, গুলজানক এনেকৈ তেওঁৰ ঘৰলৈ নিয়াটো উচিত নহয়। ইয়াকে ভাবি সিদ্ধনাথে "মই এতিয়াই আহিম" বুলি কৈ তাৰপৰা আহি ৰাজধানীৰ ডাঙৰ মানুহৰ ঘৰে ঘৰে গল, কিন্তু ৰাজদণ্ডৰ ভয়ত কোনেও দৌলতৰ পৰিবাৰক আশ্রয় দিবলৈ মান্তি নহল। সিদ্ধনাথে চহৰখন ঘূৰি শেষ কৰিবলৈ নৌ গাওঁতেই ৰাজধানীৰ ভদ্রলোকসকল সাজিপাৰি নতুন শাসনকৰ্ত্তাক অভ্যৰ্থনা কৰিবলৈ নগৰৰ বাহিৰলৈ যাত্রা কৰিলে। দৌলত মৰিল বা হাজিল আন মানুহৰ কি হল। এজন ৰজা ভাগিল সিহঁতে আকৌ আন এজন ৰজা পালে। চহৰত আকৌ নতুন ৰজা অহা উপলক্ষে নতুনভাৱে আমোদ উৎসৱে দেখা দিলে। সিদ্ধনাথে গতি বিষম দেখি দৌলতৰ ঘৰলৈ আহিল আৰু গুলজানহঁতক তেওঁৰ লগত ওলাবলৈ সাজু হ'বলৈ কলে। সকলো যাবলৈ ওলাইছে, এনেতে মোবাৰকে কলে, "আই, মই নেযাওঁ। কোন আহে আহকচোন! আমাৰ ঘৰ কোনে ল'ব পাৰে লওকচোন চাওঁ। যি আহে তাকে মাৰিম।" গুলজানৰ চকুলৈ পানী আহিল; লগৰ বান্দী আৰু সিদ্ধনাথেও কৰুণ দৃষ্টিৰে মোবাৰকলৈ চালে। কিন্তু আৰু সময় নাই। সিদ্ধনাথে

ভেটা-ভুটা দি, একৰ ঠাইত শ খৰচ কৰি পহৰীয়া আৰু লগুবাৰ সহায়েৰে চহৰৰ বাহিৰত থকা তেওঁৰ বহালৈ গুলজান্‌হঁতক লৈ গল।

সিদ্ধনাথে দেখিলে গুলজানক তেওঁৰ বহাত ৰখা সুবিধা নহ'ব। দূৰৰ এখন সৰু গাঁৱত সিদ্ধনাথৰ ঘৰ; তাৰৈকে তেওঁ গুলজানক লৈ যাবৰ মন কৰিলে। বহুত কষ্ট কৰি এপইচাৰ ঠাইত চাৰি পইচা দি সিদ্ধনাথে ছজন দুলীয়া ঠিক কৰিলে; আৰু তেতিয়াই গুলজান মোবাৰক আৰু ছোৱালীজনীক লৈ সিদ্ধনাথ যাত্ৰা কৰিলে। গুলজানৰ লগত অহা বান্দী দুজনীও লগতে গল। ৰাতি দেৰপৰ মান হোৱাত সিদ্ধনাথে তেওঁলোকৰ গাঁও পালেগৈ।

সেইখন এখন সৰু গাঁও; তাত ২০।২৫ ঘৰ মানুহৰ বসতি। বেছি ধনী বা ডাঙৰ মানুহ তাত সমুলি নাই; দুই এঘৰ আছে অলপ স্বচ্ছল অৱস্থাৰ। গাঁৱৰ বাহিৰে ৰাজআলিৰ নিচিনা এটি বাট। বাটৰ এপিনে গাঁওখন। আন পিনে বহল শ্যামল শস্যক্ষেত্ৰ। বাটত ডাঙৰ সৰু নানাবিধ গছ। গছৰ ওপৰত চৰাইৰ বাহ। কোনোটি চৰায়ে পাখিৰে শব্দ কৰিছে, কোনোটিয়ে দিনৰ পৰিশ্ৰমত ভাগৰি অহা দেহটি শান্তিময় বাহত থৈ টোপনি লভিছে। গৃহস্থৰ পিছপিনে তামোল পাণ বাঁহ আন কঠালৰ বাৰী; কেতিয়াবা তাৰপৰা এটি দুটি শিয়াল ওলাই আহি সিদ্ধ শিয়াল ওলাই আহি সিদ্ধনাথহঁতক দেখি ল'ব মাৰিছে। মাজে মাজে বা গৃহস্থৰ ঘৰৰ কুকুৰে তেওঁলোক অহাৰ গম পাই বা শিয়ালৰে গোন্ধ পাই ভুক ভুক কৈ গৃহস্থৰ পহৰা দিছে। সিদ্ধনাথৰ ঘৰটি গাঁৱৰ এমূৰত। তেওঁ মুছলমান ৰজা দৌলতৰ প্ৰিয়পাত্ৰ বুলি গাঁৱৰ মানুহে তেওঁক মুখতে অকলশৰীয়া কৈ থৈছে, কিন্তু মনত হলে সকলো তেওঁৰ গোলামৰ নিচিনা। দুবৰি বনৰ কোমল দলিছা পতা বাট এটি; সেই বাটৰ মূৰত বকুল আৰু শেৱালি ফুলৰ গছ; সেই গছৰ ফুলে চাৰিওফালে আমোলমোলকৈ ৰাখিছে। সেই বাটেদিয়েই সকলোটি সোমাই গল। এটি সৰু পুখুৰী পালে। তাৰ এপিনে এটি সুন্দৰ ঘৰ। ঘৰটিৰ ওপৰত এনেকৈ লতা বগাই বগাই উঠিছে, যে তাক নিকুঞ্জ হেন দেখি। তাৰ চাৰিওপিনে নাহৰ ফুলৰ শাৰী পতা গছ; গছত মাধবী লতাবোৰে কোমল আৰু ধুনীয়া আগবোৰেৰে সাবটি ধৰিছে; কেতবোৰৰ আগ ফেৰ ধৰি উঠি চাৰিও পিনে সুন্দৰভাৱে ওলমি পৰিছে। ঘৰৰ দুৱাৰমুখত দুইপিনে দুডালি বকুল। এইটি সিদ্ধনাথৰ গোঁসাই ঘৰ। সিদ্ধনাথে তাতে এটি সেৱা কৰিলে। পুখুৰীৰ আন এটি পাৰত আৰু দুটিমান ঘৰ। সেই ঘৰৰ ওচৰলৈ তেওঁ গল। লগৰ আন মানুহবোৰ অলপ দূৰতে থিয় দিলে। সিদ্ধনাথে মাতিলে "কিৰণ, কিৰণ!" "দেউতা" আহিল বুলি এজনী বাইশ বছৰীয়ামান তিৰোতা ওলাই আহিল; তেওঁৰ পাছত হাতত চাকি লৈ এজনী বান্দী। তিৰোতাজনীৰ ভৰা যৌবন; কিন্তু তেওঁৰ গতিত অস্থিৰতা নাই, চকুত চঞ্চলতা নাই; নিটোল অথচ দীঘল মুখখনি, তাত ভক্তিৰ সৌন্দৰ্য্যেৰে উপচি পৰা এটি ভাব, লালসাৰ আবিলতা নাই। গাত এখন বগা শাৰী, তাত যত্নেৰে কৰা কোনো ৰং-চং নাই। তিৰোতাজনী বিধৱা, তেওঁৰ নাম কিৰণমালা; সিদ্ধনাথৰ ভতিজাজীয়েক। লিদ্ধনাথৰ নিজা বুলিবলৈ এই ছোৱালীটিয়েই যি। কিৰণে আহি আনন্দতউল্লসিত হৈ সিদ্ধনাথৰ ভৰিত ধৰি সেৱা কৰিলে—উঠি দেখিলে, দোলা মানুহ। কিৰণে শুধিলে "দেউতা, এওঁলোক কোন?" সিদ্ধনাথে একো নমতাকৈ গৈ দোলাৰপৰা গুলজানক নমাই কিৰণৰ ওচৰলৈ মাতি আনিলে। কিৰণে দেখিলে, নানাবিধ বহুমূলীয়া অলঙ্কাৰ আৰু কাপোৰ-কানিৰে সুশোভিতা এজনী ৰমণী; কোলাত ছোৱালী এটি; ওচৰে ওচৰে ল'ৰা এটা। ৰমণীৰ মুখত বিষাদৰ ছাঁ, চকুত দুখৰ ৰেখা। কিৰণৰ বুকত বৰ আঘাত লাগিল। তেওঁ সকৰুণ দৃষ্টিৰে চাই ৰল। সিদ্ধনাথে কলে, "এইজনী তোমাৰ ভনীয়েৰা; এই দুটি ভতিজা পুতেৰা আৰু জীয়েৰা।" কিৰণে তাৰ অৰ্থ একো বুজিব নোৱাৰিলে; কিন্তু তেওঁলোকৰ প্ৰতি কিৰণৰ মনত বৰ দয়া উপজিল। কিৰণে বান্দীজনীক সিদ্ধনাথক আৰু দুলীয়া কেইটাক বহিবৰ আসন আনি দিবলৈ কৈ, গুলজানৰ হাতৰপৰা ছোৱালীজনীক নি এটি চুমা খালে, আৰু কলে, "দেহি ঐ মোৰ আইটি! মুখখন শুকাই টোটোৱা পৰি গৈছে!" আজি দিনমানটো একো খোৱা নাই চাগে।" এইবুলি কওঁতে কিৰণৰ চকুৰপৰা দুটোপামান পানী ওলাল। গুলজানে দেখিলে। গুলজানৰো চকুলো ওলাল। আহা! মানুহৰ চকুৰ দয়াৰ পানীৰ নিচিনা কোন বস্তু পৃথিৱীত মূল্যবান! ইয়াৰ পাছত কিৰণে ছোৱালীজনী কোলাত লৈ

আৰু মোবাৰকক হাতত ধৰি তেওঁৰ ঘৰৰ ভিতৰলৈ লৈ গল; গুলজানকো মাতি নিলে। কিৰণে জানিছিল যে দেউতাকে আগে পাছে যেনে কৰে তেনেকৈয়ে আজিও কোনো দুখত পৰা তিৰোতাক আশ্রয় দিবলৈ তেওঁৰ আশ্রমলৈ আনিছে।

শ্রীশৰৎচন্দ্র গোস্বামী

# বিলাতৰ কথা।

কবলৈ পাহৰিছোঁ, আমি জাহাজৰ টিকট কলিকতাত কিং হেমিণ্টন কোম্পানীৰপৰা কিনিছিলোঁ। আমাক সেই ঠাইলৈ ডাক্তৰ বেজবৰুৱাই লৈ যায়। হেনৰী এচ্ কিংৰ মানুহক আমাৰ বস্তু গতাই দিয়াৰ সিও এটা কাৰণ। লণ্ডনৰ হেনৰী এচ্ কিংৰ শাখা কলিকতাৰ কিং হেমিণ্টন।

আমাৰ দ্বিতীয় কেবিনৰ বৰ ষ্টিউৱাৰ্ড ইংৰাজ আছিল। তাক আমি পঁচা তুলি কিছু ৰূপ দিলোঁ। আমাক যি বাবুৰ্চীয়ে ৰাতি উপৰিকৈ ৰান্ধি খুৱাইছিল তাকো অলপ দিলোঁ। ইদ্রীচক তো দিলোঁৱেই, আটাইকে যাক যি দিব লগীয়া দি সন্তোষ কৰিবলৈ চেষ্টা কৰিলোঁ। কিন্তু সন্তোষ উৎপাদন কৰিব পাৰিছিলোঁ নে নাই কব নোৱাৰোঁ; কিয়নো বক্চীচ্ দি মানুহক সন্তোষ দিয়া টান।

আমাৰ লগৰীয়াসকলক জাহাজৰপৰা লৈ যাবৰ নিমিত্তে কেজনমান মানুহ আহিছিল। যোগেন পালক লৈ যাবৰ নিমিত্তে ছোট-আদালতৰ ভূতপূৰ্ব্ব জজ মিঃ জোনচ্ আৰু এখন ইংৰাজ সাওদৰ আফিচৰ ডেকা এজন আহিছিল। মিঃ জোন্চ আহিছিল কিয়নো, পালৰ বাপেক ছোট আদালতৰ উকীল আছিল; সাওদৰ আপিচৰ ডেকা আহিছিল কিয়নো, পালৰ ককায়েক মিঃ বিজয়কৃষ্ণ পাল কলিকতাৰ এজন সাওদ, সেইদেখি বিলাতৰ সাওদৰ সৈতে চিনাকী। (এতিয়া স্বৰ্গীয়) বেৰিষ্টৰ জি ডি. শীলও বোধকৰোঁ তেওঁকে নিবলৈ আহিছিল। আমাৰ মহম্মদীয় সহযাত্রীক লৈ যাবৰ নিমিত্তে মিঃ আহমেদুল্লা বুলি আৰু এজন মহম্মদীয় আহিছিল। মিঃ সত্যেন্দ্র আৰু সুকুমাৰ সেনক লৈ যাবলৈ কাপুৰথালাৰ এতিয়া এডিক মচিও ৰোহিণী চ্যাটাৰ্জ্জি আৰু এতিয়া ৰোঙ্গাই চিভিল চাৰ্ভিচৰ সভ্য মিষ্টৰ জ্যোৎস্না ঘোষাল আহিছিল। কিন্তু মোক লৈ যাবৰ নিমিত্তে কোনো অহা নেদেখি মোৰ বৰ বেয়া লাগিল। বিদেশ, তাতে আকৌ বয়স তাকৰ, দেশৰপৰা ইমান দূৰ, চাৰি জন জাহাজৰ বন্ধুক হেৰুৱাবৰ সময় আগবাঢ়ি আহিছে, ইত্যাদি নানান কাৰণত মোৰ মনত বৰ বেয়া লাগি আমনজিমন কৰি ফুৰিবলৈ ধৰিলোঁ।

তেতিয়া মিঃ ঘোষালে আহি ক'লে, 'মিঃ বৰুৱা, আপোনাক লৈ যাবলৈ মানুহ অহা নাই নে"? মই কলোঁ কাকোতো দেখা নাই। মিচেচ্ মল্লিকলৈ মোৰ অভিভাক শ্রীযুত দুৰ্গামোহন দাসে মোৰ বিষয়ে চিঠি লেখিছে বুলি শুনিছোঁ, তেওঁলোকৰে আহিবৰ কথা আছে"। তেতিয়া মিঃ ঘোষালে ক'লে, "কালি মই মিচেচ্ মল্লিকৰ তালৈ যাওঁতে তেওঁলোকে আপোনাৰ কথা কৈছিল। কোনোবা ইস্কুলৰপৰা মানুহ আহি আপোনাক লৈ যাবৰ কথা আছে। তেওঁলোক যদি নাহে আপুনি যদি মিচেচ্ মল্লিকৰ তালৈ যাব খোজে মই লৈ যাব পাৰোঁ।" মোৰ তেতিয়া মন অলপ লঘু হ'ল আৰু তেওঁক আন্তৰিক ধন্যবাদ দিলোঁ। তেওঁৰ লগতে মই মিচেচ্ মল্লিকৰ ঘৰলৈকে যাওঁ বুলি ওলালোঁ।

জাহাজ এৰি ডকচৰ কাষৰৰ বাটেদি যাবলৈ ধৰিছোঁ এনেতে দূৰৈৰপৰা এজন ফ্রক-কোট, ট্রাউজাৰ্চ, চিল্ক-হেট (অৰ্থাৎ ইংলণ্ডীয় সভ্যতাৰ সাজ সম্বন্ধে চৰমসীমা) পিন্ধা মানুহ আমাৰ ফালে অহা দেখিলোঁ। তেওঁ আমাৰ পিনে চাই হাঁহি হাঁহি অহা দেখিলোঁ। দুইও দুইৰো ওচৰ চাপি অহাত দেখিলোঁ যে তেওঁ আমাৰ কলিকতাৰ সুপৰিচিত শ্রীযুত জগদীশচন্দ্র ৰায় চৌধুৰী। তেওঁক মই দেখি সঁচাকৈয়ে বৰ ৰং পালোঁ। তেওঁৰে সৈতে কথাবাৰ্ত্তা হোৱাৰ পাছতে দেখিলোঁ যে তেওঁৰ লগত দুজনা ইংৰাজ মহিলা। মিঃ ৰায় চৌধুৰীৰপৰা শুনিলোঁ যে তাৰে এজনা লেষ্টাৰৰ কোনো স্কুলৰ হেডমাষ্টৰৰ ঘৈণীয়েক আৰু আনজনা সেই হেডমাষ্টৰৰ ভনীয়েক। তেওঁলোকে আমাক মৰম কৰি কথা কোৱা মনত আছে। মিঃ জগদীশ ৰায় চৌধুৰীয়ে কলে যে তেওঁলোক মোক লৈ যাবৰ নিমিত্তে আহিছে। তেওঁলোকে যদিও বৰ ভদ্র ব্যৱহাৰ কৰা দেখিলোঁ, চিনা মানুহ এৰি অচিনাকী মানুহৰ লগত মোৰ যাবলৈ বেয়া

লাগিছিল। মিঃ ঘোষালে মিঃ ৰায় চৌধুৰীক মোৰ চিনা মানুহ দেখি সেনঁহতক লৈ গ'ল আৰু মই ৰায় চৌধুৰীৰ লগত থাকিলোঁ। তেতিয়া মই ঠিক কৰিলোঁ যে কেদিনমান ভাৰতৰ্ষীয় মানুহৰ লগত থাকি তাৰ পাছত তেওঁলোকৰ লগত লেষ্টাৰলৈ যাম। তেওঁলোকৰ নাম পীয়ের্চন আছিল। ৰায় চৌধুৰীক তেওঁ লোকৰ ঠিকনা দি তেওঁলোক গুচি গ'ল। দুখৰ বিষয় তেওঁলোকৰ সৈতে আৰু মোৰ দেখা নহ'ল। সেইটো মোৰ দোষ; — মোৰ দোষেই ·বা কেনেকৈ কোৱা যায়? ঘটনাচক্ৰত পৰি আন এটা ইস্কুললৈ যোৱাৰ নিমিত্তেই তেওঁলোকৰ সৈতে আৰু দেখা কৰা দৰকাৰ মনত নকৰিলোঁ। দেখা কৰিলোঁয়েইহেঁতেন কিজানি, কিন্তু ৰায় চৌধুৰীয়ে তেওঁলোকৰ লণ্ডনৰ ঠিকনা কেৱল যে হ্যাম্পষ্টেড (Hampstead), ইয়াৰ বাহিৰে আৰু একো কব নোৱাৰিলে। হাম্পষ্টেড লণ্ডনৰ উত্তৰ-পশ্চিম ভাগত। ইমান ডাঙৰ ঠাইত কেৱল মাত্ৰ সেই ঠিকানাকে সম্বল কৰি তেওঁলোকক বিচাৰিবলৈ যোৱা যুক্তিসঙ্গত বুলি নাভাবিলোঁ। তেওঁলোক দুজনে মোক লৈ যাবলৈ অহাত তেওঁলোকৰ ওচৰত মোৰ কৃতজ্ঞতা জনাওঁ—যদিও অৱশ্যে তেওঁলোকে নিঃস্বাৰ্থভাৱে মোৰ ওচৰলৈ অহা নাছিল। ডকচৰ ওচৰতে ৰেলৰ ষ্টেচন। ৰেল গাড়ীত উঠি আমি ফেঞ্চচৰ্চ ষ্ট্ৰীট (Frech church street) বুলি টিকিট কৰিলোঁ। ডকচৰ পৰা আচল লণ্ডন পোষ্কৰ কুৰি মাইল মান দূৰ। এই French church street আচল লণ্ডনৰ মাজত। এই ষ্টেচনত নামি আমি এখন হ্যানচম্ ক্যাবত (Hansom cab) উঠিলোঁ। এই হ্যান্‌চম্ ক্যাব আমাৰ আসামৰ মানুহৰ আচৰিত হেন লাগিব। গাড়ীৰ আৰোহীৰ আগত বহি সচৰাচৰ যেনেকৈ গাড়ী চলোৱা যায় এই ৰকম গাড়ী সেই ৰূপে চলোৱা নেযায়। গাড়ীৰ পাছফালৰ চালৰ ওপৰত বহি গাড়ী চলোৱা হয়। আৰোহী তলত বহে। এক ঘোড়াৰ গাড়ী। দুজনতকৈ সৰহ আৰোহী বহিলে বহিবলৈ অসুবিধা হয়। কলিকতাত বিলাতলৈ যোৱাৰ আগেয়ে এনে এখন গাড়ী দেখা মোৰ মনত পৰে—কিন্তু আজিকালি নাই। হ্যান্‌চম্ বুলি মানুহ এটাই এই গাড়ী সৃষ্টি কৰাৰ গুণে ইয়াৰ নাম হ্যানচম্ ক্যাব হৈ গল।

আমি ক্যাবত বহি লণ্ডনৰ মাজেদি যাবলৈ ধৰিলোঁ। ৰায়চৌধুৰীৰ লগত অলপ অলপ কথা পাতি যাবলৈ ধৰিলোঁ। কিন্তু সৰহ সময় লণ্ডনৰ লোকাৰণ্য, গাড়ী-ঘোৰাৰণ্য বাটবোৰ চাইয়েই গৈছিলোঁ। তেতিয়া আমাৰ মনৰ ভাব কি হৈছিল পাঠকসকলক কেনেকৈ জনাম? আমি যদিও বিলাতত বহু বছৰ আছিলোঁ আৰু তাৰ পাছত দুবাৰো বিলাতলৈ গৈছিলোঁ কিন্তু সেই মনৰ ভাব আৰু আমাৰ উভতি অহা মনত নপৰে।

মিঃ ঘোষালে আমাক মিচেচ্ মল্লিকৰ ঠিকনা ডক্‌চত দি গৈছিল— 13 St. Stephen's Road, Bayswater. আমি সেই বুলিয়েই গাড়োৱানক কৈ সেই ঠাইলৈ যাবলৈ কলোঁ। মিচেচ্ মল্লিক কলিকতাৰ স্বৰ্গীয় ব্যাৰিষ্টাৰ ও, চি, মল্লিকৰ পত্নী। তেওঁ তেওঁৰ ল'ৰাৰ শিক্ষাৰ নিমিত্তে তেতিয়া বিলাতত আছিল।

গাড়োৱানক কিমান ভাড়া দিলোঁ মনত নাই। আমি আবেলি চাৰি বজাৰ সময়ত সেইখিনি পালোগৈ। সেই দিনাৰ তাৰিখ ৮ নভেম্বৰ আছিল। বতৰ কুঁৱলী আৰু জাৰ। জাৰৰ প্ৰকোপ তিমান বেছি মনত নপৰে। মিচেচ। মল্লিকে আমাক দেখি অলপ আচৰিত হল, কিন্তু যত্ন কৰি অভ্যৰ্থনা কৰিলে।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা

# দক্ষিণপাটলৈ দ্বিতীয় চিঠি।

শ্ৰীশ্ৰীচৰণেষু,

দণ্ডৱৎ পূৰ্ব্বক নিবেদন এই যে প্ৰভুৰ পত্ৰসহ প্ৰশ্নোত্তৰ পাই পৰম কৃতাৰ্থ হলো। কিন্তু প্ৰশ্ন কেইটিৰ বিৰ্হিত উত্তৰ নপাই দুখিত হলোঁ। * * *

আশা কৰোঁ যেন পুনৰ তলত লিখা কেইটিৰ উত্তৰ দান কৰি সন্দেহ ভঞ্জন কৰি এই দীনহীনক সুখী কৰে, এই প্ৰাৰ্থনা।

১। যথা" বনমালীদেৱ বেহাৰত আছিল," নিৰঞ্জনদেৱ

কুৰুৱাবাহিত আছিল, পিছে কোন জনাই নো ৰজাক শৰণীয়া কৰি আগধৰি মহামান্য লাভ কৰিলে? আৰু চাৰি সত্ৰীয়া নাম কোন সময়ৰপৰা প্ৰখ্যাত হল? উক্ত দুই জনৰ ভিতৰত কোনজনক জয়ধ্বজসিংহ ৰজাই আমাৰ দেশত মান্য দিলে? আৰু চাৰি-সত্ৰীয়া নাম পোৱাৰ পূৰ্ব্বে এওঁলোক কোন শ্ৰেণীৰ গোসাঁই আছিল? বনমালীদেৱক আহতগুৰীয়া মহন্তসকলে বংশৰ বুলি স্বীকাৰ কৰে, ই কেনে কথা? হয় নে নহয়? বনমালীদেৱে ৫ বৎসৰতে ভাগৱত বাখ্যা কৰা যদি সত্য, তেনেহলে তেওঁ এজন মহামহোপাধ্যায় আছিল। তেওঁৰ কৃত কিবা শ্লোক, সংস্কৃত গদ্য,টীকা, পদ্য, ভাষা গীত ইত্যাদি কিবা আছে নে, যাৰদ্বাৰাই তেওঁৰ বিদ্যাবুদ্ধিৰ পৰীক্ষা পাব পাৰি?

২।* বনমালীদেৱ কাৰ শিষ্য আছিল? প্ৰভুৰ প্ৰশ্নোত্তৰ মতে জনা গল যে বতাৰগয়াঁ * বলদেৱ,জখলাবন্ধাৰ পৰমানন্দ এই দুইজনৰপৰা* বনমালীদেৱে ধৰ্ম্মগাদি পালে। তেনেহলে প্ৰকৃত * দামোদৰদেৱৰ ধৰ্ম্ম * বনমালীদেৱে নাপালে?

৩। ৰামৰায় কৃত চৰিত্ৰৰপৰা জনা যায় যে দামোদৰদেৱে এক মাত্ৰ নাম ধৰ্ম্ম প্ৰকাশ কৰিছিল; তান্ত্ৰিক ধৰ্ম্মৰ আভাষ পোৱা নেযায়। তাৰ এটি উদাহৰণ—বেহেৰীয়া পৰীক্ষিত ৰজাই* দামোদৰদেৱক ছাগলী কাটি পূজা কৰিবলৈ আজ্ঞা কৰিছিল; কিন্তু তেওঁ হিংসাধৰ্ম্মত প্ৰকৃত নহওঁ বুলি বেহাৰ এৰি বিজয়পুৰলৈ যাত্ৰা কৰিলে; বাটত যাওঁতে ৰাত্ৰি হোৱা দেখি গাহৰি কুকুৰা থকা কছাৰি এঘৰৰ গোহালিত ৰজনী বঞ্চিলে। কিন্তু সেই গৃহস্থজনৰ হিংসা ধৰ্ম্ম গুচাই তেওঁক* কৃষ্ণত শৰণ লগাই চাউল সিধা গ্ৰহণ কৰিলে। সেই গৃহস্থজন ভেলাই পাছনিৰ পিতামহ। এনেস্থলত প্ৰভুসকলে নো ক'ৰপৰা তান্ত্ৰিক ধৰ্ম্ম প্ৰচলিত কৰিলে? তেওঁ হিংসা ধৰ্ম্মত প্ৰবৃত্ত থকা হলে প্ৰভুসকলে যেনেকৈ শিষ্যক উপদেশ দি বলিকটাই পূজা কৰায়, তেৰোঁ সেইদৰে পাত্ৰ মন্ত্ৰীসকলৰ দ্বাৰাই বলি কটাই পূজা কৰাই কোচবিহাৰতে সুখেৰে কালযাপন কৰিলেহেঁতেন, কেতিয়াও বিষ্ণু বিষ্ণু স্মৰি বিজয়পুৰলৈ নগলহেঁতেন। এইটি ভয়ানক সন্দেহ হল, জগন্নাথ! যদি দামোদৰদেৱে বলি কটা শক্তি পূজা চলাইছিল ৰামৰাইয়ে জীৱনী লেখাজন বেলেগ দামোদৰ আছিল নে কি?

(৪)* শঙ্কৰদেৱৰ জীৱনীমতে* দামোদৰদেৱৰ লিখা আছে—বৰদোৱাৰ ওচৰত নলছা গ্ৰামত গৌতম গ্ৰোত্ৰৰ সদানন্দ ব্ৰাহ্মণৰ কনিষ্ঠ পুত্ৰ হৈ ১৪২০ শঁকত দামোদৰদেৱে জন্ম গ্ৰহণ কৰে, আৰু * শঙ্কৰদেৱে তেওঁৰ দামোদৰ নাম ৰাখে। অৱশেষত কছাৰিৰ বিভ্ৰাটত থাকিব নোৱাৰি* শঙ্কৰদেৱে বেলগুৰিত সত্ৰ পাতিলে; সদানন্দইও সেই বিভ্ৰাতত থাকিব নোৱাৰি গুৱাহাটীৰ অঞ্চলৰ ব্যাসকুছিত ঘৰ-দুৱাৰ ললেগৈ। বিভ্ৰাতৰ ৩০ ত্ৰিশ বছৰৰ পাছত *শঙ্কৰদেৱে * মাধৱদেৱ সহ পাটবাউসিত সত্ৰ পাতি থাকে, তাতে * দামোদৰদেৱক দেখা পাই পূৰ্ব্বৰ কথা স্মৰণ হলত দুয়োৰো মিলন হয়। কিন্তু* দামোদৰদেৱে দুখিতভাৱে কোৰ মাৰি কৃষি কৰি কাল যাপন কৰিছিল সেই কাৰণেই তেওঁক "কোৰ দামোদৰ" বোলে। শঙ্কৰদেৱে তেওঁৰ হাতৰপৰা কোৰ গুচাই *ৰামৰাম গুৰুত শৰণ লগাই পাটবাউসি সত্ৰত সোণৰ শলখাযুক্ত ভাগৱত শাস্ত্ৰ দি অধিকাৰ পাতিলে।* বংশীগোপালদেৱ প্ৰভৃতি ব্ৰাহ্মণসকলে উক্ত দামোদৰকে গুৰু মানি শৰণ লৈ আছিল। অৱশেষত * শঙ্কৰদেৱৰ শ্ৰাদ্ধলৈ * দামোদৰ দেৱক নিমন্ত্ৰণ কৰাত তেওঁ নাহোঁ বোলাত নাৰায়ণ ঠাকুৰক পঠাই * মাধৱদেৱে মতাই আনি * শঙ্কৰৰ জেষ্ঠ পুত্ৰ ৰমানন্দৰ হতুৱাই পাট কাপোৰ এজোৰ আৰু আঙ্গঠি এটি দক্ষিণা সহ দি * দামোদৰক এই কথা কলে—তুমি শঙ্কৰদেৱৰ শ্ৰাদ্ধলৈ নাহো বুলি অৱজ্ঞা কৰিলা আৰু দক্ষিণা গ্ৰহণ কৰিলা! এই বুলি * মাধৱদেৱে তেওঁক পৰিত্যাগ কৰিলে। তাৰপৰা দামোদৰী আৰু মহাপুৰুষীয়া উভয় ধৰ্ম্মৰ অনৈক্য আছে বুলি জনৰৱ হল।

(৫) এইদৰে হ'লে দামোদৰ তিনিজনা হল—শঙ্কৰৰ জীৱনীৰ এজনা; ৰামৰাই কৃত দামোদৰ এজনা; আৰু দেউদামোদৰ এজন। * শঙ্কৰদেৱ * মাধৱদেৱ কৃত ঘোষা কীৰ্ত্তন আসামবাসী সকলোৱে গ্ৰহণ কৰে; প্ৰভুসকলে নকৰাৰ কাৰণ কি? প্ৰভুসকলৰ ঘোষা কীৰ্ত্তন দামোদৰদেৱেই কৰা নে বা আন কোনোবাই হে কৰা? সেই ঘোষা কীৰ্ত্তন প্ৰভুসকলৰ সত্ৰতেই চলে নে বা আন ঠাইতও চলে? প্ৰভুসকলৰ শিষ্যই প্ৰসঙ্গাদি কি ৰূপে চলায়?

(৬) যাৰ দ্বাৰাই ˚ দামোদৰদেৱৰ বুদ্ধিৰ পৰীক্ষা পাব পাৰি এনে গদ্য, পদ্য, সংস্কৃত টীকা আদি আছেনে? যদি আছে আমি দেখিবলৈ পাম নে? পশ্চিমে শ্রীচৈতন্যৰ ষোল নাম; দক্ষিণে ৰামানন্দৰ বাৰ নাম; উত্তৰে হৰিব্যাসৰ আঠ নাম; পুবে শ্রীশঙ্কৰৰ চাৰি নাম। পিছে ˚ দামোদৰদেৱৰ নো কেই নাম আছিল বিশেষ সুস্পষ্ট জানিবলৈ পালে ভাল।

(৭) * * *

(৮) জয়ধ্বজ ৰজাই দক্ষিণপাট সত্র পতা কোনো বুৰঞ্জী আৰু চৰিত্রত বিন্দু বিসৰ্গও পাবলৈ নাই। প্রভুসকলে কেনেকৈ পালে, জানিবলৈ পামনে?

আৰু জয়ধ্বজ সিংহৰ ৮।৯ জন ৰজাৰ পাছত লৰা ৰজাই দক্ষিণপাট সত্রত শৰণ লৈছিল; মাজৰ ৰজা কেইজন কাৰ শিষ্য আছিল? * * * * *

(৯) গোসাঁই ,গোস্বামী, মহাজন, মহন্ত,সন্ত,সাধু, এই শব্দ কেইটিৰ অৰ্থ কি? আৰু প্রভুসকলে কোনটি শব্দ গ্রহণ কৰে? আৰু চাৰি-সত্রীয়াত বাজে আন সকলক মহন্ত কিয় বোলে? আৰু শূদ্র মহন্তসকলে গোসাঁই বা গোস্বামী লিখিব পাৰেনে? সংহতিৰ অৰ্থ কি?

শ্রীদ্বাৰিকানাথ দেৱশৰ্ম্মা মহন্ত

# উত্তৰ-বঙ্গ সাহিত্য সন্মিলন সভালৈ

'বঙ্গ আৰু আসাম প্রদেশৰ সাহিত্যসেবিসকলৰ মাজত পৰস্পৰ পৰিচয় আৰু ভাব বিনিময়ৰ সৌকাৰ্য্যাথ' 'উত্তৰ বঙ্গ সাহিত্য সন্মিলনৰ' পঞ্চম অধিবেশন শ্রী শ্রী ˚ কামাখ্যাধামত পতাৰ বাবে বিশেষ সন্তোষলাভ কৰিব লাগে আৰু সেই সভালৈ মোক নিমন্ত্রণ কৰাৰ বাবে অভ্যৰ্থনা সমিতিৰ সভাপতি বাবু কালীচৰণ সেন মহাশয়ৰ শলাগ লওঁ। বাস্তবিকতে অসম দেশৰ সাহিত্যসেবিসকলৰ সৈতে বঙ্গ দেশৰ সাহিত্যসেবিসকলৰ লগত আজি বহুত দিনৰপৰা বহুত তৰ্কাতৰ্কি আৰু লগতে অমিল আৰু বিদ্বেষ ভাব উপজি আহিছে। আজি সেই ভাব গুচাব বা নুমাবলৈ কাৰবাৰ কৰোঁতা বঙ্গসন্মিলনক নথৈ শলাগোঁ আৰু এই সম্বন্ধত মযো দুআষাৰমান কবলৈ পাই নিজকে কৃতাৰ্থ মানিছোঁ।

অসম দেশখন ইংৰাজবিলাকে লবৰ দিনৰেপৰা এই ভাবৰ গুটি পচোৱা হয় আৰু তাক আমি অলপ দকৈ আলচ কৰি চালে দেখিবলৈ পাম যে ইয়াৰ আদি বঙ্গ দেশৰ মানুহেই হে। গতিকে এতিয়াও বঙ্গদেশৰ মানুহেই এই ভাব গুচাবলৈ চেষ্টা কৰা উচিত হৈছে। এই সভা যি উদ্দেশ্যৰে আবাহন কৰিছে তাক সুন্দৰৰূপে সম্পাদন কৰিবলৈ আমি সকলোৰে মন খোলোচাকৈ কোৱাই উচিত; নহলে তেনে ভাবৰ গুটি কৰবাত কেনেবাকৈ ৰৈ যাব আৰু এই সভাৰ কাৰ্য্য আধৰুৱা হৈ পৰিব। এতেকে দেখা যাওক এই ভাবৰ মূল কি, আৰু কোন জগৰীয়া? অসমীয়া ভাষাৰ বুৰঞ্জীয়ে ফটফটীয়াকৈ দেখুৱায় যে যেতিয়াৰেপৰা এই দেশ খন ইংৰাজে হাতত লৈ বঙ্গদেশৰ মানুহৰে সৈতে সম্বন্ধ ঘটালে তেতিয়াৰেপৰা এই দেশৰ ভাষা নুমাবলৈ বঙ্গদেশীয় সাহিত্যসেবিসকলে, বিশেষকৈ অসমদেশলৈ কাম কৰিবলৈ অহা বঙ্গীয়সকলে কঁকালত কমৰ বান্ধি লাগিল। আৰু যেতেকে বঙ্গদেশৰ মানুহ ইয়ালৈ আহিবলৈ ধৰিলে তেতেকে সেই কাঁকালৰ বান্ধ আঁট খাই গ'ল। তাৰ পাছত অসমীয়া ভাষা বঙ্গভাষাৰ ঠাল-ঠেঙুলি, ঘঁহি-পিহি পেলাই দিয়া গাৰ মলি ইত্যাদি কথা উলিয়াই অসমত বঙ্গদেশৰ ভাষা চলাবলৈ ধৰিলে। এনেকৈয়ে বহুত দিন গ'ল, কিন্তু অসমীয়া ভাষা নমৰিল, জঁয় পৰি ৰ'ল মাথোন। শেষত সত্যৰ জয় হ'ল। লেৰেতো পাতৰ তলত শকত মূলা ওলাই পৰিলষ আৰু ইংৰাজ বাহাদুৰে চিনি পুতৌ কৰি অনাদৃত ভাষাক আকৌ পাবলগীয়া হক দিলে। এয়ে আপোনালোকৰ আৰু আমাৰ বিদ্বেষ ভাবৰ মূল কাৰণ। মানুহৰ স্বভাৱ নিজৰ স্বত্ব নিজে এৰি দিব নোখোজাঁ, নিজৰ আই বোপাই থকাত লোকৰ আই বোপাইক আই বোপাই বুলিব নোৱাৰা। আমাৰ গাত যদি দোষ বোলে, এইফেৰাই দোষ যে আমাৰ নিজ

মাতৃভাষা ত্যাগ কৰি আপনালোকৰ ভাষা গ্ৰহণ নকৰা। এতিয়া ইংৰাজ গৱৰ্ণমেণ্টৰ অনুগ্ৰহত যেতিয়া আকৌ আমাৰ ভাষা পুনৰ্স্থাপিত হ'ল আমাৰে আপোনাসকলেৰে সম্ভাৱ হোৱাই শ্ৰেয়ঃ। ইয়াত আমাৰ কবলৈ একো নাই, বৰঞ্চ আনন্দ কৰিবলৈহে আছে।

আগেয়ে আপোনালোকে আমাৰ ভাষাত ভাষা বুলি স্বীকাৰ নকৰিছিল; এতিয়া আশা কৰোঁ স্বীকাৰ কৰিছে। ইয়াত আমি আনন্দ কৰিবলৈ বিশেষ কাৰণ নাই, যদিও আমি ভাল পাইছোঁ, কাৰণ সম্ভাৱৰ গুটি সিঁচিবলৈ থল ওলাইছে। আপোনালোকৰ ভাষাৰ সন্মিলন সভালৈ আমাক যোগদান দিবলৈ নিমন্ত্ৰণ কৰিছে, আমাৰে সৈতে যাতে প্ৰণয় আৰু সম্ভাৱ বিশেষ ৰকমে স্থাপিত হয় তাৰ চেষ্টা কৰিছে দেখি আমি পেটে সমন্বিতে যোগ দিছোঁ।

১। এবাৰ সাপে খালে লেজুলৈকো ভয়। বহুত উদাৰমতি বঙ্গমোহোদয়ে এতিয়া আমাক আমাৰ ভাষা উন্নত কৰিবলৈ নানা ৰকম পৰামৰ্শ দিয়ে। সেই পৰামৰ্শ পিটিকি চোৱাত আমাক নুদুষিব। অনেকে অসমীয়া ভাষাৰ ভাষাত্ব স্বীকাৰ কৰি উপদেশ দিয়ে যে আমি আমাৰ ভাষা দুখীয়া কাৰণে তাক এৰি বঙ্গভাষা গ্ৰহণ কৰিব লাগে, আৰু কয় যে তেওঁলোকে হেনো তেওঁলোকৰ উন্নতিৰ ৰেলত আমাক এই ভাষা ফেৰা অমিল হোৱা বাবেইহে তুলি নিব নোৱাৰে, আৰু সেইদেখি আমি পাছপৰি যাম বুলি তেওঁলোকে খেদ কৰি দেখুৱায়। তেওঁলোকক আমি এইখিনিতে সুধিব খোজোঁ, বাস্তবিকতে তেওঁলোকে আমাৰ ভাষা অমিল হোৱা বাবেই আমাক উন্নতিৰ বাটলৈ নিব নোৱাৰে নেকি? তেওঁলোকে এনে কথা পেটে সমন্বিতে শুদ্ধ ভাবত কৈছে নে? যিজন পুৰুষে অসমীয়াৰ অস্তিত্ব লোপ কৰিবলৈ অহোপুৰুষাৰ্থ কৰি আহিছিল তেৱেঁই এতিয়া এনেকুৱা পৰামৰ্শ দিয়া শুনিবলৈ পাইছোঁ। এবাৰ সাপ হৈ খাই তেৱেঁই বেজ হৈ আকৌ চাবলৈ বিচাৰিলে জানোচা বেমাৰিৰ নৰিয়া টান হে হয়। "নব্যভাৰতৰ" নিচিনা উচ্চতৰ বঙ্গলা আলোচনী কাকতত আজিলৈকে অসমীয়া ভাষাক ভাষা বুলিব যে খোজা নায়েই, ভাষাবোলা অসমীয়া মানুহকো নথৈ গালি পাৰি আজৰি পোৱা নাই। ইয়াৰপৰা লেখকসকলে কি সন্তোষ পায় আৰু বঙ্গ আৰু অসমৰ কি ভাব স্থাপনৰ চেষ্টা কৰে, আপনালোকে এবাৰ বিবেচনা কৰি চোৱা উচিত।

২। গোৱালপাৰা জিল্লা পুৰণি কামৰূপৰ ভিতৰত; আধুনিক অসমৰ এখন জিল্লা। তাৰ সমাজ নীতি, জাতকুল তেনেই অসমীয়া। অসমীয়া মানুহৰ ধৰ্ম্মই গুৱালপৰীয়াৰে ধৰ্ম্ম। তাৰ ভাষাও সম্পূৰ্ণ অসমীয়া। আগেয়ে ওপৰ অসমত যেনেকৈ বঙ্গলা ভাষা চলিছিল, এতিয়াও গুৱালপাৰত তেনেকৈ বঙ্গলা ভাষা চলিছে। আমি আগেয়ে ইয়াত বঙ্গলাৰ পৰিবৰ্ত্তে অসমীয়া চলিবলৈ যেনেকৈ চেষ্টা কৰি সফল হলোঁহঁক, তেনেকৈ এতিয়াও গুৱালপাৰত আনি আৰু গুৱালপৰীয়াবিলাকে অসমীয়া ভাষা চলাবলৈ চেষ্টা কৰোঁতে আপনালোকে কিয় প্ৰতিবন্ধকতা জন্মাইছে? যিজন পুৰুষে আমাক উন্নত কৰিবলৈ নেপাই খেদ কৰিছে, তেৱেঁই গুৱালপাৰত অসমীয়া ভাষা চলোৱা কাৰ্যত ঘোৰ প্ৰতিদ্বন্দী কিয়? তেওঁ আমাৰ সৈতে সম্ভাৱ স্থাপন কৰিবলৈ এনে কাম কৰিছে বুলি আপনালোকে কব পাৰে নে?

৩। অসমীয়া ভাষাক ভাষা বুলি স্বীকাৰ কৰি অসমীয়া ভাষাৰ পুৰণি পুথি দুখনমান বাবু দীনেশচন্দ্ৰ সেন মহাশয়ে তেওঁৰ "বঙ্গভাষা আৰু সাহিত্যত" বঙ্গলা বোলাবলৈ চেষ্টা আৰু যত্ন কৰে কিয়? মানুহ মাত্ৰই ভুল কৰিব পাৰে কিন্তু দীনেশ বাবুক ভুল দেখুৱাই দিয়াতো শুধৰাই নোলোৱাটোৰ মানে কি? কিন্তু এইটো ঠাৱৰ তেওঁৰ সেই কাৰ্য্যৰ দ্বাৰাই নিজৰ অভিপ্ৰায়ৰ বিপৰীত ফল ফলিছে।

সত্যক কোনেও লুকাই ৰাখিব নোৱাৰে। দীনেশ বাবুৱে কোৱাৰ নিচিনাকৈ তেওঁ আলচ কৰা পুথিবিলাকৰপৰাই যদি বঙ্গলাভাষা ওলাইছে তেন্তে বঙ্গলা ভাষাৰ আদি মূল ভিত্তি যে অসমীয়া পুৰণি পুথি সি যথেষ্ট প্ৰমাণিত হৈছে।

শ্ৰীযুক্ত দেৱানন্দ ভঁৰালী বি, এ ডাঙৰীয়াই তেওঁৰ হাতেলিখা অসমীয়া ভাষাৰ বুৰঞ্জী কিতাপত লিখিছে, "একাদশ আৰু দ্বাদশ খ্ৰীষ্টাব্দত ৰচা বুলি স্থিৰ কৰা (শ্ৰীযুক্ত দীনেশচন্দ্ৰ সেনৰ "বঙ্গ ভাষা আৰু সাহিত্য") শূন্য পুৰাণ আৰু মাণি চন্দ্ৰৰ ৰচা গানৰ ভাষা কিন্তু অসমীয়া ভাষাৰে সৈতে বৰ মিল। মাণিক চন্দ্ৰ ৰাজাৰ

গানবপৰা আযাৰচেৰেক তলত তুলি দিলোঁ।

"দেৰ বুড়ি কৰি লোকে খাজনা যোগায়।
তাৰ বদলি ছয় মাস পাল খায়।
এত মাণিক চন্দ্ৰ ৰাজা সৰুৱা নলেৰ বেড়া
একতন যেকতন কৰি যে খাইছে তাৰ দুৱাৰত ঘোড়া ॥

* * * * * * * * *

কে কয় এগুলা কথা কে আৰ পাইতা।
পুৰুষৰ সঙ্গে গেলে কি স্ত্ৰীক বাঘে ধৰি খায়।।

এই ভাষাত ব্যৱহাৰ কৰা বিভক্তি আৰু প্ৰত্যয় চিনৰ সৰহ ভাগ অসমীয়া বিভক্তি আৰু প্ৰত্যয়ৰ সৈতে একে। দ্বাদশ শতাব্দীত অসমীয়া ভাষাৰ গঢ় এনেকুৱাহ আছিল বুলি আমি আন ঠাইৰপৰাও বুজিব পাৰিছো। সেই সময়ত বঙ্গলা ভাষা আৰু অসমীয়া ভাষাৰ-পাৰ্থক্য যে অতি কম আছিল সি সঁচা। বঙ্গ ভাষাত অপ্ৰচলিত শব্দ কিছুমান বঙ্গ "ভাষা আৰু সাহিত্যৰ" গ্ৰন্থকাৰে শূন্য পুৰাণ আৰু মাণিকচন্দ্ৰৰ গানৰপৰা উক্ত কিতাপত তুলি দিছে, যেনে তৰাজু (অং তৰ্জ্জু) দাই আ (অং দাই—ধান দাই), আছিল (অং আছিল), কাতি (অং কাতি—মাহ), গাভুৰানী অং গাভুৰাণী—গাভৰুৰ অৱস্থা), গাভুৰু (অং গাভৰু), ঝোলোঙ্গা (অং জোলোঙ্গা), সাও (অং সাও, ইত্যাদি। অসমীয়াৰ পক্ষে এইবোৰ শব্দ বৰ চিনাকী আৰু ঘৰুৱা শব্দ। ইয়াৰপৰা বুজা যায় যে পুৰণি কালত বঙ্গ দেশৰ সৰহ ভাগত অসমীয়া ভাষাৰ হে চলতি আছিল; অথবা যি ভাষা পুৰণি কালত বঙ্গ দেশত চলিছিল তাৰ গা-গছডাল এতিয়া অসমত হে পোৱা যায় * * *।" বাবু দীনেশ চন্দ্ৰ সেন মহাশয়ে যি পুৰণি পুথি আঁকোৱাল মাৰি বঙ্গলা বুলি বঙ্গভাষাৰ কোলাত সুমাইছে, সি অসমীয়াৰ; ভাষাতত্ত্ব যি অলপ আলোচনা কৰি পাইছে সিয়েই বুজিব; ই জোৰ-জবৰৰ কথা নহয়। গতিকে পুৰণি অসমীয়াৰপৰাই বৰ্ত্তমান বঙ্গভাষা ওলাইছে বুলি কলেই সকলো লেঠা মৰে আৰু সকলো সম্ভাৱ সুপৰিচয় স্থাপিত হয়। নহলে সেই পুৰণি অসমীয়া পুথিবিলাক তেওঁলোকে বঙ্গভাষাত বলেৰে সুমাবলৈ যত্ন কৰি অপ্ৰীতিকৰ ভাবৰ পৰিচয় দিছে মাথোন।

আশা কৰোঁ উত্তৰবঙ্গ সাহিত্য সভাই এই সম্ভাৱ স্থাপন কৰিবলৈ যত্নৰ ত্ৰুটী নকৰে। আৰু সেই কাৰণে আমাৰ দৃঢ়বিশ্বাস যে আমি সেই ওপৰত কৈ অহা কাকো আৰু আমাক আমাৰ ভাষা এৰিবলৈ পৰামৰ্শ দিয়া দেখিবলৈ নেপাম। আমি যেনেকৈ গুৱালপাৰ জিল্লাত আকৌ অসমীয়া ভাষা স্থাপন কৰিবলৈ ইচ্ছা কৰিছোঁ তেনেকৈ তেওঁলোকে যেন আমাৰ সেই কামত হকা-বধা নিদিয়ে। আমাক সহায় নকৰিলেও, তেওঁলোকে যেন ক্ষান্ত থাকে এই প্ৰাৰ্থনা। সাৰশেষত পুৰণি অসমীয়া পুথিবিলাক বঙ্গালী কৰিবলৈ মিছা যত্ন আৰু বাদ প্ৰতিবাদ কৰি অসম্ভাৱ নবঢ়াব, এয়ে আপোনালোকৰ ওচৰত বিনীত প্ৰাৰ্থনা। খালি মুখেৰে বক্তৃতা দিয়েই যেন সভা ভঙ্গ নকৰি আমাৰ অপ্ৰীতিৰ কাৰণ কেইটা গুচাবলৈ কাৰবাৰ কৰে; তাকে দেখিলেই আমাৰ আনন্দ, আমাৰ প্ৰাণ নাচি উঠিব, আৰু সেয়ে হলেহে সভাৰ উদ্দেশ্য পূৰ্ণৰূপে সাধিত হ'ব। মোৰ কথা মন খুলি কোৱাত যেন অপৰাধ ক্ষমা কৰে। বাদ বিতন্দা কৰি বা মেৰপাক খুৱাই কথা কৈ মানুহৰ মনৰ আন্তৰিক ভাব উলিয়াব নোৱাৰি।

মন খোলোচা হৈ গলেহে কথা খোলোচা হয়, আৰু অকপট চিত্তেৰে মিল হব খুজিলে পেটৰ কথা সকলো ভাঙি কোৱাই উচিত। ইতি যোৰহাট, ৬ এপ্ৰেল, ১৯১২।

শ্ৰীদেবেশ্বৰ চলিহা

## বিদ্যা

পুজনীয় বিদ্যা তুমি ৰজাৰো কাষত।
কীৰ্ত্তিমান নৰগণ তযু প্ৰভাৱত ॥
পৰম পবিত্ৰ তুমি সকলোৰে সাৰ।
তোমাৰ গুণত বিদ্যা সভ্যতা প্ৰচাৰ ॥
কুৰূপৰ ৰূপ বিদ্যা নিৰ্দ্ধনীৰ ধন
বিদ্যাহীন মানবৰ এন্ধাৰ জীৱন ॥

শ্ৰীত্ৰৈলোক্যশোভনচন্দ্ৰ গোস্বামী

# আসাম

আই! যি দেশত আছোঁ আমি সুখে বাস কৰি ;
যি দেশৰ শস্য ভক্ষি আছোঁ প্রাণ ধৰি ;
যি দেশৰ জল-বায়ু অতি মনোহৰ ;
যি দেশৰ সদা শুনো ৰাও বিহগৰ ;
যি দেশৰ ৰূপৰাজি অতি বিতোপন
একেথিৰে চালে হয় বিমোহিত প্রাণ ;
যি দেশক প্রকৃতিয়ে ধৰিছে আবৰি ;
যি দেশৰ দশোদিশে তৰু শাৰী শাৰী ;
যি দেশত সোনকালে ৰবিৰ কিৰণ
বিতৰেহি মনোময় সোণালী ৰহণ ;
যি দেশত পক্ষীবোৰে স্বাধীন মনেৰে
নাচি নাচি ধৰে গীত অতি হৰষেৰে ;
কেতেকী, কোকিল, আদি কৃষ্ণপক্ষীবোৰে
পঞ্চমত গায় যত সুমধুৰ সুৰে ;
যি দেশৰ ফল মূল অতি প্রীতিকৰ
মুক্ত চিত্তে খায় যত নৰ, বনচৰ ;
যি দেশৰ পুষ্পৰাজি চিকোণ গোন্ধেৰে
সকলোৰে মণ প্রাণ প্রফুল্লিত কৰে ;
যি দেশৰ নৰ-নাৰী আনন্দে বিভোৰ ;
এয়ে নে কি মাতৃতুল্যা জন্মভূমি মোৰ?
বাছা! যি দেশৰ কথা এবে বিবৰিলা তুমি,
এয়ে সেই অতীজৰ কামৰূপ-ভূমি ;
উত্তৰ সীমাত আছে হিমাচল গিৰি ;
দক্ষিণ খাছিয়া নগা ধৰিছে আবৰি ;
পুবেদি নানান ক্ষুদ্র পৰ্ব্বতৰ শ্রেণী ;
পশ্চিমে সাৰথি আছে অসমৰ ভনী ;
ইয়াকেই বোলে দেশ প্রকৃতিপ্রধান,
কৰিছিল যোগ যত বহু তপোধন।
মাজেদি বইছে চোৰাঁ ব্রহ্মপুত্র নদ,
সাধে উপকাৰ বহু, নাই অৱসাদ।
আছিল প্রসিদ্ধ ৰাজ্য পশ্চিম ভাগত,
কামৰূপ নাম তাৰ অতি সুবিখ্যাত ;
কৰিলে ৰাজত্ব বহু প্রতাপী ৰজাই
ভগদত্ত নৰকাদি নৃপতি-সিংহই।
প্রাগ্‌জ্যোতিষ্‌পুৰ নামে প্রধান নগৰ
অতীব সুন্দৰ পুৰী দক্ষিণে নদৰ।
আছিল বশিষ্ঠ ঋষি যোগধ্যান কৰি
গাইছিল সামবেদ ভক্তিৰসে ভৰি।
এতিয়াও আছে চোৰা কামাখ্যা মন্দিৰ
অতীব গৌৰব বহু ৰাখিছে দেশৰ।
দক্ষিণে আছিল সেই হিড়িম্বাৰ দেশ,
এতিয়াও আছে তাৰ ভগ্ন অৱশেষ।
উত্তৰে শোণিতপুৰ প্রকৃতি-পুতলা
সুন্দৰ নগৰী বহু শস্যেৰে শ্যামলা,
শিৱভক্ত বাণ ৰজা যাৰ অধিপতি
উষা দেবী কন্যা যাৰ সুলক্ষণা অতি।
শঙ্কৰ, মাধৱ, কবি ৰাম-সৰস্বতী,
উজ্জল আছিল সবে অসম-কীৰিতি।
কীৰ্ত্তন, দশম, ঘোষা প্রকাশি দেশত
ৰাখি গল অসমৰ নাম জগতত।

ঘটোৎকচ, গদা আদি যশোৱন্ত বীৰ
দেখুৱালে বীৰ চিন অসম ভূমিৰ।
আসাম-মোগল যুদ্ধ শৰাইঘাটত,
'অসমে অসীম সাহ' প্রকাশি ৰণত,
ঘটুৱাই মহা মহা মোগলৰ বীৰ,
তুলিলে জয়ৰ ধ্বজ অসম-মাতৃৰ।
সিদিনা কেজনমান অমূল্য ৰতন
সৰিল ঢোপাতে হাঁয় ফাটি যায় প্রাণ ;—
আনন্দ, জগন, মাধ, শিৱ, লম্বোদৰ
আছিল প্রাণৰ পুত্র অসাম মাতাৰ।
একালত মান আহি সোমাল ই দেশ,
লুটিলে সকলো বস্তু নাই বহু শ্লেষ ;
প্রজাপুঞ্জ ক্ষয় হল নানা ঠায়ে গল,
আসাম শ্মশান ৰূপে পৰিণত হল।
নাই সেই অতীজৰ অসমীয়া নাম,
নাই , সেই অতীজৰ বীৰত্বৰ কাম,
নাই সেই অতীতৰ মহা মহা কবি,
নাই সেই অতীতৰ পুণ্যতম ছবি ;
আছে মাত্র আধামৰা আধাজীয়া নাম,
আছে মাত্র হিংসা দ্বেষ পাশৱিক কাম,
আছে মাত্র কানীয়াৰ জুহাল সুখৰ,
আছে মাত্র গাইগোটা গুণ স্বার্থপৰ।
আই! শুনালা অমিয়া বার্ত্তা জনমভূমিৰ,
(কিন্তু) বর্ত্তমান দেখি মোৰ অস্থিৰ শৰীৰ।
বাছা! অসম আন্ধাৰ আজি অজ্ঞানৰ বশ,
এৰা-পৰলীয়া হল, হাড় ছাল শেষ।
(আমি) নুধাওঁ আকৌ যদি সম্মিলিত হই
অসমীয়া নাম আৰু নুমাব নিশ্চয়।

# মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত।

(৬)

যোৱা বাৰত প্ৰকাশ হোৱা প্ৰবন্ধত গীতাৰ কথা কোৱা হৈছে। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্মৰ আনখনি মূল গ্ৰন্থ শ্ৰীমদ্ভাগৱত। ব্যাসদেৱে জ্ঞানপন্থ তন্ন তন্ন কৰি ব্ৰহ্মমীমাংসা কৰি মনত শান্তি নাপালে। শেহত মহৰ্ষি নাৰদৰ উপদেশ মতে সগুণ ঈশ্বৰৰ মহিমা লীলা বৰ্ণনা কৰি ভাগৱত গ্ৰন্থ লিখি শান্তি লাভ কৰিলে। শুকান জ্ঞানতকৈ বসাল ভক্তিৰ শ্ৰেষ্ঠতাৰ প্ৰমাণ ইয়াতকৈ আৰু কি হ'ব পাৰে? সাত দিনৰ অন্তত সাপৰ কামোৰৰপৰা নিশ্চয় মৰিব বুলি জানি পৰীক্ষিত ৰজাই আন শাস্ত্ৰ কাতি কৈ জীৱনৰ শেষ সময়ত এই ভক্তি প্ৰবৰ্ত্তক অমূল্য শাস্ত্ৰ ভাগৱত শুকদেৱৰ মুখৰপৰা শুনিছিল। ভাগৱতোক্ত শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্মৰ এক অঙ্গ অৰ্থাৎ শ্ৰৱণ দ্বাৰাইয়ে ধৰ্ম্ম সাধন কৰি মোক্ষপদ লাভ কৰাই ৰাজা পৰীক্ষিতৰ উদ্দেশ্য আছিল। শুকদেৱ নিজে মহা জ্ঞানী আৰু নিৰ্গুণ ব্ৰহ্মৰ সাধক আছিল, কিন্তু তেৱোঁ ভাগৱত পঢ়ি ভক্তিৰসত মজিছিল।

"শুক নিগদতি পৰীক্ষিত, যদি আমি নিৰ্গুণত স্থিত,
তথাপি উত্তমশ্লোকৰ মহিমা গুণে।
কৰিলেক বশ্য মোৰ চিত্ত ভাগৱত গ্ৰন্থ বিপৰীত,
পৰম আনন্দে পঢ়িলোঁ মই আপোনে॥
তোমাত কহিবোঁ সেহি শাস্ত্ৰ, তুমি আক শুনিবাৰ পাত্ৰ,
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি।
ইশাস্ত্ৰত শ্ৰদ্ধা মাত্ৰকত মুকুন্দৰ পাদ পঙ্কজত
অতি শীঘ্ৰে তাৰ হোৱে জানা সতীমতি॥"

—নাম ঘোষা।

উত্তমশ্লোকৰ অৰ্থ ঈশ্বৰ। ভাগৱত গ্ৰন্থৰ উদ্দেশ্য এই উত্তমশ্লোকৰ মহিমা প্ৰকাশ কৰা। সগুণ ঈশ্বৰৰ মহিমা গুণ কীৰ্ত্তন কৰি ঈশ্বৰ ভজনা কৰাই ভাগৱতী ধৰ্ম্ম। এই মহাধৰ্ম্মৰ মৰ্ম্ম মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ ৰচিত ভাগৱতৰ প্ৰত্যেক অধ্যায়ৰ শেষতে লিখি ভক্তিধৰ্ম্ম প্ৰবৰ্ত্তাইছিল। বিপ্ৰপত্নী প্ৰসাদ লীলা অধ্যায়ৰ শেহত তেওঁ লিখিছে:—

"শ্ৰৱণে কীৰ্ত্তনে যিটো অনুক্ষণে
ভজে মহা ভক্তি ভাৱে।
সিসি মহাজনে সুখে অপ্ৰয়াসে
হাততে মুকুতি পাৱে॥
জানি ইটো তত্ত্ব ঈশ্বৰ কৃষ্ণত
হুয়োক একশৰণ।
গোৱা গুণ গীত কৰি এক চিত্ত
বঞ্চিত যমৰ ৰণ॥
কলিত নামেসে কলিত নামেসে
কলিত নামেসে গতি।
নাম এৰি, আন গতি নাই নাই
নাই জানা প্ৰতি প্ৰতি॥"

এই পদ কেফাকিতে ধৰ্ম্মৰ চুম্বক মৰ্ম্ম পোৱা যায়। অলপ কথাৰ দ্বাৰাই এনেকৈ সম্পূৰ্ণ ভাব প্ৰকাশ কৰাৰ ক্ষমতা মহাপুৰুষ শঙ্কৰৰ হে আছিল। ওপৰৰ পদ কেশাৰীৰ এটি শব্দও পেলনীয়া নহয়। এইদৰে পুথিৰ এঠাইত নহয় প্ৰায় পাতে পাতে ভিন ভিন ভাষাৰে হৰিনামধৰ্ম্ম জনসমাজত প্ৰচাৰ কৰাই তেওঁৰ উদ্দেশ্য আছিল। তেওঁৰ গুণ সুঁৱৰি সুঁৱৰি তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱে লিখিছিল ;—

"হৰি ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
হৰি নামৰত্ন জগত জুৰি।
হৰি নামৰত্ন বেহায়া জগতে
চলয় বৈকুণ্ঠ পুৰী॥"

পূৰ্ব্বে কোৱা হৈছে যে গীতাৰ শৰণ আৰু গাৱতৰ সৎসঙ্গ মহাপুৰুষীয়া ধৰ্ম্মই লৈছে। এই সৎসঙ্গ সম্বন্ধে ভাগৱতত ভগৱানে উদ্ধৱক উপদেশ দিছে:—

"প্ৰায়েন ভক্তিযোগেন সৎসঙ্গেন বিনোদ্ধৱ।
নোপায়ো বিদ্যাতে সম্যক প্ৰায়ণংহি সতামহৎ॥"
"ন ৰোধয়তিমাং যোগো ন সাংখ্যং ধৰ্ম্ম এব চ।
ন স্বাধ্যায়স্তপস্ত্যাগো নেষ্টাপূৰ্ত্তং ন দক্ষিণ॥
ব্ৰতানি যজ্ঞশ্চন্দাংসি তীৰ্থানি নিয়মা যমাঃ।
যথা বৰুদ্ধে সৎসঙ্গঃ সৰ্ব্ব সঙ্গাপহোহি মাং॥"

ওপৰোক্ত প্ৰকাৰে সাধুসঙ্গৰ উপকাৰিতা বৰ্ণনা কৰি ভগৱানে উদ্ধৱক উপদেশ দিছে—"হে উদ্ধৱ, তুমি শ্ৰৌত স্মাৰ্ত্ত কৰ্ম্মবিলাকলৈ আস্থা নকৰি সৰ্ব্বতোভাৱে মোৰ শৰণাগত হোৱাঁ, মোৰপৰাই তুমি নিৰ্ভয় হ'ব।" এই উপদেশ আৰু গীতাত অৰ্জ্জুনৰ প্ৰতি ভগবানৰ উপদেশ একে। গীতাত ভগৱানে কৈছে—

"সৰ্ব্ব ধৰ্ম্মাণ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্ব পাপোভ্যো মোক্ষয়িষ্যামি মা শুচ॥"

ভাগৱতত ভগৱানে উদ্ধৱক পৰম জ্ঞানৰ কথা কৈও উপদেশ দিছে ঃ—

"তস্মাত্বমুদ্ধবোৎসৃজ্য চোদনাং প্ৰতিচোদনাং।
প্ৰবৃত্তিঞ্চ নিবৃঞ্চ শ্ৰোতব্যং শ্ৰুতমেব চ॥
মামেক মেৱ শৰণমাত্মানং সৰ্ব্ব দেহিনাং।
যাহি সৰ্ব্বাত্মভাৱেন ময়াস্যাহ্যকুতোভয়ঃ॥

ইয়াৰ অম্বয় এই ঃ—তস্মাৎ হে উদ্ধৱ, ত্বং চোদনাং শ্ৰুতি প্ৰতিচোদনাং স্মৃতিং প্ৰবৃত্তং বিহিতং কৰ্ম্ম নিবৃত্তং অবিহিতং শ্ৰোতব্যং শ্ৰুতং এবচ সৰ্ব্বং উৎসৃজ্য অনন্যত্য সৰ্ব্বাত্মভাবেন সৰ্ব্বদেহিনাং আত্মানং একং এব মাংশৰণং যাহি গচ্ছ। ময়া এবহিত্বং অকুতোভয়ঃ স্যাঃ ভবিষ্যসি।

মীমাংসকবিলাকৰ বেদবিহিত কৰ্ম্মকাণ্ডৰ বিষয়ে শিক্ষা আৰু জীৱহিংসা কৰি দেৱ দেৱীৰ পূজা কৰা বিষয়ে ভাগৱতত কি কৈছে দেখা যাওক। ভগৱানে উদ্ধৱক উপদেশ দিছেঃ—

"নতে মামঙ্গ জানন্তি হৃদিস্থং যাহদং যতঃ।
উকৃথশস্ত্ৰা হ্যসুতৃপো যথা নীহাৰ চক্ষুষঃ॥
তেমে মতমবিজ্ঞায় পৰোক্ষং বিষয়াত্মকাঃ।
হিংসায়াং যদি ৰাগ স্যাদ যজ্ঞ এব ন চোদনা॥
হিংসা বিহাৰা হ্যালব্ধৈঃ পশুভিঃ স্বসুখেচ্ছয়া।
যজন্তে দেবতা যজ্ঞৈঃ পিতৃণ ভূতপতীন খলাঃ॥
স্বপ্নোপম মমুং লোকমসন্তং শ্ৰবণপ্ৰিয়ং।
আশিযে হৃদি সঙ্কল্প্য ত্যজন্ত্যৰ্থান যথা বণিক্॥
ৰজঃ সত্ব তমো নিষ্ঠা ৰজঃসত্ব তমোজুসঃ।
উপাসতে ইন্দ্ৰ মুখ্যান দেবাদীন্ন তথৈব মাং॥
ইষ্টেহ দেবতা যজ্ঞৈৰ্গত্বা ৰৎস্যামহে দিবি।
তস্যান্ত ইহ ভূয়াস্ম মহাজালা মহাকুলাঃ॥
এবং পুষ্পিতয়া বাচা ব্যাক্ষিপ্ত মনসাং নৃণাং॥
মানি নাঞ্চাতি লুব্ধানাং মদ্বাৰ্ত্তাপি নৰোচতে॥"

ইয়াৰ তাৎপৰ্য্য এই ঃ—এন্ধাৰে ঢাকি ধৰিলে যেনেকৈ ওচৰৰ বস্তুকো নেদেখি সেই প্ৰকাৰে কৰ্ম্ম মাৰ্গ অৱলম্বন কৰি অন্ধ হৈ ভোগাভিলাষী লোকবিলাকে, অন্তৰ্যামীৰূপে নিজ হৃদয়ত প্ৰতিষ্ঠিত থকা ঈশ্বৰক তৰ্কিব নোৱাৰে। এইবিলাক লোকে ঈশ্বৰৰ অভিপ্ৰায় নুবুজি হিংসাদি কাৰ্য্যত আসক্ত হয় আৰু ক্ৰমে হিংসা কাৰ্য্যই সিহঁতৰ প্ৰিয় হৈ উঠে। সেই নিমিত্তে এই খল প্ৰকৃতিৰ লোকবিলাকে যজ্ঞত বধ কৰা পশুবিলাকৰ মাংসৰ দ্বাৰা নিজৰ তৃপ্তি সাধন কৰে আৰু সেই যজ্ঞৰ দ্বাৰা পিতৃলোক দেৱতা আৰু ভূতপতিবিলাকৰ পূজা কৰে। এনেবিলাক লোকে শুনোতে ভাল লগা স্বপ্নোপম মায়াময় ক্ষণস্থায়ী স্বৰ্গাদি পৰলোক সুখ আৰু ঐহিক সুখ বাঞ্ছা কৰি মুৰ্খ বণিকৰ নিচিনাকৈ মূল সম্বল পৰমাৰ্থ তত্ত্ব দলিয়াই পেলায় অৰ্থাৎ কাঞ্চন দি কাচ লয়। সত্বাদি গুণত্ৰয়ৰ অধীন মানুহে ত্ৰিগুণময় ইন্দ্ৰাদি দেৱতাবিলাকৰ আৰাধনা কৰে কিন্তু গুণাতীত পৰব্ৰহ্মৰ আৰাধনা নকৰে। এই জীৱনত যজ্ঞাদিৰ অনুষ্ঠান কৰি দেৱতাবিলাকক পূজা কৰি মৰণৰ পাছত স্বৰ্গলোকেত অতুল সুখ ঐশ্বৰ্য্য ভোগ কৰিব, তাৰ পাছত পুণ্য ক্ষয় হলে পুনৰ সংসাৰলৈ আহি শ্ৰেষ্ঠকুলত জন্ম ধৰি বিপুল ঐশ্বৰ্য্যৰ অধিকাৰী হৈ সুখে থাকিব এনেকুৱা ৰমণীয় বেদবাক্যৰ প্ৰলোভনত জীৱবিলাকে সংসাৰত দৃঢ়ভাৱে আসক্ত হয়, সিহঁতৰ মনত ভগৱানে অলপো ঠাই নেপায়।

ভাগৱতত জীৱহিংসা কৰি দেৱহিংসা কৰি দেৱদেৱীৰ উদ্দেশ্যে কৰা যজ্ঞাদি ক্ৰিয়াৰ এনে প্ৰকাৰ নিন্দা স্পষ্টভাৱে থকাতো ভাগৱত অৱলম্বণ কৰি ধৰ্ম্মশিক্ষা দিয়া কোনো কোনো অসমীয়া বৈষ্ণৱ গুৰুৱে কেনেকৈ

শিষ্যক শাক্ত মন্ত্ৰ দি,জীৱ হিংসা কৰি, বলি কাটি, দেবদেবী পূজা কৰিবলৈ বিধি বা অনুমতি দিয়ে ইয়াকেহে বুজা টান।

শব্দব্ৰহ্ম বেদৰ প্ৰকৃত অৰ্থ নাজানি নিজ নিজ ৰুচি অনুসাৰে মায়াৰ প্ৰভাৱত ভিন ভিন লোকে শ্ৰেয়ঃ সাধনৰ বিবিধ উপায় নিৰ্ণয় কৰিছে। সেইদেখি ভাগৱতত কৈছে ঃ—

"মন্মায়া মোহিতধিয় ঃ পুৰুসা পুৰুষৰ্ষভ।
শ্ৰেয়ো বদন্ত্যনেকান্তং যথা কৰ্ম্ম যথা ৰুচি॥"

ঐশ্বৰ্য্যকামী মীমাংসক পণ্ডিতসকলে বুধি দিয়ে "স্বৰ্গ কামো যজেত।" কোনো কোনোৱে অণিমাদি আঠ প্ৰকাৰ ঐশ্বৰ্য্যলাভ কৰাকে শ্ৰেষ্ঠ সাধন বুলি মানে। কোনোৱে কাম স্ত্ৰী সম্ভোগ আদিকে জীৱনৰ ঘাই কৰ্ম্ম বুলি মানে। কোনো কোনো দেহাত্মবাদী নাস্তিকৰ মতে "ভস্মীভূতস্য দেহস্য পুনৰাগমনং কুতঃ। তস্মাৎ সৰ্ব্ব প্ৰযত্মেন ঋণং কৃতং ঘৃতং পিবেত॥" অৰ্থাৎ " ।　　" প্ৰকৃততে কিন্তু ক্ষণস্থায়ী সামান্য সুখৰ কামনা নকৰি নিত্যানন্দক বিচৰাই একমাত্ৰ কৰ্ত্তব্য। ভক্তি নহলে নিত্যানন্দ ভগবানক লাভ কৰা নাযায়। ভগবদ্ভক্তি হলে জীৱৰ একোৰে অভাৱ নেথাকে। লৌকিক বিষয় সম্ভোগলৈ বৈৰাগ্য হলেও ভক্তৰ নিত্য অলোকিক সম্ভোগ হয়। অণিমাদি ঐশ্বৰ্য্য ভক্ত সাধকৰ পিছে পিছে ফুৰে। এয়ে গীতাৰো উপদেশৰ মৰ্ম্ম। ভাগৱত আৰু গীতা দুয়োখনি গ্ৰন্থতে ভক্তিযোগৰ প্ৰাধান্য দেখুৱা হৈছে ; সেইবাবে এই দুইখনিয়েই বৈষ্ণৱ সমাজৰ ধৰ্ম্মৰ মূল ভেটি।

ভাগৱত ধৰ্ম্ম বা ভাগৱতী ধৰ্ম্ম কি এই বুলি নিমি ৰাজাই প্ৰশ্ন কৰাত নৱসিদ্ধৰ জ্যৈষ্ঠজন কবিয়ে ৰাজাক উত্তৰ দিছে ঃ—

"কায়েন বাচা মনসেন্দ্ৰিয়ৈৰ্ব্বা বুদ্ধ্যাত্মনা বানুসৃত স্বভাবাৎ।
কৰোতি যদ্‌যৎ সকলং পৰস্মৈ নাৰায়ণায়েতি সমৰ্পয়েত্তৎ।।
ভয়ং দ্বিতীয়াভি নিবেশতঃ স্যাদীশাদপেতস্য বিপৰ্য্যয়োহস্মৃতিঃ।
তৎ কৰ্ম্ম সংকল্প বিকল্পকং মনো বুধো নিৰুদ্ধ্যাদভয়ং ততঃস্যাৎ।।
শৃণ্বন্ সুভদ্ৰাণি ৰথাঙ্গপাণে জন্মানি কৰ্ম্মাণি চ যানি লোকে।
গীতানি নামানি তদৰ্থকানি গায়ন বিলজ্জো বিচৰেদসঙ্গঃ।।

দেহ , বাক্য, মন, ইন্দ্ৰিয়, বুদ্ধি, চিত্ত, নিজ সংস্কাৰ বা স্বভাৱ অনুসাৰে যি যি কৰ্ম্ম কৰা হয় সকলো সেই পৰাৎপৰ পৰমেশ্বৰক সমৰ্পণ কৰা উচিত। ঈশ্বৰবিমুখ লোকবিলাকে আত্মভাব পাহৰি দেহাদি নশ্বৰ বস্তুত আসক্তি কৰে আৰু সেই বাবেই নানা প্ৰকাৰ শোক মোহ আদিৰপৰা ভয় পায়। এতেকে যাৰ মায়াৰ গুণত এনে হয় সেই পৰমেশ্বৰকে বুদ্ধিমানবিলাকে সাক্ষাৎ গুৰু বুলি ভাবি অব্যভিচাৰী ভক্তিৰ দ্বাৰাই ভজনা কৰে। চক্ৰপাণি শ্ৰীহৰিৰ সৰ্ব্বপাপ নাশন, জন্ম, কৰ্ম্ম নাম গুণ গীত আদি সামাজিক লাজ এৰি কীৰ্ত্তন কৰি সাধু ভক্তবিলাকে অনাসক্ত ভাৱে সংসাৰত ফুৰে। এই ভাগৱতী ধৰ্ম্মই শঙ্কৰ, মাধব, দামোদৰৰ দ্বাৰা প্ৰচাৰিত একশৰণ নাম কীৰ্ত্তন ধৰ্ম্ম।

এই ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তে ভাগবত, গীতা, আৰু পদ্মপুৰাণৰ সহস্ৰনাম এই তিনিখনি মূল শাস্ত্ৰ অৱলম্বন কৰি মহাপুৰুষ দুজনে আৰু তেওঁলোকৰ যুগৰ কেবাজনো বৈষ্ণৱ ধৰ্ম্ম শিক্ষকে সংস্কৃত আৰু অসমীয়া ভাষাত পুথি লিখিছিল। এইবিলাক পুথিৰ ঘাইকেইখন আৰু লেখকৰ নাম যিমান দূৰ জনা যায় তলত দিয়া হল।

শ্ৰীশঙ্কৰদেৱ—ভাগৱতৰ প্ৰথম আৰু দ্বিতীয় স্কন্ধ, তৃতীয় স্কন্ধৰ অনাদিপাতন, ষষ্ঠ স্কন্ধৰ অজামিলোপাখ্যান, অষ্টম স্কন্ধ, দশম স্কন্ধৰ আগছোৱা একাদশ আৰু দ্বাদশ স্কন্ধ, নিমি নৱসিদ্ধ সংবাদ, কীৰ্ত্তন, ভক্তিপ্ৰদীপ, ভক্তিৰত্নাকৰ (সংস্কৃত, গুণমালা, ভটিমা, বৰগীত।

শ্ৰীমাধৱদেৱ—নামঘোষা, ভক্তি ৰত্নাবলী, নামমালিকা, জন্মৰহস্য, ভটিমা, বৰগীত।

শ্ৰীভট্টদেব—কথা গীতা, কথা ভাগৱত, ভক্তিবিবেক (সংস্কৃত)।

শ্ৰীসুকবিশেখৰ বা অনন্ত কন্দলী—ভাগৱতৰ শেষ দশম, ষষ্ঠ স্কন্ধৰ বৃত্ৰাসুৰ বধ, সহস্ৰনাম বৃত্তান্তৰ পদ কীৰ্ত্তন পুথি ভুক্ত), শৰণ সংহিতা (সংস্কৃত)।

শ্ৰীগোবিন্দ মিশ্ৰ—গীতাৰ পদ, ভক্তি বিবেকৰ পদ।

শ্ৰীকবিচন্দ্ৰ মিশ্ৰ—হৰিকীৰ্ত্তন গৌৰব (সংস্কৃত)।

শ্ৰীৰামচৰণ ঠাকুৰ—ভক্তি ৰত্নাকৰৰ পদ।

শ্ৰীভাগৱত মিশ্ৰ—সাত্বত তন্ত্ৰৰ পদ।

শ্ৰীসাৰ্ব্বভৌম ভট্টাচাৰ্য্য—পদ্মপুৰাণ স্বৰ্গখণ্ড ৰহস্যৰ পদ।

শ্ৰীৰাম—ভক্তি চন্দ্ৰ মালা।

এই তালিকাত ৰামায়ণ, মহাভাৰত আৰু নাট আদি ধৰা হোৱা নাই। চাবলৈ গলে এই যুগৰ অসমীয়া সাহিত্যই এই নামকীৰ্ত্তন ধৰ্ম্মমূলক।

মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত সম্পৰ্কে আমাৰ সামান্য বুদ্ধিৰ দ্বাৰা যি বুজা হৈছে তাক সংক্ষেপ ভাৱে এইকেটি প্ৰবন্ধত লিখা হল। সকলো আৱশ্যকীয় কথাৰ উল্লেখ হৈছে বুলি আমি সাহকৈ কব নোৱাৰোঁ। কোনো দোষ দেখিলে পাঠকসকলে নিজগুণে আমাক ক্ষমা কৰিব। আমাৰ বিশ্বাসমতে এই প্ৰবন্ধত যি ধৰ্ম্মমতৰ সংক্ষেপ মৰ্ম্ম লিখা হল সেই ধৰ্ম্মমত অসমীয়া বৈষ্ণৱ সাধাৰণৰে ধৰ্ম্মমত বুলিলে একো ভুল নহয়। কাৰণ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বাহিৰে আসামৰ আন জন ঘাই ধৰ্ম্ম প্ৰবৰ্ত্তক দামোদৰ দেৱৰ প্ৰচাৰিত ধৰ্ম্মও এয়ে আছিল। দামোদৰ দেৱেও একশৰণ নাম-কীৰ্ত্তন ধৰ্ম্মকে লোকক শিক্ষা দিছিল। তেওঁ নিজে লিখা কোনো পুথি নাথাকিলেও তেওঁৰ চৰিত্ৰ লিখক ৰামৰায় আৰু তেওঁৰ প্ৰধান আৰু প্ৰিয় শিষ্য ভট্টদেৱৰ পুথি চালে এই বিষয়ে কৰো সংশয় থাকিব নেলাগে। দামোদৰ দেৱৰ পৰবৰ্ত্তী সময়ত কোনো কোনো বৈষ্ণৱ ব্ৰাহ্মণ আচাৰ্য্যই তান্ত্ৰিক ধৰ্ম্ম শিক্ষা দিবলৈ আৰম্ভ কৰাৰ বিশেষ কাৰণ আছিল। বিদেশী শান্তিপুৰীয়া ভট্টাচাৰ্য্যৰ ঘৰে ৰজাক আৰু লাহে লাহে তেওঁৰ ঘাই অমাত্যসকলক শিষ্য কৰা দেখিয়েই যে উজনীয়া দামোদৰ পন্থী কোনো কোনো গোসাঁইয়ে পূৰ্ব্বৰ নিয়ম লৰচৰ কৰি ধৰ্ম্মশিক্ষা সময় উপযোগী বা পাত্ৰ উপযোগী কৰিবলৈ চেষ্টা কৰিছিল এই কথা সহজে বুজিব পাৰি। অনুমান তেতিয়াৰপৰাই এওঁলোকে শাক্তক শাক্ত মন্ত্ৰ আৰু বৈষ্ণৱক বৈষ্ণৱ মন্ত্ৰ দিবলৈ ধৰে। বোধ কৰোঁ তেনে কৰাৰ বাবেই তেওঁলোক ৰাজানুগ্ৰহত বিশেষ মান্যৱন্ত আৰু আঢ্যৱন্ত হৈছিল। বাস্তবিক দেশীয় আৰু জাতীয় ভাৱৰপৰা বিবেচনা কৰি চালে তেওঁলোকে এনে নীতি অৱলম্বন নকৰা হলে কিজানি আজিকালি আমি অধিক ভাগ গণ্যমান্য অসমীয়া মানুহৰ ওপৰত বিদেশী বঙ্গালী ধৰ্ম্মগুৰুৰ হে আধিপত্য দেখিলোহেঁতেন। কিন্তু সেই বুলি এইসকল পৰবৰ্ত্তী আচাৰ্য্যই শিক্ষা দিয়া পৰিবৰ্ত্তিত ধৰ্ম্মমতেই যে মূলত দামোদৰ দেৱৰ ধৰ্ম্মমতআছিল এনে স্থিৰ কৰা আমাৰ বিশ্বাসেৰে ভুল। শঙ্কৰ, মাধৱৰ নিচিনাকৈ দামোদৰ দেৱেও কোচ ৰজাৰ সভাত নিৰ্ভয় ভাৱে একশৰণ নাম-কীৰ্ত্তন ধৰ্ম্মৰ গৌৰব ৰক্ষা কৰিছিল। কোচ ৰজাই দামোদৰ দেৱক দুৰ্গাপূজা, গঙ্গাস্নান, যাগ যোগ ব্ৰত আদি এৰাৰ কাৰণ শোধাত দামোদৰদেৱে উত্তৰ দিলে ঃ—

"তীৰ্থক সেৱন দেবী উপাসন
ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সকলে সিজয়
নলাগে একো উদ্যোগ।।

* * * * * *

এতেকেসে ৰাম কৃষ্ণ নাম বিনে
নজানোহোঁ আমি আন।
কৃষ্ণৰ নামত ধৰ্ম্ম কৰ্ম্ম যত
সবাৰ আশ্ৰয় স্থান।।"

ৰামৰায় দ্বিজ কৃত গুৰুলীলা।

ইয়াকে কৈ সন্তুষ্ট নহৈ দামোদৰ দেৱে অতি দৃঢ় প্ৰতিজ্ঞ ভাৱে আকৌ ৰজাক কলে ঃ—

"পঞ্চভূত দেহা যাৱত থাকয়
তাৱত নাম নেৰিবোঁ।
ইদেহ পৰিলে যেহি যোনি পাওঁ
জন্মে জন্মে নাম লৈবোঁ।।"

যি ধৰ্ম্মবীৰৰ নামধৰ্ম্মত ইমান শ্ৰদ্ধা দৃঢ় আসক্তি আছিল তেওঁ যে সেই ধৰ্ম্মৰ বাহিৰে আন শিক্ষা লোকক দিছিল এনে মীমাংসা কৰা কিমান দূৰ সঙ্গত বুদ্ধিমনে পাঠকসকলে বিবেচনা কৰি চাব।

উপসংহাৰত আমাৰ বক্তব্য এই যে যদিও পৰবৰ্ত্তী সময়ত মহাপুৰুষীয়া, ঠাকুৰীয়া, দামোদৰী, হৰিদেৱপন্থী আদি সম্প্ৰদায় আৰু বামুণীয়া পথ, নিকা পথ, কালজাৰুপথ আদি পন্থৰ সৃষ্টি হৈ চকৰিৰ ভিতৰতচকৰি

হৈছিল, আদিতে মূল ধৰ্ম্মমত কিন্তু এটিহে আছিল। সেই বাবে এতিয়াও সেই মূল ধৰ্ম্মৰত ধৰি ভিতৰৰ অনাৱশ্যক চকৰিবিলাক গুচাই বাহিৰৰ বাই চকৰি ৰাখি তাক ঘঁহি পিহি উজ্জ্বল কৰি তাৰ মাজত সকলো অসমীয়া বৈষ্ণৱ সোমালেই দেশৰ মঙ্গল হয় আৰু মূল ধৰ্ম্ম প্ৰবৰ্ত্তক মহাপুৰুষসকলৰ গৌৰৱ ৰক্ষা কৰা হয়। সকলো চিন্তাশীল অসমীয়াই এই বিষয়ে নিজ কৰ্ত্তব্য বুজি কাম কৰিব এয়ে আমাৰ আশা। এইটো সকলোৱেই মনত ৰাখিব লাগে যে পৰমেশ্বৰৰ বিশেষ কৃপা আৰু আমাৰ পৰম ভাগ্যগুণেহে এনে বিশুদ্ধ ঈশ্বৰমুখী উদাৰ সত্য ধৰ্ম্ম আমাৰ দেশত মহাপুৰুষসকলৰ দ্বাৰা প্ৰবৰ্ত্তিত হৈছিল। ইতি।

# সুমৰণ।

বিতোপন দেশ, সুখৰ ৰাজ্য, আনন্দৰ অময়া পুৰী। এই দেশত মোৰ ঘৰ। ইয়াত বিষাদ নাই , বিকাৰ নাই , নিকাৰ নাই , আশা নাই , দুৰাশা নাই , কামনা নাই আৰু নাই ইয়াত আন্ধাৰ। মোৰ দেশত সূৰ্য্য নাই , তেওঁ সদায় ফৰকাল, সদায় পোহৰ ; চন্দ্ৰ নাই , তেওঁ জোনাক ; মলয়া নাই , দেওঁ জুৰ ; ফুল নাই , তেওঁ গোন্ধত আমোলমোল। মোৰ দেশত কোনো ঠাই দূৰৈ নহয়, কোনো ঠাই ওচৰ নহয়, সকলো বস্তু সকলো ঠাইতে সদায় আছে। ইয়াত আজি নাই , কালি নাই বা পৰশুই নাই। ইয়াত সদায় আজি, অনন্ত আজি। ইয়াত কালৰ বান্ধন বা দেশৰ জেওৰা নাই। ইয়াত সকলো প্ৰাণী সকলো ঠাইতে আছে , আৰু সদায় আছে। এই বিচিত্ৰ দেশত মোৰ ঘৰ। ই বিষাদবিবৰ্জ্জিত দেশ। ইয়াৰ ভাষাত বিষাদ কথা নাই , ইয়াৰ প্ৰাণীবিলাকে বিষাদ কি নাজানে, ইহঁতৰ বিষাদৰ ধাৰণা নাই। এই দেশত মোৰ চৌদ্ধ পুৰুষীয়া খিলঞ্জি ঘৰ। ইয়াত মোৰ পিতা, পিতামহ , প্ৰপিতামহ , প্ৰপিতমাহৰ প্ৰপিতামহ , আৰু তেওঁৰ প্ৰপিতামহ বাস কৰিছিল। ময়ো ইয়াত বাস কৰিছিলোঁ। ইয়াত মই আনন্দময় আছিলোঁ। ইয়াত মই স্থিতি চেতনা আৰু আনন্দ এই তিনি বস্তুৰ সমষ্টি আছিলোঁ, এই তিনিৰ বাহিৰে মোত আন বস্তু নাছিল। মোৰ শৰীৰৰ ভাৰ নাছিল, শৰীৰ বতাহ যেন পাতল আছিল। মই গোটাই দেশ জিন আছিলোঁ। পানী যেনে পুখুৰী ভৰি থাকে, বতাহ যেনে দেশ ভৰি থাকে, সেই দৰে ময়ো দেশ ভৰি আছিলোঁ। মোৰ ইচ্ছাময় দেশ,ইচ্ছাত সকলো হয়, সকলো জন্মে, আৰু সকলো নোহোৱাও হয়। এই বিনন্দীয়া দেশত মোৰ ঘৰ, এইআপুৰুগীয়া ঠাঁইত মোৰ বাস, ইয়াতে মোৰ বিনন্দ বিলাস গৃহস্থালি আছিল।

এদিন হঠাৎ বিকাৰ, হঠাৎ পোহৰ দেশ আন্ধাৰ হল, ফৰকাল দেশত ঘন কুৰলিয়ে দেখা দিলে। মই একো নেদেখা হলোঁ। দেশ ভৰি থকা মই কোচ খাই সৰু হলোঁ, এটি খুদ বা অণু বা পৰমাণু যেন হলোঁ। নহয়, তাতোকৈ সৰু হলোঁ, ইমান সৰু হলোঁ যে মই কথাৰে প্ৰকাশ কৰি নোৱাৰোঁ। মুঠতে কব লাগিলে মই বিভাগবিবৰ্জ্জিত বা অবিভাজ্য হলোঁ। মোৰ স্থিতি চেতনা আৰু আনন্দ তিনিও সেই সৰু বস্তুত সোমাল। তাৰ পাছে কি হল আৰু মই কব নোৱাৰোঁ, আৰু আছিলোঁ নে নাছিলোঁ মোৰ মনত নাই। মোৰ জ্ঞান হেৰাল।

মই আকৌ হঠাৎ সাৰ পালোঁ। মই এতিয়া সেই দেশত নাই। এতিয়া যত আছো ই ভিন দেশ ই দেশ নহয়, বিদেশ, ইয়াত মোৰ দেশৰ একো নাই , ইয়াত সকলো ভিন, এনে ভিন যে তুলনা দিব নোৱৰি। ই সৰু দেশ, ইমান সৰু যে ইয়াত মোৰ দেশৰ এচুকো নভৰে। ইয়াত সদায় পোহৰ নাথাকে, মাজে মাজে আন্ধাৰ হয়। বিষাদ ইয়াৰ খিলঞ্জি অধিবাসী, আনন্দ ওপঙতীয়া। বিষাদ ইয়াৰ গিৰিহঁত, আনন্দ আলহি , এই আছে, এই নাই। ইয়াত দেশ আৰু কালৰ অখণ্ড প্ৰতাপ। ইয়াত জীৱনৰ বাধা বিঘিনি বহুত, জীৱৰ শত্ৰু অলেখ। মই সাৰ পাই পোন প্ৰথমে দেখিলোঁ পোহৰ। 'সাৰ পাই' বুলিলোঁ হয়, কিন্তু দৰাচলপক্ষত সি সাৰ পোৱা নহয়, কিয়নো, তেতিয়া মোৰ আগৰ জ্ঞান নাছিল, মই কোন, কৰ, কেনেকৈ ইয়াত আহি ওলালোঁ একো কব নোৱাৰিছিলোঁ। সি যেইবা নহওক, মই জয়জয়তে পোহৰ দেখিলোঁ আৰু কিবাকিবি দেখিলো মনত নাই, বা

যি দেখিলো তেতিয়া বুজিব নোৱাৰিলোঁ ; কেৱল মনত পৰে, মই যেন কিহবাৰ মাজত, কিহবাৰ তাত বন্ধ হৈ আছোঁ। এই দৰে কিছু কাল যোৱাৰ পাছত বুজিলোঁ যে মই পৃথিৱীত। এওঁ মোৰ আই, এওঁ বোপাই। এওঁলোকে মোক খুৱাই ধুৱাই লালি পালি ডাঙৰ কৰিব ; আৰু বুজিলোঁ যে এই মোৰ ঘৰ, এই মোৰ দেশ, ইয়াতে চিৰকাল বাস কৰিব লাগিব। এই জ্ঞান বান্ধি লৈ জীৱনৰ পথত "ৰাওণা" হলোঁ। কিছুমান দিন গল ময়ো জীৱন-পথত কিছুমান আগুৱালোঁ। এদিন আই বোলা জনা হঠাৎ দীঘল হৈ পৰিল, উঠিব নোৱৰা হল। বোপাই বোলাজনে কান্দিলে, আৰু ওচৰ-চুবুৰীয়াবিলাকে আই বোলাজনাক পৰি থকা ঠাইৰপৰা তুলি নি কত বা থৈ আহিল ; কলৈ নিলে, কত থলে মই কব নোৱৰিলোঁ, কিন্তু তেওঁ আৰু দুনাই উলটি নাহিল। বোপাই বোলাজনেই মোক পতিপাল কৰিবলৈ ধৰিলে। আইৰ কথা সুধিলে তেওঁ কয় বোলে তোৰ আয়েৰ মৰিল, তেৰোঁ হেনো কেতিয়াবা এদিন মৰিব। এই কথা শুনি মোৰ মূৰ্দ্ধাছুট হল, মূৰ আচন্দ্ৰায় কৰিবলৈ ধৰিলে ; ভয় হল যে বোপাইও যদি এইদৰে মৰে তেন্তে মোৰ গতি কি হব। কিছুমান দিন গলত মই আইৰ কথা পাহৰিলোঁ। বোপাইৰ আবদালত জীৱন-পথত আৰু কিছু আগ বাঢ়িলোঁ। তেতিয়া বোপায়ে মোক জ্ঞান আৰ্জ্জিবলৈ কলে, আৰু কলে যে জ্ঞান জীৱন-পথৰ বন্তি ; তেলৰ বন্তি নহলে যেনে আন্ধাৰ বাটত যাবলৈ টান, জ্ঞানৰ বন্তি নহলেও জীৱনৰ বাটত যাবলৈ টান। তেওঁ আৰু কলে যে বিদ্যাইহে জ্ঞান দিয়ে, এতেকে পোন প্ৰথমে বিদ্যা আৰ্জ্জিব লাগে। এই কথা শুনি মই বিদ্যা শিকিবলৈ ধৰিলোঁ। মানুহে মোৰ বুদ্ধি চোকা বুলি কৈছিল। কিছুমান দিনৰ ভিতৰতে মই বিদ্যাত পৈণত হৈ উঠিলোঁ। এই সময়তে বোপাই বোলা জনো মৰিল। তেওঁ আই মৰা দৰে মৰিল, অৰ্থাৎ এদিন তেঁৰোঁ দীঘল হৈ পৰিল, মাত-বোল এৰিলে, আৰু হাত ভৰিৰ লৰচৰ নোহোৱা হল। ওচৰ-চুবুৰীয়াবিলাক আহি তেওঁক তুলি লৈ গল, ময়ো লগত গলোঁ। আমাৰ ঘৰৰ দক্ষিণ ফালে মৰিশালি, আমি তাতে তেওঁক পুৰি থৈ আহিলোঁ। বোপাই মৰাৰ পাছত মই বুজিব পাৰিলোঁ যে আই-বোপাইৰ দৰে পৃথিৱীৰ সকলো মানুহ মৰে, অকল মানুহ নহয়, সকলো প্ৰাণী মৰে, ময়ো এদিন মৰিম, প্ৰাণীবিলাক পৃথিৱীত সদায় নাথাকে, কিছুমান দিন থাকি কৰবালৈ যায়।

বোপাই মৰিবৰ দিন ধৰি মই জীৱন-পথত অকলশৰে চলি আছোঁ, আজি বহুত দিন চলি আছোঁ। বিদ্যা বুদ্ধিৰ গুণত মোৰ সাংসাৰিক সুখৰ আহিলা বহুত গোট খাইছে। মোৰ একোৰে নাটনি নাই। মই পৰম সুখত আছোঁ। বহুত বাট গলে মানুহৰ পাছলৈ উলটি চাবৰ মন যায় ; মোৰো মন যায়। মই জীৱনৰ বাটতো মাজে মাজে উলটি চাওঁ, চালে দেখোঁ যে মোৰ পাছত বহুত প্ৰাণী আহিব লাগিছে। জীৱনৰ বাটত বহুত সন্ধি আছে। মই কৌশলেৰে সেই সন্ধিবিলাকৰ হাত এৰাই সুকলমে আহিছোঁ। কিন্তু মোৰ পাছত অহাবিলাকৰ ভিতৰত দুই চাৰি জন সন্ধিত পৰিছে আৰু নিকাৰ ভুঞ্জিছে। উলটি চালে আৰু দেখা পাওঁ যে সন্ধিৰ ঠাইবিলাক গুপ্ত ঠাই, সহজতে দেখা পোৱা নাযায়। এতিয়া জানিব পাৰিছোঁ যে বাটত মোৰো বহুত ভুল হৈছে। বাটত মোৰ যি কষ্ট হল সি কেৱল সেই ভুলবোৰৰ নিমিত্তে, আৰু ভুলবোৰৰ ফলাফল এতিয়াও মোৰ জীৱনত আছে। মই মাজে মাজে ইয়াৰ আগেয়েও বাট উলটি চাইছিলোঁ আৰু বাটৰ ভুল দেখিছিলোঁ, বাকী বাটত কিছুমান ভুল শুধৰালোঁ কিন্তু সকলোবোৰ শুধৰাব নোৱাৰিলোঁ। কিছুমান ভুল ক্ষন্তেকীয়া, সিহঁতৰ ফলাফল তেতিয়াই উপজি তেতিয়াই মাৰ গল ; কিন্তু কিছুমান যুগমীয়া, সিহঁতৰ ফলাফলে জীৱনৰ সাঁফি লৰাই দিয়ে,বাকী জীৱনৰ গতি আন এফালে পোনাই দিয়ে। মই যত উঠিব লাগিছিল বা উঠিব খুজিছিলোঁ বাটৰ ভুলৰ নিমিত্তে তাত উঠিব নোৱাৰি আন ঠাইত উঠিছোঁ। মোৰ আগত যোৱা কিছুমান মানুহে বাটত তেনেবিলাক ভুল কৰা নাছিল, সেইদেখি তেওঁলোক ভাল ঠাইত উঠিছে। বাটৰ ভুলবোৰৰ নিমিত্তে মোৰ এতিয়া মাজে মাজে অনুতাপ অনুশোচ হয়, কিন্তু হলে কি হব। সেই ভুল শুধৰণিৰ বাজ। জীৱনৰ বাকী পথ ডোখৰত আৰু তেনে ডাঙৰ ভুল নহলেই ৰক্ষা। আন কিছুমানতকৈ যে মোৰ ভুল কম হৈছিল ই নিশ্চয়, কিয়নো, মই সিহঁততকৈ সুখেৰে আছোঁ। বাটৰ ভুল এতিয়াও এটাইবিলাক দেখা পাইছোঁ নে নাই মই ভালকৈ বুজিব পৰা নাই। বোধ কৰোঁ এটা ভুল কতবা লুকাই আছে। মনত তাৰ ফলৰ গন্ধ পাওঁ, কিন্তু ভুলটো ধৰিব নোৱাৰোঁ। বোপাই মৰিবৰ দিনা

কিহবাই মোৰ মনত এটা খুন্দা মাৰিছিল বা চিকোট মাৰিছিল। সেই খুন্দা বা চিকোটৰ বিষ এতিয়াও মাজে মাজে উক্ দিয়ে। কিহে খুন্দিয়ালে,কিহে চিকুটিলে মই ভাবি চিন্তি উলিয়াব পৰা নাই, উলিয়াব পাৰিলে এই ভুলটো সংশোধন হলহেঁতেন। অথবা এইটো মোৰ ভুল নহয়, মনুষ্যজাতিৰ বা জীৱজাতিৰ ভুল বা প্ৰকৃতিৰ গুপ্ত কথা। সি যেই বা নহওক, ইয়াৰ ফল বেয়া। ই গোটাইটো জীৱনৰ অমৃত ধাৰাৰ মাজত এটা গৰলৰ ধাৰাৰ নিচিনা সমানে বৈ গৈছে। ইয়াৰ নিমিত্তে সুখীয়া জীৱনত দুখ, শান্তিময় জীৱনত অশান্তি হৈছে। হাঁয়! কোনে কৈ দিব, মই কৰপৰা আহিলোঁ, কলৈ যাম? কোনে কৈ দিব, শেষ কত? ইয়াত নে আৰু কৰবাত? কোনে কৈ দিব, মৰণ কি? নিৰ্ব্বিকাৰ লোক নে কলেৱৰ সলনি মাথোন? এই উগুল-থুগুলনি কেতিয়া মৰিব? কেতিয়া জীৱনৰপৰা এই সন্দেহৰ ভাবৰ আঁতৰ হব? এই ভুল কেতিয়া গুচিব?

এদিন শাওণ মহীয়া কালত, বৰ জহত, দিনমানটো মানুহ চট্‌ফটাই আছিল। কোনোৱে আঁহতগছৰ তলত, কোনৱে বা বৰগছৰ তলত বহি বিচনীৰে সখি বান্ধি খন্তেকীয়া জুৰণি লৈ গধূলি কেতিয়া হয় ভাবি আছিল। যেইবেলি হালি গৈ পাটৰ ওচৰ চাপিল, সকলোৱে বিচনী আছাৰি পেলাই, কেনোৱে ঘৰৰপৰা কেনোৱে গছৰ তলৰপৰা ব্ৰহ্মপুত্ৰৰ ফাললৈ বাট ললে। ময়ো মোৰ সাতাম পুৰুষীয়া বকুলগছৰ তলত বহি দিনটো কটালোঁ, এতিয়া গধূলি হোৱা দেখি ব্ৰহ্মপুত্ৰৰ জল-বা লবৰ মনেৰে নৈৰ দাঁতিলৈ গলোঁ। এই খণ্ড ব্ৰহ্মপুত্ৰৰ দুয়ো দাঁতিয়ে পৰ্ব্বত, কেনো খন ওখ, কেনো খন চাপৰ। নৈৰ মাজতো দুই এটা টিলা আছে হে। নৈৰ পাৰৰ এটা টিলাত এখনি দেৱালয়। টিলাৰ টিঙত দেৱালয়ৰ মঠ মন্দিৰ, তলেদি অৰ্থাৎ ঠেঙেদি ব্ৰহ্মপুত্ৰ বৈ গৈছে। মই সেই দেৱালয়লৈ গলোঁ। শাওণৰ লুইত ভৰপুৰ, পানী দোকোলটকা, পানীৰ বেগ দেখিলে ভয় লাগে। অসীম অসংখ্য ইকৰা খাগৰিৰ জাঁজি লৈ মহাবলী ব্ৰহ্মপুত্ৰ যেনে ফোত্‌কাৰে হুঙ্কাৰ ছাৰি পাছলৈ নোচোৱাকৈ যাব লাগিছে। কোনো কোনো ঠাইত শিলত পানী পৰি হুলস্থূল লাগিছে। দেৱালয়ৰ অৱস্থা এতিয়া জীৰ্ণ, নাটমন্দিৰ, জগমোহন কোনবা কালতে ভাগি গৈছে। নাটমন্দিৰৰ পকা ভেটিটো মাথোন আছে, আৰু দেৱতাৰ আচল মন্দিৰটো আছে। ভাগি যোৱা ঘৰৰ ইটা আৰু শিলবোৰ চাৰিওফালে লাংলাং থাং থাং হৈ পৰি আছে, যেন কোনবা ভীম পৰাক্ৰমী দৈত্যই সকলোকে ভাঙি ছিঙি দলিয়াই পেলাইছে। ই কালদৈত্যৰ কুকীৰ্ত্তি। দেৱালয়ৰ চাৰিও মেৰে ইটাৰ গড়, পুৰীৰ ভিতৰত সোমালে বাজৰপৰা কেওঁ দেখা নাপায়। নাটমন্দিৰৰ পকা ভেটিৰ এচুকে এটা সুন্দৰ মিমজ চাৰি চুকীয়া শিল পৰি আছে। মই সেই শিলটোতে বহিলোঁ। তাৰ পশ্চিমৰ ফাললৈ চালে লুইতৰ এডোখৰ দীগ্‌জল দেখা যায়, বোধ হয় যেন নৈখন পশ্চিমে গৈ মেঘত লাগিছে, আৰু যেন সি ফাললৈ যাব নোৱাৰি পৃথিবী ফালি তাৰ তললৈ সোমাই গৈছে।

এতিয়া বেলি পাটত বহিছে। কিত অপৰূপ পয়োভৰ। কোন ৰজা, কোন সম্ৰাট, কোন কালত এনেকুৱা পয়োভৰেৰে পাটত বহিছিল? নানানবিধ মৰি মুক্তাৰে সজোৱা হেঙ্গুলীয়া সিংহাসন, তাতে সূৰ্য্যদেৱ নিজৰ জেউতিৰে পশ্চিম আকাশ উজ্জ্বল কৰি বহি আছে। তেওঁৰ চাৰিওফালে অসংখ্যাত মেঘ-সেনাই ৰঙা হালধীয়া চিত্ৰ বিচিত্ৰ সাজ পিন্ধি তেওঁক আবৰি আছে। মলয়াই চামৰী বাৰে তেওঁক আৰু জগতক শীতল কৰিছে। ইফালে নানা বৰণীয়া নানা জাতি চৰায়ে নানা সুৰেৰে গীত জুৰি দি জগত আনন্দময় কৰিছে। ব্ৰহ্মপুত্ৰই মিনতি ভাৱেৰে সূৰ্য্যদেৱৰ চৰণত সেৱা জনাইছে। কি আচৰিত দৃশ্য! মই সেই চাৰি চুকীয়া শিলটোত অকলৈ বহি এইবিলাক দেখি শুনি বিমোৰ হৈ আছোঁ। এবাৰ দেৱালয়খনৰ কথা মনত পৰিছে, আৰু বোধ হৈছে,— হাঁয়! এই দেৱালয়ৰ অৱস্থা এদিন কেনে ৰবৈয়া আছিল, আৰু এতিয়া কেনে হৈছে! যি দিন ৰজাই এই বিতোপন পুৰি সাজি উলিয়াই প্ৰতিষ্ঠা কৰিছিল, সেই দিনা কি হুলস্থূল নহৈছিল। সেইদিনা গোটাই নগৰত দল্‌দোপ হেন্দোল্‌দোপ লাগি গৈছিল। দেৱালয় পাতিবৰ আজি পাচ শ বছৰতকৈও বেছি হৈছে, তেওঁ আজি মই, প্ৰতিষ্ঠা কৰা দিনৰ সমাৰোহটো গোটাই দেখিলোঁ। মই তাত বৰফুকনক দেখিলোঁ, তেওঁৰ লগত বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই আদি ৰজাৰ বৰ বৰ বিষয়াসকলক দেখিলোঁ ঢুলীয়া খুলীয়া দেখিলোঁ, ভাৱৰীয়া আৰু ৰং চাবলৈ অহা চিত্ৰবিচিত্ৰ সাজ পিন্ধা অসংখ্য নৰ নাৰী দেখিলোঁ, আৰু দেখিলোঁ, আৰু দেখিলোঁ অলেখ বামুণ,

অলেখ নৈবেদ্যৰ শৰাই। এফালে হোমৰ জুই, এফালে ধুপ চন্দনৰ গোন্ধ, এফালে গায়নৰ গীতৰ ধ্বনি, আৰু এফালে বায়নৰ ললিত বাজনা, এই সকলোবিলাক মই দিঠকতে দেখিলোঁ, যেন সেই দিনাহে মোৰ আগতে দেৱালয় প্ৰতিষ্ঠা কৰা হল। আৰু এবাৰ মনত পৰিল ব্ৰহ্মপুত্ৰ। এই নৈখন যে কিমান কালৰপৰা এইদৰে বৈ আছে কোনে কৈ দিব? ইয়াৰ পাৰতে নৰকৰ ৰাজ্য উদ্ভৱ হৈ লয় পালে। ইয়াৰ পাৰতেই ভগদত্ত ৰজাই প্ৰবল প্ৰতাপ দেখুৱাইছিল। এতিয়া সকলো হৰিত হল। এইবিলাক ভাৱনাত পৰি মন উগুল-থুগুল লাগি আছিল। মাজে মাজে ওপৰেদি ভাটৌৰ জাক বগলিৰ জাক নানা ৰকম শব্দ কৰি আকাশ ঢাকি উৰি গৈছে। এবাৰ চাৰি হাজাৰমান হাঁহ সেইদৰে উৰি গল। এতিয়া সূৰ্য্য পাটত নাই, পাট এৰি ঘৰলৈ গল। মেঘমালাবিলাক দহোদিশে গল। এতিয়া উজ্জ্বল পশ্চিম আকাশ দেবালয়খনিৰ দৰে মলিয়ন অৱস্থাত পৰিল। পূবৰপৰা আন্ধাৰ ওলাই এতিয়া জগতখন এফালৰপৰা ছাই আহিব লাগিছে। দিনত জহে পুৰি থোৱা গাত গধূলিৰ জল-বা লাগি মই কলাঘুমটীয়া হৈ আছোঁ। হেন সময়তে ওপৰৰ ফালে "তই কোন, তই কৰ?" বুলি এটা শব্দ শুনিলোঁ; শুনি মূৰ তুলি চাওঁ যে এটা ৰাজহাঁহ অকলশৰে উৰি যাব লাগিছে, আৰু শব্দটো হাঁহটোৰপৰা আহিছে। মই পুনৰ প্ৰশ্নটো শুনিলোঁ। এইবাৰ প্ৰশ্ন শুনা মাত্ৰই ব্ৰহ্মপুত্ৰৰ দুই দাঁতিৰ পৰ্ব্বতবিলাক পৃথিবী প্ৰদক্ষিণ কৰি ঘূৰিবলৈ ধৰিলে, নৈখনৰো পশ্চিম আগটো মাটিৰ তলৰ পৰা দাং খাই আকাশলৈ মুখ কৰিলে। পাছে পৰ্ব্বত নৈ সকলো একেতিলে অন্তৰ্দ্ধান হল, আৰু মই গৈ কতবা এখন নতুন দেশত ওলালোঁ। সেই দেশত ওলোৱা মাত্ৰই মোৰ পূৰ্ব্বৰ কথা সকলো মনত পৰিল। সমাজিকৰপৰা জাগিলে যেনে সমাজিকৰ ভুল চাঁৎকৰে ভাগে আৰু নিজৰ সংসাৰৰ আচল কথাবোৰ ফট্‌ফটীয়াকৈ দেখা যায়, নতুন দেশখনত ওলাই মইও সেইদৰে সমাজিকৰপৰা সাৰ পোৱা যেন পালোঁ, আৰু মোৰ পূৰ্ব্বৰ জীৱনী গোটাই ফট্‌ফটীয়াকৈ মনত পৰিল। মনত পৰিল যে নতুন দেশখনহে মোৰ আচল পুৰণি দেশ। মই তাত কেনেকৈ আছিলোঁ, তাত মোৰ অৱস্থা কেনে আছিল, কেনেকৈ মই আহি পৃথিৱীত ওলালোঁ, এই এটাইবিলাক কথা মনত পৰিল। তাত মোৰ আই বোপাইকো দেখিলোঁ। পূৰ্ব্বে মই যেনেকৈ তাত আছিলোঁ তেওঁলোক তেনেকৈ আছে। তেওঁলোকে মোক দেখি কলে 'ইয়াতহে তোমাৰ আচল ঘৰ। আমাৰো ঘৰ ইয়াত, কেৱল ঘটনা-সূত্ৰত বান্ধ খাই দুদিনলৈ পৃথিৱীলৈ গৈছিলোঁ। আমি ঘূৰি আহিলোঁ, কিছুমান দিনৰ পাছে তুমিও আহিবা।' তাত মই আৰু অনেক আগৰ চিনাকী মানুহ পালোঁ আৰু তেওঁলোকৰ লগত কথা হলোঁ। মই আজিলৈকে পৃথিৱীত বন্ধ হৈ থকা বাবে তেওঁলোক এটাইবিলাকে মোক পুতৌ কৰিলে। এইদৰে চাই ফুৰোঁতে আৰু কথা হওঁতে হওঁতে হঠাৎ মোৰ কিবা হল, সেই দেশখন একেতিলে নোহোৱা হল, মানুহবোৰো অন্তৰ্দ্ধান হল। তেতিয়া দেখোঁ যে দেৱালয়ত শিলটোৰ ওপৰতেই বহি আছোঁ। মোৰ চাৰিওফাল ঘোৰ আন্ধাৰ, কতো এটি প্ৰাণীও নাই, বাদুলি কিছুমান চাৰিওফালে উৰাউৰি কৰিব লাগিছে। এনেতে ঘৰিৰ মাত শুনিলোঁ, কাণ পাতি শুনো যে এঘাৰ বাজিল। মই বিস্ময় মানিলোঁ, মনত অলপ ভয়ো লাগিল। তাৰপৰা উঠি মই ঘৰলৈ আহিলোঁ, ঘৰত দেখোঁ যে সকলো খাই বৈ শুই আছে। মই এইবিলাক কথা তেতিয়া ঘৰৰ কাৰো আগত নকলোঁ, ফুৰিবলৈ যাওঁতে পলম হল বুলি কৈ দুটামান চেঁচা ভাত গিলি শুই থাকিলোঁ।

এতিয়া মোৰ ভুল ভাগিছে। হে হংসৰাজ! মই এতিয়া তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পাৰোঁ, মই কোন, মই কৰ, কব পাৰোঁ। হাঁয়! মোৰ আচল ঘৰ কেতিয়া পাম? মোৰ বিনন্দীয়া দেশ কেনেকৈ হেৰুৱালোঁ?

শ্ৰীসত্যনাথ বৰা

# গুৰুচৰিত্ৰ।

(১৮)

চুণপোৰাত ঠাইৰ আচল পাই ছয় মাহ থাকি তাৰপৰা কুমাৰকুচিলৈ গৈছে, তাতো কীৰ্ত্তনঘৰ হাটীঘৰ নিৰ্ম্মাণ কৰাই শ্ৰৱণ কীৰ্ত্তন কৰি আছে। নামঘৰৰ ওচৰত এঘৰ চঁৰাল বা হিৰা লোকৰ বসতি আছিল, সিহঁতক আঁতৰ হবলৈ কোৱাত আঁতৰি নগল। এদিন সিহঁতৰ পাতত দিয়া মাছৰ টোপোলা বিৰালীয়ে নি ভিতৰত সুমোৱাত মনত বৰ আসোৱাহ পাইছে। আৰু ৰুক্মিণী কন্যাও তাতে মৃত্যু হল; এইবোৰ কাৰণত কুমাৰকুচিত থাকিবলৈ অনিচ্ছা প্ৰকাশ কৰি এবছৰ মাথোন থাকি তাৰপৰা পাটবাউসিলৈ গল। কিন্তু ঠাকুৰ আতা পুনঃ ঘৰৰপৰা ফিৰি কুমাৰকুচিত লগ পাইছেহি।

সকলো ভকতে সহিতে ঠাই বিচাৰি এক খণ্ড জঙ্গল পাইছে, থান ফেৰা হাবি হলেও তলখন বৰ ৰম্য, তাত অনেক বৰল আছে সেইবাবে সেই ঠাইৰ নাম বৰলচুম্ব। ভকতসকলে হাবি কাটিবলৈ যোৱাত বৰলে কামোৰে, হাবিকটা বৰ কঠিন যেন ভাবি গুৰুঈশ্বৰত জনাইছে। শঙ্কৰদেৱ আগত থাকি হাবি কাটিবলৈ লগোৱাত বৰলবোৰ জাকে জাকে উড়ি গল, কোনো লোকক একো অপকাৰ নকৰিলে। জঙ্গল পৰিস্কাৰ কৰাই নামঘৰৰ ভেটি তোলাৰ নিমিত্তে কোৰৰ ছাব মৰাত শৰবন ওলাইছে; সকলো লোকে সুঘ্ৰাণ পাই আতাক দিছে। গুৰুৱে পেৰা ভৰাই ৰাখিছে। এই শৰবন বৃন্দাবনৰ আছিল; শ্ৰীকৃষ্ণে ৰুক্মিণীক ৰথত তুলি লৈ যোৱাত গুৱা ভোজন কৰোঁতে পৰিছিল সেইবাবে হে পোৱা হল। ধেনুখন্দা বিলটী গোসাঁয়ে সাৰঙ্গৰ অগ্ৰে খন্দা বিল। যেতিয়া শ্ৰীকৃষ্ণে ৰুক্মিণীক বিবাহ কৰাবলৈ বেদনিধিয়ে আনিছিল, ৰথত আহোতে বেদনিধিৰ মুৰ্চ্ছা হোৱাত ধেনুৰ আগেৰে মাটি খান্দি পানী উলিয়াই মুৰত দিয়াত সুস্থ হৈছে; সেই দিনাৰপৰা সেই বিলটীক ধেনুখন্দা বিল বোলে। পাটবাউসিত নামঘৰ মণিকুট হাটীঘৰ আৰু ভূওাসকল থকা ঘৰ সজাই সকলোকে থাকিবলৈ সুবিধা কৰাই দিছে। তাৰ পিছত সভা কৰি নামঘৰ প্ৰতিষ্ঠা কৰাই তিনি প্ৰসঙ্গৰ শ্ৰৱণ কীৰ্ত্তন কৰি আছে। এদিন নাৰায়ণ ঠাকুৰে বৈষ্ণৱসকলৰ কথা জিজ্ঞাসা কৰিছে, চতিয়াল মাজিৰ কথা শোধাত আমাৰ নহয় বুলিছে, আৰু পীতাম্বৰ কবিক গান কৰিবলৈ কোৱাত ৰুক্মিণীহৰণৰ গীত গাবলৈ আৰম্ভ কৰি "সাৰঙ্গ পাণি" এই ফাঁকি নোগোৱাত অঙ্গহীন গীত গাব নালাগে বুলি বাধা দিছে। জয়ন্তা মাধৱ নামে এজন মানুহৰ দুইজনী ভাৰ্য্যা আছিল; তেওঁ বিষয় কামত বৰ জঞ্জাল পাইছিল। অৰ্থৰ অভাৱ হেতু আন এঘৰত বন্ধা আছিল। বৰগণি দিব নোৱাৰা হেতু ঘৈণীয়েকহঁতৰ আগত কুকুৰৰ নিচিনা লাজ নাই বুলি গালি দিয়াত তাইহঁতে গিৰিয়েকত কোৱাত মৰণান্তিক কষ্ট পালে।" কিন্তু অলপ সময় তন্তি থাকি ভাবিছে—হয়তো, কুকুৰে বছৰেকত এবাৰ মাথোন ৰমণ কৰে, আমালোকৰ ইচ্ছা হলেই পাপ ভোগ কৰা হয়; অতএব মনোদুঃখ কৰাৰ কাৰণ নাই, যথাৰ্থ কথাহে কৈছে, এইবুলি প্ৰবোধ মানি চাউল সিজোৱাই ভোজন কৰিছে, সেইজন লোকক ঠাকুৰ আতাই আনি দিছে, সকলো বস্তু লাভ কৰি ভকত হৈছে। তাৰ পিছত মাধৱ, মুকুন্দ, গোপাল এই তিনি ভাইক আনি ভকত কৰাইছে।

উদাৰ গোবিন্দ নামে এজন ভকত তেওঁৰ আগৰ নাম দেবীদাস, বহু সম্পত্তিশালী লোক আছিল। দেবীৰ প্ৰধান সেৱক থকা হেতু নৰবলি দিব নোৱাৰিলে, নিজৰ তেজকে দিব লাগে, সেই কাৰণে আতৈৰ শৰীৰ নিস্তেজ; আতাই লগ পাই কথা শোধাত সমস্ত বিৱৰণ জনাইছে। গোসাঁনীৰ হাতৰ পৰা ৰক্ষা পৰিবৰ নিমিত্তে চাৰিটী খুটি দিছে, এই খুটি চাৰিটি মাৰি আঠুৱা তৰি শয়ন কৰিব; তেনেহলে তোমাৰ ওচৰলৈ যাব নোৱাৰিব। তোমাক নানা প্ৰকাৰে ছল ছলনা কৰি বাহিৰ হব দিলে নহবা। তেনেহলে তোমাক এড়ি যাব। এইদৰে শুই আছে, সপনত আহি গোসাঁনী অনেক প্ৰকাৰে কোৱাতো আঠৱাৰ বাহিৰ নহল। সুতৰাং সেই দিনৰেপৰা উদাৰৰ লগ গোসাঁনীয়ে এড়িলে। পিছ দিনা শৰণ লৈ বস্তু লাভ কৰিছে। এওঁৰ পিছত এজন গৰমলি আহি আতাৰ অনুগ্ৰহত ভকত হৈছে। তপাৰ

বলোৰাম আতৈ কুৰি টকাত বামুণৰ ঘৰত বন্ধা আছিল। হালবাই আহি এজোপা গছৰ তলত শয়ন কৰিছে। ঠাকুৰ আতাই লগ পাই শুধিছে তুমি এইভাৱে কিয় বিশ্ৰাম কৰিছা? তেওঁ কৈছে ঘৰলৈ গলে শুব নিদিয়ে। সেই কাৰণে ইয়াতে অলপ ভাগৰ মৰা হৈছে। টকা দি মোকলাই নিলে যাবানে? আতৈয়ে কৈছে অনুগ্ৰহ হলে বৰ সন্তোষৰ কথা। বামুণৰ ওচৰলৈ গৈ ধন দি খালাচ কৰি নিঁ ভকত কৰায়। চক্ৰপাণি নামে এজন ব্ৰাহ্মণ আছে; তেওঁৰ ষাঠি ঘৰ যজমান; ঠাকুৰ আতাৰ খুড়াকৰ ঘৰত এদিন ব্ৰাহ্মণক লগ পালে; তেল জাৰি আনিবলৈ গৈছিল। চক্ৰপাণিৰ আগত কৃষ্ণকথাৰ ব্যাখ্যা হৈছে। তেতিয়া বাপুৱে কৈছে নাৰায়ণ কাচ আমি কাঞ্চন অমি কাচ হলোঁ। হৰি নামৰ মহিমাত চণ্ডালো দ্বিজশ্ৰেষ্ঠ; অতএব কৃষ্ণভক্ত হোৱাই শ্ৰেয়ঃ। ব্ৰাহ্মণী শুনি খঙ্গ কৰি কৈছে; আমি কেতিয়াও ষাঠিঘৰ যজমান এড়িব নোৱাৰোঁ। আন এদিন আতাক পদুলিত লগ পাই মাতি নি আসন দি বহাই গৃহিণীৰ আভকতীয়া কথা অমুৰি কোৱাত আতাই চল পাই ব্ৰাহ্মণীক বুজাইছে। ভকতিহীন মনুষ্য পশুতো অধম; কোন যজমানে তোমালোকক তৰাব পাৰিব। এই প্ৰকাৰে নানা যুক্তি দেখুৱাই শিক্ষা দিয়াত প্ৰেমৰস অন্তৰত প্ৰবেশ কৰি কলুষিত মনক নিৰ্ম্মল কৰিলে; তেতিয়া গুৰুজনক দেখিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। ইদিকে মাধৱদেৱ বাৰাদিত মোমায়েকৰ ঘৰত আছিল। তেওঁলোক অভকতীয়া দেখি একোকে নাখায়। এদিন মাছ এজোকা আনি দিছিল, নচপালে; কাউৰীয়ে খাই মূৰবোৰ পেলাইছে; বুঢ়াদলৈয়ে দেখি গৃহিণীত শুধিছে এইবোৰ ক'ৰ মাছৰ মূৰ। তেওঁ উত্তৰ দিলে ভকত হোৱা দেখি আমালোকৰ একো নাখায়। মোমায়েকে মাধৱক কলে, তেন্তে আমাৰ ঘৰত থাকিব নালাগে। এই কথা শঙ্কৰদেৱক জনোৱাত গণককুচিত থাকিবলৈ অনুমতি কৰিছে।

গণককুচিত গণকৰ তিনিভাই আছিল, তেওঁলোক তিনি পুলিয়া কৰি এটি নতুন ঘৰ সাজি ৰাখিছে, গুৰুঈশ্বৰে বুজ পাই এটকা সোণ দি ঘৰটী কিনি দিছে। তাতে মাধৱে বসতি কৰিছে। এপুলিত ভোজন কৰে, এপুলিত শয়ন কৰে আৰু এপুলিত সময় মতে বহি বিশ্ৰাম লয়। ঠাকুৰ আতা বৰনগৰৰপৰা আহি সৈলবড়িত ঘৰ বান্ধি সুখে আছে; দুইজনে লগ লাগি পাটবাউসীলৈ আহে। আতা চক্ৰপাণি ব্ৰাহ্মণক গণককুচিলৈ আনিছে; তিনিয়োজন পাটবাউসীলৈ যোৱাত ব্ৰাহ্মণে চাৰিটী শ্লোক লিখি আনি মাধৱক অৰ্থ কৰিব দিছে। তেওঁ দহ প্ৰকাৰে ব্যাখ্যা কৰি শুনোৱাত আচৰিত হৈছে। গুৰুৰ সমুখ কৰাত ৰাম ৰাম গুৰুৰ হতুৱাই ভকত কৰাইছে। তেওঁৰ ষাঠিঘৰ যজমানো ভকত হৈছেহি।

# দক্ষিণপাটৰ দ্বিতীয় প্ৰশ্নোত্তৰ।

১ম প্ৰশ্নৰ উঃ। দক্ষিণপাট আউনীআটী সত্ৰতকৈ আগ নে পিছ, কোনজনে মহামান্য লভিলে, চৰিত্ৰ পুথিত বিচাৰ কৰিলে বুজিব পাৰি। প্ৰথমাচাৰ্য্য দামোদৰদেৱ, তেওঁৰ শিষ্য বংশীগোপাল, সেই বংশীগোপালৰে স্থাপিত কুৰুৱাবাহিসত্ৰ, তাতে বংশীগোপালদেৱৰ আশ্ৰিত অধিকাৰ হৈ বনমালীদেৱ আছিল। বেহাৰত দামোদৰদেৱৰ নিজ সত্ৰ। তাত বলোদেৱ ও পৰমানন্দদেৱ অধিকাৰ আছিল। বনমালীদেৱে শ্ৰীক্ষেত্ৰ দৰ্শনাভিলাষ মানস কৰি, কুৰুৱাবাহি সত্ৰৰ মিশ্ৰদেৱক ধৰ্ম্মগাদি অৰ্পণ কৰি ভটীয়াই গৈ বেহাৰৰ দামোদৰদেৱৰ সত্ৰ পালেগৈ। তাতে পৰস্পৰে পৰিচয় জিজ্ঞাসা কৰাত পূৰ্ব্বে দামোদৰদেৱে অন্তিম সময়ত কৈ যোৱা অৰ্থাৎ "উজানৰপৰা ছোট বনমালী নামে এজন সাধু আহিব; তেওঁক তোমালোকৰ লগত ৰাখি, তোমালোকৰ লগত ৰাখি, তোমালোকৰ শেষ কালত সেই বনমালীক এই সত্ৰৰ ধৰ্ম্মাধিকাৰ গাদি অৰ্পণ কৰিবাইক।।" এই কথা স্মৰণ হৈ বনমালীদেৱক ৰাখি ইবিলাক দুজনৰ অন্তিম কালত ধৰ্ম্মাধিকাৰ নিযুক্ত কৰি গল। পৰে নিৰঞ্জনদেৱৰ মুখে বনমালীদেৱৰ অশেষ সুকীৰ্ত্তি, সাধকতা গুণ শ্ৰৱণ কৰি, আসামৰ মহাৰাজা জয়ধ্বজ সিংহই বেহাৰৰপৰা অনায়। ৰাজাই খনন কৰোৱা ভটীয়াপাৰৰ পুখুৰীৰ জল নোলোৱাত বনমালীদেৱক অনাই, সেই পুখুৰীৰ ওচৰলৈ নিয়াত,

বনমালীদেৱ পুখুৰীৰ মাজলৈ নামি যোৱা মাত্রে ক্রমে পুখুৰী জলপূর্ণ হল। তাতে ৰাজা মহদাশ্চর্য্য মানি, জৎকৰা নামে এখন ঠাইত সত্র কৰাই দি ৰাখে। তদ্‌পৰ অনেক মাটি বৃত্তি দি ৰাজাৰ ৰাঙ্গিলী বাহৰ নামক পাট নগৰৰ সন্নিকটতে লুহিতৰ দক্ষিণে সত্র কৰাই দিয়ে। তেতিয়াৰ পৰাই দক্ষিণপাট সত্র নামে প্ৰখ্যাত। আগে দামোদৰী সত্র নামহে প্ৰচলিত আছিল।

কুৰুৱাবাহি সত্রৰ মিশ্রদেৱ পৰলোক হোৱাৰ পাছত হে নিৰঞ্জনদেৱত জয়ধ্বজ সিংহ মহাৰাজাই সৎসঙ্গ গ্ৰহণ কৰি॰ গোবিন্দৰ উদ্দেশ্যে অনেক দেবোত্তৰ মাটি বৃত্তি দি আউনীআটী সত্র পাতি দিয়ে। তেতিয়াৰপৰাই আউনীআটী সত্র নাম হয়। অপৰ আমাৰ সত্রত ৰাজাই কৰাই দিয়া চিহ্ন কলিয়াবৰ ও কলাবাৰী, আৰু নিজ সত্রতো দল, মঠ, অদ্যাপি প্ৰজ্বলিত হৈ আছে। অন্য সত্রত নাই। তাতে ৰাজাৰ মান্য কোনে কিমান পাইছিল বুজিব পাৰি। শুনামতে ৰুদ্র সিংহ ৰাজাৰ দিনৰপৰাহে চাৰি সত্রীয়া সংজ্ঞা হয়। পূৰ্ব্বে এওঁবিলাক প্ৰথম শ্ৰেণীৰ শুদ্ধস্বত্ব সম্ভ্রান্ত ব্ৰাহ্মণ আছিল।

২য় প্ৰশ্নৰ উঃ।॰ বনমালীদেৱ গোপালদেৱৰ শিষ্য হৈ কুৰুৱাবাহিতে থাকি গোপালদেৱৰ বৈকুণ্ঠ-প্ৰয়াণ হোৱাত, গোপালৰ আদেশমতে সেই সত্রতে ধৰ্ম্ম চলাই কিছুদিন থাকি, বেহাৰলৈ গল। এই কথা গোপালদেৱৰ চৰিত্রত উক্তি আছে। সেই সময়ত দামোদৰদেৱৰ পৰম্পৰৰূপে ধৰ্ম্মগাদি পোৱা বলোদেৱ ও পৰমানন্দদেৱ আছিল ; তাতে বনমালীদেৱ কিছু দিন থকাত বলোদেৱে তেওঁৰ ধৰ্ম্মভাৰ বনমালীদেৱক দি বৈকুণ্ঠ-প্ৰয়াণ হয়। কিছু দিনৰ পাছত পৰমানন্দদেৱৰ ওপৰ যি দামোদৰদেৱৰ ধৰ্ম্মভাৰ আছিল তাকো বনমালীদেৱক দি পৰমানন্দদেৱ বৈকুণ্ঠ-প্ৰয়াণ হয়। তেনে হলেনো দামোদৰদেৱৰ ধৰ্ম্মভাৰগাদিনো পোৱা কেনেকৈ হয় ?

৪ৰ্থ প্ৰশ্নৰ উঃ। এই প্ৰকাৰ চৰিত্রত লেখা আছে ঃ—

ব্ৰহ্মাৰ নন্দন, পৰম শোভন, ভৈলন্ত বশিষ্ঠ ঋষি।
তান পুত্র শক্তি মহন্ত ভৈলন্ত, পৰাশৰ মহাযশী ॥
সেহি পৰাশৰ গোত্রে দ্বিজবৰ ভৈলা আসি শুদ্ধমতি।
দশৰথ নাম, গুণে অনুপাম, হৰিত মহাভকতি ॥
ৰত্তাবাৰি নাম, গ্ৰাম অনুপাম, সৰ্ব্বগুণে অনিন্দিত।
মহানদ তীৰ্থ ৰাজ ব্ৰহ্মপুত্র বহে যাৰ দক্ষিণত ॥
হেনয় থানত নিবাস কৰিলা দশৰথ মহামতি
তাহান তনয় ভৈল যদুদেৱ পৰম মহন্ত আতি ॥

উক্ত যদুদেৱে মহিন্দ্র ভাৰতীৰ কন্যা মাধৱপ্ৰিয়াক বিয়া কৰায়। মাধ প্ৰিয়াৰ গৰ্ভতে বনমালীদেৱৰ জন্ম হয়। বনমালীদেৱৰ পিতৃপিতামহে কি প্ৰকাৰে জীৱিকা নিৰ্ব্বাহ কৰিছিল আমি কব নোৱাৰোঁ। তেওঁবিলাক বেদজ্ঞ সম্ভ্রান্ত লোক আছিল। আৰু তেওঁবিলাক পূৰ্ব্বে কন্যাকুব্জ, কনৌজপুৰৰ পৰা অহা।

(ক) আহতগুৰীয়া মহন্তৰ সহিত॰ বনমালীদেৱৰ কোনো সম্পৰ্ক নাই। পৰাশৰ গোত্র হলেই যে বনমালীদেৱৰ বংশ হয় এনে নহয়। সগোত্রী হব পাৰে।

(খ) বংশীগোপালত বনমালীদেৱে সৎসঙ্গ গ্ৰহণ কৰা সঁচা, গোপাল দেৱেই তেওঁক উপনয়নো দিছো। আৰু গোপালদেৱ বৈকুণ্ঠগামী হোৱাত সেই কুৰুৱাবাহি সত্র চলাই থাকি পৰে মিশ্রদেৱক দি বেহাৰ বেহাৰলৈ যায়।

বনমালীদেৱে ভাটীতে ভট্টাচাৰ্য্যত দীক্ষিত হোৱা বনমালীদেৱৰ জীৱনীত নাই। তেওঁৰ বংশত আগম দীক্ষা পূৰ্ব্বৰেপৰা অদ্যাপি চলি আহিছে, তেওঁৰ বংশতে লোৱা বোধ হয়। নতু দামোদৰদেৱৰ পৰাই বলোদেৱ ও পৰমানন্দ দেৱ ও গোপালদেৱো দীক্ষিত। বলোদেৱৰ পৰাই দীক্ষিত হয়।

(গ) যদি দামোদৰদেৱে দীক্ষা চলোৱা নাছিল, তেনেহলে কুৰুৱাবাহি গড়মুৰত দীক্ষিত থকা শুনা যায় ; গোপালদেৱৰ পৰা বৰ্হা সত্রহে!

(ঘ) বনমালীদেৱে ৫।৬ বৰ্ষ বয়সত গোপালদেৱৰ আগত ভাগৱত ব্যাখ্যা কৰা বনমালীদেৱৰ চৰিত্রত লেখা আছে। তদুপৰি গোপালদেৱৰ চৰিত্রতে প্ৰমাণ। মিশ্রদেৱে কোৱা শুনি এই টীকা ভাষ্য সহিত সুন্দৰৰূপে বাৰস্কন্ধ ভাগৱত বনমালীদেৱে ব্যাখ্যা কৰি কব পৰা হয়। বনমালীদেৱৰ কৃত নাট, ঘোষা, গীত ইত্যাদি অনেক আমাৰ সত্রত আছে।

(ঙ)॰ বনমালীদেৱ বৈকুণ্ঠপুৰ সত্রত অৰ্থাৎ শ্ৰীৰাম

চাপৰিত বৈকুণ্ঠ-প্ৰয়াণ হোৱাৰ পাছত নৰসিংহ মহন্তও যোৱা সঁচা। ৰামদেৱে নাপালে বোলাটি ভুল। তাৰ প্ৰমাণ বনমালীদেৱৰ জীৱনীত লেখা আছে—

"এহিমতে আনো। বিলাপিয়া, ধৈৰ্য্য ধৰি চিত্ত প্ৰবোধিয়া, হৰিনাম গাইবে লাগিলা উৎসৱ কৰি। দুখানি চৰণ শিৰে তুলি, ৰামে কান্দিলন্ত প্ৰভু বুলি, খাটত তুলিয়া চিত্ত ধৈৰ্য্য ধৰি।। ভাগৱতী বিপ্ৰ সবে শিৰে, লৈয়া চলি গৈলা ধীৰে ধীৰে বাদ্যভাণ্ড বাই ভক্ত যান্ত নাম গাই।। সেহি বেলা নৰসিংহ সন্থ, গোসাঞিৰ বাৰ্ত্তা শুনিলন্ত, দুখ কৰি ভক্তসঙ্গে যান্ত নাম গাই।। অসংখ্যাত প্ৰজা বেঢ়ি যাৱে, উচ্চ কৰি সুখে নাম গাৱে, এহিমতে ব্ৰহ্মপুত্ৰতীৰ পাল গই। সেহি বেলা দ্বিজ ভট্টাচাৰ্য্য, বাদ্য শুনি বুজিলন্ত কাৰ্য্য, ব্যাকুলে অসিয়া কহিলন্ত সঙ্গ লৈয়া।। ইত্যাদি।

বনমালীদেৱৰ অন্ত্যেষ্টি কাৰ্য্য ৰামদেৱেই কৰিছিল।

বনমালীদেৱে চক্ৰব্ৰজ ৰাজাক সৎসঙ্গ কৰোৱা আৰু জয়ধ্বজ মহাৰাজাই বনমালীদেৱক গুৰুত্ব বৰণ কৰি দীক্ষিত হোৱা সঁচা; ৰাজঘৰীয়া তেনে গুপ্তকথা নেলেখাকৈ অনেক থাকে। অনেক জমি বৃত্তি দিয়ো তদ্‌পৰ মহাৰাজা অন্তিম সময়ত ৰাজ্যভাৰ বনমালীদেৱৰ হাতত সমৰ্পণ কৰি স্বৰ্গগামী হয়। তাৰ পাছত বনমালীদেৱে পাত্ৰমন্ত্ৰিসকলে সহিত পৰামৰ্শ কৰি ৰাজকুমৰৰ ল'ৰা এটি অনাই চক্ৰধ্বজ নাম দি ৰাজত্ব প্ৰত্যৰ্পণ কৰে। এইসকল কথা বনমালী দেৱৰ চৰিত্ৰত লেখা আছে। যথা—

"গোসাঞি বনমালী পাছে, মনত চিন্তিয়া আছে, পাত্ৰ মন্ত্ৰিসমে আলোচিয়া।

বিচাৰ কৰিয়া আনি, ৰাজাৰ কুমাৰ জানি, তাত ৰাজ্যভাৰ সমৰ্পিয়া।।

দিলা চক্ৰধ্বজ নাম, ভৈলা সৰ্ব্বগুণাধাম, মহন্তৰ আশীৰ্ব্বাদ পাই।

পাছে নৃপে মহাৰঙ্গে, পাত্ৰমন্ত্ৰি লৈয়া সঙ্গে, তকাৰ কৰিলন্ত যাই।। ইত্যাদি

ল'ৰাৰাজাই দক্ষিণপাট সত্ৰ পতা কেনেকৈ সঁচা হব পাৰে? কাৰণ ১৬০০ শকত যি জন লৰা ৰজা নামে হৈছিল তেওঁ ২।। বৰ্ষ ৰাজত্ব কৰিলে মাত্ৰ। ১৬০৫ শকত বনমালীদেৱ বৈকুণ্ঠগামী হয়; তেতিয়া দক্ষিণপাট সত্ৰ কৰিবলৈ থকা নাই।

৬ষ্ঠ প্ৰশ্নৰ উত্তৰ। আগমন মতে বলি কাটি বেহাৰৰ ৰাজাই পূজা কৰিবলৈ যদিও আদেশ কৰিছিল, কিন্তু বৈষ্ণৱৰ পক্ষে আগম নিগম মতে জীৱহত্যা নিষেধ। এই বাবেই যে দামোদৰদেৱ তান্ত্ৰিক নহয় তেনে হব নোৱাৰে। এইদৰেই আমাৰ পাৰম্পৰ্য্য চলি আহিছে।

শঙ্কৰদেৱৰ চৰিত্ৰত লেখা ১৪২০ শকত দামোদৰদেৱৰ জন্ম হোৱা মিছা।

যথা—"শ্ৰীকৃষ্ণো নিজাধাম হৃখিল জনান দৃষ্টাতিপাপাশয়ান।

সদ্ধৰ্ম্মপ্ৰথনেচ্ছয়া কলিযুগে দামোদৰাখ্যোঽহবৎ।।

শাকে দিশ্বণু সংখ্যয়া বিগণিতে ধৰ্ম্মাণ জনানগ্ৰাহয়ন।

শাকে দ্ব্যস্বৰ বাণচন্দ্ৰ গণিতেঽগচ্ছং পুনৰ্ধণমসঃ।।

(ইতি দামোদৰ চৰিত্ৰে)

গৌতম বংশৰ অনেক পুৰুষৰ শেষত যিজনে সিদ্ধানন্দৰ পুত্ৰ সতানন্দ হস্তে সুশীলা দেৱীৰ গৰ্ভৰপৰা ১৪১০ শকত দেৱদামোদৰ নামে জন্ম ধৰিছিল; আৰু সন্ত সম্পদায় শাস্ত্ৰত লেখা মতে সেই দামোদৰকে শ্ৰীচৈতন্যই সৎসঙ্গা ধৰ্মশিক্ষা দিছিল; তদুপৰি সন্ন্যাসীবেশে নাৰদ ঋষিয়ে চৈতন্য ঘোপত জ্ঞানতত্ত্ব দীক্ষিত কৰাইছিল, নাৰদীয় সম্প্ৰদায়ত চলা সেই দামোদৰদেৱকে শঙ্কৰদেৱে স্বহস্তে লেখি সোণৰ শলখাযুক্ত দ্বাদশ স্কন্ধ ভাগৱত দিছিল। শঙ্কৰদেৱে নিজ ভাৰ্য্য পুত্ৰাদিকো দামোদৰদেৱতে সৎসঙ্গ কৰাইছিল। সেই দামোদৰ দেৱেই আমাৰ প্ৰথম ধৰ্ম্মাচাৰ্য্য। সন্তসম্প্ৰদায়ত লেখা আছে।

শঙ্কৰদেৱৰ চৰিত্ৰত যি কথা লেখা আছে তাক সঁচা বুলি ধৰিবলৈ হলে আমি উল্লেখ কৰা প্ৰাচীন সন্তসম্প্ৰদায় ও বংশাৱলী আৰু ভৱিষ্যপুৰাণ ও চৰিত্ৰাদিত যি লেখিছে, সেই কথা মিছা বোলা যাব নে? ব্ৰাহ্মণ হলে কোৰ ধৰে, শূদ্ৰাদি হলে হাল বোৱা লোকত প্ৰসিদ্ধ। এনেকুৱা বাদ কৰা কথা অনেক শুনা আছে।

মাধৱৰ শঙ্কৰদেৱ থকাৰেপৰা দামোদৰদেৱৰ সহিত আন্তৰিক ভাল নাছিল, সেইবাবে শঙ্কৰদেৱ থকাৰেপৰা দামোদৰদেৱৰ সহিত আন্তৰিক ভাল নাছিল, সেইবাবে

শঙ্কৰদেৱৰ শ্ৰাদ্ধলৈ মতাতো দামোদৰদেৱ নগল ইত্যাদি অনেক কাৰণবশতঃ মাধৱে শঙ্কৰদেৱৰ চৰিত্ৰত অনেক বিশৃংখলা কথা সুমুৱাব পাৰে, সেই বাবেই তেনে কথা সঁচা হব পাৰে জানো?

সন্তবংশাৱলীত লেখিছে—

"সিদ্ধানন্দ বিপ্ৰ যিতো গুৰু কুসুমৰ।
তাহান পুত্ৰৰ পুত্ৰ দেৱদামোদৰ।।
সিদেশত দিব তেহো নাম মন্ত্ৰ দান।
কৃষ্ণ পাৰিষদ তেহো পুৰাণে প্ৰমাণ।
এহি পুথি ৰাম, তুমি তান হাতে দিবা।
ৰহস্য শাস্ত্ৰৰ তুমি মুদ্ৰা নেমেলিবা।।"

এই বুলি ওৰেষাৰপৰা শ্ৰীচৈতন্যাই ৰামৰ হাতত দি পঠোৱা বাবেই বা ৰামৰামত শৰণ লোৱা বোলে নেকি?

৮ম প্ৰশ্নৰ উত্তৰ। মহাপুৰুষীয়াই নিগম মতে চলে, আমাৰ আগম নিগম উভয় মতে চলা হয়। মহাপুৰুষীয়া ও দামোদৰীয়া পূৰ্ব্বে প্ৰায়ে একে মিল আছিল যদিও পৰে মাধৱে গণ্ডগোল কৰি কিছু প্ৰভেদ দেখালে।

৯ম প্ৰশ্নৰ উত্তৰ। আমাৰ সত্ৰত দেউসকলে কৰা ঘোষা গীতাদি অন্যপৰিমিত চলি আছে। বাহিৰে শিষ্য সেৱকীয়া সকলে তেওঁলোকৰ ইচ্ছামতে নামকীৰ্ত্তনাদি কৰে। নামকীৰ্ত্তন কৰা সম্বন্ধে দামোদৰী ও শঙ্কৰী ভেদ কৰা উচিত নহয়। নামৰ কি দামোদৰীয়া মহাপুৰুষীয়া আছে। উভয় পক্ষে পৰমেশ্বৰৰ নাম। আমাৰ ইয়াতো শঙ্কৰদেৱে ভাগৱতৰ শ্লোকৰ পৰা ভাঙ্গি পদকৰা পুথি ও কীৰ্ত্তনাদি পঢ়ে। আৰু অন্যকবিসকলৰ কৃত গীত ও পয়াৰো সময়ত গোৱা যায়।

১০ম প্ৰশ্নৰ উত্তৰ। ব্ৰহ্মসংঘটি অৰ্থাৎ, বেদপক্ষীয়ে, বামুণীয়া।।

১২। প্ৰশ্নৰ উত্তৰ। কাশীতঅবতাৰ হৈ বৌদ্ধধৰ্ম্ম পৰাস্ত কৰি প্ৰথম শঙ্কৰাচাৰ্য্যে চাৰিদিশত চাৰি যোগেশ্বৰক ভক্তি আচাৰ্য্য পাতি স্থাপন কৰিলে।

পশ্চিমে ৰমানন্দ, উত্তৰে মাধবাচাৰ্য্য, দক্ষিণে বিষ্ণুস্বামী, পূৰ্ব্বে সদানন্দাচাৰ্য্য ও চৈতন্য। পশ্চিমে ৰমানন্দৰ প্ৰবৰ্ত্তন ৰামনাম ধৰ্ম্ম কৰ্ম্মকৰি প্ৰবৰ্ত্তাইলা আৰু মানস পূজা, তীৰ্থ পৰ্য্যটন। উত্তৰে মাধবাচাৰ্য্যৰ প্ৰবৰ্ত্তন যুগলকৃষ্ণনাম ধৰ্ম্ম। আত্মা পৰিচয়। দক্ষিণে বিষ্ণুস্বামীৰ প্ৰবৰ্ত্তন, নাৰায়ণ নাম, ঈশ্বৰ পূজা ধৰ্ম্ম, সদাচাৰ কৰ্ম্ম। পূৰ্ব্বে সদানন্দৰ ও চৈতন্যৰ প্ৰবৰ্ত্তন চাৰি প্ৰকাৰ নাম, যাত্ৰা মহোৎসৱ ধৰ্ম্ম, সৎকীৰ্ত্তন কৰ্ম্ম। পূবে চৈতন্য বোলাৰ কাৰণ এই পূৰ্ব্বে সদানন্দ মূল গুৰু তেওঁৰ শিষ্য কুৰি মহন্ত নামী চৌধ পুৰুষত চৈতন্য হল জানি পূৰ্ব্বে চৈতন্যকো কয়।

১৫ প্ৰশ্নৰ উত্তৰ। বনমালীদেৱে পতা সত্ৰ কলিয়াবড় আদি কেৱা খনও আছে। সেই সত্ৰবিলাকত মহন্ত ৰখা নাযায়। একোজন কৰ্ম্মচাৰী নিযুক্ত কৰি থোৱা যায়।

১৭ প্ৰশ্নৰ উত্তৰ। ১৫৭৬ শকত মহাৰাজ জয়ধ্বজ সিংহই ˚ বনমালীদেৱক ভটীয়াপাৰৰ পুখুৰীৰ জল উলিয়াই উৎসৰ্গা কৰিবলৈ অনাই তাতে বনমালীদেৱৰ অসীম মাহাত্ম্য মানি ৰাজা দীক্ষিত হল কিন্তু ৰাজঘৰীয়া গুৰুতৰ কথা ৰাষ্ট্ৰ নহল। তদপৰ ৰাজাৰ অন্তিম সময়ত ৰাজ্যভাৰ সকলো অৰ্পণ কৰি বনমালীদেৱক দি ৰাজা স্বৰ্গগামী হয়। পৰে বনমালীদেৱ পাত্ৰমন্ত্ৰীসকলৰ সহিত পৰামৰ্শ কৰি ৰাজকুমাৰ লৰা এজন বিচাৰি অনাই বনমালীদেৱে চক্ৰধ্বজ নাম দি ৰাজ্যভাৰ প্ৰত্যৰ্পণ কৰে। সেই ৰাজাই বনমালীদেৱতে সৎসঙ্গাদি গ্ৰহণ কৰি ˚ যাদৱৰ উদ্দেশ্যে অনেক জমি বৃত্তি দি শ্ৰীৰাম চাপৰি নামে ঠাইত বৈকুণ্ঠপুৰ নামে একসত্ৰ পাতি দিয়ে।

শিষ্যৰ ইচ্ছানুযায়ী আগম নিগম দুই প্ৰকাৰে আমাৰ দীক্ষা দিয়া হয়। বনমালীদেৱে কেৱল তন্ত্ৰধৰ্ম্মকে চলাইছিল তেনে হয়, উভয় মতকে চলাইছিল। ইদানীকলৈকো সেই প্ৰকাৰ চলিও আহিছে।

১৯ প্ৰশ্নৰ উত্তৰ। বনমালীদেৱ অচ্যুতপুৰ কলাবাৰীত বৈকুণ্ঠগামী হোৱা পূৰ্ব্বে আমাৰ লেখা ভুল। বনমালীদেৱ শ্ৰীৰামচাপৰিৰ বৈকুণ্ঠপুৰ নামে সত্ৰতহে বৈকুণ্ঠ প্ৰয়াণ হৈছিল। বনমালীদেৱক তেতিয়া ৰামদেৱে দহন বহন কৰিবলৈ বাদ্যভণ্ডাদি বজাই অনাত সেই শব্দ শুনিহে কায়স্থ নৰসিংহ মহন্ত অহা সঁচা। উক্ত সত্ৰৰ ওচৰতে সেই মহন্তৰ ঘৰ। তেওঁ তালৈ সেই সময়ত যোৱা বাবেই যে

শূদ্রে দহন বহন কৰা উক্তি কৰে সি কেৱল ভ্ৰমজনক কথা। আৰু ব্ৰাহ্মণ ভাট্টাচাৰ্য্যাদিৰ বাহিৰেও অনেক প্ৰজা গৈছিল। এবমাদি কথা চৰিত্ৰত সুস্পষ্ট লেখা আছে।

২০ প্ৰশ্নৰ উত্তৰ। প্ৰথম প্ৰশ্নতে এই প্ৰশ্নৰো বিবৰণ লেখা আছে। যেতিয়া কুৰুৱাবাহিত মিশ্ৰদেৱক সত্ৰও ধৰ্ম্মগাদি দি বনমালীদেৱ শ্ৰীক্ষেত্ৰলৈ যোৱা উদ্দেশ্যে ভটীয়াই যোৱাত বেহাৰৰ দামোদৰী সত্ৰত বলোদেৱে ৰাখি অন্তিম সময়ত বনমালীদেৱক দামোদৰী ধৰ্ম্মাচাৰ্য্য পাতি বলোদেৱ বৈকুণ্ঠ প্ৰয়াণ হয়। সেই দৰেই কিছু দিনৰপৰে পৰমানন্দদেৱেও বনমালীদেৱক ধৰ্ম্মভাৰ দি বৈকুণ্ঠগামী হয়। বনমালীদেৱে মিশ্ৰদেৱক কুৰুৱাবাহি সত্ৰ এৰি দি যোৱাৰ পৰে মিশ্ৰদেৱ মৃত্যু হোৱাৰ পাছতহে নিৰঞ্জনদেৱত জয়ধ্বজ সিংহ ৰাজাই সৎসঙ্গ গ্ৰহণ কৰে। ইয়াৰ পূৰ্ব্বেই দামোদৰী সত্ৰত অধিকাৰ হৈ বনমালীদেৱ আছিল। বিশেষতো ৰজাই পতা ধৰ্ম্মাচাৰ্য্য গোসাঁই নহয়। পৰম্পৰা ৰূপে দামোদৰী সত্ৰত দামোদৰৰ ধৰ্ম্ম ভাব পাই আহিছে। আৰু বেহাৰৰ লক্ষ্মীনাৰায়ণ ৰাজাই দামোদৰদেৱক তৰুৱাধাপ নামে প্ৰথম সত্ৰ কৰাই দি ৰাখে। তদপৰ সেই বেহাৰৰ প্ৰাণনাৰায়ণ ৰাজাই বনমালীদেৱকো বৈকুণ্ঠ নামে তাতে এখন সত্ৰ কৰাই দিয়ে। এই সকল কাৰণে আমাৰ সত্ৰ আগ বোলা হৈছে।

২১ প্ৰশ্নৰ উত্তৰ। তেতিয়া প্ৰথম শ্ৰেণীত থাকিলহেঁতেন।

# গোস্বামী আৰু মহন্ত।

সত্ৰ শব্দৰ অৰ্থ শাস্ত্ৰীয় অভিধান মতে যজ্ঞ, দান আচ্ছাদন, ধন, ঘৰ, অৰণ্য আৰু সৰোবৰ। যজ্ঞাৰ্থ সত্ৰৰ প্ৰমাণ স্বৰূপে তলত শ্লোক উদ্ধৃত কৰা হল।

হৱিয়ে দীৰ্ঘসত্ৰস্য সাচেদানীং প্ৰচেতসঃ।
ভুজঙ্গপিহিতদ্বাৰং পাতালমধিতিষ্ঠতি।।—ৰঘুবংশ।
কলিমাগতমাজ্ঞায় ক্ষেত্ৰে হস্মিন্ বৈষ্ণৱ বয়ম্।
আসীনা দীৰ্ঘসত্ৰেণ কথায়ং সক্ষণা হৰেঃ— ভাগৱত।

আসামৰ মহন্তসকলৰ বাসস্থান যজ্ঞাদি বাচক নহয়, কিন্তু, সেইসকলৰ ঠাইৰপৰা অনেকে ধৰ্ম্মোপদেশ পায় বাবে বাসস্থানক গৃহ বা ঘৰ নুবুলি সত্ৰ বোলা অনুমান হয়। "গোস্বামী" পদপি অতিওখ খাপৰ পদপি। কাৰণ, গোশব্দৰ অনেক অৰ্থ, তাৰ ভিতৰত স্বৰ্গ, শৰ, গৰু বাক্য, ইন্দ্ৰ, দিক, চকু, ৰশ্মি আৰু পৃথিৱী এইবিলাকক বিশেষৰূপে বুজায়। উক্ত দ্ৰব্য সকলৰ অধিপতিক গো-স্বামী বুলিলেও পৃথিৱী, স্বৰ্গ আৰু বাক্যৰ (তত্ত্বমসি মহাবাক্যৰ) অধিপতিক গোস্বামী বোলা অতি সঙ্গত। অতএব নিষ্ঠাবান বেদাদি শাস্ত্ৰৰ তত্ত্বজ্ঞ বৰ্ণোত্তম ব্যক্তি গোস্বামী বোলা গোস্বামী পদৰ বিশেষৰূপে ভাজন। গোসাঁই গোস্বামী পদৰ অপভ্ৰংশ মাত্ৰ।

শিষ্যৰ সম্বন্ধে গুৰু উপাস্য দেৱতা স্বৰূপ, উপাস্য দেৱতাৰ লগত গুৰুৰ ভিন্ন নাই। এই কাৰণেই আসামৰ ধৰ্ম্মোপদেষ্টাসকল গোস্বামী বা গোসাঁই নামে অভিহিত হৈছে।

মহৎ শব্দ মহত্ত্ব বাচক, সেই মহৎ শব্দৰ পৰাই মহন্ত বা মহাজন। এই পদপিও জ্ঞানী লোকৰহে উপযুক্ত। সাধু—সৎকুলোদ্ভৱ বা সুশীল ব্যক্তি। সাধুৰ লক্ষণ অনেক আছে, তাৰ ভিতৰতে—

যথালব্ধোহপি সন্তুষ্টঃ সমচিত্তো জিতেন্দ্ৰিয়ঃ।
হৰিপাদাশ্ৰয়ো লোকে বিপ্ৰঃ সাধুৰনিন্দকঃ।।
সমচিত্তো মুনিঃ পূতো গোবিন্দচৰণাশ্ৰয়ঃ।
সৰ্ব্বভূতদয়ঃ কাৰ্য্যে বিবেকী সাধুৰুত্তম।। —পদ্মপুৰাণ।

যথাপ্ৰাপ্তিত সুখী সমভাবযুক্ত জিতেন্দ্ৰিয় ঈশ্বৰাসক্ত অনিন্দক ব্ৰাহ্মণক সাধু বোলে।

সন্ত শব্দ সৎ শব্দৰ ৰূপান্তৰ সাধু শব্দৰ তুল্যাৰ্থক। সত্ৰৰ গৰাকিসকলক সত্ৰীয়া বোলে, মূল শব্দ সত্ৰিন্। বৰপেটা ধামৰ মহন্তত সত্ৰীয়া পদপি ৰূঢ় মেধি—মেধা, ধাৰণাবতী বুদ্ধি, উৎকৃষ্ট বুদ্ধি থকা বাবেই মেধি বোলা অনুমান হয়। গোসাঁই মহন্ত সকলে চোকা বুদ্ধি আৰু বিচাৰ থকা ব্যক্তিকহে মেধি পাতে।

গোস্বামী পদপি কিমান ওখ খাপৰ ওপৰত অলপ কোৱা হৈছে। সৰ্ব্বপ্ৰকাৰ জ্ঞান বিজ্ঞানযুক্ত নিষ্ঠাবান্ ব্ৰাহ্মণৰহে তেনে পদপি হোৱা বাঞ্ছনীয়। কিন্তু আসামত তাৰ বিপৰীতৰূপে গোস্বামী পদপিয়ে ঠাই পাইছে। আসামত কালক্ৰমে শূদ্ৰ জাতিৰ ধৰ্ম্মাচাৰ্য্য হল, সেইসকলেই কিছুমান তলখাপৰ মানুহক শিষ্য কৰাই গুৰু পদপি লাভ কৰিলে। গুৰু পদৰ লগে লগে প্ৰভুনামৰো গৰাকি হল। শুনা যায় অতীজত মহন্ত বা ধৰ্ম্মাচাৰ্য্য পতাৰ সময়ত ব্ৰাহ্মণ আৰু শূদ্ৰৰ সংখ্যা সমান লোৱা হৈছিল। দুই জাতিৰে শ্ৰেণী একেটাই , ইপিনে যি কেইজনে ধৰ্ম্মাচাৰ্য্য পাতিছিল, সেই সকলৰ ভিতৰতো শূদ্ৰ আচাৰ্য্য আছিল। এতিয়াও কোনো এজন মহন্তক যথানিয়মে ধৰ্ম্মৰ গাদি দি অধিকাৰ পাতিবৰ হলে সেই সাৰিৰ শূদ্ৰ মহন্তই ব্ৰাহ্মণ মহন্তৰ মূৰত মালা দি অধিকাৰ পাতে আৰু সমান আসনত বহে। এই নিয়মে যদি কাৰ্য্যসমাধা হয়, তেনে ব্ৰাহ্মণ মহন্তই গোস্বামী পদপী পালে সমান মৰ্য্যদাৰ শূদ্ৰমহন্তসকলে নো কিয় তাত বঞ্চিত হব? কিন্তু যুক্তিমতে শূদ্ৰমহন্তসকলে স্বকীয় যোগ্যতানুসাৰে সিমান ওখ নহৈ মহন্ত পদপিততে থকাহে উচিত। ভাবি চালে মহন্ত পদপিও সাধাৰণ নহয়। চাৰি-সত্ৰীয়া গোসাঁইসকলক ধৰ্ম্মগ্যাদি দিয়াৰ সময়ত কোনো শূদ্ৰ মহন্তই অভিষেক নকৰে। ইয়াৰপৰা জানিব পাৰি যে সেই সকলৰ সমকক্ষ শূদ্ৰ মহন্ত নাই। আৰু চাৰি-সত্ৰীয়া গোসাঁইসকলে ব্ৰাহ্মণ ধৰ্ম্মাচাৰ্য্যসকলক গোস্বামী নুবুলি মহন্তহে বোলে, বহিবৰ কাৰণ প্ৰায় ধৰ্ম্মাচাৰ্য্যকে আসন নিদিয়ে, ভুম্যাসনেই যথেষ্ট। ইয়াৰ দ্বাৰা গোস্বামী পদপি কিমান ওখ খাপৰ ভাবি চালে সকলোৱে বুজিব। বৰ্ত্তমান কালত বিচাৰ নথকা বাবে অনেকেই গোস্বামী, গোসাঁই, গুসাইন হৈছে।

নিগম আৰু আগম নামে হিন্দু ধৰ্ম্মত দুই প্ৰকাৰ শাস্ত্ৰ আছে। ঋক্, যজু, সাম, অথৰ্ব্ব নামে চাৰি শাখাত বিভক্ত বেদক নিগম বোলে। বেদৰ স্মৰণৰ পৰা হোৱা নানা মুনি প্ৰণীত সংহিতা নামক স্মৃতি আৰু আখ্যান স্বৰূপে ওলোৱা পুৰাণকো নিগম শাস্ত্ৰ বোলে। মোটৰ ওপৰত বেদ পুৰাণ স্মৃতি তিনিউকো নিগম বোলে। শ্ৰীমদ্ভাগবতো পুৰাণেই যেনে "ব্ৰাহ্মং পাদ্মং বৈষ্ণবঞ্চ শৈবং ভাগৱতং তথা" অতএব বেদোক্ত মাৰ্গক বৈদিক, স্মৃত্যুক্ত মাৰ্গক স্মাৰ্ত্ত, পুৰাণোক্ত মাৰ্গক পৌৰাণিক বোলে। ভাগৱতী ধৰ্ম্ম এটা বেলেগ নহয়, ভাগৱত পুৰাণ বাবে ভাগৱতোক্ত কথা পৌৰাণিকী কথা।

বেদাদি পুৰাণান্ত সমুদায় শাস্ত্ৰই প্ৰবৃত্তি আৰু নিবৃত্তি দুই ভাগে বিভক্ত। অৰ্থাৎ কৰ্ম্মকাণ্ড প্ৰবৃত্তি মাৰ্গ, জ্ঞানকাণ্ড নিবৃত্তি মাৰ্গ। অধিকাৰ ভেদে অৰ্থাৎ ৰাগীৰ পক্ষে প্ৰবৃত্তি মাৰ্গ, বিৰাগীৰ পক্ষে নিবৃত্তি মাৰ্গ উপদিষ্ট আছে। শঙ্কৰ মাধৱ আদি প্ৰাচীন বৈষ্ণৱসকলে পুৰাণৰ নিবৃত্তি মাৰ্গৰ (প্ৰবৃত্তি মাৰ্গৰো) শ্লোক সমুদয়ক ভাঙ্গি পদ কৰিছে।

বেদ পুৰাণ স্মৃতিত শক্তি-উপাসনা আৰু ছাগাদি বলিঁ ঘাতন বিহিত আছে। কিন্তু, যিসকলে আমিষ ব্যৱহাৰ নকৰে সেইসকলে শক্তি উপাসনা কৰিলেও বলি ঘাতন কৰিব নালাগে। আমিষ ব্যৱহাৰীৰ পক্ষেহে বলি ঘাতনৰ বিধান আছে। মৎস্য মাংস ব্যৱহাৰ কৰি যিসকলে শাস্ত্ৰোক্তমতে বলি ঘাতন নকৰে সেইসকলৰ কৰ্ম্ম অঙ্গহীন হয়।

পুৰাণতে কথিত আছে যে দ্বিজাতি মাত্ৰেই শাক্ত, যেনে—

সৰ্ব্বে শাক্তা দ্বিজঃ প্ৰোক্তা নশৈবা নচ বৈষ্ণবাঃ।
উপাসতে যতো নিত্যং গায়ত্ৰীং বেদনাতৰম্।।

—শ্ৰীভাগৱত।

বেদমাতা গায়ত্ৰীক উপাসনা কৰে এইবাবে দ্বিজাতি (ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শাক্ত. শৈব বা বৈষ্ণৱ নহয়। অথচ পুৰাণতে উক্ত আছে—

যা সন্ধা সৈব গায়ত্ৰী দ্বিধা ভূত্বা প্ৰতিষ্ঠিতা।
সন্ধ্যা উপাসিতা যেন তেন বিষ্ণুৰুপাসিতঃ।।

যেই সন্ধ্যা সেই গায়ত্ৰী দুই প্ৰকাৰে প্ৰতিষ্ঠিত আছে, অতএব যি সন্ধ্যা উপাসনা কৰে সেই লোকে বিষ্ণুকো উপাসনা কৰে।

আগম শিবোক্ত তন্ত্ৰশাস্ত্ৰ, তন্ত্ৰ হলেই যে প্ৰবৃত্তি মাৰ্গৰ এনে হব নোৱাৰে। আগম শাস্ত্ৰও নিগমৰ দৰে প্ৰবৃত্ত নিবৃত্তি ভেদে দুই মাৰ্গত বিভক্ত। বিশেষকৈ কলিযুগৰ কাৰণে তন্ত্ৰ প্ৰধান ৰূপে নিৰ্দ্দিষ্ট হৈছে।

বৃতে শ্ৰুত্যুক্তমাৰ্গেন ত্ৰেতায়াং স্মৃতিসংজ্ঞিতৈঃ।

দ্বাপৰে তু পুৰাণানি কলাৱাগমসম্ভবঃ।।

সত্যযুগত বৰ্ণাশ্ৰমী লোকসকল বেদমাৰ্গে, ত্ৰেতাত স্মৃতিমাৰ্গে, দ্বাপৰত পুৰাণ মাৰ্গে, কলিত আগম মাৰ্গে চলিব লাগে। অপৰ, কলিযুগত দেবাৰ্চ্চনা আগমোক্ত বিধানে কৰিব লগাৰো উক্তি এই—

আগমোক্তবিধানেন কলৌ দেবান্ যজেৎসুধীঃ।

নহি দেবাঃ প্ৰসীদন্তি কলৌ চান্যবিধানতঃ।।

ওপৰত উল্লেখ কৰা মতে কেৱল নিগমত চলিলেও ব্ৰাহ্মণাদি তিনি বৰ্ণ শক্তিৰ উপাসক বাবে শাক্ত। আগম বা তন্ত্ৰমতেও শক্ত্যুপাসনা নহলে মায়াচ্ছেদ নোহোৱা বাবে শক্তি-উপাসনাৰ বিশেষ আবশ্যক। বিশেষকৈ কলি যুগত তন্ত্ৰশাস্ত্ৰৰ প্ৰাধান্য উক্ত আছে। এই বাবেই জাতিত ব্ৰাহ্মণ, জ্ঞানী দেৱদামোদৰে নিগম আগম উভয় মাৰ্গ অৱলম্বন কৰিছিল। তদনুসাৰে তদীয় শিষ্য বনমালীদেৱে আৰু ত'ৰ অধস্তন সন্ততিসকলে নিগম আগম মাৰ্গত চলিছে আৰু শিষ্যসকলকো চলাইছে। আগম মাৰ্গত চলা সকলোৰেই এই নিয়ম—নিগম আগম উভয়কে গ্ৰহণ কৰে। দক্ষিণপাট সত্ৰত এই প্ৰথা চিৰন্তনী বুলি বুজিব পৰা হৈছে।

আগম বা তন্ত্ৰ শাস্ত্ৰত অকল শক্তিৰ উপাসনাই দ্দিষ্ট এনে নহয়। এই বিষয়ে তন্ত্ৰতে উক্ত আছে যে—

স্ত্ৰীৰূপস্বা স্মৰোদ্দেবীং পুংৰূপস্বা স্মৰেৎ প্ৰিয়ে।

স্মাৰেদ্বা নিষ্কলং ব্ৰহ্ম সচ্চিদানন্দৰূপিণম।।

সগুণ ব্ৰহ্ম উপাসনা কৰিবলৈ হলে ব্ৰহ্মাকৰ্ত্তৃক কল্পিত স্ত্ৰী মূৰ্ত্তি বা পুৰুষ মূৰ্ত্তি ৰুচি অনুসাৰে উপাসনা কৰিব। কিন্তু সুক্ষ্মদৰ্শী লোকে নিৰ্গুণ সচ্চিদানন্দৰূপী ব্ৰহ্মাক চিন্তিব পাৰে। এই কাৰণে স্থূলদৰ্শীসকলে ৰুচি অনুসাৰে লক্ষ্মী, সৰস্বতী, দুৰ্গা আদি স্ত্ৰীমূৰ্ত্তিৰ,অপৰে শিৱ, বিষ্ণু, কৃষ্ণ আদি পুৰুষমুক্তিৰ উপাসনা কৰে।

মাৰ্কণ্ডেয় পুৰাণত স্ত্ৰীৰূপা ভগৱতীৰ ৰূপ এইদৰে নিৰ্দ্দিষ্ট হৈছে—

"নিত্যৈব সা জগন্মূৰ্ত্তিস্তয়া সৰ্ব্বমিদংততম্।"

সা দেবী পৰমা-মুক্তেৰ্হেতুভূতা সনাতনী।

সংসাৰবন্ধহেতুশ্চ সৈব সৰ্ব্বেশ্বৰী।।

আগমাচাৰ্য্যসকল যে "গোস্বামী" পদপিৰ অযোগ্য ইয়াৰ প্ৰমাণ কি? যিসকল আগমাচাৰ্য্যে গোস্বামীৰ পৰিবৰ্ত্তে লেখে সিও অসঙ্গত নহয়। ভাবি চালে ভট্টাচাৰ্য্য আৰু গোস্বামী সমান উপাধি। বৰং নিগম আগমৰ তত্ত্বজ্ঞ আৰু উভয় মাৰ্গৰ উপদেষ্টা গুৰুসকলেহে প্ৰকৃত পক্ষে গোস্বামী পদপি দ্বাৰা ভূষিত হোৱা উচিত।

কেৱল পৌৰাণিক মাৰ্গত চলা উপদেষ্টাসকলে মহন্ত বা মহাজন পদপি গ্ৰহণ কৰি সন্তোষ লাভ কৰাই সঙ্গত। ইতি—শক ১৮৩৪।২২ আহাৰ।

যোৰহাট শ্ৰীকীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ।

# পানিপথ।

## অষ্টম অধ্যায়

কুতৰ আৰু দৌলত ফাটেক ঘৰৰ পৰা ওলাই, কলৈ যাব একো কৰিব নোৱাৰিলে; ইপিনে ৰাতিও চুটি হৈ আহিল। তেওঁলোকে আন ঠাইলৈ যোৱা বৰ উপযুক্ত বিবেচনা নকৰি, চহৰৰ বাহিৰত এটি ভঙা কবৰত সোমাই থাকিল; দিনমানটো ওলাবলৈ সাহ নকৰিলে। ৰাতি হোৱামাত্ৰে উত্তৰপশ্চিম পিনে পঞ্জাবৰ মুৱা হৈ তেওঁলোকে বাট ল'লে। এনেকৈ কেতিয়াবা নোখোৱাকৈ, কেতিয়াবা খুজিমাগি এ'গাল খাই, কেতিয়াবা চলে চেলুৱে পালে খোৱা বস্তু আনি তেওঁলোকে ৮।১০ দিন গৈ ৰাজপুতনা আৰু পঞ্জাবৰ মাজতে এখন বৰ ডাঙ্গৰ বননি পালে। দৌলতে ভাবিলে, তেওঁ পঞ্জাবৰ ৰাজধানী লাহোৰ পায় মানে বাদছাহৰ নতুন মানুহ নতুন শাসনকৰ্ত্তা গৈ পঞ্জাব পাব। ইয়াৰ ভিতৰতে গুলজানৰ্হঁতৰ যি হব লাগে এবিধ হব। গতিকে তেওঁৰ নিজৰ জীৱনটিক বিপদত পেলাবলৈ

লাহোৰ বুলি যোৱা তেওঁ বৰ উপযুক্ত বিবেচনা নকৰিলে। কুতবক কলে, "কুতব! আমি ইমান দিন কষ্ট কৰি আহি বৰ দুখ পালোঁ। এতিয়া এই বনতে কিছুমান দিন অলপ বিশ্ৰাম লব লাগিল। নহলে কি কৰিবা! বনৰ দাঁতিত ভীলআদি অসভ্য জাতিবোৰ আছে; সিহঁতৰ সহায়েৰে কোনোমতে জীৱন নিয়াব লাগিব।" কুতবে শুধিলে তেওঁৰ ল'ৰা তিৰোতাৰ ফালে কি হব। দৌলতে ক'লে, "তাক ভাবিলে আৰু কি হব? দিল্লীৰপৰা মানুহ গৈ ইমান দিনে পাইছে। সিহঁতৰ যি হবলগীয়া হৈছেই। বাদ্‌ছাহে মোৰ ক্ষমতাক ভয় কৰিহে যদি মোক মাৰিব খুজিছিল তেনেহলে সিহঁতৰ ওপৰত দয়া হবও পাৰে। মই আন্দাজ কৰোঁ মোক মাৰিবৰ আন একো কাৰণ নাই। মনতো তো মই ইব্ৰাহিমৰ একো অন্যায় কৰা নাই। ইব্ৰাহিমৰ লগত সৰুৰ পৰা একেলগে থাকি ডাঙ্গৰ হৈছো; আমি দুয়োজনৰ ভিতৰত বৰ প্ৰণয় আছিল। হঠাতে তেওঁ কিয় এনে কৰিলে কব নোৱাৰো। আৰু তোমাকে বা তেনেহলে বন্দী কৰিলে কিয়? মোক মৰাহে যদি উদ্দেশ্য আছিল, তেন্তে তুমি মোক গুলি কৰাত, তোমাক মৰাতো উচিত নাছিল। কি হৈছে মই হলে একো ভাবি নেপাওঁ।" কুতবে সকলো কথা জানে; আৰু তেওঁৰ বাবেহে যে দৌলত মৰিব লগীয়া হৈছিল তাকো জানে। তেওঁৰ মনত অলপ লাজ লাগিল, কেনেকৈ তেওঁ তেনে এটা কথা কয়। কিন্তু নকলেও মনে নপতিয়ায়; এটা খুদ্‌মুদনি থাকি যায়। কুতবে কলে "খাঁ চাহেব! মোক যদি তুমি ক্ষমা কৰা, তেনেহলে মই কব পাৰোঁ।" দৌলতে কালে, "কোৱা, "কোৱা কুৰ্ত্তুব! তোমাক আৰু কিহৰ ক্ষমা কৰিব লাগে? তুমি কি কৰিছা?" কুতবে আকৌ কলে, "নহয়, খাঁচাহেব! তুমি কোৱাঁ যে একো খং নকৰা, একো বেয়া নোপোৱা, আৰু মই যি কৰিছোঁ তাৰ বাবে ক্ষমা কৰিবা।" দৌলতে কলে "বাৰু কোৱাঁ। তুমি যি কৰিছা তাৰ বাবে ক্ষমা কৰিলোঁ।" তেতিয়া কুতবে কলে, "খাঁ চাহেব! গুলি কৰি তোমাক মাৰিব নোৱাৰি মনত শান্তি নেপালোঁ; পিছে যেতিয়া দেখিলোঁ সন্দেহৰ ওপৰত আন মানুহ ধৰি আনি মাৰে তেতিয়া নিজে ধৰা দিলোঁ; ভাবিলোঁ মইতো মৰিমেই, কিন্তু যাৰ নিমিত্তে মৰিবলৈ ওলাইছোঁ তাৰ এবিধ কৰিব পাৰিলেহে ভাল; এইবুলি বাদ্‌ছাহৰ ওচৰলৈ গৈ এইদৰে কলোঁ—জাহাপনা! গুলি ময়েহে কৰিছিলো; কিন্তু দৌলতৰ বৈৰুদ্ধে নহয়, আপোনাৰ বাবেহে। দৌলতে মোক শিকাই ৰাখিছিল এই সময়ত আপোনাক উপলক্ষ কৰি গুলি কৰিবলৈ; যাতে আপোনাৰ পতন হলে নিজে ৰজা হব পাৰে, সেই উদ্দেশ্যে লগত সেনাও আনিছিল বহুত। কিন্তু ভাগ্যক্ৰমে এটি গুলিও নপৰিল; শেহৰ গুলিটি পৰিলহেঁতেন কিন্তু হাতীটি ঘূৰাৰ বাবে দৌলতৰ গাতহে পৰিব।—মই এইদৰে কোৱাত সম্ৰাটে বিশ্বাস কৰিলে, আৰু দুয়োকো বন্দী কৰিবলৈ হুকুম দিলে। মই ভাবিলো যি নহক মনৰ আশা পূৰ হব।" দৌলতৰ মুখত বেজাৰ আৰু অনুতাপৰ ভাবে দেখা দিলে; দৌলতে কলে, "মই জানো, ইব্ৰাহিমে মিছামিছিকৈ সন্দেহ কৰি কেতিয়াও মোক নধৰে। আহা! মিছাতেহে এইখন হল। মই এতিয়াও যাওঁ, সম্ৰাটিৰ আগত সকলো কথা কওঁগৈ; এতিয়াও আশা আছে; নিশ্চয় ইব্ৰাহিমে বুজিব।" কুতবে গম্ভীৰ মুখকৈ কলে—"খাঁ চাহেব। মই ভাল কৰা নাই। কিন্তু এতিয়া তুমি গ'লে তোমাৰো বিপদ। দুয়ো একে লগে পলাই অহা দেখি আৰু ফিৰোজা মুকলি কৰি দিয়াত থকা দেখি সকলোৰে মনত সন্দেহ ঠিক কথাৰূপে ঠাই পাইছে; এতিয়া আৰু গলে ভাবিব তুমি উপায় নেপাই ভয়তেহে গৈছা।" দৌলতে ভাবিলে এই কথাই তো ঠিক। আৰু উপায় নেপাই বা ভয়তে যোৱা বুলি মতলব ভাবি দৌলতৰ আত্মগৌৰবে অলপ আঘাত পালে; তেওঁ ভাবিলে, যি হৈছে হৈছেই; সাপ গাঁতৰপৰা এবাৰ ওলালে আকৌ নোসোমায়। এই পথ ধৰিলোঁ; কপালত যি আছে।

যেতিয়া কুতবে নিজে গৈ সেনাপতিৰ আগত তেওঁৰ অপৰাধ স্বীকাৰ কৰে, তেতিয়াই গিয়াছুদ্দিনে কুতবক মাতি নি কলে যে দৌলতেহে ইব্ৰাহিমক মাৰিবলৈ কুতবক লগাইছিল এনেকৈ যদি কুতবে সম্ৰাটৰ আগত কয়, তেনেহলে দৌলতে মৰা পৰিব আৰু কুতবৰো উদ্দেশ্য সিদ্ধ হব। আকৌ সেনাপতিয়ে আশা দিছিল, তেওঁ বাদ্‌ছাহত কৈ মেলি কুতবৰ প্ৰাণ ৰাখিব। সিদিনা গিয়াছুদ্দিনে বাদ্‌ছাহক কৈছিলও, কিন্তু এনে গুৰু অপৰাধত বাদ্‌ছাহে কুতবৰ মুক্তি নিদিলে। দৌলতৰ বিৰুদ্ধে গিয়াছুদ্দিনৰ এনে ষড়যন্ত্ৰ কৰাৰ কাৰণ আমি কব নোৱাৰোঁ। কিন্তু তৰাবোৰ দেখি জোনাকী পৰুৱাই ধৰ্‌ফৰ্ কৰি পাৰাক্‌পিৰিক্ কৰে যি

কাৰণে, ম'ৰাক দেখি কাউৰিয়ে চালি ধৰিব খোজে সি কাৰণে, বেয়াবংশৰ মানুহ ভাল হলে, ভালবংশৰ নিৰ্গুণ পুৰুষৰ বুকু পোৰে যি কাৰণে, তাত বাজে যে আন কিবা কাৰণ আছে তাকো ভাবি নেপাওঁ। কুতবে গিয়াছুদ্দিনৰ কথা একো নকলে। দৌলতৰ ক্ষমতা আৰু কাৰ্য্যতৎপৰতা ইমান বেছি আছিল যে যেতিয়া দৌলত পলাই আহিল, তেতিয়া কাৰো বুজিবলৈ বাকী নেথাকিল, দৌলত যেনেকৈ হক দিল্লীৰ সিংহাসনত এদিন উঠিবই ; কুতবেও তাক বুজিলে, দৌলতেও বুজিলে ; ইব্ৰাহিম্ আৰু গিয়াছুদ্দিন তেওঁলোকও জানিলে। এই কাৰণে কুতবে ভাবিলে, যদি গিয়াছুদ্দিনৰ কথা কোৱা যায়, দৌলতে তেওঁৰ ভবিষ্যতে অন্যায় কৰিব পাৰিব। আৰু কথাটি গিয়াছুদ্দিনে কুতবৰ ভাল হক বুলিয়ে কৈছিল, যদিও নিজৰ স্বাৰ্থ আছিল তথাপি কুতবৰো ভালৰ নিমিত্তে চেষ্টা কৰিছিল। আৰু দৌলতো মৰিব, নিজেও ৰক্ষা পৰিব বুলি ভাবিয়ে কুতবে এনে উপায় অবলম্বন কৰিছিল। গতিকে তেওঁ সেনাপতিৰ নামকে নুলিয়ালে।

কুতবৰ কথা শেহ পৰাত দৌলতে কলে, "কুতব! মিছামিছি কথাত হে ইমান খিনি হলগৈ। মোক বিশ্বাস কৰা ; আৰু নকৰিবৰো একো কাৰণ নাই। ফিৰোজাৰ সম্পৰ্কে তোমালোকৰ বৰ ভুল ধাৰণা আছে। মোৰ নিতান্ত ইচ্ছা আছিল তেওঁক বিয়া কৰাম ; পশুৰ নিচিনা আচৰণ কৰা দৌলতৰ পক্ষে অসম্ভৱ। তেতিয়াও মোৰ বিয়া হৈ যোৱা নাছিল। কিন্তু বাটতে বিঘিনি হল। মোৰ এজন আত্মীয়ই ফিৰোজাৰ ৰূপত মোহিত হৈ তেওঁৰ ওপৰত অত্যাচাৰ কৰিব খোজে ; আৰু নেকি মোৰ কথা কৈ ফিৰোজাক লৈ আহিব খুজিছিল। শুনিছোঁ, তুমি তেতিয়া ঘৰত নাছিলা ; জেলালে ফিৰোজাৰ ওপৰত জোৰ কৰিব খোজাত সেই আত্মীয় জনক কাটি পেলায়। তাৰ লগত যোৱা মানুহবোৰে আহি কলে জেলালে কিবা কথায় দন্দ লাগি মোৰ অমাত্য এজনক কাটিছে। তেতিয়া মোৰ স্বভাবতে খং উঠিল, আৰু জেলালক বন্দী কৰি থোৱা হল। তাকে দেখি তোমালোকৰো বিশ্বাস হল ময়ে তেনে কৰিব খুজিছিলোঁ। তোমালোক পলাই আহিলা ; জেলালো পলাল। পাছে বহুদিনৰ মূৰত সেই আত্মীয় জনেই আকৌ তেনে এটা পাশবিক কাম কৰাব পাছতহে সকলো কথা ওলাই পৰিল। তেন্তে চোৰাচোন! কি কথাত কি হল ; মিছাতেহে মোক মাৰিব খুজিছিলা। ফাটেক ঘৰত ফিৰোজাক এইবোৰ কবলৈ সময় নহল, এনেইহে ক্ষমা প্ৰাৰ্থনা কৰি আহিছোঁ। আজি তোমাৰ আগত সকলো কথা খুলি কব পাৰ ভাবিছোঁ দৌলতৰ অপবাদ এটি গুচিব। বিশ্বাস কৰিলানে তুমি? দৌলতে কুতবৰ মুখৰ পিনে চালে ; কুতবে আৰু অলপ লাজ পালে ; তেওঁ কলে "খাঁ চাহেব! তোমাৰ ওপৰত মিছামিছি বহুত অন্যায় কৰিলোঁ। সকলোকে ক্ষমা কৰিবা কোৱাঁ।" দৌলতে কলে, "কুতব! তোমাৰ বা জেলালৰ দোষ নাই ; ফিৰোজা, মহাতব কাৰো দোষ নাই। তোমালোকে কথাটি যেনে শুনিছিলা, আৰু কথাও যে সেয়ে বুলি বিশ্বাস কৰাৰ যিমান কাৰণ আছিল, তেতিয়া সকলোৱে তোমালোকৰ নিচিনাই কৰিলেহেঁতেন। ময়ো তাকে নকৰি নোৱাৰিলোহেঁতেন। ইয়াত তোমালোকৰ কি দোষ আছে?" কুতবে কলে, "খাঁ চাহেব! ঠিক বুজিছা। আমি তোমাৰ কাম নুবুলি নোৱাৰিলোঁ ; সিহঁতে তোমাৰ ছাবমোহৰ থকা কাগজ এখনো দেখুৱাইছিল বোলে।" দৌলতৰ মনেমনে খং উঠিল ; মনেমনে ভাবিলে, আজিও যদি সেই মানুহ থাকিলহেঁতেন, আৰু যদি ময়ো ৰজা থাকিলোহেঁতেন! দৌলতে কলে—"উঃ! ইমানখিনি কৰিছিল!" কথায় কথায় তেওঁলোকে ভীল আদি মানুহ থকা বনৰ ওচৰত গাওঁ এখন পালে গৈ। আগত বহুদূৰ বিয়পি বননি, ওপৰত আকাশ। ভীলবোৰে, অসভ্য হলেও, অতিথিক ভক্তি কৰিছিল ; আৰু ভাল মানুহ অতিথি বা আশ্ৰিত হৈ থাকিলে, সিহঁতৰ বৰ গৌৰব আৰু আনন্দ বুলি ভাবিছিল। সিহঁত বৰ বিশ্বাসী, পৰিশ্ৰমী। ভীলৰ হাতৰ লালনপালনতেই ডাঙ্গৰ হৈ মিবাৰৰ বহুত ৰাণাই জীৱন ৰক্ষা আৰু সিংহাসন পাইছিল। সিহঁতে দৌলত আৰু কুতবক সহজতে আশ্ৰয় দিলে, আৰু তেওঁলোকে ইচ্ছা প্ৰকাশ কৰাত বনৰ দাঁতিতে, সিহঁতৰ পৰা অলপ দূৰত এটি ঘৰ সাজি দিলে।

এতিয়া কুতবে আৰু দৌলতে লগলাগি পৰামৰ্শ কৰিছে—বাবৰৰ সহায় লোৱা। প্ৰথমতে ভাবিছিল মিবাৰৰ মহাৰাণা সংগ্ৰাম সিংহৰ সহায় লোৱাৰ কথা। কিন্তু দেখিলে যে মহাৰাণাৰ লগত বাদ্ছাহে সন্ধি কৰিছে ; এই সন্ধি ভঙ্গ কৰি ৰাজপুতে এজন কিয় হেজ়াৰ দৌলত ভৰিত পৰিলেও

বাদ্‌ছাহৰ বিৰুদ্ধে নচলিব। তেতিয়া আন উপায় নোহোৱা দেখি বাবৰৰ শৰণাপন্না হবলৈ মন কৰিলে। তেতিয়া বাবৰৰ বীৰত্ব আৰু বুদ্ধিমত্তাৰ কথা চাৰিওপিনে প্ৰকাশ হৈ উঠিছে। এদিন ঘৰৰ দুৱাৰ মাৰি এনে কথাবোৰেই আলোচনা কৰি আছে, এনেতে ঘৰৰ দুৱাৰত আহি এজন ভীলে মাত লগালে। কুতবে দুৱাৰ মেলি দি দেখিলে অলপ দূৰত দুজন মানুহ, এজনী তিৰোতা। ভালকৈচাই চিনিব পাৰিলে—জেলাল, মহাতব আৰু ফিৰোজা।

# বিলাতৰ কথা।*

মিচেচ্ মল্লিক প্ৰভৃতিয়ে যদিও চাহ খোৱা শেহ কৰিছিল মিঃ জগদীশ ৰায় চৌধুৰীআৰু আমাৰ নিমিত্তে চাহ আনিবলৈ কলে। বিলাতত চাকৰবাকৰ মাতিবৰ হলে আমাৰ দেশৰ দৰে চিঁয়ৰবাখৰ কৰিবৰ প্ৰয়োজন নাই, কিয়নো প্ৰত্যেক খোটালিতে ঘণ্টা থাকে, সেই ঘণ্টা চাকৰ বাকৰ যত থাকে ত'ত শুনা যায়। বহা ঠাইৰ ওচৰৰ পৰাই হওক, কি শোৱা খোটালিতেই হওক বিজুলী ঘণ্টা কিমান ৰকমৰ ঘণ্টা সংলগ্ন থাকে— সেই সংলগ্ন ঠাই ছুই দিলে কি লাৰি দিলে ৰান্ধনী ঘৰ কি আন ঠাইত যত চাকৰবাকৰ থাকে সেই ঠাইত ঘণ্টা বাজেগৈ। কোন খোটলিৰ পৰা বাজিছে তাতে সিহঁতে গম পাই সেই খোটালিলৈ আহে। এতিয়া মিচেচ্ মল্লিকে সেইৰূপে ঘণ্টা লাৰি দিয়াত ফিট্-ফাট্ কলা কাপোৰ পিন্ধা, মূৰত বগা লেচৰ টুপি পিন্ধা আৰু কলা কাপোৰ ময়লা নহবৰ নিমিত্তে ধপ্‌ধপ্ কৰে বগা "এপ্ৰন" পিন্ধা এজনী গাভৰু ছোৱালী আহিল। তাইয়ে চাকৰণী। আমাৰ নিমিত্তে চাহ আনিবৰ হুকুম হোৱাত চাহ আনি দি তাই আকৌ গুচি গল। মিচেচ্ মল্লিকৰ লগত কথা হলোঁ। আমাৰ ইয়াৰ সুপৰিচিত শ্ৰীযুক্ত সুৰেন্দ্ৰ হালদাৰক তাত দেখা পাই বৰ সন্তোষ পালোঁ। তেওঁ আমাতকৈ তিনি সপ্তাহ কি এমাহ আগেয়ে বিলাতলৈ গৈছিল। তেওঁৰ সৈতে বিলাতত দেখা হৈ যিমান আনন্দ হৈছিল সেই আনন্দৰ অলপ তেতিয়াই ক্ষণস্থায়ীকৈ হ্ৰাস হল। আমি তেওঁৰ সৈতে বঙ্গলাত কথা কওঁ, তেওঁ ইংৰাজীত উত্তৰ কৰে—ই অলপমান মোৰ আচৰিত লাগিল। মিচেচ্ মল্লিকৰ দুজন পুতেক শ্ৰীযুত হেমন্ত মল্লিক আৰু শ্ৰীযুক্ত শিশিৰ মল্লিক আৰু তেওঁৰ দেওৰেকৰ পুতেক শ্ৰীযুত দেবেন্দ্ৰ মল্লিকেও আমাৰ সৈতে ইংৰাজীকেই কৈছিল। আমি যে ইংৰাজী কব নোৱাৰিছিলোঁ সি নহয়, কিন্তু তিমান অভ্যাস নথকাত আৰু স্বদেশী মানুহ দেখি বঙ্গলাতে কবৰ ইচ্ছা কৰিছিলোঁ। সেই দেখি আমাৰ বৰ আচৰিত লাগিছিল আৰু আমি বেয়া পাইছিলোঁ। তেতিয়া সেই ভাব হৈছিল দেখিহে এই কথা লেখিছোঁ, সেই ভাব আমাৰ মনত উদয় হোৱা উচিত নাছিল যদিও।

মিচেচ্ মল্লিকৰ থকা ঠাইতে তেতিয়া থাকিবৰ বন্দবস্ত কৰি দি জগদীশ ৰায় চৌধুৰী তেওঁৰ থকা ঠাইলৈ গুচি গল। আমি এটা খোটালি কেৰেয়া কৰিলোঁ। সেই ঘৰটো মিচেচ্ মল্লিকৰ ঘৰ নাছিল—তাতে তেওঁও খোটালি কেৰেয়া কৰিহে আছিল। শ্ৰীযুত সুৰেন হালদাৰে আমাৰ খোটালিলৈ আমাক লৈ গল। তাত বিছনা সুন্দৰকৈ প্ৰস্তুত পালোঁ। কাপোৰ থবৰ নিমিত্তে আলমাৰী আৰু দেৰাজ পালোঁ। মুখধোৱা মেজত চৰিয়া,জগ ইত্যাদি মুখ ধুবৰ সঁজুলি পালোঁ। শোৱা খোটালিত সকলো সৰঞ্জামেই পালোঁ। এটা সৰু আলমাৰীত সৰুপানী ছোৱা চেম্বাৰ পটো পালোঁ। বিলাতত সৰু পানী চোৱা কাম শোৱা-ঘৰতে কৰিব লাগে— পুৱা সেই চাকৰণীজনীয়ে উলিয়াই লৈ যায়। বিছনাখন এনে ভাবে কৰি থোৱা আছিল—জাপেই বা ক'ত মই গম নেপাইছিলো। শোধাত শ্ৰীযুত হালদাৰে দেখুৱাই দিলে— ই এটি বৰ কৌতুকৰ কথা হৈছিল।

নিশাৰ ভোজন সমাপ্ত কৰি কিছু পৰ কথাবাৰ্ত্তা পতাৰ পাছত দহমান বজাত শুবলৈ গলোঁ। সেয়ে আমাৰ এটা খোটালিত অকলৈ শোৱা প্ৰথম। ঘৰৰ দুৱাৰ বন্ধ কৰি

* গ'ল বাৰৰ বাঁহীত French Church Streetৰ ঠাইত Fenchurch Street হব।

শুই থাকিলোঁ। কিন্তু দুৱাৰ চাবি দি বন্ধ কৰিবৰ একো দৰ্কাৰ নাছিল। নানান্ ৰকম চিন্তাৰ পাছত টোপনি আহিল। ৰাতি টোপনিৰ একো ব্যাঘাত হোৱা মনত নপৰে। পুৱা সাতমান বজাত টোপনি ভাগিল। কবলৈ পাহৰিছোঁ, বিলাতত ৰাতি শোৱাৰ আগেয়ে দুৱাৰৰ আগত জোতা থৈ দিয়াৰ নিয়ম। ৰাতিপুৱা সেইবোৰ চাকৰ বা চাকৰণীয়ে চাফ্ কৰি আকৌ সেই ঠাইতে থৈ যায়। আমিও তাকে কৰিলোঁ। সাতটামান বজাত দুৱাৰত "নক্" শুনিলোঁ আৰু "Hot water, please, Sir" কোনোবাই কোৱা শুনিলোঁ আৰু বাহিৰত কিবা এটা বস্তু থৈ যোৱাৰ শবদ শুনিলোঁ। উঠিবৰ সময় হল ভাবি বিছনা এৰিলোঁ। এই খিনিতে এটা কথা কৈ থওঁ। আমি বিলাতত বহুকাল থাকি এই দেখিছোঁ যে ভাৰতবৰ্ষৰপৰা নকৈ যোৱা মানুহে বৰ সোণকালে পুৱা উঠে—কিয়নো আমাৰ ইয়াত সেইয়েই অভ্যাস। অলপ দিন থাকিলে উঠা সময় পিছু হুঁহকি যায়। সেইবুলি আমি নকওঁ যে বিলাতত কোনো মানুহ অতি প্ৰত্যুষে নুঠে। "Early to bed and early to rise" অৰ্থাৎ সোণকালে শুবলৈ যোৱা আৰু পুৱাই শয্যা ত্যাগ কৰা ইংৰাজী ভাষাৰেই বচন। সি বাৰু যি হওক আমি মুখ ধোৱা মেজৰ জগত থকা চেচা পানীৰেই মুখ হাত ধুই কাপোৰকানি পিন্ধি মিচেচ্ মল্লিকাৰ আহাৰ-গৃহলৈ (dining room) গ'লোঁ। সেই খোটালিৰপৰা বাট দেখি। চাকৰণীয়ে জুহালত কয়লা আৰু খৰি দি জুই ধৰিলে। অলপতে জুই জ্বলি খোটালি তপত কৰিলে। তলৰ পৰা চাহৰ বাচন বৰ্তন আনি চাকৰণীজনীয়ে ব্ৰেক্‌ফাষ্টৰ আয়োজন কৰিবলৈ ধৰিলে। আমি খিলিকিৰ ওচৰত বহি বাটেদি দুজন এজন মানুহ যোৱা দেখি ভাবিলোঁ। ইহঁত কৰ পৰা আহিছে, ক'লৈ যাব লাগিছে, বাটৰ আদিয়েই বা কত, অন্তইবা কত—আমাৰ একো জ্ঞাত নাছিল। আমাৰ অতীত আৰু ভবিষ্যত জীৱনৰ কথা ভাবিবলৈ ধৰিলোঁ। ঘৰৰ কথা মনত পৰিল—লাহে লাহে স্বৰ্গীয় পিতৃ, ককাই, দেৱ দুজনৰ কথা, স্বৰ্গীয়া জননীৰ কথা মনত পৰিল। পয়ত্ৰিচ্ ছয়ত্ৰিচ্ দিন আগেয়েই বা ক'ত আছিলোঁ আৰু এতিয়াই বা ক'ত? এইবোৰ নানান্ কথা ভাবি, কবলৈ লাজ কৰাৰ একো প্ৰয়োজন নাই, চকুৰ পানী ওলাল। আধা ঘণ্টামানৰ মল্লিক পৰিয়াল ব্ৰেক্‌ফাষ্ট খাবলৈ নামি আহিল। তেওঁলোকে আমাক অতি আদৰেৰে ব্ৰেক্‌ফাষ্ট খুৱালে। ব্ৰেক্‌ফাষ্টত পৰিজ, বেকন আৰু কুক্কুটডিম্ব চাহ টোষ্ট মাখন খালোঁ—জাহাজত খোৱাৰ ইয়াতকৈ বেছি আড়ম্বৰ পাইছিলোঁ। ব্ৰেক্‌ফাষ্টৰ পাছত বহি আছোঁ, এনেতে মিচেচ্ মল্লিকৰ সৈতে দেখা কৰিবলৈ মিচেচ্ বি, এল, গুপ্ত, আহিল। তেখেঁত লণ্ডনত ল'ৰা-ছোৱালীৰ শিক্ষাৰ্থে তেতিয়া বাস কৰিছিল। মিচেচ্ মল্লিকে আমাৰে সৈতে তেওঁৰ চিনাকী কৰাই দিলে। বাইদেৱ শ্ৰীযুতা স্বৰ্ণলতা দেৱীৰ সৈতে তেওঁৰ পৰিচয় আছিল। মিচেচ্ গুপ্তলৈ তেওঁ মোক চিনাকী চিঠিৰ দৰে এখন চিঠিও দিছিল। সেই চিঠি মিচেচ্ গুপ্তক দিলোঁ। তেওঁ তাৰ পাছ দিনা আমাক ডিনাৰলৈ নিমন্ত্ৰণ কৰিলে। তেওঁৰ পৰিধেয় দেশীমতে শাড়ীয়ে আছিল—শাড়ীৰ ওপৰত ক্লোক্।

তাৰ অলপ পাছতে আজিকালি বঙ্গীয় চিভিল চৰ্ভিচৰ জজ (তেতিয়া পাঠ্যাৱস্থাত) শ্ৰীযুত জ্ঞানেন্দ্ৰ ৰায় আহিল। তেওঁ আমাৰে কথা জানিবৰ নিমিত্তে মিচেচ্ মল্লিকৰ সৈতে দেখা কৰিবলৈ আহিছিল। তেওঁক মিচেচ্ কীটিং বুলি এজন ইংৰাজ মহিলাই আমাৰ বিষয় শুধি পঠায়—সেই নিমিত্তেই তেওঁ আহিছিল।

দেৱতাৰ মৃত্যুৰ অতি পাছতেই মাজিউ ককাইদেৱ শ্ৰীযুত কমলাভিৰামৰ মৃত্যু হয়। দেৱতাৰ মৃত্যুৰ পূৰ্ব্বেই জননীক আৰু ডাঙৰ ককাইদেৱ শ্ৰীযুত কৰুণাভিৰামক হেৰুৱাওঁ। তেতিয়া আমাৰ বহুতো অভিভাবক হল—তাৰে হাইকোৰ্টৰ বিখ্যাত উকীল ৺দুৰ্গামোহন দাস আৰু প্ৰসিদ্ধ বৈজ্ঞানিক শ্ৰীযুত জগদীশচন্দ্ৰ বসুৱেই প্ৰধান। দুৰ্গামোহন বাবুৰ মাজিউ পুতেক ব্যেৰিষ্টৰ শ্ৰীযুত এচ্, আৰ্, দাস সেই পীয়েৰচনৰ লেষ্টাৰৰ ইস্কুলত আছিল দেখি পীয়েৰচনহঁতলৈ তেওঁবিলাকে লেখে, সেইদেখিয়েই মিচেচ্ পীয়েৰচন আৰু মিচ্ পীয়েৰচন ডকচলৈ যায়। ইপিনে ডাক্তৰ জগদীশ বসুৱে তেওঁ বন্ধু লণ্ডনৰ এটি উপনগৰ ব্ৰিক্‌চ্‌টনৰ টাল্‌চ্ হিলত থকা মিচেচ্ কীটিঙলৈ চিঠি লেখে— ডাকতো চিঠি লেখে আৰু মোৰ লগতো এখন চিঠি দিয়ে। মিচেচ্ কীটিঙে ডাক্তৰ বসুৰপৰা চিঠি পাই শ্ৰীযুত জ্ঞানেন্দ্ৰনাথ ৰায়লৈ চিঠি লেখে— সেই দেখিয়েই সেইদিনা পুৱা মিষ্টৰ ৰায় মিচেচ্ মল্লিকৰ তালৈ গৈছিল। এই মিষ্টৰ ৰায়ে মোৰ নিমিত্তে দুই তিনি দিনৰ বহুমূল্য সময়ৰ কিছু দিছিল—

সেইগুণে এই খিনিতে তেওঁৰ শলাগ লৈ থওঁ। মিষ্টৰ ৰায়ে মোৰে সৈতে ব্ৰিক্‌চ্‌টনলৈ যাবলৈ দুদিন পাছত "এন্‌গেজ্‌মেণ্ট্‌" কৰি গল।

মোৰ লগত কেৱল মাথোন চাঁদনীবজাৰৰ কাপোৰ আছিল। সেইদেখি অলপো সময় নষ্ট নকৰাকৈ ওচৰৰে নটিংহিলত ফ্ৰেড্‌কীন্‌ বুলি দৰজিৰ দোনাক মিষ্টৰ হেমন্ত মল্লিকে মোক লৈ গৈ এটা চুট্‌ আৰু এটা ওভাৰকোট "অৰ্ডাৰ" দিলে। চুটৰ দাম তিনি গিনি অৰ্থাৎ আজিকালিৰ হিচাপ মতে ৪৫ দ. অনা আৰু ওভাৰকোটৰ দামো তিনি গিনি। ১৮৯৫ চনত এক পাউণ্ড ওঠৰ টকাতকৈ অলপ বেছি আছিল। আমাৰ দেশৰ মানুহে এক পাউণ্ড আৰু এক গিনি একে ভাবে; কিয়নো সাধাৰণ ভাষাত পাউণ্ডকে গিনি কয়। এক গিনি বুলি কোনো এটা মুদ্ৰা নাই—এক চভাৰিন্‌ অৰ্থাৎ পাউণ্ড আৰু এটা শ্বিলিং এক গিনি।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা

# গুটিদিয়েক চিন্তাৰ ঢৌ।

(৯)

যেই সেই জাতি বঙাল হোৱাৰ দুটি বাট স্বকীয় আনটি বাট পৰকীয়। আগতে দেখাই আহিছোঁ যে, যেতিয়া কোনো মানুহৰ বা জাতিৰ দুপৰে বয়স বা দ্বাপৰ যুগ হয় তেতিয়া সেই মানুহ বা জাতি, হয় তেজৰ বলত নিজক সংযত ৰাখিব নোৱাৰি অত্যাচাৰী হৈ পতনৰ অৱস্থালৈ নামি আহে, নহয় বিৰাগী হৈ উন্নতিৰ ফালে পিঠি দি আনৰ তলতীয়া হয়। হিন্দু আৰ্য্য জাতিৰ বাহিৰে আগত উল্লেখ কৰা পুৰণি জাতিবিলাকৰ ভিতৰত যি পৰকীয় বাটেদি অৰ্থাৎ নিজ দৰ্পৰ দোষত আনে ৰাজ্য দখল কৰাত কলি প্ৰবেশ হৈ বঙাল হল তাক পৃথিৱীৰ বুৰঞ্জী পঢ়িলেই বুজা যায়। এইদৰে কোনো এটি জাতি বঙাল হলেও বেছি দিন কলিযুগ তাত নাথানে, কিয়নো পৰকীয় বাটেদিকলি প্ৰবেশ হলেও কোনো এটি জাতিৰ নিজৰ সুকীয়া অস্তিত্ব নাথাকিব পাৰে কিন্তু আন উন্নত জাতিৰ লগত একেবাৰে মিলি গৈ একে হৈ পৰে। কলিযুগৰ দুখ নিকাৰ নুভুঞ্জাকৈ এনে দৰে এক হৈ মিলি যোৱাও ভাল তথাপি ঘোৰ কলিৰ শাপত পৰি নিজৰ ল'জ লগা অস্তিত্ব ৰাখি বঙাল হৈ থকা ভাল নহয়। প্ৰকৃতিৰ তত্ত্ব ভাল দৰে টলকি চালে জনা যায় যে তেজৰ দৰ্পত অত্যাচাৰ কৰি অৱনতি লাভ কৰা ডোলৰাটিৰ ভাল হোৱাৰ আশা আছে, কিয়নো পিছে তাৰ দৰ্প চুৰ হৈ সজ জ্ঞান (Reaction) আহি পৰিব পাৰে, কিন্তু দ্বাপৰযুগত যি ডেকাল'ৰা বিৰাগী (Passimist) হৈছে, সি উলটি লাওটোকাৰি লোৱা অৱস্থা এৰি মানুহ হৈ থকা অৱস্থা পোৱা টান। হিন্দু আৰ্য্যজাতিৰ ভ্ৰষ্ট সন্তানবিলাকলৈ কলিযুগ আহিল। স্বকীয় বাটেদি অৰ্থাৎ তেওঁবিলাকে গুৰিতে অসাৰ ধৰ্ম্ম লৈ নিজে নিজে কলিযুগক মাতি আনিলে। এই মহাপাপে এতিয়াও এৰা নাই। এই কথাৰ আঁতি গুৰি বিচাৰ কৰি দেখিলে ইয়াকেই হে ঢুকি পোৱা যায় যে হিন্দু আৰ্য্যবিলাকে ৰাম অৱতাৰৰ দিনৰেপৰা বুদ্ধ অৱতাৰৰ ভাৱনা শেষ হোৱালৈকে বৰ দীঘল দিন দ্বাপৰ যুগ ভোগ কৰি শেহত দেখিলে, গুণে জ্ঞানে বলে বিক্ৰমে তেওঁলোকৰ সমনীয়া জাতি সেই কালত পৃথিবীত কোনো নাই, এই কাৰণে মদ গৰ্ব্ব বা "মই বৰ" স্বভাৱে তেওঁবিলাকক লগ ধৰা স্বাভাবিক। আৰু আন প্ৰকাৰে চাবলৈ গলেও যি কোনো জাতিৰ যেতিয়া দ্বাপৰ যুগ হয় তেতিয়া সেই জাতিটি বাবু অৰ্থাৎ বিলাসী হৈ পৰে। যিকোনো জাতিৰেই হোক নোহোঁক এই সময়ৰপৰাই যিকোনো প্ৰকাৰেই হোক জাতি ভেদৰ সৃষ্টি হয়। ইয়াৰ কাৰণ এই যে জাতিৰ ভিতৰত তেতিয়া অনেক মানুহ আঢ্যৱন্তহৈ জ্ঞানে মানে বৰ হোৱাৰ গতিকে নানা প্ৰকাৰ উপাধিৰে ভূষিত হৈ পৰে আৰু সেই উপাধিবিলাকেই বাপতীশাহোনীয়া পাতি একো একো ফৈদ "মইবৰ" হৈ পৰে। তেতিয়া সেই জাতিটিৰ ডাঙৰীয়া মানুহবিলাকে শাৰিৰিক পৰিশ্ৰমক ঘিণ কৰি তলৰ শ্ৰেণীৰ মানুহবিলাকক আলধৰা পাচনি ৰাখি নানা প্ৰকাৰ খাপত ভাগ কৰি পেলায়। যিবিলাক ডাঙৰীয়াসকলৰ গা-লগা (কায়স্থ মানুহ) হৈ পৰে সিবিলাকেও নিজক ওখখাপৰ

ভাবি ডাঙৰীয়াসকলৰ গা-নলগাবিলাকক শাৰী শাৰীকৈ ভাগ কৰে। তেওঁবিলাকৰো গা-লগাখিনিক ছাঁত ভৰি দিয়া স্পৃশ্য পাতে, গা-নলগাখিনিক ছাঁত ভৰি নিদিয়া অস্পৃশ্যশুদিৰ (Negro) পাতে। হায়! কি ভুত কি বৰ্ত্তমান দুই কালতেই দেখোঁ এই অস্পৃশ্য (Negro) বিলাকৰ ওপৰত বৰ অত্যাচাৰ! কালে ইয়াৰ কি প্ৰতিশোধ নিদিব? হিন্দু আৰ্য্যজাতিৰ দ্বাপৰযুগৰ অৱস্থাত দেখা যায় যে তেতিয়া ব্ৰাহ্মণ ক্ষত্ৰিয়বিলাক ডাঙৰীয়া হৈ উঠিছিল; নিজে আনক গোলাম বান্দী ৰাখি গা খটোৱা কাম একোকে নকৰিছিল। তেতিয়াৰ দিনত জাতিভেদ পদমৰ্য্যদা লৈহে আছিল, এতিয়াৰ বঙালৰ দৰে নাছিল; কাৰণ আপস্তম্ভ সূত্ৰ পঢ়ি পোৱা যায় যে তেতিয়াৰ দিনত বামুণে শূদিৰক খানচামা ৰাখি ভাত ৰন্ধাই খাইছিল—মাত্ৰ এই নিয়ম আছিল যে গা-লগা সূদিৰে মূৰ দাৰি টকলাকৈ খুৰাই, ভাত আঞ্জাত কেনেবাকৈ নোম চুলি পৰে বুলি, আৰু সেপ পৰে বুলি মুখত কাপোৰ বান্ধি বামুণক ভাত বান্ধি খুৱাব। বঙাল নহলে লগুয়ালি কাম, জ্ঞানৰ পৰিশ্ৰম কৰা ওখ শ্ৰেণীৰ মানুহে নকৰাটিয়েই সকলো সময়তেই প্ৰচলিত। খানচামা বেহেৰা যে আগৰ আৰ্য্যজাতিৰ ভিতৰতো প্ৰচলিত আছিল তাক মূল ৰামায়ণ পঢ়িলেও পোৱা যায়। শ্ৰীৰামচন্দ্ৰ বনলৈ যাওঁতে দশৰথ ৰজাই আক্ষেপ কৰি কান্দিছিল যে বস্যাহাৰ সময়ে শুদাঃ কুন্তলা ধাৰিণঃ অহং পূৰ্ব্ব পচন্তিশ্চ মহৎ পূৰ্ব্ব পচন্তিশ্চম পচন্তা পান ভোজনং"। আগয়ে খানচামাক শুদা বুলিছিল। এতিয়া চাহাবলোকৰ খানচামাৰ যেনেকৈ পাগুৰিৰ ওপৰত নক্সা লগোৱা কেপ এটি থাকে, আগেয়ে আৰ্য্যজাতিৰ খানচামাবিলাকৰ কাণত উন্তি পিন্ধা আছিল। খোৱা লোৱাত যে কলিযুগৰ নিকাৰ ভুঞ্জা বঙালৰ দৰে দ্বাপৰযুগত হিন্দু আৰ্য্যবিলাকৰ জাতিভেদ যে নাছিল তাৰ প্ৰমাণ মনুশাস্ত্ৰতে অনেক পোৱা যায়। এতিয়া টানত পৰি ঘোৰাৰ মঙহ খালেও যেনেকৈ বৰ্ত্তমান ইউৰুপীয়ান জাতিৰ জাত নাযায় অৰ্থাৎ মঙহ খোৱা জাতিয়ে টানত পৰিলে অখাদ্য মঙহ খালেও তেতিয়াৰ দিনত আজিকালি আমি বঙালৰ দৰে জাত নগৈছিল যে তাৰ প্ৰমাণ বিশ্বামিত্ৰ ঋষিয়ে ভোকত তত নাপাই চণ্ডালৰপৰা কুকৰৰ পিৰা এটি লৈ খাই ছিল—"ক্ষুধাৰ্ত্তা চাত্তমভ্যাগাদ্বিশ্বামিত্ৰ স্বজাদ্মনিংচণ্ডাল হস্তাদাদায় ধৰ্ম্মাধৰ্ম্মবিচক্ষণঃ"। আন পটন্তৰ দেখাবই নালাগে, আমাৰ অসমীয়া মহাভাৰতৰ ভীম-চৰিত পুথিখনি পঢ়িলেও পোৱা যায় যে আৰ্য্যজাতিৰ দ্বাপৰযুগত আৰ্য্যবিলাকে যাৰে তাৰে হাতে ৰন্ধা খোৱাটিত জাতিভেদ নাৰাখিছিল, কিয়নো, ভীমেও বকাসুৰ, কছাৰি বা ডফলাৰ দৰে মানুহৰ খোৱা খাইছিল, কেৱল প্ৰবৃত্তি হলেই হল; কিন্তু তেতিয়া খোৱাৰপৰা কাৰো জাত নগৈছিলে। "বকাসুৰ ভাই, তুমি থাকা চাই, আমি নিওঁ খাই"। ইয়াৰ বাহিৰেও সেই কালত ছোৱালী সম্বন্ধে তল খাপৰপৰা ওপৰ খাপলৈ সুন্দৰী ছোৱালী হলেই "কুলেপিহীনা বিবাহনীয়া" প্ৰথা আছিল যে তাৰ অনেক প্ৰমাণ পোৱা যায়। বশিষ্ট আৰু মন্দপাল ঋষিয়ে নীচ কুলৰ ছোৱালী বিয়া কৰিও সেই কালত তেওঁবিলাকৰ ঘৈণীসকলে সমাজৰ ভিতৰত পূজনীয়া হৈছিল, যথা "অক্ষমালা বশিষ্ঠেন সংযুক্তাধম যোনিজা শাৰঙ্গি মন্দাপালেন জগামভ্যাৰ্হণীয়তাম"। এতেকে বুজা যায় সেই কালত অসবৰ্ণ বিবাহ চলিছিল। তেন্তে আজি কালিৰ বামুণে আগৰপৰা গুৰিলৈকে পবিত্ৰ বামুণৰতেজৰপৰাই জন্ম হোৱা বুলি গপ কৰিলে নাখাটে, কিয়নো মিহলি তেজৰ Mixed blood অৰ পৰা জন্ম হলেও সেই কালত বামুণ হব পাৰিছিল। বিশেষকৈ কি আধুনিক কি পৌৰাণিক কোনো এটি জাতিয়েই পৃথিৱীত মিহলি-তেজৰ Mixed blood নহৈ থাকিব নোৱাৰে যে মানৱ জাতিৰ বুৰঞ্জীয়েই তাক প্ৰমাণ কৰে। আৰু মিহলি তেজৰ দ্বাৰাই যে, সমাজে গ্ৰহণ কৰিলে, কোনো এটি জাতিৰ সন্তাবিলাকৰ উন্নতি এৰি অবনতি নাই ইয়াকো অনেক জাতিৰ বুৰঞ্জীত পোৱা যায়। যেই সেই জাতিৰেই দ্বাপৰযুগত সাহ আৰু স্বাধীনতাৰ পূৰ্ণবিকাশ থকাৰ গতিকে নোখোৱা নোলোৱা জাতিভেদ বঙালৰ দৰে থাকিব নোৱাৰে; কেৱল মান মৰ্য্যাদা লৈহে মাথোন জাতিভেদ প্ৰৱলভাৱে থাকে।

সেই কালত আন কি বামুণে চাকৰি কৰিলেও অতিকৈ মানৰ হানি হৈছিল। তাৰ প্ৰমাণ মনুতেই এঠাইত লিখা আছে যে বামুণে সকলো কামকে কৰি জীবিকা আৰ্জিব পাৰে কিন্তু শ্ববৃত্তি অৰ্থাৎ কুকুৰৰ বৃত্তি চাকৰি নকৰিব। মুঠতে চাবলৈ গলে সেই কালত বামুণ ইমান ডাঙৰীয়া আছিল যে বামুণে লগুৱালি কাম একোকে নকৰিছিল; বামুণক ভাত ৰান্ধি দিছিল শূদিৰে,আলপৈচান ধৰিছিল শূদিৰে, ভাত ৰন্ধা আদি খানচামাগিৰি কাম বামুণে তেতিয়াৰ দিনত কৰিলে বামুণ পতিত হৈছিল, যথা—"অসিজীবি,

দেৱল ঃ গ্রামযাজক ঃ আতুৰ ঃ সুপকাৰশ্চ ষড়েতে ব্রাহ্মণাধমঃ” এই ছয়টী বামুণ অধম। শ্লোকটি ভাঙি কওঁ—আসিজী বি” অর্থাৎ তৰোৱাল ধৰি যুদ্ধবিদ্যাৰ দ্বাৰাই যি বামুণে জীৱন নির্ব্বাহ কৰে। “মসিজীবি” অর্থাৎ মহিচুঙাত কলম সুমাই লেপেতা কাঢ়ি বা কুকুৰ-বহুনা দি বহি কাকতপাত খচ্‌খচ্‌কৈ লিখি যি বামুণে দৰমহা লৈ পেট পালে, দেবলঃ দেৱালৰ ঠাকুৰ, গ্রামযাজকঃ গাৱঁত শৰাধ কৰি খোৱা বামুণ, আতুৰঃ লম্পট বামুণ, সুপকাৰঃ ভাত ৰান্ধনি বামুণ। এতিয়া কলিযুগৰ ক বুলিব নজনা বামুণ আগৰ দিনত বামুণ হৈ থাকিব নোৱাৰিছিল, তেওঁ শূদিৰৰ কুলত নামিবলৈ মনুৰ আইনমতে বাধ্য হৈছিল; যথা “যে অনধীত্য দ্বিজো বেদমন্যত্র কুৰু তেশ্রম্ম সজীবেন্নব শূদত্বমাশু গচ্ছতি চান্বয়ঃ”। এতিয়া কলিযুগৰ আমাৰ অসমীয়া বাপুসকলে নো কি কয়? তেখেতসকলে ভাটীদেশৰ ফালে চাৰিখন বেদ থকা কাণেৰে শুনিও বামুণৰ জাততেই আছে নে?

দ্বাপৰ যুগত যেতিয়া হিন্দু আর্য্যবিলাকৰ পুর্নবিকাশ হৈছিল তেতিয়া যে কলিযুগৰ হিন্দু বঙালবিলাকৰ দৰে খোৱা লোৱাত তেওঁলোকৰ জাতকুল নগৈছিল তাৰ অনেক প্রমাণ দেখাব পাৰি তেন্তে কলিযুগৰ হিন্দু বঙালৰ ভিতৰত খোৱা লোৱাত জাত যোৱাৰ মূল কাৰণ কি তাক ভাল দৰে বিচাৰি কৰি দেখা যাওক। পোনতে কিন্তু এটি কথা কওঁ,—আচল জাতিৰ কেতিয়াও জাত নাযায়, বিচলৰো জাত নাযায় আৰু নকলৰো জাত তেনেই থাকে; কিন্তু বঙালৰ হলে জাত যায়। এতিয়া জাতটি কেনি যায় তাক চকুৰে দেখা নাপায়। ভাল দৰে পিটিকি চাবলৈ গলে যি জাতি গুৰিতে ভ্রষ্ট হৈ পৰাধীন হৈছে তাৰেই জাত যায় অর্থাৎ যাৰ জাত নাই তাৰেই জাত যায়, যি জাতি বলে বিক্রমে মানে গৌৰৱে কেউ প্রকাৰে উন্নত আৰু স্বাধীন তাৰ জাত কেতিয়াও নাযায়, কিয়নো সেই জাতিৰ জাত আছে।

শ্রীকমলাকান্ত ভট্টাচার্য্য

# নিষ্ফল।

হৃদযে যদি হৃদয় নেপায়
তেন্তে হিয়াৰ মোল নো কি?
সঙ্গীতে যদি প্রাণ ননচায়
তেন্তে বা তাৰ ৰোল নো কি?
নীৰলে ফুলি থাকে ফুল,
আপোনাত আপুনি আকুল,
যদি সেই ফুললই বিয়াকুল হই
নাহে অলিকুল,
যদি তাৰ সৌৰভ মিলি যায়
মলয়াক গোন্ধেৰে বুৰাই,
তাৰ মধুৰ কান্তি কোমল প্রাণটি
আপুনি শুকায়,
তেন্তে সি ফুলা ফুল নো কি?
আকাশত উজলে জোনাই
জগতক অমিয়া বিলাই,
যদি সেই মাধুৰী ৰূপলহৰী
কোনেও নেচায়,
যদি জোনালী কিৰণ পৰি গাত
নজগায় বাসনা হিয়াত,
যদি তাৰ পৰশনে শুকান প্রাণে
নহয় শান্তিপাত,
তেন্তে জোনৰ ৰ'ল নো কি?
হৃদয়ে হৃদয় বিচাৰে
বান্ধিব মৰম-পাশেৰে
বাহুলতা মেলি শূন্য আকোঁৱালি
কোনজনে ফুৰে?
যদি নুশুনে মিলন বেণুৰ মাত,
নুফুলে প্রণয়-পাৰিজাত,
হলে নিজৰ মাধুৰী নিজে অধিকাৰী
হিয়া নহয় শাঁত।

শ্রীসূর্য্যকুমাৰ ভূঞা

# হাকিমৰ পঞ্চাৱতাৰ

পদ। প্ৰথমে প্ৰণমো চাহাবৰূপী সনাতন।
সৰ্ব্ব-অৱতাৰৰ কাৰণ চৰ্ম্মখান ॥
তযুপদ কমলত চাকৰী ভৈলা জ্বাত।
ক্ষণে ক্ষণে অৱতাৰ ধৰা অসংখ্যাত ॥
মুঞ্চুপ-ৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা বিধি যত আদা-যে লতত ॥
ৰাজা প্ৰজা সবাক দেখাইলা নিজ মায়া।
বৰ বৰ মাছিয়াত নধৰে তযু কায়া ॥
কূৰ্ম্ম অৱতাৰ ভৈলা চৱডিপ্তি ৰূপে।
লক্ষ প্ৰহৰৰ পন্থ কম্পন্ত প্ৰতাপে ॥
কৰিলেক পৰি স্তুতি কছাৰী মিকিৰে।
ধৰিলা বেটৰ কোবা প্ৰভু পৃষ্ঠোপৰে ॥
দিব্য যজ্ঞ পুলিছ স্বৰূপ ভৈলা তুমি।
লীলায়ে দন্তৰ অগ্ৰে নিখন্দিলা ভুমি ॥
তোমাক কৰিলে যুদ্ধ অজ্ঞান যে বীৰি।
অপ্ৰয়াসে তাহাঙ্ক মাৰিলা দন্তে চিৰি ॥
আদি দৈত্য স্কুলৰ পণ্ডিত বলীয়াৰ।
বৰবাবু ৰূপে হিয়া বিদাৰিলা তাৰ ॥
কৰিলা নিৰ্ভয় পাইল,বালকে উল্লাস।
ভক্ত গৰু' চাই প্ৰভু কৰিলা আশ্বাস ॥
মৌজাদাৰ ৰূপে চাহাবৰ বাক্য পাল।
একক স্থাপিলা ছলে আনক নিকালি ॥
দাসদাসী আক্ৰমিলা চৰণৰ গতি।
তযু দেহে তুমি কীট ভৈলা উতপত্তি ॥
শতশত আৰু ৰূপ ধৰিছা সাক্ষাত।
মণ্ডল, পিয়দা, চাপৰাছি ৰূপে যত ॥
চকিদাৰ ঢ়াকোৱাল কনিষ্ঠ-যে-বল।
গাঁওবুঢ়া আলিৰ বাবু পিয়-দা প্ৰৱল ॥
ইত্যাদি অনেক ৰূপে মহিমা প্ৰকাশি।
সৃষ্টিক ৰাখিছা প্ৰভু ধৰণীত আসি ॥
তযু ৰঙা চৰণত সহস্ৰ প্ৰণতি।
কৰিয়োক প্ৰভু মোৰ যেন তেন গতি ॥
স্বৰ্গ বৈকুণ্ঠৰ সুখ মোক্ষপদ কিবা।
যশ মান অৰ্থ ৰাশি যত আছে যিবা ॥
কিছুকে নামাগোঁ প্ৰভু আমি দীন জন।
গাঁওবুঢ়া পাতি প্ৰভু কৰা মুক্তিদান ॥
তাকো যদি নপাইবোহোঁ প্ৰভু শুনিয়োক।
চকিদাৰী পদ দিয়া মোক্ষ সাধিয়োক ॥
তোমাক পাইলে প্ৰভু ধুৱাহবোঁ চৰণ।
মোক্ষ হৌক বুলি প্ৰভু কৰিবোঁ সেৱন ॥
যত যিবা "ভাল মন্দ" লাগয় তোমাক।
লইবোঁ প্ৰভু নিজ মাথে ভাৰ যোগাইবাক ॥
হেনয় ভকত তযু আতিযে গহন।
কৰিয়োক দয়া প্ৰভু আমি দীন জন ॥
হাকিম চৰণ চিন্তি এৰা আমজিম।
সমস্ত সমাজে বোলা হাকিম হাকিম ॥

শ্ৰীচাকৰীদাস শৰ্ম্মণঃ কবিনিবাসস্য

# বিদায়।

প্ৰকৃতিৰ কোমল কোলাত
শান্তিময় আছে তৱ ঘৰ ;
থাকা তাত লয়লাস মনে
দেখি ছবি সুখ-সপোনৰ।

নপৰেও কদাচিতো আৰু
খোজ মোৰ তোমাৰ পঁজাত ;
উলাহতো নানাচে ই প্ৰাণ
ভোল গই তোমাৰ কথাত।

কুলু-কুলু সুৰে বই যোৱা
পৰ্ব্বতীয়া জুৰিৰ কাষত,
গোৱাঁ গান মধুৰ সুৰেৰে
লই বীণা কোমল হাতত।

নেদেখিবা কেতিয়াও মোক
ফুৰা সেই তটিনী তীৰত
তযু গান শুনিবৰ আশে
কায় চাপি যোৱা হেপাহ।

ওচৰৰ গছ লতা বনে
বতাহত হালিব জালিব
সেউজীয়া পাত গাত লই
প্ৰকৃতিৰ জেউতি চৰাব।

বসন্তৰ কুলি কত তাতে
পৰি পৰি ৰঙতে মাতিব ;
শুনি শুনি আপোন পাহৰি
কত বাটৰুৱা ভোল যাব।

তথাপিতো কেতিয়াও মোক
নেদেখিবা হাবিৰ মাজত ;
আৰু তুমি নুশুনা দুনাই
সুৰ ধৰা কুলিৰ লগত।

বহি দুয়ো জোনালী ৰাতিত
ওখ শিলনিৰ ওপৰত
পাঙিছিলোঁ ভাঙিছিলোঁ আমি
কত কথা মনৰ মাজত।

এয়ে তাৰ শেষৰ বিদায়,
এয়ে তাৰ শেষৰ মেলানি ;
কত জোন ওলাব সোমাব
কিন্তু এয়ে শেষ সামৰণি।

সন্ধিয়াৰ ৰঙা বেলিটিয়ে
হেপাহেৰ শেষ বাৰ চাই
হাঁহি মুখে পৃথিবীৰ ফালে
লাহে লাহে কেনিবা লুকায়।

সেইদৰে শেষবাৰ মই
হাঁহি মুখে তোমালই চাই
কালৰ সোঁতত উটি যাম
কেনিবাদি নেদেখা দুনাই।

সব আশা শেষ হল আজি,
নকৰোঁও একোকে কামনা ;
নুপুৰাওঁ নুপুৰাওঁ আৰু
হৃদয়ৰ অতৃপ্ত বাসনা॥

"যদু"

# গৌতম বুদ্ধ।

(২)

সিদ্ধাৰ্থৰ মোমায়েক কলি-ৰাজ (১৩) দন্তপাণিৰ কন্যা গোপায়ো (১৪) ৰাজপুত্ৰকেই মনতে পতি বৰিছিল। ৰজা শুদ্ধোদনে দন্তপাণিলৈ বিয়াৰ প্ৰস্তাৱ কৰি পঠিয়ালে। কিন্তু দন্তপাণিয়ে উত্তৰ দিলে যে শাক্যসকলে কেতিয়াও ধন দেখি বশ নহয় ; ৰাজকুমাৰে নিজে গুণ আৰু বিদ্যাত পাৰ্গতালি দেখুৱাওক, তেওঁ সাগ্ৰহেৰে গোপাক কুমাৰক দান দিব। ৰাজসভাত সকলোৰে সাক্ষাতত পিতাকৰ ইচ্ছামতে সিদ্ধাৰ্থই অস্ত্ৰশিক্ষা, অশ্বচালন, শিল্প, গণিত, বিজ্ঞান,দৰ্শন, ব্যায়াম,কাব্য,ব্যাকৰণ, অৰ্থনীতি প্ৰভৃতি ৰাজনৈতিক কৌশল, যোগ প্ৰভৃতি ধৰ্ম্মানুশীলন-কৌশল সকলো বিষয়েতে উৎকৰ্ষ দেখুৱাই সকলোকে মোহিত কৰিছিল।

সেই সময়ত কোঁৱৰৰ ১৯ বছৰ বয়স। মহাসমাৰোহেৰে গোপাৰ লগত সিদ্ধাৰ্থৰ বিয়া হৈ গল। ৰাজকোঁৱৰ যেনে গুণবাণ ন্যায়বান আৰু বিদ্বান আছিল, ৰাজবধূ গোপাও তেনে গুণৱতী বুদ্ধিমতী আৰু বিদুষী হোৱাৰ কাৰণে সিদ্ধাৰ্থ আৰু গোপাৰ মিলনত মণি-কাঞ্চনৰ যোগ হৈছিল, সোণত সুৱগা মিলিছিল। ন বোৱাৰী গোপাদেৱীৰ বিষয়ে ললিতবিস্তৰত এটি সাংসাৰিক কথাৰ উল্লেখ আছে। গোপাই কি শাহু,কি শহুৰ বা অন্যান্য কুটুম্বসকলৰ আগত কেতিয়াও ওৰণি লৈ মুখ ঢাকি নুফুৰিছিল। ৰাজ-অন্তঃপুৰৰ তিৰোতামহলত এই বিষয়ে ফিচিঙা-ফিচিঙি হোৱাত বিদুষী গোপাই এইদৰে উত্তৰ কৰি নিজৰ ওজস্বিতা প্ৰকাশ কৰিছিল। তেওঁ কৈছিল "অন্তৰ যদি পাপেৰে ভৰা থাকে তেনেহলে মুখ মধুৰ হলে কি হ'ব? যাৰ ইন্দ্ৰিয়সকল বশীভূত তেওঁৰ কাপোৰেৰে মুখ ঢকাৰ প্ৰয়োজন কি? পৰমেশ্বৰে মোৰ স্বভাৱ দেখিছে, নিজৰ ওপৰত মোৰ আত্মবিশ্বাস আছে ; সেই কাৰণে মই ওৰণি লোৱাৰ আৱশ্যকতা উপলব্ধি কৰিব নোৱাৰোঁ।" ধন্য গোপা! সিদ্ধাৰ্থৰ উপযুক্ত পত্নী! যি এসময়ত বুদ্ধ হৈ জগতত জ্ঞান আৰু ধৰ্ম্ম বিলাব, তুমি তেওঁৰ উপযুক্ত সহধৰ্ম্মিণী!

গোপাৰ পবিত্ৰ স্বভাৱে কুমাৰৰ স্নেহ আকৰ্ষণ কৰিছিল। গোপাই সিদ্ধাৰ্থৰ আনন্দবিধান কৰিবলৈ সদায় যত্নৱতী হৈছিল। তেওঁৰ কাৰ্য্যত ৰাজকোঁৱৰে কেতিয়াও অসন্তোষ পোৱা নাছিল।

সংসাৰাশ্ৰমত সিদ্ধাৰ্থই সাত বছৰ সুখেৰে কটালে। তেতিয়া তেওঁৰ ২৬ বছৰ বয়স। তেওঁৰ জীৱনৰ যি উদ্দেশ্য তাক তেওঁ কেতিয়াও পাহৰা নাছিল ; কিন্তু কেনেকৈ সেই উদ্দেশ্য সিদ্ধিৰ নিমিত্তে নিজৰ বাট মোকোলা এই চিন্তাৰ তেওঁৰ মনত সদায় আন্দোলন কৰি আছিল। এনে সময়তে এদিন ৰজা শুদ্ধোধনে নতুন ক্ৰীড়াভূমি, উদ্যান আদি দেখুৱাবলৈ কোঁৱৰক লগত লৈ গৈছিল। বাটত দেখিলে যে এটা হালোৱাই এহাল বলধেৰে হাল বাইছে ; বলধ দুটাৰ কান্ধছিগি তেজ বৈ যাব লাগিছে , তথাপি হালোৱাই সিহঁতক কোবাবলৈ এৰা নাই। এনে নৃশংস আৰু হৃদয়বিদাৰক দৃশ্য দেখি কোঁৱৰৰ মনত অশান্তিৰ উদয় হল। আৰু তেওঁ আগ নাবাঢ়ি নগৰলৈ উভতিআহিল। তেতিয়াৰপৰা তেওঁৰ চিন্তা দুগুণে বাঢ়িবলৈ দৰিলে। ৰজাই নানা উপায় অৱলম্বন কৰিও পুতেকৰ মনৰপৰা বৈৰাগ্য ভাবৰ বিনাশ সাধিব নোৱাৰিলে। মহাৰাজ শুদ্ধোধনে কোঁৱৰক সংসাৰ-সুখত আসক্ত ৰাখিবলৈ গীত-বিদ্যাত পাৰ্গত অতি সুন্দৰী নৰ্ত্তকীবিলাকক নিযুক্ত কৰিছিল, অন্তঃপুৰ বিলাসোপযোগী নানা ছবিৰে সজাইছিল, আৰু জহ, জাৰ, বসন্ত কালৰ উপযোগীকৈ তিনিটি ৰং-ঘৰ কৰাইছিল। ৰাজকুমাৰ কেনেবাকৈ ৰাতি নগৰৰপৰা ওলাই যায় বুলি আশঙ্কা কৰি নগৰৰ চাৰি দুৱাৰত প্ৰহৰী নিযুক্ত কৰিছিল। কিন্তু হায়! বাৰিষাৰ ভৰ নৈক কোনে ভেটা দি ৰাখিব পাৰে? আধ্যাত্মিক চিন্তাৰ সোঁত সিদ্ধাৰ্থৰ মনত অপ্ৰতিহতভাৱে ব'বলৈ ধৰিলে।

এইদৰে আৰু দুবছৰমান গল। এদিন কোঁৱৰে ৰথত উঠি সাৰথি (১৫) ছন্দকক লৈ নগৰৰ উত্তৰ দুৱাৰেদি ফুৰিবলৈ গৈছিল। ৰজাৰ আদেশ আছিল ৰাজ্যৰ ক'তো যেন কোঁৱৰে বিষাদৰ ছবি দেখিবলৈ নাপায়, তাৰ নিমিত্তে সকলোৱে যত্ন কৰিব। কিন্তু দৈবৰ গতি ৰোধে কাৰ সাধ্য। ই যে দেৱতাসকলোৰো বাঞ্ছা যে সিদ্ধাৰ্থই বুদ্ধত্ব

লাভ কৰি জগতৰ হিত সাধিব। নগৰৰপৰা অলপ আহিয়েই ৰাজ-আলিৰ দাঁতিত এটি দাঁত-সৰা, খোজৰ থৰ নোহোৱা, মাতে থোকো-থুকি কোবোৱা, গাৰ হাড় ওলোৱা, ভোকত মুখৰ মাত নোলোৱা, ফটা কাপোৰ পিন্ধা মানুহক দেখি সিদ্ধাৰ্থই সাৰথিক শুধিলে "এওঁ কোন?

সাৰথিয়ে উত্তৰ দিলে "যুবৰাজ, এওঁ বুঢ়া, এওঁৰ যৌবন-তেজ পানী হল, এওঁ এতিয়া জৰাগ্ৰস্ত, কোনো কাম কৰিবৰ এওঁৰ শকতি নাই। এওঁৰ বন্ধুসকলে এতিয়া এওঁক পৰিত্যাগ কৰিলে, এওঁৰ নিজৰ বুলিবলৈ আৰু কোনো নাই , এওঁ এতিয়া ভিক্ষা কৰি কথমপি জীৱনধাৰণ কৰি আছে , আৰু দুদিন মানতে ইয়াকো কৰিবলৈ অসমৰ্থ হলে এওঁ মৰণৰ কোলাত শান্তি বিচাৰিব লাগিব।"

কোঁৱৰে আকৌ শুধিলে "সাৰথি! এই মানুহজনৰে এই গতি নে সকলোৰে এনে দশা হব?"

সাৰথিয়ে কলে "যুবৰাজ! জৰা কাৰো অকলশৰীয়া সম্পত্তি বা বিপত্তি নহয়। পৃথিৱীৰ সকলো জীৱৰে যৌৱনক জৰাই বিনাশ কৰে। জৰাৰ হাতৰ পৰা কোনেও মুক্তি নাপায়।"

এই কথা শুনি ৰাজকুমাৰে মৰণান্তিক বেজাৰ পালে আৰু মানুহৰ যে যৌবন-গৰ্ব্ব বৃথা এই কথা ভাবি ভাবি ৰথ ওফোতাই গুচি আহিল।

পিছদিনা ৰাজকোঁৱৰে দক্ষিণ দুৱাৰেদি নগৰৰ বাহিৰ হৈ যাওঁতে বাটত এটা বেমাৰী মানুহ দেখি সাৰথিক শুধিলে। "সাৰথি! মুখ বিবৰণ হোৱা, দীঘলকৈ উশাহ টনা, নিজৰ বিষ্ঠা-মুত্ৰত লেটিপেটি হৈ পৰি থকা, হাড়-ছাল মাত্ৰ সাৰ এইটো কোন?"

সাৰথিয়ে উত্তৰ দিলে "হে দেৱ! এই মানুহটোক টান বেমাৰে এনে কৰিছে , ই ব্যাধিভয়ত বিহ্বল, ইয়াৰ তেজ আৰু বল হীন হল গতিকে ইয়াৰ আৰু ৰক্ষা নাই , ই এতিয়া অসহায় আৰু অনাশ্ৰয়।"

ৰাজকুমাৰে আগৰ দৰে দুখ প্ৰকাশ কৰি কলে যে মানুহৰ স্বাস্থ্য ক্ষণস্থায়ী, আৰু এই সংসাৰৰ সুখ মাত্ৰ দুদিনীয়া। তেওঁ আৰু আগবাঢ়িব নোৱাৰিলে, বেজাৰে চিন্তাই প্ৰাণ আকুল কৰাত ৰাজ-প্ৰাসাদলৈ উলটি গল।

তৃতীয় দিনা সিদ্ধাৰ্থ পশ্চিম দুৱাৰে ফুৰিবলৈ ওলাল ; কিন্তু, বিষাদৰ ছবিৰ অভাৱ ক'তো নাই। কাপোৰেৰে ঢকা খাটৰ ওপৰত এটা মানুহ দেখি কোঁৱৰে সাৰথিক শুধিলে "ছন্দক, এই মানুহবিলাকে কিয় কান্দিছে , খাটত শুৱাই কাপোৰেৰে ঢাকি তেওঁবিলাকৰ কান্ধৰ ওপৰত সেইটো কি লৈ গৈছে?" ছন্দকে ক'বলৈ ধৰিলে "প্ৰভু, সেইটো এটা মৰা মানুহ। তাৰ শৰটো পুৰিবৰ নিমিত্তে জ্ঞাতিবিলাকে লৈ গৈছে। সি বন্ধু-বান্ধৱ সকলোকে এৰি গল, সেইবাবে তাৰ আই-বোপাই, ককাই-ভাই বাই-ভনী সকলোৱে তাৰ নিমিত্তে বেজাৰ কৰি কান্দিছে।"

যুবৰাজে কলে "হে সাৰথি! জৰা নিপীড়িত যৌবনক ধিক, বিবিধ ব্যাধিগ্ৰস্ত স্বাস্থ্যক ধিক্, আৰু মানুহৰ অচিৰস্থায়ী জীৱনকো ধিক্। হে ছন্দক! পণ্ডিতসকলেও জানি-শুনিও আমোদ প্ৰমোদত মত্ত থাকে ই অতি আচৰিত! এই জগতত যদি জৰা নহলহেঁতেন, ব্যাধি আৰু মৃত্যুৱে যদি মানুহক আক্ৰমিব নোৱাৰিলেহেঁতেন তেনেহলে সংসাৰ কেনে সুখৰ ঠাই হলহেঁতেন! জৰা ব্যাধি মৃত্যুৱেই যদি মানুহৰ শেষ দশা হয়, তেন্তে ওভটা, মুক্তিৰ উপায় চিন্তা কৰোঁগৈ।

চতুৰ্থ দিনা জৰাগ্ৰস্তৰ শোকজনক আকৃতি, ব্যাধিপীড়িতৰ আৰ্ত্তস্বৰ আৰু মৰা-শৱানুগামীৰ বিষা দ-বিননি যাতে শুনিব লৈ নাপায় তাৰ উপায় চিন্তা কৰি কৰি সিদ্ধাৰ্থই পূব-দুৱাৰেদি উদ্যানলৈ যাওঁতে এজন প্ৰশান্তচিত্ত গৈৰিক বসনধাৰী, গম্ভীৰ পুৰুষ দেখি সাৰথিক শুধিলে "ছন্দক, কান্ধত জোলোঙা আৰু হাতত কমণ্ডলু লৈ ফুৰা এই বিনীত পুৰুষজন কোন?" ছন্দকে কলে "হে দেৱ! এওঁ এজন ভিক্ষুক, এওঁ সংসাৰৰ সকলো বস্তুতে আসক্তি এৰিলে, ভোগস্পৃহা আৰু ইন্দ্ৰিয়সুখ এওঁ জয় কৰিলে। ঈশ্বৰ-চিন্তা কৰিবলৈ এওঁ সন্ন্যাসাশ্ৰম গ্ৰহণ কৰিছে আৰু ভিক্ষা কৰি কথমপি প্ৰাণ ধাৰণ কৰে।" সিদ্ধাৰ্থই ৰংমনেৰে উত্তৰ দিলে "ছন্দক! ই তো অতি ভাল কথা। আত্মাৰ উৎকৰ্ষ সাধন, আৰু পৰৰ উপকাৰ সাধন কৰিবৰ ইয়েই প্ৰকৃত পথ। এনে জীৱনেই মোৰ বাঞ্ছনীয় বিলাস-ভোগবৰ্জ্জিত এনে জীৱনৰ নিমিত্তে সাজু হওঁগৈ, ৰথ ঘূৰাই লোৱাঁ।"

এই শোকজনক দৃশ্যবিলাক দেখি কোঁৱৰে নানান্ চিন্তা আৰু আলোচনাত অতি নিভৃতে কাল কটাইছিল। তেতিয়া তেওঁৰ ২৯ বছৰ বয়স। তেওঁ সংসাৰাশ্ৰমত সোমোৱা ১০ দহ বছৰ হৈছে , এনেতে এদিন সূতিকা

ঘৰৰপৰা বাতৰি ওলাল যে গোপাদেবীয়ে এটি পুত্ৰ সন্তান প্ৰসৱ কৰিছে। এই কথা শুনা মাত্ৰকে সিদ্ধাৰ্থৰ মনত ভয় হল। তেওঁ ভাবিলে "ই এক আচৰিত নতুন বন্ধন। আৰু সংসাৰত থকা নহয়; সোনকালে এই সংসাৰৰপৰা আঁতৰিব নোৱাৰিলে মায়াই মোক লক্ষভ্ৰষ্ট কৰিব।" এইবিলাক কথা ভাবি তেওঁ পিতাকক নিজৰ মনৰ ভাব জনালে। ৰজা শুদ্ধোদনে নাতিয়েক এটি হোৱা শুনি আনন্দত অস্থিৰ; মনতে সঙ্কল্প কৰিছিল, ৰাজ্যভাৰ সিদ্ধাৰ্থক দি তেওঁ জীৱনৰ শেষ কেইটা দিন ধৰ্ম্মচৰ্চ্চাত কটাব। কিন্তু, ই কি আচৰিত, সিদ্ধাৰ্থই সন্ন্যাসী হ'বলৈ দৃঢ় সংকল্প কৰি পিতাকৰ অনুমতি প্ৰাৰ্থনা কৰিছেহি। বৃদ্ধ ৰজাই শোকত অস্থিৰ হৈ কান্দি পেলালে আৰু শেহত কলে "বাছা,তোমাক পাই মই তোমাৰ মাতাৰ নিমিত্তে সকলো দুখ পাহৰিছিলোঁ। তেতিয়া মোৰ ডেকাকাল; কিন্তু এতিয়া বাৰ্দ্ধক্যৱস্থাৰ লগে লগে জৰাই ক্ৰমে মোৰ বল, শক্তি, আৰু আয়ুস টুটাই আনিছে। তুমি মোক এনে অৱস্থাত এৰি গ'লে মই কি সুখত জীয়াই থাকিম? তোমাক সোনকালে ৰাজ্যভাৰ দি শেষজীৱন ধৰ্ম্ম-চৰ্চ্চা আৰু ঈশ্বৰচিন্তাত কটাম বুলি কত আশা কৰিছোঁ! কিহৰ আশাত তুমি সন্ন্যাসী হ'বা! তোমাৰ তো একোৰে অভাৱ নাই। তোমাক যিহকে লাগে তাকে পাবা, চিত্তৰ, চাঞ্চল্য এৰি পেলোৱাঁ, মন স্থিৰ ৰাজ-কাৰ্য্যত শিক্ষিত হোৱাঁ।" কোঁৱৰে পিতাকৰ বুঢ়াকাল আৰু সুজিব নোৱৰা চেনেহৰ নিমিত্তে এটি হুমুনিয়াহ কাঢ়ি পিতাকৰ চৰণত ধৰি ক'বলৈ ধৰিলে "মহাৰাজ, নিজন মুক্তি আৰু পৰৰ হিতৰ অৰ্থে মই যি বাটেদি মোৰ গতি স্থিৰ কৰিছোঁ তাত আপুনি বাধা নিদিব। এক সংসাৰৰ দুখবিলাক মনত পৰিলে গা শিঁয়ৰি উঠে। সেইবিলাকৰপৰা মুক্তি পাবৰ উপায় কি ইয়াক স্থিৰ কৰিবলৈ মই সংকল্প কৰিছোঁ। মহাৰাজ! যদি আপুনি ইমানতো মোক যাবলৈ নিদিয়ে তেন্তে মোক চাৰিটি বৰ দিয়ক,—চিৰস্থায়ী যৌৱন; ব্যাধি, জৰা আৰু মৃত্যুৰ হাতৰপৰা অব্যাহতি"।

শুদ্ধোধনে কলে "এনে অসম্ভৱ বৰ দিবৰ মোৰ কি ক্ষমতা আছে? বিধিৰ বিধান কোনে লঙ্ঘিব পাৰে? মই আৰু তোমাৰ সজ ইচ্ছাৰ প্ৰতিবন্ধকনহওঁ। তোমাৰ আত্মাই যিহকে ভাল বিবেচনা কৰে তুমি তেনে কৰিবা, মই বাধা নিদিওঁ।" গৌতমে পিতাকৰ চৰণত প্ৰণাম কৰি আঁতৰ হল। ইপিনে ৰজাই কোঁৱৰক কোনোমতে সংসাৰ সুখত আসক্ত কৰি ৰাখিবলৈ ভিতৰমহলত অসামান্য ৰূপ-লাৱণ্যবতী নৰ্ত্তকী আৰু গায়িকাসকলৰ সংখ্যা দুগুণ কৰিলে। বিলাসৰ বস্তুৰ আয়োজন নানাপ্ৰকাৰে কৰা হল। ইপিনে ৫০০ শাক্য বীৰ বীৰসুৰুষে সদায় নগৰৰ দুৱাৰবিলাকৰ মুখত আৰু সিদ্ধাৰ্থৰ ঘৰৰ চাৰিউ কাষে প্ৰহৰীস্বৰূপে থাকিবলৈ নিজে নিজে ভাৰ ল'লে। ৰাতি গোটাই নগৰত অশেষ চাকি জ্বলাই পূৰ্ণিমা নিশিকো চেৰ পেলোৱা হল।

সেইদিনা আষাঢ়ী-পূৰ্ণিমা। মাজনিশা সিদ্ধাৰ্থই বিনন্দীয়া সুৰেৰে কোনো বাই যেন কিবা গোৱা সপোনতে শুনিলে। কাণ পাতি শুনি যেন জানিব পাৰিলে যে দেৱদূতে তেওঁক সঙ্কল্প সোঁৱৰাই দিছে। তেওঁ সচকিত হৈ সাৰ পালে। আৰু শোৱা নহল। তেওঁ উঠি আহি প্ৰাসাদৰ ওপৰৰপৰা অসংখ্যা তৰাৰে চিকুমিকোৱা আকাশৰ ফালে চাই, নৈশ নিস্তব্ধতা ভেদ কৰি উঠি অহা উদগনি সুৰ আকৌ ডিঠকতে যেন শুনিবলৈ পালে। বাৰিষা ৰাতিৰ শীতল মলয়া বতাহ লৈ কুমাৰে কি কৰোঁ কি নকৰোঁ ভাবি দোধোৰ-মোধোৰ হৈ চিন্তা কৰিছে, এনেতে সেই ঐশী স্বৰ আকৌ বীণাতকৈও মনমোহা হৈ সিদ্ধাৰ্থৰ কাণত বাজি উঠিল। শাক্যসিংহ মুগ্ধ হল, আৰু ভাবিলে "আৰু নাই, এই সংসাৰত আৰু কাম নাই; আজিয়েই এতিয়াই যাম, এইয়ে উপযুক্ত সময়।" এইদৰে মনতে স্থিৰ কৰি তেওঁৰ বিশ্বস্ত সাৰথি ছন্দকক মাতিলে আৰু তেওঁৰ মৰমৰ অতি তেজী ঘোঁৰা কণ্টকক সজাই আনিবলৈ আদেশ কৰিলে। সাৰথিয়ে আচৰিত হৈ কাৰণ শোধাত তেওঁ সেই ৰাতিয়েই ভবিষ্যৎ জীৱনৰ বাট মুকলি কৰিব বুলি কলে। ছন্দকে কত অনুনয় বিনয় কৰি তেওঁক সঙ্কলপৰ বিৰত কৰিবলৈ চেষ্টা কৰিলে, সাদৰী গোপা, সাদিনীয়া চেনেহৰ পুতলি ৰাহুল, শোক বিহ্বল মহাৰাজা শুদ্ধোদন, মাতৃস্থানীয়া ৰাণী গৌতমী, সিস্বাৰ্থৰ বংশ পৰিয়াল, আৰু ৰাজভক্ত প্ৰজাবৃন্দ ইত্যাদি সকলোৰে কথা কৈ তুতি মিনতি কৰি বহুবাৰ তেওঁৰ সঙ্কল্প পৰিত্যাগ কৰিবলৈ প্ৰাৰ্থনা জনালে। কিন্তু সকলো নিষ্ফল হল। শাক্যাসিংহ অচল অটল। তেওঁ ছন্দকক ব'লে—

শৃণু ছন্দক মহ্য নিশ্চয়ং, মোক্ষ সত্বাৰ্থহিতাৰ্থমুদ্যমং।।
অচলাচলমব্যয়ং দৃঢ়ং মেৰুৰাজেব যথা সুদুশ্চলং।
(২) বজ্ৰাশনিঃ পৰশুশক্তি শৰাশ্চ বৰ্ষে,
বিদ্যুৎ প্ৰতান জ্বলিঃ কথিতংচ লৌহম্।
আদীপ্তশৈল শিখৰা প্ৰপতেযু মূৰ্দ্ধিন
নৈবা অহং পুন জনেয় গৃহাভিলাষম্।।

(ললিত বিস্তৰ)।

ছন্দক উপায়হীন। তেওঁ কণ্টকক সজাই আনি দিবলৈ বাধ্য হল। সিদ্ধার্থৰ পুত্ৰ ৰাহুল উপজিবৰ সেইদিনা সাদিন মাত্ৰ হৈছে। কুমাৰে তেতিয়ালৈকে পুতেকক দেখা নাই। ৰাহুলক জীৱনৰ ভিতৰত প্ৰথম আৰু শেষবাৰ চাই ল'বলৈ তেওঁ সূতকা গৃহত সোমাল। সিদ্ধাৰ্থই কি চাবলৈ আহি যেন কি দেখিলে। যি দেখিলে তাত তেওঁ বিস্মিত আৰু মুগ্ধ হল। ইচ্ছা হল যেন পূৰ্ণচন্দ্ৰৰ নিচিনা শিশু পুত্ৰ লৱণুকোমল তুষাৰধৱল গাল দুখনিত দুটি চুমা খাই চিৰদিনলৈ প্ৰাণৰ হেপাহ পলুৱায়। কিন্তু তেনে কৰিবলৈ তেওঁৰ সাহ নহল, জানো যশোধৰাই (১৬) সাৰ পাই বিঘিনি মিলায়। সিদ্ধাৰ্থই শেষবাৰ গোপা আৰু ৰাহুলক চাই লৈএটি দীঘল হুমুনিয়াহ কাঢ়ি সূতিকা ঘৰৰ বাজ হল আৰু তৎক্ষণাত্ আহি কণ্টকৰ পিঠিত উঠিল। ছন্দকে তেওঁৰ পিছ ল'লে।

অৰুণোদয়ৰ সময়ত ৰাজকুমাৰ ছন্দকে সৈতে অনমা নৈৰ দাঁতিত উপস্থিত হলগৈ। তাতে কোঁৱৰে নিজ হাতৰে তৰোৱালেৰে তেওঁৰ অতি সুন্দৰ দীঘল চুলিখিনিকাটি পেলালে ; নিজৰ গাৰপৰা ৰাজ অলঙ্কাৰবিলাক খহাই ছন্দকক গতাই দিলে আৰু ৰজাৰ আগত এইবিলাক বাতৰি দিবলৈ তেওঁৰ বিশ্বস্ত সাৰথি ছন্দকক নগৰলৈ উলটি যাবলৈ কলে। ছন্দকে সিদ্ধাৰ্থৰ লগতে থাকিবলৈ কাবৌ কৰিও অনুমতি নাপাই, চকুৰ লোৰে বাট নেদেখা নিচিনাকৈ কোঁৱৰৰ নিমিত্তে শোক কৰি (১) কণ্টকক লৈ উলটি আহিল। যি ঠাইৰপৰা ছন্দকক সিদ্ধাৰ্থই ওলোটাই পঠাইছিল সেই ঠাই ছন্দকাৱৰ্ত্তন বা ছন্দকনিবৰ্ত্তন নামে আজিলৈকে প্ৰসিদ্ধ হৈ আছে।

সেই সময়ত এক ব্যাধে এক হাতত ধনু কাঁৰ লৈ নৈৰ দাঁতিত ইফাল সিফাল কৰি ফুৰা দেখি, সিদ্ধাৰ্থই সেই ব্যাধেৰে সৈতে কাপোৰ সলনাসলনি কৰিলে আৰু চৰাই-মৰীয়াক আগলৈ এনে পাশৱিক বৃত্তি নাচৰিবলৈ উপদেশ দি বিদায় দিলে। চৰাইমৰীয়াই ৰাজকুমাৰৰ বহুমূলীয়া পোচাকটি নিজৰ ফটাকানি কেইডোখৰৰ সলনি পাই সন্তোষমনেৰে ঘৰলৈ উভতি গল। কুমাৰে বৈশালী নগৰৰ (১৮) ফালে খোজ ল'বলৈ ধৰিলে। এই নগৰতে সিদ্ধাৰ্থই এজন অধ্যাপকৰ ওচৰত ধৰ্ম্মশাস্ত্ৰ শিক্ষা কৰিছিল ; ইয়াৰপৰা মগধৰ ৰাজধানী ৰাজগৃহলৈ যায়। (১৯) ৰাজগৃহত তেওঁ পাণ্ডৱশৈলৰ (২০) এটি নিৰ্জ্জন গুহাত পৰমাৰ্থ ধ্যানত নিযুক্ত আছিল আৰু সেই গুহাতে বাস কৰি এজন মহৰ্ষিৰ পৰা ধৰ্ম্মশাস্ত্ৰবিলাক খৰচি মাৰি শিকি লৈছিল।

আলাসত উঠা ৰাজকুমাৰ সেই সময়ৰ এজন প্ৰকৃত সন্ন্যাসী। তেওঁ তেতিয়া এজন ভিক্ষাৰী মাথোন ; তেওঁৰ মূৰ খুৰোৱা আৰু ভস্মেৰে সৈতে লিপা, বাঁও হাতত কমণ্ডলু, সোঁ হাতত ভিক্ষাৰ জুলি, গাত এখন মাথোন গেৰুৱা কাপোৰ। এই বেশেৰে ভূষিত হৈ কুমাৰে সংসাৰৰ প্ৰাণী সমূহৰ মুক্তি চিন্তাত ব্ৰতী হৈছিল। সেই কালৰ মগধৰ ৰজা বিম্বিসাৰে সিদ্ধাৰ্থক পাণ্ডৱশৈলত দেখা কৰিছিলহি, আৰু তেওঁক সন্ন্যাস ধৰ্ম্ম এৰিবলৈ উপদেশ দিছিল। কিন্তু সিদ্ধাৰ্থই ৰজাৰ কথা যুক্তিৰে সৈতে খণ্ডোৱাত বিম্বিসাৰ তেওঁৰ গুণত মুগ্ধ হল আৰু ৰাজ প্ৰাসাদলৈ তেওঁক নিমন্ত্ৰণ কৰি বিদায় হল।

ৰাজ্যগৃহত থাকোঁতে গৌতমে ব্ৰাহ্মণ্য ধৰ্ম্ম তন্ন তন্নকৈ আলোচনা কৰিও তৃপ্তি লাভ কৰিব নোৱাৰিলে। তেতিয়া তেওঁ গয়াৰ ফালে যায়। তাতে (২১) তেওঁ নিৰঞ্জনা বা ফল্গুনৈৰ দাঁতিত সৰু হাবি এখনত থাকি অনাহাৰ, ব্ৰত, উপবাস, ইত্যাদি আচৰণ কৰি ছবছৰ কাল অশেষ কষ্ট ভোগ কৰিছিল। এই সময়ৰ ভিতৰত কোণ্ডাৰ্ণ্য, বাপ্ৰ, ভদ্ৰীয়, মহানাম, অশ্বজিত্ নামে পাঁচ জন ব্ৰাহ্মণ কুমাৰ তেওঁৰ সঙ্গী হলহি। এওঁবিলাকো সিদ্ধাৰ্থৰ লগতে তেওঁৰ ব্ৰততে ব্ৰতী হৈছিল। এই নিৰঞ্জনা নৈৰ পাৰত সিদ্ধাৰ্থ ছবছৰ অনাহাৰে ধ্যানত মগ্ন আছিল। ছবছৰৰ মূৰতো একো নতুন জ্ঞান লাভ কৰিব নোৱাৰি তেওঁ হতাশ হৈছিল, কিন্তু তেওঁ নিৰাশ হোৱা নাছিল। ছবছৰ অনাহাৰে থাকি সিদ্ধাৰ্থৰ শৰীৰৰ বল একেবাৰে টুটিছিল। এদিন ৰাতিপুৱা ফল্গুনৈত গা ধুই আহোঁতে গা থৰক্-বৰক লাগিল, ভোকত শৰীৰ অস্থিৰ, তেওঁ যেন আৰু খোজকে কাঢ়িব নোৱাৰে।

নিজঞ্জনা বা ফল্গুনৈৰ গাওঁ এখনত সুজাতা নামে এজনী ধনী তিৰোতা আছিল। তেওঁ অনেক দিনৰ আগতে নিজৰ অভীষ্ট সিদ্ধি হলে বটবৃক্ষৰ দেৱতাক পৰমান্ন দিবলৈ মানস কৰি থৈছিল। সেই দিনা অভীষ্ট সিদ্ধি হোৱাত সুজাতাই নিজে আহি গছৰ তলত পায়স থৈ যাবৰ নিমিত্ত তেওঁৰ দাসী এজনীক গছৰ তল সাৰি মচি চিকুণাই থ'বলৈ আজ্ঞা দিলে। দাসীয়ে আহি আজ্ঞা অনুসাৰে বটবৃক্ষৰ (২২) তল ঘৰৰ মজিয়াৰ নিচিনা কৰি গলহি।

সেই সময়তে সিদ্ধাৰ্থই গা ধুই কথমপি আহি বটবৃক্ষৰ তল পালেহি আৰু বেচিকৈ চিকুণোৱা ঠাই দেখি তাতে বহি জুৰাবলৈ ধৰিলে। তেতিয়াও তেওঁ চকুমুদি ধ্যান কৰি আছিল! ছপৰীয়া সুজাতাই নিজ হাতে সোণৰ পাত্ৰত পায়সান্ন আনি বটবৃক্ষৰ তলত থলেহি আৰু গৌতমক দেখি আচৰিত মানিলে। তেওঁ ভাবিছিল যে তেওঁৰ ভক্তিত তুষ্ট হৈ গছৰ দেৱতাই নৰৰূপ ধৰি তেওঁৰ পূজা গ্ৰহণ কৰিবলৈ আহিছে। এইদৰে ভাবি তেওঁ পায়সপূৰ্ণ সোণৰ থাল আনি ধ্যানমগ্ন গৌতমৰ আগত থৈ সেৱা কৰি বিদায় হল। আবেলি গৌতমৰ ধ্যান ভাগিল আৰু আগতে উত্তম খাদ্য পাই তেওঁ উদৰ পূৰ্ণ কৰি খালে। তেওঁ সুজাতাৰ পায়স খাই বৰ তৃপ্তি লাভ কৰিলে, আৰু আহাৰৰ শেষত সোণৰ থালখন নৈলৈ পেলাই দি মুখ ধুই আহিল। তেতিয়া যেন তেওঁ গাত বল পালে। কোঁৱৰে ভাবিলে-যে মন আৰু শৰীৰ সুস্থ নাথাকিলে ধ্যান কৰা মিছা আৰু শৰীৰ সুস্থ ৰাখিবলৈ আহাৰেই প্ৰধান উপায় ; শৰীৰ সুস্থ থাকিলেই মন সুস্থ থাকিব। তেনেহলে অনাহাৰে থাকি শৰীৰক কষ্ট দিয়াৰ একে দৰকাৰ নাই। তেতিয়াৰপৰা সিদ্ধাৰ্থই অনাহাৰে নাথাকিবলৈ মন কৰিলে। ইপিনে সুজাতায়ো দিনৌ দুপৰীয়া তেওঁক আহাৰ যোগাবলৈ ধৰিলে। দ্ধাৰ্থই বোধি-দ্ৰুমৰ তলত ধ্যানৰ নিমিত্তে আসন পাতিলে আৰু তেওঁ বুদ্ধত্ব লাভ নকৰে মানে সেই আসনৰপৰা নুঠিবলৈ এইদৰে প্ৰতিজ্ঞা কৰিলে—

ইহাসনে সুষ্যতু মে শৰীৰম্,  
ত্বগস্থিমাংসং প্ৰলয়ংচ যাতু।  
অপ্ৰাপ্য বোবিং বহুকল্প দুৰ্ল্লভম্  
নৈবাসনাঞ্চায়মতশ্চলিষ্যতে।।

ইতিমধে কোন্তাণ্য আদি গৌতমৰ সঙ্গী কেইজনে এওঁক অনাহাৰ ব্ৰত এৰাত ধৰ্ম্মভ্ৰষ্ট হল বুলি ভাবিলে আৰু সিদ্ধাৰ্থই সদায় আহাৰ গ্ৰহণ কৰা দেখি তেওঁবিলাকে এওঁক নিৰঞ্জনা নৈৰ তীৰৰ বট বৃক্ষৰমূলত অকলৈ ধ্যানমগ্নাৱস্থাত এৰি কাশীৰ ওচৰৰ ঋষিপত্তনলৈ গল।এই সময়ত গৌতমৰ ৩৫ বছৰ বয়স। বোধিবৃক্ষৰ তলত নিৰ্ব্বাণ সাধনা কৰোঁতে পাপ-ৰাজ মাৰে (Satan) অনুচৰ সকলে সৈতে আহি গৌতমৰ লগত ভীষণ সংগ্ৰাম কৰে। গৌতম অচল অটল। অদম্য সাহসেৰে গৌতমে মাৰককৈছিলঃ—

মেৰু পৰ্ব্বতৰাজ স্থানতু চলে, সৰ্ব্বংজগন্নো ভবেত্।  
সৰ্ব্বে তাৰকসংস ভূমি প্ৰপতে, সজ্যোতিষেদু নভাত্।  
সৰ্ব্বা সত্বা কৰেয় একমতয়ঃ, শব্যেম্মহাসাগৰো,  
ন ত্বেব দ্ৰুমৰাজমুলোপগতঃ, চাল্যেত অস্মদ্বিধঃ।।

---

(১৩) কলিৰাজ্য দেৱদহ নামেও বিখ্যাত আছিল। এই ঠাইৰ আধুনিক নাম বাঘ-নগৰ (Baghnagor).

(১৪) শাক্যসকলে নিজৰ দেশৰপৰা পলাই আহি পৰ্ব্বতীয়া দেশত ৰাজ্য পতিলেহি। কিন্তু, তেওঁবিলাকৰ সংখ্যা নিচেই তাকৰ আছিল। সেইবাবেহে এনে বিয়া (মোমায়েকৰ, পেহীয়েকৰ, মাহীয়েকৰ বা জেঠায়েকৰ জীয়েকেৰে বা পুতেকেৰে সৈতে) তেওঁবিলকাৰ মাজত চলিত আছিল বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে। (See Turner's Introduction to the Mahavansa).

(১৫) ১ম বছৰৰ "আসাম বান্ধৱ"ত 'বুদ্ধদেৱৰ জীৱন চৰিত্ৰ" লিখকে সাৰথিৰ ঠাইত 'গাৰোৱান' এই তুচ্ছবৃত্তিবাচক শব্দটো ব্যৱহাৰ কৰিছে। আজিকালিৰ গাৰোৱান যে আগৰ দিনৰ সাৰথি নহয় ইয়াক সাহিত্যচৰ্চ্চা কৰা লেখকসকলে জনা উচিত। আচল কথা অলপ সাৱধান হলে এনেকুৱা হাস্যাস্পদ তৰ্জ্জমাৰ হাত সাৰিব পাৰি।

(১৬) গোপাৰ আন এটি নাম যশোধৰা। (ললিতবিস্তৰ)।

(১৭) কথিত আছে যে অবোধ পশু কণ্টকৰো সেই সময়ত চকুৰ পানী ওলাইছিল।

(১৮) বৈশালী নগৰ আধুনিক পাটনাৰ (Patna) উত্তৰে আছিল।

(১৯) আজিকালিৰ ৰাজাগিড় পাহাড়কে (Rajgirh Hills) ভৌগোলিক সকলে মগধৰ ৰাজধনী ৰাজগৃহ বুলি স্থিৰ কৰিছে।

(২০) কনিংহাম চাহাবে (General Cunningham) আজিকালিৰ ৰত্নাগিৰিকে (Ratnagiri) আগৰ পাণ্ডৱশৈল বুলি কয়।

(২১) গয়াৰ ভিতৰত বুদ্ধগয়াৰ ওচৰত।

(২২) এই গছজোপাই পিছলৈ বোধিবৃক্ষ, বোধিদ্ৰুম আদি নামেৰে খ্যাত হয়। পৃথিৱীৰ ভিতৰত এই গছেই অতি পুৰণি। আজিকালিৰ গছ জোপা আগৰ গছৰ শিপাৰপৰা ওলোৱা। এই গছৰ ওচৰতে যি ঠাইত বুদ্ধদেৱে বুদ্ধত্ব লাভ কৰে সেই ঠাইক চিৰস্মৰণীয় কৰিবলৈ ৫০০ খ্ৰীষ্টাব্দত অমৰসিংহই বুদ্ধগয়াৰ মন্দিৰ নিৰ্ম্মাণ কৰায়। আধুনিক মন্দিৰটি সেই আগৰ মন্দিৰৰ ধ্বংশাৱশেষৰ ওপৰত পিছত সজা হয়। ওপৰত উল্লেখ কৰা বটবৃক্ষৰে ডাল এটি লঙ্কাত নি ৰোৱা হয়। সেই গছজোপাও আজিলৈকে আছে।

# গুৰুচৰিত্ৰ।

## চক্ৰপাণিৰ বংশাৱলী

### (১১)

চক্ৰপাণিৰ পুত্ৰ বৈকুণ্ঠ দেউৰি, তেওঁৰ পুত্ৰ ভূষণ গুৰু, এইজন পুৰুষে গুৰু চৰিত্ৰ লিখিছে। থিৰ মণ্ডল নামে এজন গৃহী আছিল ; আতাই ভেটোৱাত ধৰ্ম্ম বস্তু দি ভকত কৰাইছে। এদিন বুঢ়া দলৈয়ে সভা পাতি মাধৱকে আদিকৰি ভকত সকলক নিমন্ত্ৰণ কৰিছে, নাম সেৱাঁলৈ সকলোটী গৈ ঈশ্বৰ পুৰুষৰ ওচৰত অনুমতি প্ৰাৰ্থনা কৰিছে ; মাধৱক কৈছে বঢ়াৰপো সাৱধান হৈ যাবা, বাটত অহাত আশঙ্কা আছে ; কীৰ্ত্তন সমাপ্ত কৰি ফিৰি আহিছে ; বুঢ়া দলৈৰ ককাইয়েকে বাটত মাধৱক লগ পায় খেদি আহি অহঙ্কাৰ কৰি কৈছে ; আমাৰ ভাইক তুমি নষ্ট কৰিলা ; তোমাক কুশলে এৰা নেযাব। তাৰ কুবাক্য শুনি মহাপুৰুষে একো নামাতি আহি গুৰুৰ চৰণত পৰি প্ৰণাম কৰি বাটৰ ঘটনা সবিশেষ জনালে। মাধৱৰ অপমানৰ কথা শুনি মহা ক্ৰোধ কৰি খেদি গল। ভকত সকলে শান্ত্বনা কৰি ফিৰাই আনিলে। মহাকালিৰাম, ঠাকুৰ আতাৰ নাৱত আছিল, তেওঁ ভকত হৈছেহি। স্বভাৱ চৰিত্ৰ ভাল দেখি মাধৱদেৱৰ আলধৰা কৰি দিছিল। ক্ৰমে তেওঁ মহা বৈষ্ণৱ হল ; একান্ত ভাব স্থায়ী হোৱা যেন সকলোৱে মনত থিৰাং কৰিলে। শ্ৰীমাধৱদেৱে পাটবাউসী যোৱাত স্নান ভোজনৰ সকলো প্ৰস্তুত কৰি ৰাখি গুৰুসেৱা কৰিবলৈ ধৰিলে। পৰমেশ্বৰ স্বৰূপ মনত থিৰ কৰি কল্পনাত সাক্ষাৎ ৰাখি ভগবানৰ বত্ৰিশ অলঙ্গাৰ পৰিধান কৰাই এক পদত একপাটি খৰম পিন্ধাই আন পদত পৰিধান কৰাবলৈ আৰম্ভ কৰাতে মাধৱদেৱৰ মাত শুনি উঠি আহিল। তেওঁক স্নান কৰাই বস্ত্ৰাদি পৰিধান কৰোৱাইছে। মহাপুৰুষ গুৰু সেৱা কৰিবলৈ বহি ভগবান শ্ৰীকৃষ্ণৰ ৰূপ চিন্তি একপদত খৰম নেদেখি সেৱাৰ পৰা উঠি আহি কাৰপৰা এনে কাজ হৈছে বুলি শোধাত কালিৰাম আতৈয়ে স্বীকাৰ পাইছে। মাধৱদেৱে আতৈৰ মহিমা দেখি আলধৰা কামৰপৰা অৱসৰ দিছে। তাৰ পিছত ভোজন কৰি শঙ্কৰদেৱৰ সমীপলৈ গৈছে। সাক্ষাৎ কৰি আলাপন কৰিছে, কথাৰ প্ৰসঙ্গে কালিৰামৰ গুৰু সেৱাৰ কথা, তেওঁক আলধৰা কামৰ পৰা গুচুৱা কথা জনাইছে। গুৰুজনে শুনি অতিশয় আনন্দিত হৈছে। মাধৱে জনাইছে বাপ! আমাক এটী আলধৰাৰ আৱশ্যক হল। ঠাকুৰ আতাৰ প্ৰতি আদেশ হৈছে, এজন আলধৰা বিচাৰি আনি দিন লগা হল। বাৰু বুলি আজ্ঞা পালিছে। আলধৰাজন অতি পণ্ডিত নেলাগে, মূৰ্খও হব নেলাগে, আৰু ব্যৱহাৰত চলা হব লাগে ; বৰ খৰতৰ বা একেবাৰে লেহেম ভাল নহয়। ঠাকুৰ আতা বৰ নগৰৰ সিমলুৱা গাওঁলৈ গৈ শ্ৰীৰামক লগ পাইছে ; তেওঁ মুনিহ দি জীবিকা চলাই আছিল ; আতা আনিবলৈ ইচ্ছা প্ৰকাশ কৰাত সন্তোষ মনেৰে আহিল। লগত লৈ অহাতে নীতি সদাচাৰ শিকাই আনিছে ; যেনেকৈ শিক্ষা দিলে সেইদৰে আচৰণ কৰিছে। আতা তেওঁৰ চলন ফিৰণ দেখি শ্ৰীৰামে হে শ্ৰীৰাম বুলি প্ৰশংসা কৰিছে। জন্মৰ কথা শোধাত আজি জন্ম হৈছোঁ ; জাতিৰ কথা শোধাত মনুষ্যযোনিত ফুৰি আহিছোঁ, বুলি কৈ কোন জাতৰ কথা কোৱা হব। এই প্ৰকাৰে আলাপ কৰি আহি মাধৱদেৱক অৰ্পণ কৰেহি।

হৰিহৰ আতা উজানৰ মূৰাৰি গ্ৰামত আছিল, তেওঁৰ হৰিপদ হৰিবৰ দুইজন ভাই আছিল ; হৰিবৰ ৰাজাৰ ঘৰত থাকে, দৈবজ্ঞ কাম কৰে, ৰজাই গণনা কামত পটু দেখি তেওঁক সদাই সমাজত উপস্থিত হবলৈ আদেশ কৰাত প্ৰতিদিন ৰাজ দৰবাৰত সময় কাৰ্য্য গণি দিয়ে। হৰিহৰ আতাৰ মনত বৈৰাগ্য হোৱাত ভটিয়াই আহি বস্তু গ্ৰহণ কৰি ভকত হৈছে। গকুল চাঁন্দ আতৈ অতি সুন্দৰ পুৰুষ ; কিন্তু শৰণ লোৱা নাছিল। এদিন ঠাকুৰ আতাৰ ঘৰলৈ গৈ বৰাবাহি আইৰ ওচৰত ভিক্ষা কৰিছে, আই তাঁত বই আছিল ; আতৈক দেখি কাপৰ বিসম কৰি এটী ফকৰা দিছে ;—পানী চল চল ঢৌ অপাৰ। আতৈয়ে কৈছে— বুৰে নাও সুজানক ভাল। ন বাজা পুৰণি খায়, ভিক্ষা দিয়া

মাও বৰে যাও। এই কথা শুনি আইয়ে কলে, কীৰ্ত্তন কৰক। তিৰোতাৰ মুখে ভকতিৰ কথা শুনি গুৰুৰ ওচৰলৈ আহি বস্তু লাভ কৰিছে।

উদাৰ গোবিন্দ আতৈ পকা কল এথোকা আনি সেৱা কৰিছে। কল থোকা ৰঙ্গা পৰিছিল, দেখিবলৈ সুন্দৰ দেখি সকলো ভকতক বিলাই দিছে; আতৈ সকলে ভোজন কৰি বৰ তৃপ্তি পায় এই ঘোষাটী গাইছে। "পূৰ্ণ শশী পূৰ্ণ মুগ্ধ সিন্ধু সিমতে প্ৰকাশ নকৰয়"। এজন কনা ব্ৰাহ্মণৰ ব্ৰহ্মানন্দ নামে এজন পুত্ৰ আছিল; সকলো ভকতৰ ধন বৰগণি কৰি গীতা শাস্ত্ৰ শুনাবলৈ দিয়াত পিতায়ক দেখুৱাইছে, তেওঁ পুথিত হাত ফুৰাই কৈছে শঙ্কৰে যি কয় তাকে কৰিবা। গুৰু সকলৰ উপদেশ পায় মাঘ মাহত গীতা শ্ৰৱণ কৰি দক্ষিণা দিছে। শাস্ত্ৰ শ্ৰৱণ কৰি জ্ঞান লাভ কৰি কৃষ্ণৰ নামত শৰণ লৈছে। এঁকজন লোক পাটবাউসীৰ ওচৰতবাস কৰে, জাতিত বৰ কোছ; যেতিয়া ঠাকুৰ আতা গুৰুজনৰ ওচৰলৈ আহে, তেতিয়া সি দলি ফৰমতি মাৰে, এই কথা গুৰুত জনোৱাত সেই দলি আৰু ফৰমতিবোৰ গোটাই আনিবলৈ উপদেশ দিছে। সেইমতে আতাই সদাই আনি ভকতক দিয়ে, তাঁৰা সকলে দলিৰে ঠাই লিপে; ফৰমতিৰে খস্তি কৰে। এই প্ৰকাৰে কিছুদিন ব্যৱহাৰ কৰাত তাৰ বাসনা লাগিল; মাধৱদেৱে এদিন গুৰুজনৰ ওচৰলৈ আহিছে সি বাটতে ধৰিলে আমাক ভকত কৰাওক; তাঁৰা উত্তৰ দিলে তুমি উপবাসে থাকিবা আমি আহিলে তোমাক লৈ যাম; সিএই কথাৰে মূৰ খুৱাই উপবাস কৰি পৰিস্কাৰ হৈ তিনি দিন অপেক্ষা কৰি আছে। চতুৰ্থ দিন লৈ গৈ ভকত কৰাইছে। এইজনৰ নাম মূৰাৰি। হোজা আৰু সহা লোক গতিকে কাক কেনে সম্বোধন কৰিব লাগে নেজানে। সকলোকে তই তই বুলি মতাত ভকত সকলো দায় ধৰে। এদিন সি এখন ভাৰ লৈ গুৰুজনৰ ওচৰলৈ আহিছে, ঈশ্বৰ পুৰুষে শুধিছে আজি দেখো একো তিথি মহোৎসৱ নাই, কিয় ভাৰ অনা হৈছে। সি উত্তৰ কৰিছে, তোক তুমি বুলিবলৈ আহিছোঁ। শুনি হাস্য কৰি কৈছে, ভাল কথা তুমি তই বুলিলেও সন্তোষ তুমি বুলিলেও সন্তোষ। আৰু এদিন ঠাকুৰ আতা জয়ন্তিৰ মাধৱ দুইজনে লগ লাগি গুৰু ঈশ্বৰৰ ওচৰলৈ আহিলে; বাটত উভয়ে আলাপ কৰিছে, ঠাকুৰে কৈছে, আমাৰ পুৰুষক দ্বেষভাৱে চিন্তিলেও মোক্ষ পাব, মাধৱে কৈছে,কেতিয়াও নেপায়, অধোগতি যাব। এই কথা গুৰুৰ সমীপত মীমাংসা কৰাত নাৰায়ণৰ কথা সত্য বুলি স্বীকাৰ পাইছে।

জাতিৰাম নামে একজন লোক আছিল, বৈৰাগীৰ ভেশ ধৰি ফুৰি থাকে; ঠাকুৰ আতাই লগ পাই জটা কাটি ভকত কৰালে; কিন্তু কটা জটা পেলাই নিদি আদৰ কৰি ৰাখিছিল, তিন দিনৰ মূৰত মেলি চোৱাত ভকত সকলে দেখা পায় গুৰুত জানাইয়াছে। ঈশ্বৰে তেওঁত শোধাত গঙ্গাত দিব লাগে বুলি উত্তৰ দিলে। তেওঁৰ কথা শুনি কৈছে, তোমাৰ বাহিৰৰ জটা কটা হল, ভিতৰৰ জটা কটা নগল। এই কথা ঠাকুৰত কোৱাত পুনৰ সদসঙ্গত আনি সজ কৰিছে। ঠাকুৰ মনবড়িৰপৰা আহি গনককুছিত সোমাই মাধৱ আৰু তেওঁ দুইজনে আলাপ কৰি থাকোতে বেলি হোৱা দেখি গুৰুৰ সমীপলৈ যাবলৈ নহল। পিছ দিনা সোনকালে গৈছে; কালি নহাৰ কাৰণ শোধাত কৈছে;—"মই দুৰাচাৰ কেৱলে তোমাৰ অপৰাধী নাৰায়ণ" এই ঘোষাটী মাতি সেৱা কৰিছে। বৰ বেচি বেলি হোৱা বাবে ভোজন কৰিবলৈ নহল; পিছদিনা একাদশী ৰাতি পুৱা দুইজন সখি স্নান কৰিলে, আৰু দেৱাৰ্চ্চনা কৰি নাম গুণ গায় পাটবাউসীলৈ যাবলৈ সাজু হৈ মাধৱৰ বৰ ক্ষুধায় পীড়া কৰাত এপোহা চাউল জল সহ ভোজন কৰিলে। সত্ৰত উপস্থিত হৈছেহি, গুৰুদেৱ সমূহ সহিতে বহি আছে, মাধৱৰ প্ৰসন্ন বদন দেখি জিজ্ঞাসা কৰিছে, আজিও ভোজ হল হবলা? তেওঁ লজ্জিতহৈ জানাইছে বাপ! অপৰাধি হল ক্ষমা দিব লাগে। হৰিবাসৰ তিথিত অন্ন ভোজন কৰিলা তোমাৰ মুখ দেখিব নেপায় এই বুলি মাধৱৰ পিনে পিঠি দিছে। ভকত সকলে খঙ্গ দেখি হৃদয় কম্পিছে; কিন্তু প্ৰকৃত স্নেহ যিজনে আকৰ্ষণ কৰে তাৰ প্ৰতি মৰমীয়াল জনাৰ খঙ্গ কিমান বেলি স্থায়ী হব পাৰে। সুতৰাং গুৰুদেৱ অলপ সময় পিছমুখ কৰি থাকিয়েই সমুখ হৈ হিতোপদেশ দিছে। এই প্ৰসঙ্গে নানা তৰ্ক বিতৰ্ক হৈ ধৰ্ম্মপুৰাণৰ মত খণ্ডন কৰি শ্ৰীমদ্ভাগৱতৰ মতে ব্যৱস্থা কৰি গুৱা ভোজনৰ আদেশ হৈছে।

# চঁপা।

(১)

মৌজাদাৰণী—চঁপা পানী আনিলি নে? হাকিম ফুৰি-চাকি আহিব এতিয়া,মই যাওঁ ভাত ৰান্ধো গৈ।

চঁপা—আই নেদেখিছে, বৰষুণ এৰাই নাই, তাৰ ওপৰত মেঘৰ গাজনি কিটা কাণ-ফটা; এনেত মই কেনেকৈ পানী আনোগৈ?

মৌজাদাৰণী—হাকিমে তোক তাল ৰাণীজনী পালে! ৰাতি দহ বাজিল, লোকৰ ঘৰত মানুহৰ খাই-বৈয়ো এঘুমটি আহিল, তোৰ এতিয়াও পানী অনাই নহ'লে। যা মই শুই থাকোঁ। হাকিম আহি যি কৰে কৰিব।

চঁপাৰ বুকু কঁপিল। মৌজাদাৰ ডাঙৰীয়াৰ মাজেসময়ে উৰহৰ খণ্ডত ঢাৰি পাটী কোবোৱা অভ্যাস আছে। আজি হাকিমনীয়ে আঠ বছৰীয়া চঁপাৰ ওপৰত ৰোহ পাতি শোৱক মাথোন, মৌজাদাৰ আহিলে চঁপাৰ পিঠিত নিশ্চয় ঔ পৰিব।

চঁপা—আই, মনাই ক'লৈ গল? মাতি দিয়ক, মই এতিয়াই পানী আনি দিম, আপুনি শুব নালাগে।

মৌ—নেদেখিছা বৰ মানুহৰ জীয়েকক, লগত পহৰাৱলা নহলে এখোজো ওলাব নোৱৰা হল! মনাই ছুতিয়া ল'ৰা, সি ছোৱা পানী খোৱা নহয়। সিতোৰ লগত যাব নোৱাৰে।

চঁপা—নহয় আই, পানী ময়ে আনিম। সি মাথোন মোৰ লগত হে যাব। বাটত মানুহ-দুনুহ এটাও নাই, মোৰ অকলশৰে ভয় লাগে।

মৌ—মই তোৰ লগত তৰ্ক কৰিবৰ যোগ্য নহওঁ। নালাগে মহাৰাণী, পানীকে আনিব নালাগে।

চঁপাই দেখিলে আজি গতি বেয়া। কাষত এটা পিতলৰ কলহ, এটা হাতত এটা সৰু বালটি লৈ মনাইৰ কাষলৈ গল। চঁপাই তাৰ দুটা ভৰিত ধৰিও তাক লৰচৰ কৰাব নোৱাৰিলে। এখোজ দোখোজকৈ বিজুলীৰ পোহৰে পোহৰে চঁপা পকা পাটনাদৰ ফালে গল। বুকু কঁপা। পাছৰপৰা মনায়ে মাতিলে "চঁপা আয়ে মাতিছে, শুন যা।" চঁপা ঘূৰি আহিল।

মৌ—চঁপা, ঘৰত চেনি আছে নে? আগেয়ে নকলি কিয়? যা পানী লৈ আহোঁতে এই চৰতীয়াটো দি এপোৱা চেনি আনিবি।

চঁপাই চৰতীয়াটো খোচোনাত সুমাই পানী আনিবলৈ গল। মনায়ে হাতত লেম এটা লৈ মৌজাদাৰক আনিবলৈ গল।

কুয়াটো প্ৰায় আধা মাইল দূৰত। বাটটোৰ দুয়োকাষে গছবিলাক ঘোপ মৰা। চঁপাই আঁচলত জীৱটো বান্ধি কোনো ৰকমে কুয়া পালেগৈ। তিনি চাৰি বেলিয়ে হেপোৰ-তোপোৰকৈ কলহ দুটাত তাই পানী ভৰাইছে; এবেলি পানী তুলিবলৈ বালটিটো পেলাওঁতেই টপৰ কৰে চৰতীয়াটো তাইৰ খোচোনাৰপৰা পানীত পৰিল। চঁপাৰ মূৰত বজ্ৰপাত পৰিল, চকুৰে জীয় উৰি গল; তাই আন উপাই নাপাই নাদৰ কাষতে বহি হুৱাওৱাৰে কান্দিবলৈ লাগিল।—প্ৰথমে বিনাই, তাৰ পাছত উচুপি কান্দিবলৈ ধৰিলে।

এনে সময়তে বাটেদি জীৱন আহিছিল। দূৰতে চঁপাৰ কান্দোন তেওঁৰ কাণত পৰিলগৈ। তেওঁ নাদৰ কাষলৈ আহি কেবাবাৰো শুধি চঁপাৰ মাত উলিয়ালে আৰু সকলো কথা জানিব পাৰিলে। তেওঁ চঁপাৰ আঁতিগুৰি ভালকৈ জানে আৰু চঁপাক তেনে অৱস্থাত পাই মৰ্ম্মান্তিক দুখ পালে। ৰাতি দহ বজাৰ পাছত, মানুহ-দুনুহৰ আঁতৰত থকা এটা নাদৰ কাষত এজনী আঠ বছৰীয়া ছোৱালীয়ে ইনাই-বিনাই কান্দিছে। কাৰো এনে ছোৱালী কেনে আদৰৰ! চঁপাই অকলশৰে পানী আনিবলৈ গৈছে আৰু হঠাৎ চৰতীয়াটো হেৰুৱাই ভয়ত কান্দিছে! অৱস্থা এনেই। ই মানুহক বয়সতকৈয়ো বুঢ়া কৰে।

জীৱনে চঁপাক অভয় দি পানী ল'বলৈ কলে, আৰু বাটৰ দোকানৰপৰা চেনি কিনি দিলে। তেওঁ চঁপাক ঘৰৰ দুৱাৰ-মুখত আগবঢ়াই থলেগৈ, আৰু তাৰ পাছত চঁপাৰ

কি দশা হয় জানিবৰ বাবে তাতে খন্তেক থিয় দি ৰল।

ইপোনে চঁপাৰ অহা বেলি হোৱাত হাকিমনী ল'ৰা-ছোৱালীহাল লৈ শুলে। হাকিম আহি চঁপাৰ পিঠিত ঔ পাৰিবলৈ সাজু হৈ আছেহি। চঁপা ঘৰ সোমোৱা মাত্ৰকতে শোধ নাই পোছ নাই চটপ্ চটপ্ চঁপাৰ পিঠিত সৌকাৰ কোব পৰিল। জীৱনে সহি থাকিব নোৱাৰিলে, চ'ৰাৰপৰা মাত দিলে ; মৌজাদাৰ ওলাই আহিল।

জীৱন—ডাঙৰীয়া, মানুহৰে পশুৰে পাৰ্থক্য কি? আপুনি যদি আঠ বছৰীয়া এজনী ছোৱালী এইদৰে কোবায়, হালত দগা গৰু মৰিয়াব কেনেকৈ?

মৌজাদাৰ হাকিম—আপোনাৰ সোমোৱাৰ অভিপ্ৰায় এয়ে নে কি? বোধ কৰোঁ ভুল হল। ইটো কাছাৰিঘৰ নহয়, ইয়াত ওকালতি কৰা মিছা, বা ই আপোনাৰকলেজো নহয়, ইয়াত লেক্‌চৰ দিয়াৰ দৰ্কাৰ নাই।

জীৱনে মৌজাদাৰ হাকিমক ওৰফে গ্ৰাম্যৰজা বা ক্ষুদ্ৰ ৰজাক কথাৰেই অলপ জলপান খুৱাই তাৰপৰা প্ৰস্থান কৰিলে। চঁপাৰ দশা সেই দিনাও আন দিনৰ দৰেই। তাই ঢেঁকিৰ কাষত ফটা খৈলা এডোখৰ পাৰি উচুপি উচুপি কান্দি শুই থাকিল। জীৱনৰ কিন্তু সেইদিনা টোপনি নাহিল। মৌজাদাৰৰ ঘৰত মৌজাদাৰৰ ওচৰ সম্বন্ধীয়া এজনী সৰু ছোৱালীৰ ওপৰত কেনে ব্যৱহাৰ, সংসাৰত মাউৰা ল'ৰা-ছোৱালীৰ কেনে অবস্থা, এনে দুখী মানুহৰ অবস্থা উন্নত কৰিব নোৱাৰিলে জীৱনৰ জীৱন মিছা ; ইত্যাদি কথা ভাবিয়েই জীৱনে ৰাতিটো কটালে।

(২)

নিদ্ৰা আৰু ৰজনীয়ে দৰা কন্যা লৈ ধেমালি কৰি আছে। নিদ্ৰাৰ ঘৰত কন্যা, ৰজনীৰ ঘৰত দৰা। বিয়া হৈছে ;—নিদ্ৰাই গুণ গুণ কৰে জোৰা-নাম গাইছে। ৰজনীয়ে সহিব পৰা নাই।

ৰজনী—যা বাইদেউ, তই মোৰ দৰাৰ লগত নামতী অহা নাই গুণেই মোৰ দৰাক ইমানবোৰ বেয়া নামেৰে গালি পাৰিছ নহয় নে?

নিদ্ৰা—পোৱালি হাতীৰে শুৰ। কনা দৰাপাতে ওপৰলৈ নকৰে মুৰ।।

ৰজনী—বাইদেউ, মই আকৌ কৈছোঁ, এতিয়া বিয়া ভাগি যাব। যোৰ দৰাৰ লগত তিৰোতা মানুহ অহা হলে আজি তোক মজা দেখুৱালোঁহেঁতেন।

নিদ্ৰা—জাতি ফুলৰে পুলি। আন্ধাৰেমুধাৰে দৰাটোৰ** বিৰিণাৰ জোপাটো বুলি।

ৰজনী—ৰ চম্পাক মাতি আনো, তাই মোৰ দৰাৰ বাবে নাম গাব।

চঁপা আহিল, ৰজনীয়ে নাম গাবলৈ কলে। চঁপা নিদ্ৰাৰ জুৰীয়া ছোৱালী, ৰজনী সিহঁততকৈ সৰু। চঁপাই দূৰৰেপৰা নিদ্ৰা আৰু ৰজনীৰ ধেমালি চাই থাকে, সিহঁতৰ লগত ধেমালি কৰিবলৈ সাহ নকৰে।

চঁপা—আইদেউ বেয়া নাপাব, মইনাই নাম গাবলৈ ধৰিছে মই গাওঁ ঃ—

পথাৰৰ ধানৰে গান্ধি। আমাৰ সোণামুৱা দৰাই কলী ফেঁচেৰীক ভৰিটো নিনিলে বান্ধি।।

নিদ্ৰা—চঁপা তোক ইয়ালৈ কোনে মাতিছে? ভালে ভালে গুচি যা।

চঁপা বিমোৰ ; নিদ্ৰাই কয় আঁতৰি যাবলৈ, ৰজনীয়ে কয় থাকি নাম পাবলৈ। বায়েক ভায়েকৰ অলপ চুপতাচুপতি লাগিল। চঁপাৰ পিঠিত পৰিল মাৰ। এমাৰ কি দুমাৰ পৰোঁতেই ৰজনীয়েত হাত পাতি ধৰিলে। ৰজনীৰ হাতত এমাৰ পৰিল। সি দুখ পাই কান্দিলে। হাকিমনীয়ে শোধ নাই পোছ নাই চঁপাৰ ইগালে সিগালে বোন্দাচৰ শোধালে, চঁপাৰ একো কথা নুশুনিলে! ৰজনীয়ে কান্দোন এৰি আচল কথা ক'ব খুজিছিল, কিন্তু ক'বলৈ সময় নাপালে। চঁপাৰ পিঠিত গালত তাৰ আগেয়েই কিল চৰ পৰিল।

সেইদিনা চঁপাৰ বৰ বেজাৰ লাগিল। তাৰপৰা কান্দি কান্দি তাই নৈৰ কাষলৈ গল। এজোপা গছৰ তলত বহি চঁপাই কান্দিবলৈ লাগিল। দূৰেদি যোৱা এটা ফকিৰে কান্দোন শুনি সেই পোনে আহিল। ফকিৰে চঁপাক হিন্দী ভাষাতে কান্দোনৰ কাৰণ শুধিলে। চঁপাই বুজিবও নোৱাৰিলে, উত্তৰো নিদিলে। তাৰ পাছত বহুত বেলি শুধি তেওঁ কোনো ৰকমে ছোৱালীজনীৰ মুখৰ মাত উলিয়ালে।

ফকিৰ—তোমাৰ কোন আছে, তোমাক কিয় মাৰিলে?

চঁপা—মই মৌজাদাৰৰ ঘৰতে থাকোঁ, মোৰ কোনো নাই।

ফ—তুমি মৌজাদাৰৰ ঘৰ মে ঝী হ্যায়?

চঁপা—নহয়, মই মৌজাদাৰৰ জীয়েক নহওঁ; মোক বান্দী বোলে।

ফকিৰে বুজিব্ পাৰিলে, তেওঁৰ ভাষা ছোৱালীজনীয়ে বুজিব পৰা নাই।

ফ—তুমি এতিয়া তোমাৰ মুনিবৰ ঘৰ চলিব লাগে। আমি তোমাক থৈ আহিব।

চঁপা—মই তালৈ নাযাওঁ, গ'লে আকৌ মাৰিব।

ফ—নাহি আমি তোমাৰ মুনিবকে দেখিব, তোমাৰ সব্ কথা কব। তোমাক আৰু মাৰিব নোৱাৰে।

চঁপা যাওঁ নাযাওঁকৈ ফকিৰৰ লগতে গল। ফকিৰে মৌজাদাৰক সকলো কথা কলে। আৰু এজনী সৰু ছোৱালীৰ ওপৰত এনে অত্যাচাৰ নিতান্ত বেয়া বুলি কলে। মৌজাদাৰৰ খং আৰু দুগুণে উঠিল। ৰজনীয়ে ঠুনুক্ঠানাক্কৈ সকলো কথা কলেও, মৌজাদাৰণীৰ ওপৰত হাকিম নহয়। তেওঁ ফকিৰজনক ভাল কথা কৈ ভৱিষ্যতে আৰু তেনে নহয় বুলিকৈ বিদায় দিলে।

মৌ—চম্পা তই ছোৱালীজনীহে সৰু, কাম বৰ ডাঙৰ ডাঙৰ জান। সিদিনা জীৱনক গোচৰ দিছিল, আজি ফকিৰক দিছ; তই এইদৰে হলে মোৰ ঘৰত থাকিব নোৱাৰ।

চঁপাই একা ন'কলে, সুৰ সুৰ কৰে ভিতৰলৈ গৈ কলহ বালিটি লৈ পানী আনিবলৈ গল।

(৩)

পুৱা চঁপাই চোতাল সাৰিছে। আজানুলম্বিত, গেৰুৱা বসন পিন্ধা, ডিঙ্গিত ৰুদ্ৰাক্ষৰ মালা থকা, ফোটে লগুণে তমস্কাৰ, দাড়িয়ে গোফে ভোবোকাৰ এজন ফকিৰ আহি উপস্থিত।

ফকিৰ—ছোৱালী তোমাৰ মুনিৰ উঠিল নে? এজন ফকিৰে দেখা কৰিব খোজে বুলি খবৰ দিয়া।

ফকিৰজন মৌনভাৱে বহিল। মৌজাদাৰ হাকিম যথাসময়ত হাত মুখ ধুই ওলাই আহিল।

মৌ—পাছে বাবাৰ মোৰ লগত বা দৰ্কাৰ কি? ইমান পুৱাতে গৰিবখানালৈ কিয় আহিল?

ফ—হাম খুব খাচ অসমীয়া বাত বল্নে নাই চেক্তা। আপ্ হিন্দিবাত্ চমজ্তা তো?

মৌ—থোৰাথুৰি বল্নেভি চেক্তা, লেকিন সব্ চমজ্তা।

ফ—আপ্কা পাছ সোমধৰ বাবুকা কুছ্ খবৰ হ্যায়? ঐ বাবুকা একৃথু লেৰ্কি ৰহা, অ' লেৰ্কি আভি কাহা?

মৌ—সোমধৰ বৰবৰুৱা মোৰ আপোন ককাই আছিল। নানা কাৰণত আমি প্ৰায় ১৫ বছৰৰ পূৰ্ব্বে পৃথক হওঁহঁক। তেওঁৰ এটি ল'ৰা আৰু এজনী ছোৱালী হয়। প্ৰায় ৯ বছৰৰ পূৰ্ব্বে "নিউমনীয়া" ৰোগত তেওঁৰ পৰিবাৰ আৰু ল'ৰাটি ঢুকায়। শোকত তেওঁ কাতৰ হয়, আৰু সেই দুখতেই ছোৱালীটি মোৰ হাতত গতাই দি তেওঁ এদিন হঠাৎ নিৰুদ্দেশ হয়। সৌটিয়েই ছোৱালীটি মোৰ হাতত গতাই দি তেওঁ এদিন হঠাৎ নিৰুদ্দেশ হয়। সৌটিয়েই তেওঁৰ ছোৱালী। মই মোৰ নিজৰ সন্তান যেন দেখোঁ।

জুথ্ বাত্, আপ্ ঐ লেৰ্কিকু ঝীকা মাফিক্ ব্যৱহাৰ কৰ্ত্তা। বাবুকা বিষয় আপ্কা পাছ হ্যায়?

বিষয়ৰ কথা কোৱাত মৌজাদাৰে বৰণ সলালে। ছোৱালীজনীক বেটীৰ দৰে ব্যৱহাৰ কৰাৰ কথা কোৱাত মৌজাদাৰৰ আৰু ক'বলৈ একো নাইকিয়া হল। তেওঁ প্ৰথমে অলপ বিৰক্তিৰ ভাব দেখুৱালে; তাৰ পাছত এজন পৰান্নভোজী ফকিৰৰ সেইবিলাক কথা শোধাৰ একো আৱশ্যক নাই বুলি কলে। ফকিৰজনে বিশেষ একো নকলে, মাথোন সোমধৰ বৰবৰুৱাৰ বিষয় আৰু তেওঁৰ ছোৱালীজনী সোনকালে পৃথক কৈ দিবলৈ সাজু তেওঁ হৈ থাকিবলৈ কলে। শেহত চঁপাৰ দুখৰ পৰাচিত তেওঁ হ'ব লাগিব বুলি কৈ ফকিৰজন গুচি গল।

(৪)

সেইদিনাই গোটেই নগৰত জনাজাত হল যে, সোমধৰ বৰবৰুৱা আহিল। ইমান দিন তেওঁ কাশীত আছিল, ফকিৰবিলাকৰ মুখে জীয়েকৰ দুখৰ কথা শুনি জীয়েকৰ এটা বন্দবস্ত কৰিবলৈ আহিছে। মৌজাদাৰে পোনতে তেওঁক ককায়েক বুলি স্বীকাৰ কৰিবই নুখুজিছিল। কিন্তু যেতিয়া মাল বস্তুৰ তালিকাই সৈতে কছাৰিপৰা তেওঁৰ হাতত এখন নটিচ পৰিল, তেতিয়া তেওঁৰ মুখ শুকাই গল।

মৌজাদাৰৰ সমূলি বুজিবলৈ বাকী নাথাকিল যে চঁপাৰ ওপৰত কৰা অত্যাচাৰৰ এই ফল। বস্তু পায়ো তেওঁ ৰাখি খাব নাজানিলে। তিৰোতা সেৰুৱা হৈ শেহত তেওঁ যাৰ-যহত-শাক-সেন্দুৰ তাকে ভোকোহা এন্দুৰ পাতিছিল। ককায়েকৰ সম্পত্তি নহলে মৌজাদাৰৰ মৌজা ক'ত? তেওঁ নিজৰ ভাগ ডেকালি কৰি জহন্নামে দিলে। শেহত উপাই নাপাই ককায়েকৰ সম্পত্তি জামিন দি মৌজা।

যথাসময়ত চঁপাৰ বিয়া ঠিক হল। দৰা জীৱন। জীৱন এজন শিক্ষিত যুৱক। তেওঁ সোমধৰ বৰুৱাৰ বিষয় খাই চঁপাই বিয়া কৰাবলৈ মান্তি নহল। তেওঁ সোমধৰ বৰবৰুৱাৰপৰা কুটা এডালো নোলোৱাকৈ চঁপাক বিয়া কৰালে। সম্পত্তি মৌজাদাৰৰ হাততে ৰ'ল। মাথোন তাত এফেৰি কিটিব লাগিব—চঁপাব কেতিয়াবা দুখ হলে সেই সম্পতি চঁপাই পাব লাগিব।

সোমধৰ বৰবৰুৱা আকৌ ফকিৰ। চঁপাৰ এইবেলি সম্পূৰ্ণ ৰকমে এখন মাৰৰ ঘৰ হল।

# মণিপুৰ যাত্ৰা।

(১৩)

ঘূৰি আহি আসাম পাবলৈ আমাৰ তত নোহোৱা হল। কিয়নো নিস্কৰ্ম্মা হৈ বহি থকাত যিমান আমনি, তিমান আমনি আন আৰু একোতেই নাই। মণিপুৰত কেৰাণী মহৰী কাম এটি পোৱাৰ ফালেও মূদা-মৰা। কাজেই আমি এইফাললৈ অহা খালি গাড়ী পাবৰ আশা টপালিবলৈ ধৰিলোঁ। কিন্তু সেই আশাত নিৰাশ হলোঁ। মোৰ গা বেয়া থকাত বেমাৰ পৰিবৰ ভয়ত শীঘ্ৰে ঘৰমুৱা হবলৈ মই বৰ বিতত হলোঁ। বতৰ ডাৱৰীয়া হোৱাত মণিপুৰত থাকিবলৈকে বৰ বেয়া লাগিবলৈ ধৰিলে ; কিন্তু আমাৰ ধৰফৰণী মিছা হল। গাড়ী পোৱা নগল। মুঠতে আমাৰ অভিমন্যুৰ দশা হল। সোমাওঁতে সোমালোঁ কিন্তু ওলাই আহিব নোৱৰা হলোঁ।

গাড়ী পাবৰ আশাত নিৰাশ হৈ এদিন পুৱা ঘৰমুৱা হৈ খোজ ল'লোঁ টিপিৰ টিপিৰ বৰষুণ। পিঠিত টোপোলা। বৰ অসুবিধা পালোঁ। মই গাড়ী পাবৰ আশাতবহুত কিবাকিবি কিনি লৈছিলোঁ। কিন্তু লগৰীয়া কিজনে তেনে কৰা নাছিল। মোৰ টোপোলাত এখন লাইডং, দুখন কি তিনিখন বিছনা চাদৰ, কেইটামান ঘটী, বাটি, আঠুৱা ইত্যাদি বস্তুৱে ঠাই পাইছিল। পুৰণি টোপোলাটোৱে গোটখাই এইবোৰ বস্তু বৰ গধুৰ হল। জোখত কিমান হৈছিল কবৰ উপায় নাই ; কিন্তু মই টোপোলাটো বৰ গধুৰ পাইছিলোঁ ; মোৰ মনেৰে আধা মোনৰ কম গধুৰ নহব পায়। বাট দূৰৈ হলে, নিচেই পাতল টোপোলাটোও শেহত গধুৰ হয়গৈ। ওপৰে বৰষুণ, তলে বোকা। তেনে বোকা তেনে বাটেদি গধুৰ টোপোলা এটা ভাৰ বৈ নিয়াত কেনে সুখ সেইটো ভুক্তভোগীয়েহে বুজিব পাৰিব।

যি হক আমি কোনোমতে আহি 'চেংমাই' পালোঁহি। ইচ্ছা কৰাহেঁতেন ইয়াতে আমি ৰাতি থাকিব পাৰিলোঁহেঁতেন, কিয়নো এইখন গাওঁ কিন্তু নিচেই সোনকালে এই ডোখৰ ঠাই পোৱাত আমি আৰু আগবাঢ়ি আহোটোৱেই ভাল দেখি তাকে কৰিলোঁ। পাছলৈ বৰষুণও নোহোৱা হল। এনে বতৰত খোজ কাঢ়িবলৈ ভাল। টোপোলাটোৰপৰা অসুবিধা নোপোৱাহেঁতেন সম্ভৱতঃ এনে বতৰত দৃশ্য চাই খোজ কাঢ়িবলৈ ভাল পালোঁহেঁতেন। কিন্তু সকলো কথাতে ঈশ্বৰে এটা নহয় এটা অসুবিধা লগাই থবই।

আমি ক্ৰমে আহি "কাংলাটোমি" বোলা ঠাই এডোখৰ পালোঁহি। কিন্তু ঠাইবোৰৰ নামৰ সমন্ধে মোৰ স্মৃতিক বৰকৈ বিশ্বাস কৰিব নোৱাৰি।

সৰু এখনি পৰ্ব্বতীয়া নৈ বৈ গৈছে। তাৰ ওপৰত লো'ৰ দলং। ওচৰতে বিস্তীৰ্ণ সমতল পথাৰ। একাষে পাহাড়ৰ লেখিয়া ওখ সৰু ঠাই এডোখৰৰ ওপৰত ডাকবঙলা আৰু মচাফিৰখানা। দুপৰীয়াৰ শেষ আৰু সন্ধিয়াৰ আগমন জনাই বেলিয়েও লাহে লাহে পছিম ফাললৈ ঢাল লৈছে, এনে সময়ত আমি এইডোখৰ ঠাই পালোঁহি। যাবৰ বেলিকা গাড়ীত যোৱা বাবে এইডোখৰ ঠাইয়ে আমাৰ বিশেষ মনোযোগ আকৰ্ষণ কৰা নাছিল হ'বলা। বাস্তবিকতে দৃশ্য

চোৱাৰ প্ৰকৃত সুখ উপভোগ কৰিবৰ হেঁপাহ থাকিলে মনৰপৰা সাংসাৰিক চিন্তাবোৰ গুচাই লৈ আৰু ভৰি দুখনক বাহন কৰি লৈ আগবঢ়াহে ভাল। ভৰিৰ লগত মনৰ যেনে ওচৰ সম্পৰ্ক গাড়ী বা ঘোৰাৰ তেনে নহয়, মনে য'তে ৰব খুজিব ভৰিয়ে ঠিক তৰে ৰব, কিন্তু গাড়ী ঘোড়াই ঠিক তেনে নকৰে ইইঁতে আমাৰ অলপ নহয় অলপ স্বাধীনতা হৰণ কৰেই কৰে। ৰেল জাহাজত উঠি দৃশ্য চাই ফুৰাত যেনে সুবিধা তেনে অসুবিধাও আছে। যিখন পাতৰ আগ্ৰাত ৰুচি আহিছে আৰু যাক খাবলৈ হাত মেলিছোঁ, সেইখন পাত কোনোবাই মুখৰ আগৰপৰা আজোৰ মাৰি লৈ গ'লে যেনে লাগে ৰেল জাহাজত ফুৰোঁতেও বহুত সময়ত তেনে লাগে। যি হ'ক আমি 'কাঙলাটোমিত' আবেলি বেলিকা নৈৰ পানী খাই, জিৰাই আৰু দৃশ্য চাই বৰ সুখ পালোঁ। ঠাই ডোখৰৰ কথা এতিয়াও মনত পৰে। মানুহে অঁকা নক্‌চাতকৈ ঈশ্বৰে অঁকা নক্‌চা সুন্দৰ হবৰেই কথা "Vergil expects every man to be a poet and then to be a farmer" মনটোক প্ৰকৃতিৰ সৌন্দৰ্য্য উপলব্ধি কৰিব পৰামান উন্নত কৰি লৈ কৃষিজীবি হোৱাটোহে ভাল।

এই 'কাংলাটোমিতে' আমি এজন পঞ্জাবী ডাক্তৰ লগ পালোঁ। এওঁ পল্টনৰ ডাক্তৰ আছিল। এসময়ত এওঁ ডিব্ৰুগড়ত আছিল ; এতিয়া চাকৰিৰপৰা অৱসৰ লৈ ইয়াতে বাস কৰিছে। পঞ্জাবী তিৰোতাও তেওঁৰ লগত দেখিলোঁ। এওঁ ইয়াত খেতিবাতি কৰে। এওঁৰ কেবাটাও ঘৰ-ওপজা ঘোৰা বিক্ৰিৰ নিমিত্তে আছিল, আমি ললে সস্তাকৈ দিম বুলি কলে। এওঁ কেবাটাও কুকী কুলি লগাই এটা ঘৰ সজোৱাই আছিল। কুকী এটাইকিটাকে নিচেই ক্ষীণ স্বাস্থ্য দেখা গল। আমাৰ দেশৰ লাংকানীয়াবোৰতকৈয়ো বেয়া যেনহে দেখিলোঁ। ডাক্তৰে আমাৰপৰা ডিব্ৰুগড়ৰ কেবাজনো মানুহৰ বাতৰি ললে।

এতিয়াও বেলি নৌ পৰে। কাজেই আমি আৰু এটা "পাৰাও" যাবৰ মনেৰে খোজ ললে। অলপতে আমাৰ বাটে ভৈয়ামৰপৰা পৰ্ব্বতৰ গালে উঠিল। ক্ৰমে সন্ধিয়া হল। ৰাতি হল। ৰাতি বৰ এন্ধাৰ। আড্ডা পাবৰ আশাত আমি যিমান পাৰোঁ বেগাই খোজ দিবলৈ ধৰিলোঁ। আমি ইমান ভাগৰিলোঁ যে প্ৰায় খোজ দিব নোৱৰা হলোঁ। কিন্তু আড্ডা পোৱা নগল। মোৰ টোপোলা গধুৰ হোৱা বাবে মই হে এটাইতকৈ বেছি কষ্ট পাইছিলোঁ। পিয়াহত মোৰ ডিঙি শুকাই যাবলৈ ধৰিলে। ঈশ্বৰৰ ইচ্ছাত পৰ্ব্বতৰ গাইদি বাটলৈ বৈ অহা নিজৰা ঘনাই পোৱা গৈছিল দেখিহে। মই প্ৰায় খোজেপতি পানী খাই খাই আগবাঢ়িবলৈ ধৰিলোঁ। প্ৰথমতে মোৰ ভৰিৰ চীনা জোতাজোৰৰ সিয়নি ফাটি থান থান হলত তাক পৰিত্যাগ কৰিব লগীয়াত পৰিলোঁ। হায়, জোতাৰ জীৱ থকাহেঁতেন সি চাগৈ এইদৰে তাৰ "আথান্তৰ মিলাত" বৰ বেজাৰ কৰিলেহেঁতেন! সি যি কিহক এইদৰে জোতাক বিদায় দিবৰ পাছত মই শুদা মোজাৰেই খোজ কাঢ়িবলৈ ধৰিলোঁ। পৰ্ব্বতীয়া মাটিৰ সংঘৰ্ষণত অলপ পৰৰ পাছতে মোজাৰও তলুৱা ছোৱা ছিগি ডোখৰ ডোখৰ হল। তেতিয়া মহাপ্ৰস্থানত সশৰীৰে স্বৰ্গগামী যুধিষ্ঠিৰৰ দৰে মোজাকো ইয়াতে পৰিত্যাগ কৰিলোঁ।আমি খোজ কাঢ়ি ভাগৰিলোঁ, কিন্তু আড্ডা নেপালোঁ। মই আৰু প্ৰায় খোজ কাঢ়িব নোৱৰা হলোঁ। এঠাইত পৰ্ব্বতৰ তলত আলিৰ ভালেখিনি নামনিত কিছুমান নগা কি কুকীয়ে জুই ধৰি হুই-হাই কৰি কোঢ়াল কৰি আছিল। মই ইমান ভাগৰিছিলোঁ যে মোৰ আৰু ভয় শোক প্ৰায় নোহোৱা হৈছিল। "মই আৰু খোজ নেকাঢ়োঁ" বুলি সেইখিনিতে আলিৰ ওপৰত বহি পৰিলোঁ আৰু সঙ্গী কিজনক কলোঁ "আপোনালোক য'ক গৈ। মই যদি জীয়াই থাকোঁহে ডিবৰু ওলামগৈ। নহলে মোৰ এইয়ে শেষ বিদায়।" তেওঁবিলাকে কিন্তু মোক নেৰি হাতত ধৰি টানি তুলি নানা কথা কৈ আকৌ খোজ লোৱালে। বৰকৈ কথা ক'বও নোৱাৰি, কিয়নো তলৰ নগাই গমপালে হয়তোলুট কৰিব পাৰে। সেইবাবে সকলো কথা-বতৰা ফুচফুচাইহে কোৱা হৈছিল। সঙ্গীকিজনে, বেলুন পাতল কৰাৰ দৰে, কিছুমান বস্তু পেলাই দি গা পাতলাবলৈ মোক পৰামৰ্শ দিলে। কিন্তুসেইটোত একো লাভ নেদেখি মই তেনে নকৰিলোঁ। মই ইমান ভাগৰিছিলোঁ যে শুদা গাৰে খোজ কঢ়াও মোৰ পক্ষে প্ৰায় অসম্ভৱ হৈছিল। বস্তু ভগাই লৈ বোজা পাতলাবলৈ কোনেও offer কৰা নাছিল আৰু সেইটো মোৰ মনতো তেতিয়া strike কৰা নাছিল।

যি হক পানী খাই খাই জিৰাই জিৰাই কোনোমতে আগবাঢ়িবলৈ ধৰিলোঁ। দূৰৈত পৰ্ব্বতৰ গাত মাজে মাজে

জুইৰ পোহৰৰ দৰে পোহৰ দেখা যায়, "আড্ডা পালোঁ" বুলি ভাবি আমি উৎফুল্ল হৈ খোজ কাঢ়িবলৈ ধৰোঁ কিন্তু আশাত নিৰাশ হওঁ। সেইবোৰ জুই জুই নহয় "Will-o-the wisp"হে।

এঠাইত পৰ্ব্বতৰ পাক এটা ঘূৰিয়েই হঠাৎ আমি দুখন কি এখন গাড়ী আৰু তাকে escort কৰি অহা কেইটামান চিপাহীৰ আগতে ওলালোঁ। চিপাহীকেটাই হঠাৎ আমাকদেখি "কৌন হ্যায়" বুলি চিঞৰি বন্দুক ঠিক কৰি ললে। সিহঁতৰ বন্দুকৰ ঘোৰাৰ কিটিপ্ কিটিপ্ শব্দ আমাৰ কাণত পৰিল। আমাৰ প্ৰথম সঙ্গীয়ে ততালিকে উত্তৰ দিলে "হমলোগ আদ্‌মি হ্যায়।" আমি সিহঁতক আড্ডাৰ কথা শুধিলোঁ। সিহঁতে আমাক এই দৰে ইমান ৰাতি অহা দেখি অলপ আচৰিত হৈছিল। সিহঁত মণিপুৰত থকা ৩নং ব্ৰাহ্মণ পল্টনৰ চিপাহী আছিল। সঙ্গীজনে "আদ্‌মি হ্যায়" বুলি কোৱাটোহে আমাৰ বৰ হাঁহিৰ কাৰণ হৈছিল।

যি হক মাজ নিশা আমি গৈ আড্ডা পালোঁগৈ। মচাফিৰখানাটো অলপ নামনিত। তালৈ গৈ দেখিলোঁ ভিতৰৰপৰা দুৱাৰ মৰা। কিন্তু ভিতৰত পোহৰ। আমি দুৱাৰ মেলি দিবলৈ পাৰেমানে দুৱাৰত খুন্দিয়াবলৈ ধৰিলোঁ আৰু মাতিবলৈ ধৰিলোঁ। যিবোৰ আড্ডাত দুৰ্ঘটনা ঘটিবৰ সম্ভাৱনা সেইবোৰ আড্ডাৰ মচাফিৰখানাত একোটা চকীদাৰ থাকে, সি ৰাতি দুৱাৰ-মুখৰ ওচৰতে চাঙত শুই থাকে আৰু দুৱাৰ মাৰি থয়। সি দুৱাৰ মেলি দিলেহে ভিতৰৰ মানুহ বাহিৰ ওলাব আৰু বাহিৰৰ মানুহ ভিতৰ সোমাব পাৰে। এই আড্ডাৰ চকীদাৰটো মণিপুৰীয়া। সি হিন্দি নবুজে। বহুত চিঞৰৰ পাছত সি দুৱাৰ মেলি দিলে। আমি ভিতৰ সোমালত সি আকৌ দুৱাৰ মাৰি থলে।

ভিতৰ সোমাই দেখিলোঁ, কিছুমান কুকীয়ে ভাত খাইছে, মজিয়াত একাঠুৱা ধূলি, একেখন পাতৰপৰা ৫টা ৬টা কুকীয়ে ভাত খাইছে। সিহঁতে ভাতৰ লডা বান্ধি মুখৰ ভিতৰলৈ দলিয়াই দি ভাত খাইছিল। আন মানুহো আছে— মণিপুৰীয়া নগা ইত্যাদি। আমি এটাই কেইজনে আন ঠাই নেপাই সেই ধূলিতে বহি ললোঁ। সঙ্গীকেজনে কেনেকৈ শুলে ক'ব নোৱাৰোঁ। মোৰ কিন্তু পিঠিৰ টোপোলা পিঠিতে থাকিল। টোপোলাই-চোপোলাই মই ধূলিত বাগৰি পৰিলোঁ আৰু টোপনি গলোঁ। টোপনি যে বৰ সু টোপনি আহিল তেনে নহয়, জ্বৰৰ টোপনি। পাছ দিনা শুই উঠি দেখোঁ মোৰ গাটো কঁপিছে। আৰু গাত জ্বৰ, ভৰিৰ তলুৱা দুইখনত জুয়ে পোৰাৰ দৰে টো ফুটিছে, মাটিত ভৰি পাতোতে বৰ দুখ পাওঁ। ঘৰত হোৱাহেঁতেন শোৱাপাটী ললোঁহেঁতেন। কিন্তু ইয়াত Self reliant with a vengeance নহৈ উপায় নাই। কোনোমতে লেঙুৰিয়াই লেঙুৰিয়াই কম্পিত গাৰে নৈৰ ওচৰলৈ গলোঁ। পিয়াহত ডিঙি শুকাই গৈছিল। টেপ ভৰাই দুইহাতে পৰ্ব্বতীয়া নৈৰ শীতল পানী খালোঁ। মুখ ধুবলৈ বাট চাবৰ শক্তি নাছিল। পানী খাই অলপ সুস্থ হলোঁ। ভৰিৰ তলুৱাৰ যিবোৰ ঠাইৰপৰা ছাল একেবাৰে উঠি গৈছিল, সেইবোৰ ঠাইত পানীৰ সংস্পৰ্শ হোৱাত বৰ চেক্‌চেকাবলৈ ধৰিলে। যি হক অলপ পৰৰ পাছত মুখ হাত ধুই গুৰেৰে সৈতে চিৰা কেইমুঠিমান ছোবাই আকৌ পেট ভৰাই পানী খালোঁ। মই কোক্‌মোকতে শুই উঠিছিলোঁ। সঙ্গীকিজনে বহুত পলম্‌কৈ উঠিল। মণিপুৰলৈ অহাৰ হেঁকা আজিহে ভালকৈ পালোঁ। আমি হেনো এন্ধাৰত ভুলকৈ মাজতে এটা আড্ডা এৰি থৈ আহিছিলোঁ।

শ্ৰীজ্ঞানানন্দ জগতী

# পানিপথ।

## নবম অধ্যায়

দৌলত পলালত, ইব্রাহিমৰ মনত ভয় হল। আৰু কুতবো লগতে যোৱা যেতিয়া তেওঁ শুনিলে তেতিয়া দৌলতৰ সম্পৰ্কে সকলো সন্দেহ স্থিৰ সত্যত পৰিণত হল। দৌলতৰ বীৰত্ব আৰু অসাধাৰণ শক্তিসকলোৱে বিদিত ; ইব্ৰাহিমে নিজেও জানে যে দৌলতৰ সহায়তহে তেওঁৰ ইমান দিন পতন হোৱা নাই। কিন্তু যেতিয়া তেওঁৰ এনে কদভিপ্ৰায় বুজিলে তেতিয়া তেওঁৰ ভয় হল। ৰাজ্যৰ আমীৰ ওমাৰহ সকলো সম্ৰাটৰ ওপৰত অসন্তুষ্ট ; সুবিধা পালেই তেওঁৰ বিৰুদ্ধে উঠিবলৈ সাজু। দৌলতে যদি অলপ চেষ্টা কৰে তেন্তে সিংহাসনৰ তেওঁৰ হৈ আছেই। সেই নিমিত্তে তেওঁ দৌলতক ধৰিবলৈ পাৰেমানে যত্ন কৰিলে ; কিন্তু তেওঁ কৃতকাৰ্য্য নহল। ইপিনে পঞ্জাব শাসনৰ ভাৰ কাৰ ওপৰত দিব তাৰো একো তেওঁ থিৰ কৰিব নোৱাৰিলোঁ। তেওঁ সেনাপতি গিয়াছুদ্দিনক পঞ্জাবলৈ যাবলৈ কলে ; গিয়াছুদ্দিনে সম্ৰাটক বুজালে—দৌলত যেনে পুৰুষ তেওঁ এনেই বহি নেথাকে, যুদ্ধৰ নিমিত্তে যেনে তেনে মতে সাজু হব। এনে অসুবিধাৰ সময়ত ৰাজ্যৰ প্ৰধান সেনাপতি গিয়াছুদ্দিন গ'লে কেনেকৈ চলিব? ইব্ৰাহিমে ভাবি চালে কথাটি যথাৰ্থ। অগত্যা তেওঁ আন এজন আমীৰৰ হাতত পঞ্জাবৰ শাসনভাৰ দিবলৈ থিৰ কৰি গিয়াছুদ্দিনক কলে, "সেনাপতি! সম্পূৰ্ণ বিশ্বাস কৰিব পাৰোঁ এনে আমীৰ বা ওমাৰহ কাকো নেদেখোঁ। দৌলতৰ ওপৰত সম্পূৰ্ণ ভৰশা আছিল, তেওঁ তাকেই কৰিলে। এনে থলত তুমি মোক নেৰিবা। তোমাৰলগত আজিৰ নহয়, সৰুৰেপৰা একে লগে আছোঁ, খাইছোঁ ; তুমি মোক কেতিয়াও নেৰিবা।" গিয়াছুদ্দিনে কলে,"জনাব! ই আৰু কেনে কথা কৈছে। গোলমে যদি আপোনাৰ কাম সাধন কৰোঁতে প্ৰাণ হেৰুৱায় সিগোলামৰ পক্ষে ভাগ্যহে। কিন্তু জনাব বেআদবী মাফ্ হক। আপুনি যাক বিশ্বাস কৰিব লাগে তাক নিচিনে। দৌলতৰ নিচিনা কুটীলক হে বিচাৰি পায়গৈ। তাৰ কথা মই আপোনাক আগৰেপৰা কৈ আহিছোঁ ; তাক মাতি আনি ইমান সম্মান দেখুৱাৰো সকাম নাই বুলি কৈ আহিছোঁ ; তথাপি আপুনি স্বাৰ্থপৰ কেজনমানৰ কথা শুনি ইমান কৰিছিল। সি যি হ'ক। জাহাপনা! আপোনাৰ কামত গোলামে যি পাৰে কৰিব।" ইব্ৰাহিমে কলে, এৰা সেনাপতি, মই এতিয়া সকলো কথা বুজিছোঁ। কিন্তু ঈশ্বৰ মঙ্গলময়। দৌলতৰ বাবে এনেখন নকৰিলে, এই সাপটিক বিছনাৰ তলত ৰখাৰ নিচিনা নহলহেঁতেন নে? কিন্তু সেনাপতি, কোৱাঁ তুমি মোক কেতিয়াও পৰিত্যাগ নকৰা। আহাঁ আজি এই কোৰাণ ছুই দুয়ো ধৰ্ম্মভ্ৰাতৃ হওঁ।" গিয়াছে একো নোকোৱাকৈ কোৰাণত ধৰি ইব্ৰাহিমৰ ওচৰত সদায় বিশ্বাসী থাকিব বুলি প্ৰতিজ্ঞা কৰিলে। গিয়াছৰ মুখত শেঁতা ভাব এটি পৰিল, বলেৰে উলিওৱা হাঁহি আৰু আনন্দৰ চিনতসেই ভাব ফুটি উঠিল। ইব্ৰাহিমে গিয়াছক বিদায় দিলে।

সংসাৰত দেখিবা বেছিভাগ মানুহেও স্বাৰ্থপৰ। নিজৰ স্বাৰ্থপৰ। নিজৰ স্বাৰ্থলৈ নেচায় এনে মানুহে হেজাৰৰ ভিতৰতো এজন নোলায়। কিন্তু স্বাৰ্থপৰৰো কম বেছ ভাল বেয়া আছে। তুমি স্বাৰ্থ সাধন কৰিবলৈ ভাল পোৱা, কিন্তু নীতি আৰু ধৰ্ম্মৰ মূৰত পদাঘাত কৰি মনক বোধ বিদ নোৱাৰা। তেৰোঁ স্বাৰ্থ সাধন কৰে, নীতি আৰু ধৰ্ম্মলৈকো ৰৰ ভ্ৰূক্ষেপ নকৰে, কিন্তু মুখৰ লাজ, বা কৃতজ্ঞতা, বা দয়াপৰবশ হৈ মনটি দমাই ৰাখে। আৰু ময়ো স্বাৰ্থপৰ ; নীতি ধৰ্ম্মতো মোৰ কথা নাই ; লাজ ভয় কৃতজ্ঞতা দয়াৰ লগতো খাতিৰ নাই ; দেখোঁতে যাতে নিজৰ ভাল হয় তাৰ অৰ্থে শত মহা বাধা অতিক্ৰম কৰিবলৈকো স্বীকাৰ। কেৱল এয়ে নহয়, আৰু কেবাবিধৰো স্বাৰ্থপৰ আছে। কিন্তু আমাৰ কথাৰ উদ্দেশ্য ইয়াতে শেহ হ'ব বুলি আমিও ইয়াতেই মুৰিলোঁ।

ঠিক দুপৰীয়া হ'বলৈ এতিয়াও অলপ সময় আছে। বহুত ভদ্ৰলোকেই আহাৰ সমাপন কৰিছে ; কোনোৱে বা কাজ কৰ্ম্মৰ উদ্দেশে বাহিৰ হৈছে ; কোনোৱে বা টেপত অলপ বোজা দি ভাগৰুৱা যন্ত্ৰটিক ধপ্ধপীয়া বগা কোমল বিছনাত লাহেকৈথৈ দিছে, যাতে অলপ বিশ্ৰাম পায় ;

কোনোৱে বা তাচ বা পাশা বা ডবা খেলাৰ ঘৰলৈ গৈ অতি মনোযোগেৰে সৈতে অলপ আলাপ কৰি লৈছে; কোনোৱে বা ডাইনা ডুগি, বাঁহী প্ৰভৃতি লৈ সা ৰে গা মা বুলি সঙ্গীত বিদ্যাৰ চৰ্চ্চাত নিযুক্ত হৈছে। সাধাৰণ মানুহে ভাত খাবলৈ এতিয়াও পোৱা নাই, কাৰ্য্যক্ষেত্ৰতে নিযুক্ত আছে; চৰাইবোৰে আৰু গৰুছাগলীবোৰেও দুপৰীয়াৰ ৰ'দত জিৰণি লোৱাৰ সময় অহা নাই। বজাৰৰপৰা পোহাৰীবোৰ যোৱা নাই; ফেৰিৱালায়ো বাটে বাটে নানা প্ৰকাৰ অবুজা সুশ্ৰাব্য ভাষাৰে চৰাই চিৰিকটিৰ অনুকৰণ কৰি নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ এৰা নাই। সেনাপতি গিয়াছুদ্দিন নিজৰ বহাঘৰত বহি আছে। বাহিৰত মুকলি চোতালখনত ছুটি ছুটি বনৰ ওপৰত ফুলৰ গছে মুৰ ডাঙি নিজৰ প্ৰভাৱ দেখুৱাই থিয় দি আছে। তাতে শালিকাএজনীয়ে মেকুৰী এটা খেদি নি চোতালৰ বাজ থৈ আহিল—আশা একাধিপত্য—কিহৰ কোনে জানে? সেনাপতিৰ চকুত এইবোৰ হলে একো পৰা নাই। তেওঁ ভাবিছে তেওঁৰ ভাবনাকেই। এনেতে সেনাপতিৰ চোতালত মহাতব খাঁৰ আবিৰ্ভাব হল। হাঁহি মুখেৰে গিয়াছে মহাতবক বহিবৰ ঘৰলৈ মাতি নিলে। সেনাপতিয়ে কলে—"আহিলা মহাতব, বেছ কৰিলা।"

মহাতব—হুজুৰৰ কিহৰ বাবে আদেশ হৈছে?

গিয়াছ—মহাতব! কথা এটি আছে; বৰ দৰকাৰী বুলি হে তোমাক মাতিছোঁ।

মহাতব—কি কথা আছে কওক।

গিয়াছ—যেনে তেনে কথানহয়। আনৰ আগত হলে নকলোঁহেঁতেন। কিন্তু তোমাৰ লগত কিমান দিনৰপৰা বিশ্বাস! তোমাৰ আগত মোৰ কথা কম আৰু ভয় কি?

মহাতব—কিবা ডাঙৰ কথা যে পাতনিতে বুজা গৈছে।

গিয়াছ—এৰা, ডাঙৰ বাবেই তো তোমাক অনাৰ কথা। পাছে দৌলত যোৱাৰ সম্পৰ্কে তোমাৰ কেনে অভিমত?

মহাতব—সেনাপতি ডাঙৰীয়া। ফিৰোজাৰ কথাৰপৰায়ে আপুনি সকলো জানিছে; মোৰ তাত কোনো সংশ্ৰব নাই। যদি মোৰ গাত দোষ থকা বুলি ভাবিছিল, তেতিয়াই দোষী বুলিলে হলহেঁতেন। এতিয়া আৰু কি ফান্দত পেলাবলৈ কি কৰিছে কি জানো? মোৰ একোঅভিমতো নাই, হাতো নাই। মই তাত দোষী নহয়; মোক যাব দিয়ক গুচি যাওঁ। মোৰপৰা একো সংবাদ পোৱাৰ আশা নকৰিব।

গিয়াছ—আঃ! আঃ! তোমাক দোষী বুলিলে কোনে? তোমাক কেৱল শুধিছোঁ হে, দৌলতে এতিয়া কি কৰিব?

মহাতব—ঘুৰাই পকাই শুধিলেও, সেনাপতি ডাঙৰীয়া, মই একো কব নোৱাৰোঁ। দৌলতে মোৰ আগত কি কৰিব কৈ যোৱাহেঁতেন, মই তেওঁক ধৰিবই তো পাৰিলোঁহেঁতেন। মই তিমান মাৰপেঁচৰ মানুহ নহওঁ; মিছামিছি মোক একো সন্দেহ নকৰিব।

সেনাপতি—আঃ! নহয় মহাতব, সেইটো নহয়! তোমাক নো কিবা সন্দেহ কৰাৰ বা দোষ দিয়াৰ কথাহৈছে নে? অৰ্থাৎ এতিয়া দৌলতে কি কৰিব বুলি ভাবিছা?

মহাতব—হুজুৰ! মই আপোনাৰ অভিপ্ৰায় বুজিছোঁ। মই শপত খাই কৈছোঁ মোৰ একো দোষ নাই। আপুনি যিমান মেৰ লগাওক মই একো নেজানো। মই যাওঁ।

এইবুলি একেছাবে মহাতব যাবলৈ থিয় দিলে। মহাতবৰ ইমান সন্দেহ কৰাৰ কাৰণো আছিল। কামত থকাত সেনাপতিয়ে তেওঁক ইমান ভাল চকুৰে এদিনো চোৱা নাই; আজি হাঠাৎ এনে অসম্ভৱ পৰিবৰ্ত্তন দেখি মহাতবে অলপ আচৰিত মানিলে। তেওঁক উঠা দেখি গিয়াছে তেওঁৰ হাতত ধৰি বহুৱাই কলে 'এঃ! মহাতব! বহা; তোমাক ভাঙি-পিটিকি কওঁ তেহে বুজিবা। "সেনাপতিৰ কথাৰ সুৰত' মহাতবৰ মন ঘূৰিল, মহাতব আকৌ বহিল। তেতিয়া গিয়াছে কবলৈ আৰম্ভ কৰিলে,— "দৌলত খাঁ যেনে বুদ্ধিমান আৰু কৰ্ম্মদক্ষ পুৰুষ, তেওঁ যে ফাটেকৰপৰা পলাই গৈ এনেই বহি থাকিব, বা সাধাৰণ মানুহৰ নিচিনাকৈ জীৱনটি শেহ কৰিব এনে ভাবিব নোৱাৰি। নহয় নে মহাতব, তুমি কি কোৱা?" মহাতবে অলপ ইফাল সিফাল কৰি,—"এনেই কোনে বহি থাকে? অৱশ্য কিবা এবিধ কৰিব।" গিয়াছে কলে—"কিবা এবিধ তো কৰিবই। মোৰ মনত হলে ভাবিছোঁ, দৌলতে দিল্লীৰ সম্ৰাট হবলৈ চেষ্টা কৰিব।" মহাতবে আকৌ উছপ্ খালে, তেওঁ কলে,

"তাক আমি কেনেকৈ জানিমে! আৰু হলেই বা আমাক সম্রাটৰ কৰ্ম্মচাৰি বুলি মাৰিবহে, তাত লাভ কি?" গিয়াছুদ্দিনে আকৌ কলে, "লাভ নাই দেখিয়ে তো তোমাক মাতিছোঁ। বুজিছা নে মহাতব। পৃথিবীত বহুত মানুহ আছে; কিন্তু তাৰ ভিতৰত ডাঙৰ হ'ব পাৰে কেইজন? যি সংসাৰৰ অসুবিধা আৰু বিৰোধী অৱস্থাৰ ভিতৰত নিজৰ ভাগ্য গঢ়ি লব নোৱাৰে সি পুৰুষেই নহয়, তাক মাকবাপেকে মিছাতেহে জন্ম দিলে। সেই নিমিত্তেহে সকলো অৱস্থাতে ভাবি গুণি কাম কৰা উচিত। দৌলত যে এদিন দিল্লীৰ সম্রাট হ'ব ই ঠিক। আৰু সেই দিনো বহুত দূৰত নহয়। এতিয়া তুমি গৈ দৌলতৰ সহায় নোহোৱা কিয়? মহাতবে আকৌ কৈ উঠিল, "ডাঙৰীয়া! সেইবোৰ মোক কি কৈছে? মই একাষাৰ কথাতে কৈ থৈছোঁ—দৌলতৰ সম্পৰ্কে মই একো নেজানো, তেওঁ বাদ্‌ছাহ হলেও মোৰ লোক্‌ছানত বাদে লাভ নাই। আপুনি মিছাতেমোক জুলুম নকৰিব। ইচ্ছা আছে যদি আপুনি দৌলতৰ সহায়তা ক'ৰক গৈ।" গিয়াছুদ্দিনে কলে, "শুনা, মহাতব শুনা! তুমি যেনেকৈ কৈছা, সকলোতে তোমাৰ হাত আছে হন বিশ্বাস হৈছে। সকলো কথা ঠিক শুনা; পাছে তোমাৰ কথা।" মহাতবৰ মনত অলপ আশঙ্কা হল—সেনাপতিয়ে কিবা জানিছেয়েই নে কি। তেওঁ কলে, "সেনাপতি!—মই আচলতেএকো নেজানো। আপোনাৰ চৰণত ধৰিছোঁ। ল'ৰা তিৰোতাৰ বধ নলব।" গিয়াছুদ্দিনে কলে, "তেনে উদ্দেশ্য মোৰ মুঠেই নহয়। নহলে তোমাক বহুত আগেয়ে সন্দেহ কৰিলোঁহেঁতেন। যি কৈছোঁ তোমাৰ ভালৰ নিমিত্তেই। এতিয়া শুনা একো ভয় নাই।" মহাতব অলপ আশ্বস্ত হল। তেওঁ কলে "বাৰু শুনিছোঁ।" গিয়াছে আকৌ আৰম্ভ কৰিলে,—"জানিছা নে মহাতব! বুদ্ধিমানৰ কাজ আগৰেপৰা সাৰধান হোৱা। বিপদৰ আশঙ্কা উপস্থিত হলেই তাৰ প্ৰতীকাৰৰ অৰ্থে চেষ্টা কৰা সুপুৰুষৰ কৰ্ত্তব্য। গতিকে দৌলত বাদ্‌ছাহ হলেও যাতে আমাৰ কোনো হানি হ'ব নোৱাৰে তাৰ বাবে চেষ্টা কৰা যুগুত। মই মনে মনে এটি বুদ্ধি সাজিছোঁ শুনা। তোমাৰ আচলতে ক'বলৈ গ'লে এতিয়া জানো সকলো নগল। চোৱা, কালি তুমি বাহাদুৰীকৈ খাই আহিছিলা; তোমাৰ লৰা তিৰোতাই দহজনক খুৱাইছিল, আজি তোমাৰ একো নোহোৱা হৈছে; নৰীয়া পৰিলে চিকিৎসাৰ অৰ্থে পইছা এটি নোহোৱা হল! আজি ল'ৰা তিৰোতাই ভিক্ষা নকৰিলে খাবলৈ নাই। কিন্তু এইবোৰ হল কেলেই? তুমি দোষ কৰিলা কি? আন এজনে তোমাক অচেতন কৰি এইবোৰ কাম কৰিলে; বাহিৰত থকা প্ৰহৰীৰ জানিবা দোষেই, সিহঁতে নধৰিলে বাবে। তুমি মৰাৰ নিচিনা পৰি থাকিলা, তোমাৰ দোষ কি? ইয়াতে বিচাৰ নাই খোচাৰ নাই, তোমাৰ এনে শাস্তি! এনে কাৰ্য্য তেজ মঙহৰ মানুহে সহিব পাৰে নে? ৰজা অত্যাচাৰী হলে এনেকুৱা হয়েই। নহয় নে বাৰু, তোমাৰ এই কথা হয়নে নহয়?" মহাতবে দেখিলে বাস্তৱিকতে তেওঁৰ শাস্তি আইনৰ বিৰুদ্ধে হে। তেওঁ কলে, "নহয় আৰু কি, সেনাপতি, মোৰ দোষ কি? মই ভালকৈ পহৰা দিছিলোঁ। গিয়াছুদ্দিনে কলে, "তাকেই তো কৈছোঁ, তোমাৰ কি দোষ হল? এনে অত্যাচাৰী ৰজাৰ ওচৰত যিমান হ'ব পাৰে তিমান অত্যাচাৰ হৈছে। তুমি হয় ইয়াৰপৰা আন ঠাইলৈ যোৱাঁ, নহয় দৌলতৰ লগ লগাগৈ। মই তোমাৰ ভালৰ নিমিত্তেহে কৈছোঁ। তোমাৰ মনত কেনে খেলায়?" মহাতবে অলপ কাতৰভাৱে কলে "হয়, ডাঙৰীয়া! কিন্তু এতিয়া এই ল'ৰাছোৱালীবোৰ লৈ ক'লৈকো যাব নোৱাৰোঁ। আৰু যামই বা কলৈ! যাৰ ওচৰলৈকে যাওঁ সেয়ে বাদ্‌ছাহে নেৰাখিলে বুলি আশ্ৰয় দিবলৈ সম্মত নহ'ব। দৌলতৰ ওচৰলৈকে গ'লোঁহেঁতেন; কিন্তু ইপিনে ল'ৰাছোৱালী কেইটা কি কৰোঁ? আন পিনে, দৌলতৰ ওচৰলৈ গ'লে দোষ হ'ব পাৰে।" গিয়াছে কলে, "দোষ কি হ'ব? তোমাৰ ওপৰত ইমান অত্যাচাৰ কৰিছে অনাহকতে; এতিয়া তুমি তোমাৰ জীৱনৰ বাবে আশ্ৰয় ললেও দোষ নে? একো দোষ নাই; তুমি দৌলত কবিচাৰি যোৱাঁ। তোমাৰ ল'ৰা তিৰোতাৰ ভাৰ মোৰ গাত থাকিল। সিহঁতক মই ঘৰত ৰখাৰ দৰে ৰাখিম।" মহাতবৰ মনত আনন্দ হলে! তেওঁ কলে, "হুজুৰৰ মই এনে কি প্ৰিয় কাম কৰি এই ধাৰ শুজিব পাৰোঁ!" গিয়াছুদ্দিনে হাঁহি মাৰি কলে, "মোৰ আৰু কি কৰিবা মহাতব। বৰং তোমাৰ ল'ৰাতিৰোতাক আশ্ৰয় দিয়া দেখি বাদ্‌ছাহে মোক দেখিব নোৱাৰা হ'ব। আগৰপৰায়ো তেওঁ মোক ভাল নেপায়। ময়ো সাৰধান হোৱা উচিত। সেইবাবে দৌলতক লেখি জনাম যে ময়ো তেওঁৰ ফলীয়া। তুমি সেই চিঠিখন অতি সন্তৰ্পণে লৈ যাব পাৰিবা নে?" মহাতবৰ মনত আৰু ভাল লাগিল; "হুজুৰৰ

কামতঅধীনৰ কিআপত্তি আছে, আজ্ঞা হলেই নিব পাৰিম।" গিয়াছৰ মন সুস্থিৰ হল। তেওঁ কলে, "বাৰু, তেন্তে আজিয়েই যোৱাঁ।" আকৌ অলপ পৰ ভাবি কলে, "মহাতব! ফিৰোজা বিবীক তুমি বৰ মৰম কৰা দেখোন। তেওঁৰ উদ্ধাৰৰ নিমিত্তে চেষ্টা নকৰা কিয়?" মহাতবে ভাবিছিল কেনেকৈ তাৰ এটি ভাল উপায় হ'ব পাৰে; পিছে, সেনাপতিৰ মুখৰপৰা এই প্ৰস্তাৱ শুনি তেওঁ ভালেই পালে। তেওঁ কলে, হুজুৰ! তাৰ উপায় কেনেকৈ হ'ব! আৰু আপুনিয়ে বা দোষীক মুক্তি দি নিজক বিপদত পেলায় কিয়?" গিয়াছে কলে "বিপদ কি? শুনিছানে মহাতবঁ! ফিৰোজা বিবীৰ ছবিটি যেনে সুন্দৰ! মুখত যেনে কোমল পবিত্ৰ ভাব! তেওঁক সকলোৱে চেনেহ কৰিবলৈ ইচ্ছা হয়। তোমালোকে যদি ইচ্ছা কৰা উপায় মই দিব পাৰিম। দুজনমান সৈন্যক টকা অলপ দিলেই হ'ব। তুমি চেষ্টা কৰাঁচোন।" মহাতবে কলে, "সময তো নাই। ইয়াৰ ভিতৰতে কি কৰিম?" গিয়াছে আকৌ উত্তৰ দিলে, "সকলো পাৰিবা। ঘাতকজনক মাৰিবৰ পাৰিলেই হল। কোনো পহৰা বা সৈন্যই নধৰা বন্দবস্ত মই কৰিম। তুমি ফিৰোজাক পলুৱাই লৈ যাবা। মোৰ ইয়াত বিপদৰ সম্ভাৱনা।" মহাতবে বিদায় ল'লে।

# দিহিং সত্ৰ।

উত্তৰ পাৰে বাৰ-ভূয়াঁৰ বাস। তেৰাসকলৰ ভিতৰৰ্ত্ত এজন এজন ৰজাৰ দৰে মুখ্য বিষয়া হয়। ভানুবৰজ্যেষ্ঠ, নিবৰ কনিষ্ঠ। নিবৰ প্ৰধান হল। তেৰাৰ পুত্ৰ এজন;— তেওঁৰে তিনি নামে খ্যাত। ১ম নাম—শ্ৰদ্ধাবৰ। ২য় নাম—বৈকুণ্ঠ। ৩য় নাম—তাৰৈ। এখেত ৰাজাৰ দৰে মুখ্য হল। তেৰাই সকলো কাৰ্য্য চলাইছিল। তেৰাৰ গৃহিণীৰ নাম ৰূপৱন্তী। ৰূপে গুণে অগ্ৰগণ্য। গৰ্ভ হোৱা সময়ত তেওঁ স্বপ্ন দেখিলে যে সাক্ষাতে ঈশ্বৰে আগত শ্যাম চতুৰ্ভুজ ৰূপ ধৰি নিজ ৰূপে প্ৰকাশ কৰি আছে। তেনেতে ৰজনী প্ৰভাত হৈ অহাত তেওঁ স্নান কৰি স্বামীৰ আগত বৃত্তান্তটি কলে। তেওঁ ব্ৰাহ্মণ পণ্ডিতসকলক আনি স্বপ্নৰ কথা কোৱাত তেৰাসকলে স্বপ্ন ফলিতা দিলে যে আপোনাৰ ঘৰত ঈশ্বৰ আহি অৱতাৰ ধৰিব, আপুনি সাধানে থাকিব। তেতিয়া শুভক্ষণে গৰ্ভ ধাৰণ হল। গৰ্ভ হোৱাৰপৰা দিনে দিনে তেখেতৰ গৃহিণী ৰূপৱতী হৈ আহিল; তাকে দেখি সকলো আশ্চৰ্য্য হল। তেওঁৰ ৰূপে তেওঁ থকা ঘৰকে পোহৰ কৰিছিল। যেতিয়া দশ মাস পূৰ্ণ হল, শুভক্ষণত শ্ৰীশ্ৰীযদুমণিদেৱ জন্ম গ্ৰহণ কৰিলে। তেতিয়া সকলো লোকৰ মন প্ৰফুল্লিতহৈ আনন্দেৰে পৰিপূৰ্ণ হল। তেৰাৰ জন্ম সংবাদ পাই লক্ষ্মীপতি ভূয়াঁ আৰু ব্ৰাহ্মণ পণ্ডিত আদি সকলো তেৰাৰ গৃহলৈ গৈ শিশুৰ ৰূপ ঈশ্বৰীয় চিহ্নৰ মূৰ্ত্তি দেখি ঈশ্বৰৰ ভাব কৰি ভূয়াঁক বহুত প্ৰশংসা কৰিলে। পৰে যথাসময়ত গণনা কৰাত দৈবজ্ঞসকলে কলে যে এখেত সাক্ষাত ঈশ্বৰ, জীৱসকলক তাৰিবৰ হেতু অৱতাৰ ধৰিছে। তাৰ পিছত ভূয়াঁই অতি আদৰেৰে গুৰু বিপ্ৰসকলক বস্ত্ৰ অলঙ্কাৰ দান দি কাৰ্য্য সমাধা কৰিলে। বিদ্যা শিক্ষা কৰিবৰ সময়ত তৰ্ক বিশ্বজিৎ ব্ৰাহ্মণৰ ওচত শাস্ত্ৰ অধ্যয়ন কৰিছিল। চাৰি দিনত সমস্ত ফলা, সাত দিনত সপ্ত ধাতু শব্দ, আঠ দিনত সন্ধি অমৰ ব্যাকৰণ শিক্ষা কৰে। পৰে বাৰস্কন্ধ ভাগবত চৌষষ্টি কলা শাস্ত্ৰ শিক্ষা কৰিলে। তেনে দেখি অধ্যাপকে ঈশ্বৰ বুলি জানিলে। যেতিয়া পঢ়া শেষ হল, গুৰুক দক্ষিণা কি দিম বুলি তেখেত শোধাত ব্ৰাহ্মণে অনেক স্তুতি কৰি কলে যে আপুনি ঈশ্বৰ মূৰ্ত্তি, আপোনাক কি দক্ষিণা খুজিম। যদি আপোনাৰ অনুগ্ৰহ হয় তেন্তে মোৰ পুত্ৰ নাই, সেইবাবে মোক পুত্ৰ দান বৰ দিযক। সেই বাক্য শুনি শ্ৰীশ্ৰীযদুমণিদেৱে বুলিলে আমি ঈশ্বৰ কৃষ্ণক বৰ মাগোঁ, তোমাৰ চক্ৰৱৰ্ত্তী পুত্ৰ হয়। তেতিয়া ব্ৰাহ্মণে কলে যদি মোৰ পুত্ৰ হব। তেতিয়া ব্ৰাহ্মণে কলে যদি মোৰ পুত্ৰ হয়, আপোনাৰ পাৱত অৰ্পি দিম। সেই অনুসাৰে ব্ৰাহ্মণ পুত্ৰৱন্ত হল। শ্ৰীশ্ৰীযদুমণিদেৱে শিশু পৌগণ্ড কৌমাৰকেউ অৱস্থাতে কেউৰকম লীলাতে সকলো লোকৰ মনোৰঞ্জন কৰি আশ্চৰ্য্য গুণ প্ৰকাশ কৰিবলৈ ধৰিলে। লগৰ সমনীয়াসকলে তেওঁৰ আশ্চাৰ্য্য গুণ ডাঙৰসকলৰ আগত প্ৰকাশ কৰিবৰ শুনি ইজন-সিজনে ৰজাৰ আগত জনালে। ৰজাই আশ্চৰ্য্য মানি শ্ৰীশ্ৰীযদুমণিদেৱক কলে,—"আপোনাৰ বৰ মাহাত্ম্য শুনিছোঁ, বাৰু আপুনি এই

হাতীটিৰ নেজত ধৰি টানি নিযক। মই আপোনাক সোণৰ উত্তম লং এজুৰি পিন্ধাম।" তাতে ত'ত কলে "আমাৰ জানো লং নাই, আপোনাৰ কেলৈ লাগিছে?" ৰজাই কলে "সকলো বস্ত্ৰ অলঙ্কাৰ দেবযোগ্য সম্পূৰ্ণকৈ দিম।" ত'ত কলে "কেইসজুলি লাগে আমি দিব পাৰোঁ।" ৰজাই কলে" তেন্তে গাওঁকে এখন দিম।" ত'তকলে আমাৰ জানো গাওঁ নাই।" ৰজাই কলে "তেনেহলে মই আপোনাৰ দাস হম।" তেতিযা ত'ত সেই হাতীৰ লেঞ্জত ধাৰ এশ হাত টানি নিলে। তাকে দেখি ৰজাই প্ৰজাই সকলোৱে "তোমাৰ দাস হলোঁ" বুলি অনেক স্তুতি কৰিলে।

বহুদিনৰ মূৰত, যৌবন হোৱাত, ত'ৰ সঙ্গী শ্ৰীশ্ৰীৰামচন্দ্ৰ (ব্ৰাহ্মণ ভাটী আতা সহিত অনেক যাত্ৰী লগতলৈ জগন্নাথলৈ গল। জগন্নাথ পাই সকলো কাৰ্য্য সমাধা কৰি শিশু পাণ্ডাক তেওঁ কলে যে "আমাক মূৰ্ত্তি এখনি লাগে।" পাণ্ডাই কলে "আমি দিব নোৱাৰোঁ, কোনজনা যায় আপুনিয়েই যাব পাৰে।" তেখেত শ্ৰীশ্ৰীজগন্নাথদেবৰ সন্মুখ হৈ নিজে প্ৰাৰ্থনা কৰিলে যে "আমাক মূৰ্ত্তি এখনি লাগে। আৰু বুলিলে 'যিজনা মূৰ্ত্তিৰ পূবলৈ যাবৰ অভিমত আছে, তেওঁ পূৰ্ব্বদিশে মুখ কৰি থাকিব। আমি উত্তম বস্ত্ৰ অলঙ্কাৰ পৰিধান কৰাই পূজা দিম, আৰু উত্তম উত্তম ভোগ পাই থাকিব।" এইবুলি আহি তেখেত ৰাত্ৰি শয়ন কৰি আছে। প্ৰভাতে স্নানাদি কৰি, সেই মূৰ্ত্তি শ্ৰীশ্ৰীৰামচন্দ্ৰ ভাটীআতাক আৰু ব্ৰাহ্মণে লব বুলি কৈ ত'ত অন্য ফাললৈ গল। পাছে তেৰাসকলে মূৰ্ত্তি দাঙিব নোৱাৰিলে, সকলো যাত্ৰী সহিতে ধৰাতও দাঙিব নোৱাৰিলে। পাছে তেওঁলোকে তেখেতক বিচাৰি আনি জনালে যে আমি মূৰ্ত্তি দাঙিব নোৱাৰিলোঁ। তেতিযা ত'ত অকলৈ দাঙি আনিলে। পিছে তেখেত ভাটীৰপৰা আহি শ্ৰীশ্ৰীবংশী গোপালদেবৰ (ব্ৰাহ্মণ-- কুৰুৱাবাহি সত্ৰ) সত্ৰত সোমোৱাত, মূৰ্ত্তি দেখি তেখেতক খোজাত ত'তকলে "যদি মূৰ্ত্তি যায় নিযক।" সেই আমাৰ কথাতে তেওঁলোকে পূজাৰ গৃহলৈ মূৰ্ত্তিখন নিবলৈ ধৰাত, দাঙিব নোৱাৰা গতিকে নিব নোৱাৰিলে। তেতিয়া শ্ৰীশ্ৰীযদুমণিদেৱে আমাৰ সত্ৰলৈ আনিলে। সেই অবধি আমাৰ সত্ৰতে শ্ৰীশ্ৰীগোবিন্দ মূৰ্ত্তি আছিল। পিছে সেই মূৰ্ত্তি আউনীআটীয়া গোস্বামীয়ে ৰজাৰ দ্বাৰাই শ্ৰীশ্ৰীযদুমণিদেৱৰপৰা খোজাই নিয়াই তেখেতৰ সত্ৰতে থাপনা কৰালে।

বৰাতা মহাপুৰুষ শ্ৰীশ্ৰীযদুমণিদেৱে ভৱানীপুৰীয়া মহাপুৰুষ কথাৰ সাগৰ শ্ৰীশ্ৰীগোপালদেৱত শৰণ লৈছিল। শ্ৰীশ্ৰীযদুমণিদেৱৰ সঙ্গী শ্ৰীশ্ৰীৰামচন্দ্ৰ গুৰুৰ নাম ভাটীআতা বুলি প্ৰখ্যাত। তেৰাৰ সত্ৰ আহতগুৰি ভোলাগুৰি আদি।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ স্বয়ং পূৰ্ণব্ৰহ্ম ; জীৱ উদ্ধাৰ হেতু অৱতাৰ হয়। তেখেতে জীৱক সুপথ দেখাই ধৰ্ম্মাচাৰ্য্যৰ কাৰ্য্য কৰিছিল। অৱশেষত ত'ত শ্ৰীশ্ৰীমাধৱদেৱক সৰ্ব্বশক্তি দিধৰ্ম্মাচাৰ্য স্থাপন কৰি বৈকুণ্ঠ প্ৰযাণ হয়। সেইৰূপে মহাফুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে শ্ৰীশ্ৰীগোপালদেৱক সৰ্ব্বশক্তি দি ধৰ্ম্মাচাৰ্য্য স্থাপন কৰি বৈকুণ্ঠ প্ৰয়াণ হয়। মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ গৌহাটী আৰু বৰপেটাত চাৰিখন সত্ৰ আছে—কালজাৰ, ভাৱানীপুৰ, জোৰবাদি, কথামি, এই চাৰিখন সত্ৰ। মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱে শ্ৰীশ্ৰীযদুমণিদেৱ বৰ আতাক সৰ্ব্বশক্তি দি ধৰ্ম্মাচাৰ্য্য স্থাপন কৰিবৈকুণ্ঠ প্ৰয়াণ হয়। সেই চাৰিখনি সত্ৰৰো ততেই গৰাকী হয। মহাপুৰুষ শ্ৰীশ্ৰীযদুমণিদেৱৰ পুত্ৰ তিনিজনা। ১ম শ্ৰীশ্ৰীসনাতনদেৱ, ২য় শ্ৰীশ্ৰীৰতিকান্ত, ৩য় শ্ৰীশ্ৰীকান্ত। তিনিওজনৰ সন্ততি পৃথিৱীত আছে।

মহাপুৰুষ শ্ৰীশ্ৰীযদুমণিদেৱে ৰাজআৰ্হিমতে অৰ্থাৎ ৰজাৰ জ্যেষ্ঠ পুত্ৰ ৰজা হয, সেই নিয়মে ত'ৰ জ্যেষ্ঠ পুত্ৰ মহাপুৰুষ শ্ৰীশ্ৰীসনাতনদেৱক সৰ্ব্বশক্তি দি ধৰ্ম্মাচাৰ্য্য স্থাপন কৰি বৈকুণ্ঠ প্ৰয়াণ হয। সেই অবধি সেই আৰ্হি মতে ত'ৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীশ্ৰীজগবন্দনদেৱ, তাৰ পিছত ত'ৰ পুত্ৰ শ্ৰীশ্ৰীপ্ৰেমভুষণদেৱ, তাৰ পিছত ত'ৰ পুত্ৰ শ্ৰীশ্ৰীকৈবল্যনন্দনদেৱ, তাৰ পিছত ত'ৰ পুত্ৰ শ্ৰীশ্ৰীব্ৰজৰঞ্জনদেৱ, তাৰ পিছতত'ৰ পুত্ৰ শ্ৰীশ্ৰীবৃন্দাবনচন্দ্ৰদেৱ, তাৰ পিছত ত'ৰ পুত্ৰ শ্ৰীশ্ৰীনিত্যশোভনচন্দ্ৰদেৱ, তাৰ পিছতত'ৰপুত্ৰ শ্ৰীশ্ৰীবিনন্দচন্দ্ৰদেৱ,তাৰ পিছত ত'ৰ পুত্ৰ শ্ৰীশ্ৰীবৈকুণ্ঠশোভনচন্দ্ৰদেৱ অনুক্ৰমে ধৰ্ম্মাচাৰ্য্যৰ পদত অধিষ্ঠিতহয়। অধিকাৰৰ জ্যেষ্ঠ পুত্ৰৰ অধিকাৰ মতে পৰম্পৰাৰূপে শ্ৰীশ্ৰীপূৰ্ণ গোপালদেৱৰচাৰি সত্ৰ আৰু নিষ্কৰ ভূমি থান সত্ৰ সকলো আমাৰ নামে আছে। আৰু আমাৰ

সত্ৰৰ ডেকা আৰু ডোকাৰ ডেকা বৃদ্ধি হৈ পৃথকৰূপে কোনো কোনো জাগাত আছে।

শ্ৰীশ্ৰীযদুমণিদেৱৰ দ্বিতীয় পুত্ৰ শ্ৰীৰতিকান্তই লেংডি নামে সত্ৰ পাতিছিল। তেৰাৰ পুত্ৰ উদিতৰাম তেৰাৰ পুত্ৰ ৫জন। প্ৰথমজন মোক্ষদ নামে ; তেৰা লেংডিত থাকিল। দ্বিতীয়জন কামদ নামে ; তেৰা বংশবাৰীত থাকিল, সেইবাবে বংশবাৰী সত্ৰ। তৃতীয়জনৰ নাম জগধৰ, আৰু তেৰাৰ সত্ৰৰ নাম সৰমৰা। চতুৰ্থজনৰ নাম লৰবৰ ; তেৰাৰ সত্ৰৰ নাম তৈলাপানী। পঞ্চমজনৰ নাম গিৰিধৰ ; তেৰা ঢলত থাকিল, সেইদেখি সত্ৰৰ নাম ঢলৰ সত্ৰ। শ্ৰীশ্ৰীযদুমণিদেৱৰ পুত্ৰ তৃতীয়জনৰ নাম শ্ৰীশ্ৰীকান্ত ; আৰু তেৰাৰ সত্ৰৰ নাম ন—মাতি সত্ৰ।

মহাপুৰুষীয়া ধৰ্ম্মৰে সৈতে শ্ৰীশ্ৰীযদুমণিদেৱৰ ধৰ্ম্মৰ একো পাৰ্থক্য নাই। শ্ৰীশ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ ধৰ্ম্মৰ ভাবকে হে পৰম্পৰাৰূপে শ্ৰীশ্ৰীযদুমণিদেৱে পাই ধৰ্ম্মাচাৰ্য্য হৈছিল। তাৰ পাছৰপৰা এতিয়ালৈকে পুত্ৰ গৌত্ৰাদিক্ৰমে সেই ধৰ্ম্মকে নিজেও আচৰিছে, আৰু শিষ্যসকলৰ মাজতো প্ৰবৰ্ত্তাইছে। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্মভাৰ পৰম্পৰাৰূপে ভৱানীপুৰীয়া মহাপুৰুষ শ্ৰীশ্ৰীকথাৰ সাগৰ পূৰ্ণগোপালে স্থাপন কৰিলে। ত'ত বাৰজন সন্ত পাতিলে—, ছজন ব্ৰাহ্মণ, ছজন কায়স্থ। ত'ত মহাপুৰুষ যদুমণিদেৱক বৰযদুমণি বৰাআতা নাম দি সৰ্ব্ব ধৰ্ম্মৰ ভাৰ দিলে ; তেতিয়াৰপৰা আমাৰ সত্ৰক বৰ ঠাই বৰ সত্ৰ বোলে। মহাপুৰুষীয়াৰ ভিতৰত আমাৰখনি প্ৰথম শ্ৰেণীৰ সত্ৰ।

আমাৰ সত্ৰত পুৱাৰ প্ৰসঙ্গত ভাগৱতৰ দশমস্কন্ধ আৰু অন্যান্য স্কন্ধৰ পদ পাঠ হয়। আবেলি ঘোষা কীৰ্ত্তন ৰত্নাৱলী আদি ধৰ্ম্ম গ্ৰন্থ পাঠ হয়।

গধূলি বৰ্ষাদিনত কীৰ্ত্তন আৰু ধৰ্ম্মগ্ৰন্থ পাঠ হয়। খৰকালি ছয় মাহত অসমীয়া পদ সপ্তকাণ্ড ৰামায়ণ পাঠ হয়। নামত কীৰ্ত্তনঘোষা দশম সকলো হয়। নামৰ প্ৰথমতে বৰগীত বৈঠকত গোৱা হয়।

শ্ৰীশ্ৰীযদুমণিদেৱত ভজি আজ্ঞাপৰ হোৱা সত্ৰ ঃ— ৰমানন্দ নামে এজন। কানাই নামে—জুৰকটা সত্ৰ। মহীৰিয়ালত বিপ্ৰ একজন। কাংসপাৰত অনিৰুধ ভূয়াঁৰ পুত্ৰ। ৰমাইলৰপৰা বৰকৃষ্ণ বুলি—মমৰা সত্ৰ। শ্ৰীকৃষ্ণ—কাটনিপাৰ সত্ৰ। দীজয়ানন্দ—বলমি সত্ৰ। সদানন্দ—ডিবৰু সত্ৰ। বৰ কৃষ্ণৰ পুত্ৰ জগমোহন—চেঁচামুখ সত্ৰ। ২য় ব্ৰহ্মানন্দ উজনি সত্ৰ নাম। ৩য় চতুৰ্ভুজ সত্ৰ মধ্যত। পদ্মনাভ—মাজুলী সত্ৰ। জয়দেৱ—ম'ৰামৰা সত্ৰ। শ্ৰীকৃষ্ণৰ পুত্ৰ সুদৰ্শন—বাৰঘৰৰ সত্ৰ। বিজয়ানন্দ—বুধবাৰী সত্ৰ। সুনন্দ—কাটনিপাৰত। ন-মাটি সত্ৰ—কানাই। কোনো কাৰণৰ নিমিত্তে পূৰ্ব্বৰেপৰা তেওঁলোকৰে আমাৰে চলাচল নাই।

আমাৰ দিহিং সত্ৰ নাম হোৱাৰ অৰ্থ এই—পূৰ্ব্বে দিণ্ডিঁ নদীয়ে মূৰ্ত্তিমন্ত হৈ শৰণ ললে, গতিকে দিহিঙৰ সত্ৰ বোলে। ইয়াৰ পূৰ্ব্বে সেই দিহিং নদীৰ পাৰত সত্ৰ থকাত তেতিয়া শিলিখাতল সত্ৰ নাম আছিল।

ৰজাই সাধু গোসাঁইসকলক গোটাই লেখ কৰি চাওঁতে এটকা ৰূপত যিমান কড়ি হয়, সিমান মহন্ত পালে ; সেই গতিকে এটকা মহন্ত বোলে। যেনে বাৰজন মহন্তক বাৰজনীয়া বোলে। আমি এটকাৰ ভিতৰ।

আমাৰ মহাপুৰুষ শ্ৰীশ্ৰীপূৰ্ণগোপালে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্মৰ যি হাট পাতিলে, সেই হাটত বেহোৱা লোকে কালৰো হাত এৰাব পাৰে ; এই অনুযায়ী আমাৰ কালসংহতি হল।

পূৰ্ব্বতে লেখা শ্ৰীশ্ৰীকৈবল্যানন্দনদেৱৰ অৱতাৰত মহামান্য শ্ৰীশ্ৰীৰাজেশ্বৰ সিংহ ৰজাই ত'ৰ ৰাজচিহ্ন দেখিছিল। ৰজাই তেখেতক অতি উত্তম শ্ৰীমন্ত সুন্দৰো সুন্দৰ চিকুণৰো চিকুণ দেখি ত'ৰ নাম চিকণ গোঁসাই দিলে। সেই অবধি দিহিঙৰ চিকণ গোসাঁই বুলি এতিয়ালৈকে প্ৰখ্যাত। গণক বাইলুঙৰ দ্বাৰাই এখেত ৰজা হব বুলি জানিব পাৰি ৰজাই পাৰি ৰজাই ভাবিলে—আগলৈ কোনোবা সময়ত ৰজা হব ; আমি এতিয়াই ৰাজভোগ ৰাজ অলঙ্কাৰ দিওঁ ; এইবুলি ৰজাই ৰাজগাদিত বহি থাকোঁতে তেখেতক কোলাত বহুৱাই লৈ শুধিলে বোলে "আপোনাক কি লাগে?" ত'ত প্ৰকাশ কৰিলে "আমাৰ সাধুক কি লাগিছে, কেৱল নাম লব লাগে, আৰু পূজা, সেৱা, হৰি চৰ্চ্চা কৰিব লাগে মাত্ৰ। ৰজাই বাবিলে এখেতে একো নিবিচাৰে ; একান্ত মন ; নুখুজিলেও আমিয়েই দিওঁ। এইবুলি ৰজাই কলে "আপোনাক আমাৰ ৰাজ সম্পত্তি দিওঁ। আপোনাক সোণৰ সচৰুৱা খাৰু দিলোঁ ; কেকোৰাদোলা দিলোঁ ; পৰ্হিদোলা দিলোঁ, আৰু

দেৱত্তৰ মাটিও দিলোঁ। আপোনাৰ * বৃন্দানাথ মুৰ্ত্তিৰ সেৱা পূজা চলাৰ নিমিত্তে, লক্ষীমপুৰৰ তেলাহিকলীয়া জানলৈ সজাতিক হুকুম দিলে যে তালৈ গৈ মাজতে, সয়ৰা ঢোল বজাবি। কেউফাললৈ যিমানলৈ মাত শুনা যায়, সিমান আঁতৰে আঁতৰে খুটি মাৰি দি আহিবি। সেইদৰে কৰিলত, মাজৰ মাটি জোখ কৰিলত ৭৫০ পুৰা হল। সেই মাটিকে ৰজাই নিষ্কৰ তেখেতক কৰি দিলে ; আৰু ৰজাই তেখেতক গাদিত তুলিও বহুৱাইছিল। ৰজাই তেখেতক চক শিং দঁতাল হাতী এটি উঠিবৰ নিমিত্তে নিজা কৰি দিলে। তেতিয়াৰেপৰা ৰজাই তেখেতক নেৰিছিল আৰু ৰংপুৰত ৰজাৰ নগৰলৈ অনালে। ৰজাই তেখেতক নেৰা বাবে ত'ত দিহিঙৰপৰা সময়ে সময়ে আহি থকাৰ নিমিত্তে মেটেকাত সত্ৰ পাতিলে। তেতিয়াই ৰজাই পদবী দি ৰজা নহলে ৰজা হব পাৰিব বুলি আমাৰ সাত্তক ৰজা সত্ৰ বুলি নাম দিলে। তেতিয়াৰেপৰা আমাৰ সত্ৰ ৰজাসত্ৰ আৰু আৰ্হিও ৰজাৰ দৰেই। ৰজাৰদৰে জ্যেষ্ঠ পুত্ৰ অধিকাৰ হয়। ৰজাই আমাৰ সত্ৰৰ অধিকাৰক ৰংঘৰত ৰং চাবলৈ আৰু বিচাৰ কৰিবলৈ লৈ যায়। এদিন ৰংঘৰত ৰং চাই থাকোতেই , মহামন্ত্ৰী বকৃতিয়াল বৰবৰুয়াই ইফাল সিফাল কৰি দিহা দেখুৱাই ফুৰোঁতে, ৰংঘৰৰ ওপৰ তলাৰপৰা খহি পৰিল। তেনেতে আমাৰ অধিকাৰ পুৰুষে দেখি যাপ মাৰি মন্ত্ৰীৰ চুলিত ধৰি ওপৰলৈ তুলি আনিলে। ইয়াকে দেখি ৰজা প্ৰজা সকলোৱে আমাৰ অধিকাৰ পুৰুষৰ ঈশ্বৰীয় শক্তি দেখি ধন্যবাদ দিলে, যে গুৰুও ধন্য, শিষ্যও ধন্য ; ইপুৰীত গুৰুৱে শিষ্যক ৰাখি চিন দেখুৱালে, সিপুৰীত তাৰিবলৈকো বাকী থোৱা নাই। ক্ৰমশঃ ৰজাই তেখেতক বচা হামদৈত, নোগোৱাত, শিয়ালখাদিত নিষ্কৰ ভূমি দিলে। আমাৰ নিষ্পিখেৰাজ গৌহাটীত আৰু বৰপেটা অনেক আছে। শ্ৰীশ্ৰীকমলেশ্বৰ সিংহ ৰজাৰ দিনত, ওপৰত লিখা শ্ৰীশ্ৰীবৃন্দাবনচন্দ্ৰদেৱৰ অৱতাৰত উক্ত ৰজাই ভেটি আৰু সাত-থকীয়া কেপ্‌কৰা, সাতখন চন্দ্ৰতাপ তৰি ৰজাৰ সমানে মান দি বহুৱাইছিল। কোনো এক সময়ত ৰজাই তেখেতক কলে যে আমাৰ এশ হাতীৰ পালত আপোনাৰ যিটো হাতী মনোনীত হয় সেইটি হাতীকে আপুনি নিয়ক। তেতিয়া ত'ত উচিত বুজি মাখুন্দী হাতী এজনী ললে। তাকে দেখি ৰজাই হাঁহিলে যে মোৰ ইমান হাতীৰ ভিতৰত এই সৰু হাতীটিহে ললে। তেতিয়া ত'ত বুলিলে আমি এইটি হে ললোঁ। সেই হাতীটিৰ নাম মালতী ; আৰু তাৰ গুণ আজিলৈকে বৈ আছে। এতিয়াও সেই হাতী দেকা শুনা আৰু তাৰ গুণৰ কথা কব পৰা মানুহ আছে। সেই হাতীয়ে দুষণীয় আৰু বাদী মানুহৰ একো দ্ৰব্য নাখাইছিল। লুকুৱাই থোৱা কোনো দোষৰ কথাও সেই হাতীৰপৰা ধৰা পৰিছিল। আগৰেপৰা ৰজাসকলে আমাৰ ওপৰ অৱতাৰৰ গোসাঁইসকলক সখি বুলি মাতিছিল, আৰু অতি আত্মীয় ভাবিছিল। আমি আমাৰ শিষ্যলোকৰ আগত আৱশ্যক আৰু সময় মতে ওলাই থকা হয় ; বাটে পদুলিয়ে যতে ততে ফুৰা নহয়। আমাৰ ৰাজ আৰ্হি মতে কথা। ইতি—

শ্ৰীশ্ৰীবৈকুণ্ঠশোভন চন্দ্ৰ, * দিহিং সত্ৰাধিকাৰ গোস্বামী

# মাথোন এষাৰ কথা।

আদিতে শঙ্কৰৰ গুৰুত্ব কথা আমি কব নোৱাৰোঁ, আৰু কোনো চৰিত্ৰত পোৱা নাই ; পোৱাহলে লেখিলোঁহেঁতেন। যিসকলে মুছলমান ধৰ্ম্মপ্ৰচাৰক মহম্মদৰ গুৰুৰ কথা কব পাৰিব, খ্ৰীষ্টিয়ান ধৰ্ম্মপ্ৰচাৰক যীশুৰ গুৰুৰ কথা কব পাৰিব, আৰু বুদ্ধদেৱৰ গুৰুৰ কথা কব পাৰিব, সেইসকলে অনায়াসে শ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ গুৰুৰ কথাকব পাৰিব। প্ৰতিবাদ কৰোঁতা এজনে লিখিছে শঙ্কৰৰ গুৰু দামোদৰদেৱ। যদি এই কথা সঁচা তেনেহলে সুস্পষ্টৰূপে যঠেষ্ট প্ৰমাণেৰে সৈতে জানিবলৈ দিলে বৰ কৃতাৰ্থ হম। শঙ্কদেৱতকৈ দামোদৰ দেৱ ৫০ বৎসৰৰ সৰু। জন্মমাত্ৰে মানুহে দীক্ষা দিব নোৱাৰে কাজেই তাতে ২০ বৎসমান যোগ দিব লগা হল। যোগ দিলে শঙ্কৰৰ বয়স ৭০ হয়। পাঠকসকলে বিবেচনা কৰি চাওকচোন, শঙ্কৰদেৱ ৭০ বৎসৰ বয়স পৰ্য্যন্ত আভকতীয়া হৈ আছিল—

দামোদৰত ভক্তি লবৰ কাৰণে। নীলকণ্ঠ দাস কৃত আৰু ৰামৰায় কৃত দামোদৰ চৰিত্ৰ কিখনিত শঙ্কৰৰ গুৰু দামোদৰ এই কথা লিখা নাই। প্ৰতিবাদকে কোনখন চৰিত্ৰত পালে কব নোৱাৰোঁ। ৰায় ৰায়কৃত চৰিত্ৰত লিখিছে “বৈকুণ্ঠ বাক্য”—শঙ্কৰৰ সহায় হৈ মই দামোদৰ নামে জন্ম ধৰিম। আৰু শঙ্কৰদেৱৰ বংশবিলাকক শঙ্কৰদেৱে দামোদৰৰ হতুৱাই শৰণ লগোৱাৰ কথা লিখিছে, কিন্তু তাত শঙ্কৰদেৱক শৰণ লগোৱা বিন্দু বিসৰ্গও লিখা নাই।

বিচাৰ কৰিবলৈ গলে ১৩৭১ শকত শঙ্কৰদেৱৰ জন্ম। ১৪১১ শকত মাধৱৰ জন্ম; এই শকৰেপৰা শঙ্কৰদেৱে ধৰ্ম্ম প্ৰচাৰ কৰা প্ৰমাণ পোৱা যায়। ১৪২০ শকত দামোদৰদেৱৰ জন্ম, কাজেই তেওঁ শঙ্কৰদেৱতকৈ ৫০ বছৰৰ সৰু। পূৰ্ব্বে দামোদৰদেৱ আৰু শঙ্কৰদেৱ একেঠাইছে লোক আছিল। দেশ বিভ্ৰাটত দুয়ো দুফালে গল। বিভ্ৰাটৰ ৩০ বছৰৰ পাছত পাটবাউসীত উভয়ৰে মিল হৈ চিনি জানি পাই শৰণ ভজন লগাই ১৪৭০ শকত শঙ্কৰদেৱে দামোদৰদেৱক পাটবাউসীত অধিকাৰ পাতে। ইয়াৰ ভিতৰতে ১৪৪৭ শকত মাধৱদেৱক শঙ্কৰে শৰণ ভজন দিয়ে। পাঠকসকলে ভাবি চিন্তি চাওক কাৰ কোন গুৰু? আৰু ১৪৪৮ শকত মাধৱে শঙ্কৰৰ ভাৰ্য্যাক ভকতীয়া কৰায়। তেনেহলে নো কোন শকত দামোদৰদেৱত শঙ্কৰৰ ভাৰ্য্যাই শৰণ ললে? অতকাল শঙ্কৰ শঙ্কৰৰ ভাৰ্য্যা আশৰণীয়া হৈ আছিল নেকি? যদি আশৰণীয়া হৈ আছিল, তেন্তেনো তাৰ আগেয়েই অতবোৰ মানুহক কেনেকৈ শঙ্কৰে ভকতীয়া কৰিলে? এনেস্থলত শঙ্কৰৰ গুৰু দামোদৰ বুলিলে পিতামহক গৃহবাস শিকোৱা যেন নহয় নে? ৰামৰায়ৰ কথা সঁচা হলে, দামোদৰ দেৱত আনে শৰণ নলয় বুলি কৃপালু পুৰুষ শঙ্কৰে নিজৰ বংশক তেওঁত শৰণ লগোৱাই আপুনি বাট দেখুৱাইছিল এইয়ে হলে হব পাৰে। সাঁচিপতীয়া পুথি এখনিত শঙ্কৰৰ ভাগিনিয়েকক দামোদৰে শৰণ লাগোৱা বুলি পোৱা হৈছিল, ঘৈণীয়েকক বুলি পোৱা নাই। দুখীয়া হলেই অশুচি নহয়। মাধৱদেৱ, ৰামদাস, গোপাল, শ্ৰীহৰি, যদুমণি, কমলাকান্ত, পৰিয়া মাধৱ, সমস্তবোৰেই দুখীয়া আৰু নাম গুৰি নাইকিয়াকেহে দেখা যায়। আঢ্যবন্ত ধনাঢ্যসকল শঙ্কৰদেৱৰ ওচৰলৈ যোৱা কম। মহন্তসকলৰ ভিতৰতে গুৰিত বনাঢ্য প্ৰায় নাই বুলিলেও হয়। তেওঁলোকে ক্ৰমেহে ধন-ধান্যশালী হৈছিল। যতবোৰ ধৰ্ম্মপ্ৰচাৰক পোৱা গৈছে সকলোৱে এজনা ঈশ্বৰক হে উপাসনা কৰিবলৈ দেখাইছে। শঙ্কৰৰ মতো তেনেই; আৰু চৰিত্ৰত দামোদৰীয়া মতো তেনেকেহে পোৱা যায়। ৯ সংখ্যা বাঁহীত দামোদৰক কলো দেৱদেবী ভক্ত যেন দেখায়। তেনে হলে ৭ম সংখ্যা বাঁহীৰ ৫ জনা দামোদৰৰ লগত এজনা আকৌ বাঢ়ি ৬ জনা হল। বাস্তবিক, মই হলে ˚ দামোদৰী মহন্তৰ সন্তান। কিন্তু সত্য কথা ওলাবলৈহে চেষ্টা কৰিছোঁ। আমাক শাও দিলে গালি পাৰিলে সত্য নুলুকায়।

শ্ৰীদ্বাৰিকানাথদেৱ গোস্বামী
মধুমিশ্ৰ সত্ৰ গণক-পুখুৰী

## দনজয় মায়ামৰা সত্ৰ।

আমাৰা আদি পুৰুষ ˚ অনিৰুদ্ধই প্ৰথম ধৰ্ম্ম প্ৰবৰ্ত্তনকৰে। তেখেত ভবানীপুৰীয়া ˚ গোপালদেৱৰ প্ৰদত্ত ধৰ্ম্ম গ্ৰহণ কৰিছিল, এই কথা অৱশ্যে চৰিত্ৰত আছে। আমি ˚ শঙ্কৰদেৱৰ ধৰ্ম্মৰ দাস; তেনে স্থলত ঘোষা কীৰ্ত্তন আদি নমনাৰ কাৰণ কি আছে? দুবীয়া গধূলি পুৱা প্ৰসঙ্গত নাম উপাসনা কৰা হয়; দুপৰীয়া প্ৰসঙ্গতকীৰ্ত্তন সদাসৰ্ব্বদা গোৱা হয়। গধূলি নামৰ শেষত ঘোষা ৰত্নাৱলী দশম একাদশ স্কন্ধ আদি গোৱা হয়। মাজে মাজে আমাৰ অনিৰুদ্ধই কৰা ন-ঘোষা আৰু ˚ নিত্যানন্দই কৰা ন-ঘোষাও গোৱা হয়। ˚ অনিৰুদ্ধই কৰা সাম্প্ৰদায়িক ঘোষাটি লেখিলে ইয়াত ভাল মতে বুজিব—

“আদি কৃতে দেৱে নানা শাস্ত্ৰ কৰি, হৰি হৰি হৰি হৰি এ,
নিজ শাস্ত্ৰ মত গুপুত কৰিয়া থৈলা।
শঙ্কৰ ৰূপক ধৰিয়া ঈশ্বৰে হৰি হৰি হৰি হৰি হৰি এ,
ভকত হিত চিন্তিয়া বেকত কৈলা।।

সেইৰূপ সেহি ধৰ্ম্ম মাধৱত হৰি হৰি হৰি হৰি এ,
বেকত ভৈলেক দেখিলেক সৰ্ব্বলোক।
এতেকে অভেদ শঙ্কৰ মাধৱ হৰি হৰি হৰি এ,
বিচাৰ প্ৰমাণে ইয়াক সবে জানোক।।
সেই শাস্ত্ৰমত গোপালৰ মুখে হৰি হৰি হৰি হৰি এ,
অনুমাত্ৰ ভেদ নাই শুদ্ধ ৰূপ দেখি।
লোকৰ অভাগ্য নিমিত্ত ইদানী হৰি হৰি হৰি হৰি এ।
তাকে নিন্দা কৰি খাইলে যেন দুই আখি।।"

ভৱানীপুৰীয়া গোপালৰ আজ্ঞাবৰ্ত্তী ৬জন ব্ৰাহ্মণ, ৬জন কায়স্থ—দিহিং মায়ামৰা আদি। আমাৰ সম্প্ৰদায়টো একেবাৰেই অসভ্য বৰ্ব্বৰ যেন কোনোৱে ভাৱে। এই সম্প্ৰদায়ৰ ধৰ্ম্ম কোনো বেলেগ ধৰ্ম্ম নহয়। যিসকল সন্ত মহন্ত বা জনা বুজা মানুহে আমাৰ সত্ৰ দেখিছে আৰু আমাৰ বহাত ধূলা দিছে, আমাৰ নীতি জানে আৰু বুজে, ভূএঁাৰ-পোৰ-ঘৰ শুদ্ধ কায়স্থ বুলি সকলোৱে কয়। এতিয়াও আমি কুমাৰী কন্যা বিবাহ কৰা প্ৰথাটি এৰি দিয়া নাই। ৬জন কায়স্থ বা শূদ্ৰৰ চাউল সিজোৱা ৰান্ধনি ˚ অনিৰুদ্ধই আছিল, এই কথা নুই কৰিব নোৱাৰি। সম্প্ৰতি আমাৰ সম্প্ৰায়টো বেলেগ হৈ পৰিছে। ঘনিষ্ঠতা নকৰাই ইয়াৰ মূল কাৰণ। অকলৈ এমুৰীয়া হৈ পৰি থকা হৈছে। মটক জাত এটা নাই; একে মতে থকাৰ কাৰণ পূৰ্ব্বে মতক বুলি প্ৰকাশ হৈছিল; বৰ্ত্তমান কালত মটক এটি জাতি বুলি ভাবি লোৱা হৈছে। কাশীনাথ তামুলীফুকন আদিয়ে যি বুৰঞ্জী কৰিছে, সেই পুথি স্বাৰ্থদোষত কলঙ্কিত। যেনে সৰহীয়া ভাই ককাই থাকিলে এজনৰ অধিক উন্নতি দেখি অন্যবিলাকে সেইজনৰ লগত চলা ফুৰা বন্ধ কৰি দিয়ে তেনেকৈ আমাৰ ঘৰক সকলোৱে ইৰ্য্যাপৰবশ হৈ বেলেগ কৰি দিছে, এয়েহে মূল কথা।

শ্ৰীহৃদৰামচন্দ্ৰ গোস্বামী
দিনজয় মায়ামৰা সত্ৰ। চবুৱা। ডিব্ৰুগড়

# বিলাতৰ কথা।

চেণ্ট্ ষ্টাভিনচ্ ৰোডৰ ঘৰত দুদিন কি তিনদিন থকাৰ পাছতেই মিচেচ্ মল্লিকে ঘৰ সলালে। ময়ো তেওঁলোকৰ লগতে নতুন ঠাইলৈ গলোঁ। সেই ঘৰৰ ঠিকনা ৪৯ নম্বৰ বাৰ্লিংটন ৰোড্, আগৰ ঘৰৰ ওচৰতে। এই দুদিন কি তিনদিন চেণ্ট্ ষ্টীভিঞ্চ ৰোডত থকাত খোৱা আৰু থকাৰ নিমিত্তে এক গিনি মোৰ দিব লগীয়াত পৰিল।

"এনগেজমেণ্ট" অনুসাৰে মিঃ জে, এন্ ৰায়ৰ লগত মিচেচ্ কীটিঙৰ তালৈ যোৱাত ঠিক হল যে মই হাইগেটত থকা মিচেচ্ কীটিঙৰ বায়েক মিচেচ্ স্পীয়েৰৰ লগত থাকিম। এই কীটিংপৰিয়ালৰ সৈতে প্ৰফেচৰ জে, চি, বোস আৰু তেওঁৰ সমসাময়িক আৰু পূৰ্ব্বৰ বিলাত প্ৰবাসীৰ সৈতে বৰ চিনাকী আছিল। মি কীটিঙে লণ্ডনৰ কোৰ্ট (কেচাৰি) সংক্ৰান্ত কিবা কাম কৰিছিল; তেওঁৰ অৱস্থা স্বচ্ছল যেন মনত হল। মিঃ ৰায়ৰ লগত আমি বেজ্‌ওয়াটৰৰ (Bayswater) পৰা অমূনিবচ্ গাড়ীত উঠি ভিক্টোৰিয়া নামে ষ্টেচনৰপৰা ব্ৰিক্‌চ্টনলৈ ৰেলৰ গাড়ীৰে গ'লোঁ। তেওঁ মোক বাটে বাটে যি ঠাই দেখুৱা উচিত দেখুৱাই গৈছিল। ভিক্টোৰিয়া ষ্টেচন টেমচ্ নদীৰ ওচৰতে। সেই ষ্টেচন এৰিয়েই গাড়ী (Grosvenor Bridge) গ্ৰাভ্‌নাৰ ব্ৰিজ বুলি সেই নৈৰ ওপৰত এটা ষ্টেচনত ৰ'ল গৈ। তেতিয়া মোকসেই নৈ দেখুৱাই তেওঁ কলে "বাবা তমসা"। মই বুজ নেপালোঁ; টেম্‌চ্ বুলি কোৱাত হে ভু পালোঁ। তেওঁ আমাক এনেকৈঠাই দেখুৱাই গৈছিল। এটা কথা এই খিনিতে কৈ থওঁ,—মোৰ এতিয়া যিমান দূৰ মনত পৰিছে—মোৰ অমনিবচ্ আৰু ৰেলৰ কেৰেয়া সেই দিনা মিষ্টৰ ৰায়ে দিছিল। কিন্তু সেইটো উচিত নহয়। যদি কোনোবাই মোৰ এইবোৰ চিঠি পঢ়াৰ পাছত বিলাতলৈ যায় তেওঁ যেন নিজৰ পাথেয় দিবলৈ প্ৰস্তুত হৈ থাকে—এক পেনীয়েই হওক বা এক পাউণ্ডেই হওক। বেজওয়াটৰৰপৰা ব্ৰিকচ্টনলৈ যোৱা অহাৰ খৰচ বাৰ অনাতকৈ বেছি নাছিল। মোৰ জেপত বাৰ অনাতকৈ বহুত বেছি পইচা আছিল; মোৰ পইচা দিবলৈকো অনিচ্ছা নাছিল; লাজতেই হওক বা ই যে এটা "এটিকেট্" বিৰুদ্ধ কাম সেইটো নভবাৰ কাৰণেই হওক, মই সেই বিষয়ে একো নেভাবি তেওঁক মোৰ কেৰেয়া দিয়াত বাধা দিয়া নাছিলোঁ। পাঠক পাঠিকাসকলে মোৰ বয়স তেতিয়া কিমান

আছিল ভাবি চাব। ইংলণ্ড প্ৰভৃতি ঠাইত টকাৰ মূল্য বহুত। সেই দেখি প্ৰত্যেকে নিজৰ খৰচ দিবলৈ সাজু হৈ থকা উচিত।

বাৰ্লিংটন ৰোডত সাতদিন মান আছিলোঁ ; তাৰ পাছত স্মীয়েৰ্চ পৰিয়ালৰ ঘৰলৈ গলোঁ। লণ্ডনৰ আৰ্লচ্ কোৰ্ট (Earl's Court) বুলি ঠাইত সেই সময়ত এখন "একৃজিবিশ্যন" হৈছিল। আৰ্লচ কোৰ্টত প্ৰতি বছৰেই এটা নে এটা "একৃজিবিশ্যন" হয়—অন্তত ঃ মই যিমান দিন বিলাতত আছিলোঁ হৈছিল, আৰু পূৰ্ব্বেও হৈছিল বোধ কৰোঁ। কলিকতাৰ যেনে ভবানীপুৰ, পটলডাঙ্গা, ঠন্ঠনীয়া, গুৱাহাটীৰ যেনে ভৰলুমুখ, পানবজাৰ, কুকুৰমুতা, নগাঁৱৰ যেনে ফৌজদাৰীপটী, আমোলাপটী, লণ্ডনৰো সেই তেনে (Earl's Court) এই ঠাইত সেই বেলি এটা (Indian Exhibition) ভাৰতীয় প্ৰদৰ্শনী হৈছিল। মিচেচ্ মল্লিক, তেওঁৰ পুতেক শিশিৰ মল্লিক আৰু মই এই প্ৰদৰ্শনী চাবলৈ গৈছিলোঁ। আমি থকা ঘৰৰ ওচৰৰ ওৱেষ্টবোৰ্ণ পাৰ্ক (Westbourne Park) ষ্টেশ্যনৰপৰা Earl's Court লৈ টিকিট কৰিলোঁ। Earl's Court অম্নিবচেৰেও যাব পৰা গলহেঁতেন, কিন্তু তেওঁলোক ৰেলেৰে গল। ৰেলৰ টিকিটৰ সৈতেই একৃজিবিশ্যনৰ টিকিট কিনিব পৰা বন্ধবস্ত আছে। তাত যোৱা অহা ভাৰা অলপ কমো পৰে। এই ৰেল মাটিৰ তলে যোৱা ৰেল (Underground railway) তেতিয়া সেই ৰেল গাড়ী সাধাৰণ ৰেল গাড়ীৰ দৰেই ষ্টীমেৰে চলোৱা গাড়ী আছিল। আজিকালি সেইবোৰ গাড়ী বিজুলীৰ সংযোগ চলোৱা হয় আৰু গাড়ীৰ শ্ৰীও ভাল হৈছে। পাঠক পাঠিকাসকলৰ ভিতৰৰ যিসকলে আমাৰ ভাৰতীয় ৰেল গাড়ীৰ "টনেল" বোৰেৰে গৈছে তেওঁলোকে তাৰ Underground গাড়ীৰ অৱস্থা বুজিব পাৰিব। বতাহ সুচলে যোৱাৰ বন্ধবস্ত আছে অৱশ্যে। দহ মিনিট মানৰ ভিতৰতে Earl's Court ষ্টেশ্যন পালোঁগৈ। এই "একৃজিবিশ্যন"ত ভাৰতীয় বস্তুবোৰ দেখুউৱা হৈছিল। তাত আমি আমাৰ কলিকতাৰ মিঠৈ ওৱালাই মিঁধে কৰা দেখিলোঁ, "থাট্টাৰ" ৰোডৰ (Theatre Road) গীড়ীৱালা দেখিলোঁ—আমাৰ দেশী বস্তু বহুতো দেখিলোঁ। তাৰে কোনো কোনো মানুহৰ সৈতে হিন্দুস্থানী, বঙ্গলাত কথা কৈ বৰ ভাল পালোঁ, মনত সন্তোষ পালোঁ। এই "একৃজিবিশ্যনত" আৰু আন আন চাবলগীয়া বস্তুও আছিল। পাঠক পাঠিকাসকলে ইয়াত যদি কোনো "একৃজিবিশ্যন" দেখিছে গম পাব যে বিলাত হেন ঠাইৰ প্ৰদৰ্শনী এটাত পইচা খৰচ কৰিবৰ উপায় নিশ্চয় বহুতো আছিল। আমি Grand Wheel বুলি এটা Wheel অৰ্থাৎ চকৰিৰ দৰে বস্তুত উঠা মনত পৰে। পাঠকে এটা বৰ চাকৰিৰ দৰে বস্তু মনত কৰক, এই চকৰিত বহুতো কেবিন অৰ্থাৎ মানুহে বহি যাব পৰা খোটালী আছিল। এই চকাৰ পৰিধি কিমান আছিল ঠিককৈ কব নোৱাৰোঁ। চকাৰ তলৰ পৰা ওখলৈ চালেকলিকতাৰ হেৰিচন ৰোডৰ মাৰোৱাৰীহঁতৰ পাঁচতলীয়া ঘৰতকৈও ওখ হব। এই চকা দুবাৰ এবাৰ লাহে লাহে ঘুৰে। তাতে উঠি লণ্ডনৰ বহুত দূৰলৈকে দেখিব পৰা যায়। ইয়াত উঠিবৰ নিমিত্তে গাইপতি এক শ্বিলিং অৰ্থাৎ বাৰ অনা লাগিছিল। ইংৰাজীত যাক "Sensation" কয় আমাৰ বেছ ভাল "চেন্‌চেশ্যন" লাগিছিল। একৃজিবিশ্যনত চাৰি পাঁচ ঘণ্টা সুন্দৰৰূপে কটাই আমি বহালৈ উভতি আহিলোঁ। Earl's Court প্ৰতি বছৰেই নতুন নতুন প্ৰদৰ্শনী হয়। আমি তাৰ পাছত যে কিমান প্ৰদৰ্শনী দেখিছোঁ, দেখি দেখি আমাৰ আমনি হে লাগিছে।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা

# চিৰযৌবন।

কোনে কৈছে বুঢ়া হলোঁ মই?
সি যে ভাই মিছা কথা কয়।
বয়স অমৃত প্ৰেমে তুমুলি সংগ্ৰামে,
জয়ী প্ৰেম, বয়স বন্ধুৱা,
চোৱাঁ মই চিৰবিনন্দীয়া
প্ৰিয়াই সঙ্গীত মোৰ গায়;
সঙ্গীত পৰাণ ভিন্ নাই;
প্ৰত্যেক চৰণে চুমি প্ৰিয়া-ওঠ দুটি,
যৌবন অমিয়া কৰি পান,
চলে চিৰ নতুন পৰাণ।

ভাবনাই ভাবি আনে কাল;
প্ৰেমহীনে বয়স জঞ্জাল;
প্ৰিয়া-হিয়া অমৃতৰ মধুৰ মদিৰা
কৰি পান অমৰ আতমা,
যৌবনৰ নাই হেৰা সীমা।
নকবাঁ নকবাঁ মোক বুঢ়া,
বয়স বন্ধুৰ অহা ঘূৰা;
চিৰানন্দ যৌবনৰ শুনুৱাঁ বাতৰি;
প্ৰিয়াৰ প্ৰেমৰ চকুজুৰি
দিছে বাৰ্ত্তা, তাতে আছোঁ বুৰি।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

# চমু মন্তব্য।

প্ৰসঙ্গ প্ৰণালী—শ্ৰীযুক্ত নাৰায়ণদেৱ মিশ্ৰ সঙ্কলিত। বৰপেটা শাস্ত্ৰ প্ৰকাশ সমিতিৰ দ্বাৰা প্ৰকাশিত। মূল।।° অনা। আমি এই পুথিখন পাই বৰ সুখী হৈছোঁ। অসমীয়া বৈষ্ণৱ সত্ৰত প্ৰচলিত, ঘাইকৈ বৰপেটা সত্ৰত প্ৰচলিত প্ৰসঙ্গৰ প্ৰণালী ইয়াত সুন্দৰকৈ লিখা হৈছে। পুথিখনভক্তসকলৰ নিশ্চয় আদৰৰধন হ'ব।

# অসম কাম্যভূমি।

(মিঃডি, এল, ৰায়ৰ ধনধান্য পুষ্পভৰা ইত্যাদি গানৰ সুৰ।)

আহাঁ বন্ধু! মিলি-জুলি,　　পূজোঁ আহাঁ হিয়া খুলি,
জনমভূমিৰ কমলচৰণ নমোঁ হেঁপাহেৰে;
(আজি) গন্ধমালা পিন্ধাওঁ আহাঁ আমি উলাহেৰে,
কবচ ঃ—অসম মাতৃ স্বৰ্গাদপি গৰীয়সী তুমি,
মুনিমনমোহা হেৰা অসম কাম্যভূমি
হেৰা অসম কাম্যভূমি
হেৰা অসম কাম্যভূমি
উমানন্দ, সন্ধ্যাচলে,　　অশ্বক্ৰান্ত, নীলাচলে,
জয়ে জয়ে বেলিৰ কিৰণ সানে মূৰে মূৰে;
(নিতৌ) গিৰিগুহা জিনি আছে গহীন গভীৰ সুৰে।
কবচ ঃ—অসম মাতৃ ইত্যাদি।
কেনে শান্ত পৰাণ তোমাৰ, বিচি আছে মলয় চোঁৱৰ,
হিম মহাগিৰি আছে শিতানতে পৰি,
কবচ—অসম মাতৃ ইত্যাদি।
পুণ্যতোয়া তটিনীয়ে,　　সাগৰলৈ
হিয়া নিয়ে,
চৰায় জেউতি জুৰি-জানৰ প্ৰীতি উপহাৰে;
(তাতে) কাচন কাচি গছ-গছনি নাচে পাৰে পাৰে।
কবচ ঃ—অসম মাতৃ ইত্যাদি
সন্তোষীয়া সৰল চহাৰ　　নিজা নিজা
প্ৰাণৰ পথাৰ,
হেম্বাৰাৱক লুপ্ত কৰে শিঙ্গা পেঁপাৰ বোলে;
(তাৰে) মইনা কুলি কেতেকীয়ে তালে তালে তোলে।
কবচ—অসম মাতৃ ইত্যাদি।

শ্ৰীপদ্মধৰ চলিহা

## শঙ্কৰদেৱ।

লোকৰ নিস্তাৰ হেতু, হে শঙ্কৰ তুমি,
মৰতত ধৰিলা জনম ;
সাজিলা নতুন ভাষা, নতুন ভাৱত,
প্ৰচাৰিলা নিষ্কাম ধৰম।
আন দেৱী দেউ সেৱা নাই প্ৰয়োজন,
একে মাত্ৰ সকলোৰে সাৰ,
পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম কৰিলা বেকত,
উদ্ধাৰিলা ক্ষীৰোদে মন্দাৰ।

ভাগৱত আদি শাস্ত্ৰ অমূল্য ৰতন
অসমীয়া পদে নিবন্ধিলা,
ভৱ-সাগৰৰ সেতু হৰিৰ কীৰ্ত্তন
জগতক উপহাৰ দিলা।
মুক্তিৰ বিমল পথ দেখুৱাবলই
ধৰিলা জনম মৰতত ,
অক্ষয কীৰিতি-স্তম্ভ, হে দেৱ তোমাৰ,
চিৰদিন ৰব জগতত।

শ্ৰীসিংহদত্ত গোস্বামী

## সন্ত মই আৰু দুষ্ট মই।

মানুহৰ বৈৰী বহুত। চোৰ বৈৰী, ডকাইট বৈৰী, ঠগ বৈৰী, আৰু বৈৰীসাপ, বাঘ, ভালুক। চোৰে পৰম দুখৰ ধন চুৰ কৰি নি গৰাকিক চৌঠেঙীয়ে কৰে আৰু নিজে চহকি হয। ডকাইটে দিন-দুপৰীযা ; চকুৰ আগতে দাঙ্গালি কৰি কিলাই টঙনিয়াই সম্পত্তি লৈ যায়। ঠগে মিতিৰালি কৰি মনত সোমাই নিনিও বুলি ধন নিযে, বা তোমাক ফান্দত পেলাই দিযে। মাপে বিলাসৰ ফুলনিত সোমাই অকস্মাৎ দংশি মানুহৰ প্ৰাণ মাৰে। বাঘ ভালুকে কেতিয়াবা চেগ লৈ মানুহক আক্ৰমণ কৰে, আৰু গাৰ মঙহ ডোখৰ ডোখৰকৈ খামুচি এৰুৱায। এইবোৰৰ বাজে মানুহৰ সৰু ডাঙৰ আৰু বহুত বৈৰী আছে , এটাইবোৰ বৈৰীৰ, লেখ দিব লাগিলে এখন ভাগৱত হয। মুঠতে কব লাগিলে জগত বৈৰীৰে ভৰা, পাকেপতি বৈৰী। জগতত বৈৰীশূন্য ঠাই পাবলৈ নাই। বৈৰী-সাগৰৰ মাজতো মানুহে খিতাপ কৰি শ চাৰি কুৰি বছৰ জীয়াই থাকে, ভাবি চালে ই বৰ আচৰিত কথা। মানুহ বৰ বুদ্ধিয়ক জন্তু, সেইদেখিহে এই অলেখ শত্ৰু জয় কৰি সিহঁতে জগতত মহতালি কৰিব পাৰিছে। কিন্তু এটা শত্ৰু আছে সবাতকৈ ভযঙ্ক। আদিৰপৰা আজিলৈকে পুৰুষাৰ্থ কৰিও মানুহে তাক সেও কৰিব নোৱাৰিলে। ই বৰ বিষম বৈৰী, ই বৰ একাচেকা বৈৰী। ইয়াৰ উদ্ভণ্ডালিত মানুহ অস্থিৰ হৈ ত্ৰাহি ত্ৰাহি কৰিছে। ই মহা টেটন-টামন, মহা ফণ্ডিয়াৰ, এঠাইত কাটিলে সাতঠাইত গজে। ই চোৰবো চু কৰে, ডাকাইটকো ডকা দিযে,ঠগকো ঠগায। ই এনে বৈৰী যে ইয়াৰ আঁৰ হৈ লুকাই থাকিবলৈ জগতত ঠাই নাই। ই ছাঁৰ দৰে মানুহৰ লগে লগে ফুৰে। ছাঁৰ হাতৰপৰাও আন্ধাৰত এৰাব পাৰি, কিন্তু ইয়াৰ পৰা এৰাবৰ উপায নাই। আন্ধাৰত বা পোহৰত, দূৰৈত বা ওচৰত, দেশত বা বিদেশত, ঘৰত বা বাহিৰত, সকলো ঠাইতে, সকলো সময়তে, সকলো ইয়াৰ উপদ্ৰৱত ব্যকুল। মৰিবৰ সমযতো ইয়াৰ নামত গা শিয়ঁৰি উঠে। এই বৈৰীৰ নাম নাই, ইযাৰ আকাৰ নাই, প্ৰকাৰ নাই, ঠগ নাই। কোনো কোনোবে ইয়াৰ এটা নাম কয়, কিন্তু নামটো ৰাশি-নাম নহয়,মতা নাম হে। সেই নামৰপৰা বৈৰীৰ আচল প্ৰকৃতি বিদিত নহয়।

এই দুৰ্জ্জয় বৈৰীৰ জন্ম মানুহৰ অন্তৰত, ই মানুহৰ এফাল। ই আৰু আন এটা গোট খাই হে গোট মানুহটো হয়, অৰ্থাৎ মানুহটো দুটা ভিন ভিন শক্তিৰ সমষ্টি, এটা

শক্তি মই, আনটো শক্তি বৈৰী বা দ্বিতীয় মই। এটা স্বয়ন্তু বা আদিশক্তি। ঘৰিৰ পেণ্ডুলম্ প্ৰথমে লৰাই দিব লাগে, তেহে ঘৰি চলে, সেইদৰে মানুহৰো প্ৰথমে শ্বাস জন্মাই দিব লাগে, তেহে মানুহে জীব পায়। ঘৰিৰ পেণ্ডুলম্ প্ৰথমে লৰাই দিয়া শক্তি এটা, আৰু সেই শক্তিৰ গুণত পাছে ঘৰিত যি গতি ওপজে সি বেলেগ এটা। মানুহৰ অন্তৰত প্ৰথমে শ্বাস জন্মাই দিয়া শক্তি এটা আৰু সেই আদিশ্বাসৰ গুণত পাছে যিবোৰ শ্বাস জন্মে—অৰ্থাৎ মানুহৰ আয়ুস্‌টো—সি বেলেগ এটা। কিন্তু পেণ্ডুলম্ লৰাই দিয়া আদিশক্তি আৰু ঘৰিৰ পাছৰ গতি, এই দুইৰ ভিতৰত পাছত গৈ কোনো ভেদাভেদ নোহোৱা হয়। সেই দৰে মানুহৰ প্ৰথম শ্বাস জন্মাই দিয়া আদিশক্তি আৰু পাছৰ আয়ুস্ এই দুইৰ ভিতৰতো কোনো ভেদাভেদ নোহোৱা হয়। এই দুই শক্তি এনেৰূপে মিহলি হৈ পৰে যে পাছত এটাৰপৰা আনটোক বাছি উলিয়াবলৈ টান হয়। কিন্তু এইদৰে সানমিহলি হলেও শক্তি যে দুটা ই ধ্ৰুৰূপ কথা। এটা আদিশক্তি, এটা নিয়তিৰ সন্তান, এটা তেজ মলৰ সন্তান। নিয়তিৰ সন্তান আচল মই, তেজ মঙহৰ সন্তান কেলেহুৱা মই। আচল মই সন্ত, কিন্তু কেলেহুৱা মই দুষ্ট। এই দুই ময়ে গোটপাই শৰীৰ-ৰাজ্যত ৰাজত্ব কৰে।

দুষ্ট-মইৰ প্ৰকৃতি দুষ্ট, ই সদায় অসজ বাটে যাব খোজে। কিন্তু শৰীৰৰ হাত ভৰি আদি অনুচৰবিলাক সন্ত মইৰ অধীন, সন্ত-মইৰ আদেশ নাপালে সিহঁতে লৰচৰ নকৰে। সেইদেখি দুষ্ট-মইক সদায় আমনি কৰে, সদায় আদেশ খোজে। কেতিয়াবা সি মিতিৰালি কৰি ভুৰুকাই আদেশ নিয়ে, কেতিয়াবা সৰুটি হৈ ছল কৰি আদেশ নিয়ে, কেতিয়াবা ডাবি দি আদেশ নিয়ে, কেতিয়াবা আকৌ কিলাই টঙনিয়াই বল কৰি আদেশ নিয়ে। দুষ্ট মইৰ আশয় সদায় দুষ্ট। সি মোৰপৰা, অৰ্থাৎ সন্ত-মইৰপৰা আদেশ লৈ হাত ভৰিক অকাম কৰিবলৈ লগাই দিয়ে। অকাম কৰিলে অখ্যাতিহয়। তেতিয়া দুষ্ট মই মুখ-লুকা দি থাকে, তাক কোনেও নাপায়, কোনেও নেদেখে; অকল মই ৰাইজৰ গৰিহণা খাই মৰিব লাগে। মানুহৰ কেনে অন্যায়বিচাৰ—দুষ্ট মইক কোনেও নধৰে, সকলোৰে মোক হে দোষে,মোক হে গালি পাৰে, মোক হে নিন্দা কৰে, মোক হে দণ্ড দিয়ে। এইদৰে দুষ্ট-মইৰ ভাণ্ডনাত পৰি মই সংসাৰত বহুত যাতনা, বহুত নিকাৰ ভুঞ্জিলোঁ, এতিয়া আৰু মই তাক একে বাৰে আদেশ নিদিয়া হৈছোঁ। সেইদেখি তাৰ লগত সদায় কুৰু-পাণ্ডৱ লাগি থাকে। তাৰ লগত খৰিয়াল কৰোঁতে কৰোঁতে মোৰ সুখ শান্তি নাই, কিয়া হল, মই দুখৰ ভাতমুঠি সুখেৰে নাপাওঁ। সি সদায় মোৰ লগ নেৰে, পুৱা গধূলি দুপৰীয়া নিশা, খাওঁতে শোওঁতে সদায় সি মোক কষ্ট দিব লাগিছে, সদায় এটা ফন্দি সাজি মোৰ ওচৰত কুহুলিয়াই থাকে, সদায় মোৰ কাণত ফুচ্‌ফুচাই থাকে। মই এখন্তেক শান্তিৰে বহি থাকিবলৈ নাপাওঁ, সি আহি তাৰ 'বিহিনা' মেলে, এটা সজ কথা ভাবিবলৈ নাপাওঁ, সি আহি এটা আসোঁৱাহ উলিয়াই দিয়ে। যা বুলি খেদিলে নাযায়, গলেও আকৌ উলটি আহে। দুষ্ট-মই এনে মিঠামুখীয়া, যে, তাৰ কথা শুনিলে সকলোৱে তাক এহাশুধীয়া বুলি ভাবে, সি যে ছলিবলৈহে মুখত লৈ ফুৰে ই কথা কোনেও ভাবিব নোৱাৰে। ইয়াৰ উদ্ভণ্ডালিৰ কথা কিমান কম, কুলায় পাচিয়ে নধৰে, কওতাৰ মুখ বিষায়, শুনোতাৰ কাণ বিষায়। তেও এটা উদ্ভণ্ডালিৰ কথা কওঁ শুনাচোন—

মই তাহানি সৰুতে স্কুলত পঢ়িছিলোঁ। মই বৰ ভাল লৰা আছিলোঁ, মাষ্টৰে যি পাঠ দিয়ে, মই তাক ভালকৈ শিকি আওৰাই যাওঁ, আৰু স্কুলত ভালকৈ পাঠ দিওঁ গৈ। এই কথা দুষ্ট-ময়ে সহিব নোৱাৰিলে, তাৰ চকু পুৰিবলৈ ধৰিলে। সি লাহে লাহে মোৰ পাছ লাগিল, আৰু পুৱা গধূলি পঢ়িবৰ সময়ত কাণৰ ওচৰত কিবাকিবি ফুচ্‌ফুচাবলৈ ধৰিলে। মই পোন-প্ৰথমে তাৰ কথালৈ বৰ কাণ দিয়া নাছিলোঁ। কিন্তু দুষ্ট-ময়ে কথা এনে গঢ় লগাই কব জানে যে, কিছুমান দিনৰ পাছত মই তাক আপোন বুলি সাপটি ললোঁ আৰু মাজে মাজে তাৰ কথা মতে চলিবলৈ ধৰিলোঁ। সি কৰে কি ;—মই পুৱা কিতাপ আগত লৈ পঢ়িবলৈ বহিলে, সি আহে মোৰ ওচৰত বহে, আৰু মোক কয়, "হেৰ তয় কিহলৈ পঢ়ি মৰিছ, তোক কিহে পাইছে? সৌৱা মীনাৰামে বৰশী বইআছে চা, সি কেইবাটাও বৰ বৰ পাভ মাছ ধৰিছে, বল আমিও বৰশী বাওঁ গৈ, বৰশীত মাছ বৰকৈ উঠিছে।" এই কথা শুনি মই কিতাপ জপাই থৈ বৰশীৰ চিপটো হাতত লৈ নৈ পালোঁগৈ। সেইদিনা সেই গোটেইটো পুৱা বৰশী বাই কটালোঁ, পঢ়া আৰু নহল।

গধূলিও যেই পঢ়িবলৈ বহিলোঁ, দুষ্ট মই আহি লগ লাগিল, আৰু সি 'বল অ, বাজত কেনে জোনাকহৈছে, মীনাৰাম, গঙ্গাধৰ, গোবিন্দ, গোপীকান্ত আৰু মতিৰাম, ইহঁতে বাটত ইৰিকিটি-মিৰিকিটি খেদিব লাগিছে, আমিও খেলোঁগৈ বল' এইবুলি ঘনেপতি হাতত ধৰি টানিবলৈ ধৰিলে। মোৰো মনটো লাহে লাহে কিতাপৰপৰা ওলাই বাটত ৰং কৰি থকা লৰাজাকৰ ফালে ঢাল ললে। মই কিতাপ জপালোঁ, চাকি নুমালোঁ আৰু ঘৰৰপৰা ওলাই গৈ আনবোৰৰ লগত ইৰিকিটি-মিৰিকিটি খেলিবলৈ ধৰিলোঁ। স্কুল বন্ধহলে যে দুপৰীয়া অলপ লিখা-পঢ়া কৰিবা, তাৰো উপায় নাই। দুষ্ট-মই আহি তাচ্‌ খেলিবলৈ লগ ধৰে, আৰু ময়ো তাৰ লগ পাই দিনটো তাচ্‌ খেলি ফুৰোঁ। এইদৰে ফুৰাত মই স্কুলত পঢ়া দিব নোৱৰা হলোঁ। মাষ্টৰে সদায় মোক বেঞ্চৰ ওপৰত থিয় কৰি থয়, আৰু কেতিয়াবা কেতিয়াবা এছাৰিও লগায়। স্কুলত পঢ়া দিব নোৱাৰা কথা ক্ৰমে ক্ৰমে পিতাদেউৰ কাণত পৰিল। তেখেতেও এদিন দয়া মৰম এৰি মোৰ পিঠিত ভালকৈ এজাউৰি শোধালে, তেও মই দুষ্ট-মইৰ লগ এৰিব নোৱাৰিলোঁ, সদায় তাৰ কথাত বলিয়া হৈ ফুৰোঁ। ইয়াৰ শেষ ফল হল গৈ যে মই বছেৰেকীয়া পৰীক্ষাত উঠিব নোৱাৰিলোঁ, আৰু সেইবাবে "প্ৰমোচন" নাপালোঁ। তেতিয়া মই স্কুলৰ পঞ্চম শ্ৰেণীত পঢ়োঁ। প্ৰমোচন নাপালত জানিলে যে মই গুচিলোঁ, মোৰ আৰু পঢ়া-শুনা নহল। তেওঁ মোক স্কুলৰপৰা নেৰুৱাই মাচুল দি আছিল মই কেতিয়াবা অলপ পঢ়োঁ, কেতিয়াবা নপঢ়োঁ। এইদৰে থাকোঁতে থাকোঁতে চুচৰি চুচৰি গৈ প্ৰথম শ্ৰেণী পালোঁ আৰু এণ্ট্ৰেঞ্চ পৰীক্ষা দিলোঁ, কিন্তু পৰীক্ষাত উঠিব নোৱাৰিলোঁ। পিতাদেউ চহকি মানুহ, তেখেতে খৰচলৈ কাণ নকৰি মই উঠিব নোৱৰাতো মোক চাৰি বাৰ পৰীক্ষা দিয়ালে তথাপি মোৰ একো নহল, বাৰে বাৰে 'ফেল' হলোঁ। এনে সময়তে পিতাদেউ ঢুকাল। তেতিয়া পঢ় বোলোঁতা আৰু কেওঁ নোহোৱা হল, মই স্কুল এৰি দিলোঁ। মোৰ সৰু কাল ডোখৰ এইদৰে গল। দুষ্ট-মইৰ কথা ধৰি ধিতিঙালি কৰি ফুৰোঁতে মোৰ পঢ়া-শুনা একো নহল। ভাগ্যে পিতাদেৱে ধন কড়ি দোপোন দুকড়া এৰি থৈ গৈছিল, তাৰে আলমত কথমপি ভাত গালৰ নাটনিত নপৰিলোঁ। এইটো গল সৰু-কালিৰ সামান্য কথা। দুষ্ট-মইৰ উদ্ভতগুলি এই মানতে শেষ হোৱাহেঁতেন অনুশোচ কৰিবলৈ বৰ কথা নাথাকিলহেঁতেন। কিন্তু সি ইয়াকে কৰিয়েই এৰা নাই। তাৰ উপদ্ৰৱৰ কথা শুনিলে মৰাৰ গাতো খং উঠে। আৰু এটা উপদ্ৰৱৰ কথা কওঁচোন শুনা—

বলৱন্ত বৰা মোৰ বংশৰ মানুহ। সময়ত ককাই হয়। তেওঁ মোৰ পৰম বন্ধু আছিল। তেওঁৰে সৈতে সদায় একেলগে ফুৰোঁ-চাকোঁ, একেলগে উঠোঁ বহোঁ। তেওঁৰ দাঁতত ভাত এটি লাগিলেও তেওঁ মোক কয়, ময়ো তেওঁক কওঁ। দুয়োৰো ভিতৰত ইমান মিলাপ্ৰীতি। দুয়োৰো ঘৰো ওচৰা-উচৰি, মাথোন জেওৰাখনৰ উফাল-সিফাল। বলৱন্ত ককাইৰ বৰ ধৰ্ম্মত মতি আছিল। তেওঁ এবাৰ তীৰ্থ কৰিবলৈ ওলাল। তেওঁৰ ঘৰত কেৱল তিৰোতাজনী আৰু সৰু সৰু লৰা ছোৱালী দুটি। তেওঁৰ হাতত পিতাকৰ দিনৰ সাঁচতীয়া ৰূপ পাঁচ শ আছিল। তীৰ্থলৈ যাওঁতে কোনবাই কেনেবাকৈ নিয়ে বুলি সেই ৰূপখিনি মোৰ হাতত তেওঁ থৈ দিলে। এই কথা তেওঁ, মই, আৰু তেওঁৰ ঘৈণীয়েকে মাথোন জানিছিল, ওচৰচুবুৰীয়া আৰু কেৱেঁ নাজানিছিল। ককাই তীৰ্থলৈ গল, কিন্তু দুৰ্ভাগ্যৰ গুণত উলটি ঘৰলৈ আহিবলৈ নাপালে, বাটত কাশীত তেওঁৰ মৃত্যু হল। লগত যোৱা মানুহটো উলটি আহি এই খবৰ ঘৰত জনালে। তেতিয়া ঘৰত কন্দা-কটা লাগিল। দুদিনমানৰ পাছত ঘৈণীয়েকে কন্দা-কটা এৰি শৰাধৰ উপায় বিচাৰিবলৈ ধৰিলে আৰু মোৰ হাতত থোৱা ৰূপ পাঁচশ খুজিলে। মই সেই পাঁচশ শৰাধত খৰচ কৰিবলৈ হাক দিলোঁ আৰু তেওঁৰ হাতে-কোচে যি আছে তাকে খৰচ কৰি কোনোমতে অনুষ্টপীয়াৰূপে মুখৰ ছাইফেৰা গুচাবলৈ দিহা দিলোঁ। মোৰ হাতত থকা ৰূপ আনত লগাই তাৰ যি অলপ-অচৰপ বাঢ়ি ওলায়, তাৰে ভৱিষ্যতে আমা-ডিমা লৰা ছোৱালী দুটি ডাঙৰ দীঘল কৰিব পাৰিব। এই উপদেশ দিয়াত বৌৱে আৰু মোক ৰূপ নুখুজিলে। বলৱন্ত ককাইৰ শৰাধ গল। লৰাটিয়ে সেই সময়ত স্কুলত দিবৰ বয়স পাইছিল। স্কুলত তাৰ নাম লিখাবলৈ আৰু শৰাধৰ গাখীৰৰ বাকী বেচ দিবলৈ ধন লগা হোৱাত, বৌৱে মোক দুকুৰি ৰূপ খুজিলে, মই দিম বুলি কৈছিলোঁ। পাছত আহি দুষ্ট-মই মোৰ লগ লাগিল। সি বুদ্ধি দিলে, "ৰূপবোৰ কিন্তু দিব

লাগিছে? নিদিলে তাই কি কৰিব? ৰূপ থোৱা কোনে দেখিছে? তাই কলেই হব নে?" এই কথাত মোৰ মন ঘূৰিল। এদিন আকৌ যেতিয়া বৌ ৰূপ খুজিবলৈ আহিল, মই খং কৰি, জোকোৰা মাৰি কলোঁ "তুমি কি ৰূপ ৰূপ কৰি থাকা? তোমাৰ ৰূপ মই কেতিয়া আনিছোঁ? মোক ৰূপ দিয়া কোনে দেখিছে। আৰু ভবিষ্যতলৈ এইদৰে মিছায় ৰূপ সাধি নাথাকিবা।" মোৰ এই কথা শুনি বাঁৰী বৌৰ মাত হেৰাল। মোক কেইবা দিনো তেওঁ বহুত কাবৌ কোকালি কৰি ৰূপ খুজিলে, মই ৰূপ দিম ছাৰি তেওঁক ডবিয়াই খেদি দিলোঁ। সেই দিনেৰপৰা তেওঁ মোক দেখিব নোৱাৰা হল, আৰু ওচৰচুবুৰীয়া সকলোৰে আগত, গিৰিয়েকে বিশ্বাসত থৈ যোৱা ৰূপ মই নিদিলোঁ বুলি কৈ ফুৰিবলৈ ধৰিলে, আৰু সদায় লৰা ছোৱালীৰ মূৰে গালি শপনি পাৰিবলৈ ধৰিলে। মই বহুত দিন এইবোৰ সহি আছিলোঁ। পাছে এদিন দুষ্ট-ময়ে মোক কলে, 'তাইক তই দুটা চৰ লগাই নিদিয় কিয়? চৰ পালেই আৰু গালি পাৰিবলৈ এৰিব নহয়।' মই তেতিয়া বুদ্ধিটো বৰ ভাল পালোঁ। বৌৰ ফালে মাতোঁতা কেওঁ নাই। মই গাৱঁত অলপ লখ-জীবিকা থকা মানুহ, গতিকে গাঁৱৰ মানুহে মোলৈ পেটে পেটে অলপ ভয় ৰাখে; এই কথা মই জানো। এদিন বৌৱে যেতিয়া আকৌ গালি পাৰিবলৈ ধৰিলে, মই হাতত সৌকাৰ লাখুটিডাল লৈ তেওঁৰ চোতাললৈ খেদি গলোঁ। মোৰ মূৰ্ত্তি দেখি চোতালত ধেমালি কৰি থকা লৰা ছোৱালীহালে ভয়তে চিঞৰিবলৈ ধৰিলে; বৌ লৰ মাৰি ঘৰ সোমাল। ঘৰ সোমাই কত সাৰে, মই ঘৰৰ ভিতৰলৈ গৈ, তেওঁক খাটৰ তলত লগ পাই চুলিত ধৰি উলিয়াই আনিলোঁ, আৰু চোতালত আনি সেই সৌকা ডালেৰে মূৰতে এটা মাৰ শোধালোঁ। মাৰ খাই বৌ বাগৰি পৰিল, মূৰ ফাটি তেজ ওলাবলৈ ধৰিলে, লৰা-ছোৱালী দুটাই মাকৰ গাত পৰি হায়ৌবিয়ৌ কৰি কান্দিবলৈ ধৰিলে, চুবুৰিৰ মানুহ এটাইবিলাক বৌৰ চোতাল পালেহি। তেতিয়া মোৰ মনত ভয় লাগিল, সৌকা হাতৰপৰা সৰি পৰিল। মোৰ থিয় হৈ থাকিবলৈ শক্তি নাইকিয়া হল। দুষ্ট মই তেতিয়া কলৈ গল কব নোৱাৰিলোঁ। এই ঘটনাৰ কথা কোনবাই থানাতজনালে হবলা, দুটা কনিষ্টবল আৰু এজন দাৰোগা আহি পালেহি। সিহঁতে মোক হাত-কৰিয়া মাৰি বন্ধ কৰিলে, আৰু বৌক দোলাত তুলি ডাক্তৰখানালৈ পঠিয়াই দিলে। বৌ নমৰিল, এমাহ মানৰ পাছত ভাল হল, মূৰ জোৰা লাগিল। মোৰ ওপৰত ইফালে ফৌজদাৰি গোচৰ হল। তেতিয়া দুষ্ট-মই আকৌ ওলালহি, আৰু গোচৰ চলি থাকোঁতে সকলো দিহা ভৰসা সিয়েই দিছিল। তাৰ কথা মতে হাকিমৰ আগত মই বৌক মৰা নাই বুলি কলোঁ, সৌকাগছ মোৰ নহয় বুলি কলোঁ, বৌৰ মূৰ শিলত পৰি ফটা বুলি কলোঁ; কিন্তু মোৰ কোনো কথাই নাফাপিল। হাকিমে মোৰ এটা কথাও বিশ্বাস নকৰিলে, মোক এবছৰলৈ ফাটকত দিলে। ফাটক খাটি আজি দুমাহ হল ওলাই আহিছোঁ। দুষ্ট মই, তই মোকনকৰিবৰ-চকৰি কৰিছ, নাকে নল চঁচাইছ,ভৰা কলহে পানী বুৰুৱাইছ, জনমিবৰপৰা বুঢ়া বয়সলৈকে জুলুকি জুলুকি কৰি শিকালি, তেওঁ তোৰ মনত সন্তোষ নাই। এতিয়াও তই মোৰ লগ নেৰ, আৰু কি কৰিব খুজিছ মই কব পৰা নাই। ঈশ্বৰে মোক এইটো কি লগ লগাই দিলে কব নোৱাৰোঁ, ইয়াৰ সঙ্গত পৰি মোৰ দখৰ পাৰ কুল নাইকিয়া হল। ঈশ্বৰকেই বা কি দুষিম? মই যেতিয়াই শৰীৰ পালোঁ, যেতিয়াই তেজ মঙহৰ মোনাত সোমালোঁ, তেতিয়াই জানিলোঁ যে মোৰ মঙ্গল নাই, নিকাৰৰ উপৰি নিকাৰ, জিয়াতুৰ উপৰি জিয়াতু ভুগিব লাগিব। তেজ মঙহ মলি মাথোন, মোৰ মলি বন্ধ খাই শৰীৰ হল, আৰু সেই মলিময় শৰীৰৰপৰা দুষ্ট-মই উপজিল। মলিত ওপজা বস্তু কেতিয়াও ভাল হব নোৱাৰে। জোক পোক মহ ডাঁহ মলিৰ জীৱ, সেইদেখি সিহঁতৰ ভিতৰত ভাল নাই। দুষ্ট-ময়ো মলিৰ সন্তান, সি কেনেকৈ ভাল হব? কেনেকৈ সজ হব? সি পামৰ, সি মহা নৰকী। হে প্ৰভু! এইপামৰৰ হাতৰপৰা মোক নিস্তাৰ কৰাঁ।

শ্ৰীসত্যনাথ বৰা।

# গুৰু চৰিত্ৰ।

## (২০)

### দেৱ দামোদৰৰ চৰিত্ৰ

ৰামদাস আতাই প্ৰতিদিন একাদশৰ পুথি পাঠ কৰে ; দামোদৰে প্ৰতিদিন শ্ৰবণ কৰি কৃষ্ণ প্ৰেমত মন আকৰ্ষণ কৰিলে। এওঁৰ পিতাৰ নাম সদানন্দৰ মতাৰ. নাম সুশীলাদেবী। বটদ্ৰৱাৰ দক্ষিণে নলছা গাওঁত জন্ম হয়। তিনি ভ্ৰাতা আছিল,—সৰ্ব্ব জেষ্ঠ জনাৰ নাম সৰ্ব্বেশ্বৰ, মধ্যম জনাৰ নাম ৰত্নাকৰ, দামোদৰ কনিষ্ঠ। সৰ্ব্বেশ্বৰদেৱে বিবাহ কৰাইছিল, পত্নী বিয়োগ হলত তীৰ্থ বাস কৰি স্বৰ্গী হল। ৰত্নাকৰৰ দুই ভাৰ্য্যা আছিল ; প্ৰথম জনাৰ উদৰত শ্ৰীকৃষ্ণ, দ্বিতীয় জনাৰ উদৰত মুকুন্দজন্ম গ্ৰহণ কৰে। এওঁলোকৰ বসতি ঠাই বৰলচুঙ্গ বা পাটবাউসী, শঙ্কৰ গুৰুৰ ওচৰতে বাস কৰিছিল। দামোদৰ গোঁসাই ৰামদাসৰ ওচৰত ভাগৱত শ্ৰৱণ কৰাত এদিন তেওঁ কৈছে আমাৰ ইয়াত কি ৰস পাব, গুৰুজনৰ ওচৰত গলে হে কৃষ্ণ কথাৰ আস্বাদ পাব। পিছদিন দামোদৰদেৱ পথাৰলৈ কোৰ মাৰিবলৈ গৈ কোৰৰ নালটী থুতৰিত দি কৃষ্ণ কথা শ্ৰৱণ কৰিছে। এইদৰে অনেক দিন থকা দেখি এদিন গুৰুজনে সুধিছে, তুমি এই প্ৰকাৰে থকাৰ প্ৰয়োজন কি? তেওঁ কৈছে কৃষ্ণ কথা শুনিবলৈ ইচ্ছা যায়। তেনেহলে সুখেৰে বহি শ্ৰৱণ কৰিব নোৱাৰি নে? আদেশ হলে পৰা যায়। তেতিয়া ঠাকুৰ আতাৰ প্ৰতি ইঙ্গিত হৈছে, তেওঁ আসন আনি দিছে, কিন্তু ভকতৰ আৰ্হিৰে বহিব নজনাত আতাই শিকাই দিছে। গোঁসাই বহিলত গুৰু ঈশ্বৰে জিজ্ঞাসা কৰিছে ; ভোজনৰ আয়োজন কেনেকৈ হয়। তেওঁ কৈছে চাৰি হালিছা মান মাটি কোৰ মাৰি ধান কৰা হয় ; কোনো বছৰ খাবলৈ আতে কোনো বছৰ নোজোৰে। যদি তোমাৰ কৃষ্ণ কথাত মন লাগিছে তেনেহলে এক হালচা মাটী এৰি দিয়া আৰু চাৰি পৰ বেলি কোৰ নামাৰি তিনি পৰ মাথোন মাৰিবা এক পৰ সাধু সঙ্গত বহি হৰি কীৰ্ত্তন শ্ৰৱণ কৰিবা। এই উপদেশ পাই দামোদৰ চলি আছে। আন বছৰ অপেক্ষা এই বছৰৰ খেতিৰ অৱস্থাও ভাল দেখিছে। এক বছৰ অতীত হল, এদিন শঙ্কৰদেৱে সুধিছে, দামোদৰ এইবাৰ খেতিৰ অৱস্থা কেনে? তেওঁ উত্তৰ দিছে চাৰি হালচা আৰু তিনি হালচা সমান কথা। তাৰ পিছত আকৌ জনাইছে ; এই বছৰ আধা এৰি দিয়া, আধাৰ খেতি কৰিব। কিন্তু সেই সময় ফেৰা সাধু সঙ্গত কটাবা। সেই বছৰো সেইদৰে দুই হালচাৰ ধানেই আতি গল। তৃতীয় বছৰ তিনি হালচা এৰি এক হালচাৰ খেতি কৰিবলৈ আদেশ হৈছে। চতুৰ্থ বছৰত সমুলি খেতি কৰিবলৈ বাধা হৈছে ; আমাৰ ভৰালৰপৰা চাউল ডাইল ইত্যাদি লৈ গৈ সংসাৰ চলাবা। এই প্ৰকাৰে ক্ৰমে দামোদৰ গোঁসাই কেৱল হল ; ইতিমধ্যে গৃহিণী বিয়োগ হোৱাত সংসাৰ আশা পৰিত্যাগ কৰি এক শৰণত আশা কৰিছে। ধৰ্ম্মবস্তু লাভ কৰি গুৰুভাৰ গ্ৰহণ কৰি সমস্ত কৰ্ম্মকাৰী ব্ৰাহ্মণৰ গুৰু হৈছে। থাপনাৰ নিমিত্তে ভাগৱত পাইছে। দামোদৰৰ সত্ৰও পাটবাউসীতে নিৰ্ম্মাণ হল।

# গুৰু দৰ্শন।

উজনীৰ সত্ৰীয়া গোঁসাইসকলৰ নাম হে শুনিছিলোঁ, এজনৰো দৰ্শন পোৱা নাছিলোঁ। ভক্ত বাঞ্ছা-পূৰ্ণকাৰী হৰিয়ে অৱশেষত আমাৰ দৰে অভকতীয়া নিঃকিনৰো বাঞ্ছা এদিন পূৰণ কৰিলে। মাঘ মাহৰ আগপথতে শালৰগুৰি সত্ৰৰ অধিকাৰ গোঁসাই তিনিকুৰি ভকতেৰে আহি আমাৰ নগৰৰ ওচৰৰ ৰাজ ঘাটৰ বালিত বাহৰ কৰিলেহি। লগত সত্ৰৰ যি চাবলগীয়া পাবলগীয়া সকলোখিনি "দুখানি চৰণে" লগতে আনিছে। "গোসাঁই ঈশ্বৰ" আহি পাবৰ দিনাই তেখেতক চাই আহিবলৈ মোৰ মন উত্ৰাৱল হৈ উঠিছিল। জনদিয়েক বন্ধুৰে প্ৰথম দিনা বাহৰৰ বৰ বেমেজালি বুলিলতহে কথমপি ৰলোঁ। কিন্তু তাৰ ফিৰিকা দিনা আৰু কোনে মোক ৰাখে। দিনত দহ বজাতেই

ততাতৈয়াকৈ ঢেকিয়া শাক মাটিমাহৰ "ডিনৰ"টি গলাধঃকৰণ কৰি ৰূপ দুটকি চোলাৰ মোনাত সুমাই লৈ "গুৰুদৰ্শনলৈ" ছুটিলোঁ। লগত জনদিয়েক আগেয়ে গোঁসাই নেদেখা বন্ধুকো ললোঁ।

বাহৰৰ বাহিৰে তিতৰে অগণন প্ৰজা। দিনৰে দিনটো ডাবলি-তাৰ সাঙ্গী ভাৰ, শৰাই পাঁচিৰে এই প্ৰজাৰ সোঁত লানি নিছিগাকৈ বাহৰলৈ বৈ গৈছে। এই প্ৰজাসোঁতৰ লগত আমিও বৈ গৈ ভেটাৰ মুখত জাঁজি লগাৰ দৰে বাহৰৰ দুৱাৰ-মুখতে লাগি ৰলোঁগৈ। সমুখতে দেখোন মূৰত মথুৰা পাগুৰীৰে মুণ্ডিত শ্মশ্ৰু মানুহ এজন এখন চক-ঢৰাত গম্ভীৰভাৱে বহি আছে। তেওঁৰ আগতে দুখান শৰাই। এখনত কিছুমান ফুল তুলসী, আনখনত পইচা আদ-মহীয়া টকা আদি নানা ৰকম মুদ্ৰা। এওঁৰ কাষে-পাঁজৰে বহুত মানুহ আঠু লৈ আছে। এওঁকেই প্ৰথমে আমাৰ গোঁসাই বুলি ভ্ৰম হৈছিল। ওচৰতে থিয় হৈ থকা মানুহ এজনৰ মুখে হে শুনিলোঁ, এওঁ হেনো সত্ৰৰ এজন হজুৰ। সত্ৰত একোটা বাব লৈ থকা ভকতে হজুৰৰ শাৰীৰে আন এটা উপাধি পায়। এওঁ জাতত যদিও পূৰ্ব্বে নীহ আছিল সত্ৰত বাব লোৱা হজুৰ হৈ "দেউ" হৈছে আৰু জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলোৱে এওঁক অলপ দৰ্শনী দি এওঁৰ নিৰ্ম্মালী লৈ হে গোঁসাইৰ ওচৰলৈ যাব পাৰে। এওঁৰ ওচৰতে এগৰাকী পাচনী থাকে ; তেওঁ বিষয়াজনক দিয়া দক্ষিণাৰ কম বেচি নজৰ কৰি অগা-পিছাকৈ যাত্ৰীসকলক গোঁসাইৰ ওচৰলৈ লৈ যায়। আমাৰ চাৰিজন বন্ধুৰ ভিতৰত উমৈহতীয়াকৈ ৰূপ এটকি হজুৰক দক্ষিণা কৰাত পাচনীজনে ততালিকে আমাক বাহৰৰ ভিতৰলৈ নিলে। হাকিমৰ চালি এৰায়েই বাহৰৰ আগ-চোতাল। চোতালৰ এফালে এখন দীঘল চালি। তাত এটা বিদেশী বাদ্যযন্ত্ৰৰ দল। সেই দলৰ মানুহবোৰৰ পোছাক চেহেৰা অদ্ভুত ৰকমৰ দেখিলোঁ। আগৰিগটীয়া থোপাৰ ওপৰত মূৰত একোটা চাৰ্কচৰ বহুবাৰ দৰে টুপি। কপালত চন্দনৰ ফোঁট, ডিঙিত তুলসী কাঠৰ সৰু মলা। গাত কোট, আঠুৰনীয়া ঠেঙাও আছে। ভৰি শুদা। অনুসন্ধানৰপৰা জানিলোঁ এই অদ্ভুত পোছাকীসকল সত্ৰৰে ভকত। সংসাৰত্যাগী উদাসীন প্ৰচাৰকৰ পন্থা স্থাপক মহাপুৰুষ ˚ মাধৱদেৱৰ মন এওঁবিলাকক দেখিলে কেনে লাগিলহেঁতেন কব নোৱাৰোঁ, আমি হলে উদাসীন বৈষ্ণৱৰ ইমান উন্নতি দেখি অধিকাৰ গোঁসাইৰ পৰিসৃত মনৰ প্ৰশংসা নকৰি থাকিব নোৱাৰিলোঁ।

মুখ ঘূৰাইয়েই আৰু এটি দৃশ্য দেখিলোঁ। এজন আদহীয়া মানুহক থিয়কৈ হাত দুখন মেলাই দুটা ওখ খুটিত বান্ধি বেলিমুৰাকৈ ৰখা হৈছে। বপুৰীয়ে ইমুখ সিমুখ কৰিলেই এজন মালাধাৰী ভকতে একোটি ব্যাঘ্ৰ ঢক্কা" পিঠিত দি মানুহটোৰ মুখখন বেলিৰ ফালে পোনাই দিয়ে। যম ৰজাৰ উত্তৰ দুৱাৰলৈ নে উদাসীন মহন্তৰ বাহৰলৈআহিছোঁহঁক এই কথাৰ ঠিকনা কিছুমান বেলিৰ মূৰত কৰি প্ৰথমে যমদূত বুলি ভ্ৰম হোৱা বৈষ্ণৱ জনক সেই মানুহজনৰ দণ্ডৰ কাৰণ শোধাত জানিলোঁ সি হেনো কচুগাওৰ মিঠাৰাম আহোম গাঁওবুঢ়া। অধিকাৰ গোঁসাইৰ বাহৰৰ শয়নমন্দিৰ সজা তাৰ বাব আছিল। আজি ভোজনৰ পাছত "দুখানি চৰণে" শয্যাত বহোঁতে চালৰ বান্ধৰ মাজেদি শ্ৰীচৰণৰ মুখতে বেলিৰ ৰেং পৰিছিল। সেই গুৰুতৰ মহাঅপৰাধতো পৰম দয়ালু "দুখানি চৰণে" দুদাঁৰ বেলিলৈ মাথোন এই লঘু দণ্ডৰ ব্যৱস্থা কৰিছে। আমাৰ লগৰ এজন বন্ধুৱে এই কথাতেই নিজকে ধিক্কাৰ কৰি একে ছাবেই তাৰপৰা ভমক মাৰি গুচি আহিল। আমি কিন্তু তীৰ্থত ৰিপুৰ অধীন হোৱা মহাপাপ বুলি জানিয়েই সৰ্ব্বাঙ্গীনকৈ তীৰ্থ কৰাই ভাল ভাবি থাকি গলোঁ। আমাক চোতালত এৰি থৈয়েই পাচনী ভকত নামঘৰৰ ভিতৰ সোমাইছিলগৈ। কিছুমান বেলিৰ মূৰত তেওঁ ওলাই আহি আমাৰ তিনি জনক ঘৰৰ ভিতৰলৈ লৈ গলহি। ঘৰটি দীঘে প্ৰায় চল্লিশ হাত, পুতলে প্ৰায় ১৫।১৬ হাত মান হব। বাহিৰে যদিও বাহৰৰ ঘৰ বুলি খেৰৰ চাল বেৰ, ভিতৰলৈ গলে আৰু চাল বেৰ দেখা নাপায়। গোটেইটো নামঘৰৰ ওপৰত এখন প্ৰকাণ্ড চন্দ্ৰাতপ। বেৰ চাৰিখন ৰামধেনু বৰণীয়া আৰ কাপোৰেৰে ঢকা ; তাৰ ওপৰত নানা ৰকমৰ সুন্দৰ ছবিয়ে ঘৰ সাজোঁতা সজাওঁতা শিষ্যসকলৰ পাশ্চাত্য ৰুচিৰ পৰিচয় দিছে। চালৰ সোঁ-মাজত বৰ ডাঙৰ ঝাৰ এটা ওলোমোৱা। চাৰি বেৰত ১০ টা মান দেৱালগিৰি লেম। নামঘৰৰ পূবফালৰ বেৰৰ ওচৰত চাৰি কাষে চাইটা কলাপুলি পুতি, মাজত এখন ছালপীৰা পতা আছে। কলাপুলি চাইটাৰ ওপৰত, এখন সোণালী চন্দ্ৰাতপ তৰা আছে। ছালপীৰাৰ ওপৰত তুলি তাৰ ওপৰত অতি মিহি ঠেঙা ; সেই ঠেঙাৰ ওপৰত মখমলৰ জৰীদাৰ কেপকৰা। সেই কেপকৰাৰ ওপৰতে পিঠিত মখমলৰ বন কৰা বা গাৰুত আউজি

অলেখ প্ৰাণীৰ পৰকালৰ গতিদাতা অধিকাৰ গোঁসাই বিৰাজমান। গোঁসাইৰ গাৰ বৰণ গাখীৰত সেন্দুৰ সানি চালেই পাঠকসকলে গম পাব। নাক মুখ চকু যত যি ৰকমৰ হলে সুন্দৰ হয় সেই ৰকমেই। গাত পাতৰ দীঘল পঞ্জাবী কুৰ্ত্তা, তাৰ ওপৰত বুকৰ তললৈকে ওলোমা সাতখন হীৰা পুতোৰা ডুগ্‌ডুগিৰ গজমুকুতাৰ সাতশৰী। মূৰত পাতৰ মণিৰাজ পাগুৰী। পিন্ধনত অসমীয়া পাতৰ চুৰিয়া। গাত উত্তৰীয়ৰ দৰে গুণাৰ কাম কৰা পাতৰ খনীয়া লেওসেও হৈ পৰি আছে। প্ৰভুৰ হাতত সুগন্ধি এচেন্স সনা পাতৰ ৰুমাল। দুয়োহাতত প্ৰায় সাতোটামান বহুমূলীয়া আঙ্গঠিয়ে প্ৰভুৰ আঙ্গুলি শোভা কৰি আছে। প্ৰভুৰ আগত তিনিখন ৰূপৰ শৰাইৰ এখনত কিছুমান ফুল তুলসী আৰু খহুটা-ডিমৰুৰ পাতৰ মলা, দ্বিতীয়খনত হৰেক ৰকমৰ মুদ্ৰা বিধ বিধ কৈ সজোৱা, তৃতীয়খনত এটা ৰূপৰ গোলাপদান, এটা ৰূপৰ সোণৰ কলি দিয়া টেমা বটা আৰু এটা ধুনীয়া ফুলদানিত বৰিয়াকৈ সজোৱা ফুলৰ থোপা। শৰাই তিনিখনৰ ওচৰতে প্ৰভুৰ ভৰিপথানৰ পিনে এটা বৰ ডাঙৰ বিদেশী বাদ্যযন্ত্ৰ। সুৰুচিসম্পন্ন ডেকা শিষ্যক কৃতাৰ্থ কৰিবলৈ দয়ালু "দুখানি চৰণে" মাজে সময়ে এটা পাৰিষদৰ হতুৱাই সেই যন্ত্ৰ চলোৱাই গান কৰায়। তাৰ ওচৰতে এটা কাঁহৰ চৰিয়াৰ ওপৰত ডগ-ডগী লোটা গছ দিয়া গামোছাৰে ঢকা; তাৰ কাষতে মখমলৰ ওপৰত গুণাৰ কাম কৰা এলবাৰ্ট শ্লিপাৰ (যাক সত্ৰীয়া ভাষাত পয়জাৰ বোলে)।

পাচনী ভকতৰ বিশেষ অনুগ্ৰহতেই মানুহ ঠেলি হেচুকি প্ৰভুজগন্নাথৰ দুখনি চৰণৰ ওচৰ চাপি মাটিতেই আঠু লৈ বহিলোঁগৈহঁক। যথাবিহিত প্ৰণামেৰে অলপ অৰিহণা কলাপাত এডোখৰত আগবঢ়াই দিলোঁ; ঠাইতে এজন প্ৰভুৰ পাৰিষদে তাক নি ধনৰ শৰাইত সজাই থলেগৈ। আমাৰ লগত প্ৰভুৰ একো "বাইকাদি" নহল, আমাৰ ওচৰতে বহা এজন বুঢ়া মানুহৰ লগত প্ৰভুৰ এক ৰকম "গৰম" কথা-বাৰ্ত্তা চলি আছিল। যি বুঢ়া মানুহজনৰ কথা কৈছোঁ সেইজন আমাৰ নগৰৰে বিখ্যাত ধনী জ্ঞানী শ্ৰীযুক্ত লৱানুজ মুক্তিয়াৰ। এওঁ সাংসাৰিক বিষয়ত-যেনে পকা, ধৰ্ম্মবিষয়তো এজন প্ৰবীণ জ্ঞানী বুলি বিখ্যাত। এওঁৰ আৰু এটি গুণ—এওঁ "ৰজাক ককাই নোবোলা, ঔকুঁৰবীক বৌ নোবোলা মানুহ"। আমি যোৱাৰ আগেয়ে গোঁসাই ঈশ্বৰৰ লগত এওঁৰ কিমান কথা বাৰ্ত্তা হল কব নোৱাৰোঁ। আমি গৈ সোমোৱাৰ পিছত যিখিনি শুনিলোঁ তাক অবিকল তুলি তলত দিলোঁ—

লৱানুজ—প্ৰভু! ঈশ্বৰৰ কৃপাত ধনৰ দুখীয়া নহওঁ, মনৰ হে দুখীয়া গুৰুৰ ওচৰত ধন আকাঙ্ক্ষা কৰি অহা নাই। দুটিমান ধৰ্ম্মকথা হে জানিবৰ প্ৰাৰ্থনা কৰিছোঁ।

গোঁসাই—তুমি কৰ সেৱক?

লবানুজ—বন্দী ঈশ্বৰৰ সেৱক।

গোঁসাই—(বিৰক্তিৰে) কোৱাঁ তোমাক কি লাগে?

লৱানুজ—বন্দীৰ প্ৰাৰ্থনা বহুত। আৰু প্ৰথমটো এই,—আমাৰ অসম দেশত বিশেষতঃ উজনীত সংস্কৃতৰ চৰ্চ্চা প্ৰায়েই নাই। প্ৰভুৱে গান বাজনা যাত্ৰা নটুবা এই বাৰ-ভচহু কথাবোৰত অনৰ্থক ধন ভগন নকৰি সেই ধনেৰে ঠাইয়ে ঠাইয়ে সংস্কৃত টোল খনদিয়েক কৰাই দিয়ক।

গোঁসাই—(নাক কুঞ্চিত কৰি হাঁহি) ওঁ তাৰ পিছত?

লৱানুজ—তাৰ পিছত প্ৰভুৱে ঠাইয়ে ঠাইয়ে ভাল জনাশুনা জ্ঞানী, বিদ্বান,সচ্চৰিত্ৰ ৰাজমেধিসকল পঠিয়াই আমাৰ সনাতন ধৰ্ম্মৰ প্ৰচাৰ কৰাওক।

গোঁসাই—বাৰু অ! ওঁ আৰু কিবা কবলৈ আছে নে?

লৱানুজ—ধৰ্ম্মৰ গ্লানি যিমান হে হৈছে সাত দিন সাত ৰাতি কলেও ওৰ পেলাব নোৱাৰি। আমাৰ এই ধৰ্ম্মই অৱনতিৰ চেলুতেই খ্ৰীষ্টিয়ান পাদুৰীসকলে নানা ৰকমে ধৰ্ম্মৰ বক্তৃতা কৰি,নিজৰ সচ্চৰিত্ৰৰ আৰ্হি আৰু সজ আচৰণেৰে মানুহৰ মন খ্ৰীষ্টিয়ান ধৰ্ম্মৰ পিনে টানিব লাগিছে। প্ৰভুৰ শিষ্যসকলৰ ভিতৰতে বহুতক নি খ্ৰীষ্টিয়ান কৰিছেগৈ। ইয়াৰ সোনকালে প্ৰতিবিধান কৰিবই লাগে।

গোঁসাই—আমাৰ ধৰ্ম্মৰ নিয়ম নীতি পালন কৰা বৰ টান। ইয়াত খোৱা বোৱাৰ আচাৰ বিচাৰ, গা ধুই শুচি আচমন কৰা আদি ভালেমান টান কাম আছে। খ্ৰীষ্টিয়ান ধৰ্ম্মত সেইবোৰ একো নাই। সৰ্ব্বভক্ষ্য হুতাশনৰ দৰে সকলো খাব পাৰি। তোমাৰ মন গৈছে যদি যাব পাৰাঁ, আমাৰ তাত আপত্তি নাই। আমি এতিয়া পাদুৰী চাহাবৰ দৰে বক্তৃতা দিমানুহ ফুচুলাই ফুৰাৰ নোৱাৰোঁ।

লৱানুজ—সেইটো প্ৰভুৰ সম্পূৰ্ণৰূপে ভুল ধাৰণা। সজ আলাপ সজ শিক্ষা আৰু সজ আচৰণেৰে মানুহক ধৰ্ম্মপ্ৰাণ কৰাই প্ৰভুসকলৰ কাম, তাকে নকৰি—

গোঁসাই—(খঙেৰে) বচ্ বচ্ তুমি মনে মনে গুচি যোৱাঁ। নহলে তোমাৰ বেয়া হব। তুমি কাৰ লগত কথা হৈছা জানা নে? তোমাক মই ইচ্ছা কৰিলে লেজু লগাই ইয়াতে বন্ধাব পাৰোঁ বুলি জানিছা নে?

সংসাৰত্যাগী সাত্ত্বিক উদাসীন ধৰ্ম্মপ্ৰচাৰকৰ এনেটো "প্ৰলয়ৰ অগ্নি হেন" ক্ৰোধাগ্নিত পৰি উলুৰ লগত আমি বগৰিও ছাই হম যেন ভাবি অতি সন্তৰ্পণে পিছুৱাই আহি নামঘৰৰ দুৱাৰ মুখ পায়েই উঠি লৰ আৰু লৰ। একো দমে বাহৰৰপৰা কিছুমান দূৰৈত নৈৰ গৰাৰ ওপৰত হে আমি তিনিও বদ্ধুৱে জিৰালোঁহি। এখনমান তামোলখোৱা সময়ৰ মূৰতে দেখিলোঁ লৰানুজ মুক্তিয়াৰো লাহে লাহে গৰা উঠিলহি। মই শুধিলোঁ "মুক্তিয়াৰ ডাঙৰীয়া, প্ৰভুৰনো কেলেই ইমানটো কোপ হল?" মুক্তিয়াৰ ডাঙৰীয়াই আন একো উত্তৰ নিদি মাথোন তলত লেখা নামঘোষাৰ পদ ফাকি জাত লগাই গালে—

"নাজানে শাস্ত্ৰৰ নয়, যেহি আসে তাকে কয়,
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে
মান্য সতকাৰ খুজি লয়।।"

শ্ৰীযজ্ঞপতি শৰ্ম্মা।

# ঘঁহনি।

শ্ৰীযুক্ত মহেশ্বৰ গোস্বামী নামে এজনে আমাৰ বাঁহীত ওলোৱা "ধৰ্ম্মমতৰ সমস্যা" প্ৰবন্ধৰ এটা প্ৰতিবাদ লেখি বাঁহীত ছপাবলৈ পঠিয়াইছে। আমি সেই প্ৰবন্ধটোলৈ বাঁহীত ঠাই উলিয়াব নুখুজিও উলিয়ালোঁ। নুলিয়াব খোজাৰ ১ম কাৰণ যে তাত একো নতুন কথা নাই; মাত্ৰ সি ভাদৰ সংখ্যা বাঁহীত ওলোৱা শ্ৰীযুত কীৰ্ত্তিচন্দ্ৰ গোস্বামীৰ সংযত প্ৰবন্ধৰ অসংযত উভতি-অহা-ৰিং (echo)। শঙ্কৰদেৱক দামোদৰদেৱৰ শিষ্য বুলি প্ৰতিবাদলিখকে কৈছে, আৰু সেই কথা সমৰ্থন কৰিবলৈ সাৰুৱা যুক্তিৰ ঠাইত তেওঁৰ মাত্ৰ মাউৰা চহিটি দিছে। দামোদৰদেৱক শঙ্কৰদেৱৰ গুৰু পতা সম্পৰ্কে আহিন মাহৰ বাঁহীত শ্ৰীযুত দ্বাৰিকানাথ গোস্বামীৰ "মাথোন একেষাৰ কথা" প্ৰবন্ধ আৰু এই সংখ্যাত "উত্তৰ" প্ৰবন্ধ প্ৰতিবাদলেখকে পঢ়ক।

সংস্কৃত শাস্ত্ৰত পণ্ডিত লেখকসকলক কওঁ যে শূদিৰ বা ব্ৰাহ্মণেতৰ জাতৰ মানুহে ধৰ্ম্মপ্ৰচাৰ কৰা বা ব্ৰাহ্মণক ধৰ্ম্ম দিয়া অবিধি বিষয়ে শাস্ত্ৰৰ শ্লোক উদ্ধৃত কৰি তেওঁলোকে যি লেখিছে বা আগলৈ লেখিব, সি একো নতুন কথা নহয়; তেনে কথা তেনে তৰ্ক অতি অতি প্ৰাচীন কালৰেপৰা উভৈনদী হৈ বৈ আহিব লাগিছে; এতিয়া তাৰে কলহ চেৰেক তুলি আনি বাঁহীৰ গাত ঢালি বাঁহীক পানীলগাত পেলাবলৈ যতন কৰাৰ সকাম কি? সিফালে তেনে যুক্তি তৰ্ক আৰু শাস্ত্ৰৰ বচনৰ হেণ্ডাৰ থিয় দি থাকোঁতেই ইফালে হাজাৰ হাজাৰ ব্ৰাহ্মণেতৰ শ্ৰেষ্ঠ পুৰুষে ধৰ্ম্মপ্ৰচাৰ কৰি লক্ষ লক্ষ পণ্ডিত অপণ্ডিত ব্ৰাহ্মণৰ "গুৰুগিৰি" কৰি আহিবই লাগিছে বামুণে শূদিৰক বিদ্যা জ্ঞান ধৰ্ম্ম কৰ্ম্মৰ ক্ষমতা দিবলৈ কিৰ্পিণালি কৰিলেও বিধাতাই কৰা নাই; সেই দেখি থাকি থাকি শূদিৰে বামুণৰপৰা সুতেসৈতে মূলধন ওৱাচিল কৰি লয়। বামুণে শূদিৰৰ বিৰুদ্ধে "চোলোখ" মাতি থাকোঁতেই, সিফালে মানুহৰ কথাকে নকওঁ, মৎস্য, কূৰ্ম্ম, নৰসিংহ বৰাহও ঈশ্বৰাৱতাৰ হৈ গল। ৰামচন্দ্ৰ ক্ষত্ৰিয়। বুদ্ধ শক ফৈদৰ ৰজাৰ লৰা যাৰ চৰণত পৰি লক্ষ লক্ষ ব্ৰাহ্মণে ধৰ্ম্মশিক্ষা কৰিছিল। শ্ৰীকৃষ্ণ ক্ষত্ৰিয়ৰ সন্তান, গোপৰ তোলনীয়া পো। শ্ৰীকৃষ্ণৰ মুখনিসৃত গীতা ব্ৰাহ্মণৰ যথাসৰ্ব্বস্ব। বামুণ শূদিৰ সকলো বৈষ্ণৱৰ আচল শাস্ত্ৰ—শ্ৰীমদ্ভাগৱত "বৈকুণ্ঠৰ শাস্ত্ৰ যিটো বেদান্তৰো তত্ত্ব। সাত দিনে কৈলা সিটো মহাভাগৱত।।" সূতে নৈমিষাৰণ্যত শৌনক প্ৰমুখ্যে আঠাইশ হেজাৰ বেদজ্ঞ ঋষিৰ মাজত বহি কৈছিল—আঠাইশ ঋষি বেদত প্ৰধান। বিষ্ণুৰ নৈমিষ ক্ষেত্ৰ মহা পুণ্য স্থান।। মধ্য কৰি সূতক পাতিলা সত্ৰ তথা। শৌনক প্ৰমুখ্যে শুনে ভাগৱত কথা।" বেদজ্ঞ শ্ৰেষ্ঠ ব্ৰাহ্মণসকলৰ মাজত শ্ৰেষ্ঠ আচাৰ্য্যৰ আসনত বহি এইদৰে যিজনে ব্ৰাহ্মণসকলক ভাগৱত শুনাইছিল তেওঁৰ জাত কুল কি আছিল, ব্ৰাহ্মণত্বৰ অভিমানী আমাৰ অসমীয়া পণ্ডিত বাপুসকলক শোধোঁ। কওকচোন? সূতক ঋষিসকলে ভাৱত কৰবলৈ কওঁতে তেওঁ নিজেই কলে—

"হেন শুনি সূতে বিনাৱন্ত অৱনত। আমি অকুলনি হেন আছিল মনত। তোমাসাৰ প্ৰশ্নে ভৈলোঁ আজিসি পবিত্ৰ। শুনা যেন জানো কহোঁ কৃষ্ণৰ চৰিত্ৰ।" গুৰিডোখৰত

অব্রাহ্মণ ঋষিৰ শ্লোকৰ লেখ বামুণৰ বেদতো বৰ কম নহয়। প্রাচীন উপনিষদ্‌বোৰ বিৰচিত হোৱা সময়ত যে হিন্দু ধর্ম্মৰ বর্ণবিভাগ প্রবর্ত্তিত হৈছিল সেইটো নিশ্চিত ৰূপে প্রমাণিত হৈছে। তেতিয়াও ক্ষত্রিয়কুলোদ্ভৱ অনেক নৰপতি বামুণৰ ধর্ম্মোপদেশক আৰু আত্মজ্ঞানৰ উপদেষ্টা আছিল ; ব্রাহ্মণ সন্তানসকলে তেওঁলোকৰ শিষ্যত্ব স্বীকাৰ কৰি সেই বিষয়ত উপদিষ্ট হৈছিল। ছান্দোগ্য উপনিষদত স্পষ্ট লিখা আছে, প্রবাহন ৰজাই গৌতম ঋষিক কৈছে ঃ—

"যথেয়ন্ন প্রাক্‌ত্বত্তঃ পুৰা বিদ্যা ব্রাহ্মণান গচ্ছতিতস্মাদু সর্ব্বেষু লোকেষু ক্ষত্রস্যৈব প্রশাসনমভূদিতি।"— ছান্দোগ্যোপনিষদ। ৫.৩।৭।

ইয়াৰ অর্থ—তোমাৰ পূর্ব্বে ব্রাহ্মণসকলৰ এই বিদ্যাত অধিকাৰ নাছিল। সর্ব্বত্র ক্ষত্রিয় জাতিৰেই এই বিদ্যাত উপদেশ দিবৰ অধিকাৰ আছিল। পণ্ডিত ব্রাহ্মণসকলে ব্রাহ্মণৰ অকলশৰীয়া অধিকাৰ "মনপলিৰ" সপক্ষে শাস্ত্রৰ শ্লোক আওৰাই থাকোঁতেই পূৰণি কালৰপৰা এনে কাণ্ড ঘটিবই লাগিছে আৰু ঘটিয়েই থাকিব ; এতেকে প্রতিবাদক গোস্বামীসকলে সেইবোৰ কথা আৰু আমাক কি শুনাই থাকে। তেওঁলোকেই জানো আগৰপৰা গুৰিলৈকে ব্রাহ্মণৰ শাস্ত্রৰ আৰু ধর্ম্মৰ বিধান ৰক্ষা কৰি চলিছে বা চলিব পাৰিছে? তেওঁলোকৰ জীৱনত তেওঁলোকে অৱলম্বন কৰা আৰু আচৰণ কৰা কার্য্যৰ উদাহৰণ দেখুৱাই, তাৰ বিৰুদ্ধে শাস্ত্রৰ বচন উদ্ধৃত কৰি শ্রীমান আমুকাদাস শূদিৰে তেওঁলোকক বামুণৰ শাৰীৰপৰা নমাই তলত থব নোৱাৰিব বুলি তেওঁলোকে ভাবিছেনে?

ৰামানন্দৰ বাৰজন শিষ্য ধর্ম্মপ্রচাৰকৰ ভিতৰত কবীৰ—জোলাতাঁতি, ৰয়দাস —চামাৰ, পীপা—ৰাজপুত ধন্না—জাট, আৰু সেন—নাপিত আছিল। অথচ শূদিৰ শঙ্কৰ বিদ্বেষী অসমীয়া গোস্বামীসকলেও ৰামানন্দক বিষ্ণুৰ চাৰি দিশে চাৰি অৱতাৰৰ এক অৱতাৰ বুলি স্বীকাৰ কৰে। কবীৰৰ শিষ্য দাদূপন্থী প্রবর্ত্তক দাদু আহমদাবাদৰ এজন ধুনুৰি (তুলা-ধুনা জাত) আছিল। ৰূপ সনাতন যে নীহ জাতৰ মানুহ আছিল সেই কথা সকলোৱে জানে। তেওঁলোক ৰূপ গোস্বামী সনাতন গোস্বামী বুলি বৈষ্ণৱ সমাজত প্রসিদ্ধ। আমাৰ অসমীয়া গোস্বামী যিসকলে চৈতন্যৰপৰা ধর্ম্ম পাইছে বুলি নিজক গৌৰৱান্বিত বিবেচনা কৰে, তেওঁলোকে ভাবি চাব—ৰূপ সনাতন চৈতন্যৰে সৈতে কেনেকৈ অভেদ আছিল, আৰু কেনেকৈ চৈতন্যপন্থীয়া বৈষ্ণৱসকলে চৈতন্য অদ্বৈত আৰু নিত্যানন্দ এই তিনিজন প্রভুৰ বাহিৰেও ৰূপ সনাতনকে আদি কৰি ছজনক আদিগুৰু বুলি স্বীকাৰ কৰে। তেওঁলোকৰ সেই ছজন আদিগুৰুৰ নাম—ৰূপ, সনাতন,জীৱ, ৰঘুনাথ ভট্ট, ৰঘুনাথদাস আৰু গোপাল ভট্ট। চৈতন্যৰ শিষ্য প্রধান ভক্ত হৰিদাসৰ জাত কি আছিল তেওঁলোকে ভু ৰাখিছে নে? হৰিদাস বঙ্গদেশৰ ঠায়ে ঠায়ে চৈতন্যৰ নিচিনাকৈয়ে বৈষ্ণৱসকলৰ দ্বাৰাই পূজিত, অথচ ৰূপ সনাতন হৰিদাস অসমীয়া চৈতন্য পন্থীয়াৰ উদৰতো জীণ যোৱাত বাঘ্যাত নঘটে, কিন্তু মহাপুৰুষ কায়স্থ শঙ্কৰ মাধৱত মহালেঠা। এই বিধৰ অসমীয়া "পেট্রিয়টিজোম" দেষহিতৈষীতা অসমীয়াৰ মাজত ৰজা শিৱসিংহৰ দিনতো দেখিবলৈ পোৱা গৈছিল ; ফলত বিদেশী ভট্টাচার্য্য গুৰুৰ আমদানি।

এইবিলাক যি হওক, এতিয়া আচল প্রশ্ন হৈছে দামোদৰদেৱে বৈষ্ণৱ, শাক্ত, শৈব, সৌৰ, গাণপত্য এই পাঁচৰকম ধর্ম্ম প্রচাৰ কৰি শিষ্যক শিক্ষা দীক্ষা দিছিল নে, এক কৃষ্ণত শৰণ আব্যভিচাৰী বৈষ্ণৱধর্ম্ম প্রচাৰ কৰি নিজেও তাকে আচৰণ কৰিছিল আৰু লেককো শিক্ষা দিছিল? প্রশ্ন এইটো নহয় যে বৈষ্ণৱ গুৰুৱে শাক্ত শৈব আদি কেউবিধ মন্ত্র বা দীক্ষা শিষ্যক শাস্ত্রমতে দিব পায়, বা বেদ, উপনিষদ, পুৰাণ, তন্ত্রমতে বৈষ্ণৱে শক্তি পূজা কৰে বা কৰিব পায় ; বা শাক্তই বিষ্ণুৰ বা শিৱৰ পূজা কৰিব পায় ; প্রশ্ন হৈছে, দামোদৰদেৱে কি শিক্ষা দিছিল? কি ব্যৱস্থা কৰিছিল, কি আচৰণ কৰিছিল? দামোদৰে নিজে ৰচনা কৰা শাস্ত্র যদি নাই, তেওঁৰ প্রধান শিষ্য ভট্টদেৱে, বা আন তেনে কোনোৱে দামোদৰদেৱৰ ধর্ম্মপ্রণালী বুলি কি লিপিবদ্ধ কৰি থৈ গৈছে? আৰু এটা জানিব খুজিছোঁ, দামোদৰৰ প্রধান সত্রৰ গুৰিগছ পাটবাউসীত কি প্রণালী প্রচলিত?

বৈষ্ণৱে শাক্তমতে চলিব পোৱা বা দীক্ষা দিব পোৱাৰ বিধি অসমীয়া পণ্ডিত সকলৰপৰা আমি বিচৰা নাই, আৰু নিবিচাৰোও ; কাৰণ কামধেনু হিন্দুশাস্ত্র খীৰালে তাৰপৰা দৈ ঘিউ মাখনো ওলায়, বিশ্বামিত্রৰ নিচিনা ৰজাক এসেকা দিবলৈ যুজাৰু সৈন্যও ওলায় ; কাৰণ মাহর্ণৱ হিন্দুশাস্ত্রৰপৰা নৰমেধ গোমেধও ওলায়, গোপূজাও ওলায় ; ধন্বন্তৰীৰ অমৃতৰ ঘট আৰু নীলকণ্ঠৰ গৰলও ওলায়।

বিদ্যাসাগৰে তাৰপৰাই বিধবা বিবাহৰ ধিবি উলিয়াইছিল, আৰু তেওঁৰ প্ৰতিবাদীসকলে তাৰপৰাই তাৰ নিষেধবিধি উলিয়াইছিল। আজি-কালিও ভাটপাড়া নবদ্বীপৰ বাসুসকলে তাৰপৰাই সমুদ্ৰ যাত্ৰাৰ বিধি উলিয়ায়, আৰু আন এদলে নিষেধ উলিয়ায়।

শেহত কওঁ যে শ্ৰীযুত মহেশ্বৰ গোস্বামীয়ে "বাঁহীৰ ব্যৱহাৰত" কটাক্ষ কৰাত আমি কটাক্ষ নকৰোঁ; কিন্তু **মহাপুৰুষ শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰ পবিত্ৰ নাম, যি নাম মুখত লৈ কোটী কোটী অসমীয়াৰ ধৰ্ম্মপ্ৰাণ শীতল হৈছে, সেই পবিত্ৰ নাম তেওঁ তুচ্ছ তাচ্ছিল্যভাৱে উল্লেখ কৰিবলৈ অলপো সঙ্কোচ বোধ কৰা নাই। তেওঁক খাতাংকৈ কৈ দিওঁ যে অসমীয়াৰ মহাৰত্ন মহাপুৰুষ শঙ্কৰদেৱ মাধৱদেৱক তুচ্ছ তাচ্ছিল্য কৰাত বাঁহীয়ে তেওঁক সহায় নকৰে।**

সম্পাদক

# বিদায়-পত্ৰ।

আজি বাঁহীৰ এবছৰৰ ওৰ পৰিল; সেইদেখি বছৰটিক বিদায় দি, তেওঁ এই ডোখৰ কালত কি কৰিলে কি নকৰিলে তাৰ "ওৱাচিল বান্ধী" কৰি চাই, সকলো গ্ৰাহকৰ মুখপত্ৰ হৈ তেওঁক আজি Valedictory address অৰ্থাৎ বিদায়-পত্ৰ দিব খুজিছোঁ যাক,"ধোৱাঁপত্ৰ" বুলি আমাৰ ভাই ওৰেষীয়াসকলে কব পাৰে।

১। হে বাঁহী! তুমি গোটেইটো বছৰ কিছুমান পদ্য আৰু কিছুমান গদ্য বজালা। পদ্যত তুমি গালা—"পিতা মাতা পৰম গুৰু। সূতা কাটে সৰু সৰু।।" গদ্যত—শঙ্কৰদেৱ, শঙ্কৰদেৱ! তেওঁৰ বাহিৰে "গুৱাহাটীত নাইবা ৰঙামাটীত নাই কেওঁ।।" এতেকে হে বাঁহী! তুমি যাব পাৰা। আগে পিছে আমাৰ বাতৰি কাকত মাহিলি কাকতক পইচা দিয়া অভ্যাস থাকক বা নাথাকক, তোমাক আমি পইচা নিদিও—তোমাৰ পাওনাই হওক বা আমাৰ দেনাই হওক, তুমি খুজিলেও নিদিওঁ, বি, পি, কৰিলেও নিদিওঁ, ই নিশ্চয়। হৰিবোল! হৰিবোল!!

২। হে বাঁহী! তোমাৰ গাত কি গুণ দেখি আমি তোমাক পইচা দিম কোৱাঁ? প্ৰথমতে দেখিবলৈ পাইছোঁ তোমাৰ বুধি নাই। ৰেল জাহাজ এৰ'প্লেন বা আকাশী-বিমানৰ দিনত তুমি এতিয়াও গদাধৰ ৰজাৰ দিনৰ গৰু-গাড়ী চলাইছা! ফুঃ! আজিকালি জাহাজে যাবলৈ পালে কোনেও গৰুৰ গাড়ীৰে নাযায়, ৰেলেদি যাবলৈ পালে কোনেও জাহাজেদি নাযায়, আকাশী-বিমানেদি উৰি যাবলৈ পালে ৰেলেদি নাযায়; এনে স্থলত তুমি ১২ মাহে ১২ খন বাঁহীৰ ১২টা ষ্টেস্যনত বৈ লাহে লাহে গৰু-গাড়ীৰ নিচিনা পেচেঞ্জাৰ ট্ৰেনেৰে এবছৰৰ মূৰত ষ্টেস্যনত ওলালাগৈ। Up-to-date আন কাকতে এনেকাম নকৰে,—তেওঁলোকে ডাক-গাড়ীৰ দৰে দৈবাৎ হে কোনো মাজৰ ষ্টেস্যনত খন্তেক ৰয়; নহলে চান্দপুৰৰপৰা হুচ্‌কৰে একেবাৰেই তিনিচুকীয়াত ওলাই বছৰথে শুই লৈ আকৌ চান্দপুৰলৈ যাত্ৰা কৰিবলৈ টিলিং টিলিং ঘণ্টা কোবায়। এতেকে হে বাঁহী! দায় নধৰিবা, তোমাক আমি মুৰ্খকে বুলিলোঁ দিয়া।

৩। হে বাঁহী! তোমাৰ বেচ তিনি আধলি। তিনি আধলি বুলি তোমাক সন্মান হে কৰিছোঁ, তিনি নহয় দুইহে বুলি তেওঁৰ আইটীমাকে কৈছে। বাঁকী এক আধলি তুমি হেনো চৰ্কাৰৰ ঘৰত ডাক-মাচুল আদি দিয়া। কম বেচেই তোমাৰ কম শ্ৰেণীৰ আৰু কম যোগ্যতাৰ প্ৰমাণ কৰিছে। হাকিমৰ দৰ্ম্মহা ২৫০, কেৰাণীৰ দৰ্ম্মহা ২৫। ইয়াৰ বহল টাকা কৰা বাহুল্য। এতেকে তুমি যোৱাঁ, ২৫ টকীয়া বগা ভাতলৈ ২৫ টকীয়া কেৰাণী বহুত মিলিব।

৪। হে বাঁহী! তুমি দুখীয়া অসমীয়াৰ দুখৰ বিত আনি কলিকতাত খৰচ কৰিছা। তুমি পেট্ৰিয়ট অৰ্থাৎ দেশহিতৈষী নোহোৱায়েই, বৰং দেশদ্ৰোহীৰ শাৰীতহে কিজানি পৰিবাগৈ। মিছা নামাতিবা, কোৱাঁচোন, অন্ততঃ তুমি অসমীয়াৰ পইচাৰে এদিনো এখন তামোল খাই ওঠত ৰাং পেলোৱা নাই নে? বা এটা চেলেউ হুপি "অনন্ত আকাশ মাজে, দে ধোৱাঁ উৰুৱাই" কৰা নাই বুলি শপত খাই কব পাৰা নে?—এতেকে হে বাঁহী! "গচ্ছ গচ্ছ গৃহং গচ্ছযাবচ্চন্দ্ৰ দিবাকৰঃ।" কিংবা হংকঙং ইতি ভাষা।

৫। হে বাঁহী! তোমাৰ Motto বা মূল-বচন "সত্য মেৱ জয়তে" আমি কওঁ তোমাৰ মতলব "সত্যং ঘাটয়তে"। হেঃ হেঃ হেঃ। শাস্ত্ৰত কয় "ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহায়াং, মহাজনো যেন গতঃ স পন্থা।" এতেকে আমাৰ ধনী মহাজন মহন্তসকলে যোৱা বাটেদি নগৈ ন